# কৌটিলীয় অৰ্থশাস্ত্ৰ




অনুবাদ
ৰজনীকান্ত দেৱশৰ্মা
ড° ডিম্বেশ্বৰ শৰ্মা

সম্পাদনা
ৰজনীকান্ত দেৱশৰ্মা



অসম প্ৰকাশন পৰিষদ

*KAUTILYA ARTHASASTRA : An Assamese version of Arthasastra alongwith the original text, edited by Rajanikanta Dev Sarma and published by Laxmi Nath Tamuly IAS, Secretary Publication Board Assam, Guwahati 781021, Assam, India.*

Third edition, December 2003 Price Rs. 300.00



প্ৰকাশক
লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১ ০২১

প্ৰথম প্ৰকাশ : ছেপ্টেম্বৰ ১৯৭৭
দ্বিতীয় প্ৰকাশ : মাৰ্চ ২০০২
তৃতীয় প্ৰকাশ : ডিছেম্বৰ ২০০৩

মূল্য : ৩০০.০০ টকা

মুদ্ৰণ
ভৱানী অফছেট এণ্ড ইমেজিং চিষ্টেমছ প্ৰাঃ লিঃ
ৰাজগড় ৰোড, গুৱাহাটী ৭৮১ ০০৭

# সচিবৰ ভূমিকা

১৯৫৮ চনতে প্ৰতিষ্ঠাপিত অসমৰ জাতীয় অনুষ্ঠান অসম প্ৰকাশন পৰিষদে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিলৈ অনেক মূল্যবান অৱদান আগবঢ়াইছে। পৰিষদে আৰ্থিক লাভালাভলৈ আওকাণ কৰি আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ ৰচনাৰাজি একত্ৰে সঙ্কলন— যথা, গোহাঞিবৰুৱা ৰচনাৱলী, জ্যোতিপ্ৰসাদ ৰচনাৱলী, ফণী শৰ্মা ৰচনাৱলী, বাণীকান্ত ৰচনাৱলী,অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, লম্বোদৰ বৰা ৰচনাৱলী, ভোলানাথ দাস ৰচনাৱলী আদিৰ উপৰিও সাহিত্যিক-ৰাজনীতিক গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদিসকলৰ সমগ্ৰ ৰচনা প্ৰকাশ কৰি অসমীয়া বুদ্ধিসত্তা আৰু বৌদ্ধিক জগতত এক আলোড়নৰ সৃষ্টি কৰিছে। ঠিক একেদৰে বিশ্ববিশ্ৰুত মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, ড০ সৰ্বপল্লী ৰাধাকৃষ্ণণ, ৰাস্কিন, ৰাছেল, ৰবীন্দ্ৰনাথ আদিৰ লেখীয়া মনীষীসকলৰ চিন্তা-ভাবনা প্ৰকাশক গ্ৰন্থৰ প্ৰকাশৰদ্বাৰা অসমীয়া পাঠকৰ মানসিক দিগন্ত বিস্তৃত-বিধৌত কৰাত সহায় কৰিছে। অসমৰ প্ৰাচীন বুৰঞ্জী অধ্যয়নৰ দিশতো অসম প্ৰকাশন পৰিষদ এক বলিষ্ঠ ভূমিকাত অৱতীৰ্ণ হৈছে। ড০ মহেশ্বৰ নেওগৰ প্ৰাচ্য-শাসনাৱলী, ড০ ডিম্বেশ্বৰ শৰ্মাৰ কামৰূপ-শাসনাৱলী, হিতেশ্বৰ বৰবৰুৱাৰ আহোমৰ দিন, গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী, পদ্মনাথ গোহাঞিবৰুৱাৰ অসমৰ বুৰঞ্জী, ড০ হেৰম্বকান্ত বৰপূজাৰীৰ দ্য কম্প্ৰিহেনচিভ হিষ্ট্ৰি অব আচামকে ধৰি বুৰঞ্জী বিষয়ক গ্ৰন্থ প্ৰকাশ কৰি পৰিষদে বুৰঞ্জী ৰচনাৰ ধাৰাবাহিকতা অটুট ৰাখিছে। এই দিশত এক বলিষ্ঠ সংযোজন হ'ল অসমৰ প্ৰথম আলোচনী অৰুনোদই, আসাম বন্ধু আৰু মৌ ৰ একত্ৰ সঙ্কলন।

বৈষ্ণৱ যুগৰ অৱদান বিষয়ক গ্ৰন্থ— সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল, সত্ৰ-সঙ্গীতৰ স্বৰৰেখা, কীৰ্তন-ঘোষা আৰু নাম-ঘোষা ; প্ৰাচ্য-পাশ্চাত্যৰ ৰামায়ণ, মহাভাৰত, ইলিয়াদ, ওডিছী আৰু ইনীদৰ দৰে ধ্ৰুপদী মহাকাব্যৰ প্ৰকাশনক আমাৰ পাঠক সমাজে সাদৰেৰে আঁকোৱালি লৈছে।

ভাৰতীয় পৰম্পৰাৰ পঞ্চতন্ত্ৰ, হিতোপদেশ, কথা-সৰিৎ সাগৰ ; বিশ্ব-সাহিত্যৰ অজান দেশত এলিচ আদি এক সংখ্যক প্ৰখ্যাত শিশু-গ্ৰন্থ আৰু জনপ্ৰিয় বিজ্ঞান বিষয়ক পুথিৰে অসম প্ৰকাশন পৰিষদে ভাষা-সাহিত্যৰ প্ৰচাৰ-প্ৰসাৰত সততে অৰিহণা যোগাই আহিছে।

কিন্তু অসম প্ৰকাশন পৰিষদৰ দৰে জাতীয় অনুষ্ঠান এটাৰ পৰা ইতিমধ্যে প্ৰকাশিত অনেক দুৰ্মূল্য আৰু দুষ্প্ৰাপ্য গ্ৰন্থ বছৰ বছৰ ধৰি প্ৰকাশ নোহোৱাকৈ থকাত গ্ৰন্থ-আগ্ৰহী সমাজ গ্ৰন্থ-অধ্যয়নৰ পৰা বিৰত থাকিব লগাত পৰিছে। সেয়েহে আমি এই ২০০৩ বৰ্ষতে প্ৰায় ছকুৰি গ্ৰন্থ পুনঃ মুদ্ৰণ কৰি পাঠকসমাজলৈ আগবঢ়ালো। আশা কৰিছো, পঢ়ুৱৈ সমাজে প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ববৎ আগ্ৰহেৰে আদৰি ল'ব।

লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
ডিছেম্বৰ ২০০৩

# দ্বিতীয় সংস্কৰণৰ ভূমিকা

ৰাজ্যলাভ আৰু ৰাজ্যপালনৰ উপদেশ থকা শাস্ত্ৰকে সাধাৰণভাৱে অৰ্থশাস্ত্ৰ বোলা হয়। কৌটিল্যৰ মতে 'জীৱিকাৰ বিবিধ উপায় অৱলম্বন কৰি চলা জনসমূহৰদ্বাৰা অধ্যুষিত এই পৃথিৱীখনেই অৰ্থ ; এনে পৃথিৱী লাভ কৰা আৰু পালন কৰাৰ উপায় নিৰ্দেশক শাস্ত্ৰৰ নাম অৰ্থশাস্ত্ৰ বা ৰাজনীতি শাস্ত্ৰ।' ৰাজ্যলাভ আৰু ৰাজ্যবিস্তাৰৰ সৈতে আন্তঃৰাষ্ট্ৰীয় নাইবা বৈদেশিক নীতি ওতপ্ৰোতভাৱে জড়িত। অৰ্থশাস্ত্ৰত বহিঃৰাষ্ট্ৰৰ সৈতে কূটনৈতিক সম্পৰ্ক, আভ্যন্তৰীণ শাসন-ব্যৱস্থা আদিৰ বিস্তাৰিত আলোচনা আছে। ভাৰতীয় শাসন-তন্ত্ৰত কৌটিলীয় অৰ্থশাস্ত্ৰৰ এক সুদূৰপ্ৰসাৰী প্ৰভাৱ আছে। এশ পঞ্চাশটা অধ্যায় আৰু এশ আশীটা প্ৰকৰণেৰে পোন্ধৰটা অধিকৰণত বিভক্ত অৰ্থশাস্ত্ৰ ভাৰতীয় পৰম্পৰাসন্মত।

কৌটিলীয় অৰ্থশাস্ত্ৰৰ অনুবাদক তথা সম্পাদক অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱে সম্পাদকীয় লেখা উপক্ৰমণিকাত অৰ্থশাস্ত্ৰৰ আৱিষ্কাৰ, গ্ৰন্থকাৰ, কাল-নিৰ্ণয় আৰু সামগ্ৰিক বিষয়-বস্তু সম্পৰ্কে বিতংভাৱে আলোচনা কৰিছে।

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ আৰু ড° ডিম্বেশ্বৰ শৰ্মাদেৱে অসমীয়ালৈ অনুবাদ কৰা ভাৰতীয় পৰম্পৰা তথা ঐতিহ্যৰ এই মহান গ্ৰন্থখনি অসম প্ৰকাশন পৰিষদৰদ্বাৰা ১৯৭৭ চনতে প্ৰথম প্ৰকাশিত হৈছিল। প্ৰতিজন ৰাজনীতিবিদ, বুদ্ধিজীৱী তথা সচেতন পাঠকৰ বাবে প্ৰয়োজনীয় গ্ৰন্থখনি সুদীৰ্ঘ পঁচিছ বছৰৰ মূৰত পুনঃ প্ৰকাশিত ৰূপত পাঠক সমাজলৈ আগবঢ়াবলৈ পাই আমি আনন্দবোধ কৰিছো।

দেশীয় ঐতিহ্যৰ এই গ্ৰন্থখনি সুধী সমাজলৈ আগবঢ়োৱা হ'ল।

গুৱাহাটী
মাৰ্চ ২০০২

বিমল কুমাৰ হাজৰিকা
সচিব
অসম প্ৰকাশন পৰিষদ

# ভূমিকা

কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ' এখন বিশ্ব-বিশ্ৰুত গ্ৰন্থ, কিয়নো এই গ্ৰন্থত প্ৰাচীন ভাৰতীয় ৰাষ্ট্ৰনীতি সম্পৰ্কে বিস্তৃত আৰু প্ৰামাণ্য তথ্যপাতি পোৱা যায়। ভাৰতীয় ৰাজনীতি বিজ্ঞানৰ এইখনেই প্ৰাচীনতম আৰু প্ৰামাণিক গ্ৰন্থ। অসমীয়া অনুবাদত এই প্ৰখ্যাত গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ পাই আমি গৌৰৱ অনুভৱ কৰিছোঁ।

আধুনিক ৰাজনীতিবিজ্ঞানৰ প্ৰাচীন ভাৰতীয় পাৰিভাষিক নাম আছিল 'অৰ্থশাস্ত্ৰ'। ভাৰতীয় পৰম্পৰাত অৰ্থশাস্ত্ৰৰ আলোচনাৰ বহুতো প্ৰাচীন নিদৰ্শন পোৱা যায়। কৌটিল্যৰ অৰ্থশাস্ত্ৰত পূৰ্বাচাৰ্যসকলে প্ৰণয়ন কৰা বিভিন্ন অৰ্থশাস্ত্ৰ নাইবা দণ্ডনীতিৰ উল্লেখ আছে আৰু কৌটিলীয় অৰ্থশাস্ত্ৰক সেইবোৰৰ সংকলন বুলি কোৱা হৈছে। তথাপিও, শ্ৰীৰজনীকান্ত দেৱশৰ্মাই কোৱাৰ দৰে, ভালেমান বিষয়ত কৌটিল্যৰ মৌলিকতা অস্বীকাৰ কৰিব নোৱাৰি।

কৌটিল্যই অৰ্থশাস্ত্ৰৰ সংজ্ঞা দিছে এইদৰে—যি বিদ্যাৰ দ্বাৰা অৰ্থ নাইবা মানববসতিপূৰ্ণ পৃথিৱী বা ভূমি লাভ আৰু পালন কৰিবৰ উপায় জনা যায়, সেই বিদ্যাই হ'ল 'অৰ্থশাস্ত্ৰ'। ৰাষ্ট্ৰ, দণ্ডৰ স্বৰূপ, ৰজা আৰু প্ৰজাৰ সম্বন্ধ বিচাৰ আদি ৰাজনৈতিক বিষয়ৰ তাত্ত্বিক আলোচনাতকৈ, ৰাইকৈ ৰাজ্য-শাসনৰ লগত জড়িত সমস্যাৰ সমাধান স্বৰূপে ব্যৱহাৰিক জ্ঞান বিতৰণৰ বাবে গ্ৰন্থখন ৰচিত হৈছে।

সাধাৰণতে, মৌৰ্যসম্ৰাট চন্দ্ৰগুপ্তৰ মন্ত্ৰী বিষ্ণুগুপ্ত নাইবা কৌটিল্য নাইবা চাণক্যকে অৰ্থশাস্ত্ৰৰ ৰচয়িতা বুলি ভবা হয় আৰু এই তিনিওটা নাম যে একেজন ব্যক্তিৰেই আৰু তেৱেঁই যে অৰ্থশাস্ত্ৰখন লেখিছে সেই বিষয়ে বাণভট্ট, দণ্ডী, কামন্দক আদিয়েও সমৰ্থন জনাইছে। আনহাতে, কেইজনমান আধুনিক পণ্ডিতে এই বিষয়ে সন্দেহ প্ৰকাশ কৰা দেখা যায়। কিন্তু এই গ্ৰন্থখন যে কৌটিল্যৰ দ্বাৰা ৰচিত সেইটো সুপ্ৰাচীন ভাৰতীয় ঐতিহ্য আৰু পণ্ডিতসকলে আগবঢ়োৱা যুক্তিৰ দ্বাৰা সমৰ্থিত।

অৰ্থশাস্ত্ৰখন ১৫টা অধিকৰণত বিভক্ত, প্ৰতিটো অধিকৰণ আকৌ কেইটামান অধ্যায় আৰু প্ৰকৰণত বিভক্ত। গ্ৰন্থখনত অধ্যায়ৰ মুঠ সংখ্যা ১৫০ আৰু গ্ৰন্থৰ আলোচ্য বিষয় হৈছে—এখন ৰাষ্ট্ৰৰ প্ৰশাসনীয় আৰু অৰ্থনৈতিক যাৱতীয় বিষয়।

গ্ৰন্থখনি সূত্ৰৰীতিত ৰচিত আৰু ইয়াৰ ভাষা অতি দুৰ্বোধ্য। পাৰিভাষিক শব্দৰ বাহুল্যৰ কাৰণে অৰ্থভেদ অতি কষ্টসাধ্য। মহামহোপাধ্যায় গণপতি শাস্ত্ৰী, পণ্ডিত শ্যামাশাস্ত্ৰী প্ৰভৃতিয়ে অৰ্থশাস্ত্ৰ সম্পাদনা কৰিছে। বোম্বে বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰ. পি. কাংলেৰ সম্পাদিত সংস্কৰণটো পাণ্ডিত্যপূৰ্ণ হৈছে। অনুবাদৰ কাৰণে আমি এই সংস্কৰণকে বাছি লৈছো। এতিয়ালৈ গ্ৰন্থখনিৰ দুটা মাত্ৰ ভাষ্য পোৱা গৈছে—এটা ভট্টস্বামীৰ "প্ৰতিপদ-পঞ্চিকা' আৰু আনটো মাধৱযজ্বাৰ 'নয় চন্দ্ৰিকা'। ভট্টস্বামীৰ ভাষ্যৰ এটা সামান্য অংশহে পোৱা গৈছে।

শ্ৰীৰজনীকান্ত দেৱশৰ্মাই অধ্যক্ষ প্ৰচাৰ নামৰ দ্বিতীয় অধিকৰণৰ পঞ্চম অধ্যায়ৰপৰা ষাড়্গুণ্য নামৰ সপ্তম অধিকৰণৰ একাদশ অধ্যায়লৈকে আৰু ড° ডিম্বেশ্বৰ শৰ্মাই আৰম্ভ-ণিৰপৰা দ্বিতীয় অধিকৰণৰ চতুৰ্থ অধ্যায়লৈ আৰু সপ্তম অধিকৰণৰ দ্বাদশ অধ্যায়ৰপৰা

অন্তলৈকে অনুবাদ কৰিছে। ইয়াৰ বাবে তেখেতসকলক আমাৰ গভীৰ কৃতজ্ঞতা জনাইছো। গ্ৰন্থখনিৰ সম্পাদনা কৰাৰপৰা আৰ্হি-কাকত চোৱালৈকে প্ৰায়খিনি কামৰ গধুৰ দায়িত্ব লৈ শ্ৰীৰজনীকান্ত দেৱশৰ্মাই আমাক বাধিত কৰিছে।

আশাকৰো এই বিশ্ববিখ্যাত গ্ৰন্থখনিৰ অসমীয়া অনুবাদে যোগ্যজনৰ যথাৰ্থ সমাদৰ লাভ কৰিব।

গুৱাহাটী
জুন, ১৯৭৭

চন্দ্ৰপ্ৰসাদ শইকীয়া

# উপক্ৰমণিকা

## অৰ্থশাস্ত্ৰৰ আৱিষ্কাৰ, গ্ৰন্থকাৰ আৰু তেওঁৰ কাল

১৯০৫ খ্ৰীষ্টাব্দত মহীশূৰৰ প্ৰসিদ্ধ বিদ্বান পণ্ডিত শ্যামশাস্ত্ৰীয়ে অৰ্থশাস্ত্ৰৰ কিছু অংশ 'ইণ্ডিয়ান এণ্টিকুৱেৰিত ইংৰাজী অনুবাদসহ প্ৰকাশ কৰে আৰু পিছত ১৯০৯ খ্ৰীষ্টাব্দত ইংৰাজী অনুবাদেৰে সৈতে সম্পূৰ্ণ গ্ৰন্থখন প্ৰকাশ কৰি উলিয়ায়। ইয়াৰ আগলৈকে এই বিখ্যাত গ্ৰন্থৰ কোনো পাণ্ডুলিপিৰ লগতো কাৰো পৰিচয় ঘটা নাছিল। প্ৰাচীন গ্ৰন্থত 'কৌটিলীয় অৰ্থশাস্ত্ৰ' এই নামটো আৰু অ'ত ত'ত দুই এটা উদ্ধৃতিহে দেখিবলৈ পোৱা গৈছিল। 'অৰ্থশাস্ত্ৰ'ৰ আৱিষ্কাৰ আৰু প্ৰকাশে অকল ভাৰতৰে নহয়, বিশ্বৰ পণ্ডিতসমাজৰ মাজতো এটা আলোড়নৰ সৃষ্টি কৰিলে। নানা বিতৰ্কমূলক প্ৰশ্নৰ উদয় হ'ল—এই গ্ৰন্থৰ ৰচয়িতা কোন? কেতিয়া ই ৰচিত হ'ল? কৌটিল্য, বিষ্ণুগুপ্ত আৰু চাণক্য একেজন লোক নে তিনিজন? কৌটিল্য নামে কোনো লোক সঁচাকৈয়ে আছিল, নে ই এটা কাল্পনিক নাম?

পণ্ডিতপ্ৰবৰ শ্যামশাস্ত্ৰীয়ে তেওঁৰ পাণ্ডিত্যপূৰ্ণ পাতনিত এই সিদ্ধান্তলৈ আহিছে যে অৰ্থশাস্ত্ৰৰ ৰচয়িতা কৌটিল্য, তেওঁ মৌৰ্য চন্দ্ৰগুপ্তৰ প্ৰধানমন্ত্ৰী আছিল, গতিকে খ্ৰীঃ পূঃ চতুৰ্থ শতিকাত এই গ্ৰন্থ ৰচিত হৈছিল। পাশ্চাত্য বিদ্বান হিলব্ৰাণ্ট, জেকবি, হাৰ্টেল, ভিনছেণ্ট স্মিথ প্ৰভৃতিয়ে শ্যামশাস্ত্ৰীৰ মত সমৰ্থন কৰিলে। ভাৰতীয় পণ্ডিতৰ মাজত কাশীপ্ৰসাদ জয়সৱাল, পণ্ডিত জয়চন্দ্ৰ বিদ্যালঙ্কাৰ, ডাঃ ৰাধাগোবিন্দ বসাক, প্ৰঃ আৰ পি কাংলে আদিয়েও শাস্ত্ৰীদেৱৰ মতত‌ে হয়ভৰ দিলে। আনহাতে পাছিমীয়া পণ্ডিত এ বি কীথ, এম্ ভিণ্টাৰনিৎস, জে জ'লি, আৰু ভাৰতীয় পণ্ডিত আৰ্ জি ভাণ্ডাৰকাৰ, পি ভি কাণে, ডঃ কালিদাস নাগ আদিয়ে শাস্ত্ৰীৰ মতৰ বিৰোধিতা কৰিলে।

'অৰ্থশাস্ত্ৰ'ৰ ৰচয়িতা যে কৌটিল্য সুপ্ৰাচীন কালৰপৰা ভাৰতীয় ঐতিহ্যই এই কথা বহন কৰি আহিছে। 'নীতিসাৰ' গ্ৰন্থ প্ৰণেতা কামন্দকে কৈছে যে বিষ্ণুগুপ্তই মন্ত্ৰশক্তিৰ বলত পৰ্বত সদৃশ নন্দবংশ ধ্বংস কৰি চন্দ্ৰগুপ্তক ৰাজ্য প্ৰদান কৰিছিল। তেওঁ অৰ্থশাস্ত্ৰ-ৰূপ মহাসমুদ্ৰৰপৰা অমৃতৰূপ নীতিশাস্ত্ৰ উদ্ধাৰ কৰিছিল।[১] আচাৰ্য দণ্ডীয়ে দশকুমাৰ-চৰিত গ্ৰন্থত বিষ্ণুগুপ্ত আৰু চাণক্য এই দুয়োটা নাম একজন লোকৰ বুলি ব্যৱহাৰ কৰিছে আৰু অৰ্থশাস্ত্ৰৰপৰা উদ্ধৃতি দিছে। বিশাখদত্তই তেওঁৰ মুদ্ৰাৰাক্ষস নাটকত চাণক্য আৰু কৌটিল্য একেজন লোকৰ নাম হিচাপে ব্যৱহাৰ কৰিছে। অৰ্থশাস্ত্ৰৰ লগত যে তেওঁৰ ঘনিষ্ঠ পৰিচয় আছিল মুদ্ৰাৰাক্ষস নাটকেই তাৰ প্ৰমাণ। সপ্তম শতিকাৰ যশস্বী কবি বাণভট্টই 'কৌটিল্যশাস্ত্ৰ'ৰ উল্লেখ কৰিছে আৰু এই গ্ৰন্থৰ উপদেশবোৰ অতি নিষ্ঠুৰ বুলি অভিহিত কৰিছে।[২]

অৰ্থশাস্ত্ৰ সম্পূৰ্ণ মৌলিক গ্ৰন্থ নহয়। গ্ৰন্থৰ আৰম্ভণিতে কোৱা হৈছে যে 'পূৰ্বাচাৰ্য-সকলে ৰাজ্যলাভ কৰিবলৈ আৰু ৰক্ষা কৰিবলৈ যিমানবোৰ অৰ্থশাস্ত্ৰ ৰচনা কৰিছিল প্ৰায়

---

[১] নীতিশাস্ত্ৰামৃতং শ্ৰীমানৰ্থশাস্ত্ৰমহোদধেঃ।
য উদ্দধ্ৰে নমস্তস্মৈ বিষ্ণুগুপ্তায় বেধসে॥

[২] কিং বা তেষাং সাম্প্ৰতং যেষামতিনৃশংসপ্ৰায়োপদেশং কৌটিল্যশাস্ত্ৰং প্ৰমাণম্।

সেই আঠাইবোৰকে সঙ্কলন কৰি এই এখন অৰ্থশাস্ত্ৰ প্ৰণয়ন কৰা হ'ল।[৩] অৱশ্যে পূৰ্ববৰ্তী অৰ্থশাস্ত্ৰকাৰসকলৰ মতবোৰ সংগ্ৰহ কৰি লিখা হলেও কৌটিল্যৰ যে কোনো মৌলিকতা নাই তেনে নহয়। ভালেমান ক্ষেত্ৰত তেওঁ পূৰ্বসূৰিসকলৰ মতৰ বিৰোধিতা কৰি নিজ মত স্থাপন কৰিছে। তদুপৰি 'অধ্যক্ষ প্ৰচাৰ' নামৰ দ্বিতীয় অধিকৰণ আৰু 'যোগবৃত্ত' নামৰ পঞ্চম অধিকৰণত কৌটিল্যৰ নিজস্ব স্বাধীন মতৰ পৰিমাণ সৰহ। দ্বিতীয় অধিকৰণৰ 'শাসনাধিকাৰ' নামৰ দ্বিতীয়-অধ্যায়টো সম্পূৰ্ণ মৌলিক ৰচনা।

কৌটিল্যই সৰ্বকালৰ সকলো ৰজাৰ উপযোগী কৰি গ্ৰন্থখন ৰচনা কৰিছিল। তেওঁৰ এই কাৰ্য ভাৰতীয় পৰম্পৰাসম্মত। বহুতে ভবা দৰে কেৱল মৌৰ্য চন্দ্ৰগুপ্তকে উপদেশ দিবৰ কাৰণে এই গ্ৰন্থ ৰচনা কৰা নাছিল। পিছৰ যুগৰ ৰাজনীতি-বিষয়ক গ্ৰন্থ কামন্দকীয় নীতিসাৰ, শুক্ৰনীতি আদিও কোনো বিশেষ ৰজাক উদ্দেশ্য কৰি লিখা হোৱা নাছিল। গতিকে অৰ্থশাস্ত্ৰত চন্দ্ৰগুপ্ত, তেওঁৰ ৰাজ্য বা ৰাজধানী আদিৰ নামৰ উল্লেখ নথকাৰ দ্বাৰা গ্ৰন্থখন চন্দ্ৰগুপ্তৰ সমসাময়িক নহয়, নাইবা কৌটিল্য চন্দ্ৰগুপ্তৰ মন্ত্ৰী নাছিল, এনেবোৰ সিদ্ধান্ত কৰা যুক্তিযুক্ত নহয়। আকৌ, আচাৰ্যসকলৰ মত খণ্ডন কৰি য'ত কৌটিল্যই নিজ মত ব্যক্ত কৰিছে তাত কোৱা হৈছে 'ইতি কৌটিল্যঃ', বা 'নেতি কৌটিল্যঃ'—অৰ্থাৎ কৌটিল্যই এইদৰে কয়, কৌটিল্যই উক্ত মত সমৰ্থন নকৰে। অধ্যাপক কীথ, হিলেব্ৰেণ্ট আদিয়ে ক'ব খোজে যে কৌটিল্য এই শাস্ত্ৰৰ ৰচয়িতা হোৱাহেঁতেন নিজক তৃতীয় পুৰুষত ব্যৱহাৰ নকৰিলেহেঁতেন। এই সম্পৰ্কে মনুসংহিতাৰ প্ৰসিদ্ধ টীকাকাৰ কুল্লুকভট্টৰ এষাৰ মন্তব্য মন কৰিব লগীয়া। মনুসংহিতাতো মনুৱে নিজক তৃতীয় পুৰুষত ব্যৱহাৰ কৰা কথালৈ আঙুলিয়াই কুল্লুকভট্টই কৈছে যে 'আচাৰ্যসকলৰ লিখাৰ এইটোৱে ভঙ্গী যে নিজৰ কথাকো লোকে কোৱাৰ দৰে বৰ্ণনা কৰে; এই কাৰণে "কৰ্মণ্যপি জৈমিনিঃ ফলাৰ্থত্বাৎ"—এইটো জৈমিনিৰে সূত্ৰ, "তদুপৰ্যপি বাদৰায়ণঃ সম্ভৱাৎ"—এইটো বাদৰায়ণৰ শাৰীৰক-সূত্ৰ।'[৪]

## কৌটিল্যৰ পূৰ্বসূৰিসকল

আগতে উল্লেখ কৰা হৈছে যে গ্ৰন্থৰ আৰম্ভণিতে কৌটিল্যই তেওঁৰ পূৰ্ববৰ্তী শাস্ত্ৰকাৰসকলৰ মতসমূহ সংকলন কৰি এই গ্ৰন্থ প্ৰণয়ন কৰা বুলি কৈছে। সেইসকলৰ ভিতৰত গ্ৰন্থৰ নানা ঠাইত তেওঁ বাৰ্হস্পত্য, ঔশনস, পাৰাশৰ, মানৱ আৰু আম্ভীয় শাস্ত্ৰৰ নাম উল্লেখ কৰি তাৰপৰা মতামত তুলি ধৰিছে। ভাৰদ্বাজ, বিশালাক্ষ, পিশুন, কৌণপদন্ত, বাতব্যাধি আৰু বাহুদন্তিপুত্ৰ—এইসকল গ্ৰন্থকাৰৰ ব্যক্তিগত মত দাঙি ধৰি, কেতিয়াবা খণ্ডন আৰু কেতিয়াবা সমৰ্থন কৰিছে। মহাভাৰতত বৰ্ণিত আছে, প্ৰজাসকলৰ মাজত যেতিয়া লোভ, হিংসা, সুখলিপ্সা আদিয়ে দেখা দিলে সেই সময়ত তেওঁলোকৰ অনুৰোধক্ৰমে ব্ৰহ্মাদেৱে একলাখ অধ্যায়ত এখন পূৰ্ণাঙ্গ দণ্ডনীতিশাস্ত্ৰ ৰচনা কৰে। ভগৱান শঙ্কৰে এই নীতিশাস্ত্ৰ

---

[৩] "পৃথিব্যা লাভে পালনে চ যাৱন্ত্যৰ্থশাস্ত্ৰাণি পূৰ্বাচাৰ্যৈঃ প্ৰস্থাপিতানি প্ৰায়শস্তানি সংহৃত্য এক-মিদমৰ্থশাস্ত্ৰং কৃতম্।" ১।১।১

[৪] প্ৰায়েণাচাৰ্যাণামিয়ং শৈলী যৎস্বাভিপ্ৰায়মপি পৰোপদেশমিৱ বৰ্ণয়ন্তি। অতএৱ কৰ্মণ্যপি জৈমিনিঃ ফলাৰ্থত্বাৎ' ইতি জৈমিনেৰেৱ সূত্ৰম্, অতএৱ 'তদুপৰ্যপি বাদৰায়ণঃ সম্ভৱাৎ' ইতি বাদৰায়ণস্যৈৱ শাৰীৰক-সূত্ৰম্।

সংক্ষেপ কৰি দহ হেজাৰ অধ্যায়ত শেষ কৰে। এই শঙ্কৰকৃত দণ্ডনীতিশাস্ত্ৰ বৈশালাক্ষশাস্ত্ৰ নামে জনাজাত হয়। ইন্দ্ৰই আৰু সংক্ষেপ কৰি পাঁচ হেজাৰ অধ্যায়ত সমাপ্ত কৰে; ইন্দ্ৰকৃত শাস্ত্ৰৰ নাম বাহুদন্তকশাস্ত্ৰ হয়। বৃহস্পতি আৰু উশনাই ক্ৰমে তিনি হেজাৰ আৰু এহেজাৰ অধ্যায়ত শেষ কৰে। বৃহস্পতি আৰু উশনা যে প্ৰাচীন অৰ্থশাস্ত্ৰকাৰ আছিল মহাভাৰতৰ স্থান নানা ঠাইত তাৰ উল্লেখ আছে।* পাৰাশৰ আৰু মানৱ শাস্ত্ৰই প্ৰচলিত পৰাশৰসংহিতা আৰু মনুসংহিতাক বুজোৱা নাই; এই দুই গ্ৰন্থ অপেক্ষাকৃত অৰ্বাচীন। মহাভাৰতত অৱশ্যে পাৰাশৰ শাস্ত্ৰৰ উল্লেখ নাই, কিন্তু প্ৰচেতা মনু যে এজন অৰ্থশাস্ত্ৰ বা ৰাজশাস্ত্ৰৰ প্ৰৱৰ্তক তাৰ উল্লেখ আছে। মহামহোপাধ্যায় গণপতি শাস্ত্ৰীৰ মতে আম্ভীয়সকল ভীষ্মৰ অনুগামী আছিল। ভাষ্যকাৰসকলে ভাৰদ্বাজ, বিশালাক্ষ, পিশুন, কৌণপদন্ত, বাতব্যাধি আৰু বাহুদন্তিপুত্ৰক ক্ৰমে দ্ৰোণাচাৰ্য, শঙ্কৰ, নাৰদ, ভীষ্ম, উদ্ধৱ আৰু ইন্দ্ৰ বুলি কয়। কিন্তু এই সকলো শাস্ত্ৰকাৰ যে মানুহ আছিল এই কথা ধ্ৰুৱ। আকৌ ভাৰদ্বাজ দ্ৰোণ নহে কোনো মন্ত্ৰী হোৱাটোহে সম্ভৱ। মহাভাৰতত উল্লিখিত কনিষ্ক ভাৰদ্বাজেই সম্ভৱতঃ এইজনা ভাৰদ্বাজ। সেইদৰে পিশুনো যে ৰাজমন্ত্ৰী আছিল তাক অৰ্থশাস্ত্ৰত উল্লিখিত উক্ত নামৰ মন্ত্ৰীয়ে ৰজাৰ অসন্তোষভাজন হৈ তেওঁৰ ওচৰৰপৰা আঁতৰি যোৱা (৫।৫।১১) কথাৰপৰা অনুমান কৰিব পাৰি। কৌটিল্যই এইসকলৰ উপৰিও 'ইতি আচাৰ্যাঃ' বুলি প্ৰায়ে আচাৰ্য-সকলৰ মতৰ উল্লেখ কৰিছে। শ্ৰীশ্যামশাস্ত্ৰী, ডঃ ঘসাক আদিয়ে এই 'আচাৰ্য'-শব্দৰ দ্বাৰা কৌটিল্যই নিজৰ গুৰুক বুজোৱা বুলি কয়। এই কথাও সম্ভৱ হ'ব পাৰে যে আচাৰ্যসকল বোলোতে নাম উল্লেখ কৰা নকৰা সকলো পূৰ্ববৰ্তী আচাৰ্যকে সামূহিকভাৱে বুজাইছে।

এইদৰে দেখা যায় যে কৌটিল্যৰ বহু আগৰেপৰা ভাৰতবৰ্ষত ভালেমান আচাৰ্যই অৰ্থ-শাস্ত্ৰ প্ৰণয়ন কৰিছিল। প্ৰাণনাথ বিদ্যালঙ্কাৰৰ মতে কল্পশাস্ত্ৰৰ যুগতে অৰ্থশাস্ত্ৰৰ পাতনি হয়। কল্পসূত্ৰৰ শব্দাৱলী আৰু ৰচনাশৈলীৰ প্ৰভাৱ কৌটিলীয় অৰ্থশাস্ত্ৰৰ ওপৰত স্পষ্টভাৱে দেখা যায়। পূৰ্বাচাৰ্যসকলৰ ৰচিত গ্ৰন্থবোৰ কালৰ গৰ্ভত লুপ্ত হোৱাৰ অন্যতম প্ৰধান কাৰণ হয়তো কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ গুৰুত্ব আৰু জনপ্ৰিয়তা।

## অৰ্থশাস্ত্ৰৰ স্বৰূপ আৰু বিষয়-বস্তু

অৰ্থশাস্ত্ৰৰ স্বৰূপ কি এই সম্পৰ্কে কৌটিল্যই নিজ গ্ৰন্থৰ শেষ অধিকৰণত কৈছে যে 'অৰ্থ' হৈছে মানুহৰ 'বৃত্তি' বা জীৱিকা, অথবা মানৱ-বসতিপূৰ্ণ পৃথিৱীয়ে অৰ্থ। সেই পৃথিৱীৰ লাভ আৰু পালনৰ উপায়েই হৈছে অৰ্থশাস্ত্ৰ।* এই 'বৃত্তি' শব্দৰ 'বাৰ্তা'ৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছে। কৃষি, গোৰক্ষা, আৰু বাণিজ্যক বাৰ্তা বোলে। ৰজাই পৃথিৱী বা ৰাজ্য লাভ কৰি তাৰ ৰক্ষণ বা পালন কৰিলে মানুহৰ অৰ্থ বা জীৱিকাৰ উপায় সুৰক্ষিত হয়। গতিকে যি শাস্ত্ৰই ৰাজ্যলাভ আৰু ৰাজ্যপালনৰ উপদেশ দিয়ে তাক অৰ্থশাস্ত্ৰ বোলে। অতি প্ৰাচীন কালত অৰ্থশাস্ত্ৰক দণ্ডনীতি বোলা হৈছিল। কৌটিল্যৰ পিছৰ যুগত নীতি বা নীতিশাস্ত্ৰ

---

* বৃহস্পতের্মতং ৰাজধৰ্মীতং সকলং তথা।
ঔশনসং শাস্ত্ৰং বিজ্ঞাতং তে নৰোত্তম॥ মহা, ১২।১২২।১১

* মনুষ্যাণাং বৃত্তিৰৰ্থঃ, মনুষ্যৱতী ভূমিৰিত্যৰ্থঃ। তস্যাঃ পৃথিব্যাঃ লাভপালনোপায়ঃ শাস্ত্ৰমৰ্থশাস্ত্ৰম্ ইতি। ১৫।১।১-২

দণ্ডনীতি বা অৰ্থশাস্ত্ৰৰ অৰ্থত ব্যৱহৃত হ'ব ধৰিলে। মহাভাৰতত অৰ্থশাস্ত্ৰ, ৰাজশাস্ত্ৰ আৰু ৰাজধৰ্ম একে অৰ্থতে প্ৰয়োগ কৰা হৈছে।

ওপৰত উল্লেখ কৰা মতে অৰ্থশাস্ত্ৰৰ মূল বিষয় হ'ল দুটা—পৃথিৱীৰ লাভ আৰু পালন সম্পৰ্কীয় উপায়। ৰাজ্যলাভ বা ৰাজ্যবিস্তাৰ কৰিবলৈ হ'লে আন্তঃৰাষ্ট্ৰীয় বা বৈদেশিক নীতিৰ প্ৰয়োজন আৰু পালন কৰিবলৈ আভ্যন্তৰিক নীতিৰ প্ৰয়োজন। সেই কাৰণে অৰ্থ-শাস্ত্ৰত বহিঃৰাষ্ট্ৰৰ লগত কূটনৈতিক সম্পৰ্ক স্থাপন কেনেকৈ কৰিব লাগে আৰু নিজ ৰাজ্যত শাসন-ব্যৱস্থা কেনেকৈ কটকটীয়া কৰিব লাগে প্ৰধানতঃ এই দুই বিষয়ৰ বিতং আলোচনা কৰা হৈছে।

গোটেই গ্ৰন্থখন সূত্ৰৰ দ্বাৰা নিবন্ধ। যদিও গ্ৰন্থৰ শেষত কোৱা হৈছে যে শাস্ত্ৰৰ ভাষ্য লিখোঁতে ভাষ্যকাৰসকলে অনেক ভুল কৰা দেখি বিষ্ণুগুপ্তেই নিজে সূত্ৰ আৰু ভাষ্য দুয়োটাকে ৰচনা কৰিছে,[৭] তথাপি ই সূত্ৰেৰেই পৰিপূৰ্ণ, ভাষ্য ইয়াত বিচাৰি উলিওৱা কঠিন। হয়তো উক্ত কথাখিনি প্ৰক্ষিপ্ত। অৱশ্যে, প্ৰত্যেক অধ্যায়ৰ শেষত, কেতিয়াবা মাজে মাজেও, এক বা একাধিক শ্লোক সন্নিৱিষ্ট কৰা হৈছে। শ্লোকবোৰ, অন্ততঃ আটাইবোৰ শ্লোক, কৌটিল্যৰ নিজৰ ৰচনা সম্ভৱতঃ নহয়। সেইবোৰ পূৰ্ববৰ্তী ৰাজনীতি-শাস্ত্ৰকাৰসকলৰ গ্ৰন্থৰপৰা দিয়া উদ্ধৃতি হ'ব পাৰে।

কৌটিল্যৰ অৰ্থশাস্ত্ৰ পোন্ধৰটা অধিকৰণত বিভক্ত। এই পোন্ধৰটা অধিকৰণৰ ভিতৰত এশ পঞ্চাশটা অধ্যায় আৰু এশ আশীটা প্ৰকৰণ আছে। প্ৰথম পাঁচটা অধিকৰণত তন্ত্ৰ অৰ্থাৎ ৰাজ্যৰ আভ্যন্তৰীণ শাসন-ব্যৱস্থা সম্পৰ্কে, ষষ্ঠৰপৰা ত্ৰয়োদশলৈকে এই আঠোটাত আৱাপ অৰ্থাৎ চুবুৰীয়া ৰাজ্যৰ লগত ব্যৱহাৰ সম্পৰ্কে, চতুৰ্দশ অধিকৰণত শত্ৰুক নিপাত কৰাৰ গোপন উপায় আৰু তন্ত্ৰ-মন্ত্ৰ সম্পৰ্কে আৰু পঞ্চদশ অধিকৰণত অৰ্থশাস্ত্ৰত প্ৰযোজিত বত্ৰিশ প্ৰকাৰ শাস্ত্ৰীয় ৰচনা-প্ৰণালী সম্পৰ্কে আলোচনা কৰা হৈছে।

প্ৰথম অধিকৰণৰ নাম বিনয়াধিকাৰিকম্ অৰ্থাৎ শিক্ষা-সম্পৰ্কীয়। ইয়াত একৈশটা অধ্যায় আৰু ওঠৰটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত গ্ৰন্থৰ অধিকৰণ আৰু প্ৰকৰণবোৰৰ নাম উল্লেখ কৰা হৈছে। ইয়াত কোনো প্ৰকৰণ নাই। দ্বিতীয় অধ্যায়ত ৰজাই আয়ত্ত কৰিব লগীয়া বিদ্যা-সমূহৰ আলোচনা আছে। এই অধ্যায়ত প্ৰথম প্ৰকৰণ আৰম্ভ হৈছে। ৰজাই শিক্ষা কৰিব লগীয়া বিদ্যা চাৰি প্ৰকাৰ,—ত্ৰয়ী অৰ্থাৎ তিনি বেদ, বাৰ্তা, আন্বীক্ষিকী অৰ্থাৎ দৰ্শনশাস্ত্ৰ আৰু দণ্ডনীতি। কৌটিল্যই ইয়াত ৰজাই দৰ্শনশাস্ত্ৰ অধ্যয়ন কৰাৰ ওপৰত গুৰুত্ব দিছে। তৃতীয় অধ্যায়তো প্ৰথম প্ৰকৰণৰ কথাই আলোচিত হৈছে। কৌটিল্যই কৈছে যে ৰজা বৰ্ণাশ্ৰমৰ ৰক্ষক, গতিকে তেওঁ বেদজ্ঞ হ'লেহে স্বধৰ্ম পালন কৰিব পাৰিব। চতুৰ্থ অধ্যায়তো প্ৰথম প্ৰকৰণৰ কথাই চলিছে। ইয়াত বাৰ্তা আৰু দণ্ডনীতিৰ বিষয়ে আলোচনা কৰা হৈছে। ৰজাই দণ্ডনীতিৰ সুপ্ৰয়োগ কৰিলেহে প্ৰজাৰ সৰ্বাঙ্গীণ কল্যাণ হয়।[৮] পঞ্চম অধ্যায়ত দ্বিতীয় প্ৰকৰণ আৰম্ভ আৰু সমাপ্ত হৈছে। এই অধ্যায়ত বিদ্যাবৃদ্ধসকলৰ ওচৰত নানা প্ৰকাৰ বিদ্যাৰ অনুশীলন সম্পৰ্কে উপদেশ দিয়া হৈছে। তৃতীয় প্ৰকৰণ ষষ্ঠ আৰু সপ্তম অধ্যায়ৰ অন্তৰ্ভুক্ত;

---

[৭] দৃষ্ট্বা বিপ্ৰতিপত্তিং বহুধা শাস্ত্ৰেষু ভাষ্যকাৰাণাম্।
স্বয়মেব বিষ্ণুগুপ্তশ্চকাৰ সূত্ৰং চ ভাষ্যং চ॥

[৮] সুবিজ্ঞাতপ্ৰণীতো হি দণ্ডঃ প্ৰজা ধৰ্মাৰ্থকামৈৰ্যোজয়তি। ১।৪।৩১

এই দুই অধ্যায়ৰ আলোচ্য বিষয় হ'ল ইন্দ্ৰিয়জয়। ৰজাই ইন্দ্ৰিয় জয় কৰি কাম ক্ৰোধ আদি ছয় ৰিপুক দমন কৰিব পাৰিলেহে ৰাজ্যত সুশাসন প্ৰৱৰ্তাব পাৰে। ৰাজকাৰ্য সহায়সাধ্য। ৰজাই মন্ত্ৰী নিয়োগ কৰি তেওঁলোকৰ উপদেশ ল'ব লাগে।[৯] নৱম অধ্যায়ত মন্ত্ৰী আৰু পুৰোহিত নিয়োগ-সম্পৰ্কীয় আলোচনা কৰা হৈছে। পুৰোহিতৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। তেওঁ বেদজ্ঞ, চৰিত্ৰবান, ৰাজনীতিবিদ আৰু অথৰ্ব-ক্ৰিয়াৰ দ্বাৰা ৰাজ্যৰ অপায়-অমঙ্গল প্ৰশমন কৰিব পৰা হ'ব লাগে। শিষ্যই গুৰুক আৰু পুত্ৰই পিতৃক মনাৰ দৰে ৰজায়ো তেওঁৰ কথা মানিব লাগে।[১০] এই অধ্যায়ত পঞ্চম প্ৰকৰণ আৰম্ভ আৰু শেষ হৈছে। দশম অধ্যায়ত (সপ্তম প্ৰকৰণ) গোপন পৰীক্ষাৰ দ্বাৰা মন্ত্ৰীসকলৰ সততাৰ বুজ লোৱাৰ বিষয়ে কোৱা হৈছে। একাদশ আৰু দ্বাদশ এই দুই অধ্যায়তো সপ্তম প্ৰকৰণ চলিছে, তদুপৰি দ্বাদশ অধ্যায়ত অষ্টম প্ৰকৰণো সন্নিৱিষ্ট হৈছে। ইয়াত চোৰাংচোৱা নিয়োগ, চোৰাংচোৱাৰ সংস্থা স্থাপন, চলন্ত গুপ্তচৰ নিয়োগ আৰু চোৰাংচোৱা-সম্পৰ্কীয় বিধি-ব্যৱস্থাৰ বিশদ আলোচনা আছে। নিজৰ ৰাজ্যত আৰু শত্ৰুৰ ৰাজ্যতো কিছুমান এনে লোক থাকে, সেইসকল উচ্চ বিষয়াও হ'ব পাৰে, যিসকল প্ৰৰোচনাৰ বশীভূত হ'ব পাৰে। ৰজাই সেই লোকসকলৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখিব লাগে। এইখিনি কথা ত্ৰয়োদশ আৰু চতুৰ্দশ অধ্যায়ত (নৱম আৰু দশম প্ৰকৰণ) আলোচিত হৈছে। পঞ্চদশ অধ্যায়ত (একাদশ প্ৰকৰণ) মন্ত্ৰী-পৰিষদ গঠন আৰু মন্ত্ৰণা গোপনে ৰখাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। কৌটিল্যৰ মতে ৰজাই সামৰ্থ্য অনুসৰি মন্ত্ৰী নিয়োগ কৰিব লাগে। ষোড়শ অধ্যায়ত দূত নিয়োগ-সম্পৰ্কীয় বিধি-ব্যৱস্থা, দূতৰ গুণাগুণ আৰু উপযোগিতা-বিষয়ক আলোচনা আছে। অৰ্থশাস্ত্ৰৰ নানা ঠাইত ৰাজ-পুত্ৰৰপৰা ৰজাৰ যে বিপদ হ'ব পাৰে এই কথা পুনঃ পুনঃ কোৱা হৈছে। সপ্তদশ অধ্যায়ত (ত্ৰয়োদশ প্ৰকৰণ) এই বিষয়টোৰ বিশদ আলোচনা আছে। পূৰ্বাচাৰ্যসকলে অবিনীত ৰাজ-পুত্ৰৰ ওপৰত কঠোৰ আৰু ঘৃণনীয় ব্যৱস্থা ল'বলৈ উপদেশ দিছে। কৌটিল্যই সেইবোৰ মতৰ সমালোচনা কৰি নিজ মত ব্যক্ত কৰি কৈছে যে মাতৃগৰ্ভত থকাৰ সময়ৰপৰাই ৰজাই নিজ পুত্ৰক ধাৰ্মিক, জ্ঞানী আৰু বিনীত কৰি তুলিবলৈ যত্ন কৰিব লাগে। তথাপি যদি অবিনীত হয় একমাত্ৰ পুত্ৰ হ'লেও তেওঁক ৰাজ্যৰ উত্তৰাধিকাৰী পাতিব নেলাগে।[১১] অষ্টাদশ অধ্যায়ৰ চতুৰ্দশ প্ৰকৰণত পিতৃৰ বিৰাগভাজন ৰাজকুমাৰে কেনেভাৱে চলিব লাগে সেই সম্পৰ্কে আৰু পঞ্চদশ প্ৰকৰণত তেনে পুত্ৰৰ প্ৰতি ৰজাই কেনে আচৰণ কৰিব লাগে তাৰ আলোচনা আছে। ঊনবিংশ অধ্যায়ত (ষোড়শ প্ৰকৰণ) আমি এজন আদৰ্শ ৰজাৰ চিত্ৰ পাওঁ। ৰজা নিজে উৎসাহী আৰু উত্থানশীল হ'ব লাগে। মন্ত্ৰী বা বিষয়াসকলে ৰজাক অনু-সৰণ কৰে। এই অধ্যায়তে ৰজাৰ দৈনন্দিন কৰ্তব্যৰ এখন তালিকা দাঙি ধৰা হৈছে। কোনো অভিযোগ থাকিলে প্ৰজাৰ ৰজাক দেখা কৰাৰ নিৰ্বাধ অধিকাৰ আছিল। ৰজাই প্ৰয়োজনীয় কাৰ্য নিজে নাচালে ওচৰত থকাসকলে অঘটন ঘটায়।[১২] প্ৰজাৰ সুখেই ৰজাৰ সুখ, প্ৰজাৰ

---

[৯] সহায়সাধ্যং ৰাজত্বং চক্ৰমেকং ন বৰ্ত্ততে।
কুৰ্বীত সচিবাংস্তস্মাৎ তেষাং চ শৃণুয়ান্মতম্ ॥ ১।৭।৯

[১০] তমাচাৰ্যং শিষ্যঃ পিতৰং পুত্ৰঃ ভৃত্যঃ স্বামিনমিব চানুৱৰ্তেত। ১।৯।১০

[১১] ন চৈকপুত্ৰমবিনীতং ৰাজ্যে স্থাপয়েৎ। ১।১৭।৫১

[১২] উপস্থানগতঃ কাৰ্যাৰ্থিনামদ্বাৰাসঙ্গং কাৰয়েৎ। দুৰ্দৰ্শো হি ৰাজা কাৰ্যাকাৰ্যবিপৰ্যাসমাসন্নৈঃ কাৰ্যতে॥ ১।১৯।২৬-২৭।

মংগলেই ৰজাৰ মংগল; নিজৰ প্ৰীতি তেওঁৰ হিতকৰ নহয়, প্ৰজাৰ প্ৰীতিহে তেওঁৰ হিতকৰ।[13] বিংশ অধ্যায়ত (সপ্তদশ প্ৰকৰণ) ৰাজহাউলী কেনেভাৱে নিৰ্মাণ কৰিব লাগে সেই বিষয়ে কোৱা হৈছে; লগতে তাৰ ভিতৰত বিচৰণ কৰাত অৱলম্বন কৰিব লগীয়া সতৰ্কতা সম্পৰ্কেও দৃষ্টি আকৰ্ষণ কৰা হৈছে। প্ৰথম অধিকৰণৰ অন্তিম অধ্যায় একবিংশ অধ্যায়ত (অষ্টাদশ প্ৰকৰণ) ৰজাই সকলো অৱস্থাতে কেনেকৈ আত্মৰক্ষামূলক ব্যৱস্থা গ্ৰহণ কৰিব লাগে, আনকি নিজৰ পত্নী বা পুত্ৰকো যে সৰলভাৱে বিশ্বাস কৰিব নালাগে সেই সম্পৰ্কে কহলাই কোৱা হৈছে।

দ্বিতীয় অধিকৰণৰ নাম অধ্যক্ষপ্ৰচাৰ—বিভাগীয় বৰমূৰীয়াসকলৰ কাৰ্য-কলাপ। এই অধিকৰণত ছয়ত্ৰিশটা অধ্যায় আৰু তাৰ অন্তৰ্গত আঠত্ৰিশটা প্ৰকৰণ আছে। ইয়াত ৰাজ্যৰ বিভিন্ন বিভাগৰ কাৰ্যকলাপ-সম্পৰ্কীয় বৰ্ণনা আছে। প্ৰথম আৰু দ্বিতীয় অধ্যায়ত (ঊনবিংশ আৰু বিংশ প্ৰকৰণ) নতুন ভূমি সংস্থাপন আৰু খেতিৰ অনুপযোগী মাটিৰ বন্দ-বস্তিৰ কথা কোৱা হৈছে। গাওঁবোৰত শূদ্ৰলোক অধিকসংখ্যক বহুওৱাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। খেতিৰ সুবিধাৰ কাৰণে জলসিঞ্চন-ব্যৱস্থা কৰাও ৰজাৰ কৰ্তব্যৰ ভিতৰত। এই প্ৰসংগত কোৱা হৈছে যে আৰ্থিক গাঠনি কটকটীয়া কৰাৰ কাৰণে খেতি নকৰি পেলাই থোৱা মাটি মালিকৰ হাতৰপৰা নি আনক খেতি কৰিবলৈ দিব, নহ'লে মাটিৰ মালিকে ক্ষতিপূৰণ দিব লাগিব।[14] ভৰণপোষণ দিব লগীয়া পত্নী-পুত্ৰক এৰি থৈ কোনো লোক সন্ন্যাসী হৈ যাব নোৱাৰিব।[15] খেতিৰ অনুপযোগী মাটি, চৰণীয়া পথাৰ আৰু হস্তিবন আৰু দ্ৰব্যবন নিৰ্মাণ কৰাত থটাব। তৃতীয় আৰু চতুৰ্থ অধ্যায়ত (একবিংশ আৰু দ্বাবিংশ প্ৰকৰণ) দুৰ্গনিৰ্মাণ আৰু দুৰ্গৰক্ষিত নগৰ বা ৰাজধানী নিৰ্মাণৰ বিষয়ে কোৱা হৈছে। পঞ্চম অধ্যায়ত (ত্ৰয়োবিংশ প্ৰকৰণ) সন্নিধাতা বা মুখ্য ৰাজভঁৰালীৰ কৰ্তব্যৰ বৰ্ণনা কৰা হৈছে। তেওঁ ৰাজ-ভঁৰালত জমা হোৱা, তাৰপৰা খৰচ হোৱা, আৰু বাহি থকা দ্ৰব্যৰ স্পষ্ট হিছাপ ৰাখিব লাগিব। ষষ্ঠ অধ্যায়ত (চতুৰ্বিংশ প্ৰকৰণ) সমাহৰ্তা বা ৰাজ্যৰ শাসনৰ দায়িত্বত থকা মুখ্য বিষয়াৰ অধিকাৰ সম্পৰ্কে আলোচনা আগবঢ়াইছে। এওঁৰ ৰাজধানী আৰু গ্ৰাওঁ-অঞ্চল উভয় ক্ষেত্ৰত কৰ্তৃত্ব আছে। ৰাজহৰ নিৰিখ, আয়-ব্যয়ৰ পৰিমাণ-নিৰ্ধাৰণ আৰু 'বাজেট' প্ৰস্তুতি কৰা এইজন বিষয়াৰ দায়িত্ব। এই অধ্যায়ত কৰ-কাটলৰ বিবিধ শিতানৰ কথা কোৱা হৈছে। সপ্তম অধ্যায়ত (পঞ্চবিংশ প্ৰকৰণ) আয়-ব্যয়ৰ হিছাপ ৰখা আৰু হিছাপ পৰীক্ষা কৰা সম্পৰ্কে খুটি-নাটি আলোচনা কৰা হৈছে। অষ্টম অধ্যায়ত বিষয়াসকলে আত্মসাৎ কৰা ধন ওভোতাই অনাৰ কথা কোৱা হৈছে। কৌটিল্যই কয় যে বিষয়াসকলে চল্লিশ প্ৰকাৰে-অৰ্থ অপহৰণ কৰিব পাৰে। নৱম অধ্যায়ত বিষয়াসকলৰ কাৰ্যৰ ওপৰত বিভাগীয় অধ্যক্ষসকলে কিয় আৰু কেনেকৈ নজৰ ৰাখিব লাগে সেই বিষয়ে উপদেশ দিয়া হৈছে। কৌটিল্যৰ মতে মানুহৰ প্ৰকৃতি ঘোঁৰাৰ দৰে: কামত নিযুক্ত হ'লে প্ৰকৃতি লবে।[16] কৌটিল্যৰ দিনতো মানুহৰ চৰিত্ৰ আজিৰ দৰে আছিল যেন অনুমান হয়। তেওঁ

---

[13] প্ৰজাসুখে সুখং ৰাজ্ঞঃ প্ৰজানাং চ হিতে হিতম্।
নাত্মপ্ৰিয়ং হিতং ৰাজ্ঞঃ প্ৰজানাং তু প্ৰিয়ং হিতম্॥ ১।১৯।৩৪

[14] অকৃষতামাচ্ছিদ্যান্যেভ্যঃ প্ৰযচ্ছেৎ।.. অকৃষতো ৱাহহীনং দদ্যুঃ। ২।১।১০, ১২

[15] পুত্ৰদাৰমপ্ৰতিবিধায় প্ৰব্ৰজতঃ পূৰ্বঃ সাহসদণ্ডঃ। ২।১।২৯

[16] অশ্বসধৰ্মাণো হি মনুষ্যাঃ নিযুক্তাঃ কৰ্মসু বিকুৰ্বতে। ২।৯।৩

কৈছে যে জিভাৰ আগত মৌৱে হওক বা বিহেই হওক লগাই দিলে আস্বাদ নোলোৱাকৈ থকাটো যিদৰে অসম্ভৱ সেইদৰে টকাৰ লগত লেন-দেন থকা বিষয়াসকলেও অলপ পৰিমাণে হ'লেও টকাৰ সোৱাদ নোলোৱাকৈ থাকিব নোৱাৰে। আকৌ, পানীৰ তলত থকা মাছে পানী খোৱাটো যিদৰে ধৰিব নোৱাৰি, ৰাজকাৰ্যত নিযুক্ত বিষয়াসকলেও সেইদৰে অৰ্থ আত্মসাৎ কৰাটো ধৰা বৰ টান।[17] অপহৃত ধন ওভোতাই দিবলৈ অসাধু বিষয়াক ৰজাই বাধ্য কৰাব। সাধু বিষয়াসকলক ৰজাই অনুগ্ৰহ দেখুৱাব আৰু কামত স্থায়ী কৰিব। দশম অধ্যায়ত (অষ্টাবিংশ প্ৰকৰণ) ৰাজ-শাসন বা নিৰ্দেশ-পত্ৰৰ গুণাগুণ, লেখকৰ গুণাগুণ আদি আলোচিত হৈছে। আগতেই কৈ অহা হৈছে, এই অধ্যায়টো কৌটিল্যৰ সম্পূৰ্ণ নিজৰ ৰচনা। একাদশ অধ্যায়ত (ঊনত্ৰিংশ প্ৰকৰণ) কোষাধ্যক্ষই বিশেষজ্ঞৰ সহায়ত ৰাজকীয় কোষগৃহত থব লগীয়া মণি-মুক্তাদি মূল্যবান বস্তুৰ বৰ্ণনা দিয়া আৰু সেইবোৰৰ প্ৰাপ্তিস্থান আদিৰ কথা কোৱা হৈছে। দ্বাদশ অধ্যায়ত (ত্ৰিংশ প্ৰকৰণ) আকৰাধ্যক্ষ বা খনি-অধ্যক্ষৰ তত্ত্বাৱধানত কেনেকৈ সোণ-ৰূপ আদিৰ খনিকাৰ্য আৰু বিবিধ দ্ৰব্য নিৰ্মাণৰ কৰ্মান্ত বা কাৰখানা স্থাপন কৰিব সেই সম্পৰ্কে উপদেশ দিছে। এই প্ৰসঙ্গতে লক্ষণাধ্যক্ষ বা মুদ্ৰাশালাৰ অধিকাৰী বিষয়াই কি কি ধাতুৰ মিশ্ৰণত কেনেবিধ ৰাজকীয় মুদ্ৰা প্ৰস্তুত কৰাব তাৰো বিতং বিৱৰণ দিয়া হৈছে। খনি-কাৰ্য ৰজাৰেই একচেটিয়া ব্যৱসায় নাছিল; ব্যক্তিগত খণ্ডতো খনি-কাৰ্য চলাব পাৰে, কেৱল ৰজাই লাভৰ অংশ ল'ব। ত্ৰয়োদশ অধ্যায়ত (একত্ৰিংশ প্ৰকৰণ) কেনেকৈ সুৱৰ্ণাধ্যক্ষ নামে বিষয়াৰ তত্ত্বাৱধানত ৰাজকীয় খণ্ডত নিপুণ সোণাৰিৰ হতুৱাই সোণ-ৰূপ আদিৰ নানান ধৰণৰ অলঙ্কাৰ আৰু ভাণ্ড প্ৰস্তুত কৰাব তাৰ নিৰ্দেশ আছে। কাৰিকৰসকল সচৰাচৰ অসাধু হয় বুলিয়েই বোধ হয় অলঙ্কাৰ-শিল্প ৰজাই একচেটিয়াভাৱে লোৱাৰ পৰামৰ্শ দিয়া হৈছে। পিছৰ অধ্যায়ত (চতুৰ্থ অধ্যায়—দ্বাবিংশ প্ৰকৰণ) সোণ-ৰূপ আদি চুৰি আৰু ভেজাল কৰাৰ নানা কৌশলৰ কথালৈ আঙুলিয়াই দি সুৱৰ্ণাধ্যক্ষক কাৰিকৰসকলৰ ওপৰত চোকা নজৰ ৰাখিবলৈ উপদেশ দিয়া হৈছে। অসাধু শিল্পীৰ ওপৰত দণ্ড-বিধানৰো পৰামৰ্শ দিয়া হৈছে। পঞ্চদশ অধ্যায়ত কোষ্ঠাগাৰাধ্যক্ষৰ (কৃষিজাত সামগ্ৰীৰ ভঁৰালৰ অধিকাৰী বিষয়া) দায়িত্ব আৰু কৰ্তব্যৰ বিৱৰণ আছে। প্ৰাসঙ্গিকক্ৰমে মানুহ আৰু পোহনীয়া পশু-পক্ষীৰ খাদ্য-সামগ্ৰী আৰু তাৰ পৰিমাণো নিৰ্ধাৰণ কৰা হৈছে। ষোড়শ অধ্যায়ত (চতুস্ত্ৰিংশ প্ৰকৰণ) পণ্যাধ্যক্ষৰ অধীনত আমদানি-ৰপ্তানি-বাণিজ্য আৰু দেশৰ ভিতৰতে দেশজাত সামগ্ৰীৰ ব্যৱসায় কেনেকৈ নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰিব লাগে সেই কথা বিবৰি কৈছে। সপ্তদশ অধ্যায়ৰ (পঞ্চত্ৰিংশ প্ৰকৰণ) আলোচ্য বিষয় হৈছে কুপ্যাধ্যক্ষৰ (বনজাত সামগ্ৰীৰ অধ্যক্ষৰ) কৰ্তব্য আৰু দায়িত্ব। বনৰ বিবিধ গছ-গছনি, ফল-মূল, পশুৰ শিং ছাল আদি কুপ্য-সামগ্ৰী। এইবোৰ কেঁচামালৰ কাৰখানা স্থাপন কৰাৰ দায়িত্ব কুপ্যাধ্যক্ষৰ। অষ্টাদশ অধ্যায়ত (ষট্‌ত্ৰিংশ প্ৰকৰণ) নানাবিধ অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ আৰু সংৰক্ষণ কৰাৰ কথা কোৱা হৈছে। এই কামৰ অধিকাৰপ্ৰাপ্ত উচ্চতম বিষয়াজনৰ নাম আয়ুধাগাৰাধ্যক্ষ (অস্ত্ৰাগাৰৰ অধ্যক্ষ)। অস্ত্ৰবোৰৰ ভিতৰত কিছুমান চল-যন্ত্ৰ আৰু স্থিত-যন্ত্ৰবো নাম দিয়া হৈছে। জোখ-মাখৰ মান নিৰ্ণয়ৰ দায়িত্বত থকা বিষয়া-

---

[17] যথা হ্যনাস্বাদয়িতুং ন শক্যং জিহ্বাতলস্থং মধু বা বিষং বা। অৰ্থস্তথা হ্যৰ্থচৰেণ ৰাজ্ঞঃ স্বল্পোঽপ্যনাস্বাদয়িতুং ন শক্যঃ॥ ২।৯।৩২
মৎস্যা যথান্তঃসলিলে চৰন্তো জ্ঞাতুং ন শক্যাঃ সলিলং পিবন্তঃ। যুক্তাস্তথা কাৰ্যবিধৌ নিযুক্তা জ্ঞাতুং ন শক্যা ধনমাদদানাঃ॥ ২।৯।৩৩

জনৰ নাম পৌতৱাধ্যক্ষ। ঊনবিংশ অধ্যায়ত (সপ্তত্ৰিংশ প্ৰকৰণ) এইজন অধ্যক্ষৰ কামৰ লেখ দিয়া হৈছে। দগা, তুলাচনী আৰু বিবিধ জোখা পাত্ৰৰ মান ঠিক কৰি সেইবোৰত ৰাজকীয় মোহৰ মৰোৱা এওঁৰ কাম। মানাধ্যক্ষ নামে আৰু এজন অধ্যক্ষ আছে। এওঁ ঠাই আৰু সময়ৰ পৰিমাণ আৰু বিভাগ সম্পৰ্কে অভিজ্ঞ হ'ব লাগে। এওঁৰ কামৰ তালিকা পোৱা যায় বিংশ অধ্যায়ত (অষ্টাত্ৰিংশ প্ৰকৰণ)। একবিংশ আৰু দ্বাবিংশ অধ্যায়ত শুল্কাধ্যক্ষৰ কৰ্তব্য আৰু শুল্ক-নিৰ্ধাৰণৰ নীতি আৰু নিৰিখৰ কথা কোৱা হৈছে। প্ৰসংগক্ৰমে বিবাহ, উপনয়ন, যজ্ঞ ইত্যাদি কৰ্মৰ কাৰণে আৱশ্যকীয় বস্তুৰ ওপৰত কৰ বা শুল্কৰ ৰেহাই হ'ব লাগে বুলি নিৰ্দেশ দিছে। শুল্ক সম্পৰ্কে ফাঁকি দিয়া লোকৰ সমুচিত দণ্ড হোৱা উচিত। 'দ্ৰব্য উৎপন্ন হোৱা ঠাইবপৰাই তাৰ বিক্ৰী হ'ব নোৱাৰে।' পণ্যৰ বজাৰ ৰাষ্ট্ৰই যাতে নিয়ন্ত্ৰণ কৰিব পাৰে সেই উদ্দেশ্যেই এই নিষেধ কৰা হৈছিল। ত্ৰয়োবিংশ অধ্যায়ত (৪০তম প্ৰকৰণ) সুত্ৰাধ্যক্ষৰ বিষয়ে কোৱা হৈছে। সেই প্ৰসংগতে কোৱা হৈছে যে কৰ্মহীন নিবাশ্ৰয় তিৰোতা বা আন কাম কৰিবৰ অক্ষম তিৰোতাৰ হতুৱাই সুতা কটাব লাগে। চতুৰ্বিংশ অধ্যায়ত (৪১তম প্ৰকৰণ) সীতাধ্যক্ষ অৰ্থাৎ কৃষি-অধ্যক্ষৰ কৰ্তব্য নিৰূপণ কৰা হৈছে। ৰজাই মানুহ লগাই নিজে খেতি কৰাব আৰু তাৰ উপৰিও ফচলৰ অংশ দিয়া চুক্তিত বিধান আদি দি বায়তকো খেতি কৰিব দিব। পঞ্চবিংশ অধ্যায়ৰ (৪২তম প্ৰকৰণ) আলোচ্য বিষয় সুৰাধ্যক্ষৰ দায়িত্ব, বিবিধ সুৰা প্ৰস্তুতিৰ উপাদান আৰু সুৰা প্ৰস্তুতি আৰু সুৰা-পানৰ ওপৰত থকা বাধা-নিষেধ। ষড়বিংশ অধ্যায়ত (৪৩তম প্ৰকৰণ) সুনাধ্যক্ষ বা কচাইখানাৰ অধ্যক্ষই কি কি কৰিব লাগে সেই কথা কোৱাৰ লগতে ভক্ষ্য-অভক্ষ্য আৰু বধ্য-অবধ্য প্ৰাণীবো উল্লেখ কৰা হৈছে। সপ্তবিংশ অধ্যায়ৰ (৪৪তম প্ৰকৰণ) বিষয়-বস্তু গণিকাধ্যক্ষ। গণিকাধ্যক্ষৰ কৰ্তব্য, গণিকাৰ আচৰণ, গণিকাৰ প্ৰতি আচৰণ আৰু গণিকাসকলে আয়ত্ত কৰিবলগীয়া বিদ্যা, যেনে সংগীত, অভিনয়, চিত্ৰাঙ্কন, আনৰ মনোভাৱৰ বুজ লোৱা ইত্যাদি বিষয়ে আলোচনা কৰা হৈছে। নৌ-অধ্যক্ষ সম্পৰ্কে আলোচনা কৰা হৈছে অষ্টাবিংশ অধ্যায়ত (৪৫তম প্ৰকৰণ)। ইয়াৰ পাছৰ দুই অধ্যায়ত (৪৬তম আৰু ৪৭তম প্ৰকৰণ) ক্ৰমে গো-অধ্যক্ষ আৰু অশ্বাধ্যক্ষৰ কৰ্তব্যৰ আলোচনা আছে। গো বোলোতে ম'হ, ছাগলী, ভেৰা আদিকো বুজোৱা হৈছে। ৰাজকীয় গৰু-ম'হৰ পাল ৰখাৰ বন্দবস্ত, গৰু-ম'হৰ খাদ্য-বস্তু আৰু তাৰ পৰিমাণ আদিও নিৰ্ধাৰণ কৰি দেখুওৱা হৈছে। অশ্বাধ্যক্ষ প্ৰকৰণতো ঘোঁৰাৰ খাদ্য, জাত, প্ৰকাৰ আৰু বিশেষকৈ ঘোঁৰাই আয়ত্ত কৰিব পৰা বিবিধ গতিভঙ্গিৰ বিতং আলোচনা কৰা হৈছে। একত্ৰিংশ আৰু দ্বাত্ৰিংশ অধ্যায়ত (৪৮তম প্ৰকৰণ) হস্ত্যধ্যক্ষ আৰু হাতীৰ কৰ্ম সম্পৰ্কে আলোচনা কৰোঁতে হাতীৰ জাত, খাদ্য আদিৰ কথাও কোৱা হৈছে। ত্ৰয়স্ত্ৰিংশ অধ্যায়ত তিনিটা প্ৰকৰণ অন্তৰ্ভুক্ত কৰা হৈছে। ৪৯তম প্ৰকৰণত ৰথাধ্যক্ষ, ৫০তম প্ৰকৰণত পত্তি বা পদাতিৰ অধ্যক্ষ আৰু ৫১তম প্ৰকৰণত সেনাপতিৰ কাৰ্য সম্পৰ্কে আলোচনা কৰা হৈছে। চতুস্ত্ৰিংশ অধ্যায়ত দুটা প্ৰকৰণ আছে। ৫২তম প্ৰকৰণত মুদ্ৰাধ্যক্ষ আৰু ৫৩তম প্ৰকৰণত বিবীত বা চৰণীয়া পথাৰৰ অধ্যক্ষৰ কৰ্তব্য সম্পৰ্কে কোৱা হৈছে। মুদ্ৰা শব্দই ইয়াত পাৰ-পত্ৰক বুজাইছে। পঞ্চত্ৰিংশ অধ্যায়তো দুটা প্ৰকৰণ আছে। ৫৪তম প্ৰকৰণত সমাহৰ্তা নামে সৰ্বোচ্চ পদাধিষ্ঠিত ৰাজ-কৰ্মচাৰীজনৰ কৰ্তব্যৰ লেখ দিয়া হৈছে। শাসন-কাৰ্যৰ সুবিধাৰ কাৰণে ৰাজ্যখন চাৰিটা খণ্ডত বিভক্ত কৰি তাৰ মাটি, জনসংখ্যা আদিৰ বিতং হিচাপ ৰখাটো তেওঁৰ দায়িত্ব। দেশৰ প্ৰত্যেক চতুৰ্থাংশৰ তত্ত্বাবধান কৰা স্থানিক নামে বিষয়াসকলে সমা-

হৰ্তাৰ নিৰ্দেশমতে কাম কৰিব। স্থানিকৰ তলত প্ৰত্যেক পাঁচখন বা দহখন গাওঁৰ সমষ্টিৰ ওপৰত গোপ নামে বিষয়াসকলে ৰাজহ সংগ্ৰহ কৰিব। কৰ শোধোৱাত গাফিলতি কৰা বা ফাঁকি দিয়া লোকৰ ওপৰত প্ৰদেষ্টা বা দণ্ডাধীশসকলে যথোপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিব। ৫৫তম প্ৰকৰণত গৃহস্থবেশী, বণিকবেশী আৰু তপস্বীবেশী এই তিনি শ্ৰেণীৰ গুপ্তচৰ-সকলৰ কথা কোৱা হৈছে। সমাহৰ্তাৰ নিৰ্দেশক্ৰমে তেওঁলোকে দেশৰ মানুহৰ আয়-ব্যয়, চলন-ফুৰণ আৰু সাধুতা-অসাধুতাৰ বুজ লব। ষট্‌ত্ৰিংশ অধ্যায়ত (৫৬তম প্ৰকৰণ) নাগৰিক নামে বিষয়াৰ কাৰ্যাৱলীৰ বৰ্ণনা পোৱা যায়। দুৰ্গৰক্ষিত নগৰ বা ৰাজধানীৰ ওপৰত এওঁৰ সৰ্বময় কৰ্তৃত্ব। ইয়াতো দহোটা বা কুৰিটা পৰিয়ালৰ ওপৰত গোপ নামে তলতীয়া বিষয়া থাকিব, আৰু প্ৰতি এক চতুৰ্থাংশৰ ওপৰত স্থানিক নামে উচ্চ বিষয়া থাকিব। ৰাজধানীৰ সুৰক্ষা বিধান, তাক পৰিস্কাৰ-পৰিচ্ছন্নকৈ ৰখা আৰু আকস্মিক দুৰ্ঘটনাৰ প্ৰতিকাৰ কৰা নাগৰিকৰ মাই কৰ্তব্য। এইখিনিতেই দ্বিতীয় অধিকৰণ সমাপ্ত হয়।

তৃতীয় অধিকৰণৰ নাম বিচাৰক-সম্পৰ্কীয়। ইয়াত সৰ্বমুঠ কুৰিটা অধ্যায় আৰু তাৰ অন্তৰ্গত উনৈশটা প্ৰকৰণ আছে। কৌটিল্যৰ পৰিভাষা মতে বিচাৰকক ধৰ্মস্থ বোলা হয়। এই অধিকৰণত বিচাৰকৰ কৰ্তব্য আৰু দায়িত্বৰ আলোচনা প্ৰসংগত ৰাষ্ট্ৰত বলৱৎ কৰিব লগীয়া সকলো প্ৰকাৰ আইনৰ বিষয়েও বহল আলোচনা কৰা হৈছে। প্ৰথম অধ্যায়ত (৫৭তম প্ৰকৰণ} ব্যৱহাৰ-স্থাপনা অৰ্থাৎ আদান-প্ৰদানৰ বৈধতা-অবৈধতা আৰু বিবাদ বা মোকৰ্দমাৰ পদ্ধতি-নিৰ্ণয় সম্পৰ্কে আলোচনা কৰা হৈছে। অমাত্যৰ পদমৰ্যাদাবিশিষ্ট তিনি-জন ধৰ্মস্থ অৰ্থাৎ বিচাৰকে সীমান্ত-দুৰ্গ বা নগৰ-সংগ্ৰহণ (দহখন গাওঁৰ সদৰ ঠাই), দ্ৰোণমুখ (চাৰি শ গাওঁৰ সদৰ ঠাই) আৰু স্থানীয়ত (আঠ শ গাওঁৰ সদৰ ঠাই) বিচাৰ-কাৰ্য চলাব। প্ৰসংগক্ৰমে কোৱা হৈছে যে 'ৰজাই যদি ধৰ্মত থাকি প্ৰজাপালন কৰে, তেতিয়া তেওঁৰ স্বৰ্গলাভ হয়, আৰু তাকে নকৰিলে বা অন্যায় দণ্ড বিহিলে ইয়াৰ বিপৰীত ফল হয়।' 'দোষ অনুসৰি ৰজাই পুত্ৰ আৰু শত্ৰু নিৰ্বিশেষে সমানে দণ্ডবিধান কৰিলে সেই দণ্ডই ইহ-লোক আৰু পৰলোক ৰক্ষা কৰে'।[১৮] দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ অধ্যায়ত (৫৯তম প্ৰকৰণ) বিবাহ আৰু তাৰ আনুষংগিক বিষয়বোৰৰ—যেনে বৈবাহিক বিধি, স্ত্ৰীধন-সম্পৰ্কীয় বিধি, দ্বিতীয় পত্নীগ্ৰহণৰ ব্যৱস্থা, বিবাহিত পুৰুষ-স্ত্ৰীৰ পৰস্পৰৰ প্ৰতি আচৰণবিধি, স্ত্ৰীৰ ভৰণ-পোষণৰ বিধি, পৰস্পৰৰ প্ৰতি নিষ্ঠুৰতা, বিৰাগ বা দুৰ্ব্যৱহাৰৰ শাস্তি, নিষিদ্ধ পুৰুষৰ লগত স্ত্ৰীৰ বা স্ত্ৰীৰ লগত পুৰুষৰ লেন-দেনৰ শাস্তি আৰু তিৰোতাই ঘৰ এৰি যোৱা, পৰপুৰুষৰ লগত গুচি যোৱা, হ্ৰস্বকাল বা দীৰ্ঘকালৰ কাৰণে ঘৰত নথকা—এইবোৰৰ প্ৰতি-ষেধক ব্যৱস্থাৰ কথা কোৱা হৈছে। ইয়াৰ পাছৰ তিনি অধ্যায়ত একেটা প্ৰকৰণ (৬০তম প্ৰকৰণ) চলিছে। এই প্ৰকৰণৰ বিষয়বস্তু হৈছে পৈতৃক সম্পত্তিৰ বিভাজন। পঞ্চম অধ্যায়ত উত্তৰাধিকাৰিত্বৰ ক্ৰম, ষষ্ঠত সম্পত্তিৰ অংশৰ পৰিমাণ আৰু সপ্তমত ঔৰস পুত্ৰ, পুত্ৰিকাপুত্ৰ আদি বহুপ্ৰকাৰ পুত্ৰৰ শ্ৰেণীবিভাগ কৰা হৈছে। অষ্টম, নৱম আৰু দশম অধ্যায়তো একেটাই প্ৰকৰণ (৬১তম) চলিছে। ইয়াৰ আলোচ্য বিষয় স্থাৱৰ সম্পত্তি। ঘৰ-দুৱাৰ, খেতি-পথাৰ, বাগিচা, জল-সিঞ্চন-বান্ধ, পুখুৰী আৰু জলাধাৰ—এইবোৰেই স্থাৱৰ সম্পত্তি। অষ্টম

[১৮] ৰাজ্ঞঃ স্বধৰ্মঃ স্বৰ্গায় প্ৰজাঃ ধৰ্মেণ ৰক্ষিতুঃ অৰক্ষিতুৰ্বা ক্ষেপ্তুৰ্বা মিথ্যাদণ্ডমতোঽন্যথা॥৩।১।৪১
দণ্ডো হি কেৱলো লোকং পৰং চেমং চ ৰক্ষতি। ৰাজ্ঞা পুত্ৰে চ শত্ৰৌ চ যথাদোষং সমং ধৃতম্॥৩।১।৪২

অধ্যায়ত ঘৰ-দুৱাৰ সজাৰ নিয়মৰ কথা কোৱা হৈছে। এই প্ৰসঙ্গত ইয়াকো কোৱা হৈছে যে প্ৰতিবাসীৰ ঘৰত বতাহ আৰু পোহৰ পোৱাত বাধা নজন্মোৱাকৈ ঘৰ-দুৱাৰ সাজিব লাগিব, জাবৰ-জোঁথৰ, গোবৰ আদি লেতেৰা বস্তু ঘৰৰ ওচৰত পেলাব নোৱাৰিব, পানী যোৱা নলা-নৰ্দমা আদি ভেটা দি ৰাখিব নোৱাৰিব আৰু বিনা কাৰণে কোনো ৰায়তক ভাৰা-ঘৰৰপৰা উলিয়াই দিব নোৱাৰিব। এইবোৰ অপৰাধৰ সমুচিত দণ্ডৰো নিৰ্দেশ দিয়া হৈছে। নৱম অধ্যায়ত স্থাৱৰ সম্পত্তিৰ বিক্ৰী বা হস্তান্তৰকৰণ, মাটিৰ সীমা নিৰ্ধাৰণ, আৰু মাটিৰ সীমা ঠেলা বা আন প্ৰকাৰে ক্ষতি সাধন কৰাৰ উচিত দণ্ড আদিৰ নিৰ্দেশ পোৱা যায়। এইখিনিতে এটা কথা মন কৰিব লগীয়া যে খৰিদ্দাৰৰ মাজৰ প্ৰতিযোগিতাৰ কাৰণে যদি কোনো সম্পত্তিৰ মূল্য বাঢ়ি যায় সেই বৰ্ধিত মূল্যখিনি ৰাজকোষত জমা হ'ব, সম্পত্তিৰ মালিকে তাক নেপাব। সীমাৰ কাজিয়া আদি গাওঁৰ মুখিয়ালসকলেই মীমাংসা কৰি দিব। এই অধ্যায়ত আন এটা মন কৰিব লগীয়া কথা এইটোৱে যে কৌটিল্যৰ সময়ত জলসিঞ্চনৰ ব্যৱস্থা ব্যাপকভাৱে আছিল। এই ব্যৱস্থা সমূহীয়াভাৱে বা গাই-গুটীয়াভাৱেও কৰা হৈছিল। দশম অধ্যায়ত (৬১তম প্ৰকৰণৰ শেষ অংশত) পথাৰ আৰু বাট-পথৰ ক্ষতি সাধন সম্পৰ্কে আলোচনা কৰা হৈছে আৰু লগতে ৬২তম প্ৰকৰণো অন্তৰ্ভুক্ত কৰি তাত চুক্তি-লঙ্ঘনৰ অপৰাধৰ কথাও কোৱা হৈছে। কৌটিল্যই ইয়াত কৈছে যে খেতিৰ সময়ত মালিকে ৰায়তৰপৰা মাটি কাঢ়ি নিলে বা ৰায়তে মাটি এৰি দিলে সি দণ্ডযোগ্য অপৰাধ বুলি গণ্য হ'ব। গৰু-মহে খেতি-পথাৰৰ ক্ষতি সাধন কৰিলে মালিকহে দণ্ডনীয় হ'ব; গৰু-মহৰ ওপৰত গুৰুতৰ আঘাত কৰাটো অপৰাধ বুলি গণ্য হ'ব। গাওঁৰ কোনো সমূহীয়া উৎসৱ-ভাওনা আদিত শ্ৰম বা অৰ্থৰ বৰঙণি নিদিয়া লোকে সেই উৎসৱ-ভাওনা চাব নোৱাৰিব। একাদশ অধ্যায়ত (৬৩তম প্ৰকৰণ) ঋণ পৰিশোধ নকৰাৰ বাবে কেনে বিধৰ দণ্ড হ'ব তাৰ আলোচনা-প্ৰসঙ্গত সুদৰ হাৰ, সাক্ষীৰ প্ৰমাণ আদি কথাৰো অৱতাৰণা কৰা হৈছে। দ্বাদশ অধ্যায়ত (৬৪তম প্ৰকৰণ) উপনিধি বা গচ্ছিত দ্ৰব্যৰ কথা কোৱাৰ লগতে আধি বা বন্ধক থোৱা সম্পত্তি, ধাৰলৈ অনা ধন-বস্তু আদিৰ বিষয়েও আলোচনা কৰা হৈছে আৰু সম্পত্তি আত্মসাৎ কৰাৰ দণ্ডৰ নিৰ্দেশ দিয়া হৈছে। ত্ৰয়োদশ আৰু চতুৰ্দশ অধ্যায়ত (৬৫তম প্ৰকৰণ) দাস আৰু বনুৱা-সংক্ৰান্ত বিধি-ব্যৱস্থাৰ নিৰ্দেশ আছে। কৌটিল্যই ইয়াত স্পষ্টকৈ কৈছে যে আৰ্যক কোনেও দাস কৰি ৰাখিব নোৱাৰিব।[১১] সচৰাচৰ ম্লেচ্ছ বা বিদেশী লোককহে দাসৰূপে লোৱা হৈছিল আৰু উপযুক্ত নিষ্ক্ৰয়-মূল্য দিলে তেনেকুৱা দাসৰো মুক্তিৰ ব্যৱস্থা আছিল। তদুপৰি দাসৰ প্ৰতিও নিষ্ঠুৰ ব্যৱহাৰ কৰাটো আইনমতে দণ্ডনীয় আছিল আৰু দাসৰ অনিচ্ছা সত্ত্বেও তাৰ হতুৱাই কোনো ঘৃণনীয় বা অমানুষিক কাম কৰোৱাটো বে-আইনী আছিল। বনুৱাৰ ক্ষেত্ৰত কোৱা হৈছে যে বনুৱাক কামৰ উপযুক্ত বেতন নিদিয়া লোকক ৰজাই শাস্তি বিহিব। বনুৱাসকলৰ স্বাৰ্থ-ৰক্ষাৰ কাৰণে বনুৱা-সংঘও আছিল।[১২] চতুৰ্দশ অধ্যায়ৰ ৬৬তম প্ৰকৰণত অংশীদাৰী কাৰবাৰ সম্পৰ্কীয় নিয়ম-কানুন ব্যাখ্যাত হৈছে। যজ্ঞত নিযুক্ত হোৱা ঋত্বিকসকলো এই অংশীদাৰী নিয়মৰ অন্তৰ্ভুক্ত। পঞ্চদশ অধ্যায়ত (৬৭তম প্ৰকৰণ) কিনা-বেচাৰ বাতিলকৰণ-সম্পৰ্কীয় বিধিৰ বিষয়ে কওঁতে বিবাহ বাতিল হোৱাৰ বৈধতা-বিষয়ক আলোচনা কৰা হৈছে।

[১১] ন ত্বেৱাৰ্যস্য দাসভাৱঃ।৩।১৩।৪
[১২] তেন সংঘভৃতা ব্যাখ্যাতাঃ।৩।১৪।১২

ষোড়শ অধ্যায়ত তিনিটা প্ৰকৰণ আছে। ৬৮তম প্ৰকৰণত দানৰ অসিদ্ধতা সম্পৰ্কে, ৬৯তম প্ৰকৰণত মালিকীস্বত্ব নথকা বস্তুৰ বিক্ৰী সম্পৰ্কে আৰু ৭০তম প্ৰকৰণত সম্পত্তি আৰু মালিকৰ সম্পৰ্ক, দখল-স্বত্ব আদি সম্পৰ্কে নিৰ্দেশ দাঙি ধৰা হৈছে। কৌটিল্যই কয় যে, কোনো লোকৰ সম্পত্তি চুৰি হলে যদি সেই সম্পত্তি নাইকিয়া হয় বা ৰজাই তাক উদ্ধাৰ কৰিব নোৱাৰে, তেতিয়া ৰাজ-ভঁৰালৰপৰা ৰজাই ক্ষতিপূৰণ কৰিব[21]। বৌদ্ধ ভিক্ষুৰ টকা-পইছা নাই; গতিকে তেনে ভিক্ষু কোনো অপৰাধৰ কাৰণে অৰ্থদণ্ডেৰে দণ্ডিত হলে, অৰ্থৰ বিনিময়ত উপবাসে থাকি তপস্যা আৰু ব্ৰত পালন কৰিব।[22] সপ্তদশ অধ্যায়ত (৭১তম প্ৰকৰণ) সাহস অৰ্থাৎ বলপূৰ্বক আনৰ সম্পত্তি কাঢ়ি লোৱা অপৰাধ আৰু তাৰ কাৰণে বিধেয় দণ্ডৰ কথা কোৱা হৈছে। বস্তুৰ মূল্যৰ কম-বেছিলৈ চাই দণ্ডৰো কম বেছি হয়। এই দণ্ডৰ ওপৰত ৰূপ আৰু ব্যাজী নামে দুই প্ৰকাৰৰ অতিৰিক্ত কৰ আদায়ৰো ব্যৱস্থা দিয়া হৈছে। অষ্টাদশ আৰু ঊনবিংশ অধ্যায়ত (৭২তম আৰু ৭৩তম প্ৰকৰণ) ক্ৰমে বাচিক আৰু কায়িক দণ্ডৰ বিষয়ে আলোচনা কৰা হৈছে। নিজৰ দেশ আৰু গাওঁ, জাতি আৰু সংঘ আৰু দেৱতা আৰু মঠ-মন্দিৰ আদিৰ নিন্দা কৰাও দণ্ডযোগ্য অপৰাধ। ৭৪তম আৰু ৭৫তম প্ৰকৰণ বিংশ অধ্যায়ৰ অন্তৰ্গত। এই দুই প্ৰকৰণত ক্ৰমে জুৱাখেল আৰু বাজী ৰখা আৰু বিবিধ বিষয় সম্পৰ্কে কোৱা হৈছে। কৌটিল্যৰ দিনত জুৱাখেল নিষিদ্ধ নাছিল; দ্যুতাধ্যক্ষৰ তত্ত্বাৱধানত ৰাষ্ট্ৰই নিৰ্দিষ্ট কৰি দিয়া ঠাইত খেল অনুষ্ঠিত হৈছিল। বিবিধ-বিষয়ক ৭৫তম প্ৰকৰণত ধাৰে অনা, বন্ধক ৰখা আদি বস্তু ঘূৰাই নিদিয়া, ভাইবোৱাৰীক হাতেৰে স্পৰ্শ কৰা, তলা মৰা ঘৰৰ তলা ভাঙি প্ৰৱেশ কৰা, আৰ্তজনক উদ্ধাৰ কৰিবলৈ নোযোৱা ইত্যাদি ধৰণৰ অপৰাধ আৰু তাৰ বাবে বিহিৰ লগীয়া দণ্ডৰ বিষয়ে কোৱা হৈছে।

চতুৰ্থ অধিকৰণৰ নাম 'কণ্টক শোধন' অৰ্থাৎ 'অপৰাধী-দমন'। ইয়াত সৰ্বমুঠ তেৰটা অধ্যায় আৰু প্ৰতি অধ্যায়ত একোটাকৈ মুঠতে তেৰটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত (৭৬তম প্ৰকৰণ) কোৱা হৈছে যে অমাত্যৰ পদ-মৰ্যাদাবিশিষ্ট তিনিজন প্ৰদেষ্টা নামক বিষয়া অপৰাধী-দমন কাৰ্যত নিযুক্ত হব। এওঁলোক আজিকালিৰ দণ্ডাধীশৰ লেখীয়া। অপৰাধৰ অনুসন্ধান, শাস্তিবিধান আৰু ৰাজ্যৰ অনাদায় কৰ-কাটল আদি আদায় কৰা এওঁলোকৰ মুখ্য কৰ্তব্য। এওঁলোকে সমাহৰ্তাৰ নিৰ্দেশমতে কাম কৰে। অপৰাধী বোলোঁতে চোৰ, ডকাইত, হত্যাকাৰী আদিৰ লগতে প্ৰতাৰক কাৰুশিল্পী, বেপাৰী আদিকো ধৰা হৈছে। তাঁতী, ধোবা আদিয়ে বন্দৰস্তমতে কাপোৰ আদি ঘূৰাই নিদিলে মজুৰি হ্ৰাস কৰাৰ নিৰ্দেশ দিয়া হৈছে। অসাধু লোক বা চোৰৰ হাতৰপৰা সোণ কিনা সোণাৰিৰ দণ্ডৰ বিধান দিয়া হৈছে। কৰ্তৃপক্ষক নজ-নোৱাকৈ প্ৰাণান্তক ৰোগৰ চিকিৎসা কৰা চিকিৎসক আৰু বাৰিষা খেতিৰ সময়ত খেতিত বাধা জন্মাই গাওঁত ঘূৰি ফুৰা অভিনেতা, গায়ক আদিকো দণ্ড কৰাৰ পৰামৰ্শ দিয়া হৈছে। দ্বিতীয় অধ্যায়ত (৭৭তম প্ৰকৰণ) অসাধু ব্যৱসায়ীসকলে বস্তুত ভেজাল দি, পণ্য মজুত কৰি, ঘাটি ওজনত বস্তু বিক্ৰী কৰি অন্যায়ভাৱে অধিক লাভ যাতে কৰিব নোৱাৰে তাৰ প্ৰতি সংস্থাধ্যক্ষ নামে বিষয়া এজনে বিশেষ নজৰ দিয়াৰ কথা কোৱা হৈছে। সকলো প্ৰকাৰ দোষৰে সমুচিত দণ্ডবিধানৰো পৰামৰ্শ দিয়া হৈছে। তৃতীয় অধ্যায়ৰ (৭৮তম প্ৰকৰণ) আলোচ্য বিষয় হৈছে জুই, বানপানী, মহামাৰী, দুৰ্ভিক্ষ আদি আঠ প্ৰকাৰ দৈৱিক বিপদৰ প্ৰতীকাৰ। বিষয়টো উক্ত

---

[21] চোৰহৃতমবিদ্যমানং স্বদ্ৰব্যেভ্যঃ প্ৰযচ্ছেৎ, প্ৰত্যানেতুমশক্তো বা।৩।১৬।২৬

[22] অহিৰণ্যাসুৱৰ্ণা পাষণ্ডাঃ সাধবঃ। তে যথাস্বমুপবাসব্ৰতৈৰাৰাধয়েয়ুঃ।৩।১৬।৩৯-৪০।

অধিকৰণত খাপ নেখালেও এইবোৰো এক প্ৰকাৰ ৰাষ্ট্ৰৰ কণ্টক বুলিয়ে ইয়াত অন্তৰ্ভুক্ত হৈছে। ৰজাই সময়মতে এইবোৰৰ বিৰুদ্ধে প্ৰতিৰোধক-ব্যৱস্থা লব লাগে। দুৰ্দশাগ্ৰস্ত প্ৰজাক ৰজাই পিতৃৰ দৰে অনুগ্ৰহ কৰিব লাগে—'সৰ্বত্ৰ চোপহতান্ পিতেৱানুগৃহ্ণীয়াৎ।' চতুৰ্থ অধ্যায়ত (৭৯তম প্ৰকৰণ) অসৎ উপায়ে অৰ্থোপাৰ্জন কৰা লোকসমূহক ধৰা পেলাই উপযুক্ত দণ্ড বিহাৰ বিষয়ে আলোচনা কৰা হৈছে। এই উদ্দেশ্যে সমাহৰ্তা নামৰ সৰ্বোচ্চ বিষয়াজনে বহু-সংখ্যক গুপ্তচৰ নিয়োগ কৰি অসাধু ৰাজকৰ্মচাৰী, ভেজাল ঔষধ বিক্ৰেতা, জালমুদ্ৰাকাৰী আদিক ধৰা পেলাই দেশৰপৰা নিৰ্বাসন দিয়াৰ বা ক্ষতিপূৰক জৰিমনা আদায় কৰাৰ ব্যৱস্থা দিয়া হৈছে। পঞ্চম অধ্যায়ত (৮০তম প্ৰকৰণ) সাধুবেশী চোৰাংচোৱাই মন্ত্ৰৌষধিৰ বলত মানুহক টোপনিত পেলোৱা, লোকৰ অদৃশ্য কৰা, বশীকৰণ কৰা আদি বিদ্যা জনা বুলি প্ৰচাৰ কৰি ফান্দত পেলাই চোৰ, ডকাইত, পৰস্ত্ৰী-গমনকাৰী আদি দোষীক গ্ৰেপ্তাৰ কৰোৱাৰ আৰু সমাহৰ্তাই ৰজাৰ সৰ্বজ্ঞতাৰ কথা জনসাধাৰণৰ আগত প্ৰচাৰ কৰা সম্বন্ধে পৰামৰ্শ দিয়া হৈছে। ষষ্ঠ অধ্যায়ত (৮১তম প্ৰকৰণ) কেনেবোৰ লোকক চুৰি আদি কাৰ্যৰ বাবে অপৰাধী বুলি সন্দেহ কৰিব লাগে, দোষী বুলি গ্ৰেপ্তাৰ কৰা লোকক কি ধৰণে জেৰা কৰি প্ৰকৃত তথ্য উদ্‌ঘাটন কৰিব লাগে, চুৰি-কাৰ্য ঘৰৰ ভিতৰত থকা লোকৰ দ্বাৰা সংঘটিত হৈছে নে বাহিৰৰ লোকে কৰিছে তাক জানিবৰ উপায় কি ইত্যাদি বিষয়ে বিশদ বিৱৰণ আছে। সপ্তম অধ্যায়ত (৮২তম প্ৰকৰণ) কোনো লোকৰ আকস্মিক মৃত্যু ঘটিলে মৃত্যুৰ কাৰণ নিৰ্ণয় আৰু অপৰাধী-অন্বেষণ সম্পৰ্কে চিন্তা কৰিব লগীয়া ব্যৱস্থাৰ ব্যাখ্যা কৰা হৈছে। এই প্ৰসঙ্গত কোৱা হৈছে যে যদি কোনো লোকে ক্ৰোধ-মোহৰ বশবৰ্তী হৈ আত্মহত্যা কৰে, তাৰ মৃতদেহত জৰি লগাই চণ্ডালে ৰাস্তাৰে চোচোৰাই নি পেলাই দিব; সিবিলাকৰ কোনো প্ৰেত-সংস্কাৰ নাই। অষ্টম অধ্যায়ত (৮৩তম প্ৰকৰণ) অপৰাধী বুলি চোভা কৰি গ্ৰেপ্তাৰ কৰা লোকক জেৰা আৰু তাড়না কৰি অপৰাধ সৈ কৰোৱা সম্পৰ্কে কোৱা হৈছে। অপৰাধৰ গুৰুত্ব লঘুত্ব অনুসৰি শাস্তিও গুৰু বা লঘু হোৱা উচিত। ব্ৰাহ্মণ আৰু গৰ্ভৱতী বা সন্তান প্ৰসৱৰ এমাহ পূৰ নোহোৱা তিৰোতাৰ বেলিকা দৈহিক তাড়না নিষিদ্ধ কৰা হৈছে। শাস্তিৰ ভয়ত নিৰপৰাধী লোকেও কেতিয়াবা অপৰাধ কৰা বুলি কয়; সেয়ে অপৰাধ নিশ্চিত-ভাৱে প্ৰমাণিত নহলে অপৰাধী সাব্যস্ত লোকৰ স্বীকাৰোক্তি সত্ত্বেও দণ্ডবিধান কৰিব নোৱাৰিব। ব্ৰাহ্মণৰ ক্ষেত্ৰত তাড়নাৰ ৰেহাই হব; তেওঁৰ কপালত অপৰাধ অনুসৰি বিশেষ চিহ্ন আঁকি দি তেওঁক ব্ৰাহ্মণোচিত বৃত্তিৰপৰা উচ্ছেদ কৰি ৰাজ্যৰপৰা নিৰ্বাসন দিব অথবা খনিৰ কামত নিযুক্ত কৰিব। সুবিধা পালে কৌটিল্যৰ দিনতো চৰকাৰী বিষয়াসমূহে ৰাজহুৱা সম্পদ যে আত্মসাৎ কৰিছিল নৱম অধ্যায়ত (৮৪তম প্ৰকৰণ) এই কথাৰ সম্ভেদ পোৱা যায়। এই ক্ষেত্ৰতো সমাহৰ্তাই প্ৰদেষ্টাসকলৰ সহায়ত ধৰ্মস্থ (ন্যায়াধীশ) প্ৰমুখ্যে সকলো অসাধু বিষয়াকে দোষ অনুপাতে দণ্ড বিহিব। ৰজাই তেওঁৰ কৰ্মচাৰীসকলক প্ৰথমে দোষমুক্ত কৰি তাৰ পিছত নগৰবাসী আৰু গাওঁবাসী প্ৰজাৰ চৰিত্ৰ সংশোধন কৰিব। দশম অধ্যায়ত (৮৫-তম প্ৰকৰণ) চুৰি-অপৰাধৰ কাৰণে বিধেয় শাস্তিৰ বিৱৰণ পোৱা যায়। হাতৰ আঙুলি, হাত, নাক-কাণ, ভৰিৰ সিৰ, ভৰি আদি কাটি দিয়া ধৰণৰ কায়িক দণ্ডৰ নিৰ্দেশ আছে সঁচা, কিন্তু বিকল্পে অৰ্থদণ্ডৰো ব্যৱস্থা আছে। নৰমাংস বিক্ৰী কৰা অপৰাধীৰ মৃত্যুদণ্ডৰ বিধান দিয়া হৈছে আৰু ইয়াৰ বিকল্পও নাই। প্ৰদেষ্টা বা দণ্ডাধীশে অপৰাধীক শাস্তি দিওঁতে ৰজা-প্ৰজা কাৰো প্ৰতি পক্ষপাতিতা নকৰি দোষী, দোষ

আৰু গুৰুত্ব-লঘুত্ব; কাৰণ, পৰিণাম, তৎকালীন ফলাফল আৰু দেশ-কালৰ বিবেচনা কৰিহে দণ্ড দিব। একাদশ অধ্যায়ত (৮৬তম প্ৰকৰণ) কৌটিল্যই পূৰ্ববৰ্তী আচাৰ্যসকলৰ মত সংগ্ৰহ কৰি কেনে অপৰাধত যাতনা দি মৃত্যুদণ্ড বিহিব আৰু কেনে অপৰাধত বিনা যাতনাই মৃত্যুদণ্ড বিহিব তাৰ সবিশেষ বৃত্তান্ত দাঙি ধৰিছে। ৰজাৰ বিৰুদ্ধে ষড়যন্ত্ৰকাৰীৰ কাৰণে ভয়াবহ মৃত্যুদণ্ডৰ বিধান দিয়া হৈছে। তেনে অপৰাধীৰ হাত আৰু মুৰত জুই দি প্ৰাণদণ্ড দিব। ব্ৰাহ্মণ হলে প্ৰাণে নামাৰি চকু দুটা অন্ধ কৰি দিব। পিতৃ, মাতৃ, ভ্ৰাতৃ, পুত্ৰ, গুৰু আৰু সাধুৰ হত্যাকাৰীৰ দণ্ড আৰু কঠোৰ। মুৰৰ ছাল কাঢ়ি পিতৃ আদি হন্তাক জুই দি পুৰি মাৰিব। জলসিঞ্চন-বান্ধ ভাঙি দিয়া আৰু ঘৰত জুই দিয়া অপৰাধীৰো মৃত্যুদণ্ডৰ বিধান দিছে। দ্বাদশ অধ্যায়ৰ (৮৭তম প্ৰকৰণ) নাম যদিও "কুমাৰী-ধৰ্ষণ", ইয়াত কেৱল অবিবাহিতা ছোৱালীৰ ওপৰত ব্যভিচাৰ আচৰণৰ দণ্ড-বিধানৰ নিৰ্দেশেই যে আছে এনে নহয়, এই অধ্যায়ত বিবাহ, যৌন আচৰণ, সমলিঙ্গকামিতা (homosexualism), বিপন্ন স্ত্ৰীৰ উদ্ধাৰ, ইতৰ প্ৰাণীৰ লগত যৌন সংসৰ্গ আদি সম্পৰ্কেও বহুত তথ্য পোৱা যায়। এই অধিকৰণৰ শেষ অধ্যায় অৰ্থাৎ ত্ৰয়োদশ অধ্যায়ত (৮৮তম প্ৰকৰণ) বিধি-উলঙ্ঘন প্ৰসঙ্গত অভক্ষ্য ভক্ষণ কৰোৱা, অনধিকাৰ-প্ৰৱেশ, দুৰ্বল ঘৰত মানুহক থাকিবলৈ দিয়া, গছ কাটি থাকোঁতে মানুহক সতৰ্ক কৰি নিদিয়া, নাবালকক গাড়ী চলাবলৈ দিয়া, যাৰে তাৰে ওপৰত বশীকৰণ প্ৰয়োগ কৰা, নিষিদ্ধ যৌন সংসৰ্গ আদি ভালেমান অবৈধ আচৰণ আৰু তাৰ শাস্তিৰ বিধান কৰা হৈছে। এইখিনিতে এবাৰ কথা মন কৰিব লগীয়া যে (ৰাজকৰ্মচাৰীৰ ত্ৰুটি-বিচ্যুতিৰ কাৰণে) অদণ্ডনীয় লোকৰ দণ্ড হ'লে ৰজা দোষভাগী হয় বুলি কোৱা হৈছে। তেতিয়া ৰজাই ত্ৰিশগুণ দণ্ড ভৰিব লাগিব। এই ধন মানুহৰ প্ৰতি অন্যায়কাৰী ৰজাৰ শাস্তিদাতা বৰুণ-দেৱতাৰ নামত পানীত উছৰ্গা কৰি উপযুক্ত ব্ৰাহ্মণক দান কৰিব—'শাস্তা হি বৰুণো ৰাজ্ঞাং মিথ্যা ব্যাচৰতাং নৃষু'।

যোগবৃত্ত (গোপন আচৰণ) নামৰ পঞ্চম অধিকৰণত ছটা অধ্যায় আৰু সাতোটা প্ৰকৰণ আছে। তাৰে প্ৰথম অধ্যায়ত ৰজাই নিজে তেওঁৰ বিশ্বাসঘাতক বা দ্ৰোহী মুখ্য বিষয়াবৰ্গৰ ওপৰত গোপনে প্ৰয়োগ কৰিব লগীয়া ব্যৱস্থা সম্পৰ্কে নিৰ্দেশ দিয়া আছে। ৰজাৰ অন্যায়কাৰী মুখ্য বিষয়াসকলৰ ওপৰত প্ৰকাশ্যে শাস্তিমূলক ব্যৱস্থা লোৱাত অসুবিধা আছে কাৰণে ৰজাই গুপ্তচৰৰ হতুৱাই সেইসকলৰ পুত্ৰ, ভ্ৰাতৃ, পত্নী আদিৰ লগত বিভেদ ঘটাই, সীমান্তৰ বিদ্ৰোহ দমন কৰিবলৈ দুৰ্বল সৈন্যদল আৰু ঘাতকসকলক লগত পঠিয়াই আৰু আন নানা প্ৰকাৰে, নিজে আঁৰত থাকি তেওঁলোকক নিৰ্মূল কৰিব। আন বিদ্ৰোহী লোকৰ বেলিকাও একে ধৰণৰ কৌশলকে অৱলম্বন কৰিব। দ্বিতীয় অধ্যায়ত (৯০তম প্ৰকৰণ) ৰজাৰ অৰ্থৰ অনাটন হ'লে কি কি উপায়ে ৰাজ-কোষ সমৃদ্ধ কৰিব পাৰি তাক আঙুলিয়াই দিয়া হৈছে। এইবোৰৰ ভিতৰত, ভাল খেতি হোৱা ঠাইত খেতিয়কৰপৰা ফচলৰ এক তৃতীয়াংশ বা চতুৰ্থাংশ আদায়, খেতিয়কক নগদ টকা আৰু বিধান যোগাই কৃষিকৰ্মৰ উন্নতিসাধন, ব্যৱসায়ী আৰু পশু-পালনকাৰী সকলৰপৰা অধিক পৰিমাণে কৰ আদায়, সৰ্বসাধাৰণ ৰাইজক উৎসাহ দি তেওঁ-লোকৰ পৰা বৰঙণি আদায়, চহকী প্ৰজাক সম্মান আৰু উপহাৰ দি ধন সংগ্ৰহ কৰা ইত্যাদিয়ে প্ৰধান। তদুপৰি বিদ্ৰোহী আৰু অসাধু প্ৰজাক চোৰাংচোৱাৰ যোগে ভয়, প্ৰলোভন আদিৰ বশীভূত কৰি, তেওঁলোকৰ সৰ্বনাশ ঘটাই হ'লেও অৰ্থ সংগ্ৰহ কৰাৰ পৰামৰ্শ আছে। ৰজাক সতৰ্ক কৰি দিয়াও হৈছে, যাতে কৰৰ বোজাত প্ৰজা বিদ্ৰোহী হৈ নুঠে তালৈ চাব। তৃতীয়

অধ্যায়ৰ (৯১তম প্ৰকৰণ) বিষয়বস্তু চৰকাৰী কৰ্মচাৰীৰ বেতন। এই অধ্যায়টোৰ দৰাচলতে উক্ত অধিকৰণৰ লগত বিশেষ সম্পৰ্তি নাই। বেতন নিৰ্ণয় কৰোতে চাব লাগিব যাতে সেই সেই বিষয়াৰ কৰ্মদক্ষতা অটুট থাকে আৰু তেওঁলোকৰ মনত কোনো অসন্তুষ্টিৰ ভাব নেথাকে; অসন্তুষ্ট হলে বিদ্ৰোহী হ'ব পাৰে। বেতনৰ উচ্চতম হাৰ বছৰি ৪৮০০০ পণ আৰু নিম্নতম ·৬০ পণ। কৌতিয়াৰা অৰ্থৰ বিনিময়ত, বিশেষকৈ তলতীয়া কৰ্মচাৰীক, ব্যৱহাৰ্য সামগ্ৰীও দিয়াৰ নিয়ম আছিল। তলশ্ৰেণীৰ ভৃত্যক নিৰ্দিষ্ট পৰিমাণৰ খোৱাবস্তু দিয়া ব্যৱস্থাৰো উল্লেখ আছে। আজিকালিৰ পৰিয়াল-পেঞ্চনৰ দৰে· কৰ্মৰত অৱস্থাত কোনো বিষয়াৰ মৃত্যু হলে মৃতকৰ ভাৰ্যা-পুত্ৰাদিৰ ভৰণ-পোষণৰ দিহাও ৰাজ-ভঁৰালৰপৰা কৰা হৈছিল। উচ্চতম বেতন পোৱা লোকসকলৰ ভিতৰত আছিল—ঋত্বিক, আচাৰ্য, মন্ত্ৰী, পুৰোহিত, সেনাপতি, যুৱৰাজ, ৰাজ-মাতৃ আৰু ৰাজমহিষী, আৰু নিম্নতম বেতন পাইছিল —গৰু-ম'হ আদিৰ পৰিচাৰক, ৰথীয়া, আল-ধৰা, বনুৱাৰ দফাদাৰ—এইবিলাকে। চতুৰ্থ অধ্যায়ত (৯২তম প্ৰকৰণ) ৰজাৰ অনুজীৱীসকলৰ আচৰণ-সম্পৰ্কীয় কথা আছে। সকলো বেতনভোগী ভৃত্যৰ কথা নকৈ বিশেষকৈ মন্ত্ৰীসকললৈ লক্ষ্য কৰিয়ে কথাবোৰ কোৱা যেন লাগে। ৰজাৰ স্বাৰ্থ আৰু বিশেষকৈ নিজৰ স্বাৰ্থলৈ লক্ষ্য কৰি ৰজাৰ ওচৰত সতৰ্কতাৰে চলিবলৈ অনুজীৱীক উপদেশ দিয়া হৈছে, কাৰণ 'জনা লোকে সদায় প্ৰথমতে আত্মৰক্ষা কৰিব, কিয়নো ৰজাৰ চাকৰি কৰা লোকৰ অৱস্থা জুইৰ মাজত থকা লোকৰ দৰে—'আত্মৰক্ষা হি সততং পূৰ্বং কাৰ্যা বিজানতা। অগ্নাবিৱ হি সংপ্ৰোক্তা বৃত্তী ৰাজোপজীৱিনাম্।' পঞ্চম অধ্যায়ত (৯৩তম প্ৰকৰণ) ৰাজকৰ্মচাৰীসকলে নিজ বুদ্ধিমত্তাৰে কিদৰে আকাৰে-ইংগিতে ৰজাৰ মনোভাব বুজি আচৰণ কৰিব লাগে তেনে উপদেশ আছে। ষষ্ঠ আৰু শেষ অধ্যায়ত (৯৩-৯৪তম প্ৰকৰণ) ৰজা ৰোগগ্ৰস্ত বা মুমূৰ্ষু হ'লে অথবা তেওঁৰ হঠাৎ মৃত্যু হ'লে মন্ত্ৰীয়ে কেনেবোৰ ব্যৱস্থা লৈ শাসন-কাৰ্য পৰিচালনা কৰিব তাৰ বহল বিৱৰণ আছে। ৰজাৰ আকস্মিক মৃত্যুত মন্ত্ৰীয়ে ততালিকে ৰজাৰ উপযুক্ত পুত্ৰক, পুত্ৰৰ অবৰ্তমানে কন্যাক বা কোনো গৰ্ভৱতী ৰাণীক ৰাজপাটত বহুৱাই মহামাত্ৰসকলৰ সমৰ্থন বিচাৰিব। তাৰ পাছত কোঁৱৰক শিক্ষা দি ৰাজ্য-পৰিচালনাৰ কাৰণে সমৰ্থ কৰি তুলিব। এইদৰে ৰাজবংশৰ অবিচ্ছিন্নতা ৰক্ষা কৰাটো মন্ত্ৰীৰ প্ৰধান দায়িত্ব।

ষষ্ঠ অধিকৰণৰ নাম মণ্ডলযোনি অৰ্থাৎ (দ্বাদশ) ৰাজমণ্ডলৰ অৱয়ৱসমূহ। এই অধিকৰণত দুটা অধ্যায় আৰু দুটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত (৯৬তম প্ৰকৰণ) স্বামী (ৰজা), অমাত্য, জনপদ (দেশ), দুৰ্গ (সুৰক্ষিত নগৰ বা ৰাজধানী), কোষ, বল (সৈন্য-বাহিনী) আৰু মিত্ৰ (মিত্ৰশক্তি)—ৰাষ্ট্ৰৰ এই সাতোটা প্ৰকৃতি বা অৱয়ৱৰ বিশিষ্ট গুণবোৰৰ বিষয়ে কোৱা হৈছে। অমাত্য আৰু দুৰ্গ—এই দুটা প্ৰকৃতিৰ উৎকৃষ্ট গুণসমূহৰ কথা ক্ৰমে ১।৯।১ সূত্ৰত আৰু ২।৩ অধ্যায়ত আগতে বৰ্ণনা কৰা কাৰণে ইয়াত পুনৰুক্তি কৰা নাই। প্ৰকৃতিৰ গুণৰ লগতে বিবোৰ গুণ থাকিলে অমিত্ৰ বা শত্ৰুক সহজে নিৰ্মূল কৰিব পাৰি তেনে গুণৰ বৰ্ণনাও দিয়া হৈছে। ৰজা যদি আভিগামিকগুণ, প্ৰজ্ঞাগুণ আৰু উৎসাহগুণে —এই তিনি প্ৰকাৰ গুণৰ দ্বাৰা সম্পন্ন হয় বাকী প্ৰকৃতিবোৰৰ সকলো ত্ৰুটি পূৰ্ণ হয়। আত্মগুণসম্পন্ন ৰাজনীতিজ্ঞ ৰজাই ক্ষুদ্ৰ ৰাজ্যৰ অধিপতি হৈয়ো, সমগ্ৰ পৃথিৱী জয় কৰিব পাৰে—'আত্মৱান্ স্বল্পদেশোঽপি যুক্তঃ প্ৰকৃতিসম্পদা। নয়জ্ঞঃ পৃথিৱীং কৃৎস্নাং জয়ত্যেৱ ন হীয়তে॥' দ্বিতীয় অধ্যায়ৰ (৯৭তম প্ৰকৰণ) নামটো যদিও "শান্তি আৰু উদ্যম-

সম্বন্ধীয়" তথাপি ইয়াত চক্ৰৱৰ্তী ৰজা (বিজিগীষু) আৰু ৰাজমণ্ডলৰ স্বৰূপ সম্পৰ্কেহে বিশেষভাৱে আলোচনা কৰা হৈছে। অৱশ্যে ৰাজমণ্ডলৰ লগত থকা সম্পৰ্কৰ ওপৰতে ৰাজ্যত শান্তি প্ৰৱৰ্তন আৰু বিভিন্ন উদ্যোগৰ অগ্ৰগতি নিৰ্ভৰ কৰে। সেই ফালৰপৰা নামটোৰ তাৎপৰ্য আছে। ৰাজ-মণ্ডলৰ স্বৰূপ বৰ্ণনাৰ পাছত বিজিগীষুৰ উৎকৰ্ষৰ মূল তিনি শক্তি —মন্ত্ৰশক্তি, প্ৰভুশক্তি আৰু উৎসাহশক্তি সম্পৰ্কে আলোচনা কৰা হৈছে।

সপ্তম অধিকৰণৰ নাম ষাড্‌গুণ্য (ছয়ফলীয়া বৈদেশিক নীতি)। ইয়াত ওঠৰটা অধ্যায় আৰু ঊনত্ৰিশটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত (৯৮-৯৯তম প্ৰকৰণ) সন্ধি, বিগ্ৰহ, আসন, যান, সংশ্ৰয়, দ্বৈধীভাব—এই নীতি ছটাৰ ব্যাখ্যা কৰি নিজৰ উদ্যোগসমূহ অৱনতিৰ অৱস্থাৰপৰা স্থিতাৱস্থালৈ আৰু স্থিতাৱস্থাৰপৰা উন্নত অৱস্থালৈ ক্ৰমশঃ আগবঢ়াই নিয়াৰ উদ্দেশ্যে বিজিগীষুৱে কেতিয়া কোন নীতিৰ আশ্ৰয় ল'ব তাক বুজাই দিয়া হৈছে। দ্বিতীয় অধ্যায়ত (১০০তম প্ৰকৰণ) পোনতে ছটা নীতিৰ ভিতৰত একে ফল লাভ হলে বিগ্ৰহতকৈ সন্ধিৰ, যানতকৈ আসনৰ আৰু সংশ্ৰয়তকৈ দ্বৈধীভাৱৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰা হৈছে। তাৰ পিছত বিপদ্‌গ্ৰস্ত ৰজাই অগত্যা সংশ্ৰয় বা আশ্ৰয় গ্ৰহণ কৰিব লগীয়া হলে কেনে আচৰণ কৰিব, কেনেকুৱা ৰজাৰ আশ্ৰয় ল'ব এই বিষয়ে বিবেচনা কৰা হৈছে। আশ্ৰয়প্ৰাৰ্থীয়ে তেওঁক যেয়ে ভাল পায় তেনেজনৰ আশ্ৰয় লোৱাটোৱে শ্ৰেয়ঃ বুলি নিৰূপণ কৰিছে—'প্ৰিয়ো যস্য স তং গচ্ছেদিত্যাশ্ৰয়গতিঃ পৰা।' তৃতীয় অধ্যায়ত দুটা প্ৰকৰণ সন্নিৱিষ্ট হৈছে—১০১তম আৰু ১০২তম। বিজিগীষুৰ পক্ষে সমান বা অধিকশক্তিৰ ৰজাৰ লগত যুদ্ধ নকৰি সন্ধি কৰা বাঞ্ছনীয়। তেওঁলোক সন্ধিৰ প্ৰস্তাৱত ৰাজী নহলে শক্তিমানজনৰ ওচৰত সেও হৈ থকা যেন দেখুৱাব আৰু সমান জনক তেওঁ কৰা জোখাই উৎপীড়ন কৰিব; কাৰণ উত্তপ্ত হ'লেহে দুডোখৰ ধাতু জোৰা লাগে—'নাতপ্তং লোহং লোহেন সংধত্তে।' অৱস্থা বুজি সবলেও দুৰ্বলৰ লগত সন্ধি কৰিব লগীয়া হয় আৰু দুৰ্বলেও সবলৰ লগত যুদ্ধ কৰিব লগীয়া হয়। ১০২তম প্ৰকৰণত দুৰ্বল ৰজাই সবলৰ লগত সন্ধি কৰোতে কিদৰে নিজ স্বাৰ্থ সুৰক্ষিত কৰিব তেনে উপদেশ আছে। চতুৰ্থ অধ্যায়ত পাঁচটা প্ৰকৰণ আছে। প্ৰথম দুই প্ৰকৰণত (১০৩-৪তম) যুদ্ধ কৰি আৰু সন্ধি কৰি আসন অৱলম্বন কৰা সম্পৰ্কে নিৰ্দেশ দিছে। সন্ধি আৰু আসনৰ মাজত ঘনিষ্ঠ সম্পৰ্ক আছে। আসনৰ অৰ্থ হৈছে শত্ৰুৰ সম্ভাব্য বিপদ বা দুৰ্বলতাৰ আশাত বা নিজৰ শক্তিবৃদ্ধিৰ সম্ভাৱনালৈ চাই অপেক্ষা কৰা। তেনে অৱস্থাত সন্ধি কৰাটো বুদ্ধিমানৰ কাম। শত্ৰুক শ'ল-ঠকত পেলোৱাৰ সম্ভাৱনা থাকিলে বা শত্ৰুৰ প্ৰজাবৰ্গক নিজৰ ফলীয়া কৰিব পৰাৰ আশা থাকিলে যুদ্ধ কৰি সন্ধি কৰা ভাল। 'যান'ৰ অৰ্থ হৈছে শত্ৰুৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰা। শত্ৰুৰ নানা দুৰ্বলতা আৰু নিজৰ সকলো ফালৰপৰা উৎসাহজনক পৰিস্থিতি হলে যুদ্ধ ঘোষণা কৰি শত্ৰুৰ বিৰুদ্ধে যাত্ৰা কৰিব। ইয়াৰ ওলোটা পৰিস্থিতি হলে সন্ধি কৰি শত্ৰুক অসতৰ্ক অৱস্থাত ৰাখি যুদ্ধ-যাত্ৰা কৰিব। নীতিবিগৰ্হিত হলেও এনে কাৰ্য অৰ্থশাস্ত্ৰই অনুমোদন কৰে। এয়ে ১০৫তম আৰু ১০৬তম প্ৰকৰণৰ বিষয়। ১০৭তম প্ৰকৰণত বিজিগীষুৱে লাভৰ অংশৰ প্ৰতিশ্ৰুতিৰে আন মিত্ৰৰজাৰে সৈতে লগ হৈ যুদ্ধ-যাত্ৰা কৰা নীতিৰ ব্যাখ্যা কৰা হৈছে। এইদৰে যাত্ৰা কৰাকে সম্ভূয়প্ৰয়াণ বোলে। পঞ্চম অধ্যায় তিনিটা প্ৰকৰণত সম্পূৰ্ণ। প্ৰথম, অৰ্থাৎ ১০৮তম প্ৰকৰণত যাতব্য বা আক্ৰমণীয় ৰজা আৰু অমিত্ৰ বা স্বভাৱ-শত্ৰু এই দুজনৰ কোনজনৰ বিৰুদ্ধে প্ৰথমে আক্ৰমণ চলোৱা উচিত এই সম্পৰ্কে বিবেচনা কৰা হৈছে। যাক আক্ৰমণ কৰিলে আক্ৰমণকাৰীৰ সুবিধা হয়, তেৱেঁ

ৰাতব্য ৰজা। দুয়োৰো ভিতৰত শত্ৰুকে, যা যাৰ প্ৰজা অসন্তুষ্ট বা ৰিজন অন্যায়পৰায়ণ তেওঁকে প্ৰথমে আক্ৰমণ কৰিব লাগে। ৰজাৰ ৰাজ্যৰ প্ৰজাসকল দৰিদ্ৰ, লুভীয়া আৰু ৰজাৰ প্ৰতি বিৰক্ত হোৱাৰ কাৰণ যে ৰজাৰ অন্যায় আৰু অনীতি ইয়াকে কোৱা হৈছে ১০৯তম প্ৰকৰণত। ১১০তম প্ৰকৰণত একাধিক ৰজাৰ লগত সংঘবন্ধ হৈ যুদ্ধ-যাত্ৰা কৰিব লগীয়া হলে বিজিগীষুৱে কি নীতি গ্ৰহণ কৰিব সেই সম্পৰ্কে বিবেচনা কৰা হৈছে। এই ক্ষেত্ৰত তেওঁ শক্তিশালী অথচ ন্যায়পৰায়ণসকলৰ লগতহে হাত মিলোৱা উচিত। এজন শক্তিশালী ৰজাৰ লগ লোৱাতকৈ দুজন দুৰ্বলক লোৱাই ভাল। কাৰ্যসিদ্ধিৰ পাছত, বলবান মিত্ৰৰ কথাই নাই, সমানশক্তি মিত্ৰকো বিশ্বাস নকৰিব; কাৰণ সম্পদে মনৰ পৰিবৰ্তন ঘটাব পাৰে—'বুদ্ধিশ্চিত্তবিকাৰিণী'। ষষ্ঠ অধ্যায়ত দুটা প্ৰকৰণ। ১১১তম প্ৰকৰণত বিজিগীষুক সীমান্তবৰ্তী শত্ৰুৰ লগত সন্ধিবন্ধ হৈ অইন ৰজাৰ বিপক্ষে যুদ্ধ-যাত্ৰা কৰাৰ বাবে প্ৰৰোচিত কৰিবলৈ উপদেশ দিছে। যদি শত্ৰুৰ অধিক লাভ হয়, সন্ধি নেওচি যুদ্ধ কৰি সেই লাভ কাঢ়ি আনিবও কৈছে। ১১২-তম প্ৰকৰণত পৰিপণিত, অপৰিপণিত আৰু অপসৃত নামে সন্ধিৰ স্বৰূপ ব্যাখ্যা কৰা হৈছে। পৰিপণিতৰ অৰ্থ চৰ্তসাপেক্ষ। দেশ, কাল আৰু কাৰ্য নিৰ্দিষ্ট কৰি কৰা সন্ধিৰ নাম পৰিপণিতসন্ধি। বিজিগীষুৱে এই তিনিওটাৰ বেলিকা শত্ৰু অসুবিধাৰ সম্মুখীন হোৱাৰ সম্ভাৱনা দেখিলে এনেকুৱা সন্ধি কৰিব। অপৰিপণিত বা চৰ্তৰহিত সন্ধি কৰিব শত্ৰুক প্ৰতাৰণা কৰা উদ্দেশ্যে। বিজিগীষুক ত্যাগ কৰি শত্ৰুপক্ষলৈ গৈ উলটি অহা অথবা শত্ৰুৰ ওচৰৰপৰা তেওঁৰ পক্ষলৈ অহা ভৃত্যৰ লগত কৰা সন্ধিকে অপসৃত-সন্ধি বোলে। এনে সন্ধি কৰোঁতে বিশেষ সতৰ্কতা গ্ৰহণ কৰা আৱশ্যক। সপ্তম অধ্যায়ত (১১৩তম প্ৰকৰণ) দ্বৈধীভাৱৰ লগত সম্পৰ্ক থকা যুদ্ধ আৰু সন্ধিৰ কথা কোৱা হৈছে। বিজিগীষুৱে আন ৰজাৰ লগত যুদ্ধ কৰাৰ উদ্দেশ্যে সীমান্তবৰ্তী শত্ৰুৰ লগত সন্ধিপাশত আবদ্ধ হ'ব। এই সন্ধি অৱশ্যে অস্থায়ী, কিয়নো স্বভাৱশত্ৰু কেতিয়াও মিত্ৰ নহয়। প্ৰত্যেক ৰাজশক্তিয়ে এনেকুৱা সন্ধি কৰোঁতে সাময়িক ক্ষতি স্বীকাৰ কৰি হ'লেও ভৱিষ্যতে তাৰ দ্বাৰা নিজৰ ক্ষমতা আৰু ঐশ্বৰ্য বৃদ্ধিৰ প্ৰতি আৰু শত্ৰুৰ উত্তৰোত্তৰ ক্ষয়ৰ প্ৰতি লক্ষ্য ৰাখিব। অষ্টম অধ্যায় দুটা প্ৰকৰণত বিভক্ত। প্ৰথম, অৰ্থাৎ ১১৪তম প্ৰকৰণত নিজৰ কোনো দুৰ্বলতাৰ সুযোগ লৈ কোনো ৰজা যেতিয়া শত্ৰুৰ দ্বাৰা আক্ৰান্ত হওঁ হওঁ হয় তেতিয়া তেওঁ কি পন্থা অৱলম্বন কৰিব তাকে কোৱা হৈছে। তেওঁক আক্ৰমণ কৰিব ওলোৱা ৰজাসকলৰ এজনক নিজৰ ক্ষতি আৰু বিপদ-বিঘিনিৰ কথা বুজাই দি দুগুণ লাভ দি সম্ভৱপৰা আঁতৰাই আনিব। ১১৫তম প্ৰকৰণত কেনেবোৰ মিত্ৰ সাহায্য পাবৰ যোগ্য তাক ব্যাখ্যা কৰা হৈছে। যাৰ উদ্যোগবোৰ সুপৰিকল্পিত আৰু সেইবোৰ কাৰ্যকৰী কৰাত যি দৃঢ়সংকল্প তেওঁক সহায় কৰাটো স্বাৰ্থৰ অনুকূল। নৱম অধ্যায়ত ১১৬তম প্ৰকৰণ আৰম্ভ হৈছে। এই প্ৰকৰণৰ আলোচনীয় বিষয় চাৰি প্ৰকাৰ সন্ধি—মিত্ৰসন্ধি, হিৰণ্যসন্ধি, ভূমিসন্ধি আৰু কৰ্মসন্ধি। উক্ত অধ্যায়ত মিত্ৰসন্ধি আৰু হিৰণ্যসন্ধি ব্যাখ্যা কৰিছে। প্ৰসংগক্ৰমে ভূমি লাভৰ কাৰণে কৰা সন্ধি বা ভূমিসন্ধিক এই চাৰিওটাৰ ভিতৰত উৎকৃষ্ট বুলি নিৰূপণ কৰিছে। পূৰ্ববৰ্তী আচাৰ্যসকলৰ মত খণ্ডন কৰি কৌটিল্যই কয় যে যি মিত্ৰ বিজিগীষুৰ বশ হয়, যি ক্ষুদ্ৰ উপকাৰ কৰিলেও বিজিগীষুক পৰিত্যাগ নকৰে, দুৰ্বল হলেও যি লাগ বুলিলেই সৈন্যবাহিনী প্ৰস্তুত কৰিব পাৰে, যি অৰ্থ দি সাহায্য কৰিব পাৰে, বিশেষতঃ যি ভূমি দি সহায় কৰে তেনে মিত্ৰৰ লগত সন্ধি কৰাই বুদ্ধিমানৰ কাম। হিৰণ্য বা টকা-পইছাৰ কাৰণে কৰা সন্ধিত দীৰ্ঘকালৰ পাছত প্ৰচুৰ ফল-

দায়ক অৰ্থ লাভেই শ্ৰেয়ঃ। দশম অধ্যায়ৰ ১১৬তম প্ৰকৰণত ভূমিসন্ধিৰ প্ৰসঙ্গ উত্থাপন কৰি লাভৰ যোগ্য ভূমিৰ গুণবোৰ দেখুওৱা হৈছে। বলবান ৰজাক আক্ৰমণ কৰি লাভ কৰা, সমবল ৰজা হলে তেওঁৰ দুৰ্গ থকা, গুণত হীন হলেও দুৰ্গাশ্ৰিত শত্ৰু নথকা, পৰিমাণত তাকৰ হলেও ওচৰতে থকা ইত্যাদি গুণবিশিষ্ট ভূমি লাভ কৰিব পাৰিলে বিশেষ সুবিধা হয়। একাদশ অধ্যায়তো ১১৬তম প্ৰকৰণৰ ভূমিসন্ধি-বিষয়ক আলোচনাই চলিছে, কিন্তু এইবাৰ জনবসতি থাপন কৰিবৰ উপযোগী পতিত মাটিৰ দোষ-গুণৰ বিবেচনা কৰা হৈছে। বৰষুণৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া মাটিতকৈ ওচৰত নদী-নলা থকা মাটি বেছি ভাল। খেতিৰ অনুপযোগী হলেও মাটিৰ সদায় অধিক পৰিমাণ ভাল। কৌটিল্যাই কয় যে মাটিৰ গুণ মানুহে নিজ হাতেৰে সৃষ্টি কৰিব পাৰে—'কৃত্ৰিমা হি ভূমিগুণাঃ'। পতিত ভূমিত মানুহৰ বসবাস কৰাব লাগিলে খেতিয়ক, গো-পালনকাৰী আৰু ধনী বেপাৰী মানুহৰ সংখ্যা অধিক হোৱা ভাল। দুৰ্গৰ দ্বাৰা ৰক্ষিত ভূমিতকৈ মানুহৰ দ্বাৰা ৰক্ষিত ভূমি প্ৰশস্ত; কাৰণ মানুহেই ৰাজ্য; মানুহ নোহোৱা দেশ ৰাজী গাইৰ দৰে; সি কি ফচল ফলাব?—'পুৰুষৱন্ধি ৰাজ্যম্। অপুৰুষা গৌৰ্বন্ধ্যেৱ কিং দুহীত'? সন্ধিৰ যোগে মিত্ৰ, অৰ্থ আৰু ভূমি লাভ কৰা ৰজাই সমবায়ভুক্ত ৰজাসকলক চেৰ পেলায়। দ্বাদশ অধ্যায়ত ১১৬তম প্ৰকৰণৰে কৰ্মসন্ধিৰ বিষয়ে জানিব লগীয়া কথা আছে। দুৰ্গনিৰ্মাণ, সেতুবন্ধ (জলাশয়-খনন), দ্ৰব্যবন, হস্তিবন, খনি, বণিক্‌পথ—এইবিলাকেই কৰ্ম। দুজন ৰজাৰ মাজত নিজ নিজ ৰাজ্যত এইবোৰৰ প্ৰতিষ্ঠাৰ কাৰণে হোৱা সন্ধিৰ নাম কৰ্মসন্ধি। এই কৰ্মবোৰৰ কেনেকুৱাবোৰ কৰণীয় আৰু কেনেকুৱা-বোৰ বৰ্জনীয় অধ্যায়টোত তাকেই বিতংভাৱে দেখুওৱা হৈছে। ইয়াতে এটা কথা মন কৰিব লগীয়া যে কৌটিল্যাই আচাৰ্যসকলৰ মত খণ্ডন কৰি উত্তৰ ফালৰ বণিক্‌পথতকৈ দক্ষিণৰ বণিক্‌পথক বেছি প্ৰাধান্য দিছে। কম্বল, ঘোঁৰা আৰু চামৰা নহলেও দক্ষিণৰ বণিক্‌পথৰ যোগে শঙ্খ, হীৰা, মণি, মুক্তা, সোণ আদি প্ৰচুৰ পৰিমাণে আহৰণ কৰিব পাৰি। মুঠতে, বিজিগীষুৱে কৰ্মসন্ধি কৰোঁতে চাব যাতে অলপীয়া খৰচত সৰহীয়া লাভ হব পৰা কৰ্ম তেওঁ সম্পাদন কৰিব পাৰে।

ত্ৰয়োদশ অধ্যায়ত (১১৭তম প্ৰকৰণ) বিজিগীষু আৰু শত্ৰু দুয়োৰে মাজত বুজা-পৰা হোৱাৰ পাছত প্ৰত্যেকে আন ঠাইত যুদ্ধৰত নিজ নিজ শত্ৰুৰ পাৰ্ষ্ণিগ্ৰহণ (পৃষ্ঠ-আক্ৰমণ) কৰিলে কোনজনে অধিক সুবিধা লাভ কৰিব সেই বিষয়ে বিবেচনা কৰা হৈছে। এই সম্পৰ্কে কৌটিল্যাই কয় যে শক্তিশালী, বিপুল উদ্যমশীল, সকলো সৈন্য লগত লৈ যুদ্ধ কৰা, দুৰ্গহীন, ধাৰ্মিক ৰজাৰ আক্ৰমণকাৰী, মিত্ৰৰ বিৰুদ্ধে যুদ্ধ কৰোঁতা,—এনে-ধৰণৰ ৰজাৰ পৃষ্ঠ-আক্ৰমণ কৰাজনৰ জিত হয়। সম্পূৰ্ণ প্ৰাসঙ্গিক নহলেও এই অধ্যায়তে কৌটিল্যাই প্ৰাচীনসকলৰ মত খণ্ডন কৰি কয় যে অতি বেছি অৰ্থব্যয় বা সৈন্যনাশ কৰি হলেও শত্ৰুক নিৰ্মূল কৰিব লাগে—'সুমহতাঽপি ক্ষয়ব্যয়েন শত্ৰুবিনাশোঽভ্যুপগন্তব্যঃ'। লগতে, উন্নতিকামী ৰজাই মন্ত্ৰ গোপন কৰাৰ ওপৰতো গুৰুত্ব দিয়ে। বিশেষ ক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰিলে কথা গোপনে ৰাখিব নোৱৰাজনৰ অৱস্থা সমুদ্ৰত ভঙা নাওৰ দৰে হয়। যেতিয়া বিজিগীষুৰ শক্তি হ্ৰাস হয় আৰু কেবাজনো ৰজাই সংঘবদ্ধ হৈ তেওঁৰ বিৰুদ্ধে মূৰ দাঙি উঠে সেই অৱস্থাত কি কি উপায়ে তেওঁ নিজৰ ক্ষমতা ঘূৰাই আনিব এই সম্পৰ্কে উপদেশ আছে চতুৰ্দশ অধ্যায়ত (১১৮তম প্ৰকৰণ)। বিজিগীষুৰ প্ৰথম কৰ্তব্য হ'ব সংঘৰ মুখিয়ালজনক বা দুৰ্বলজনক হাত কৰা—ভেদনীতিৰে বা লোভ দেখুৱাই। এইদৰে সংঘৰ মাজত মনোমালিন্য সৃষ্টি কৰিব।

নিৰুপায় হ'লে সন্ধি কৰি নিজৰ শক্তি বঢ়াবলৈ যত্নপৰ হ'ব। আত্মীয়-স্বজন আৰু মিত্ৰ গোটাই শক্তিশালী দল গঠন কৰিব, দুৰ্জেয় দুৰ্গ নিৰ্মাণ কৰিব, সুপৰামৰ্শ দিবলৈ ৰাজনীতি-শাস্ত্ৰজ্ঞ লোক নিযুক্ত কৰিব। ক্ষমতাত হীন হলে দেশৰ গাৰলীয়া অঞ্চলৰ প্ৰজাবৰ্গৰ সুখ-সমৃদ্ধিৰ কাৰণে চেষ্টা কৰিব, কিয়নো সকলো কৰ্মৰে উৎস গাওঁ-অঞ্চল, তাৰপৰা ক্ষমতাও আহে—'জনপদঃ সৰ্বকৰ্মণাং যোনিঃ, ততঃ প্ৰভাৱঃ।' খেতিৰ উন্নতিৰ কাৰণে জলসিঞ্চন-ব্যৱস্থা লব; খনি, বণিক্‌পথ, দ্ৰব্যবন, হস্তিবন এইবোৰৰ উন্নতিকল্পে বিশেষ তৎপৰ হ'ব; শ্ৰেণী-সৈন্য, দস্যুদল, আটৱিক, ম্লেচ্ছ-জনজাতি—এইবোৰৰ মাজৰপৰা বছা বছা বীৰপুৰুষ-সকলক সৈন্যদলত ভৰ্তি কৰিব। পঞ্চদশ অধ্যায়ত দুটা প্ৰকৰণ—তাৰে প্ৰথমটোৰ (১১৯তম) আলোচ্য বিষয়, কেনেকুৱা পৰিস্থিতিত বলবান শত্ৰুৰ দ্বাৰা আক্ৰান্ত দুৰ্বল ৰজা এজনে দুৰ্গত আশ্ৰয় লৈ আত্মৰক্ষা কৰিব। যদি তেওঁ উপযুক্ত আশ্ৰয়দাতা নাপায়, তেওঁৰ দুৰ্গত যদি খাদ্য, ঘাহ-পানী, খৰি আদিৰ যোগান শত্ৰুৱে বন্ধ কৰিব নোৱাৰে, তাতে থাকি তেওঁ ভৱিষ্যতে শত্ৰুক দুৰ্বল বা বিপন্ন কৰিব পাৰে, অথবা নিজে শক্তি সঞ্চয় কৰিব পাৰে, তেনে অৱস্থাতহে দুৰ্গত আশ্ৰয় ল'ব। নহলে ওলাই আহি আত্মসমৰ্পণ কৰি সন্ধি কৰিব। এইদৰে আত্মসমৰ্পণ কৰি সন্ধি কৰিব লগীয়া হ'লে তেওঁ কেনেদৰে আচৰণ কৰিব তাক বৰ্ণোৱা হৈছে পিছৰ (১২০তম) প্ৰকৰণত। তেতিয়া তেওঁ বিজেতা ৰজাৰ অনুগত হৈ চলিব। দুৰ্গ-নিৰ্মাণ, কন্যা-সম্প্ৰদান, ৰাজকুমাৰৰ অভিষেক আদি মুখ্য কাৰ্যবোৰ সেই ৰজাৰ অনুমতিক্ৰমে কৰিব। এইদৰে আত্মসমৰ্পণ কৰাটো যে ভাল কথা তাক কৈ ফুৰিব। দেৱপূজা, স্বস্তিবাচন আদিত নিজৰ মঙ্গলৰ কাৰণে আশীৰ্বাদ ল'ব। ষোড়শ অধ্যায়ত (১২১তম প্ৰকৰণ) আন ৰজা বা ৰাজ্য জয় কৰা ৰজা এজনে কেনে আচৰণ কৰা উচিত সেই কথা কোৱা হৈছে। তেওঁ সাম, দান, ভেদ, দণ্ড—এই উপায় চাৰিটাৰ এটা বা একাধিক প্ৰয়োগ কৰি ৰাজ্য জয় কৰিব। বিজিত ৰাজ্যৰ অনুগত লোকসকলক আগৰ দৰেই থাকিবলৈ দিব। নিহত ৰজাৰ মাটি-বাৰী, সম্পত্তি বা লৰা-তিৰোতাৰ প্ৰতি লোভ নকৰিব। তেওঁৰ পৰিয়ালবৰ্গক যথাযোগ্য সন্মানৰ আসন দিব। মৃতকৰ পুত্ৰক সিংহাসনত বহুৱাব। এইদৰে সাম-নীতিৰে ব্যৱহাৰ কৰিলে সেই ৰাজ্যৰ (নতুন) ৰজা পুত্ৰেপৰম্পৰাক্ৰমে বিজেতাৰ অনুকূল হৈ থাকিব। সপ্তদশ অধ্যায় দুটা প্ৰকৰণত বিভক্ত। প্ৰথম প্ৰকৰণত (১২২তম) সন্ধি কেনেকৈ কৰা হয় আৰু তাৰ মাজত কিবোৰ ছল-চাতুৰী থাকিব পাৰে সেই বিষয়ে কোৱা হৈছে। কৌটিল্যৰ মতে অগ্নি, জল আদি স্পৰ্শ কৰি শপত খাই কৰা সন্ধিয়ে স্থায়ী সন্ধি। পূৰ্বাচাৰ্যসকলে জামিন বা বন্ধক ৰাখি কৰা সন্ধিকহে স্থায়ী সন্ধি বুলি কয়। ১২৩তম প্ৰকৰণত মনুষ্যপণ কেনেকৈ মুকলি কৰিব তাৰ পৰামৰ্শ আগবঢ়াইছে। বিজিত ৰজাৰ শক্তিবৃদ্ধি হ'লে তেওঁ পৰাক্ৰম দেখুৱাই পণ খালাচ কৰিব পাৰে। অথবা, পণ থোৱাৰ আগতে নানা ব্যৱসায়ীৰ ভাওত শত্ৰুৰাজ্যত চোৰাংচোৱা থাপিব। সেইসকলৰ সহযোগত পণিত লোক গোপনে পলাই আহিব। ইয়াত পলাই যোৱা বা পলুৱাই নিয়াৰ বিবিধ কৌশলৰ বৰ্ণনা আছে। অষ্টাদশ অধ্যায়ত তিনিটা প্ৰকৰণ। প্ৰথম প্ৰকৰণত (১২৪তম) দ্বাদশ ৰাজ-মণ্ডলৰ অন্তৰ্ভুক্ত মধ্যম ৰজাৰ প্ৰতি বিজিগীষুৱে কেনে আচৰণ কৰিব তাৰ ব্যাখ্যা দিয়া হৈছে। সাধাৰণতে মধ্যম ৰজা বিজিগীষুৰ প্ৰতি মিত্ৰভাবাপন্ন। মধ্যম ৰজাই বিজিগীষুৰ মিত্ৰভাবাপন্ন মিত্ৰৰ অপকাৰ কৰিব খুজিলে বিজিগীষুৱে মিত্ৰশক্তিৰ যোগে বাধা দান কৰিব। মুঠতে মধ্যম ৰজা যাতে অধিক শক্তিশালী হৈ নুঠে সেই উদ্দেশ্য আগত ৰাখি কাৰ্য-পন্থা হাতত লব। ১২৫তম প্ৰকৰণৰ

বিষয় 'উদাসীন ৰজাৰ প্ৰতি ব্যৱহাৰ'। এওঁৰ বোলিকাও মধ্যমৰ প্ৰতি প্ৰয়োগ কৰা নীতিয়ে অনুসৰণীয়। উদাসীনে যদি মধ্যমক হাত কৰিব খোজে তেতিয়া বিজিগীষুৱে নিজৰ শত্ৰুপক্ষই মূৰ দাঙি উঠাত বাধা দিব, মিত্ৰক সহায় কৰিব আৰু উদাসীনে যাতে প্ৰয়োজন হলে তেওঁক সৈন্যেৰে সাহায্য কৰে তেনে নীতি অনুসৰণ কৰিব। ৰাজমণ্ডলৰ প্ৰতি ব্যৱহাৰ সম্পৰ্কে কৌটিল্যই কয় যে (১২৬তম প্ৰকৰণ) বিজিগীষুৰ লক্ষ্য হ'ব শত্ৰুক দুৰ্বল কৰা আৰু মিত্ৰক সহায় কৰা। সীমান্ত-ৰাজ্যৰ ৰজাসকলক সচৰাচৰ শত্ৰু বুলি গণ্য কৰা হলেও, তেওঁলোক তিনি শ্ৰেণীৰ—অৰিভাৱী, মিত্ৰভাৱী আৰু ভৃত্যভাৱী। এওঁলোকৰ মাজত মিত্ৰভাৱী সামন্ত ৰজাক বিজিগীষুৱে সকলো প্ৰকাৰে সাহায্য কৰিব। ইয়াকো চাব যাতে মিত্ৰও অধিক শক্তিশালী হৈ উঠিব নোৱাৰে। যি মিত্ৰৰ শত্ৰুৰ লগতো মিতিৰালি আছে ভেদনীতিৰে তেওঁক উচ্ছেদ কৰিব। এইদৰে ষাড়্গুণ্য পৰস্পৰ নিৰ্ভৰশীল বুলি বুজা বিজিগীষুৱে বন্ধিৰ শিকলিৰে ৰাজমণ্ডলৰ ৰজাসকলক বান্ধি লৈ তেওঁলোকৰ লগত খেলা কৰিব পাৰে—"এৱমন্যোন্যসংচাৰং ষাড়্গুণ্যং যোঽনুপশ্যাতি স বুদ্ধিনিগলৈৰ্বদ্ধৈৰিষ্টং ক্ৰীড়তি পাৰ্থিৱৈঃ।"

অষ্টম অধিকৰণৰ নাম ব্যসনাধিকাৰ—ব্যসন বা বিপদ-সম্পৰ্কীয়। ইয়াত পাঁচোটা অধ্যায় আৰু ছটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত (১২৭তম প্ৰকৰণ) ৰাষ্ট্ৰৰ সাঁতোটা প্ৰকৃতিৰ ব্যসনসমূহৰ বিষয়ে কোৱা হৈছে। কৌটিল্যই ব্যসন শব্দটো এইদৰে ব্যাখ্যা কৰিছে—ব্যস্যতি (আঁতৰাই নিয়ে) এনং (এওঁক) শ্ৰেয়সঃ (কল্যাণৰপৰা) ইতি ব্যসনম্ (এই কাৰণে ইয়াৰ নাম ব্যসন)। ব্যসন দুই প্ৰকাৰ—দৈৱকৃত আৰু মনুষ্যকৃত)। দৈৱিক ব্যসনৰ কাৰণ দুৰ্ভাগ্য আৰু মনুষ্যকৃত ব্যসনৰ কাৰণ নীতিৰ অপপ্ৰয়োগ। স্বামী, অমাত্য, জনপদ, দুৰ্গ, কোষ, দণ্ড (সৈন্য) আৰু মিত্ৰ এই সাতোটা প্ৰকৃতিৰ ব্যসনৰ আপেক্ষিক গুৰুত্ব-লঘুত্বৰ বিচাৰ কৰা হৈছে। কৌটিল্যই পূৰ্ববৰ্তী আচাৰ্য ভাৰদ্বাজে মন্ত্ৰীৰ ব্যসন গুৰুতৰ বুলি কোৱা মত মানি নলৈ ৰজাৰ ব্যসনহে গুৰুতৰ বুলি মন্তব্য কৰিছে। ৰজা সকলোৰে কৰ্তা, প্ৰকৃতিসমূহে ৰজাৰ স্বভাৱকে লয়। কৌটিল্যৰ মতে জনপদৰ ব্যসনতকৈ অমাত্যৰ, দুৰ্গৰ ব্যসনতকৈ জনপদৰ, কোষৰ ব্যসনতকৈ দুৰ্গৰ, দণ্ডৰ ব্যসনতকৈ কোষৰ, আৰু মিত্ৰৰ ব্যসনতকৈ দণ্ডৰ ব্যসন গুৰুতৰ। যিটো প্ৰকৃতিৰ ব্যসনত বাকীবোৰ প্ৰকৃতিৰ বিনাশ হব পাৰে সেইটোৰ ব্যসনেই গুৰুতৰ। দ্বিতীয় অধ্যায়ত (১২৮তম প্ৰকৰণ) ৰজা আৰু ৰাজ্যৰ ব্যসনৰ স্বৰূপ আলোচনা কৰা হৈছে। আভ্যন্তৰ বিদ্ৰোহ আৰু বহিৰ্বিদ্ৰোহ—ৰাজ-ব্যসন এই দুই প্ৰকাৰ। আভ্যন্তৰ বিদ্ৰোহ বা অন্তৰ্বিদ্ৰোহ বোলে মাৰাত্মক—সাপ থকা ঘৰত বাস কৰাৰ দৰে। ৰজাৰ আৰু এক তৃতীয় প্ৰকাৰ ব্যসন হবে পাৰে—অন্তৰমাত্যবিদ্ৰোহ। দৌৱাৰিক, অন্তৰ্বংশিক আদি ৰাজ-কাৰেঙৰ মুখ্য বিষয়াসকলৰ বিদ্ৰোহক অন্তৰমাত্য/বিদ্ৰোহ বোলা হয়। ই আটাইতকৈ ভয়াবহ। এইবোৰৰ প্ৰতিকাৰকল্পে ৰজাই সৈন্যবাহিনী আৰু কোষ নিজৰ হাতৰ মুঠিত ৰাখিব লাগে। দ্বৈৰাজ্য বা দুজন ৰজাৰ যুটীয়া শাসন আৰু বৈৰাজ্য বা দেশৰ প্ৰকৃত উত্তৰাধিকাৰী ৰজাক খেদি বাহিৰৰ কোনো ৰজাই বলেৰে কৰা শাসন ৰাজ্যৰ ব্যসনস্বৰূপ। দুয়োটা ব্যৱস্থাতে প্ৰজাৰ শান্তি নাই। কৌটিল্যৰ মতে বৈৰাজ্য-ব্যৱস্থা বোলে অনিষ্টকাৰক। ৰাজ্যৰ আন আন ব্যসনৰ ভিতৰত শাস্ত্ৰান্ধ আৰু শাস্ত্ৰ-লঙ্ঘনকাৰী ৰজাৰ শাসন, ৰুগীয়া আৰু নতুন ৰজাৰ শাসন, অভিজাত, দুৰ্বল আৰু নীচবংশজাত বলবান ৰজাৰ শাসন—এইবোৰো আছে। তৃতীয় অধ্যায়ত (১২৯তম প্ৰকৰণ) মানুহৰ ব্যসনসমূহৰ স্বৰূপ আৰু আপেক্ষিক গুৰুত্ব-লঘুত্বৰ বিবেচনা কৰা হৈছে। 'ব্যসন'ৰ অৰ্থ ইয়াত কু-প্ৰবৃত্তি বা কুকৰ্ম। অৱশ্যে কুপ্ৰবৃত্তি বা কুকৰ্মৰ

পৰিণামো বিপদেই। কৌটিল্যৰ মতে এই ব্যসন মুঠতে সাত প্ৰকাৰ; তাৰে ক্ৰোধৰপৰা বাক্-পাৰুষ্য (কৰ্কশ বাক্য), অৰ্থদূষণ (টকা খোৱা) আৰু দণ্ডপাৰুষ্য (মাৰ-ধৰ) এই তিনিটা আৰু কামৰপৰা মৃগয়া, দ্যূত (জুৱা-খেল), স্ত্ৰী-আসক্তি আৰু সুৰাপান—এই চাৰিটাৰ উৎপত্তি হয়। প্ৰাচীন আচাৰ্যসকলৰ মত যুক্তিৰে খণ্ডন কৰি কৌটিল্যই এই ব্যসনসমূহৰ গুৰু-লাঘৱ নিৰ্ণয় কৰিছে। ৰাজপৰিয়ালৰ কাৰণে দ্যূত বা জুৱা অতি ভয়াবহ ব্যসন বুলি ঠাৱৰ কৰিছে, কাৰণ ই শাসন-যন্ত্ৰ সোলোক-ঢোলোক কৰি দিয়ে—'(দ্যূতং) পাপিষ্ঠতমো ব্যসনানাং তন্ত্ৰ-দৌৰ্বল্যাদিতি।' সেই কাৰণে জ্ঞানী ৰজাই আত্মসংযমৰ দ্বাৰা, আৰু জ্ঞানবৃদ্ধৰ উপদেশ মতে চলি পৈতৃক সম্পত্তিৰ বিনাশ আৰু সকলো দুৰ্যোগৰ মূল কাম আৰু ক্ৰোধ পৰিত্যাগ কৰিব—'তস্মাৎ কোপং চ কামং চ ব্যসনাৰম্ভমাত্মবান্। পৰিত্যজেন্মূলহৰং বৃদ্ধসেৱী জিতেন্দ্ৰিয়ঃ'। চতুৰ্থ অধ্যায় তিনিটা প্ৰকৰণত সম্পূৰ্ণ। প্ৰথম অৰ্থাৎ ১৩০তম প্ৰকৰণৰ ব্যাখ্যেয় বিষয় (দেশবাসীৰ) পীড়নসমূহৰ আলোচনাই প্ৰায় অধ্যায়টো জুৰি আছে। এই পীড়নসমূহৰ কিছুমান দৈৱিক, যেনে অগ্নিকাণ্ড, বানপানী, বেমাৰ-আজাৰ, দুৰ্ভিক্ষ আৰু মাৰী-মৰক; কিছুমান মানুহে কৰা, যেনে সৈন্যৰ উপদ্ৰৱ, ৰাজ-বিবাদ, প্ৰজা-বিবাদ, আৰু অসাধু ৰাজ-কৰ্মচাৰী। কোনটো বেছি অনিষ্টকাৰক, কোনটো কম অনিষ্টকাৰক সেই সম্পৰ্কে কৌটিল্যই নিজমত স্থাপন কৰিছে। ইয়াতে কেইটামান মন কৰিব লগীয়া কথা এয়ে যে সেই সময়ত দেশত নিজৰ সৈন্যয়ো উপদ্ৰৱ কৰিছিল, ৰাজপুত্ৰ আৰু ৰাজপ্ৰেয়সীয়ে প্ৰজাক শোষণ কৰিছিল। সন্নিধাতা, সমাহৰ্তা আদিৰ দৰে সৰ্বোচ্চ পদমৰ্যাদাবিশিষ্ট বিষয়াসকলৰো দুৰ্নীতি আছিল। সমাহৰ্তাৰ বিষয়ে কোৱা হৈছে—সমাহৰ্তাই প্ৰথমে নিজৰ কাৰণে টকা লয়, পিছত ৰজাৰ কাৰণে লয়, নাইবা এনেয়ে নষ্ট হবলৈ দিয়ে; অন্যৰপৰা অৰ্থ সংগ্ৰহ কৰোতে নিজৰ মইমতালি দেখুৱায়—'সমাহৰ্তা পূৰ্বমৰ্থমাত্মনঃ কৃত্বা পশ্চাদ্ ৰাজ্যাৰ্থং কৰোতি, প্ৰণাশয়তি বা পৰস্বাদানে চ স্বপ্ৰত্যয়শ্চৰতীতি।' বেপাৰীসকলে একগোট হৈ পণ্য মজুত কৰে আৰু দাম কম বা বেছি কৰি একত এশ গুণ লাভ কৰে—'বৈদেহকাস্তু সংভূয় পণ্যানামুৎকৰ্ষাপকৰ্ষং কুৰ্বাণাঃ পণে পণশতং কুম্ভে কুম্ভশতমিত্যাজীৱন্তি।' ১৩১তম প্ৰকৰণত ৰাষ্ট্ৰৰ উদ্যোগসমূহৰ অন্তৰায় বা বাধাৰ কথা সংক্ষেপে বৰ্ণনা কৰি কৈছে যে বাধা আছে ৰাষ্ট্ৰৰ ভিতৰৰ মুখ্যসকলৰপৰা অথবা বাহিৰৰ শত্ৰু বা অৰণ্যবাসী জনজাতিসমূহৰপৰা। ১৩২তম প্ৰকৰণত ৰাজকোষৰ ক্ষতি হয় কেনেকৈ সেই কথা কবলৈ গৈ কৈছে যে উক্ত পীড়নসমূহ আৰু অন্তৰায়সমূহৰ উপৰিও মুখ্যসকলে আত্মসাৎ কৰি, ৰজাই নিজে কৰ ৰেহাই দি, অনাদায় হৈ থাকিবলৈ দি, আৰু অন্যায়ভাৱে আদায় কৰি, ৰাজকোষ দুৰ্বল কৰে। সামন্ত আৰু আটৱিকসকলেও অপহৰণ কৰি ৰজাৰ ধন-ভঁৰালৰ ক্ষতি কৰে। পঞ্চম অধ্যায়ত দুটা প্ৰকৰণত ক্ৰমে সৈন্যবাহিনী আৰু মিত্ৰশক্তিৰ বিপদসমূহৰ আলোচনা কৰা হৈছে। ১৩৩ প্ৰকৰণত ১—২১ সূত্ৰত সৈন্যৰ ব্যসন-সমূহ আৰু ১৩৪তম প্ৰকৰণত ২২—৩০ সূত্ৰত মিত্ৰৰ ব্যসনসমূহ ব্যাখ্যাত হৈছে।

নৱম অধিকৰণৰ নাম "অভিযাস্যৎকৰ্ম্ম—অভিযান কৰিব ওলোৱা ৰজাৰ কাৰ্য"। ইয়াত মুঠ সাতোটা অধ্যায় আৰু বাৰটা প্ৰকৰণ আছে। শত্ৰুৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰাৰ আগ-মুহূৰ্তত ৰজা কেনেদৰে প্ৰস্তুত হব আৰু কি কি বিষয়ে সতৰ্কতামূলক ব্যৱস্থা লব তাকে এই অধিকৰণত ব্যাখ্যা কৰা হৈছে। প্ৰথম অধ্যায়ৰ প্ৰথম অৰ্থাৎ ১৩৫তম প্ৰকৰণত বিজিগীষুক উপদেশ দিয়া হৈছে যে যুদ্ধ-যাত্ৰা কৰাৰ আগতে তেওঁ চাব শত্ৰুতকৈ শক্তিত তেওঁ শ্ৰেষ্ঠ হয় নে নহয়, যাত্ৰাৰ কাৰণে সময় তেওঁৰ অনুকূল নে প্ৰতিকূল, যুদ্ধ-ক্ষেত্ৰ

সুবিধাজনক নে অসুবিধাজনক। এই বোৰত যদি শত্ৰুৰ তুলনাত তেওঁৰ শ্ৰেষ্ঠত্ব হয় তেতিয়াহে যুদ্ধ-যাত্ৰা কৰিব, নহলে আসন অৱলম্বন কৰিব। শক্তি তিনিপ্ৰকাৰ—প্ৰভুশক্তি, উৎসাহশক্তি আৰু মন্ত্ৰশক্তি। কৌটিল্যৰ মতে উৎসাহ-শক্তিতকৈ প্ৰভুশক্তি শ্ৰেষ্ঠ, আৰু প্ৰভুশক্তিতকৈ মন্ত্ৰশক্তি শ্ৰেষ্ঠ। মন্ত্ৰ বা মন্ত্ৰণাৰ ওপৰত কৌটিল্যই বিশেষ গুৰুত্ব অৰ্পণ কৰিছে। "প্ৰজ্ঞা আৰু শাস্ত্ৰৰ চকুৰে কাম কৰা ৰজাই অনায়াসে মন্ত্ৰণা গ্ৰহণ কৰিব পাৰে আৰু সামাদি উপায় আৰু গোপন কৌশল-ক্ৰিয়াৰ দ্বাৰা প্ৰভুশক্তিসম্পন্ন আৰু উৎসাহ-শক্তিসম্পন্ন ৰজাকো চেৰ পেলাব পাৰে। —প্ৰজ্ঞাশাস্ত্ৰচক্ষুৰ্হি ৰাজা অল্পেনাপি প্ৰযত্নেন মন্ত্ৰমাধাতুং শক্তঃ পৰানুৎসাহপ্ৰভাৱৱতশ্চ সামাদিভিৰ্যোগোপনিষদ্ভ্যাং চাতিসংধাতুম্।' স্থানৰ প্ৰসংগত-দক্ষিণে সমুদ্ৰৰপৰা উত্তৰে হিমালয়লৈ আৰু পূব সমুদ্ৰৰপৰা পশ্চিম সমুদ্ৰলৈ এহেজাৰ যোজন ব্যাপি থকা ভূমিখণ্ডক চক্ৰবৰ্তী-ক্ষেত্ৰ বা বিজিগীষুৰ কৰ্ম-ক্ষেত্ৰ বুলি কোৱা হৈছে। পৰৱৰ্তী আচাৰ্যসকলৰ কোনোৱে ৰজাৰ তিনি শক্তিক, কোনোৱে কালক প্ৰাধান্য দিয়ে; কিন্তু কৌটিল্যৰ মতে 'শক্তি, স্থান আৰু কালৰ মাজত এটা আনটোৰ সহায়ক—পৰস্পৰসাধিকা হি শক্তিদেশকালাঃ।' ১৬৩তম প্ৰকৰণত যুদ্ধযাত্ৰাৰ কালৰ বিচাৰ কৰা হৈছে। যাত্ৰাৰ কোনো নিৰ্দিষ্ট কাল নাই; বিজিগীষুৰ সামৰিক উদ্দেশ্যসাধক আৰু শত্ৰুৰ অসুবিধাজনক কালেই যাত্ৰাৰ কাল। আচাৰ্যসকলে কয়, 'শত্ৰু যেতিয়া বিপন্ন হয় তেতিয়া যাত্ৰা কৰিব।' কৌটিল্যই কয়—'নিজৰ শক্তিবৃদ্ধি হলে অভিযান কৰিব, কিয়নো বিপদৰ স্থিৰতা নাই—প্ৰায়শ্চাচাৰ্যাঃ পৰব্যসনে যাতব্যমিত্যুপদিশন্তি। শক্ত্যুদয়ে যাতব্যম্ অনৈকান্তিকত্বাদ্ব্যসনানাম্ ইতি কৌটিল্যঃ'। দ্বিতীয় অধ্যায়ত তিনিটা প্ৰকৰণৰ সমাৱেশ ঘটিছে। প্ৰথম অৰ্থাৎ ১৩৭তম প্ৰকৰণত ভিন ভিন সৈন্য কেতিয়া কেনেকৈ প্ৰয়োগ কৰিব সেই বিষয়ে উপদেশ দিছে। সৈন্য ছয় প্ৰকাৰ—মৌল, ভৃতক, শ্ৰেণী, মিত্ৰ, অমিত্ৰ আৰু অটৱী। বংশানুক্ৰমিকভাৱে সামৰিক কাৰ্যত ৰত, ৰাজবংশৰ প্ৰতি আনুগত্য থকা সৈন্যক **মৌল** সৈন্য বোলে। এই শ্ৰেণীৰ সৈন্যক মৌল বোলাৰ কাৰণ ই মূল অৰ্থাৎ দেশত হোৱা। **ভৃতবল** বা ভৃতকবল মৌলৰ দৰে স্থায়ী সৈন্যদল নহয়; বিশেষ কৰ্মৰ কাৰণে ভৃতি বা বেতন দি এওঁলোকক লোৱা হয়। এওঁলোকো স্বদেশী। **শ্ৰেণীবল** বা শ্ৰেণীসৈন্য হৈছে সামৰিক শিক্ষা লৈ আন ব্যৱসায় কৰি জীৱিকা অৰ্জা লোকৰ সংঘ। যুদ্ধৰ সময়ত এওঁলোকে দলপতিৰে সৈতে অৰ্থৰ বিনিময়ত যুদ্ধ কৰে। এওঁলোকো ৰজাৰ নিজ দেশৰ লোক। ৰজাই মিত্ৰ-শক্তিৰপৰা বিশেষ কোনো অভিযানৰ কাৰণে সাহায্যৰূপে পোৱা সৈন্যক **মিত্ৰবল** বা মিত্ৰসৈন্য বোলে। **অমিত্ৰবল** বা শত্ৰুসৈন্য হৈছে শত্ৰুৰ দশ জয় কৰি শত্ৰুৰজাৰপৰা অনা সৈন্য। কিৰাত, শবৰ, পুলিন্দ আদি অৰণ্যবাসী জনজাতীয় লৈদৰ সৈন্যক **অটৱীবল** বোলে। মৌলসৈন্য সকলোতকৈ বেছি নিৰ্ভৰযোগ্য; ভৃতক বা শ্ৰেণীসৈন্যও স্বদেশী হোৱা কাৰণে দেশৰ স্বাৰ্থৰ লগত জড়িত আৰু বিশ্বাসযোগ্য। অমিত্ৰসৈন্য আৰু অটৱীসৈন্যক ৰজাই চোকা নজৰত ৰাখিব লাগে। ইবিলাকক নিয়মিত বেতন দিয়া নহয়: যুদ্ধৰ সময়ত লুট-পাত কৰি যিখিনি পায় সেইখিনিকে লয়। তদুপৰি সৰুসুৰা বনজ সামগ্ৰীৰ উপহাৰ পায়। ১৩৮তম প্ৰকৰণত যুদ্ধৰ কাৰণে সৈন্যদলসমূহক যুদ্ধোপকৰণেৰে সজাই উলিওৱাৰ গুণৰ বিষয়ে কোৱা হৈছে। মৌল, ভৃতক, শ্ৰেণী, মিত্ৰ, অমিত্ৰ আৰু অটৱী—এই সৈন্যসমূহৰ মাজত আগৰ বিধক পিছৰ বিধতকৈ আগতে সাজু কৰি উলিয়াব লাগে, যেনে ভৃতক সৈন্যতকৈ মৌল সৈন্যক আগতে যুদ্ধৰ আহিলা-পাতি যোগাই সজ্জিত কৰিব লাগে। প্ৰসংগক্ৰমে প্ৰত্যেক শ্ৰেণীৰ সৈন্যৰ গুণৰ ব্যাখ্যা কৰিছে। চাৰি বৰ্ণৰ ফালৰপৰা বিচাৰ কৰিলে ক্ষত্ৰিয় বৰ্ণৰ সৈন্যই উৎকৃষ্ট আৰু ব্ৰাহ্মণ সৈন্য

নিকৃষ্ট। সেই কাৰণে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ এই ক্ৰমত সৈন্য-সজ্জা কৰিবলৈ আচাৰ্যসকলে দিয়া উপদেশ অস্বীকাৰ কৰি কৌটিল্যই কৈছে, 'প্ৰণিপাত কৰি শত্ৰুৱে ব্ৰাহ্মণ সৈন্যক হাত কৰিব পাৰে—প্ৰণিপাতেন ব্ৰাহ্মণবলং পৰোঽভিহাৰয়েৎ।' ১৩৭তম প্ৰকৰণত বিজিগীষুক শত্ৰুৰ বিবিধ সৈন্যৰ প্ৰতিদ্বন্দ্বী হ'ব পৰাকৈ নিজৰ সৈন্য প্ৰস্তুত কৰিবলৈ উপদেশ দিছে। উদাহৰণ স্বৰূপে হস্তি-বাহিনীৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বী হব এনে বাহিনী য'ত মাজ ভাগত হাতী, যন্ত্ৰ আৰু গাড়ী থাকিব আৰু প'চা, যাঠি, শূল, চেকনি আৰু কাঁড়েৰে সৈন্যবোৰ সজ্জিত হব। তৃতীয় অধ্যায়ত দুটা প্ৰকৰণ আছে। প্ৰথম অৰ্থাৎ ১৪০তম প্ৰকৰণত বিজি-গীষুৱে যুদ্ধযাত্ৰা কৰোঁতে তেওঁৰ পিছফালে হ'ব পৰা বিদ্ৰোহৰ কথা কোৱা হৈছে। পৃষ্ঠ-বিদ্ৰোহ ক্ষুদ্ৰ হলেও ভয়াবহ। ই বিজয়ৰ সকলো লাভকে গ্ৰাস কৰিব পাৰে। সচৰাচৰ ৰাজ-বিদ্বেষী লোক, শত্ৰু, আটৱিক বা উচ্চ বিষয়াসকলে এই বিদ্ৰোহৰ জুই জ্বলাব পাৰে। কাৰণ 'বিপদৰ মুখ বেজীৰ মুখৰ দৰে, এনে লোকপ্ৰবাদ আছে—সূচীমুখা হ্যনৰ্থা ইতি লোক-প্ৰবাদঃ। এনে অৱস্থাত সেনাপতি বা যুৱৰাজক অভিযানৰ নায়ক পাতি সাম আদি উপায়ৰ দ্বাৰা ৰজাই বিদ্ৰোহ দমন কৰিব। ১৪১তম প্ৰকৰণত বাহ্য প্ৰকৃতি আৰু আভ্যন্তৰ প্ৰকৃতিৰ বিদ্ৰোহ আৰু তাৰ প্ৰতিকাৰ সম্পৰ্কে বিবেচনা কৰা হৈছে। সমাহৰ্তা আদি বিষয়া, অন্তপাল (সীমান্ত ৰক্ষী বিষয়া), আটৱিক (বনবাসী জনজাতিৰ চৰ্দাৰ), আত্মসমৰ্পণ কৰা সামন্ত-ৰজা—এই সকলোৱেই বাহ্যপ্ৰকৃতি। মন্ত্ৰী, পুৰোহিত, সেনাপতি, যুৱৰাজ—এইসকলেই আভ্যন্তৰপ্ৰকৃতি। ইয়াক বাহিৰেও দৌৱাৰিক, অন্তৰ্বংশিক আদি কাৰেঙৰ বিষয়াসকলেও বিদ্ৰোহ কৰিব পাৰে। ইয়াকে অন্তৰমাত্যকোপ বোলে। আভ্যন্তৰ-বিদ্ৰোহৰ আশংকা কৰিলে সন্দেহজনক লোকসকলক ৰজাই যুদ্ধ-যাত্ৰা কৰোঁতে লগত লৈ যাব। বাহ্যবিদ্ৰোহৰ আশঙ্কাৰ বেলিকা সিবিলাকৰ ল'ৰা-তিৰোতাবিলাকক লগত নিব। এই অধ্যায়তে, যিবিলাক বিষয়াই বিদ্ৰোহ কৰিব খোজে, বিদ্ৰোহ কেনেকৈ সফল কৰিব পাৰিব তাৰো উপদেশ আছে। চতুৰ্থ অধ্যায়ত (১৪৩তম প্ৰকৰণ) অভিযানৰ ক্ষতি, খৰচ আৰু লাভ সম্পৰ্কে বিচাৰ কৰি যদি মানুহ আৰু ভাৰবাহী জন্তুৰ ক্ষতি আৰু টকা-পইছা আৰু খাদ্যশস্যৰ খৰচৰ তুলনাত লাভৰ পৰিমাণ বহুগুণে বেছি হয় তেতিয়াহে বিজিগীষুক যুদ্ধ-যাত্ৰা কৰিবলৈ উপদেশ দিয়া হৈছে। লাভৰ ভিতৰত ভূমিলাভৰ ওপৰতে বিশেষ গুৰুত্ব দিয়া হৈছে আৰু লাভৰ নানা শ্ৰেণী-বিভাগ কৰি দেখুওৱা হৈছে। লাভৰ বাট কিবোৰ বিঘিনিয়ে ভেটা দিয়ে তাৰ উল্লেখ কৰি এঠাৰ আমোদজনক কথা কৈছে যে শুভ তিথিবাৰলৈ বাট চোৱাও লাভৰ পথৰ এটা বিঘিনি। কৌটিল্যই কয়—'বৰকৈ গ্ৰহ-নক্ষত্ৰৰ কথা বিচাৰ কৰি থকা মূৰ্খ লোকৰ অভীষ্ট সিদ্ধ নহয়; অভীষ্ট লাভৰ কাৰণে অভীষ্টই (শুভ) নক্ষত্ৰ; নক্ষত্ৰসমূহে কি কৰিব ?—নক্ষত্ৰমতিপৃচ্ছন্তং বালমৰ্থোঽতিবৰ্ততে। অৰ্থো হ্যৰ্থস্য নক্ষত্ৰং কি কৰিষ্যন্তি তাৰকাঃ॥' অৰ্থইহে যে অৰ্থ আনিব পাৰে সেই কথা বুজাবলৈ কৌটিল্যই কৈছে—'নাধনাঃ প্ৰাপ্নুৱন্ত্যৰ্থান্নৰা যত্নশতৈ-ৰপি। অৰ্থৈৰৰ্থাঃ প্ৰবধ্যন্তে গজাঃ প্ৰতিগজৈৰিৱ।—ধনহীন লোকে শত চেষ্টা কৰিও অভীষ্ট অৰ্থ লাভ কৰিব নোৱাৰে; হাতীৰে হাতীক ধৰাৰ দৰে অৰ্থৰ দ্বাৰাহে অৰ্থ লাভ কৰা যায়।' পঞ্চম অধ্যায়ত (১৪৩তম প্ৰকৰণ) ৰজা বা ৰাজ্যৰ বিৰুদ্ধে ৰাজ্যৰ ভিতৰৰ মন্ত্ৰী, পুৰোহিত আদি আৰু বাহিৰ অঞ্চলৰ সমাহৰ্তা, অন্তপাল আদি বিষয়াসকলৰ ষড়যন্ত্ৰ আৰু তাৰপৰা দেখা দিয়া বিপদ কেনে হব পাৰে আৰু তাৰপৰা পৰিত্ৰাণৰ উপায় কি এইবোৰ বিষয়ৰ বিতং আলোচনা কৰা হৈছে। কেতিয়াবা এই ষড়যন্ত্ৰত বাহিৰ আৰু ভিতৰৰ যোগাযোগ হব পাৰে।

যদি বাহিৰৰ বিষয়াৰ প্ৰৰোচনা অভ্যন্তৰৰ বিষয়াই গ্ৰহণ কৰে ৰজাই প্ৰৰোচনাদাতা আৰু প্ৰৰোচনাগ্ৰহীতা এই দুই শ্ৰেণীৰ মাজত প্ৰৰোচনা গ্ৰহণ কৰাসকলক প্ৰথমে কৰায়ত্ত কৰাৰ চেষ্টা কৰিব—শম আৰু দানৰ যোগে। পদবী আৰু সম্মান-প্ৰদানেই শম। অনুগ্ৰহ প্ৰদৰ্শন, কৰ আদিৰ ৰেহাই আৰু কৰ্মত নিযুক্তিয়ে দান। বাহিৰৰ বিষয়াই অভ্যন্তৰৰ বিষয়াৰপৰা প্ৰৰোচনা গ্ৰহণ কৰিলে ভেদ আৰু দণ্ডৰ আশ্ৰয় ল'ব। যদি এজন বাহিৰৰ বিষয়াই আন এজন বাহিৰৰ বিষয়াক প্ৰৰোচিত কৰে, আৰু এজন অভ্যন্তৰৰ বিষয়াই আন এজন অভ্যন্তৰৰ বিষয়াক প্ৰৰোচিত কৰে, এই দুই ক্ষেত্ৰত প্ৰৰোচনাকাৰীৰ ওপৰত যথোপযুক্ত ব্যৱস্থা লব। এইখিনিতে কৌটিল্যই বিজিগীষুক সতৰ্ক কৰি দিছে যে অভ্যন্তৰৰ ষড়যন্ত্ৰ বেছি বিপদজনক। ষষ্ঠ অধ্যায়ত (১৪৪তম প্ৰকৰণ) শত্ৰু আৰু ৰাজদ্ৰোহী লোকে সৃষ্টি কৰিব পৰা বিপদৰ কথা আৰু তাৰ প্ৰতিকাৰ সম্পৰ্কে কোৱা হৈছে। যেতিয়া বহুসংখ্যক লোক বিদ্ৰোহী হয় তেতিয়া দণ্ডৰ বাহিৰে বাকী উপায় তিনিটাৰ প্ৰয়োগ কৰিব। বহুসংখ্যক লোকৰ ওপৰত শাস্তি-বিধান কৰিব নোৱাৰি, কৰিলেও সুফল লাভ নহয়, বৰং আন অনৰ্থহে উপস্থিত হয়—দণ্ডো হি মহাজনে ক্ষেপ্তুমশক্যঃ। ক্ষিপ্তো বাং তং স্বাৰ্থং ন কুৰ্যাৎ. অনাং চানৰ্থমুৎপাদয়েৎ।' কেৱল মুখিয়াল লোকসকলৰ ওপৰত গোপনে শাস্তিবিধান কৰিব। শত্ৰুৱে ষড়যন্ত্ৰ কৰিলে শত্ৰুক আগবাঢ়ি আহিবলৈ নিদি শত্ৰুৰাজ্যত সাম আদি উপায়ৰ দ্বাৰা প্ৰতিকাৰ কৰিব। ৰাজদ্ৰোহীয়ে অদ্ৰোহীক লগত লৈ বিপদ সৃষ্টি কৰিলে ৰজাই অদ্ৰোহীসকলক নিজৰ ফলীয়া কৰিবলৈ চেষ্টা কৰিব। শত্ৰুৰ লগত মিত্ৰ লগ হলে মিত্ৰক হাত কৰিব। কেবাজনো ৰজা সংঘবদ্ধ হৈ বিজিগীষুৰ বিৰুদ্ধে মূৰ দাঙি উঠিলে তেওঁ ভেদনীতিৰে পৰস্পৰৰ মাজত মনোমালিন্য ঘটাব। এনে কাৰ্যত গুপ্তচৰবিলাকে বিশেষ ভূমিকা গ্ৰহণ কৰিব। সপ্তম অধ্যায় দুটা প্ৰকৰণত বিভক্ত। প্ৰথম অৰ্থাৎ ১৪৫তম প্ৰকৰণত কোৱা হৈছে যে কেতিয়াবা অভীষ্ট লাভ কৰাৰ ফলস্বৰূপে বিপদ হে মাতি অনা হয়, যিটো নাপালে শত্ৰুৰ উন্নতি হয় বা পালেও যিটো শত্ৰুৱে আকৌ কাঢ়ি নিব পাৰে সেইটো সুবিধাৰ বিপদ. নিজৰ মানুহ বা শত্ৰুৰপৰা হোৱা ভয় অসুবিধাৰ বিপদ আৰু এইটো সুবিধাজনক নে অসুবিধাজনক এনে সংশয়ক সংশয়ৰ বিপদ বুলি ধৰা হয়। এনেকুৱা সঙ্কটজনক অৱস্থাবোৰ বিস্তাৰিতভাৱে বিশ্লেষণ কৰি বিজিগীষু আৰু সংঘবদ্ধ ৰজাসকলৰ কৰ্তব্যৰ নিৰ্দেশ দিয়া হৈছে। অৰ্থ, ধৰ্ম আৰু কাম—এই তিনিটা অভীষ্ট লাভ আৰু ইয়াৰ ভিতৰত ধৰ্মতকৈ অৰ্থ শ্ৰেষ্ঠ, আৰু কামতকৈ ধৰ্ম শ্ৰেষ্ঠ—'অৰ্থো ধৰ্মঃ কাম ইতি অৰ্থত্ৰিবৰ্গঃ। তস্য পূৰ্বঃ পূৰ্বঃ শ্ৰেয়ানুপসংপ্ৰাপ্তুম্।' ত্ৰিবৰ্গৰ ভিতৰত অৰ্থশাস্ত্ৰকাৰ কৌটিল্যই অৰ্থৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিছে এইদৰে—'ধৰ্মমূলত্বাৎ কামফলত্বাচ্চাৰ্থস্য ধৰ্মাৰ্থকামানুবন্ধা বাৰ্থস্য সিদ্ধিঃ সা সৰ্বাৰ্থসিদ্ধিঃ'—যিহেতু অৰ্থ ধৰ্মৰ মূল আৰু কাম ইয়াৰ ফল, সেই কাৰণে সততে ধৰ্ম, অৰ্থ আৰু কামৰ উৎপাদক অৰ্থলাভেই সৰ্বলাভ। সেইদৰে অনৰ্থও তিনিবিধ—অৰ্থহানি, অধৰ্ম আৰু শোক আৰু এইবোৰৰ পাছৰটোতকৈ আগৰটোৰ গুৰুত্ব বেছি। পিছৰ প্ৰকৰণত, অৰ্থাৎ ১৪৬তম প্ৰকৰণত অৰ্থ, অনৰ্থ আৰু সংশয়-সংক্ৰান্ত বিপদবোৰ কেনেকৈ উপায় প্ৰয়োগৰ দ্বাৰা অতিক্ৰম কৰিব লাগে সেই উপদেশ আছে। চাৰি উপায়ৰ উপৰিও, দৈৱিক বিপদবোৰৰ বেলিকা ব্ৰাহ্মণ, সিদ্ধপুৰুষ আৰু অথৰ্ববেদবিহিত কৰ্মৰ দ্বাৰা প্ৰতিকাৰৰ পৰামৰ্শ দিছে।

দশম অধিকৰণৰ নাম 'সাংগ্ৰামিক' বা 'যুদ্ধ-সম্পৰ্কীয়'। ইয়াত ছটা অধ্যায় আৰু তেৰটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত (১৪৭তম প্ৰকৰণ) শিবিৰ স্থাপন সম্পৰ্কে কোৱা হৈছে। এই

শিবিৰ যুদ্ধক্ষেত্ৰৰ ওচৰত কৰা অস্থায়ী তামীঘৰা নহয়। চতুৰঙ্গ বাহিনী ভাগে ভাগে ৰাখিবলৈ গৃহনিৰ্মাণ-বিশেষজ্ঞৰ তত্ত্বাৱধানত নিৰ্মাণ কৰি উলিওৱা স্থায়ী আৰু সাময়িক সৈন্যৰ আবাসৰ উপযোগী, চাৰিওফালে গড় আৰু খাৱৈ দিয়া সুৰক্ষিত ছাউনীৰ হে বৰ্ণনা কৰা হৈছে। যুদ্ধযাত্ৰাৰ আগতে ৰজা, পুৰোহিত আদিও ইয়াতে থাকেহি। দ্বিতীয় অধ্যায়ত দুটা প্ৰকৰণ। প্ৰথমটোত (১৪৮তম) শিবিৰৰপৰা যুদ্ধলৈ যাত্ৰা কৰাৰ বৰ্ণনা দিছে। যাত্ৰাৰ সময়ত খাদ্য-সম্ভাৰ আৰু যুদ্ধোপকৰণ প্ৰয়োজনৰ দুগুণ লব; বাটত জিৰণি লোৱা সময় আৰু প্ৰয়োজনীয় ঘাঁহ, পানী, খৰি আদিৰ যোগাৰ আগন্তীয়াকৈ ঠিক কৰি ল'ব। সৈন্য-বাহিনীৰ আগত নায়ক যাব আৰু সেনাপতি সকলোৰে পাছত যাব। দহজন সেনাপতিৰ ওপৰত এজন নায়ক হয় বুলি উল্লেখ আছে যদিও অৰ্থশাস্ত্ৰৰে আন ঠাইত আকৌ উচ্চ পদমৰ্যাদাসম্পন্ন বিষয়াসকলৰ মাজত সেনাপতিকহে ধৰা হৈছে, নায়কৰ নাম তাত নাই। গতিকে নায়ক আৰু সেনাপতিৰ স্থান ডাঙৰ এই কথা অস্পষ্ট বা আউল-লগা। মাজত ৰজা আৰু তিৰোতাসকল যাব, দুই কাষে অশ্বাৰোহী সৈন্য আৰু পিছফালে প্ৰান্তত হাতী থাকিব। শত্ৰুৰ আক্ৰমণ ওফোৰাবৰ কাৰণে প্ৰয়োজনীয় ব্যূহ-বিভাগ কৰি আগবাঢ়িব। সাধাৰণতে দিনটোত দুই যোজনৰ ওপৰ বাট অতিক্ৰম কৰিব নোৱাৰিব। সময়ে যদি শত্ৰুক অসুবিধাৰ সম্মুখ... কৰে, লা... লাহে যাব; নহলেই বেগাই যাব। পিছৰ প্ৰকৰণত (১৪৯তম) কি কি অসুবিধাত পৰিলে ৰজাই নিজৰ সৈন্যদলক ৰক্ষা কৰিব লাগে তাৰ বৰ্ণনা দিয়া হৈছে। লগতে শত্ৰুৰ সৈন্য-শক্তিৰ বুজ লোৱাৰ উপায় কি তাৰো ইঙ্গিত দিছে। তৃতীয় অধ্যায়টো তিনিটা প্ৰকৰণত ভাগ কৰিছে। প্ৰথমটোত (১৫০তম) কূটযুদ্ধ বা যুদ্ধ-কৌশলেৰে কেনেকৈ শত্ৰুক ব্যতিব্যস্ত কৰিব পাৰি সেই বিষয়ে কৈছে। নিজে অধিক শক্তিশালী হলে, স্থান-কাল নিজৰ কাৰণে উপযুক্ত হলে, শত্ৰু-শিবিৰত সৈন্যৰ মাজত বিভাজন আনিব পাৰিলে প্ৰকাশ্য যুদ্ধ আৰু এই অনুকূল অৱস্থা নাথাকিলে কূট-যুদ্ধ কৰিব লাগে। সময় আৰু ঠাই শত্ৰুক জনাই কৰা প্ৰকাশ্য যুদ্ধক ন্যায়যুদ্ধ বোলে। পৰাস্ত হৈ পলাই অহাৰ ভাও জুৰি শত্ৰুক অসুবিধাজনক ঠাইলৈ আনি উলটি আক্ৰমণ কৰা, শত্ৰুৰ দুৰ্বল সৈন্যৰ ওপৰত প্ৰথমে আঘাত কৰা, ৰাতি অতৰ্কিত আক্ৰমণ কৰি উজাগৰে ৰখা শত্ৰু দিনত যেতিয়া টোপনি যাব তেতিয়া আক্ৰমণ কৰা, কুঁৱলী বা এন্ধাৰৰ আঁৰ লৈ আক্ৰমণ কৰা, ইত্যাদি—এনেবোৰেই কূটযুদ্ধ। ১৫০তম প্ৰকৰণত সৈন্যসকলৰ সমৰদক্ষতা বঢ়াবলৈ তেওঁ-লোকক কেনে ধৰণে উৎসাহিত কৰিব লাগে তাৰ পৰামৰ্শ দাঙি ধৰা হৈছে। বিজিগীষুৱে সকলো সৈন্য সমবেত কৰি ক'ব—"এই ৰাজ্য মোৰ, আৰু তোমালোকৰ উভয়ৰে। মোৰ অনুৰোধত তোমালোকে যুদ্ধ কৰা। যাগ, যজ্ঞ, তপস্যা আদি কৰি সুদীৰ্ঘ কালৰ মূৰতো ব্ৰাহ্মণসকলে যি স্থান লাভ কৰিব নোৱাৰে, সম্মুখ যুদ্ধত প্ৰাণ ত্যাগ কৰা সৈনিকে পলকতে সেই স্থান লাভ কৰে—এই কথা বেদে কয়। স্বামীৰ অন্নৰ বিনিময়ত যুদ্ধ নকৰা সৈন্যৰ মৃত্যুৰ পাছত অনন্ত নৰকেই গতি।' মন্ত্ৰী আৰু পুৰোহিতে শত্ৰু-ব্যূহৰ তুলনাত নিজ-ব্যূহৰ শ্ৰেষ্ঠত্ব দেখুৱাই উৎসাহিত কৰিব। জ্যোতিষীসকলে ৰজাৰ ওপৰত দেৱতাৰ শুভ-দৃষ্টি পৰা বুলি ক'ব। সেনাপতিক উৎসাহ যোগাবলৈ ক'ব—"শত্ৰুৰজাক বধ কৰাজনক এক লাখ পণ পুৰস্কাৰ দিয়া হ'ব; সেনাপতি বা যুৱৰাজক বধ কৰোঁতাক পঞ্চাশ হাজাৰ পণ দিয়া হ'ব; যুদ্ধৰ পাছত বেতন দশগুণ কৰি দিয়া হ'ব; লুটপাত কৰি যোৱে যি পোৱা সি নিজৰ নিজৰ হ'ব;" ইত্যাদি। লগত ঔষধ আৰু অস্ত্ৰোপচাৰৰ আহিলা-পাতি লৈ চিকিৎসক-

সকল, আৰু খোৱা-বস্তু লৈ তিৰোতাসকল পাছত থাকিব। অধ্যায়টোৰ শেষ প্ৰকৰণত (১৫২তম) শত্ৰু-সৈন্যক কৃতকাৰ্যতাৰে প্ৰতিৰোধ কৰাৰ উদ্দেশ্যে কি ব্যৱস্থা ল'ব লাগে তাৰ উপদেশ আছে। বিজিগীষুৱে সুবিধাজনক ঠাইত নিজ সৈন্য-ব্যূহ ৰচনা কৰিব; শত্ৰুৰ সুবিধাজনক ঠাইত ঘোঁৰা মেলি দিব যাতে শত্ৰুৱে ব্যূহ ৰচনা কৰিব নোৱাৰে। খেলিৰ ফালে মুখ কৰি বা দক্ষিণমুৱাকৈ সৈন্য নাৰাখিব। বতাহৰ বিৰুদ্ধেও সৈন্য নসজাব। ভূমিৰ অৱস্থা চাই তাৰ উপযোগী ব্যূহ ৰচনা কৰিব। যুদ্ধ জয়ৰ পাছত প্ৰাণৰ মমতা এৰি যুঁজ দিব ওলোৱা শত্ৰুক জোকাই নল'ব। চতুৰ্থ অধ্যায়ৰ দুটা প্ৰকৰণৰ (১৫৩-১৫৪তম) ভিতৰত প্ৰথমটোত যুদ্ধোপযোগী ৰণ-ভূমিৰ বৰ্ণনা আছে। ৰথ, হাতী আৰু ঘোঁৰাৰে যুঁজ কৰাৰ আৰু পদাতি-বাহিনীয়ে যুঁজ কৰাৰ উপযুক্ত ৰণ-ভূমিৰ বিৱৰণ দিয়া হৈছে। সেইদৰে মৰু-ভূমি, অৰণ্য, ওখ ঠাই, দ ঠাই আদিত যুদ্ধ কৰা উপযুক্ত সময় আছে। সমান, ঘোঁৰাৰ খুৰা ধহি নোযোৱা, গছ-গছনিয়ে বাধা নজন্মোৱা ভূমি ৰথৰ কাৰণে আৰু সকলো প্ৰকাৰ বাহিনীৰ কাৰণে উপযোগী। সৰু-সুৰা ডোবা-খাল, ফাট, শিল, গছ আদি থাকিলেও ঘোঁৰাৰে যুঁজ কৰাত অসুবিধা নাই। টিলা, উঁই-হাফলু, জোপোহা আদি থকা ভূমি পদাতিৰ উপযোগী। ফাট নথকা, উভালিব পৰা গছ থকা, মাজে মাজে বোকা আৰু পানী থকা মাটি হাতীৰ কাৰণে সুবিধাজনক। ইয়াৰ উপৰিও চতুৰঙ্গ বাহিনীৰ প্ৰত্যেকৰ কাৰণে সৰ্বোৎকৃষ্ট ৰণ-ভূমিৰ বিৱৰণ আছে। পিছৰ প্ৰকৰণত বিভিন্ন বাহিনীৰ বিশেষ বিশেষ কাৰ্যৰ কথা কোৱা হৈছে। অশ্বাৰোহী সৈন্যৰ বিশেষ কাৰ্য হৈছে নানা সুবিধাৰ অনুসন্ধান কৰা, শত্ৰুব্যূহত অনুপ্ৰৱেশ কৰা, শত্ৰুৰ অনুসৰণ-কাৰ্যত বাধা দিয়া, টকা-পইছা অনা-নিয়া কৰা, ইত্যাদি। হাতীৰ বিশেষ কামৰ ভিতৰত সম্মুখত যোৱা, পানীত নামি পাৰ হোৱা, ওখ ঠাইত উঠা-নমা কৰা, শত্ৰুসৈন্যৰ মাজত সন্ত্ৰাস সৃষ্টি কৰা, প্ৰাচীৰ আদি ভঙা, ইত্যাদি। নিজৰ সৈন্যক ৰক্ষণাবেক্ষণ দিয়া, চতুৰঙ্গ বাহিনীক ভেটা দিয়া, ভয়াবহ শব্দ কৰা ইত্যাদি ৰথৰ কাম। পদাতিৰ কাম হৈছে যি কোনো সময়তে যি কোনো ঠাইতে অস্ত্ৰধাৰণ কৰা আৰু যুদ্ধ কৰা। অস্ত্ৰ-শস্ত্ৰ, খাদ্য আদি কঢ়িয়াই নিয়া, আহত সৈনিকবিলাকক যুদ্ধ-ক্ষেত্ৰৰপৰা আঁতৰাই নিয়া, শিবিৰ আদি পৰি-পাটিকৈ ৰখা শ্ৰমিকৰ কাম। পঞ্চম অধ্যায়ত তিনিটা প্ৰকৰণ সন্নিৱিষ্ট হৈছে—১৫৫-১৫৭-তম। প্ৰথমটোত দুই প্ৰান্ত, দুই পাৰ্শ্ব আৰু মধ্য—এই পাঁচোটা সমষ্টিত চতুৰঙ্গ বাহিনী কিদৰে সজাই যুদ্ধ কৰিব লাগে তাৰ বিস্তৃত বৰ্ণনা আছে। এই ব্যূহৰচনাৰ ভাৰ নায়ক আৰু সেনাপতিৰ ওপৰত ন্যস্ত। সম্মুখত দুই পক্ষ বা প্ৰান্তত দুটা সমষ্টি থাকিব, ভিতৰলৈ দুই কক্ষ বা পাৰ্শ্বত দুটা সমষ্টি আৰু সোঁ-মাজত এটা সমষ্টি থাকিব। দুই প্ৰান্ত যেন এটা উৰি থকা চৰাইৰ দুখন ডেউকা, দুই পাৰ্শ্ব যেন চৰাইটোৰ দুই পাৰ্শ্ব আৰু মধ্য যেন চৰাই-টোৰ বুকুখন। এখন ৰথ বা এটা হাতী, তাৰ লগত পাঁচজন অশ্বাৰোহী আৰু আগে পিছে পোন্ধৰজনকৈ পদাতি লৈ সৈন্যৰ একোটা গোট হয়। উক্ত পাঁচোটা সমষ্টিত এনেকুৱা গোট নৰপৰা একৈছলৈ থাকিব পাৰে। ব্যূহৰচনাৰ পাছত সৈন্য অৱশিষ্ট থাকিলে মাজে মাজে সুমুৱাই দিব, কিন্তু চাব যাতে ঠাহ খাই নপৰে, আৰু সুখেৰে যুদ্ধ কৰিব নোৱৰা নহয়। সকলো প্ৰকাৰ সৈন্যৰ অৱস্থানৰ পৰস্পৰ দূৰত্ব কিমান হ'ব তাকো উল্লেখ কৰা হৈছে। ১৫৬-তম প্ৰকৰণত মানুহ, ঘোঁৰা আৰু হাতীৰ ৰণদক্ষতা কেনেবোৰ গুণৰ ওপৰত নিৰ্ভৰ কৰে তাৰ উল্লেখ কৰি উৎকৃষ্ট সৈন্য আৰু হাতী-ঘোঁৰা আৰু নিকৃষ্ট সৈন্য আৰু হাতী-ঘোঁৰা প্ৰান্ত, পাৰ্শ্ব আৰু মধ্যত কিভাৱে সন্নিৱিষ্ট কৰিব লাগে তাৰ নিৰ্দেশ দিছে। বংশ-পৰম্পৰা ক্ৰমে

যুদ্ধবিদ্যা শিকি অহা, ৰজাৰ লগত একে স্বাৰ্থৰ বন্ধনত বান্ধ খোৱা, বহুযুদ্ধৰ অভিজ্ঞতা থকা, সকলো ৰকমৰ অস্ত্ৰ-চালনাত সুদক্ষ, কষ্টসহিষ্ণু, অনুগত, সুখী পৰিয়ালৰ, ক্ষত্ৰিয়-জাতিৰ লোকৰ দ্বাৰা গঠিত সৈন্যদলেই উৎকৃষ্ট। ভাল জাতৰ, সুলক্ষণযুক্ত, প্ৰশিক্ষিত, কম বয়সৰ, বেগবান, প্ৰাণবন্ত হাতী-ঘোঁৰাক উৎকৃষ্ট বুলিব পাৰি। প্ৰথম শ্ৰেণীৰ উৎকৃষ্ট সৈন্য, হাতী আৰু ঘোঁৰাৰ এক-তৃতীয়াংশ মধ্যত, আৰু বাকী দুই-তৃতীয়াংশ দুই প্ৰান্ত আৰু দুই পাৰ্শ্বত দিব, তাৰ পাছত দ্বিতীয় শ্ৰেণীবোৰ থাকিব, তৃতীয় শ্ৰেণীৰ আৰু একেবাৰে নিকৃষ্টবোৰ উৎকৃষ্টবোৰৰ আগত দিব। শত্ৰুক আক্ৰমণ কৰোঁতে প্ৰান্ত, পাৰ্শ্ব, আৰু মধ্যৰ এটা বা দুটাৰে আক্ৰমণ কৰি বাকী সৈন্য সহায়কাৰী হিচাপে প্ৰয়োগ কৰিব। অধ্যায়টোৰ শেষ প্ৰকৰণত অশ্ব, হস্তী, ৰথ আৰু পদাতিৰ যুদ্ধ-ৰীতিৰ বৰ্ণনা কৰা হৈছে। অশ্বাৰোহী সৈন্যৰ বিশেষ আক্ৰমণ-পদ্ধতি হৈছে শত্ৰুৰ ব্যূহ ভেদ কৰা, সৈন্যৰ একাংশ আগুৰি লৈ যুদ্ধ কৰা, শত্ৰুসৈন্য ছেদেলিভেদেলি হৈ পলাই গলে পিছে পিছে খেদি যোৱা, নিজৰ বিচ্ছিন্ন সৈন্যক ৰক্ষা কৰা, ইত্যাদি। হাতী আৰু ৰথৰ বেলিকা একে ঠাইৰপৰা স্থিৰভাৱে যুদ্ধ কৰাটো এটা বিশিষ্ট ৰীতি। পদাতিৰ যুদ্ধৰ কাৰণে বিশেষ স্থান বা কাল নাই: পদাতিয়ে য'তে ত'তে যি কোনো সময়তে যুদ্ধ কৰিব লগীয়া হয়; গোপনভাৱে শত্ৰুক আঘাত কৰাও পদাতিৰ কাৰণে অনুমোদিত যুদ্ধ-ৰীতি। ষষ্ঠ অধ্যায়ৰ দুটা প্ৰকৰণৰ প্ৰথমটোত (১৫৮তম) দণ্ডব্যূহ, ভোগ-ব্যূহ, মণ্ডলব্যূহ আৰু অসংহতব্যূহ—এই চাৰি প্ৰকাৰ মূল ব্যূহৰ বিষয়ে কোৱা হৈছে। দণ্ডব্যূহত সৈন্যবোৰ দণ্ড বা লাঠিৰ দৰে অৰ্থাৎ সৰলৰেখাৰ আকাৰত সজোৱা হয়; ভোগ বা সৰ্পব্যূহত সাপৰ বুকুৰ খলপবোৰৰ দৰে এটাৰ পাচত আনটো বাহিনীয়ে আক্ৰমণ কৰে; মণ্ডল বা চক্ৰাকাৰ ব্যূহত আগবাঢ়ি যোৱা শত্ৰুবাহিনীয়ে চাৰিওফালে যুদ্ধ কৰে; অসংহত বা পৃথক পৃথক হৈ থকা ব্যূহত বাহিনীবোৰে নিজ নিজ স্থানৰপৰাই যুদ্ধ কৰে। সৈন্যৰ সংখ্যা আৰু আক্ৰমণৰ প্ৰকাৰ অনুসৰি এই মৌলিক ব্যূহ চাৰিটাৰ বেলেগ বেলেগ নাম হয়। ১৫৯তম প্ৰকৰণত শত্ৰুব্যূহ ওফোৰাবলৈ কোনটো ব্যূহৰ বিপক্ষে কোন ব্যূহ প্ৰতিদ্বন্দ্বী ব্যূহ হ'ব তাক ব্যাখ্যা কৰিছে। গোটেই শেষত প্ৰকৰণৰ বিষয়ৰ লগত সম্পৰ্ক নথকা কিছু কথাই ঠাই পাইছে। তাত পদাতি, সেনাপতি আৰু নায়কৰ অধীনস্থ সৈন্যৰ হিচাপ দিছে; সৈন্য পৰিচালনাৰ সঙ্কেতৰ কথা কোৱা হৈছে: যুদ্ধ জয়ৰ বিবিধ কূট-কৌশলৰ বৰ্ণনা কৰিছে আৰু কৈছে—'একং হন্যান্ন বা হন্যাদিষুঃ ক্ষিপ্তো ধনুষ্মতা। প্ৰাজ্ঞেন তু মতিঃ ক্ষিপ্তা হন্যাদ্ গৰ্ভগতানপি॥—ধনুৰ্দ্ধাৰী যোদ্ধাই এপাত শৰ মাৰি এজন সৈন্যকহে মাৰিব পাৰে, বা নোমাৰিবও পাৰে; কিন্তু বুদ্ধিমানজনে তেওঁৰ বুদ্ধি প্ৰয়োগ কৰি গৰ্ভস্থ সন্তানকো বিনাশ কৰিব পাৰে।'

একাদশ অধিকৰণৰ নাম 'সংঘবৃত্ত'—সংঘৰ প্ৰতি ব্যৱহাৰ। ইয়াত দুটা প্ৰকৰণৰে সৈতে একেটা মাথোন অধ্যায় আছে। ইংৰাজীত oligarchy যি কৌটিল্যৰ পৰিভাষাত সংঘও সেই। কোনো খেল বা ফৈদবিশেষৰ মুখিয়াল লোকসকলক লৈ গঠিত হোৱা শাসনতন্ত্ৰক সংঘ বোলা হয়। কোনো কোনো সংঘৰ মুখ্যজনে ৰজা-খিতাপো গ্ৰহণ কৰে। কাম্বোজ, সুৰাষ্ট্ৰ, ক্ষত্ৰিয়, শ্ৰেণী আদি সংঘবোৰে কোনো এটা অৰ্থকৰী বৃত্তি লৈ আৰু যুদ্ধ-বিদ্যাৰে জীৱিকা চলাই-ছিল। লিচ্ছিবিক, বৃজিক, মল্লক, মদ্ৰক, কুকুৰ, কুৰু, পাঞ্চাল আৰু আন কিছুমান সংঘৰ মুখ্যজনে ৰাজা উপাধি লৈছিল। বিজিগীষুক উপদেশ দিয়া হৈছে যে তেওঁ এনেকুৱা সংঘ-বোৰ বশ্য কৰিবলৈ যত্ন কৰিব আৰু তাকে কৰিবলৈ হলে সংঘৰ মুখিয়াল লোকসকলৰ মাজত

ভেদনীতিৰ প্ৰয়োগ কৰিব লাগিব। ১৬০তম প্ৰকৰণত ভেদনীতি প্ৰয়োগৰ উপায়বোৰ উল্লেখ কৰিছে। বিজিগীষুৱে এই উদ্দেশ্যে বহুসংখ্যক গুপ্তঘাতক (তীক্ষ্ণ) আৰু আচাৰ্য, সাধু আদিৰ বেশত চোৰাংচোৱা নিযুক্ত কৰিব। সিবিলাকে সংঘৰ মুখিয়ালসকলৰ মাজত থকা দুৰ্বলতাৰ সুযোগ লৈ পৰস্পৰৰ মাজত মনোমালিন্যৰ সৃষ্টি কৰিব। বিজিগীষুৱে দুৰ্বল পক্ষক আঁতৰাই আনি নিজৰ দেশত সিঁচৰতিকৈ ৰাখিব। এইদৰে সংঘক দুৰ্বল কৰি আয়ত্ত পক্ষক আঁতৰাই আনি নিজৰ দেশত সিঁচৰতিকৈ ৰাখিব। এইদৰে সংঘৰ্ষক দুৰ্বল কৰি আয়ত্ত কৰিব। পিছৰটো প্ৰকৰণত (১৬১তম) সংঘৰ মুখিয়াল লোকসকলৰ ওপৰত কি ধৰণৰ গোপন শাস্তিবিধান কৰিব তাৰ বৰ্ণনা কৰা হৈছে। সংঘৰ নেতাৰ লৰাক চোৰাংচোৱাই ৰজাৰ ল'ৰা বুলি মনত প্ৰত্যয় জন্মাই সংঘৰ বিৰুদ্ধে যুঁজাব আৰু উদ্দেশ্য সিদ্ধ হলে তেওঁকো হত্যা কৰাব। গণিকাচোৰাংচোৱাই প্ৰেমৰ অভিনয় কৰি কোনো সংঘ-মুখ্যক প্ৰতাৰণা কৰি মৃত্যু ঘটাব। ভিক্ষুনীবেশী চোৰাংচোৱাই এজন মুখ্যৰ পত্নীৰ প্ৰতি আন এজন আসক্ত হোৱা বুলি বিশ্বাস ওপোজাই দুয়োৰে মাজত সংঘৰ্ষ লগাই দুৰ্বলজনক সহায় কৰি সবলজনৰ মৃত্যু ঘটাব। এইদৰে গোপন শাস্তি-ব্যৱস্থাৰ দ্বাৰা সংঘক দুৰ্বল কৰি বশ মনাব। আনহাতে, সংঘয়ো এজনীয়া ৰজাৰ কূটনীতি ব্যৰ্থ কৰিবলৈ যত্নপৰ হ'ব আৰু সংঘৰ নেতায়ো ন্যায়-পৰায়ণ হৈ সকলোৰে প্ৰতি সমদৃষ্টি ৰাখিব।

দ্বাদশ অধিকৰণ পাঁচোটা অধ্যায় আৰু নটা প্ৰকৰণেৰে সম্পূৰ্ণ। অধিকৰণৰ নাম 'আবলীয়সম্', অৰ্থাৎ দুৰ্বল ৰজা-সম্বন্ধীয়। কৌটিলীয় অৰ্থশাস্ত্ৰত কেৱল বিজিগীষুৰ অভিলাষ পূৰণৰ কাৰণেহে যে উপদেশ আছে এনে নহয়, দুৰ্বল ৰজাসকলে কেনেকৈ বিজিগীষু বা সবল ৰজাৰ কবলৰপৰা নিজক মুক্ত কৰিব সেই বিষয়েও পৰামৰ্শ আছে। এই সমগ্ৰ অধিকৰণটো দুৰ্বল ৰজাক উদ্দেশ্যে কৰিয়ে লিখা হৈছে। প্ৰথম অধ্যায়ৰ (১৬২তম প্ৰকৰণ) নাম যদিও 'দূতৰ কৰ্ম' দিয়া হৈছে, দূতসংক্ৰান্ত কথা ইয়াত খুব কমহে আছে। 'দুৰ্বল ৰজা বলবানৰ ওচৰত সেও হৈ থকা উচিত,' 'ক্ষত্ৰিয়ধৰ্ম অনুসৰি জয়-পৰাজয়ৰ কথা নাভাবি যুঁজ দিয়া কৰ্তব্য'—ভাৰদ্বাজ আৰু বিশালাক্ষৰ এই মত অগ্ৰাহ্য কৰি কৌটিল্যই কয় যে দুৰ্বল ৰজাই কোনো বলবান ৰজাৰ বা দুৰ্গৰ আশ্ৰয় বিচাৰিব। তেওঁ কয় যে পৰদেশ আক্ৰমণকাৰী ৰজাসকল তিনি শ্ৰেণীৰ ধৰ্মবিজয়ী, লোভবিজয়ী আৰু অসুৰবিজয়ী। বশ্যতা স্বীকাৰ কৰিলে ধৰ্মবিজয়ী তুষ্ট হয়। লোভবিজয়ী তুষ্ট হয় ভূমি আৰু অৰ্থ লাভ কৰি। অসুৰবিজয়ীয়ে বিজিত ৰজাৰ সৰ্বস্ব অপহৰণ কৰি আৰু ল'ৰা-তিৰোতা আৰু প্ৰাণ লৈহে তৃপ্তি লাভ কৰে। দুৰ্বল ৰজাই আক্ৰমণৰ সম্মুখীন হলে, হয় দূতৰ যোগে সন্ধিৰ প্ৰস্তাৱ কৰিব, নহয় কূটনীতিৰ আশ্ৰয় ল'ব। সন্ধি কৰোঁতে সৈন্য বা সা-সম্পত্তি দিব লগীয়া হলে এনে সৈন্য বা সম্পত্তি দিব যিবোৰ শত্ৰুৰ কাৰণে শেহান্তৰত ক্ষতিকাৰক হয়। যদি কূটনীতিৰ আশ্ৰয় লয়, এই ধৰণে আগবাঢ়িব—চোৰাংচোৱা লগাই শত্ৰুৰ দুৰ্গ, শিবিৰ, জনপদ আদিৰ ক্ষতি কৰাব; আটৱিকসকলক উৎসাহ দি তেওঁৰ ৰাজ্য লণ্ড-ভণ্ড কৰাব; ৰাজপাটৰ উত্তৰাধি-সকলক কামত লগাব। বন্ধকীপোষক (বেশ্যা-ব্যৱসায়ী) সকলক চোৰাংচোৱাৰূপে নিযুক্ত কৰি তেওঁলোকৰ হতুৱাই ৰূপৱতী বেশ্যাৰ যোগে শত্ৰু-সেনাধ্যক্ষসকলৰ মাজত পৰস্পৰ কামোন্মাদ-জনিত কলহৰ সৃষ্টি কৰাই তীক্ষ্ণসকলক সক্ৰিয় কৰিব। সাধু, বেপাৰী, দৈৱজ্ঞ আদিৰ ভাওত চোৰাংচোৱাসকলে শত্ৰুৰাজ্যৰ উচ্চ বিষয়া আৰু ৰজাৰ মন পাৰস্পৰিক সন্দেহ, ঈৰ্ষা, ক্ৰোধ আৰু জিঘাংসাৰে আচ্ছন্ন কৰিব, দুৰ্গাধিকাৰী শূন্যপালৰ (ৰাজ-প্ৰতিনিধি) লগত প্ৰজাৰ

মনোমালিন্য ঘটাব, গাওঁবাসীৰ লগত সমাহৰ্তাৰ বিভেদ সৃষ্টি কৰিব, ইত্যাদি। তৃতীয় অধ্যায়ত ১৬৪তম প্ৰকৰণ শেষ কৰা হৈছে আৰু 'ৰাজ-মণ্ডলৰ মাজত উত্তেজনা সৃষ্টি' নামৰ ১৬৫তম প্ৰকৰণ সম্পূৰ্ণ হৈছে। চোৰাংচোৱাসকলে শত্ৰুৰজা আৰু তেওঁৰ প্ৰিয়পাত্ৰসকলৰ অতি ওচৰত থাকি চাৰি বাহিনীৰ সেনাধ্যক্ষসকলৰ বন্ধুৰ যোগে তেওঁলোকৰ প্ৰতি ৰজা ক্ৰুদ্ধ হোৱা বুলি জনাই দি ৰজাই প্ৰতা বুলি ৰাতি তেওঁলোকক শিবিৰৰপৰা বাহিৰলৈ-আনি হত্যা কৰিব। নমৰাকৈ ৰুকাসকলক ৰজাৰ ৰাজ্যৰপৰা আঁতৰি যাবলৈ উদগনি দিব। অথবা, 'শত্ৰু-পক্ষৰ লগত তেওঁলোকৰ যোগাযোগ থকা বুলি ৰজাই অপৰাধী সেনাধ্যক্ষসকলক দমন কৰিবলৈ শূন্যপালক নিৰ্দেশ দিছে' এনে ভুৱা বাতৰি দি প্ৰত্যয় নিয়াই তেওঁলোকক আঁতৰাব। ভূমি আৰু অৰ্থৰ প্ৰলোভনেৰেও তেওঁলোকক বিদ্ৰোহী কৰি তুলিব পাৰে। ৰাজমণ্ডলৰ মাজত উত্তেজনাৰ সৃষ্টি কৰিবলৈ হলে শত্ৰুৰজাৰ পাৰ্ষ্ণিগ্ৰাহ, মিত্ৰ আৰু আন সকলো ৰজাক ক'ব— 'এই ৰজাই প্ৰথমে মোক উচ্ছেদ কৰি পিছত এজন এজনকৈ সকলোকে উচ্ছেদ কৰিব; সাৱধান হ'ব। আপোনালোকে ৰবং মোক সহায় কৰাই ভাল।' চতুৰ্থ অধ্যায়ৰ দুটা প্ৰকৰণৰ প্ৰথমটোত (১৬৬তম) শত্ৰুক নিৰ্মূল কৰিবলৈ অস্ত্ৰ, বিষ আৰু অগ্নি প্ৰয়োগ কৰাৰ উপায়বোৰ দেখুওৱা হৈছে। নকলেও হ'ব যে চোৰাংচোৱাৰ তৎপৰতা আৰু দক্ষতাৰ ওপৰতে উপায়বোৰ নিৰ্ভৰ কৰে। শত্ৰুৰ ৰাজধানীত বেপাৰী ৰূপত, গাওঁ-অঞ্চলত গৃহস্থ-বেশত আৰু সীমান্ত-অঞ্চলত গৰখীয়া বা সন্ন্যাসী-বেশত গুপ্তচৰ নিযুক্ত কৰি কোনো সামন্ত ৰজা, আটৱিক আদিক উদগনি দি শত্ৰুৰ দুৰ্বলতাৰ সুযোগ লৈ আঘাত কৰিব। শত্ৰুসৈন্যৰ খাদ্য-যোগনীয়া হৈ বেপাৰী-বেশী চোৰাংচোৱাই খাদ্যত বিহ মিহলাই বিক্ৰী কৰিব। বহুকাল আগৰেপৰা কোনো গুপ্তচৰ শত্ৰুৰ সৈন্যবাহিনীত ভৰ্তি হৈ উচ্চ পদ লাভ কৰি মৃত্যুদণ্ড প্ৰাপ্ত কোনো লোকক নিজৰ পুতেক বুলি প্ৰচাৰ কৰি যুদ্ধৰ সময়ত তাৰ মৃত্যু ঘটাই মৃতকৰ তৰ্পণৰ উদ্দেশ্যে বুলি বিহ মিহলি মদ খুৱাই শত্ৰুসৈন্যৰ পয়মাল ঘটাব। সংকীৰ্ণ পথেৰে শত্ৰু আগবাঢ়িলে জুই দি বধ কৰিব। যুদ্ধৰ গোলমলীয়া পৰিবেশত সেনাধ্যক্ষসকলৰ বাসগৃহত জুই লগাই দিব। অস্ত্ৰ, বিষ, আৰু অগ্নিৰ উপৰিও শত্ৰু-বধৰ আৰু বহু উপায়ৰ ইংগিত অধ্যায়টোত পোৱা যায়। শত্ৰুৰ যোগান, সৈন্যক্ষয়প্ৰৱেশ আদি বিষয়ক দ্বিতীয় প্ৰকৰণৰ (১৬৭তম) কথাখিনি একেটা বাক্যতে সমাপ্ত কৰিছে। একায়ন পথত (যি বাটেৰে এটাৰ পাছত এটাকৈ মানুহ যাব পাৰি) খাপ লৈ থাকি শত্ৰুৰ উক্ত কাৰ্যবোৰত বাধা দিব। পঞ্চম অধ্যায়ত প্ৰকৰণ তিনিটা। ১৬৮তম প্ৰকৰণত দুৰ্বল ৰজাই বলবান ৰজাক কৌশলেৰে কেনেকৈ বিপন্ন কৰিব পাৰে সেই বিষয়ে উপদেশ দিছে। ৰজাই কোনো মন্দিৰলৈ দেৱপূজাৰ উদ্দেশ্যে আহোঁতে তেওঁৰ ওপৰত কৌশলেৰে বখা বেৰ বা শিল পেলাই দি তেওঁক বধ কৰিব পাৰি। তেওঁ শোৱা বা বহা ঘৰৰ মজিয়াথনত স্ক্ৰু লগাই ৰাখি সেই স্ক্ৰু সোলোকাই দি তলত থকা শূল পুতি থোৱা কুৱাত পেলাই তেওঁক মাৰিব পাৰি। দুৰ্বল ৰজাৰ দুৰ্গ বৌতিয়া শত্ৰুৰ হস্তগত হোৱাৰ উপক্ৰম হয় তেওঁ দুৰ্গৰ চাৰিওফালে এক যোজন দূৰৰ ভিতৰত থকা ঘাহঁ-বন গছ-গছনি আদি জুই লগাই পুৰি পেলাব। পানী নাইকিয়া কৰি পেলাব। শত্ৰুৰ শিবিৰলৈ সুৰুঙ্গ কৰি শত্ৰুক ধৰি আনিবলৈ চেষ্টা কৰিব। শত্ৰুৱে সুৰুঙ্গ কৰিলে তাক পানীৰে ওখোচাই দিব। অথবা, গুপ্তচৰে শত্ৰুৰজাৰ মিত্ৰ হৈ বাতৰি দিব যে দুৰ্গত খাদ্যসামগ্ৰীৰ নাটনি হোৱাত নতুনকৈ সামগ্ৰী অনা হ'ব ধৰিছে আৰু তেওঁ তাক আটক কৰিব লাগে। দুৰ্বল ৰজাৰ দ্ৰোহী সৈন্য আদিয়ে বিহ মিহলাই সেই খোৱা-বস্তু আনিব আৰু আক্ৰমণকাৰী ৰজাৰ সৈন্যই সেই

বস্তু কাঢ়ি নি খাই মৃত্যুৰ মুখত পাৰিব। 'বলপ্ৰয়োগেৰে দ্বাৰা শত্ৰুক প্ৰতাৰণা কৰা'—এই শীৰ্ষক প্ৰকৰণত (১৬৯তম) কোৱা হৈছে যে দুৰ্বল ৰজাই অতৰ্কিতে ৰাতি শত্ৰুশিবিৰ আক্ৰমণ কৰি আত্মৰক্ষাৰ চেষ্টা কৰিব পাৰে। যদি ব্যৰ্থ হয়, তেওঁ বৌদ্ধ সন্ন্যাসীৰ বেশত পলাই যাব, বা মৰাশ নিয়াৰ ছলেৰে চোৰাংচোৱাসকলে তেওঁক পলুৱাই নিব, অথবা তিৰোতাৰ সাজ পিন্ধি কোনো শৱ-যাত্ৰাৰ অনুগমন কৰি পলাব। তাৰ পাছত লেখাত বিদ্ৰোহী সৈন্য লগত লৈ উলটি আহিব। ইতিমধ্যে গুপ্তচৰসকলে শত্ৰুৰ লগত সংযোগ স্থাপন কৰি কব যে ৰজাৰ সৈন্যবোৰ বিশ্বাসঘাতক, বিপদত তেওঁক এৰা দিব। গতিকে শত্ৰু অসতৰ্ক হৈ থাকিব। সেই সুযোগতে তেওঁ অনুৰক্ত সৈন্যদলেৰে আক্ৰমণ কৰিব। অগত্যা যদি দুৰ্গ শত্ৰুৰ হাতত পৰে তেতিয়া দুৰ্গহীন অকলশৰীয়া ৰজাই কি কৰিব সেয়ে তৃতীয় (১৭০তম) প্ৰকৰণৰ আলোচ্য বিষয়। তেতিয়া তেওঁ কাৰেঙৰ ভিতৰৰ আগতে কৰি থোৱা কোনো গোপন কক্ষ, দেৱতাৰ প্ৰতিমা বা ফোপোলা বোৰৰ মাজত সোমাই থাকিব। কেইদিনমান পিছত, কথা পুৰণি হলে, ওলাই আহি অসাৱধান শত্ৰুক হত্যা কৰিব। পূৰ্বতে নিযুক্ত গুপ্তচৰসকল তেওঁৰ সহায়ক হব।

ত্ৰয়োদশ অধিকৰণৰ নাম দুৰ্গলম্ভোপায়—দুৰ্গ দখল কৰাৰ উপায়। এই অধিকৰণ মুঠতে পাঁচোটা অধ্যায় আৰু ছটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত (১৭১তম প্ৰকৰণ) বিজিগীষুক উপদেশ দিয়া হৈছে তেওঁ কেনেকৈ শত্ৰুৰ দেশৰ লোকসকলক ৰজাৰ বিৰুদ্ধে যাবলৈ প্ৰৰোচিত কৰিব। এই বিষয়ত বিজিগীষুৱে প্ৰচাৰ কৰিব লাগিব যে তেওঁ সৰ্বজ্ঞ আৰু দেৱতাৰ লগত তেওঁৰ ঘনিষ্ঠ যোগাযোগ আছে। এনে কৰিলে নিজপক্ষৰ মনত উৎসাহ বাঢ়িব আৰু শত্ৰুপক্ষৰ মন সেমেকিব। ভূত ভৱিষ্যৎ বৰ্তমান তেওঁৰ যে একো অবিদিত নাই, এই কথাৰ প্ৰচাৰ হবলৈ হলে গুপ্তচৰৰ যোগে সকলো খবৰ জানি লৈ এনেয়ে জনা বুলি প্ৰচাৰ কৰিব। পাৰচৰাইৰ যোগে বিদেশৰ দিনৰ বাতৰি দিনে সংগ্ৰহ কৰি ঘৰত বহিয়ে জনা যেন দেখুৱাব। দেৱতাৰ ফোপোলা প্ৰতিমাৰ ভিতৰত নিজৰ মানুহ সুমুৱাই ৰাখি সেই মানুহৰ লগত কথা পাতি দেৱতাই তেওঁৰে সৈতে কথা হোৱা যেন দেখুৱাব। এনে অলৌকিক শক্তি দেখুওৱাৰ আৰু কেবাটাও উপায়ৰ কথা বৰ্ণনা কৰা হৈছে। জ্যোতিষী, শকুনশাস্ত্ৰবিদ্, সাধু-সন্ন্যাসীবেশী গুপ্তচৰসকলে বিজিগীষুৰ শুভ গ্ৰহৰ কথা আৰু শত্ৰুৰ অশুভ গ্ৰহৰ কথা ঘোষণা কৰিব। শত্ৰুৰাজ্যত সুদক্ষ গুপ্তচৰক দূত নিযুক্ত কৰি মন্ত্ৰী আৰু মুখ্য বিষয়া আদিক জনাব যে বিজিগীষুৱে মুক্তহস্তে দান-বৰঙণি আগবঢ়াব। নানা উপায়ে সেনানায়ক প্ৰমুখ্যে মুখ্য লোকসকলক ৰজাৰ বিৰুদ্ধে উচটাব। যিসকল উচটনিৰ বশ হয়, তেওঁলোকক ধন-মান বাঢ়ি সন্তুষ্ট কৰিব। দুৰ্ভিক্ষ বা আন নৈসৰ্গিক বিপদৰ সময়ত তেওঁলোকৰ চোৰাং-চোৱা সোমাই পৰি তেওঁলোকৰে এজন হৈ ক'ব—'আমি ৰজাক সাহায্য খোজো, যদি নিদিয়ে আমি আনৰ আশ্ৰয় লম।' উচটনিত ভোল যোৱাসকলক খাদ্যশস্য আৰু দ্ৰব্যাদি দি সহায় কৰিব। দ্বিতীয় অধ্যায়ত (১৭২তম প্ৰকৰণ) শত্ৰুক দুৰ্গৰপৰা বাহিৰ উলিয়াই অনাত কেনে ধৰণৰ কৌশলৰ আশ্ৰয় লব লাগে এই বিষয়ৰ আলোচনা কৰা হৈছে। ইয়াত নানান কৌশলৰ বৰ্ণনা আছে। সিদ্ধপুৰুষৰ ভাও দিয়া চোৰাংচোৱাই ৰজাৰ অশুভ গ্ৰহৰ শান্তি কৰাৰ কাৰণে, মাটিৰ তলত থকা টকা উলিয়াই দিব পাৰে বুলি বিশ্বাস জন্মাই, পানীৰ ওপৰত বৰুণ দেৱতা উলিয়াই, ইত্যাদি উপায়ে ৰজাক বাহিৰলৈ উলিয়াই আনিব পাৰে। ঘোঁৰা-ব্যৱসায়ীৰ ভাও দিয়া গুপ্তচৰে ভাল ঘোঁৰা দিব বুলি, হস্তিবনৰ ৰক্ষকৰ ভাও দিয়া গুপ্তচৰে ভাল

হাতী দিব বুলিও ৰজাক বাহিৰলৈ আনিব পাৰে। নাইবা চোৰাংচোৱাসকলে ৰাক্ষস, ভূত আদিৰ ভাও দি ৰাজ্যত বিভীষিকাৰ সৃষ্টি কৰি লগতে ৰজাই নিজে শান্তি-প্ৰায়শ্চিত্ত হ'লেহে সকলো উপশম হ'ব বুলি প্ৰচাৰ কৰিও ৰজাক দুৰ্গ এৰি বাহিৰলৈ আহিবলৈ বাধ্য কৰাব পাৰে। ৰূপৱতী তিৰোতাৰ যোগেও প্ৰলুব্ধ কৰি বাহিৰ উলিয়াই আনিব পাৰি। যেতিয়া ৰজা কোনো অভিনয় চাবলৈ বা উৎসৱত যোগ দিবলৈ আহে তেতিয়া অসাৱধান হৈ থাকোঁতে ঘাতক-সকলে খাপ লৈ থাকি তেওঁক হত্যা কৰিব পাৰে। তৃতীয় অধ্যায়ত (১৭৩তম প্ৰকৰণ) শত্ৰু আৰু আটৱিকৰ বিৰুদ্ধে গুপ্তচৰ নিয়োগ-সম্পৰ্কীয় পৰামৰ্শ দাঙি ধৰা হৈছে। বিজিগীষুৰ শ্ৰেণী-সৈন্যৰ কোনো বিশ্বাসভাজন অধ্যক্ষই তেওঁৰ পক্ষ ত্যাগ কৰাৰ ভাও দি শত্ৰুৰ আশ্ৰয় লয়। নিজৰ প্ৰচুৰ বিদ্ৰোহী লোকৰ দ্বাৰা অধ্যুষিত কোনো নগৰ নাইবা হাতী-ঘোঁৰা অথবা বিদ্ৰোহী বিষয়াৰ পৰিচালনাধীন কোনো সৈন্যবাহিনী ধ্বংস কৰি শত্ৰুৰ অধিক বিশ্বাসৰ পাত্ৰ হ'ব। তাৰ পিছত বিজিগীষুলৈ বাতৰি পঠিয়াই কোনো অহিন কামৰ অজুহাতত শত্ৰুক আক্ৰমণ কৰাব। অথবা, শত্ৰুৰ লগত মিত্ৰতা কৰি বিজিগীষুৱে তেওঁৰ কোনো অমাত্যই তেওঁক পৰিত্যাগ কৰি যোৱাৰ ভাও দিব। বিজিগীষুৱে এই কাম তেওঁৰ শত্ৰুৰ (তেতিয়াৰ মিত্ৰৰ) বুলি সেই ৰাজ্যৰ দূতৰ আগত অভিযোগ কৰিব। অমাত্যজনে শত্ৰুৰ আশ্ৰয় লৈ বিশ্বাসত সোমাই পৰিব আৰু ভিতৰত থাকি শত্ৰুক বিভ্ৰান্ত কৰি তেওঁৰ শক্তিৰ হ্ৰাস কৰিব। এইদৰে আন মুখ্য বিষয়াসকলৰ মাজতো কোনোজনক চাকৰিৰপৰা বৰ্খাস্ত কৰাৰ ভাও দি চোৰাংচোৱাগিৰি কৰা কাৰ্যত নিযুক্ত কৰিব পাৰে। মাংস-বিক্ৰেতা ব্যাধৰ ভাওত, কাৰিকৰ, শিল্পী, বৌদ্ধসন্ন্যাসী, অভিনেতা, বেপাৰী আদিৰ ভাও লৈ চোৰাংচোৱাবিলাকে কি কি উপায়ে শত্ৰুৰ অনিষ্ট কৰিব পাৰে তাৰ বিশদ বৰ্ণনা কৰা হৈছে। গুপ্তচৰসংক্ৰান্ত কথাৰ উপৰিও অধ্যায়টোত কূটনীতি প্ৰয়োগ-বিষয়ক আন বহু কথা আছে। চতুৰ্থ অধ্যায় দুটা প্ৰকৰণত বিভক্ত—দুৰ্গ-অৱৰোধ (১৭৪তম) আৰু দুৰ্গ-আক্ৰমণ (১৭৫তম)। দুৰ্গ-অৱৰোধ প্ৰসংগত কোৱা হৈছে যে শত্ৰুক আগতে দুৰ্বল কৰিহে দুৰ্গ অৱৰোধ কৰিব লাগে —'কৰ্শনপূৰ্বং পৰ্যুপাসনকৰ্ম।' শত্ৰু যেতিয়া দুৰ্বল নাইবা নানা কাৰণে বিপন্ন হ'ব তেতিয়া দুৰ্গ অৱৰোধ কৰা বুদ্ধিমানৰ কাম। তেওঁ যুদ্ধ হ'ব পৰা ঠাইৰপৰা মানুহবোৰ আঁতৰাই আন ঠাইত বহুৱাব। প্ৰজাক নিৰাশ্ৰয় কৰা বা ধ্বংসৰ মুখলৈ ঠেলি দিয়া উচিত নহয়। কাৰণ মানুহ নাথাকিলে দেশ হ'ব নোৱাৰে আৰু দেশ নাথাকিলে ৰাজ্য হ'ব নোৱাৰে— 'ন হ্যজনো জনপদো ৰাজ্যমজনপদং বা ভৱতীতি কৌটিল্যঃ।' তেওঁ দুৰ্গৰ যোগান-ব্যৱস্থা বাধাক্ৰান্ত কৰিব। খেতিৰ ফচল নষ্ট কৰিব আৰু খেতিৰ কামত বাধা দিব। দুৰ্গৰ চাৰিও-কালৰ খালবোৰ কাটি দি পানী ওলাই যাব দিব। দুৰ্গৰ ভিতৰলৈ যোৱাকৈ মাটিৰ তলেদি সুৰুঙ্গ নিৰ্মাণ কৰিব। শত্ৰুপক্ষীয় লোকক হাত কৰাৰ কাৰণে সাম আদি উপায় চাৰিটাৰ প্ৰয়োগ কৰিব। নিজৰ শিবিৰৰ প্ৰতিৰক্ষা, সৈন্যক্ষয় পূৰণ আৰু খাদ্য, বাহন, আৰু অস্ত্ৰ-শস্ত্ৰৰ যোগান-ব্যৱস্থা অব্যাহত ৰাখিব। দুৰ্গত বাহ লোৱা চৰাই ধৰি নেজত অগ্নি-প্ৰজ্বালক দ্ৰব্য বান্ধি দিব আৰু নানা উপায়ে দুৰ্গত জুই লগাবলৈ চেষ্টা কৰিব। অৱশ্যে যুদ্ধ কৰি জয়ৰ সম্ভাৱনা থাকিলে জুইৰ ব্যৱহাৰ সমীচীন নহয়। কাৰণ জুইত বিশ্বাস নাই —ই দৈৱিক বিপদ, জুয়ে অলেখ প্ৰাণী, বিস্তৰ সম্পদ বিনষ্ট কৰিব পাৰে—'অবিশ্বাস্যো হ্যগ্নিৰ্দৈৱপীড়নং চ, অপ্ৰতিসংখ্যাতপ্ৰাণিধান্যপশুহিৰণ্যকুপ্যদ্ৰব্যক্ষয়কৰঃ।' সম্পদ নাইকিয়া হোৱা ৰাজ্য লাভ হ'লেও নোহোৱাৰ দৰে—'ক্ষীণনিচয়ং চাৱাপ্তমপি ৰাজ্যং ক্ষয়ায়ৈৱ ভৱতি।'

পিছৰ প্ৰকৰণত প্ৰথমতে দুৰ্গ আক্ৰমণ কৰাৰ উপযুক্ত সময়ৰ কথা কৈছে। দুৰ্গত যেতিয়া জুই লাগে, সৈন্যসকলে যেতিয়া প্ৰেক্ষাগৃহত নাট্যাভিনয় চাই থাকিব, খান-পানী, বৰষুণ, কুঁৱলী আদি যেতিয়া ছানি পৰিব সেই অৱসৰতে দুৰ্গ আক্ৰমণ কৰিব। আক্ৰমণ কৰোঁতে এইসকল লোকৰ বিৰুদ্ধে অস্ত্ৰ নুতুলিব—যিসকল মাটিত বাগৰি পৰিছে, যিসকল পৰাঙ্মুখ হৈছে, যিসকলে আত্মসমৰ্পণ কৰিছে, যিবিলাকৰ চুলি আউলিজাউলি হৈছে, যিবিলাক নিৰস্ত্ৰ, যিবিলাক ভয়ত পেপুৱা লাগিছে আৰু যিসকলে যুদ্ধ কৰা নাই। অধ্যায়ৰ শেষত দুৰ্গজয় কৰাৰ পাঁচোটা উপায়ৰ উল্লেখ কৰিছে—গুপ্ত প্ৰৰোচনা, গুপ্তচৰ, শত্ৰুক দুৰ্গৰ বাহিৰলৈ অনা, দুৰ্গ অৱৰোধ আৰু দুৰ্গ আক্ৰমণ। পৃথিৱী জয় কৰি বিজিগীষুৱে প্ৰজাক বৰ্ণাশ্ৰম ধৰ্মমতে সংস্থাপন কৰি নিজে ধৰ্মত থাকি ৰাজ্য ভোগ কৰিব। পঞ্চম অধ্যায়ত (১৭৬তম প্ৰকৰণ) বিজিগীষুৱে বিজিত ৰাজ্যত শান্তিপ্ৰবৰ্তনৰ অৰ্থে লব লগীয়া ব্যৱস্থাসমূহৰ উল্লেখ আছে। ইয়াত ৰাজ্য জয় কৰি বিজিগীষুৱে তাক নিজ ৰাজ্যৰ লগত চামিল কৰি লব খুজিলে কি কৰা উচিত হব তেনে ভাবতে পৰামৰ্শবোৰ আগবঢ়োৱা হৈছে। জয় জয়তে তেওঁ নিহত শত্ৰুৰ গাত যিবোৰ দোষ আছিল, নিজে তেনে দোষৰপৰা মুক্ত থাকিব। নিজৰ গুণবোৰ বঢ়াব। নতুন ৰাজ্যত সদায় প্ৰজাৰ সন্তুষ্টিজনক হিতকৰ কৰ্মবোৰ কৰি যাব। অৱস্থা বুজি কাকো কৰৰ ৰেহাই দিব, কাকো বিশেষ ঋণ আদি দি অনুগৃহীত কৰিব, অভাৱগ্ৰস্তজনক ধন দিব আৰু যোগ্যজনক সম্মানেৰে পুৰস্কৃত কৰিব। আগতে উপকাৰ কৰিব বুলি যিসকলৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ আছিল, এতিয়া সেই প্ৰতিজ্ঞা পালন কৰিব। সেই ৰাজ্যৰ জনবিশ্বাস আৰু শ্ৰদ্ধেয় দেৱতা আদিৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিব আৰু প্ৰজাৰ ভাষা সাজ-পাৰ আদি নিজে গ্ৰহণ কৰিব। গুপ্তচৰসকলে আগৰ ৰজাৰ দোষবোৰ সভাই-সমিতিয়ে স্পষ্টকৈ প্ৰচাৰ কৰিব আৰু বৰ্তমান ৰজাৰ গুণবোৰ আৰু ৰাইজৰ প্ৰতি থকা তেওঁৰ শ্ৰদ্ধাৰ কথা উদাহৰণেৰে বিৱৰি ক'ব। দেৱ-মন্দিৰ আৰু আশ্ৰমসমূহৰ প্ৰতি শ্ৰদ্ধা দেখুৱাব, বিদ্বান, বাগ্মী আৰু ধাৰ্মিক-লোকসকলক কৰমুক্ত কৰি ভূমি আৰু আন সম্পত্তি দান কৰিব। বন্দীশালৰ কয়দীবোৰক মুকলি কৰি দিব আৰু দুখীয়া, অনাথ, আৰু ৰুগীয়া লোকসকলক সহায় কৰিব। ৰাজ-কোষ আৰু সৈন্যৰ কাৰণে ক্ষতিকাৰক পুৰণি প্ৰথা আঁতৰ কৰি নতুন প্ৰথা প্ৰৱৰ্তন কৰিব। দুৰ্গ ৰাষ্ট্ৰ আৰু সৈন্যবাহিনীৰ মুখ্যসকলক আৰু দুৰ্দান্ত প্ৰকৃতিৰ লোকসকলক একে ঠাইতে বেছি দিন থাকিবলৈ নিদিব। বিজিত ৰাজ্যৰপৰা যিবিলাক লোকক আঁতৰোৱা হয় সিবিলাকৰ ঠাইত নিজ দেশৰ বা আগৰ ৰজাৰ অপ্ৰীতিভাজন লোকক বহুৱাব।

চতুৰ্দশ অধিকৰণৰ নাম ঔপনিষদিক—গোপন ক্ৰিয়া-সম্বন্ধীয়। ইয়াত চাৰিটা অধ্যায় আৰু তিনিটা প্ৰকৰণ আছে। প্ৰথম অধ্যায়ত (১৭৭তম প্ৰকৰণ) শত্ৰুসৈন্যৰ অনিষ্ট সাধিবলৈ প্ৰয়োগ কৰিব লগীয়া নানা তৰহৰ বনৌষধি, জীৱ-জন্তু আৰু আন আন পদাৰ্থৰ মিশ্ৰণ আৰু যাদুমন্ত্ৰৰ বিষয়ে বৰ্ণনা দিয়া আছে। অধ্যায়ৰ আৰম্ভণিতে কৌটিল্যই কৈছে—'চাতুৰ্বৰ্ণ্যৰক্ষাৰ্থমৌপনিষদিকমধৰ্মিষ্ঠেষু প্ৰযুঞ্জীত।'—চাৰিও বৰ্ণৰ লোকক ৰক্ষা কৰাৰ কাৰণে অধাৰ্মিক লোকৰ ওপৰত গোপন ক্ৰিয়া প্ৰয়োগ কৰিব। শত্ৰুক বিষ দিব লাগিলে ম্লেচ্ছ সম্প্ৰদায়ৰ মুনিহ বা তিৰোতাহে নিয়োগ কৰিবলৈ উপদেশ দিছে। এই অধ্যায়ত ভালেমান মিশ্ৰণ, আন কিছুমান দ্ৰব্য লগ লগাই পুৰিলে তাৰপৰা উৎপন্ন হোৱা ধোঁৱাৰ গুণাগুণ বৰ্ণনা কৰি কোৱা হৈছে যে ইয়াৰ কোনোটো প্ৰাণনাশক, কোনোটো দৃষ্টিনাশক, কোনোটো মূৰ্ছাকাৰক আৰু কোনোটো উন্মাদ আদি ৰোগকাৰক। কিছুমান প্ৰক্ৰিয়া অন্ধবিশ্বাসৰ ওপৰত

প্ৰতিষ্ঠিত যেন লাগে। দ্বিতীয় অধ্যায়ত 'গোপন ক্ৰিয়াৰ দ্বাৰা প্ৰতাৰণা' নামক ১৭৮তম প্ৰকৰণৰ প্ৰথম খণ্ডৰ আলোচনা কৰা হৈছে। এই অধ্যায়ত কিছুমান দ্ৰব্য লগ লগাই কেনেকৈ মিশ্ৰণ প্ৰস্তুত কৰিব লাগে তাৰ বৰ্ণনা পোৱা যায়। এই মিশ্ৰণবোৰৰ কোনোটো নিৰ্দিষ্ট পৰিমাণে খালে এমাহলৈ পেটত ভোক নোহোৱা হয়, কিছুমান গাত লগালে গাৰ বং বদলি যায়, কিছুমানে কুষ্ঠৰোগ জন্মায়, কোনোটো জুইৰ দৰে জলে, কোনোটো ঘঁহি জুইৰ ওপৰত নিৰাপদে খোজ কাঢ়িব পাৰি। আকৌ, কোনোটো মিশ্ৰণে পানী বা বতাহত নুনুমোৱা জুই উৎপন্ন কৰিব পাৰে, কোনোটো মুখত ললে মুখেৰে ধোঁৱা ওলায়, পানীত পেলাই দিলে পানীতে জুই জলে।' এনেকুৱা দ্ৰব্যবো বৰ্ণনা আছে যিটো লগাই দিলে আপোনাআপুনি শিকলি খুলি যায়; কিছুমান বস্তু লগ লগাই ভৰিত ঘঁহিলে এশ যোজন বাট খোজ কাঢ়ি গলেও মানুহে ক্লান্তি বোধ নকৰে। শত্ৰুৰ ভয় উৎপাদনৰ কাৰণে বিজিগীষুক এই অদ্ভুত ক্ৰিয়াবোৰৰ আশ্ৰয় লবলৈ উপদেশ দিয়া হৈছে। এনেকুৱা আচৰণ গৰ্হিত হলেও ৰাজ্যৰ নিৰাপত্তাৰ কাৰণে আৰু বিদ্ৰোহ দমন কৰিব লগীয়া হলে ৰজাই এইবোৰৰ প্ৰয়োগ অৱশ্যে কৰিব —'অনিষ্টৈবদ্ভুতোৎপাতৈঃ পৰস্যোদ্বেগমাচৰেৎ। আৰাজ্যায়েতি নিৰ্ৱাদঃ সমানঃ কোপ উচ্যতে।' তৃতীয় অধ্যায়ত প্ৰকৰণটোৰ দ্বিতীয় আৰু শেষ খণ্ডৰ আলোচনা কৰিছে। খণ্ডটোৰ নাম দিয়া হৈছে 'ঔষধ আৰু মন্ত্ৰৰ প্ৰয়োগ'। ইয়াত উল্লিখিত কিছুমান ঔষধ চকুত ঘঁহিলে আন্ধাৰ ৰাতিও চকুৰে সকলো বস্তু দেখা যায়, কিছুমান ঔষধৰ এনে গুণ যে তাক খালে লোকৰ অদৃশ্য হৈ ফুৰিব পাৰি। এনেকুৱা মন্ত্ৰ আছে যাৰ দ্বাৰা মানুহক গভীৰ নিদ্ৰাত অচেতন কৰিব পাৰি। ঔষধবিশেষ দুৱাৰমুখত পুতি থলে ঘৰৰ ভিতৰত থকা সকলো মানুহ গভীৰ টোপনিত লাল-কাল হৈ পৰিব। মন্ত্ৰৰ দ্বাৰা বিশেষ ধৰণৰ কেঁটেলা-পহুৰ কাঁইট প্ৰয়োগ কৰিও নিদ্ৰাবাণ মাৰিব পাৰি। মন্ত্ৰৰ বলত দুৱাৰ মেল খায়, মানুহৰ সকলো ঠাইলৈ অবাধ গতি হয়—এই ধৰণৰ বৰ্ণনাও আছে। মন্ত্ৰশক্তিৰে মানুহৰ উশাহনিশাহ, শৌচ-প্ৰস্ৰাৱ বন্ধ কৰা, মৃত্যু ঘটোৱা, লোকৰ ঘৰৰ ম্লাখন আদি বস্তু নিজৰ ঘৰলৈ লৈ অহা, গছৰ ফল সৰোৱা ইত্যাদি নানা অলৌকিক ঘটনাৰ বৰ্ণনা কৰা হৈছে। অধ্যায়ৰ শেষত গ্ৰন্থকাৰে কৈছে যে, এইবোৰ কেৱল শত্ৰুৰ বিৰুদ্ধেহে প্ৰয়োগ কৰিব আৰু তাৰ উদ্দেশ্য হব নিজৰ প্ৰজাক ৰক্ষা কৰা—'মন্ত্ৰভৈষজ্যসংযুক্তা যোগা মায়াকৃতাশ্চ যে। উপহন্যাদমিত্ৰাংস্তৈঃ স্বজনং চাভিপালয়েৎ॥' চতুৰ্থ অধ্যায়ত (১৭৯তম প্ৰকৰণ) নিজৰ সৈন্যৰ ওপৰত শত্ৰুৱে কৰা অনিষ্টসমূহৰ প্ৰতিবেধক আৰু আৰোগ্যকাৰক ঔষধ আৰু প্ৰক্ৰিয়া কিছুমানৰ বৰ্ণনা আছে।

একেটা অধ্যায় আৰু প্ৰকৰণত (১৮০তম) সম্পূৰ্ণ তন্ত্ৰযুক্তি নামৰ পঞ্চদশ অধিকৰণত এই গ্ৰন্থৰ আলোচনা-প্ৰণালী যে সম্পূৰ্ণ বিজ্ঞানসম্মত আৰু বত্ৰিশ প্ৰকাৰ বিশিষ্ট প্ৰণালী ইয়াত ব্যৱহাৰ হৈছে এই কথা উদাহৰণেৰে সৈতে বুজাই দিছে। অধ্যায়ৰ আৰম্ভণিতে কৌটিল্যই কৈছে—'মনুষ্যাণাং বৃত্তিৰৰ্থঃ, মনুষ্যৱতী ভূমিৰিত্যৰ্থঃ। তস্যাঃ পৃথিব্যা লাভপালনোপায়ঃ শাস্ত্ৰমৰ্থশাস্ত্ৰমিতি।' অৰ্থাৎ জীৱিকাৰ বিবিধ উপায় অৱলম্বন কৰি চলা জনসমূহৰ দ্বাৰা অধ্যুষিত এই পৃথিৱীখনেই অৰ্থ; এনে পৃথিৱী লাভ কৰা আৰু পালন কৰাৰ উপায়নিৰ্দেশক শাস্ত্ৰৰ নাম অৰ্থশাস্ত্ৰ বা ৰাজনীতি-শাস্ত্ৰ। গ্ৰন্থৰ অন্তত কৈছে—'ধৰ্মমৰ্থং চ কামং চ প্ৰবৰ্তয়তি পাতি চ। অধৰ্মানৰ্থবিদ্বেষানিদং শাস্ত্ৰং নিহন্তি চ॥—এই শাস্ত্ৰৰ অভিপ্ৰায় হৈছে ধৰ্ম, অৰ্থ আৰু কামৰ প্ৰবৰ্তন আৰু সংৰক্ষণ কৰা আৰু অধৰ্ম, অৰ্থহানি আৰু বিদ্বেষ নিৰ্মূল কৰা।

শ্ৰীৰজনীকান্ত দেৱশৰ্মা

# সূচীপত্ৰ

## তৃতীয় অধিকৰণ : ধৰ্মস্থীয় (বিচাৰক-সম্পৰ্কীয়)

## চতুৰ্থ অধিকৰণ : কণ্টকশোধন (অপৰাধী-দমন)



## পঞ্চম অধিকৰণ : যোগবৃত্ত (গোপন আচৰণ)

# কৌটিলীয় অৰ্থশাস্ত্ৰ

## প্ৰথম অধিকৰণ

## শিক্ষা-সম্পৰ্কীয়

## প্ৰথম অধ্যায়

### প্ৰকৰণ আৰু অধিকৰণৰ সমুল্লেখ

ওঁ শুক্ৰ আৰু বৃহস্পতিক নমস্কাৰ।

ৰাজ্যলাভ আৰু পালন কৰিবৰ নিমিত্তে পূৰ্ববৰ্তী আচাৰ্য্যসকলে যিমানবিলাক অৰ্থশাস্ত্ৰৰ প্ৰতিষ্ঠা কৰিছিল, সেইবিলাকৰ প্ৰায় সকলোবিলাককে সঙ্কলন কৰি এই এখন অৰ্থশাস্ত্ৰ প্ৰণয়ন কৰা হৈছে॥১॥

তাৰেই (সেই গ্ৰন্থৰেই) এয়া প্ৰকৰণৰ আৰু অধিকৰণৰ সমুল্লেখ॥২॥

বিদ্যা-নিৰ্দেশ: (জ্ঞান) বৃদ্ধসকলৰ সংগ; ইন্দ্ৰিয়জয়: অমাত্যৰ নিয়োগ; উপদেষ্টা আৰু পুৰোহিতৰ নিয়োগ; গোপন পৰীক্ষাৰ যোগেদি অমাত্যসকলৰ কলুষতা আৰু অকলুষতাৰ জ্ঞান: চোৰাংচোৱাৰ নিয়োগ; চোৰাংচোৱাৰ কাৰ্য-বিধি; নিজ ৰাজ্যৰ ভেদযোগ্য আৰু অভেদ্য-সকলৰ ওপৰত নজৰ; শত্ৰুৰাজ্যৰ ভেদযোগ্য আৰু অভেদ্যসকলক হাত কৰা; মন্ত্ৰ-প্ৰকৰণ; দূতৰ আচৰণ-বিধি, যুৱৰাজৰ প্ৰতি সতৰ্কতা অৱলম্বন; অননুগৃহীতৰ (যুৱৰাজৰ) আচৰণ; অননুগৃহীতৰ (যুৱৰাজৰ) প্ৰতি ব্যৱহাৰ: ৰজাৰ আচৰণ-বিধি; (ৰাজ) প্ৰাসাদবাসীসকলৰ আচৰণ-বিধি; (ৰজাৰ) নিজ শৰীৰ ৰক্ষা সম্বন্ধীয়—এইবিলাকেই "শিক্ষা সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ বিষয়॥৩॥

গাওঁ-সংস্থাপন; খেতিৰ অনুপযোগী ভূমিৰ বন্দবস্ত; দুৰ্গ-নিৰ্মাণ; দুৰ্গ-ৰক্ষিত নগৰৰ বিন্যাস; সংনিধাতাৰ (মুখ্য ভঁৰালীৰ) সঞ্চয়-কৰ্ম: সমাহৰ্তাৰ ৰাজস্ব-প্ৰৱৰ্তন; হিছাপ-পৰীক্ষণ আৰু লেখ্য-কাৰ্যালয়ত গাণনিকৰ অধিকাৰ; ৰাজ-কৰ্মচাৰীয়ে আত্মসাৎ কৰা ৰাজস্বৰ পুনৰুদ্ধাৰ; বিষয়াসকলৰ (কাৰ্য) পৰিদৰ্শন; শাসন-প্ৰকৰণ; ৰাজ-ভঁৰালত থ'বলগীয়া মূল্যবান বস্তুৰ পৰীক্ষা: আকৰ আৰু কৰ্মান্তৰ (factory) প্ৰৱৰ্তন; অক্ষ-শালাত (workshop) সুবৰ্ণাধ্যক্ষ; ৰাজপথৰ বজাৰত সোণাৰিৰ ব্যৱসায়; কোষ্ঠাগাৰৰ অধ্যক্ষ; পণ্যাধ্যক্ষ; কুপ্যাধ্যক্ষ; আয়ুধাগাৰৰ অধ্যক্ষ; ভৰ (ওজন) আৰু পৰিমাণৰ প্ৰমিতী-কৰণ; দেশ (স্থান) আৰু কালৰ মান; শুল্কাধ্যক্ষ; সূত্ৰাধ্যক্ষ; সীতাধ্যক্ষ (কৃষি-অধ্যক্ষ); সুৰাধ্যক্ষ; সূনাধ্যক্ষ: গণিকাধ্যক্ষ; নৌ-অধ্যক্ষ; গো-অধ্যক্ষ; অশ্বাধ্যক্ষ; হস্তী-অধ্যক্ষ; ৰথাধ্যক্ষ; পদাতি-অধ্যক্ষ; সেনাপতিৰ কাৰ্য: মুদ্ৰাধ্যক্ষ; চৰণীয়া পথাৰৰ অধ্যক্ষ; সমাহৰ্তাৰ কাৰ্য; গৃহস্থ, বেপাৰী আৰু সন্ন্যাসীবেশী চোৰাংচোৱা; নগৰাধ্যক্ষৰ আচৰণ-বিধি—এই সকলোবিলাক প্ৰকৰণেই "অধ্যক্ষ-প্ৰচাৰ" (বিভাগীয় ৰৱমুৰীয়াসকলৰ কাৰ্য) নামৰ দ্বিতীয় অধিকৰণৰ বিষয়॥৪॥

ব্যৱহাৰ-স্থাপনা: (বিচাৰৰ কাৰণে) বিবাদ-পদ্ধতি-নিৰ্ণয়: বিবাহ-সম্পৰ্কীয়: দায়বিভাগ (উত্তৰাধিকাৰসূত্ৰে সম্পত্তি-বিভাগ); স্থাৱৰ সম্পত্তি-সম্বন্ধীয়; লোকাচাৰ-অপৰিপালন; ঋণ-

অপাবিশোধ; উপনিধি (জমাত মূলধন) বিষয়ক; দাস আরু বন্ধুা বিষয়ক বিধি; অংশীদাৰী উদ্যোগ; বেচা-কিনা বাতিলকৰণ; দান কৰা বস্তুৰ অপ্রদান; স্বত্বহীন বিক্রী; বস্তু আৰু মালিকৰ সম্বন্ধ; বলপূর্বক গ্রহণ (forcible seizure); বাক্‌পাৰুষ্য; দণ্ড-পাৰুষ্য (শাৰীৰ হিংসা); জুৱা আৰু পণ; বিবিধ প্রকৰণ—এইবিলাকেই "ধর্মস্থীয়" (বিচাৰক-সম্পৰ্কীয়) নামৰ তৃতীয় অধিকৰণৰ বিষয়॥৫॥

কাৰু-শিল্পীৰ ওপৰত নজৰ ব্যৱসায়ীসকলৰ ওপৰত নজৰ; দৈৱিক বিপদৰ প্রতিকাৰ; গোপনে জীৱিকা উপার্জন কৰা লোকসকলৰ বিৰুদ্ধে সতর্কতা; সাধুবেশী চোৰাংচোৰাৰ দ্বাৰা দুষ্ট লোক ধৰা পেলোৱা; সন্দেহজনক কর্মত লিপ্ত লোকৰ গ্রেপ্তাৰ; আকস্মিক মৃত্যুৰ পৰীক্ষা; জেৰা আৰু শাস্তি-প্রয়োগৰ দ্বাৰা তদন্ত; সকলো বিভাগৰ (কর্মচাৰীৰ) ওপৰত নজৰ ৰখা; অংগহানিৰ পৰিবর্তে দণ্ড; বিনা শাস্তিয়ে আৰু শাস্তিপূর্বক মৃত্যুদণ্ডৰ বিধান; কুমাৰী-ধর্ষণ; বিধি-উল্লঙ্ঘনৰ কাৰণে দণ্ড—এইবিলাকেই "কণ্টকশোধন" (অপৰাধী-দমন) নামৰ চতুর্থ অধিকৰণৰ বিষয়॥৬॥

(গোপন) দণ্ড-বিধানৰ ব্যৱস্থা; ৰাজ-কোষৰ পুনঃ সমৃদ্ধি-সাধন; ৰাজ-কর্মচাৰীৰ বেতন; ৰজাৰ অনুজীৱীৰ (উপযুক্ত) আচৰণ; পাৰিষদৰ যোগ্য আচৰণ; ৰাজ্যৰ নিৰন্তৰতা; প্রভু-শক্তিৰ অৰ্বাচ্ছিন্নতা—এইবিলাকেই "যোগবৃত্ত" (গোপন আচৰণ) নামৰ পঞ্চম অধিকৰণৰ বিষয়॥৭॥

প্রকৃতি-সম্পদ; শান্তি আৰু উদ্যম সম্বন্ধীয়—এইবিলাকেই "মণ্ডলযোনি" (ৰাজ্যৰ আধাৰ ৰাজমণ্ডল) নামৰ ষষ্ঠ অধিকৰণৰ বিষয়॥৮॥

ছয়কীয়া বৈদেশিক নীতিৰ সমুল্লেখ; অৱনতি, স্থিতাৱস্থা আৰু উন্নতিৰ অৱস্থাৰ বিধান-নিৰূপণ; আশ্রয় বিচৰাজনৰ প্রতি ব্যৱহাৰ; সমবল, হীনবল আৰু শ্রেষ্ঠবল ৰজাৰ অনুসৃত নীতি; দুর্বল ৰজাৰ সন্ধি; যুদ্ধ (ঘোষণা) কৰি 'আসন-অৱলম্বন; সন্ধি কৰি 'আসন'-অৱলম্বন; যুদ্ধ (ঘোষণা) কৰি যুদ্ধ-যাত্রা; সন্ধি কৰি যুদ্ধ-যাত্রা; (আন ৰজাৰে সৈতে) একেলগে যুদ্ধ-যাত্রা; আক্রমণীয় ৰজা আৰু (স্বভাৱ) শত্রুৰ ওপৰত আক্রমণ-সম্পৰ্কীয় বিবেচনা; প্রজাৰ ক্ষয়, লোভ আৰু বিৰাগৰ কাৰণসমূহ; সমবায়ভুক্ত ৰজাসকলৰ সম্বন্ধে বিচাৰ; (দুজন) সন্ধিবদ্ধ (ৰজাৰ) যুদ্ধ-যাত্রা-সম্বন্ধীয়; পৰিপণিত, অপৰিপণিত আৰু অপসৃতৰ লগত সন্ধি; দুৱলীয়া-নীতিজড়িত সন্ধি-বিগ্রহ; আক্রান্তপ্রায় ৰজাৰ যোগ্য আচৰণ; সাহায্য পাবৰ যোগ্য বিভিন্ন মিত্র; মিত্র-সন্ধি, হিৰণ্য-সন্ধি, ভূমি-সন্ধি আৰু কর্ম-সন্ধি; পার্ষ্ণিগ্রহণ-চিন্তা; হীনশক্তি-পূৰণ; বলবান ৰজাৰে সৈতে যুদ্ধ কৰি নিজক (দুর্গত) বন্ধ ৰখাৰ কাৰণ; সসৈন্যে আত্মসমর্পণ কৰা ৰজাৰ (যোগ্য) আচৰণ; শক্তিৰে (আন ৰজাক) বশীভূত কৰা ৰজাৰ (যোগ্য আচৰণ); সন্ধিকর্ম; সমাধি-মোক্ষ (মনুষ্যোপণৰ মুক্তি); মধ্যম ৰজাৰ প্রতি ব্যৱহাৰ; নিৰপেক্ষ ৰজাৰ প্রতি ব্যৱহাৰ; ৰাজমণ্ডলৰ প্রতি ব্যৱহাৰ—এইবিলাকেই "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ বিষয়॥৯॥

প্রকৃতিৰ ব্যসনসমূহ; ৰজা আৰু ৰাজ্যৰ ব্যসন সম্পৰ্কে বিবেচনা; মানুহৰ ব্যসন-সমূহ; পীড়নসমূহ; অন্তৰায়সমূহ; কোষসংগসমূহ (ৰাজ-কোষৰ ক্ষতিসমূহ); সৈন্যৰ ব্যসনসমূহ; মিত্রৰ ব্যসনসমূহ—এইবিলাকেই "ব্যসনাধিকাৰ" নামৰ অষ্টম অধিকৰণৰ বিষয়॥১০॥

শক্তি, স্থান আৰু কালৰ (আপেক্ষিক) সবলতা-দুর্বলতা-নির্ণয়; যুদ্ধ-যাত্রাৰ কাল;

সৈন্য-প্ৰয়োগৰ সময়; সমৰ-সজ্জাৰ গুণ; শত্ৰু-সৈন্যৰ বিৰুদ্ধে সৈন্যপ্ৰয়োগ-কাৰ্য; পৃষ্ঠৱৰ্তী সৈন্যৰ বিদ্ৰোহৰ বিষয়ে বিবেচনা; প্ৰকৃতিৰ বাহ্যিক আৰু আভ্যন্তৰিক বিদ্ৰোহৰ প্ৰতিকাৰ-ব্যৱস্থা; লোকচান, খৰচ আৰু লাভৰ বিবেচনা; (ৰাজকৰ্মচাৰীবিলাকৰ দ্বাৰা হোৱা) বাহ্যিক আৰু আভ্যন্তৰিক বিপদ; ৰাজ-দ্ৰোহী আৰু শত্ৰুৱে সৃষ্টি কৰা বিপদ; সুবিধা, অসুবিধা আৰু অনিশ্চয়তাজনিত বিপদ; বিভিন্ন উপায় প্ৰয়োগৰ দ্বাৰা এইবোৰৰ সমাধান—এইবিলাকেই "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ বিষয়॥১১॥

শিবিৰ-স্থাপন; শিবিৰৰপৰা যাত্ৰা; বিপদ আৰু আক্ৰমণৰ সময়ত সৈন্য-ৰক্ষণ; বিভিন্ন কূটনৈতিক যুদ্ধ; নিজৰ সৈন্যক উৎসাহ-প্ৰদান; নিজ সৈন্যেৰে শত্ৰু-সৈন্যৰ প্ৰতিৰোধ; যুদ্ধৰ (উপযুক্ত) স্থান; পদাতি, অশ্বাৰোহী, ৰথ আৰু হাতীৰ প্ৰয়োগ; সৈন্যৰ বল অনুসৰি পাৰ্শ্ব, প্ৰান্ত আৰু সম্মুখ-ব্যূহৰ বিভাগ; বলী আৰু দুৰ্বল সৈন্যৰ নিয়োগ; পদাতি, অশ্বাৰোহী, ৰথী আৰু হস্তী-সৈন্যৰ যুদ্ধৰ ৰীতি; দণ্ড-ব্যূহ সৰ্প-ব্যূহ, মণ্ডল-ব্যূহ আৰু অসংহত-ব্যূহ স্থাপন; এইবোৰৰ প্ৰতিব্যূহ স্থাপন—এইবিলাকেই "সাংগ্ৰামিক" নামৰ দশম অধিকৰণৰ বিষয়॥১২॥

ভেদ-নীতিৰ প্ৰয়োগসমূহ; গোপন দণ্ড (শাস্তি)—এয়ে "সঙ্ঘৰ প্ৰতি ব্যৱহাৰ" নামৰ একাদশ অধিকৰণৰ বিষয়॥১৩॥

দূতৰ কৰ্ম; মন্ত্ৰযুদ্ধ; (শত্ৰুৰ) সেনাধ্যক্ষৰ হত্যা; ৰাজ-মণ্ডলৰ মাজত উত্তেজনা-সৃষ্টি; অস্ত্ৰ, অগ্নি আৰু বিহৰ গোপন ব্যৱহাৰ; (শত্ৰুৰ) যোগান, সৈন্যক্ষয়-পূৰণ আৰু অতৰ্কিত আক্ৰমণৰ নিৰোধ; গোপন কৌশলৰ দ্বাৰা (শত্ৰুক) প্ৰতাৰণা কৰা; বল-প্ৰয়োগৰ দ্বাৰা (শত্ৰুক) প্ৰতাৰণা কৰা; অকলশৰীয়া ৰজাৰ বিজয়—এইবিলাকেই "দুৰ্বল ৰজা-সম্বন্ধীয়" নামৰ দ্বাদশ অধিকৰণৰ বিষয়॥১৪॥

প্ৰজা-বিক্ষোভৰ উদগনি; কৌশলৰ দ্বাৰা (শত্ৰুক দুৰ্গৰ) বাহিৰ উলিয়াই অনা; গুপ্ত-চৰ-নিয়োগ; দুৰ্গ-অৱৰোধ কৰ্ম; দুৰ্গ-আক্ৰমণ; বিজিত ৰাজ্যত শান্তি-প্ৰৱৰ্তন—এইবিলাকেই "দুৰ্গ দখল কৰাৰ উপায়" নামৰ ত্ৰয়োদশ অধিকৰণৰ বিষয়॥১৫॥

শত্ৰুসৈন্য ধ্বংসৰ কাৰণে গোপন ক্ৰিয়া; (গোপন ক্ৰিয়াৰ যোগে) প্ৰতাৰণা; নিজৰ সৈন্যৰ অনিষ্টৰ প্ৰতিকাৰ—এইবিলাকেই "গোপন ক্ৰিয়া-সম্বন্ধীয়" নামৰ চতুৰ্দশ অধিকৰণৰ বিষয়॥১৬॥

অৰ্থশাস্ত্ৰ (বচনাত) প্ৰয়োগ কৰা প্ৰণালীসমূহ—এয়ে "অৰ্থশাস্ত্ৰৰ উপপত্তি" (আলোচনা-প্ৰণালী) নামৰ পঞ্চদশ অধিকৰণৰ বিষয়॥১৭॥

শাস্ত্ৰৰ বিষয়-বস্তুৰ উল্লেখৰে সৈতে পোন্ধৰটা অধিকৰণ, এশ পঞ্চাশটা অধ্যায়, এশ আশীটা প্ৰকৰণ আৰু ছয় হেজাৰ শ্লোক (ইয়াত) আছে॥১৮॥

শিকিবলৈ আৰু বুজিবলৈ সহজ, তত্ত্ব, অৰ্থ আৰু পদত নিখুঁত আৰু
পাঠৰ বিস্তৰৰপৰা মুক্ত এই শাস্ত্ৰ কৌটিল্যৰ দ্বাৰা প্ৰণীত হ'ল॥১৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "প্ৰকৰণ আৰু অধিকৰণৰ সমুদ্দেশ" নামৰ প্ৰথম অধ্যায় সমাপ্ত।

---

# দ্বিতীয় অধ্যায়

## প্ৰথম প্ৰকৰণ : বিদ্যা-নিৰ্দেশ

### (১) দৰ্শনশাস্ত্ৰৰ (আৱশ্যকতা) প্ৰতিপাদন

দৰ্শনশাস্ত্ৰ, তিনি বেদ, অৰ্থশাস্ত্ৰ আৰু ৰাজনীতি—এয়ে বিদ্যা॥১॥

তিনি বেদ, অৰ্থশাস্ত্ৰ আৰু ৰাজনীতি—কেৱল এইকেইটাহে বিদ্যা বুলি মানৱ সম্প্ৰদায়ে কয়॥২॥ (কাৰণ) দৰ্শনশাস্ত্ৰ বেদৰে শাখাবিশেষ॥৩॥

অৰ্থশাস্ত্ৰ আৰু দণ্ডনীতি—এই দুটাহে কেৱল বিদ্যা—এই বুলি বৃহস্পতিৰ শিষ্য-সকলে কয়॥৪॥ কাৰণ, সাংসাৰিক ব্যৱহাৰ জনাসকলৰ কাৰণে বেদ আৱৰণ মাত্ৰ॥৫॥

'দণ্ডনীতিয়েইহে একমাত্ৰ বিদ্যা'—এই বুলি উশনা-পন্থীসকলে কয়॥৬॥ কাৰণ তাতেই সকলো বিদ্যাৰ কাৰ্য নিহিত আছে॥৭॥ 'বিদ্যা কেৱল চাৰিটা'—এয়ে কৌটিল্যৰ মত॥৮॥

যিহেতু তাৰপৰাই ধৰ্ম আৰু অৰ্থৰ শিক্ষা হয়, সেই কাৰণেই তাক বিদ্যা বোলাটো যুক্তিযুক্ত হৈছে॥৯॥

সাংখ্য, যোগ আৰু লোকায়ত--এয়ে দৰ্শনশাস্ত্ৰ॥১০॥ তিনি বেদৰ ধৰ্মাধৰ্ম, অৰ্থশাস্ত্ৰৰ অৰ্থ আৰু অনৰ্থ, দণ্ড-নীতিৰ সুনীতি আৰু দুৰ্নীতি আৰু এই তিনি বিদ্যাৰ আপেক্ষিক বলাবল যুক্তিৰ দ্বাৰা বিচাৰ কৰি আন্বীক্ষিকী-বিদ্যাই (দৰ্শনশাস্ত্ৰই) লোকসাধাৰণৰ হিত সাধন কৰে, বিপদ-সম্পদত বুদ্ধিৰ স্থিৰতা সম্পাদন কৰে আৰু ভাব, বাক্য আৰু কাৰ্যত বিশাৰদ কৰে॥১১॥

> দৰ্শনশাস্ত্ৰ সকলো বিদ্যাৰে প্ৰদীপ, সকলো কৰ্মৰে উপায় আৰু
> সকলো ধৰ্মৰে আশ্ৰয় বুলি সদায় বিবেচিত হয়॥১২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "বিদ্যা-নিৰ্দেশ প্ৰকৰণ"ৰ দৰ্শনশাস্ত্ৰৰ প্ৰতিপাদন" নামৰ দ্বিতীয় অধ্যায় সমাপ্ত।

---

# তৃতীয় অধ্যায়

## প্ৰথম প্ৰকৰণ : বিদ্যা-নিৰ্দেশ

### (২) তিনি বেদৰ (আৱশ্যকতা) প্ৰতিপাদন

সামবেদ, ঋগ্বেদ আৰু যজুৰ্বেদ—এই তিনিখন বেদেই তিনি বেদ বা ত্ৰয়ী॥১॥ এই তিনি বেদ, অথৰ্ববেদ আৰু ইতিহাস-বেদক (একেলগে) বেদ বুলি কোৱা হয়॥২॥

শিক্ষা (স্বৰ), কল্প (যজ্ঞ), ব্যাকৰণ, নিৰুক্ত (শব্দ-নিৰ্বচন), ছন্দশাস্ত্ৰ আৰু জ্যোতিষ—এইকেইটাই বেদাঙ্গ॥৩॥

চাৰি বৰ্ণ আৰু আশ্ৰমৰ কৰ্তব্য প্ৰতিপাদন কৰাৰ হেতুকে এই বেদধৰ্ম (বা বেদবিধি) হিতসাধক॥৪॥

অধ্যয়ন, অধ্যাপন, যজন, যাজন, দান-প্ৰদান আৰু দান-গ্ৰহণ—এয়ে ব্ৰাহ্মণৰ স্বধৰ্ম॥৫॥

অধ্যয়ন, যজন, দান, অস্ত্র-জীৱিকা আৰু জীৱৰ ৰক্ষণ—এয়ে ক্ষত্ৰিয়ৰ (স্বধৰ্ম)॥৬॥

অধ্যয়ন, যজন, দান, কৃষি, পশুপালন আৰু বাণিজ্য—এয়ে বৈশ্যৰ (ধৰ্ম)॥৭॥

দ্বিজাতি-সেৱা, অৰ্থকৰী বৃত্তি আৰু শিল্পী আৰু অভিনেতাৰ বৃত্তিয়েই শূদ্ৰৰ ধৰ্ম॥৮॥

নিজ ধৰ্মানুসৰি জীৱিকা, একে জাতিত অসমগোত্ৰৰে সৈতে বিবাহ, ঋতুকাল অনুসৰি স্বপত্নীগমন, দেৱতা, পিতৃ আৰু অতিথিৰ পূজা, ভৃত্যৰ কাৰণে ত্যাগ আৰু শেষভোজন (সকলোৱে খোৱাৰ পিছত বাকী থাকিলে ভোজন)—এইবিলাকেই গৃহস্থৰ ধৰ্ম॥৯॥

বেদাধ্যয়ন, অগ্নি-প্ৰজ্বলন, আনুষ্ঠানিক স্নান, ভিক্ষাবৃত্তিৰে জীৱন-নিৰ্বাহ (ভিক্ষাব্ৰত); (ব্ৰহ্মচাৰী) জীৱনৰ অৱসান পৰ্যন্ত আচাৰ্যৰ লগত, তেওঁৰ অনুপস্থিতিত তেওঁৰ পুত্ৰৰ লগত, নাইবা অন্য ব্ৰহ্মচাৰীৰ লগত অৱস্থান—এইবিলাকেই ব্ৰহ্মচাৰীৰ ধৰ্ম॥১০॥

ব্ৰহ্মচৰ্য, ভূমি-শয়ন, জটা-ধাৰণ আৰু মৃগচৰ্ম-পৰিধান, যজ্ঞাগ্নি-প্ৰজ্বলন, আনুষ্ঠানিক স্নান, দেৱতা, পিতৃ আৰু অতিথিৰ পূজা আৰু বন্য আহাৰ ভোজন—এইবিলাকেই বান-প্ৰস্থীৰ ধৰ্ম॥১১॥

জিতেন্দ্ৰিয়ত্ব, কৰ্মবিৰতি, অপৰিগ্ৰহ, অনাসক্তি, ভিক্ষাচৰ্যা এঠাইত অনৱস্থিতি, অৰণ্যত বাস, বাহ্যিক আৰু আভ্যন্তৰিক শুচিতা—পৰিব্ৰাজক বা যতীৰ এইবিলাক ধৰ্ম॥১২॥

অহিংসা, সত্য, পৱিত্ৰতা, অদ্বেষ, অক্ৰূৰতা আৰু ক্ষমা—এইবিলাক সকলোৰে ধৰ্ম॥১৩॥ স্বধৰ্মত স্বৰ্গ আৰু অনন্ত সুখ লাভ হয়॥১৪॥ তাক অতিক্ৰম কৰিলে মানুহ বৰ্ণসঙ্কৰত্ব প্ৰাপ্ত হৈ উচ্ছন্ন হয়॥১৫॥

> সেই কাৰণে ৰজাই মানুহক স্বধৰ্ম লঙ্ঘন কৰিবলৈ দিয়া উচিত নহয়: কাৰণ, স্বধৰ্ম অনুষ্ঠানৰ বিধান কৰি (ৰজাই) ঐহিক আৰু পাৰলৌকিক আনন্দ লাভ কৰে॥১৬॥
>
> কাৰণ, শুদ্ধ আৰ্য-ধৰ্মৰ ব্যৱস্থা গ্ৰহণ কৰা, বৰ্ণাশ্ৰম-ধৰ্মৰ মৰ্যাদা ৰক্ষা কৰা আৰু বেদৰ দ্বাৰা পৰিপালিত হোৱা লোক সমৃদ্ধ হয়: তেওঁ-লোকে কষ্ট নাপায়॥১৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "বিদ্যা-নিৰ্দেশ" প্ৰকৰণৰ "তিনি বেদৰ (আৱশ্যকতা) প্ৰতিপাদন" নামৰ তৃতীয় অধ্যায় সমাপ্ত।

---

# চতুৰ্থ অধ্যায়

## প্ৰথম প্ৰকৰণ : বিদ্যা-নিৰ্দেশ

### (৩) অৰ্থশাস্ত্ৰৰ (আৱশ্যকতা) প্ৰতিপ

### (৪) নীতি-(ৰাজনীতি)শাস্ত্ৰৰ (আৱশ্যকতা) প্ৰতিপাদন

কৃষি, পশুপালন আৰু বাণিজ্য—এয়ে বাৰ্তা (অৰ্থশাস্ত্ৰ): এইবিলাকে শস্য, পশু, ধন, বন্য-সম্পদ, আদি প্ৰদান কৰি উপকাৰ সাধন কৰে॥১॥ ইয়াৰ যোগেদিয়ে কোষ আৰু দণ্ডৰ (সৈন্যৰ) সম্যক্ প্ৰয়োগ কৰি ৰজাই নিজ পক্ষ আৰু শত্ৰুপক্ষক বশ কৰিব পাৰে॥২॥

দৰ্শন-শাস্ত্ৰ, তিনি বেদ আৰু বাৰ্তাৰ (অৰ্থশাস্ত্ৰৰ) সমৃদ্ধিসাধক হৈছে দণ্ড (ৰাজদণ্ড); ইয়াৰ ব্যৱহাৰ-নীতিয়েই দণ্ড-নীতি (বা ৰাজনীতি); অলব্ধ বস্তু লাভ কৰা, লব্ধ বস্তুৰ পৰিপালন, পৰিপালিত বস্তুৰ বিবৰ্ধন আৰু বিবৃদ্ধ বস্তুৰ সৎপাত্ৰত অৰ্পণ—এইবিলাকেই ইয়াৰ উদ্দেশ্য॥৩॥ ইয়াৰ ওপৰতে সুব্যৱস্থিত সাংসাৰিক জীৱন-যাত্ৰা নিৰ্ভৰ কৰে॥৪॥

সেই কাৰণে ৰজাই সুব্যৱস্থিত সাংসাৰিক জীৱন-যাত্ৰা প্ৰতিষ্ঠিত কৰিবলৈ দণ্ড উদ্যত ৰাখিব॥৫॥ "মানুহক বশ কৰি ৰাখিবৰ কাৰণে ইয়াৰ নিচিনা অন্য উপায় নাই"—এই বুলি প্ৰাচীন আচাৰ্যসকলে কয়॥৬॥

কৌটিল্যই কয়, "সেইটো নহয়"॥৭॥ কাৰণ, উগ্ৰদণ্ড ৰজাই প্ৰজাৰ অসন্তুষ্টি জন্মায়॥৮॥ মৃদুদণ্ড ৰজাৰ পৰাভৱ হয়॥৯॥ যোগ্যদণ্ড ৰজাক পূজা কৰা হয়॥১০॥

কাৰণ, সুবিবেচনা কৰি দণ্ড প্ৰয়োগ কৰিলে প্ৰজাসকলে ধৰ্ম, অৰ্থ আৰু কাম লাভ কৰে॥১১॥ কাম, ক্ৰোধ বা অজ্ঞানৰ বশৱৰ্তী হৈ দণ্ডৰ অপপ্ৰয়োগ কৰিলে বানপ্ৰস্থী আৰু সন্ন্যাসীসকলেও বিদ্ৰোহ জন্মাই তোলে, গৃহস্থীসকলৰ কথাই নাই॥১২॥ দণ্ড সমূলি প্ৰয়োগ নকৰিলে মাৎস্যন্যায়* উদ্ভৱ হয়॥১৩॥ কাৰণ, দণ্ডধৰৰ অভাৱত বলীজনে দুৰ্বলক গ্ৰাস কৰে॥১৪॥ তেওঁৰ দ্বাৰা ৰক্ষিত হ'লে—তেওঁৰ (দুৰ্বলজনৰ) প্ৰভাৱ বাঢ়ে॥১৫॥

ৰজাৰ দণ্ডৰ দ্বাৰা পালিত হৈ চাৰি বৰ্ণ আৰু আশ্ৰমৰ লোকসকল
নিজ নিজ পন্থাত নিজৰ নিজৰ ধৰ্ম আৰু কৰ্মত ৰত থাকে॥১৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "বিদ্যা-নিৰ্দেশ" প্ৰকৰণৰ "অৰ্থশাস্ত্ৰৰ (আৱশ্যকতা) প্ৰতিপালন" আৰু "নীতি (ৰাজনীতি) শাস্ত্ৰৰ (আৱশ্যকতা) প্ৰতিপাদন" নামৰ চতুৰ্থ অধ্যায় সমাপ্ত।

"বিদ্যা-নিৰ্দেশ" সমাপ্ত॥

---

# পঞ্চম অধ্যায়

## দ্বিতীয় প্ৰকৰণ: (জ্ঞান)বৃদ্ধসকলৰ সঙ্গ

সেই কাৰণে তিনিওখন শাস্ত্ৰৰ মূলতে আছে দণ্ডনীতি বা ৰাজনীতি॥১॥ বিনয়মূলক (disciplined) ৰাজনীতিয়ে প্ৰাণীসকলক সংৰক্ষণ আৰু অভ্যুদয় প্ৰদান কৰে॥২॥

বিনয় (দুই প্ৰকাৰ)—অধিগত আৰু স্বাভাৱিক॥৩॥ উপযুক্ত পাত্ৰকহে শিক্ষাই বিনীত কৰে, অনুপযুক্তক নকৰে॥৪॥ শিক্ষাৰ ইচ্ছা, শ্ৰৱণ, গ্ৰহণ, ধাৰণা, সম্যক উপলব্ধি, বিচাৰ-শক্তি আৰু পৰিবৰ্জন-প্ৰবৃত্তি—এইবিলাকৰ যোগেদি বুদ্ধি অনুকূল হোৱাজনকহে বিদ্যাই বিনয় প্ৰদান কৰিব পাৰে, আনক নোৱাৰে॥৫॥

কিন্তু বিদ্যাৰ শিক্ষা আৰু বিনয় সেই সেই বিদ্যাৰ আচাৰ্যসকলৰ কৰ্তৃত্ব মানি চলিলেহে হয়॥৬॥

চূড়াকৰণ সমাপ্ত হোৱাৰ পিছত (মুখবাজে) আখৰ আৰু সংখ্যাৰ ব্যৱহাৰ শিক্ষা কৰিব;

---

*মাৎস্যন্যায়: পানীত ডাঙৰ মাছে সৰু মাছক খাই জীয়াই থাকে; সেইদৰে মানুহৰ মাজতো সবলে দুৰ্বলক শোষণ কৰি জীয়াই থকাকে মাৎস্যন্যায় বোলে।

উপনয়নৰ পিছত শিষ্টসকলৰপৰা বেদ আৰু দৰ্শন-শাস্ত্ৰ, অধ্যক্ষসকলৰপৰা অৰ্থশাস্ত্ৰ আৰু শাস্ত্ৰ-পাৰদৰ্শী আৰু প্ৰয়োগ-পাৰদৰ্শীসকলৰপৰা দণ্ডনীতি শিক্ষা কৰিব॥৮॥

ষোল বছৰ পৰ্যন্ত ব্ৰহ্মচৰ্য অৱলম্বন কৰিব॥৯॥ ইয়াৰ পিছত এওঁৰ গোদান (কেশান্ত) আৰু বিবাহ অনুষ্ঠান হ'ব॥১০॥

জ্ঞানবৃদ্ধিৰ কাৰণে নিতৌ জ্ঞানবৃদ্ধৰ লগত সংস্পৰ্শ ৰাখিব, কাৰণ শিক্ষাৰ মূল তাতেই॥১১॥

দিনৰ প্ৰথম ভাগত হস্তী, অশ্ব, ৰথ আৰু অস্ত্ৰৰ প্ৰয়োগ সম্বন্ধে শিক্ষা গ্ৰহণ কৰিব॥১২॥ পিছৰ ভাগত ইতিহাস শ্ৰৱণৰ যোগেদি শিক্ষা-গ্ৰহণ কৰিব॥১৩॥ পুৰাণ, ইতিবৃত্ত, আখ্যায়িকা, উদাহৰণ, ধৰ্মশাস্ত্ৰ আৰু অৰ্থশাস্ত্ৰ—এইবিলাকেই ইতিহাস॥১৪॥ নতুন বিষয়ৰ গ্ৰহণ, গৃহীত বিষয়ৰ লগত পৰিচিত হোৱা আৰু নুশুনা বিষয় বাৰে বাৰে শুনা—এইবিলাক দিন আৰু ৰাতিৰ বাকী ভাগত কৰিব॥১৫॥ কাৰণ, অধ্যয়নৰপৰা প্ৰজ্ঞা, প্ৰজ্ঞাৰপৰা প্ৰয়োগ আৰু প্ৰয়োগৰপৰা প্ৰভুত্বৰ উদয় হয়—বিদ্যাৰ সামৰ্থ্য এনেকুৱাই হয়॥১৬॥

> বিদ্যাশিক্ষা লাভ কৰি ৰজাই প্ৰজাৰ বিনয়ত ৰত থাকে আৰু (এনেদৰেই) সকলো প্ৰজাৰ হিতসাধনত ব্যাপৃত থাকি অদ্বিতীয় ৰজা হিচাপে ৰাজ্য শাসন কৰে॥১৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "(জ্ঞান)-বৃদ্ধসকলৰ সঙ্গ" নামৰ পঞ্চম অধ্যায় সমাপ্ত।

---

# ষষ্ঠ অধ্যায়

## তৃতীয় প্ৰকৰণ : ইন্দ্ৰিয়-জয়

### (১). বিপুষড়্‌বৰ্গ-ত্যাগ

বিদ্যাসমূহত বিনয়ৰ হেতু ইন্দ্ৰিয়-জয় কাম, ক্ৰোধ, লোভ, মান, মদ আৰু হৰ্ষ ত্যাগৰ যোগেদি অভ্যাস কৰিব লাগে॥১॥ কৰ্ণ, ত্বক্, চক্ষু, জিহ্বা আৰু নাসিকা ইন্দ্ৰিয়ৰ দ্বাৰা শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধৰ অধিক ভোগাসক্তিৰ অভাৱেই ইন্দ্ৰিয়-জয় নাইবা এই শাস্ত্ৰৰ অনুষ্ঠান দ্বাৰাও ইন্দ্ৰিয়-জয় হয়॥২॥ কাৰণ, এই গোটেই শাস্ত্ৰখন ইন্দ্ৰিয়-দমনমূলক॥৩॥

ইন্দ্ৰিয় জয় কৰিব নোৱাৰি ইয়াৰ (শাস্ত্ৰানুষ্ঠানৰ) বিৰুদ্ধাচৰণ কৰিলে সসাগৰা পৃথিৱীৰ ৰজাও ধ্বংসপ্ৰাপ্ত হয়॥৪॥ যেনে, ভোজৰাজ দাণ্ডক্য কামৰ বশৱৰ্তী হৈ ব্ৰাহ্মণ-কন্যাৰ প্ৰতি পাপ কামনা কৰি ৰাষ্ট্ৰ আৰু বন্ধুবৰ্গৰে সৈতে বিনষ্ট হৈছিল; বিদেহৰাজ কৰালো (তেনেকৈয়ে বিনষ্ট হৈছিল)॥৫॥ ক্ৰোধত ব্ৰাহ্মণসকলক অত্যাচাৰ কৰাৰ কাৰণে জনমেজয় ৰজাৰ ধ্বংস হৈছিল; ভৃগুকুলক অত্যাচাৰ কৰাৰ কাৰণে তালজঙ্ঘও (ধ্বংসপ্ৰাপ্ত হৈছিল)॥৬॥ লোভত চাতুৰ্বৰ্ণ্যৰপৰা ধন আদায় কৰি ঐল ধ্বংসপ্ৰাপ্ত হৈছিল; তেনেকৈয়ে সৌবীৰৰাজ অজবিন্দুৱো (ধ্বংস হৈছিল)॥৭॥ অভিমানত পৰপত্নী প্ৰত্যাৰ্পণ নকৰি ৰাৱণ ৰাজ্যৰ অংশ প্ৰদান নকৰি দুৰ্যোধন (বিধ্বস্ত হৈছিল)॥৮॥ অহঙ্কাৰত প্ৰাণীবিলাকক তুচ্ছ জ্ঞান কৰি দম্ভোদ্ভৱ আৰু হৈহয় কৈলৰ অৰ্জুনো ধ্বংসপ্ৰাপ্ত হৈছিল॥৯॥ হিতাহিত জ্ঞান

হেতুৱাই অগস্ত্যক হত্যা কৰিবলৈ মন কৰোঁতে বাতাপিৰ ধ্বংস হৈছিল; দ্বৈপায়নক হত্যা কৰিবলৈ যাওঁতে বৃষ্ণিবংশৰ ধ্বংস হৈছিল॥১০॥

ইন্দ্ৰিয়-জয় কৰিব নোৱাৰি, ৰিপুষড়্‌বৰ্গক আঁকোৱালি ধৰি এওঁলোক আৰু অইন অনেক ৰজা জ্ঞাতি আৰু ৰাজ্যৰে সৈতে ধ্বংসপ্ৰাপ্ত হৈছিল॥১১॥

জিতেন্দ্ৰিয় জামদগ্ন্যাই আৰু নভাগৰ পুত্ৰ অম্বৰীষেও অৰিষড়্‌বৰ্গ ত্যাগ কৰি বহুত দিনৰ কাৰণে ৰাজ্য শাসন কৰিছিল॥১২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "ইন্দ্ৰিয়-জয়" প্ৰকৰণৰ "অৰিষড়্‌বৰ্গ-ত্যাগ" নামৰ ষষ্ঠ অধ্যায় সমাপ্ত।

# সপ্তম অধ্যায়

## তৃতীয় প্ৰকৰণ : ইন্দ্ৰিয়-জয়

### (২) ৰাজৰ্ষিৰ আচৰণ

সেই কাৰণে ৰিপুষড়্‌বৰ্গ পৰিত্যাগ কৰি ইন্দ্ৰিয়বিলাকক দমন কৰিব, জ্ঞানবৃদ্ধসকলৰ সংস্পৰ্শত জ্ঞান আহৰণ কৰিব, চোৰাংচোৱাৰ যোগে দৃষ্টিলাভ কৰিব, উদ্যমৰ যোগে অভ্যুদয় আৰু মঙ্গল সাধন কৰিব, (স্ব)কৰ্মৰ অনুষ্ঠানৰ যোগে (প্ৰজাৰ প্ৰতি) কৰ্তব্যৰ নিৰ্দেশ কৰিব, শাস্ত্ৰচৰ্চাৰ যোগে বিনয় আচৰণ কৰিব, আৰ্থিক উপকাৰেৰে জনপ্ৰিয়তা লাভ আৰু হিতজনক কাৰ্যেৰে উচিত জীৱিকাৰ বিধান কৰিব॥১॥

এনেকৈ ইন্দ্ৰিয় বশ কৰি পৰৰ স্ত্ৰী আৰু দ্ৰব্য আৰু হিংসা বৰ্জন কৰিব; (তেনেকৈয়ে) নিদ্ৰা, অস্থিৰতা, অসত্য, পোছাক-পৰিচ্ছদৰ আড়ম্বৰ, অবাঞ্ছনীয় লোকৰ লগত সংস্পৰ্শ অন্যায়জনক আৰু অমঙ্গলীয়া ব্যৱহাৰ (বৰ্জন কৰিব)॥২॥

ধৰ্মাৰ্থৰ বিৰোধ নোহোৱাকৈ কামৰ (ইন্দ্ৰিয়সুখৰ) সেৱা কৰিব; (ইন্দ্ৰিয়-সুখৰ কাৰণে) অতিষ্ঠ নহ'ব॥৩॥ নাইবা পৰস্পৰ সম্বন্ধ ত্ৰিবৰ্গক সমানে সেৱা কৰিব॥৪॥ (কাৰণ) ধৰ্ম অৰ্থ আৰু কামৰ যি কোনো এটাক বেছিকৈ প্ৰশ্ৰয় দিলে ই নিজৰ আৰু বাকী দুটাৰ অনিষ্ট সাধন কৰে॥৫॥

"অৰ্থই (অৰ্থনৈতিক সমৃদ্ধিয়েই) প্ৰধান" -এই বুলি কৌটিল্যই কয়॥৬॥ কাৰণ অৰ্থই ধৰ্ম আৰু কামৰ মূল॥৭॥

আচৰণৰ আহি হিচাপে আচাৰ্য বা মন্ত্ৰীক আগত ৰাখিব যি এওঁক (ৰজাক বা মন্ত্ৰ-ৰাজক) বিপদীয়া অৱস্থাৰপৰা ৰাখা কৰিব, ছায়ানালিকা-ৰূপ অঙ্কুশ*-প্ৰয়োগৰ যোগেদি গোপন প্ৰমাদত সতৰ্ক কৰি দিব॥৮॥

সহায়-সাৰথি হ'লেহে শাসন চলে, এটা চকা অকলে "ঘূৰেহে; সেই"

* ছায়ানালিকা-অঙ্কুশ : ছায়া আৰু নালিকা—দুয়োটাই সময়ৰ জোখ; ইহঁতক অপূৰ্ণ বোলা হৈছে এই কাৰণে যে আচাৰ্যসকলে ৰজাক যথাসময়ত নিজৰ কৰ্তব্য সোঁৱৰাই দি অঙ্কুশৰ কাম কৰিব।

কাৰণে মন্ত্ৰী নিয়োগ কৰিব আৰু তেওঁলোকৰ মতলৈ কাণ কৰিব॥৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "ইন্দ্ৰিয়-জয়" প্ৰকৰণৰ "ৰাজৰ্ষিৰ আচৰণ" নামৰ সপ্তম অধ্যায় সমাপ্ত।

# অষ্টম অধ্যায়

## চতুৰ্থ প্ৰকৰণ অমাত্য-নিয়োগ

"সততা আৰু সামৰ্থ্য জনা থকাৰ কাৰণে সহপাঠীসকলক অমাত্যৰূপে নিয়োগ কৰিব" —এই বুলি ভাৰদ্বাজে কয়॥১॥ "কাৰণ, তেওঁবিলাক এওঁৰ বিশ্বাসযোগ্য হয়"॥২॥

বিশালাক্ষই কয়, "সেইটো নহয়॥৩॥ কাৰণ খেলাৰ লগৰীয়া হিচাপে এওঁক তেওঁবিলাকে অৱজ্ঞা কৰিব॥৪॥ একে স্বভাৱ আৰু দোষ থকা গতিকে গোপন বিষয়ত যিসকল এওঁৰে সৈতে একেধৰ্মী তেওঁলোকক অমাত্যৰূপে নিয়োগ কৰিব॥৫॥ কাৰণ, তেওঁলোকৰ নিজৰ গোপনীয় কথাবোৰ জানে বুলি ভয়তে তেওঁলোকে এওঁৰ অপকাৰ নকৰিব"॥৬॥

"এই দোষ সাধাৰণ"—এই বুলি পৰাশৰৰ শিষ্যসকলে কয়॥৭॥ "তেওঁবিলাকেও (ৰজাৰ) গোপনীয় কথা জানে বুলি তেওঁবিলাকৰ ভাল-বেয়া দুয়োবিধ কামতে তেওঁ ক্ষান্ত থাকিব লাগিব"॥৮॥

'যিমান বিলাক মানুহক ৰজাই (নিজৰ) গোপনীয় কথা কয় সেই কৰ্মৰ
বাবে নিৰুপায় হৈ সিমানবিলাক মানুহৰ বশতীয়া হ'ব লাগে"॥৯॥

"প্ৰাণৰ সংশয়যুক্ত বিপদত থিয়ে এওঁক সহায় কৰিব তেওঁৰ প্ৰতি অনুৰাগ পৰিদৃষ্ট হোৱা কাৰণে তেওঁকেই অমাত্য কৰিব"॥১০॥

"সেইটো নহয়"—এই বুলি পিশুনে কয়॥১১॥ "ই ৰাজভক্তিহে, মস্তিষ্কৰ গুণ নহয়"॥১২॥ যি কৰ্মৰ আয়ৰ হিচাপ কৰা হৈছে, তেনে কৰ্মত নিযুক্ত হৈ যি হিচাপমতে বা তাতোকৈ বেছি অৰ্থৰ যোগান ধৰিব পাৰে, গুণ পৰিদৃষ্ট হোৱা কাৰণে তেনে লোকক অমাত্য পাতিব"॥১৩॥

"সেইটো নহয়"—এই বুলি কৌণপদন্তই কয়॥১৪॥ "কাৰণ, এওঁলোক অমাত্যৰ অইন-বিলাক গুণেৰে যুক্ত নহয়॥১৫॥ যিসকলে পিতৃ-পিতামহৰ দিনৰেপৰা (উত্তৰাধিকাৰীসূত্ৰে) অমাত্য-পদৱী অধিকাৰ কৰি আহিছে, নিৰ্মল স্বভাৱ পৰিদৃষ্ট হোৱা কাৰণে তেওঁলোকক অমাত্যৰূপে নিয়োগ কৰিব॥১৬॥ একে বংশৰ হোৱা কাৰণে কু-ব্যৱহাৰ কৰিলেও তেওঁ-বিলাকে এওঁক এৰি নিদিয়ে॥১৭॥ ইতৰ প্ৰাণীৰ মাজতো এনে (স্বভাৱ) দেখা যায়॥১৮॥ গৰুৱেও অন্য গোহালিৰ গৰু এৰি থৈ একে গোহালিৰ গৰুৰ মাজত অৱস্থান কৰে"॥১৯॥

বাতব্যাধিয়ে কয়, "সেইটো নহয়॥২০॥ কাৰণ, তেওঁলোকে তেওঁৰ (ৰজাৰ) সকলো বস্তুৰ ওপৰত আধিপত্য কৰি প্ৰভুত্বৰ নিচিনাকৈ বিচৰণ কৰে॥২১॥ সেই কাৰণে নীতি-শাস্ত্ৰত পাৰ্গত নতুনজনক অমাত্য নিয়োগ কৰিব॥২২॥ দণ্ডধাৰী ৰজাক যমসদৃশ জ্ঞান কৰি নতুন-সকলে কোনো অপৰাধ আচৰণ নকৰিব"॥২৩॥

বাহুদন্তীপুত্ৰই কয়, "সেইটো নহয়॥২৪॥ কাৰণ, কাৰ্যত অনভিজ্ঞজন শাস্ত্ৰজ্ঞ হ'লেও

কৰ্মত (ৰাজকাৰ্য পৰিচালনাত) হতাশ হয়॥২৫॥ সেই কাৰণে গুণক প্ৰাধান্য দি উচ্চবংশীয়, জ্ঞানী, পবিত্ৰ, বীৰ আৰু অনুৰক্তজনক অমাত্য কৰিব"॥২৬॥

"(ওপৰত কোৱা) সকলোবোৰেই যুক্তিযুক্ত"—এই যুক্তি কৌটিল্যই কয়॥২৭॥ কাৰণ, কাৰ্যৰ প্ৰতি সামৰ্থ্যতহে পুৰুষৰ সামৰ্থ্য বিচাৰ কৰা হয়॥২৮॥ আৰু সামৰ্থ্য অনুসৰি—

অমাত্যৰ (উপযুক্ত) পদবীবিভাগ আৰু স্থান, কাল আৰু কৰ্ম নিৰূপণ
কৰি এই সকলোবিলাকক অমাত্য কৰিব, কিন্তু মন্ত্ৰী (পৰামৰ্শদাতা)
নকৰিব॥২৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "অমাত্য-নিয়োগ" নামৰ অষ্টম অধ্যায় সমাপ্ত।

# নৱম অধ্যায়

## পঞ্চম প্ৰকৰণ : উপদেষ্টা আৰু পুৰোহিত-নিয়োগ

স্বদেশীয়, সম্বংশজাত, সহজে নিয়ন্ত্ৰণ কৰিব পৰা, শিল্পনিপুণ, (শাস্ত্ৰত) তীক্ষ্ণদৃষ্টি-সম্পন্ন, জ্ঞানী, অধ্যৱসায়ী, দক্ষ, বাগ্মী, সাহসী, উপস্থিত বুদ্ধি থকা, উৎসাহযুক্ত, প্ৰভাৱ-সম্পন্ন, কষ্টসহিষ্ণু, ন্যায়পৰায়ণ, মিত্ৰভাবাপন্ন, দৃঢ়ানুৰক্ত, চৰিত্ৰ, বল, স্বাস্থ্য আৰু মনোবল-যুক্ত, স্থবিৰতা আৰু চাঞ্চল্যবিহীন, সৰবৰহী, শত্ৰু সৃষ্টি নকৰা—এইবিলাকেই অমাত্যৰ গুণ॥১॥ ইয়াৰ এক-চতুৰ্থাংশ আৰু আধা নাইকিয়াজনেই (ক্ৰমে) মধ্যম আৰু নিকৃষ্টতম (অমাত্য)॥২॥

ইয়াৰ ভিতৰত দেশ, আভিজাত্য আৰু সহজে নিয়ন্ত্ৰণ কৰিব পৰা—এইকেইটা গুণ জ্ঞাতিজনৰপৰা, শিল্পনৈপুণ্য আৰু শাস্ত্ৰত তীক্ষ্ণদৃষ্টিসম্পন্নৰ সেই সেই বিদ্যাপাৰদৰ্শী-সকলৰপৰা, জ্ঞান, অধ্যৱসায় আৰু কাৰ্যদক্ষতা কৰ্মৰ পৰিচালনাৰপৰা, বাগ্মিতা, সাহস আৰু উপস্থিত বুদ্ধি আলাপ-আলোচনাৰ যোগে, উৎসাহ, ক্ষমতা আৰু কষ্টসহিষ্ণুতা বিপদ-আপদত, ন্যায়পৰায়ণতা, মিত্ৰভাব আৰু দৃঢ়ানুৰক্ততা আদান-প্ৰদানৰ যোগে, চৰিত্ৰ, বল, স্বাস্থ্য আৰু মনোবল তেনেকৈয়ে স্থবিৰতা আৰু চাঞ্চল্যবিহীনতা সহচৰসকলৰপৰা আৰু জনপ্ৰিয়তা আৰু শত্ৰু সৃষ্টি নকৰা স্বভাৱ নিজে পৰ্যবেক্ষণ কৰি পৰীক্ষা কৰিব॥৩॥

ৰাজ-কাৰ্য (তিনি প্ৰকাৰ)—প্ৰত্যক্ষ, পৰোক্ষ আৰু অনুমেয়॥৪॥ নিজে দেখাটো প্ৰত্যক্ষ (অৰ্থাৎ নিজৰ বুদ্ধিমতে কৰাটো প্ৰত্যক্ষ)॥৫॥ আনৰ পৰামৰ্শ অনুসৰি কৰাটো পৰোক্ষ॥৬॥ কৰা কামৰপৰা কৰিবলৈ থকা কামৰ ধাৰণা কৰাই অনুমেয়॥৭॥ কিন্তু কৰ্মবিলাক একেলগে একে সময়তে বহুত ঠাইত সম্পাদন কৰিব লগীয়া হোৱাত আৰু বহুত হোৱাত স্থান আৰু কালৰ ব্যতিক্ৰম যাতে নহয় সেই কাৰণে পৰোক্ষ কৰ্মবিলাক অমাত্যৰ হতুৱাই কৰাব॥৮॥

ইয়াতে 'অমাত্য-(নিয়োগ) কৰ্ম' (শেষ হ'ল)॥ চৰিত্ৰ আৰু কুলত উৎকৃষ্ট, সাঙ্গ বেদ, দিব্য নৈমিত্তিক আৰু অৰ্থনৈতিক বিদ্যাত পাৰ্গত, অথৰ্ববেদত নিৰ্দিষ্ট উপায়ৰ দ্বাৰা দৈৱিক আৰু মানবিক আপদৰ প্ৰতিকাৰ কৰিব পৰা এজন পুৰোহিত নিয়োগ কৰিব॥৯॥ শিষ্যই গুৰুৰ, পুত্ৰই পিতৃৰ আৰু চাকৰে গিৰিহঁতৰ অনুবৰ্তন কৰাৰ নিচিনাকৈ তেওঁ (ৰজাই) তেওঁৰ (পুৰোহিতক) অনুবৰ্তন কৰিব॥১০॥

ব্ৰাহ্মণৰ যোগেদি বৰ্ধিত, মন্ত্ৰীৰ মন্ত্ৰণাৰূপ মন্ত্ৰৰ যোগে হৃত, (অৰ্থ)-
শাস্ত্ৰৰ নিৰ্দেশৰূপ শস্ত্ৰৰ দ্বাৰা স্তুত ক্ষত্ৰিয়-তেজে নিজে অজেয় থাকি
সকলোকে জয় কৰে॥১১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "মন্ত্ৰী আৰু পুৰোহিত-নিয়োগ" নামৰ নৱম অধ্যায় সমাপ্ত।

# দশম অধ্যায়

## ষষ্ঠ প্ৰকৰণ : গোপন পৰীক্ষাৰ যোগেদি অমাত্যসকলৰ শুদ্ধতা আৰু অশুদ্ধতাৰ জ্ঞান

মন্ত্ৰী আৰু পুৰোহিতৰ লগত পৰামৰ্শ কৰি অমাত্যসকলক সাধাৰণ অধিকাৰত নিযুক্ত ৰাখি গোপন পৰীক্ষাৰ যোগে তেওঁলোকৰ অশুদ্ধতা নিৰ্ণয় কৰিব॥১॥

অযাজনীয়ৰ যজ্ঞত যাজন বা তেনেজনক অধ্যাপনা কৰিবলৈ নিযুক্ত কৰা যাবে কষ্ট হোৱা বুলি ৰজাই পুৰোহিতক বিসৰ্জন কৰিব (অৰ্থাৎ বিসৰ্জন কৰাৰ ভাও দিব)॥২॥ তেওঁ (পুৰোহিতে) গুপ্ত প্ৰৰোচকৰ দ্বাৰা প্ৰত্যেক অমাত্যকে একজন একজনকৈ শপত খুৱাই লৈ এনেকৈ উত্তেজিত কৰিব—"এই ৰজা অধাৰ্মিক; আমি অন্য একজন ধাৰ্মিকক অভিষিক্ত কৰোহঁক যি হয়তো তেওঁৰ বংশৰ কোনো একজন দাবীপ্ৰতিষ্ঠাপক, অননুগৃহীত যুৱৰাজ, কোনো নৃপসন্ততি, ৰাজ্যৰ এক স্তম্ভস্বৰূপ কোনো লোক, কোনো সামন্তৰজা, আটৱিক নাইবা নতুনকৈ ক্ষমতাত আৰূঢ় কোনো ব্যক্তি হ'ব পাৰে। ই সকলোৰে অভিমত; আপোনাৰ বা কেনে লাগিছে?"॥৩॥ যদি প্ৰত্যাখ্যান কৰে তেন্তিয়া বুজিব তেওঁ সন্দেহৰ বাহিৰ॥ এয়ে ধৰ্মৰ (গোপন) পৰীক্ষা॥৪॥

অসৎ মানুহক পৰিপালন কৰাৰ কাৰণে (মিছাকৈ) বিসৰ্জিত সেনাপতিয়ে ৰজাক বিনাশ কৰিবৰ কাৰণে লোভনীয় অৰ্থ প্ৰদান কৰি গুপ্ত প্ৰৰোচকৰ দ্বাৰা একজন একজনকৈ প্ৰত্যেক অমাত্যকে এনেকৈ উত্তেজিত কৰিব—"এইটো সকলোৱে ভাল বুলিছে, আপুনি কেনে বোলে?"॥৫॥ যদি প্ৰত্যাখ্যান কৰে তেন্তিয়া তেওঁ শুচি॥ এয়ে অৰ্থৰ গোপন পৰীক্ষা॥৬॥

অন্তঃপুৰত বিশ্বাসযোগ্য বুলি পৰিগণিত হোৱা সন্মানিত (কোনো) পৰিব্ৰাজিকাই একজন একজনকৈ প্ৰত্যেক মন্ত্ৰীক প্ৰৰোচিত কৰিব—"সমাগমৰ উপায় হাতত ৰাখি ৰাণীয়ে আপোনাক কামনা কৰিছে; আপোনাৰ বহুত টকাকড়িও লাভ হ'ব ইত্যাদি"॥৭॥ প্ৰত্যাখ্যান কৰিলে (বুজিব) তেওঁ পবিত্ৰ॥ এয়ে কামৰ গোপন পৰীক্ষা॥৮॥

প্ৰহৱণ (উৎসৱ বা বাগিচাত আদি) উপলক্ষে কোনো এক অমাত্যই সকলো অমাত্যকে আহ্বান কৰিব॥৯॥ ইয়াতে উদ্বিগ্ন (যেন) হৈ ৰজাই তেওঁলোক সকলোকে কাৰাবন্ধ কৰিব॥১০॥ আগতে কাৰাবন্ধ হোৱা কোনো কূটনৈতিক অৰ্থ আৰু সন্মানত ক্ষুণ্ণ হোৱা অমাত্যসকলক একজন একজনকৈ গুপ্তভাৱে প্ৰৰোচিত কৰি ক'ব—"এই ৰজা অসৎ কামত প্ৰবৃত্ত, এওঁক হত্যা কৰি অন্য একজনক প্ৰতিষ্ঠিত কৰোহঁক; এই কথা সকলোৱে ভাল পাইছে, আপুনি কেনে দেখে"॥১১॥ প্ৰত্যাখ্যান কৰিলে বুজিব তেওঁ শুচি॥ এয়ে ভয়ৰ গোপন পৰীক্ষা॥১২॥

তাৰ ভিতৰত ধৰ্মৰ গোপন পৰীক্ষাৰ যোগেদি শুদ্ধ বুলি বিবেচিত হোৱাসকলক ধৰ্ম-বিচাৰ আৰু অপৰাধীক দণ্ড বিহা কৰ্মত নিয়োগ কৰিব; অৰ্থৰ গোপন পৰীক্ষাৰ যোগেদি শুদ্ধ বুলি বিবেচিত হোৱাসকলক সমাহৰ্তা আৰু ভঁৰালীৰ কামত নিয়োগ কৰিব: কামৰ গোপন পৰীক্ষাত শুদ্ধ বিবেচিত হোৱাসকলক উদ্যান আৰু অন্তঃপুৰ আদি ৰক্ষাকৰ্মত নিয়োগ কৰিব; ভয়ৰ গোপন পৰীক্ষাত শুদ্ধ বুলি বিবেচিত হোৱাসকলক ৰজাৰ পাৰ্শ্ববৰ্তী হৈ কৰিব লগীয়া কামত নিয়োগ কৰিব॥১৩॥ সকলো গোপন পৰীক্ষাত শুদ্ধসকলক মন্ত্ৰী (উপদেষ্টা) কৰিব॥১৪॥ সকলো গোপন পৰীক্ষাতে অশুদ্ধ বুলি পৰিগণিত হোৱাসকলক খনিত, দ্ৰব্যবন আৰু হস্তীবনত আৰু কৰ্মান্তত (factoryত) নিয়োগ কৰিব॥১৫॥

ত্ৰিবৰ্গত (ধৰ্ম, অৰ্থ আৰু কামত) আৰু ভয়ত শুদ্ধ অমাত্যসকলক পৱিত্ৰতা অনুসৰি নিজ নিজ কৰ্মত নিয়োগ কৰিব--এনেকৈ (পূৰ্ব) আচাৰ্যসকলে ব্যৱস্থা দি গৈছে॥১৬॥

কিন্তু অমাত্যসকলৰ পৱিত্ৰতা পৰীক্ষা কৰিবৰ কাৰণে (ৰজাই) নিজক বা ৰাণীক কেতিয়াও পৰীক্ষাৰ পাত্ৰ হিছাপে গ্ৰহণ নকৰিব---ই কৌটিল্যৰ দৃঢ় অভিমত॥১৭॥

বিহেৰে পানী দুষিত কৰাৰ দৰে (পৱিত্ৰ পৰীক্ষা কৰিবৰ কাৰণে) পৱিত্ৰজনক দুৰ্নীতিত লিপ্ত কৰিব নালাগে, কাৰণ কেতিয়াবা কোনো লোক দুৰ্নীতিত লিপ্ত হ'লে তাৰ প্ৰতিকাৰো নাইকিয়া হয়॥১৮॥

(কাৰণ) যেতিয়া চাৰিবিধ গোপন পৰীক্ষাৰ যোগে কলুষিত হয়, তেতিয়া দৃঢ়মনা মানুহৰ প্ৰবল ইচ্ছাজড়িত বুদ্ধি শেষ সীমা নোপোৱা-লৈকে ঘূৰি নাহে॥১৯॥

সেই কাৰণে ৰজাই কোনো বাহিৰৰ লোকক চতুৰ্বিধ (গোপন) পৰীক্ষাৰ পাত্ৰ কৰি গুপ্তচৰৰ যোগে অমাত্যসকলৰ পৱিত্ৰতা-অপৱিত্ৰতা বিচাৰ কৰিব॥২০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "বিনয়-অধিকাৰিক" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "গোপন পৰীক্ষাৰ যোগেদি অমাত্যসকলৰ কলুষতা আৰু অকলুষতাৰ জ্ঞান" নামৰ দশম অধ্যায় সমাপ্ত।

---

# একাদশ অধ্যায়

## সপ্তম প্ৰকৰণ: চোৰাংচোৰাৰ নিয়োগ

### (১) চোৰাংচোৰাৰ সংস্থা-সৃষ্টি

গোপন পৰীক্ষাৰ দ্বাৰা অমাত্যবৰ্গৰ শুচিতা প্ৰতিপন্ন হ'লে কাপটিক, উদাস্থিত, গৃহ-পতিকব্যঞ্জন, বৈদেহকব্যঞ্জন, তাপসব্যঞ্জন, সত্ৰী, তীক্ষ্ণ, ৰসদ আৰু ভিক্ষুকী চোৰাং-চোৰাৰূপে নিয়োগ কৰিব॥১॥

পৰম মৰ্মজ্ঞ (অন্তৰৰ কথা জনা) সাহসী ছাত্ৰক কাপটিক বোলা হয়॥ তেওঁক টকা আৰু সন্মানেৰে উৎসাহ দি মন্ত্ৰীয়ে কব, "মহাৰাজ আৰু মোক প্ৰভু বুলি মানি লৈ যাৰে যি'তে কিবা বেয়া দেখা আমাক জনাবা॥৩॥

প্ৰৱজ্যা সমাপ্ত কৰা বুদ্ধিমান আৰু সাধু লোকেই উদাস্থিত॥৪॥ তেওঁ জীৱিকা প্ৰবৰ্তন কৰিবৰ কাৰণে নিৰ্দিষ্ট কোনো ঠাইত বহুত টকা আৰু সহচৰ লৈ (নিজ নিজ) কাম কৰাই থাকিব॥৫॥ আৰু ইয়াৰ লাভৰপৰাই সকলো সন্ন্যাসীকে আহাৰৰ, কাপোৰৰ আৰু থকা ঘৰৰ যোগান ধৰিব॥৬॥ (তাৰ ভিতৰত) জীৱিকা বিচৰাসকলক প্ৰবোচনা দিব—"এই বেশতে ৰজাৰ হকে কাম কৰিব লাগিব; আহাৰ আৰু বেতনৰ সময়ত (ইয়াত) উপস্থিত হ'বাহি"॥৭॥ সকলো মূৰ খূৰা সন্ন্যাসীয়ে নিজ নিজ সংঘৰ মাজত এনেকৈয়ে গোপন প্ৰস্তাৱ দিব॥৮॥

বুদ্ধিমান আৰু সৎ প্ৰবৃত্তিৰ ক্ষীণবৃত্তি খেতিয়কক গৃহপতিকব্যঞ্জন বোলে॥৯॥

তেওঁ কৃষিকৰ্ম প্ৰবৰ্তন কৰিবৰ কাৰণে নিৰ্দিষ্ট কোনো ঠাইত—ইত্যাদি ইত্যাদি আগৰ দৰে (ওপৰৰ ৫নং সূত্ৰৰ দৰে)॥১০॥

বুদ্ধিমান আৰু সৎ প্ৰবৃত্তিৰ ক্ষীণবৃত্তি বেপাৰীকেই বৈদেহকব্যঞ্জন বোলে॥১১॥ তেওঁ বাণিজ্য-কৰ্ম প্ৰবৰ্তন কৰিবৰ কাৰণে নিৰ্দিষ্ট কোনো ঠাইত—ইত্যাদি ইত্যাদি আগৰ দৰে॥১২॥

(স্থায়ী) জীৱিকাৰ অন্বেষণকাৰী মূৰ খূৰোৱা বা জটাধাৰী সন্ন্যাসীকে তাপসব্যঞ্জন বোলে॥১৩॥ নগৰত বহুত মূৰ খূৰোৱা বা জটাধাৰী সহচৰ লৈ নগৰৰ আশে পাশে থাকি লোকক দেখুৱাই এমাহ বা দুমাহৰ মূৰে মূৰে শাক বা যৱ এমুঠি খাব, মনে মনে কিন্তু ভাল লগা আহাৰকে খাই থাকিব॥১৪॥ বৈদেহকব্যঞ্জনৰ তলতীয়া লোকসকলে তন্ত্ৰ-মন্ত্ৰৰ বলেৰে (লোকক) ঐশ্বৰ্যশালী কৰিব পাৰে বুলি এই তাপসব্যঞ্জনক মান-সৎকাৰ দেখুৱাব॥১৫॥ এওঁৰ শিষ্যসকলেও জাহিৰ কৰিব, "এওঁ সিদ্ধ পুৰুষ; সকলোকে ঐশ্বৰ্য-সম্পন্ন কৰিব পাৰে"॥১৬॥ ঐশ্বৰ্যৰ আশাত উপস্থিত হোৱাসকলক অংগবিদ্যা* আৰু শিষ্যৰ সংকেতৰ দ্বাৰা—"ই আজি বা কাইলৈ সংঘটিত হ'ব, নাইবা ইয়াক ৰজাই কৰিব" বুলি কৈ তেওঁবিলাকৰ পৰিয়ালত ঘটা কথাবিলাকৰ নিৰ্দেশ দিব, যেনে—অলপীয়া লাভযুক্ত ব্যৱসায়, অগ্নিদাহ, চোৰৰ উপদ্ৰৱ, বিশ্বাসঘাতকৰ বধ, (ৰজাই) তুষ্ট হৈ দিব খোজা দান, বিদেশত ঘটা ঘটনাৰ বাতৰি॥১৭॥ এওঁৰ গুপ্ত প্ৰবোচক আৰু চৰবিলাকে তাক (ভৱিষ্যৎ-বাণী) সম্পন্ন কৰিব॥১৮॥ উৎসাহ, জ্ঞান আৰু বাক্‌শক্তিসম্পন্ন পুৰুষসকলৰ প্ৰতি ৰজাৰ হাতত তেওঁলোকৰ ভাগ্যোদয় হোৱাৰ ভৱিষ্যৎ-বাণী কৰিব আৰু মন্ত্ৰীৰ লগত (আসন্ন) যোগাযোগৰ কথা কব॥১৯॥ মন্ত্ৰীয়েও এওঁবিলাকৰ জীৱিকা আৰু কৰ্মৰ কাৰণে চেষ্টা কৰিব॥২০॥

বিসকলৰ (যুক্তিযুক্ত) কাৰণত খং উঠিছে, তেওঁলোকক টকা-কড়ি আৰু সন্মানেৰে শান্ত কৰিব, অকাৰণতে ক্ৰোধ কৰাসকলক আৰু ৰজাৰ অনিষ্ট কৰাসকলক গোপনে শাস্তি দি (শান্ত কৰিব)॥২১॥

ৰজাৰ দ্বাৰা অৰ্থ আৰু মানৰ যোগে সন্মানিত হৈ তেওঁবিলাকে ৰাজ-কৰ্মচাৰীসকলৰ পবিত্ৰতা নিৰ্ণয় কৰিব। এনেকৈয়ে (চৰবিলাকৰ) পাঁচোটা সংস্থাৰ বৰ্ণনা দিয়া হ'ল॥২২॥

কৌটিল্যীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "চোৰাংচোৱাৰ নিয়োগ—চাৰ সংস্থা-সৃষ্টি" নামৰ একাদশ অধ্যায় সমাপ্ত।

---

* অংগবিদ্যা—প্ৰশ্নকৰ্তাৰ শৰীৰ স্পৰ্শ কৰি প্ৰশ্নৰ উত্তৰ দিব পৰা বিদ্যাবিশেষ।

# দ্বাদশ অধ্যায়

## সপ্তম প্ৰকৰণ : (ক্ৰমশঃ)

### (২) চলন্ত চৰৰ নিয়োগ

## অষ্টম প্ৰকৰণ : চোৰাংচোৱাৰ কাৰ্য-বিধি

জ্ঞাতিকুটুম্বহীন গতিকে অৱশ্যে ভৰণ-পোষণৰ যোগ্য লোকসকলে যেতিয়া শাৰীৰিক লক্ষণ-বিজ্ঞান, অংগবিদ্যা, যাদুবিদ্যা, মায়াবিদ্যা, আশ্ৰমধৰ্ম, নিমিত্ত-বিজ্ঞান, অন্তৰচক্ৰ* আদি বা মানুহৰ লগত সংসৰ্গ-কৌশল অধ্যয়ন কৰে সেইসকলেই চোৰাংচোৱা॥১॥

দেশৰ যিসকল সাহসী মানুহে টকা-পইচাৰ কাৰণে শৰীৰলৈ কৰ্ণপাত নকৰি হাতী নাইবা (অন্য কোনো) ক্ৰূৰ জন্তুৰ লগত যুঁজে তেওঁবিলাককেই তীক্ষ্ণ-চৰ বুলি কোৱা হয়॥২॥

নিজৰ আপোনজনৰ প্ৰতিও মৰম নাইকিয়া নিষ্ঠুৰ, (অথচ) এলেহুৱাসকলক ৰসদ বুলি কোৱা হয়॥৩॥

অন্তঃপুৰত সম্মানিতা, কথাত পাকৈত, দৰিদ্ৰ বিধবা ব্ৰাহ্মণী পৰিব্ৰাজিকাৰ (সন্ন্যাসিনীৰ) বেশত জীৱিকা বিচাৰি ডাঙৰ ডাঙৰ বিষয়াসকলৰ ঘৰলৈ যাব॥৪॥ এওঁৰ (পদবীৰ) দ্বাৰা মুণ্ডন কৰা নাস্তিক তপস্বিনীসকলৰ পদবীও ব্যাখ্যাত হ'ল॥৫॥ এয়ে চলন্ত চৰৰ বিৱৰণ॥

[ ইয়াতে সপ্তম প্ৰকৰণ সমাপ্ত হ'ল ]

দেশ, বেশ, জীৱিকা, ভাষা আৰু বংশৰ বিশ্বাসযোগ্যতা ঘোষণা কৰি সামৰ্থ্য আৰু আনুগত্য অনুসৰি ৰজাই সেইসকলক নিজৰ দেশত মন্ত্ৰী, পুৰোহিত, সেনাপতি, যুৱৰাজ, দ্বাৰৰক্ষী, অন্তঃপুৰৰ বিষয়া, প্ৰশাস্তা (director), সমাহৰ্তা (administrator বা collector), সংনিধাতা (মুখ্য ভঁৰালী), প্ৰদেষ্টা (magistrate), (সৈন্যৰ) নায়ক, নগৰৰ ধৰ্মাধিকাৰ, কাৰ্মান্তিক (কাৰখানাৰ অধ্যক্ষ), মন্ত্ৰীপৰিষদ, অধ্যক্ষ, সেনাপতি, দুৰ্গপাল, অন্তপাল আৰু আটৱিক—এই সকলোৰে ওপৰত চকু ৰাখিবলৈ নিয়োগ কৰিব॥৬॥

ছাতি, পানীৰ পাত্ৰ, বিচনী, জোতা, আসন আৰু যান-বাহনৰ বাহক হৈ তীক্ষ্ণ চৰবিলাকে তেওঁবিলাকৰ বাহ্যিক কাৰ্য-কলাপ গোপনে লক্ষ্য কৰি থাকিব॥৭॥ সেই গোপন খবৰবিলাক চৰবিলাকে চৰ-সংস্থাবিলাকলৈ প্ৰেৰণ কৰিব॥৮॥

ৰান্ধনি, পৰিবেশক, গাধোৱা ঘৰৰ যোগালি, আলধৰা, বিচনা প্ৰস্তুতকাৰক, নাপিত আৰু পৰিচাৰকৰূপে থকা ৰসদ চৰবিলাকে, কুঁজা, বাওনা, কিৰাত, বোবা, কলা, জলৰ-অচৰ আৰু কণা মানুহৰ ভাও দিয়া মানুহবিলাকে আৰু নট, নৰ্তক, গায়ন, বায়ন, কথক আৰু চাৰণসকলে, তেনেকৈয়ে মাইকী মানুহবোৰেও সেই বিষয়াসকলৰ আভ্যন্তৰীণ কাৰ্যকলাপৰ উহ লৈ ক'ৰ বা-বাতৰি দিব॥৯॥ সেই বাৰ্তাবিলাক ভিক্ষুকী (বৌদ্ধ-সন্ন্যাসিনীবেশী গুপ্তচৰ) বিলাকে চৰসংস্থাবিলাকলৈ প্ৰেৰণ কৰিব॥১০॥

সংস্থাৰ সহকাৰী কৰ্মীসকলে গোপনে সংগ্ৰহ কৰা বাৰ্তাবিলাক সঙ্কেত লিপিৰ যোগে

---

* অন্তৰচক্ৰ : ৰৰাহমিহিৰৰ বৃহৎসংহিতামতে এটা ঘৰৰ বাহিৰত্তী দিশ গণনা কৰি ভাৱনা শুভাশুভ লক্ষণ নিৰ্ণয় কৰাকে অন্তৰচক্ৰ বোলে।

প্ৰেৰণ কৰিব॥১১॥ সংস্থাবিলাকে নাইবা সহকাৰীসকলে পৰস্পৰে পৰস্পৰক জানিব
-নালাগিব॥১২॥

য'ত ভিক্ষুকী (বৌদ্ধ সন্ন্যাসিনী)সকলৰ প্ৰৱেশ নিষিদ্ধ তাত (চাকৰ-নাকৰবোৰৰ) মাক-বাপেকৰ ভাও ধৰি, শিল্পী, চাৰণ বা দাসীৰ ভাও ধৰি ইজনৰ পিছত সিজনকৈ চৰবিলাক দুৱাৰমুখলৈ (ৰাজদ্বাৰলৈ) আহি গীত, পাঠ, বাদ্যযন্ত্ৰৰ ভাণ্ডৰ ভিতৰত গোপনে লিখি বখা কথাৰ যোগে, নাইবা সঙ্কেতৰ যোগে গূঢ় বাৰ্তা বাহিৰলৈ প্ৰেৰণ কৰিব॥১৩॥ দীৰ্ঘ ৰোগ, উন্মাদ, অগ্নি-সংযোগ বা বিষ-প্ৰয়োগৰ আলম লৈ গোপনে বাহিৰ ওলাব॥১৪॥

তিনিজন গুপ্তচৰৰ প্ৰতিবেদন একে হ'লে বিশ্বাসযোগ্য হ'ব॥১৫॥ তেওঁবিলাকৰ বাৰে বাৰে স্খলন হ'লে গোপন দণ্ড দি তেওঁলোকক আঁতৰাব॥১৬॥

"কণ্টকশোধন" প্ৰকৰণত উল্লিখিত চোৰাংচোৰাবিলাকে গোপন খবৰ প্ৰেৰণ কৰিবৰ কাৰণে (শত্ৰুৰ) বেতন লৈ ইজনে সিজনে লগ নলগাকৈ শত্ৰুৰ গৃহত বসবাস কৰিব॥১৭॥ সেইসকল উভয় পক্ষৰ বেতনধাৰী॥১৮॥

পুত্ৰভাৰ্যাৰ (ভৰণ-পোষণৰ) দায়িত্ব গ্ৰহণ কৰি উভয় পক্ষৰ বেতনধাৰী-সকলক নিয়োগ কৰিব। শত্ৰুৱে প্ৰয়োগ কৰা এনে লোকসকলক জানি ৰাখিব। আৰু তেনে লোকৰ জৰিয়তেই (অৰ্থাৎ চৰসকলৰ যোগেই) তেওঁ-লোকৰ অকলুষতা নিৰ্ণয় কৰিব॥১৯॥

এনেদৰেই শত্ৰু, মিত্ৰ, মধ্যম আৰু উদাসীন ৰজাৰ লগত তথা তেওঁ-লোকৰ অষ্টাদশ উচ্চ পৰ্যায়ৰ অধিকাৰীৰ (বিষয়াৰ) ওপৰত চোৰাংচোৰা লগাই দিব॥২০॥

কুঁজা, বাওনা, নপুংসক, কলানিপুণা নাৰী, বোবা আৰু বিভিন্ন ম্লেচ্ছজাতীয় মানুহে তেওঁবিলাকৰ (ৰজাসকলৰ) ঘৰত থাকি চোৰাংচোৰা-ৰূপে কাম কৰিব॥২১॥

(চোৰাংচোৰাৰ) সংস্থা দুৰ্গৰক্ষিত নগৰত বণিকসকলে, দুৰ্গৰ আশে-পাশে সিদ্ধ তাপসসকলে, গাৱঁত খেতিয়ক আৰু উদাসীন সন্ন্যাসীসকলে আৰু সীমান্তত গোপালসকলে গঠন কৰিব॥২২॥

শত্ৰুৰ কাৰ্য-কলাপৰ ভু-ভা ল'বৰ কাৰণে বনত শীঘ্ৰে কাম কৰিব পৰা বৌদ্ধ সন্ন্যাসী আৰু আটৱিক আদি বনবাসীবিলাকৰ দ্বাৰা চোৰাংচোৰা-সম্প্ৰদায় গঠন কৰিব॥২৩॥

চলন্ত চোৰাংচোৰা বা তাৰ সংস্থা বা চোৰাংচোৰাৰ চিহ্ন ধাৰণ নকৰা চোৰাংচোৰা—এনেকুৱা একেজাতীয় নিজৰ চৰৰ দ্বাৰা শত্ৰুৰ এনে বিভিন্ন চৰবিলাকৰ কাৰ্য-কলাপ অৱগত হ'ব॥২৪॥

শত্ৰুচৰৰ কাৰ্য-কলাপ উদ্ঘাটন কৰিবৰ কাৰণে (অইনে) হাত কৰিব নোৱৰা, কিন্তু প্ৰৰোচিত কৰিব পৰা লোকৰ কাৰ্যৰ উদ্দেশ্যৰ দ্বাৰা প্ৰণোদিত বুলি প্ৰকাশিত মুখ্য বিষয়াসকলক সীমান্তত ৰাখিব॥২৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "চলন্ত চৰৰ নিয়োগ; চোৰাংচোৰাৰ বিধি" নামৰ দ্বাদশ অধ্যায় সমাপ্ত।

# ত্ৰয়োদশ অধ্যায়

## নৱম প্ৰকৰণ : নিজ ৰাজ্যৰ ভেদযোগ্য আৰু অভেদ্যসকলৰ ওপৰত নজৰ

উচ্চ বিষয়াসকলৰ পিছত চোৰাংচোৱা লগাই দি নগৰ আৰু গাওঁবাসীৰ মাজতো চোৰাং-চোৱাৰ প্ৰয়োগ কৰিব॥১॥

পৰস্পৰ বিৰোধিতা কৰি চোৰাংচোৱাবিলাকে তীৰ্থস্থান, সভা, সাম্প্ৰদায়িক গোষ্ঠী আৰু জনসমাগমত বিবাদ আৰম্ভ কৰিব॥২॥ "এইজন ৰজা সকলো গুণসম্পন্ন বুলি শুনা গৈছে, কিন্তু এওঁ যে গাওঁ আৰু নগৰবাসীসকলৰ ওপৰত জৰিমনা আৰু কৰ লগাই উৎপীড়ন (আৰম্ভ) কৰিছে, এওঁৰ কোনো গুণেই প্ৰতিফলিত হোৱা নাই"॥৩॥ আন এজনে এনেকৈ কোৱাজনৰ আৰু অন্যান্য প্ৰশংসাকাৰীসকলৰ কথাৰ প্ৰতিবাদ কৰিব॥৪॥ (এওঁ ক'ব)— "মাৎস্যন্যায়ৰ দ্বাৰা অভিভূত হৈ প্ৰজাসকলে বিৱস্বানৰ পুত্ৰ মনুক ৰজা পাতিছিল॥৫॥ এক ষষ্ঠাংশ শস্য, এক দশমাংশ দ্ৰব্য আৰু ধন ৰজাৰ ভাগ বুলি তেওঁলোকে নিৰূপণ কৰিছিল॥৬॥ তাৰেই ভৰণ-পোষণ প্ৰাপ্ত হৈ ৰজাই প্ৰজাৰ মঙ্গল আৰু নিৰাপত্তাৰ বিধান কৰিছিল॥৭॥ দণ্ড আৰু কৰ পৰিশোধ নকৰা প্ৰজাই সেই (ৰজা)সকলৰ পাপ, আৰু মঙ্গল আৰু নিৰাপত্তা বিধান নকৰা ৰজাই প্ৰজাৰ পাপ আহৰণ কৰে॥৮॥ সেই কাৰণে আৰণ্যক(মুনি)-সকলেও তেওঁলোকৰ উঞ্ছবৃত্তিৰে লাভ কৰা শস্যৰ এক ষষ্ঠাংশ (ৰজাক) প্ৰদান কৰে—'যি আমাক ৰক্ষণাবেক্ষণ প্ৰদান কৰে এই ভাগটো তেওঁৰ' বুলি॥৯॥ খং আৰু অনুগ্ৰহ প্ৰত্যক্ষ হোৱা ৰজাৰ পদবী ইন্দ্ৰ আৰু যমৰ পদবীৰ সদৃশ॥১০॥ যিসকলে তেওঁলোকক অৱমাননা কৰে তেওঁলোকক আনকি দৈৱ-দণ্ডয়ো স্পৰ্শ কৰে॥১১॥ সেই কাৰণে ৰজাসকলক অৱমাননা নকৰিব"॥১২॥ এইদৰে (কৈ) তেওঁ (চৰে) সাধাৰণ প্ৰজাক (ৰজাৰ বিৰুদ্ধাচৰণ কৰাৰপৰা) বিৰত ৰাখিব॥১৩॥ আৰু উৰা বাতৰিৰ বিষয়েও খা-খবৰ ৰাখিব॥১৪॥

যিসকলে এওঁৰ (ৰজাৰ) শস্য, পশু আৰু টকা-কড়িৰ দ্বাৰা জীৱন নিৰ্বাহ কৰে, নাইবা বিপদে-সম্পদে এইবিলাকক দি সহায় কৰে, বন্ধুক বা (মিত্ৰ) ৰাষ্ট্ৰক বিদ্ৰোহৰপৰা বিৰত ৰাখে অথবা শত্ৰু আটবিকক প্ৰতিৰোধ কৰে, মুণ্ডিত বা জটাধাৰী সন্ন্যাসীবেশী চোৰাংচোৱাৰ যোগে তেওঁলোকৰ সন্তুষ্টি-অসন্তুষ্টি নিৰ্ণয় কৰিব॥১৫॥ সন্তুষ্টসকলক আকৌ টকাকড়ি আৰু সন্মান প্ৰদৰ্শন কৰি অনুগৃহীত কৰি ৰাখিব॥১৬॥ অসন্তুষ্টসকলৰ তুষ্টি-সাধন কৰিবৰ কাৰণে দান আৰু সামৰ যোগে অনুনয় কৰিব॥১৭॥ নাইবা, এওঁলোকৰ পৰস্পৰৰ মাজত ভেদ সাধন কৰিব আৰু সামন্ত, আটবিক, তেওঁৰ নিজকুলৰ (সিংহাসনৰ) দাবী প্ৰতিষ্ঠাপক আৰু অননুগৃহীত যুৱৰাজৰ লগতো (এওঁলোকৰ ভেদ সৃষ্টি কৰিব)॥১৮॥ তেতিয়াও যদি সন্তুষ্ট নহয়, দণ্ড আৰু কৰ সংগ্ৰহ কৰা অধিকাৰত নিয়োগ কৰি দেশবাসীৰ অপ্ৰিয়ভাজন কৰিব॥১৯॥ যেতিয়া তেওঁলোক (সমাজৰ) বিদ্বেষভাজন হ'ব, তেতিয়া তেওঁলোকক গোপন দণ্ডেৰে নাইবা দেশত বিদ্ৰোহ সৃষ্টি কৰি নিৰ্মূল কৰিব॥২০॥ তেওঁলোকৰ পুত্ৰ-পৰিবাৰক ৰক্ষণাবেক্ষণ দি শত্ৰুৰ অভিসন্ধিৰ ভয়ৰ (হাত সাৰিবৰ) কাৰণে খনি বা কৰ্মান্তত তেওঁলোকক নিযুক্ত কৰিব॥২১॥

ক্ৰুদ্ধ, লুব্ধ, ভীত আৰু অভিমানীসকলক শত্ৰুৱে (সহজে) হাত কৰিব পাৰে॥২২॥ দৈৱজ্ঞ, ভৱিষ্যদ্বক্তা, আৰু জ্যোতিষীৰ ভাও দিয়া চোৰাংচোৱাবিলাকে তেওঁবিলাকৰ পৰস্পৰ সম্বন্ধ আৰু শত্ৰু আৰু আটবিকসকলৰ লগত (তেওঁলোকৰ) কি সম্বন্ধ তাৰ ওপৰত চকু

দিব॥২৩॥ সন্তুষ্টসকলক অৰ্থ আৰু সন্মান প্ৰদান কৰি সন্মানিত কৰিব॥২৪॥ আৰু অসন্তুষ্টসকলক সাম, দান, ভেদ আৰু দণ্ডৰ যোগে আয়ত্ত কৰিব ২৫॥

এনেদৰেই বিচক্ষণ ৰজাই নিজৰ দেশৰ (সম্ভাব্য) ভেদযোগ্য আৰু অভেদ্য লোকসকলক শত্ৰুৰ গুপ্ত প্ৰৰোচনাৰপৰা ৰক্ষা কৰিব, লাগিলে সেই-সকল মুখিয়াল লোকেই হওক বা সাধাৰণ লোকেই হওক॥২৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "নিজ ৰাজ্যৰ ভেদযোগ্য আৰু অভেদ্যসকলৰ ওপৰত নজৰ ৰখা" নামৰ ত্ৰয়োদশ অধ্যায় সমাপ্ত।

---

# চতুৰ্দশ অধ্যায়

## দশম প্ৰকৰণ : শত্ৰু-ৰাজ্যৰ ভেদযোগ্য আৰু অভেদ্যসকলক হাত কৰা

নিজৰ দেশৰ সহজে হাত কৰিব পৰাসকলক হাত কৰাটো ব্যাখ্যাত হ'ল : শত্ৰুৰ দেশৰ তেনে মানুহক হাত কৰাটো ব্যাখ্যা কৰিব লাগে॥১॥

অৰ্থৰ প্ৰতিশ্ৰুতি দি যাক ঠগোৱা হৈছে তেনেজন, কোনো শিল্প বা সেৱাত সমান দক্ষ দুজনৰ ভিতৰত অপমানিত হোৱাজন, (ৰজাৰ) প্ৰিয়জনৰ কাৰণে ৰজাৰপৰা অনুগ্ৰহ নোপোৱাজন, (যুদ্ধলৈ) আহূত হৈ যি পৰাজিত, প্ৰবাসত দুঃখপ্ৰাপ্তজন, ব্যয় কৰিও উদ্দেশ্যত অকৃতকাৰ্যজন, নিজৰ ধৰ্ম (কৰ্তব্য) আৰু উত্তৰাধিকাৰৰপৰা চ্যুতজন, সন্মান আৰু অধিকাৰৰপৰা বঞ্চিতজন, নিজ কুলৰ মানুহৰ দ্বাৰা বাধাপ্ৰাপ্ত লোক, যাৰ পত্নীৰ ওপৰত বলাৎকাৰ কৰা হৈছে তেনেজন, কাৰাৰুদ্ধজন, মকৰ্দমাত পৰাস্ত হৈ দণ্ডপ্ৰাপ্তজন, অসৎ আচৰণ কৰাৰপৰা যাক বিৰত কৰা হৈছে তেনে লোক, সকলো ধন-সম্পত্তি বাজেয়াপ্ত হোৱা-জন, কাৰাগাৰত ক্লেশপ্ৰাপ্তজন, আৰু যাৰ জ্ঞাতিসকল দেশান্তৰিত হৈছে তেনেজন—এইসকলেই ক্ৰুদ্ধবৰ্গ॥২॥

নিজে (কোনো লোকৰ) ব্যাঘাত সৃষ্টি কৰা, অত্যন্ত কুকৰ্মত প্ৰবৃত্ত হোৱা, পাপ কৰ্মৰ দ্বাৰা কুখ্যাত, একে দোষৰ শাস্তি দেখি উদ্বিগ্ন হোৱা, (অইনৰ) ভূমিগ্ৰহণকাৰী, বলৰ দ্বাৰা বশীভূত হোৱা, কোনো (চৰকাৰী) বিভাগত কাম কৰি হঠাতে ধন সঞ্চয় কৰা, নিজৰ কুলৰ (সিংহাসনৰ) দাবীৰ প্ৰতিষ্ঠাপকৰ আশ্ৰিত, ৰজাৰ দ্বাৰা বিগৰ্হিত আৰু ৰজাৰ দ্ৰোহ আচৰণকাৰী—এই সকলো মানুহেই ভীতবৰ্গ॥৩॥

আৰ্থিক অৱস্থা ক্ষীণ হোৱা (দুখীয়া), অইনে যাৰ সম্পত্তি গ্ৰহণ কৰিছে তেনে লোক, কৃপণ, বিপদগ্ৰস্ত আৰু তল ওপৰ নাচাই ব্যৱসায়ত প্ৰবৃত্ত হোৱা লোক—এনেসকলেই লুব্ধবৰ্গ॥৪॥

আত্মগৰ্বেৰে গৰ্বিত, সন্মানকামী, শত্ৰুক সন্মান কৰিলে ক্ৰোধান্বিত হোৱা, নীচ পদবীত স্থিত, উগ্ৰ প্ৰকৃতিৰ, হিংসাত প্ৰবৃত্ত, পোৱা বেতনত অসন্তুষ্ট—এইসকল লোকেই মানিবৰ্গ॥৫॥

তাৰ ভিতৰত ভেদযোগ্য দলৰ প্ৰত্যেকজনকে মুণ্ডিত বা জটাধাৰী সন্ন্যাসীবেশী গুপ্ত-চৰসকলৰ যিজনৰ প্ৰতি যাৰ ভক্তি আছে তেওঁৰ যোগে গুপ্ত-প্ৰৰোচনা দিব॥৬॥

যেনেকৈ মাতাল মাউতেৰে অধিষ্ঠিত মদমত্ত হাতীয়ে যিহকে পায় তাকে ধ্বংস কৰে,

তেনেকৈয়ে শাস্ত্ৰ-জ্ঞান নথকা এই অন্ধ ৰজা নগৰ আৰু গাওঁবাসীসকলক বধ কৰিবৰ কাৰণে উদ্যত হৈছে; এওঁৰ বিৰোধী হাতীক উদগনি দি এওঁৰ অপকাৰ কৰিব পৰা যায়; আপোনা-লোকৰ ক্ৰোধ প্ৰকাশ কৰক'—এইদৰে ক্ৰুদ্ধবৰ্গক প্ৰবোচিত কৰিব॥৭॥

'যেনেকৈ লুকাই থকা সাপে য'তে ভয় পায় তাতে বিষ উদ্গাৰ কৰে, তেনেকৈয়ে এই ৰজাই আপোনাৰপৰা অপকাৰৰ শঙ্কা কৰি অতি সোনকালে আপোনাৰ প্ৰতি ক্ৰোধৰূপ বিষ উদ্গীৰণ কৰিব; অন্য ঠাইলৈ যাওক'—এই বুলি ভীতবৰ্গক প্ৰবোচিত কৰিব॥৮॥

'যেনেকৈ চিকাৰীৰ গাই কুকুৰৰ কাৰণেহে খীৰায়, ব্ৰাহ্মণসকলৰ কাৰণে নিখীৰায়, তেনেকৈয়ে সত্ত্ব, প্ৰজ্ঞা আৰু বাগ্মিতাহীনসকলৰ কাৰণে এই ৰজাই (ৰাজ্য) দোহন কৰিছে, আত্মগুণসম্পন্নসকলৰ কাৰণে নহয়; সেইজন ৰজাই (কিন্তু) বিশিষ্ট লোকক (সন্মান কৰিব) জানে, তালৈ যাওক'—এই বুলি লুব্ধবৰ্গক প্ৰবোচিত কৰিব॥৯॥

'যেনেকৈ চণ্ডালৰ কুৱা চণ্ডালৰহে ব্যৱহাৰ্য, অন্য লোকৰ নহয়, তেনেকৈয়ে এই নীচ ৰজা নীচসকলৰহে উপকাৰত আহিব, আপোনালোকৰ নিচিনা শিষ্টাচাৰসম্পন্নসকলৰ উপকাৰত নাহে: সিজন ৰজাই কিন্তু পুৰুষৰ বিশেষত্ব জানে, তালৈকে (তেওঁৰ ৰাজ্যলৈকে) যাওক'—এই বুলি মানিবৰ্গক প্ৰবোচিত কৰিব॥১০॥

"সেইটো হ'ব" বুলি কৈ যেতিয়া তেওঁলোকে সন্মতি জ্ঞাপন কৰি আৰু পণ কৰি মিত্ৰ হ'ব, তেতিয়া সামৰ্থ্য (যোগ্যতা) অনুসৰি তেওঁলোকক নিজ কৰ্মত নিয়োগ কৰিব আৰু (নিৰীক্ষণ কৰিবৰ কাৰণে) তেওঁলোকৰ পিছত চোৰাংচোৱা ৰাখিব॥১১॥

আৰু শত্ৰুৰ দোষবিলাক উল্লেখ কৰি শত্ৰুৰ দেশৰ ভেদযোগ্যসকলক সাম আৰু দানেৰে হাত কৰিব: অভেদ্যসকলক ভেদ আৰু দণ্ডনীতিৰে হাত কৰিব॥১২॥

কৌটিলীয় অৰ্থ-শাস্ত্ৰৰ "বিনয়-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "শত্ৰু-ৰাজ্যৰ ভেদযোগ্য-সকলক হাত কৰা" নামৰ চতুৰ্দশ অধ্যায় সমাপ্ত।

---

# পঞ্চদশ অধ্যায়

## একাদশ প্ৰকৰণ : মন্ত্ৰ-প্ৰকৰণ

নিজ পক্ষ আৰু শত্ৰু-পক্ষৰ আনুগত্য সম্বন্ধে নিশ্চিত হোৱাৰ পিছত কৰ্মাৰম্ভৰ বিষয়ে চিন্তা কৰিব॥১॥

সকলো কৰ্মাৰম্ভ মন্ত্ৰণাপূৰ্বক হয়॥২॥ ইয়াৰ (মন্ত্ৰণাৰ) স্থান গোপন হ'ব লাগে যাতে কথাবিলাক বাহিৰ ওলাই নাযায়, আনকি চৰায়েও যেন (ইয়াক) দেখা নাপায়॥৩॥ কাৰণ শুনা যায় যে ভাটো, মইনা আদিয়ে আৰু কুকুৰ আৰু অন্য জন্তুয়ে মন্ত্ৰণাৰ ভেদ ভাঙে॥৪॥ সেই কাৰণে মন্ত্ৰণাৰ স্থানৰ ওচৰলৈ নিযুক্ত নোহোৱা কোনো মানুহেই যাব নালাগে॥৫॥ মন্ত্ৰভেদকাৰীক নিৰ্মূল কৰিব লাগে॥৬॥

দূত, অমাত্য আৰু ৰজাৰ ইঙ্গিত আৰু আকাৰৰ দ্বাৰা মন্ত্ৰণা ভেদ হয়॥৭॥ অস্বাভাবিক

ব্যৱহাৰেই ইংগিত॥৮॥ (পৃথক) আকৃতি গ্ৰহণেই আকাৰ॥৯॥ কাৰ্যৰ (সমাপ্তিৰ) কাল পাৰ হৈ নোযোৱা পৰ্যন্ত ইয়াক (মন্ত্ৰণা) গোপনে ৰাখিব লাগে আৰু আয়ুক্ত পুৰুষৰ ওপৰত নজৰ ৰাখিব লাগে॥১০॥ কাৰণ তেওঁলোকৰ অসাৱধান আলাপে, মাতাল আৰু সুপ্ত অৱস্থাৰ প্ৰলাপে আৰু কামাসক্তি আদি অমিতাচাৰে নাইবা ছদ্মবেশী বা অপমানিত লোকে মন্ত্ৰণাৰ ৰহস্য প্ৰকাশ কৰে॥১১॥ সেই কাৰণে তেওঁ (ৰজাই) মন্ত্ৰণাৰ গোপনীয়তা ৰক্ষা কৰিব লাগে॥১২॥

গোপন মন্ত্ৰণা প্ৰকাশ হোৱাটো ৰজা আৰু তেওঁৰ বিষয়াসকলৰ নিৰাপত্তা আৰু কল্যাণৰ পৰিপন্থী॥১৩॥ "সেই কাৰণে গোপনীয় বিষয়ে তেওঁ (ৰজাই) অকলে মন্ত্ৰণা কৰিব"—এই বুলি ভাৰদ্বাজে কয়॥১৪॥ "কাৰণ মন্ত্ৰীৰো (অন্য) মন্ত্ৰী থাকে; তেওঁবিলাকৰো আৰু অন্য মন্ত্ৰী থাকিব পাৰে"॥১৫॥ আৰু এই মন্ত্ৰী-পৰম্পৰাই মন্ত্ৰৰ ভেদ ভাঙে॥১৬॥

"সেইকাৰণে এওঁ কৰিব খোজা কামৰ বিষয়ে আনে উমান পাব নালাগে।
আৰম্ভ কৰিলে বা শেষ হ'লেহে উদ্যোগীসকলে ইয়াৰ গম পাব লাগে"॥১৭॥

"এজনৰ মন্ত্ৰণা সিদ্ধ নহয়"—এই বুলি বিশালাক্ষই কয়॥১৮॥ "কাৰণ ৰাজকৰ্ম (তিনি প্ৰকাৰৰ)—প্ৰত্যক্ষ, পৰোক্ষ আৰু অনুমেয়॥১৯॥ নজনা কথাৰ সন্ধেদ লোৱা, জনা কথাৰ দৃঢ়তা প্ৰতিপাদন, বিকল্প অৰ্থৰ সংশয় ছেদ, আংশিকভাৱে জনা কথাৰ পুৰাপুৰি জ্ঞান— এই সকলোবোৰ মন্ত্ৰীৰ সহায়তহে সাধন হয়॥২০॥ সেই কাৰণে পৰিপক্ক বুদ্ধিৰ মানুহেৰে সৈতে মন্ত্ৰণা কৰিব"॥২১॥

"কাকো অৱমাননা নকৰিব, সকলোৰে মতলৈ কাণ দিব। পণ্ডিতজনে
বালকৰো তত্ত্বপূৰ্ণ বাক্যৰ সদ্ব্যৱহাৰ কৰে"॥২২॥

"ই মন্ত্ৰ সম্বন্ধে জ্ঞানহে, মন্ত্ৰৰ (গোপনীয়তা) ৰক্ষণ নহয়"—এই বুলি পৰাশৰ-সম্প্ৰদায়ে কয়॥২৩॥ এওঁ যি কাৰ্য (কৰিবলৈ) বাঞ্ছা কৰিছে তাৰ অনুৰূপ কাৰ্যৰ কথা মন্ত্ৰীসকলক সুধিব—"এই কামটো এনে ধৰণৰ আছিল, (এতিয়া) যদি এনেকুৱা হয়, তাক কেনেকৈ কৰিব লাগিব?"॥২৪॥ "তেওঁবিলাকে যেনেকৈ ক'ব তাক তেনেকৈ কৰিব॥২৫॥ এনেকৈ মন্ত্ৰৰ উপলব্ধি আৰু গোপনীয়তা ৰক্ষা (দুয়োটা) হ'ব"॥২৬॥

পিশুনে কয়—"সেইটো নহয়॥২৭॥ সংঘটিত বা অসংঘটিত কোনো দূৰবৰ্তী বিষয় সম্বন্ধে সুধিলে মন্ত্ৰীসকলে অনাদৰ সহকাৰে উত্তৰ দিয়ে বা (কথাটো) প্ৰকাশ কৰে॥২৮॥

ই এটা দোষ॥২৯॥ সেই কাৰণে যি কৰ্মত যি পাকৈত সেই কৰ্মত সেই জনৰ লগত আলোচনা কৰিব॥৩০॥ তেওঁলোকৰ লগত মন্ত্ৰণা কৰিলে মন্ত্ৰণা ফলৱতীও হ'ব আৰু ইয়াৰ গোপনীয়তাও ৰক্ষিত হ'ব"॥৩১॥

কৌটিল্যই কয়—"সেইটো নহয়"॥৩২॥ কাৰণ ই এটা অস্থিৰ অৱস্থা হ'ব॥৩৩॥ মন্ত্ৰী-সকলৰ তিনিজন বা চাৰিজনৰ লগত মন্ত্ৰণা কৰিব॥৩৪॥ (কাৰণ) এজনৰ লগত পৰামৰ্শ কৰিলে গহীন বিষয়বোৰত কোনো সিদ্ধান্তলৈ আহিব নোৱাৰিব॥৩৫॥ আৰু মন্ত্ৰী এজন হ'লে, তেওঁৰ ব্যৱহাৰ স্বেচ্ছাচাৰিতাপূৰ্ণ হ'ব॥৩৬॥ দুজনৰ লগত পৰামৰ্শ কৰিলে, তেওঁবিলাক দুজন এক হ'লে তেওঁক ফান্দত পেলাব; আৰু যদি এক নহৈ কন্দল কৰে, (ৰজাৰ) বিনাশ হ'ব॥৩৭॥ ই (এইবিলাক কথা) তিনিজন বা চাৰিজনৰ (মন্ত্ৰীৰ) ক্ষেত্ৰত কথমপিহে সম্ভৱ হ'ব পাৰে॥৩৮॥ আৰু যদি কেনেবাকৈ সম্ভৱ হয়, ই এটা মহা বিপদৰ কথা হ'ব॥৩৯॥ আৰু

ইয়াতকৈ (তিনি বা চাৰিজনতকৈ) বেছি হ'লে বৰ কষ্টেৰেহে কোনো সিদ্ধান্তত উপনীত হ'ব পাৰি নাইবা মন্ত্ৰণাৰ গোপনীয়তা ৰক্ষা কৰিব পাৰি॥৪০॥ স্থান, কাল আৰু কাৰ্যৰ উপযুক্ততা চাই সামৰ্থ্য অনুসৰি এজন বা দুজনৰ লগত নাইবা অকলে নিজে নিজে মন্ত্ৰণা কৰিব॥৪১॥

কৰ্মাৰম্ভৰ উপায়, পুৰুষ আৰু দ্ৰব্য-সম্পত্তি, স্থান আৰু কালৰ বিভাগ, দুৰ্যোগৰ প্ৰতিকাৰ, কাৰ্য-নিষ্পাদন—মন্ত্ৰণাৰ এই পাঁচোটা অংগ॥৪২॥

তেওঁবিলাকক ব্যক্তিগতভাৱে বা সমষ্টিগতভাৱে সেইবিলাকৰ এটা এটাৰ বা আটাইকেইটাৰ বিষয়ে সুধিব (আলোচনা কৰিব)॥৪৩॥ আৰু এওঁবিলাকৰ মতৰ পাৰ্থক্যবোৰ যুক্তি সহকাৰে বুজি ল'ব॥৪৪॥ (মন্ত্ৰণাৰ) বিষয় আহি পৰিলে সময় অতিক্ৰম নকৰিব॥৪৫॥ বৰ বেছি সময়ৰ কাৰণে মন্ত্ৰণা কৰি নাথাকিব; যাৰ অপকাৰ কৰিব খোজে তেওঁৰ পক্ষৰ মানুহৰ লগতো মন্ত্ৰণা নকৰিব"॥৪৬॥

"বাৰজন অমাত্যেৰে মন্ত্ৰীসভা গঠন কৰিব"—এই বুলি মনু-সম্প্ৰদায়ে কয়॥৪৭॥ "ষোল-জনেৰে"—এই বুলি বৃহস্পতিৰ শিষ্যসকলে কয়॥৪৮॥ "বিশ জনেৰে"—এই বুলি উশনাৰ মতবাদীসকলে কয়॥৪৯॥ "সামৰ্থ্য অনুসৰি"—এয়ে কৌটিল্যৰ মত॥৫০॥

তেওঁবিলাকে এওঁৰ (ৰজাৰ) স্বপক্ষ আৰু শত্ৰু-পক্ষৰ বিষয়ে চিন্তা কৰিব॥৫১॥ তেওঁবিলাকে কৰ্মবিলাকৰ নকৰাবিলাক আৰম্ভ কৰিব, আৰম্ভ কৰাবিলাক সিদ্ধ কৰিব, সিদ্ধ কৰাবিলাকত বিশিষ্টতা প্ৰদান কৰিব আৰু আদেশ (পালনত) উৎকৃষ্টতা বিধান কৰিব॥৫২॥

যিসকল উপস্থিত থাকে তেওঁলোকৰে সৈতে কৰ্মবিলাক নিৰীক্ষণ কৰিব॥৫৩॥ উপস্থিত নথকাসকলৰ লগত পত্ৰ পঠিয়াই মন্ত্ৰণা কৰিব॥৫৪॥

এহেজাৰ ঋষিৰে ইন্দ্ৰৰ মন্ত্ৰীপৰিষদ গঠিত হৈছিল॥৫৫॥ ইয়েই (এই পৰিষদেই) ইন্দ্ৰৰ চকু (যেন) আছিল॥৫৬॥ সেই কাৰণেই দ্বি-অক্ষিযুক্ত হলেও এওঁক সহস্ৰাক্ষ বোলা হৈছিল॥৫৭॥

জৰুৰী কাৰ্য হ'লে মন্ত্ৰীসকলক মাতি আৰু মন্ত্ৰীপৰিষদ আহ্বান কৰি আলোচনা কৰিব॥৫৮॥ তাত গৰিষ্ঠসংখ্যাকে যিটো পৰামৰ্শ দিব বা যিটো কাৰ্যসিদ্ধিকৰ বুলি প্ৰতিভাত হ'ব তাকে কৰিব॥৫৯॥

আৰু সেইটো কৰোঁতে—

> এওঁৰ গোপনীয় কথা শত্ৰুৱে জানিব নালাগিব; কিন্তু শত্ৰুৰ দুৰ্বলতা এওঁ জানি ৰাখিব। যদি নিজৰ (মন্ত্ৰণাৰ) কোনো অংগ প্ৰকাশ পায়, তাক কাছই (শৰীৰৰ) অংগ লুকোৱাৰ নিচিনাকৈ লুকাই পেলাব॥৬০॥
>
> যেনেকৈ সন্তসকলৰ শ্ৰাদ্ধান্ন ভোজন কৰিবৰ কাৰণে অবেদজ্ঞ লোকৰ অৰ্হতা নাই, তেনেকৈয়ে নীতিশাস্ত্ৰত শিক্ষা নোপোৱা (ৰজা) জনবো মন্ত্ৰণা শুনিবৰ কাৰণে যোগ্যতা নাথাকে॥৬১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "মন্ত্ৰ-প্ৰকৰণ" নামৰ পঞ্চদশ অধ্যায় সমাপ্ত।

---

# ষোড়শ অধ্যায়

## দ্বাদশ প্ৰকৰণ : দূতৰ আচৰণ-বিধি

মন্ত্ৰণাৰ দ্বাৰা সিদ্ধান্তলৈ অহাৰ পিছত দূত নিয়োগ কৰিব॥১॥

অমাত্যৰ গুণেৰে বিভূষিতজন পূৰ্ণ কৰ্তৃত্বসম্পন্ন ৰাজদূত॥২॥ তাৰ এক-চতুৰ্থাংশ গুণত হীনজন হৈছে সীমিত নিয়োগৰ ৰাজদূত॥৩॥ অৰ্ধগুণহীনজন হৈছে (মাত্ৰ) বাৰ্তাবাহী॥৪॥

যান, বাহন আৰু অনুচৰবৰ্গৰ সুবিধান কৰি তেওঁ প্ৰস্থান কৰিব॥৫॥ "শত্ৰুক ৰজাৰ আদেশ এনেকৈ শুনাব লাগিব, (সম্ভৱতঃ) তেওঁৰ (শত্ৰুৰ) প্ৰত্যুত্তৰ এনেকুৱা হ'ব, এনেকৈ প্ৰতাৰণা কৰিব লাগিব"—এনেকৈ ভাবি ভাবি তেওঁ প্ৰস্থান কৰিব॥৬॥ আৰু তেওঁ (বাটত) আটৱিক, সীমান্তৰক্ষী আৰু নগৰ আৰু গাঁৱৰ মুখিয়ালসকলৰ সংস্পৰ্শলৈ আহিব॥৭॥ আৰু নিজৰ আৰু শত্ৰুপক্ষৰ সৈন্য ৰাখিবৰ কাৰণে উপযুক্ত ঠাই, যুদ্ধৰ উপযুক্ত ক্ষেত্ৰ, সংৰক্ষিত সৈন্যবাহিনী ৰখা ঠাই আৰু পশ্চাদপসৰণৰ উপযুক্ত ঠাই লক্ষ্য কৰিব॥৮॥ তেওঁ (শত্ৰুৰ) দুৰ্গ আৰু ৰাষ্ট্ৰৰ আয়তন, বলাবল, জীৱিকাৰ উপায়, প্ৰতিৰক্ষা আৰু দুৰ্বলতাবো বুজ ল'ব॥৯॥

অনুমতি লৈহে শত্ৰুৰ বাসগৃহত প্ৰৱেশ কৰিব॥১০॥ প্ৰাণৰ সংশয় থাকিলেও ৰাজ-আদেশ যেনেকৈ দিয়া হৈছে তেনেকৈয়ে শুনাব॥১১॥

তেওঁৰ (শত্ৰু-ৰজাৰ) কথাত, মুখত আৰু চকুত প্ৰসন্নতা, তেওঁৰ কথাৰ প্ৰতি সন্মান, তেওঁৰ ইচ্ছাৰ (বাঞ্ছিত বস্তুৰ) অনুসন্ধান, (তেওঁৰ প্ৰভুৰ) সদ্গুণৰ কথাৰ প্ৰতি আকৰ্ষণ, ওচৰত বহিবলৈ আসন প্ৰদান, সন্মানপূৰ্বক অভ্যৰ্থনা, উৎসৱ আদিত (দূতৰ লগত পূৰ্ব) মিলনৰ স্মৰণ আৰু তেওঁৰ ওপৰত বিশ্বাস স্থাপন লক্ষ্য কৰিলে তেওঁৰ সন্তুষ্টিৰ লক্ষণ বুলি বুজিব; ইয়াৰ ওলোটা হ'লে অসন্তুষ্ট হোৱা বুলি বুজিব॥১২॥ এনেজনক ক'ব—"দূতে কোৱা কথা ৰজাৰ মুখৰেই কথা; আন ৰজাৰ দৰে আপোনাৰ ক্ষেত্ৰতো সেই একেই কথা॥১৩॥ সেই কাৰণে মাৰিব খুজিলেও দূতসকলে (ৰজাৰ) বাণী হুবহু দাঙি ধৰে॥১৪॥ তেওঁবিলাকৰ অতি নীহকুলীয়াজনো অৱধ্য, ব্ৰাহ্মণ হ'লেতো কথাই নাই॥১৫॥ ই লোকে কোৱা কথা॥১৬॥ এয়ে দূতৰ ধৰ্ম"॥১৭॥

যদি বিদায়ৰ অনুমতি নিদিয়ে, (প্ৰদৰ্শিত) সন্মানৰ কাৰণে গৰ্ব নকৰি থাকি যাব॥১৮॥ শত্ৰুৰ মাজত (নিজক) শক্তিশালী বুলি নাভাবিব॥১৯॥ বেয়া লগা কথা সহ্য কৰিব॥২০॥ স্ত্ৰী আৰু মদ্যপান বৰ্জন কৰিব॥২১॥ অকলে শুব॥২২॥ (কাৰণ) শুই থকা আৰু মাতাল অৱস্থাত মানুহৰ ভাবৰ আভাস ধৰা পৰে॥২৩॥

ভেদযোগ্য পক্ষৰ প্ৰৰোচনা, অভেদ্য পক্ষৰ পিছত গুপ্তচৰৰ নিয়োগ, (শত্ৰু) ৰজাৰ প্ৰতি (প্ৰজাৰ) অনুৰাগ আৰু বিৰাগ, প্ৰকৃতিবৰ্গৰ দুৰ্বলতা তপস্বী আৰু বেপাৰীবেশী চোৰাং-চোৱাৰ যোগে নিৰ্ণয় কৰিব; নহ'লে তেওঁলোকৰ উপজীৱী অথবা চিকিৎসক বা ভিক্ষুবেশী চোৰাংচোৱা নাইবা উভয়েৰে বেতনভোগী চোৰাংচোৱাৰ যোগে (নিৰ্ণয় কৰিব)॥২৪॥ যদি তেওঁলোকৰ লগত আলাপ কৰা সম্ভৱ নহয়, তেতিয়া খোজনীয়া, মতলীয়া, বলিয়া আৰু সুপ্তজনৰ উক্তিৰপৰা নাইবা তীৰ্থস্থান আৰু মন্দিৰৰ ছবি, লিখা কথা আৰু চিনবোৰৰ যোগে গোপন খবৰ সংগ্ৰহ কৰিব॥২৫॥ (এনে খবৰ) সংগৃহীত হোৱাৰ পিছত গুপ্ত প্ৰৰোচনা প্ৰয়োগ কৰিব॥২৬॥

শত্ৰুৱে সুধিলে নিজ পক্ষৰ প্ৰকৃতিৰ বল আৰু বিস্তৃতিৰ কথা নক'ব॥২৭॥ "মহাৰাজে সকলো জানে"—এই বুলি ক'ব, নহ'লে কাৰ্যসিদ্ধিৰ উপযুক্ত কিবা এটা ক'ব॥২৮॥

কাৰ্যসিদ্ধি নোহোৱা অৱস্থাত যদি আটক হৈ থাকিব লগীয়া হয়, তেতিয়া হ'লে এনেকৈ চিন্তা কৰিব—"মোৰ প্ৰভুৰ আসন্ন বিপদ দেখি, নিজৰ বিপদৰ প্ৰতিকাৰ কৰিবৰ কাৰণে, পৃষ্ঠ-শত্ৰুক অথবা (তেওঁৰ) মিত্ৰক মোৰ প্ৰভুৰ বিৰুদ্ধে থিয় কৰাবলৈ, আভ্যন্তৰীণ বিদ্ৰোহ সৃষ্টি কৰিবলৈ আটৱিকক (মোৰ প্ৰভুৰ বিৰুদ্ধে) থিয় কৰিবৰ কাৰণে, (মোৰ প্ৰভুৰ) মিত্ৰক বা পৃষ্ঠ-মিত্ৰক বাধা দিবলৈ ইচ্ছা কৰি, নিজে শত্ৰুৰ লগত কৰা যুদ্ধৰ, বা আভ্যন্তৰীণ বিদ্ৰোহৰ বা আটৱিকৰ বিৰুদ্ধে প্ৰতিকাৰ-ব্যৱস্থা গ্ৰহণ কৰিবৰ নিমিত্তে, সম্পূৰ্ণ প্ৰস্তুত হৈ ওলোৱা মোৰ প্ৰভুৰ যুদ্ধ-যাত্ৰাৰ কাল নষ্ট কৰিবৰ কাৰণে, খোৱা-বস্তু, বেপাৰৰ বস্তু, বন্য-সম্পদ গোটাবৰ কাৰণে বা দুৰ্গ-নিৰ্মাণ আৰু সৈন্য-সংগ্ৰহ কৰিবৰ কাৰণে, নিজৰ সৈন্যৰ কুচ-কাৱাজৰ কাৰণে (উপযুক্ত) স্থান আৰু কাললৈ বাট চাই, অৱজ্ঞা বা ভ্ৰান্তিৰ কাৰণে, নে (মোৰ স্বামীৰ লগত) নিবিড় সম্বন্ধ স্থাপন কৰিবৰ ইচ্ছাৰে মোক আটক কৰিছে?"॥২৯॥ (শত্ৰুৰ উদ্দেশ্য) বুজি লৈ থাকি যাব, নাইবা পলাব॥৩০॥ নাইবা, ইষ্ট প্ৰয়োজন কিবা আছেনে নাই চাই ল'ব॥৩১॥

কোনো অপ্ৰীতিজনক ৰাজশাসন শুনোৱাৰ পিছত কাৰাৰুদ্ধ কৰা বা হত্যা কৰাৰ ভয় থাকিলে বিদায় নিদিলেও পলাই যাব: নহ'লে তেওঁক আটক কৰি ৰাখিব পাৰে॥৩২॥

> বাৰ্তা প্ৰেৰণ, সন্ধিৰ চৰ্ত পালন, (ৰজাৰ) গৌৰৱ ৰক্ষণ, মিত্ৰসংগ্ৰহ, গুপ্ত প্ৰৰোচনা, মিত্ৰৰ মাজত বিভেদ সৃষ্টি আৰু (শত্ৰুৰ ৰাজ্যলৈ) চোৰাং-চোৱা আৰু সৈন্য লৈ যোৱা॥৩৩॥
>
> শত্ৰুৰ মিত্ৰ আৰু ৰত্ন অপহৰণ, গোপন খবৰ সংগ্ৰহ, বন্ধক থোৱাজনৰ মুক্তিৰ কাৰণে (নিজ) পৰাক্ৰম প্ৰদৰ্শন আৰু তন্ত্ৰ-মন্ত্ৰৰ প্ৰৱৰ্তন—এইবোৰেই দূতৰ কৰ্ম॥৩৪॥
>
> এই সকলোবিলাক তেওঁ দূতৰ হতুৱাই সম্পাদিত কৰাব: প্ৰতিদূত আৰু চোৰাংচোৱা তথা প্ৰকাশ্য আৰু গোপন ৰক্ষীৰ সহায়ত শত্ৰু-দূতৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখিব॥৩৫॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "দূতৰ আচৰণ-বিধি" নামৰ ষোড়শ অধ্যায় সমাপ্ত।**

---

# সপ্তদশ অধ্যায়

## ত্ৰয়োদশ প্ৰকৰণ : যুৱৰাজৰ প্ৰতি সতৰ্কতা-অৱলম্বন

গাতে লাগি থকা মানুহ আৰু শত্ৰুবপৰা নিজে ৰক্ষিত হ'লেহে—তাৰো আগতে তিৰোতা আৰু পুত্ৰৰপৰা নিজে নিৰাপদ হলেহে—ৰজাই ৰাজ্য ৰক্ষা কৰিব পাৰে॥১॥ তিৰোতাৰপৰা ৰক্ষণ সম্বন্ধে আমি "(ৰাজ)প্ৰাসাদবাসীসকলৰ আচৰণ-বিধি" (১।২০) প্ৰকৰণত আলোচনা কৰিম॥২॥

পুত্ৰৰপৰা ৰক্ষণ সম্বন্ধে—॥৩॥

"জন্মৰপৰাই ৰাজপুত্ৰৰ বিৰুদ্ধে সতৰ্কতা লোৱা উচিত॥৪॥ যুৱৰাজসকলে জন্মদাতা (পিতাক) ভক্ষণ কৰে, কাৰণ এওঁলোক কেঁকোৰাৰে সৈতে একে ব্যৱহাৰৰ॥৫॥ "তেওঁবিলাকৰ প্ৰতি পিতৃৰ স্নেহ নোহওঁতেই গোপন দণ্ড শ্ৰেয়ঃ"—এই বুলি ভাৰদ্বাজে কয় (তেওঁবিলাকৰ পিতৃৰ প্ৰতি স্নেহ নাজাগিলে—এই অৰ্থও সম্ভৱ।)॥৬॥

বিশালাক্ষই কয়—"নিৰীহক বধ কৰাটো নিষ্ঠুৰ কথা আৰু ই ক্ষত্ৰিয়-কুলৰ বিনাশক॥৭॥ সেই কাৰণে এঠাইত অৱৰোধ (আটক) কৰি ৰখাটোৱেই ভাল"॥৮॥

"এইটো সাপৰপৰা পোৱা ভয় যেন"—এই বুলি পৰাশৰ-সম্প্ৰদায়ে কয়॥৯॥ "কাৰণ (মোৰ) পৰাক্ৰমক ভয় কৰি পিতাই মোক অৱৰোধ কৰিছে"—এই বুলি বুজি কুমাৰে তেওঁকেই পৰাভূত কৰিব॥১০॥ সেই কাৰণে সীমান্তৰ দুৰ্গতি ৰখাই ভাল"॥১১॥

পিশুনে কয়—"ই (যুঁজাৰু) ভেৰা[১]ৰপৰা উদ্ভৱ হোৱা ভয়ৰ সদৃশ॥১২॥ কাৰণ, সেইটোকে পুনঃপ্ৰতিষ্ঠাৰ উপায় বুলি বুজি সীমান্তপালৰ বন্ধু হৈ পৰিব॥১৩॥ সেই কাৰণে নিজৰ দেশৰপৰা আঁতৰত থকা সামন্ত বজাৰ দুৰ্গতি বাস কৰোৱাটোৱেই শ্ৰেয়ঃ"॥১৪॥

"তেতিয়া এওঁ গৰুৰ দামুৰিৰ নিচিনা হ'ব"—এই বুলি কৌণপদন্তই কয়॥১৫॥ "কাৰণ, দামুৰিৰ সহায়ত গাই খীৰোৱাৰ নিচিনাকৈ সামন্ত বজাই এওঁক (যুৱৰাজক) লৈ পিতাকক খীৰাব॥১৬॥ সেই কাৰণে মাতুল বংশত ৰখাটোৱেই ভাল"॥১৭॥

বাতব্যাধিয়ে কয়—"ইয়াত যুৱৰাজজনৰ স্থান পতাকাৰ নিচিনা হয়॥১৮॥ কাৰণ তেওঁক ধ্বজৰূপে লৈ আদিতিকৌশিক[২]ৰ নিচিনাকৈ মাতৃফৈদৰ মানুহে ভিক্ষা খুজি থাকিব॥১৯॥ সেই কাৰণে তেওঁ (বজাই) এওঁক (যুৱৰাজক) নীচ আমোদ-প্ৰমোদত লিপ্ত ৰাখিব॥২০॥ কাৰণ, বিলাসত মজি থকা পুত্ৰই পিতৃৰ বিৰুদ্ধাচৰণ নকৰে"॥২১॥

কৌটিল্যাই কয়—"এইটো জীৱন্ত মৃত্যু"॥২২॥ কাৰণ, যি ৰাজবংশত ঘুণে ধৰা কাঠৰ দৰে উপযুক্ত শিক্ষা নোপোৱা ৰাজপুত্ৰ থাকে, সি আক্ৰমণ কৰাৰ লগে লগেই ধ্বংসপ্ৰাপ্ত হয়॥২৩॥ সেই কাৰণে মহিষী ঋতুমতী হোৱাৰ লগে লগে ঋত্বিকসকলে ইন্দ্ৰ আৰু বৃহস্পতিলৈ চৰু[৩] অৰ্পণ কৰিব॥২৪॥ আৰু গৰ্ভধাৰণ কৰিলে শিশু-বিশেষজ্ঞসকলে গৰ্ভপোষণ আৰু প্ৰসৱৰ কাৰণে বিশেষ যত্ন ল'ব॥২৫॥ জন্মৰ পিছত পুৰোহিতে পুত্ৰৰ সংস্কাৰ সকলোখিনি কৰিব॥২৬॥ শিক্ষাবিদসকলে শিক্ষাযোগ্য হ'লে তেওঁক শিক্ষাপ্ৰদান কৰিব॥২৭॥

সত্ৰীসকলৰ (চোৰাংচোৱাসকলৰ) এজনে এওঁক চিকাৰ, জুৱা, মদ আৰু মাইকী মানুহেৰে প্ৰলোভন দি ক'ব—'পিতাৰাক আক্ৰমণ কৰি ৰাজ্য দখল কৰা'॥২৮॥ অন্য এজন সত্ৰীয়ে তেওঁক মানা কৰিব"—এই বুলি আম্ভিৰ শিষ্যসকলে কয়॥২৯॥

কৌটিল্যাই কয়—"অজ্ঞজনক শিকাই দিয়া অতি বিপদজনক"॥৩০॥ কাৰণ, নতুন বস্তুৱে (পাত্ৰই) তাৰ গাত যি বস্তুকে লেপি দিয়া হয় তাকে শুহি লয়॥৩১॥ তেনেকৈয়ে, কোৱা কথা

---

[১] ভেৰাৰপৰা উদ্ভৱ হোৱা ভয় : এটা ভেৰাই আন এটা ভেৰাৰ লগত যুঁজ কৰিবলৈ হ'লে প্ৰথমে দুৰলৈ গৈ তাৰপৰা চোঁচা লৈ সজোৰে আক্ৰমণ কৰে। ৰাজপুত্ৰয়ো অন্তপালৰ লগত মিত্ৰতা কৰি অধিক শক্তিশালী হৈ পিতৃক আক্ৰমণ কৰিব পাৰে।

[২] আদিতিকৌশিক : টীকাকাৰসকলৰ মতে অদিতিৰ অৰ্থ হৈছে দেৱতাৰ বিগ্ৰহ আগত লৈ ভিক্ষা কৰা ভিখাৰী আৰু কৌশিক হৈছে সাপ নচুৱাই জীৱিকা চলোৱা লোক। অধ্যাপক কাঙ্গেৰ মতে আদিতিকৌশিকে এটা অৰ্থকে প্ৰকাশ কৰিব পাৰে আৰু সেইটো হৈছে এটা ভিক্ষুক-সম্প্ৰদায় যিয়ে কোনো দেৱতাৰ বিগ্ৰহ আৰু সেই দেৱতাৰ ধ্বজা লৈ অৰ্থ দাবী কৰে; দেৱতাৰ ভয়ত মানুহে তেওঁক বিমুখ নকৰে।

[৩] চৰু: দেৱতা বা পিতৃৰ উদ্দেশ্যে অৰ্পিত গাখীৰত সিজোৱা চাউল বা যৱ।

সকলোবোৰ অপেশত বুদ্ধিৰ কাৰণে শাস্ত্ৰৰ উপদেশ বুলি এই ৰাজপুত্ৰই গ্ৰহণ কৰিব॥৩২॥ সেই কাৰণে ধৰ্ম আৰু অৰ্থৰ অনুকূল উপদেশ দিব লাগে, ধৰ্ম আৰু অৰ্থৰ বিপৰীত উপদেশ দিব নালাগে॥৩৩॥

বৰং "আমি আপোনাৰেই মানুহ" বুলি কৈ সত্ৰীবিলাকে এওঁক নজৰত ৰাখিব॥৩৪॥ যদি যৌৱনৰ উত্তেজনাত তেওঁ পৰস্ত্ৰীৰ কাৰণে মন মেলে, তেতিয়া ৰাতি শূন্যগৃহত সম্ভ্ৰান্ত তিৰোতাৰ ভাও দিয়া লেতেৰা তিৰোতাৰ লগ লগাই এওঁৰ মনত ঘৃণা জন্মাব॥৩৫॥ যদি মদ্যপান কৰিবলৈ ইচ্ছা কৰে তেতিয়া ঔষধ মিহলোৱা মদ্যপানৰ যোগে বিৰাগ সৃষ্টি কৰিব॥৩৬॥ জুৱা খেলিবৰ ইচ্ছা কৰিলে কপট জুৱাৰীৰ যোগে বিতৃষ্ণাৰ সৃষ্টি কৰিব॥৩৭॥ মৃগয়াৰ প্ৰতি ইচ্ছা প্ৰকাশ কৰিলে ডকাইতৰ ভাও দিয়া গুপ্তচৰৰ যোগে ভয় খুৱাব॥৩৮॥ পিতাকক আক্ৰমণ কৰাৰ সংকল্প কৰিলে "তথাস্তু" বুলি কৈ তেওঁৰ বিশ্বাসভাজন হৈ (এনেকৈ) নিৰুৎসাহিত কৰিব—"ৰজাক আক্ৰমণ কৰা অনুচিত; পৰাস্ত হ'লে মৃত্যু; (আক্ৰমণ) সুসম্পন্ন হ'লে (আপোনাৰ) নৰকত পতন; কোলাহলৰ সৃষ্টি আৰু প্ৰজাৰ হাতত মাটিৰ চপৰা এটাৰ দৰে (আপোনাৰ) বিনাশসাধন॥৩৯॥

(যুৱৰাজৰ) বিৰাগ (পিতৃৰ প্ৰতি অনুৰক্ততাৰ অভাৱ) ৰজাক নিবেদন কৰিব॥৪০॥ যুৱৰাজৰ একমাত্ৰ পুত্ৰ হ'লে কাৰাৰুদ্ধ কৰিব॥৪১॥ বহু পুত্ৰ থাকিলে (তেনে পুত্ৰক) সীমান্ত বা অন্য স্থানলৈ নিৰ্বাসিত কৰিব য'ত তেওঁ (সেই ঠাইৰ লোকৰ মানত) গৰ্ভজাত পুত্ৰ যেন হ'ব নোৱাৰে, য'ত তেওঁক পণ্যদ্ৰব্য হিচাপে ব্যৱহাৰ কৰিব নোৱাৰে, বা য'ত তেওঁ (ৰজাৰ নিমিত্তে) উপদ্ৰৱৰ কাৰণ হ'ব নোৱাৰে॥৪২॥ আত্ম-গুণসম্পন্ন হ'লে তেওঁক সেনাপতি বা যুৱৰাজৰ পদত অধিষ্ঠিত কৰিব॥৪৩॥

বুদ্ধিমান, আহাৰ্যবুদ্ধি আৰু দুৰ্বুদ্ধি—পুত্ৰ এই তিনি বিধৰ॥৪৪॥ যি শিক্ষা দিলে ধৰ্ম আৰু অৰ্থ বুজি পায় আৰু (সেইমতে) আচৰণ কৰে তেৱেঁই বুদ্ধিমান॥৪৫॥ যি (শিক্ষা দিলে ধৰ্ম আৰু অৰ্থ) বুজি পায়, কিন্তু ইয়াৰ আচৰণ কৰিব নোৱাৰে তেৱেঁই আহাৰ্যবুদ্ধি পুত্ৰ॥৪৬॥ যি সদায় অশুভ চিন্তা কৰে আৰু ধৰ্ম আৰু অৰ্থৰ বিদ্বেষী তেৱেঁই দুৰ্বুদ্ধি॥৪৭॥

একমাত্ৰ পুত্ৰ যদি দুষ্টবুদ্ধিৰ হয়, তেতিয়া পুত্ৰোৎপাদনৰ কাৰণে যত্ন কৰিব॥৪৮॥ নাইবা জীয়েকৰ পুত্ৰ উৎপাদন কৰাবৰ কাৰণে চেষ্টা কৰিব॥৪৯॥

ৰজা বৃদ্ধ বা ৰুগীয়া হ'লে মাকৰ কুটুম, নিজৰ জাতি নাইবা গুণী সামন্ত ৰজাৰ যোগে নিজ পত্নীত পুত্ৰোৎপাদন কৰাব॥৫০॥ যদি একেটা পুত্ৰও হয়, অবিনীত হ'লে ৰাজ্যত (সিংহাসনত) প্ৰতিষ্ঠিত কৰিব নালাগে॥৫১॥

> বহু দুষ্ট পুত্ৰ হ'লে সিহ'তক একে ঠাইতে বন্ধ কৰি থোৱাটো (উত্তম); পিতা পুত্ৰৰ হিতকামী হোৱা উচিত। কোনো বিপদজনক অৱস্থাৰ বাহিৰে ৰাজ্যৰ ঐশ্বৰ্য জ্যেষ্ঠ পুত্ৰক অৰ্পণ কৰাটোৱেই প্ৰশংসনীয়॥৫২॥
>
> নাইবা ৰাজ্যখন (ৰাজ)কুলৰ (সম্পত্তি) হোৱা উচিত কাৰণ কুলসংঘ দুৰ্জেয় আৰু ই ৰাজ-ব্যসনৰূপ উগ্ৰ বাধাপ্ৰাপ্ত নহৈ চিৰকালৰ কাৰণে পৃথিৱীত বৰ্তমান থাকে॥৫৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "যুৱৰাজৰ প্ৰতি সতৰ্কতা-অৱলম্বন" নামৰ সপ্তদশ অধ্যায় সমাপ্ত।

# অষ্টাদশ অধ্যায়

## চতুৰ্দশ প্ৰকৰণ : অননুগৃহীত (যুৱৰাজৰ) আচৰণ
## পঞ্চদশ প্ৰকৰণ : অননুগৃহীত (যুৱৰাজৰ) প্ৰতি ব্যৱহাৰ

বিনীত হোৱাৰ পিছত মৰ্যাদা হানিকৰ কৰ্মত নিযুক্ত হ'লেও অতি কষ্টেৰে জীৱিকা নিৰ্বাহ কৰি প্ৰাণৰ সংশয় থকা কৰ্মৰ বাহিৰে, প্ৰজাবিলাকক বিদ্ৰোহী কৰাৰ ভয় থকা কৰ্মৰ বাহিৰে নাইবা অতি পাপজনক কৰ্মৰ বাহিৰে সকলোতে যুৱৰাজে পিতাকক অনুবৰ্তন কৰিব॥১॥

অভিমত কৰ্মত নিযুক্ত হ'লে তেওঁৰ কামৰ তদাৰক কৰিবলৈ এজন বিষয়াৰ প্ৰাৰ্থনা কৰিব॥২॥ আৰু তদাৰক কৰা বিষয়া পালে সেই নিয়োগ সবিশেষভাৱে সম্পন্ন কৰিব॥৩॥ আৰু কৰ্মৰ যথাযথ উৎপাদন আৰু লাভ কৰা উপহাৰ আদি পিতাকলৈ প্ৰেৰণ কৰাব॥৪॥

তেতিয়াও যদি পিতৃ সন্তুষ্ট নহয় আৰু অন্য পুত্ৰ বা (উক্ত পুত্ৰৰ মাকৰ বাহিৰে) আন স্ত্ৰীক মৰম কৰে তেওঁ অৰণ্যলৈ যাবৰ কাৰণে বিদায় মাগিব॥৫॥ আটক কৰি ৰখা বা বধ কৰাৰ যদি ভয় থাকে, তেতিয়া হ'লে ন্যায় আচৰণ কৰা, ধাৰ্মিক, সত্যবাদী, বিশ্বাসযোগ্য, আশ্ৰয় বিচৰাসকলৰ আশ্ৰয়দাতা আৰু সম্মানকাৰী এজন সামন্ত ৰজাৰ আশ্ৰয় ল'ব॥৬॥ তাতে থাকি টকা-কড়ি আৰু সৈন্য সংগ্ৰহ কৰি (কোনো) বীৰ পুৰুষৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰি আৰু আটবিকৰ লগত সংযোগ ৰাখি (পিতৃৰ) ভেদযোগ্য পক্ষক হাত কৰিব॥৭॥

যদি অকলে বৰ্তিব লগীয়া হয়, তেতিয়া হ'লে খনিত সোণ পগোৱা আৰু মণিত ৰং দিয়া কাৰ্য কৰি আৰু সোণ-ৰূপৰ বস্তু নিৰ্মাণ কৰা কাৰখানা পাতি জীৱিকা নিৰ্বাহ কৰিব॥৮॥ নাইবা নাস্তিক সম্প্ৰদায়ৰ ভিক্ষু-সংঘৰ বয়-বস্তু, শাস্ত্ৰজ্ঞ ব্ৰাহ্মণত বাহিৰে আনে ভোগ কৰা মন্দিৰৰ দ্ৰব্য, ধনী বিধবাৰ সম্পত্তি, সেইসকলৰ বিশ্বাসৰ পাত্ৰ হৈ গোপনে হাত কৰিব আৰু বেপাৰীসকলৰ যান-বাহন বা বস্তু (তেওঁলোকক) সম্মোহক পানীয় খুৱাই ঠগ কৰি লুট কৰিব॥৯॥ নাইবা, শত্ৰুৰ নগৰ জয় কৰিবৰ কাৰণে কৌশল আৰম্ভ কৰিব (১৩।১ চাওক)॥১০॥ নাইবা, মাতৃপক্ষৰ মানুহৰ সহায় আৰম্ভ কৰিহে কাৰ্যত প্ৰবৃত্ত হ'ব॥১১॥ নিজৰ স্বৰূপ লুকাই ৰাখি কাৰিকৰ, শিল্পী, চাৰণ, চিকিৎসক বা সাধু-কথা কওঁতাৰ ভাও দি তেনে ভাও দিয়া (অন্য) সহযোগী লগত লৈ ৰজাৰ দুৰ্বলতাৰ সুযোগ লৈ অস্ত্ৰ আৰু বিষ প্ৰয়োগে কৰি ক'ব—"ময়ে সেই যুৱৰাজ, এই ৰাজ্য একেলগে ভোগ কৰিব লাগিব, এজনে অকলে ভোগ কৰা যুক্তিযুক্ত নহয়: যিসকলে মোক গিৰিহ'ত হিচাপে বাঞ্ছা কৰে, তেওঁবিলাকক দুগুণ খাদ্য-সম্ভাৰেৰে আৰু টকা-কড়িৰে পুৰস্কৃত কৰিম"॥১২॥ ইয়াতে 'অননুগৃহীত যুৱৰাজৰ আচৰণ' প্ৰকৰণ অন্ত পৰিল॥

মুখ্য আধিকাৰিকসকলৰ পুত্ৰসকলে গুপ্তচৰ হিচাপে কাম কৰি অননুগৃহীত যুৱৰাজক সম্মত কৰাই ৰজাৰ ওচৰলৈ লৈ আহিব, নাইবা যদি ৰজাৰ অনুগ্ৰহপ্ৰাপ্ত হয়, মাকে (লৈ আহিব)॥১৩॥ যদি শুধৰাব নোৱাৰাৰ কাৰণে ত্যাগ কৰিব লগীয়া হয়, তেতিয়া গুপ্তচৰ-বিলাকে অস্ত্ৰ বা বিষেৰে মাৰি পেলাব॥১৪॥ যদি ত্যাগ কৰিব নোৱাৰে, একে স্বভাৱৰ তিৰোতা, মদ্যপান বা মৃগয়াৰ প্ৰতি আসক্ত কৰি ৰাতি ধৰি লৈ আহিব॥১৫॥

আৰু আহিলে "মোৰ পিছত এই ৰাজ্য তোমাৰেই"—এই বুলি ৰজাৰ

প্ৰলোভন দি সাম অৱলম্বন কৰিব; (তেতিয়াও শান্ত নহ'লে) একে স্থানতে আটক কৰি ৰাখিব; কিন্তু অন্য পুত্ৰ থাকিলে (তেওঁক) মাৰি পেলাব॥১৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "অনন্গৃহীত (যুৱৰাজৰ) আচৰণ আৰু অনন্গৃহীত (যুৱৰাজৰ) প্ৰতি ব্যৱহাৰ" নামৰ অষ্টাদশ অধ্যায় সমাপ্ত।

---

# ঊনবিংশ অধ্যায়

## ষোড়শ প্ৰকৰণ : ৰজাৰ আচৰণ-বিধি

উদ্যমশীল ৰজাৰ ভৃত্যসকলো উদ্যমশীল হয়॥১॥ তেওঁ নিৰুৎসাহী হ'লে ভৃত্যসকলেও উৎসাহ হেৰুৱায়॥২॥ তেওঁবিলাকে তেতিয়া (এওঁৰ) কামবোৰ বিনষ্ট কৰে॥৩॥ আৰু তেতিয়া তেওঁ শত্ৰুৰ দ্বাৰা প্ৰভাৱিত হয়॥৪॥ সেই কাৰণে তেওঁ স্বয়ং উদ্যমশীল হ'ব॥৫॥

নালিকা'ৰ[1] দ্বাৰা বা ছাঁয়াৰ জোখেৰে দিন আৰু ৰাতিক আঠ ভাগত ভগাব॥৬॥ তিনি পৌৰুষ,[2] এক পৌৰুষ, চাৰি অঙ্গুল, ছাঁয়া অন্তৰ্ধান হোৱা মধ্যাহ্ন—এই চাৰিটাই দিনৰ প্ৰথম অষ্টভাগ॥৭॥ ইয়াৰ দ্বাৰাই দ্বিতীয় (অষ্ট) ভাগো ব্যাখ্যাত হ'ল॥৮॥

ইয়াৰ ভিতৰত অষ্টভাগৰ প্ৰথম ভাগত প্ৰতিৰক্ষাৰ ব্যৱস্থা আৰু আয়-ব্যয়ৰ হিছাপ শুনিব॥৯॥ দ্বিতীয় ভাগত নগৰ আৰু গাওঁবাসীৰ কাৰ্যবিলাকৰ ওপৰত চকু দিব॥১০॥ তৃতীয় ভাগত স্নান-ভোজন কৰি অধ্যয়নত ৰত হ'ব॥১১॥ চতুৰ্থ ভাগত নগদ টকাৰে ৰাজহ গ্ৰহণ কৰিব আৰু বিভাগীয় অধ্যক্ষসকলৰ কৰ্তব্য নিৰূপণ কৰিব॥১২॥ পঞ্চম ভাগত চিঠি-পত্ৰ আদান-প্ৰদান কৰি মন্ত্ৰীপৰিষদৰ লগত পৰামৰ্শ কৰিব আৰু চোৰাংচোৱাই দিয়া গোপন খবৰবিলাকৰ বুজ ল'ব॥১৩॥ ষষ্ঠ ভাগত নিজ ৰুচি অনুসৰি বিহাৰ কৰিব, নাইবা মন্ত্ৰণা কৰিব॥১৪॥ সপ্তম ভাগত হস্তী, অশ্ব আৰু ৰথবাহিনী পৰিদৰ্শন কৰিব॥১৫॥ অষ্টম ভাগত সেনাপতিৰ লগত সামৰিক বিষয়ৰ আলোচনা কৰিব॥১৬॥ দিনৰ অন্তত সন্ধ্যা-বন্দনা কৰিব॥১৭॥

ৰাতিৰ (অষ্টভাগৰ) প্ৰথম ভাগত গূঢ়-পুৰুষসকলৰ (চোৰাংচোৱাবিলাকৰ) লগত সাক্ষাৎ কৰিব॥১৮॥ দ্বিতীয় ভাগত স্নান-ভোজন কৰি অধ্যয়ন কৰিব॥১৯॥ সংগীতৰ ধ্বনি অনুসৰি ততীয় ভাগত বিচনাত উঠিব আৰু চতুৰ্থ-পঞ্চম ভাগত শুব॥২০॥ তূৰ্য-ধ্বনিৰ লগে লগে শয্যা ত্যাগ কৰি নীতিশাস্ত্ৰ-চৰ্চা আৰু কৰ্তব্যৰ বিষয়ে চিন্তা কৰিব॥২১॥ সপ্তম ভাগত (মন্ত্ৰী-পৰিষদৰ লগত) মন্ত্ৰণাৰ কাৰণে বহিব আৰু চোৰাংচোৱাবিলাকক পঠিয়াব॥২২॥ অষ্টম ভাগত বেদজ্ঞ ব্ৰাহ্মণ, আচাৰ্য আৰু পুৰোহিতৰ আশীৰ্বাদ গ্ৰহণ কৰিব আৰু চিকিৎসক, মুখ্য ৰান্ধনি আৰু দৈৱজ্ঞসকলৰ লগত সাক্ষাৎ কৰিব॥২৩॥ আৰু (কোনো) সবৎসা গাই আৰু ষাঁড় প্ৰদক্ষিণ কৰি ৰাজসভাৰ মণ্ডপলৈ যাব॥২৪॥

নাইবা, নিজৰ সামৰ্থ্য অনুযায়ী দিন আৰু ৰাতিক বিভিন্ন অংশত ভাগ কৰি (ৰাজ)কাৰ্য

---

[1] নালিকা : এক নালিকা = চৌবিশ মিনিট।

[2] পৌৰুষ : ছায়া-যন্ত্ৰৰ শঙ্কুৰ ছায়াৰ দৈৰ্ঘ্যৰ পৰিমাণ ল'বলৈ ব্যৱহাৰ কৰা জোখবিশেষ; এক পৌৰুষ বাৰ অঙ্গুলৰ সমান, প্ৰায় ৯ ইঞ্চি হয়। ২।২০।১০ চাওক।

সম্পাদন কৰিব॥২৫॥ আৰু ৰাজসভালৈ গৈ দৰ্শনাৰ্থীসকলক অবাধ প্ৰৱেশ দান কৰাব॥২৬॥ কাৰণ, ৰজাক দেখা কৰিবলৈ টান হ'লে গাতে লাগি থকাসকলে তেওঁৰ হতুৱাই কৰিব লগীয়া আৰু নলগীয়া কামৰ বিপৰীতে কাম কৰায়॥২৭॥ ইয়াৰ ফলত তেওঁ প্ৰজা-বিদ্ৰোহৰ সম্মুখীন বা শত্ৰুৰ বশীভূত হ'ব পাৰে॥২৮॥ সেই কাৰণে মন্দিৰৰ দেৱতা, আশ্ৰম, নাস্তিক (বৌদ্ধ-সন্ন্যাসী আদি), শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ, পশু, তীৰ্থস্থান, বালক, বৃদ্ধ, ব্যাধিগ্ৰস্ত, আৰ্ত, অনাথ আৰু তিৰোতসকলৰ কাৰ্যবিলাক এই ক্ৰমতে নাইবা কাৰ্যৰ গুৰুত্ব বা জৰুৰী প্ৰয়োজন অনুসৰি পৰিদৰ্শন কৰিব॥২৯॥

সকলো জৰুৰী কাৰ্যৰ কথা (ৰজাই নিজে তত্তাতৈয়াকৈ) শুনিব, পেলাই নথ'ব; কাৰণ পেলাই থোৱা কাম দুঃসাধ্য হয়, অসাধ্যও হ'ব পাৰে॥৩০॥

পুৰোহিত আৰু আচাৰ্যৰে সৈতে অগ্নিগৃহলৈ গৈ প্ৰত্যুত্থান আৰু অভিবাদন কৰি বৈদ্য আৰু তপস্বীসকলৰ কাৰ্য দৰ্শন কৰিব॥৩১॥

ত্ৰিবেদজ্ঞসকলক লগত লৈ তপস্বী আৰু মায়াবিদ্যা জনাসকলৰ কাৰ্য পৰিদৰ্শন কৰিব, নিজে অকলে নকৰিব; কাৰণ, ই তেওঁলোকৰ কোপৰ কাৰণ হ'ব পাৰে॥৩২॥

ৰজাৰ কাৰণে উদ্যমেই (যজ্ঞৰ) ব্ৰত, প্ৰশাসনেই যজ্ঞ, ব্যৱহাৰৰ সমতাই দক্ষিণা আৰু অভিষেকেই হৈছে তেওঁৰ যজ্ঞ-দীক্ষা॥৩৩॥

প্ৰজাৰ সুখেই ৰজাৰ সুখ, প্ৰজাৰ হিতেই তেওঁৰ হিত; নিজৰ প্ৰিয়ই ৰজাৰ হিত নহয়, প্ৰজাৰ প্ৰিয়ই ৰজাৰ হিত॥৩৪॥

সেই কাৰণে নিতৌ উদ্যমশীল হৈ ৰজাই আৰ্থিক উন্নতিৰ কাৰণে প্ৰশাসন কৰিব। উদ্যমেই আৰ্থিক উন্নতিৰ মূল, ইয়াৰ বিপৰীতেই অনৰ্থৰ মূল॥৩৫॥

উদ্যমৰ অভাৱত প্ৰাপ্ত আৰু অপ্ৰাপ্ত (অৰ্থৰ) নাশ নিশ্চিত; উদ্যমৰ-পৰা ফল পোৱা যায় আৰু অৰ্থসম্পদ লাভ হয়॥৩৬॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "ৰজাৰ আচৰণ-বিধি" নামৰ ঊনবিংশ অধ্যায় সমাপ্ত।**

# বিংশ অধ্যায়

## সপ্তদশ প্ৰকৰণ : (ৰাজ)প্ৰাসাদবাসীসকলৰ আচৰণ-বিধি

বাস্তু-বিজ্ঞানবিশেষজ্ঞসকলৰ দ্বাৰা অনুমোদিত স্থানত দেৱাল, খাল আৰু দুৱাৰৰে সৈতে অনেক কোঠাযুক্ত ৰাজপ্ৰাসাদ নিৰ্মাণ কৰাব॥১॥

কোশগৃহ-নিৰ্মাণৰ বিধান অনুসৰি (২।৫।২-৩ চাওক) মাজতে বাসগৃহ বা দেৱালত লুকাই থকা বাস্তাৰে সৈতে মোহন-গৃহ (চক্ৰ-ব্যূহসদৃশ গৃহ)—তাৰ মাজতে বাসগৃহ বা ওচৰৰ বিহাৰৰ কাঠৰ মূৰ্তিৰে ঢাকি ৰখা বাটেৰে সৈতে অনেক সুৰুঙ্গাযুক্ত মাটিৰ তলৰ কোঠা, যেৰৰ ভিতৰত লুকাই থকা চিঁৰি—তাৰ ওপৰত ৰাজপ্ৰাসাদ, বা বিপদৰ প্ৰতিকাৰ কৰিবলৈ,

নাইবা বিপদ হ'লে যন্ত্ৰত লগাই ৰাখি তললৈ পেলাই দিব পৰা আৰু ফোঁপোলা স্তম্ভৰ মাজেদি প্ৰৱেশ আৰু বহিৰ্গমন কৰিব পৰা বাসগৃহ নিৰ্মাণ কৰাব॥২॥ সহপাঠী[1]ৰপৰা ভয় থাকিলে ইয়াৰ অন্য ধৰণেৰেও নিৰ্মাণ কৰিব পাৰে॥৩॥

মানুহৰ হাৰ যঁহি জলোৱা জুই যেতিয়া তিনি বাৰ প্ৰদক্ষিণ কৰি ৰাজ-প্ৰাসাদৰ চাৰিও-ফালে নিয়া হয়, তেতিয়া তাক অন্য জুয়ে পুৰিব নোৱাৰে বা অন্য জুই তাত নজ্বলে; বিজুলী-জুইৰ ছাইৰ লগত মাটি আৰু শিল-বৰষুণৰ পানী মিহলাই তাত লেপি দিলেও (জুই) লাগিব নোৱাৰে॥৪॥

জেকা মাটিত হোৱা আহৃত গছৰ ঠেঙুলিৰে সৈতে জীৱন্তী, শ্বেতা, মুষ্কক আৰু পুষ্প-বন্দাকাৰ (অঙ্কুৰ) গুঠি কৰা মালাৰ দ্বাৰা ৰক্ষিত গৃহত সাপ আৰু বিষে কোনো ক্ৰিয়া কৰিব নোৱাৰে॥৫॥ ম'ৰা-চৰাই, নেউল আৰু ফুটুকী-হৰিণে (চোঁহদত) এৰি দিলে সাপ খায়॥৬॥ ভাটৌ, মইনা আৰু ফেচু-চৰায়ে বিহ বা সাপৰ ভয় থকা ঠাইত আৰাও কৰে॥৭॥ বিহ থকা ঠাইৰ ওচৰত চাঁকৈচকোৱা উন্মত্ত হয়, ডাঁৰিক মূৰ্ছিত হয়, উন্মত্ত কুলি-চৰাই মৰে, আৰু কপৌ-চৰাইৰ চকু শেঁতা পৰে॥৮॥

এনেদৰেই জুই, বিহ আৰু সাপৰ বিৰুদ্ধে প্ৰতিকাৰৰ ব্যৱস্থা কৰিব॥৯॥

পিছৰ পিনে কক্ষাৰ বিভিন্ন ভাগত স্ত্ৰী-নিবাস, প্ৰসূতি আৰু ৰোগীৰ গৃহ আৰু গছ আৰু পানীৰ ঠাইবোৰ সন্নিবিষ্ট কৰিব॥১০॥ তাৰ বাহিৰত কুমাৰ-কুমাৰীসকলৰ বাসগৃহ (থাকিব)॥১১॥ সম্মুখত প্ৰসাধন-কক্ষ, মন্ত্ৰণা-গৃহ, পৰিষদ-গৃহ আৰু যুৱৰাজৰ তত্ত্বাৱধায়ক মন্ত্ৰীসকলৰ বাসভৱন নিৰ্মাণ কৰিব॥১২॥ কক্ষাবিলাকৰ মাজৰ মুকলি ঠাইত ৰাজপ্ৰাসাদৰ ৰক্ষীসকল থাকিব॥১৩॥

গৰ্ভগৃহলৈ গৈ, বৃদ্ধা নাৰীসকলে মহিষীক দেখা কৰাত কোনো আশঙ্কাৰ কাৰণ নাই বুলি কোৱাৰ পিছত, তেওঁক দেখা কৰিব॥১৪॥ কাৰণ, ৰাণীৰ কক্ষতে লুকাই থাকি ভ্ৰাতৃয়ে ভদ্ৰসেনক হত্যা কৰিছিল; মাকৰ বিচনাৰ তলত থাকি পুতেকে কাৰূষক মাৰিছিল॥১৫॥ আখৈ বিহেৰে সানি মৌৰে সনা বুলি কৈ কাশীৰাজক, বিহ-সনা নূপুৰেৰে বৈৰন্ত্যক, (বিহ-সনা) মেখলা-মণিৰে সৌবীৰৰাজক, আইনাৰে জালূথক, বেণীত অস্ত্ৰ লুকাই ৰাখি বিদূৰথক ৰাণীয়ে হত্যা কৰিছিল॥১৬॥ সেই কাৰণে এই শঙ্কা-স্থানবিলাক পৰিহাৰ কৰিব॥১৭॥

মুণ্ডিত সন্ন্যাসী, জটাধাৰী সন্ন্যাসী, বাজীকৰ আৰু বাহিৰৰ দাসীৰ লগত ৰাণীৰ সংস্পৰ্শ নিষিদ্ধ কৰিব॥১৮॥ মাতৃমণ্ডল আৰু ব্যাধি-চিকিৎসা-সংস্থাৰ বাহিৰে অন্য কোনো ঠাইতে বংশৰ মানুহে এওঁলোকক (ৰাণীসকলক) দেখা কৰিব নোৱাৰিব॥১৯॥ গা ধোৱাৰ পিছত অলঙ্কাৰ সলাই শুদ্ধ শৰীৰেৰে গণিকাবিলাকে ৰাণীক দেখা কৰিব॥২০॥ আশী বছৰীয়া পুৰুষে, নাইবা পঞ্চাশ বছৰীয়া তিৰোতাই (কাৰেওৰ কোনো ভৃত্যাদিৰ) বাপেক-মাক বুলি পৰিচয় দি, নাইবা বুঢ়া আৰু নপুংসক চাকৰবিলাকে অন্তেষপুৰৰ ৰাণীসকলৰ পবিত্ৰতা আৰু অপবিত্ৰতা নিৰ্ণয় কৰি তেওঁলোকক স্বামীৰ হিতৰ কাৰণে নিয়োগ কৰিব॥২১॥

(অন্তেষপুৰৰ) সকলোৱেই নিজৰ নিজৰ বাসগৃহত থাকিব, লোকৰ বাসগৃহলৈ নাযাব। কোনো ভিতৰৰ মানুহে বাহিৰৰ মানুহৰ লগত সংস্পৰ্শ স্থাপন নকৰিব॥২২॥

---

[1] সহপাঠী : একে ৰাজনীতিশাস্ত্ৰ অধ্যয়ন কৰা, পণ্ডিতে বাসগৃহ-নিৰ্মাণৰ কৌশল জনা; অথবা, ৰজাৰ সহপাঠী পণ্ডিতে তেওঁৰ সকলো গোপন কথাৰ সন্ধান পোৱা লোক।

**পৰীক্ষা কৰি চোৱাৰ পিছত আগমন আৰু নিৰ্গমন লিপিবন্ধ হ'লে গন্তব্য স্থানলৈ যোৱাৰ মোহৰ মৰা প্ৰত্যেক দ্ৰব্যই (ৰাজপ্ৰাসাদৰ ভিতৰ) সোমাব বা (ইয়াৰ পৰা) বাহিৰলৈ ওলাব॥২৩॥**

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "ৰাজ-প্ৰাসাদবাসীসকলৰ আচৰণ-বিধি" নামৰ বিংশ অধ্যায় সমাপ্ত।**

# একবিংশ অধ্যায়

## অষ্টাদশ প্ৰকৰণ : (ৰজাৰ) নিজৰ শৰীৰ-ৰক্ষা-সম্বন্ধীয়

শুই উঠাৰ পিছত হাতত ধনু লৈ তিৰোতাবিলাকে, দ্বিতীয় কোঠালিত দীঘল চোলা পিন্ধা আৰু পাগুৰি মৰা নপুংসক অনুচৰবিলাকে, তৃতীয় কোঠালিত কুঁজা, বাওনা আৰু কিৰাতবিলাকে আৰু চতুৰ্থ কোঠালিত মন্ত্ৰী, সম্বন্ধীয়া মানুহ আৰু হাতত যাঠি লৈ দ্বাৰপালবিলাকে (ৰজাক) বেৰি থাকিব॥১॥

বোপা-ককাৰ দিনৰেপৰা নিযুক্ত, সম্বন্ধীয়া, শিক্ষিত, অনুৰক্ত আৰু কামত দক্ষ লোকক শৰীৰ-ৰক্ষী কৰিব; টকা-কড়ি আৰু সন্মান প্ৰদান নকৰা বিদেশী লোকক, নাইবা আনকি (আগতে) অপকাৰ কৰি আকৌ চাকৰিত লোৱা স্বদেশী লোককো শৰীৰ-ৰক্ষী নকৰিব॥২॥ প্ৰাসাদ-ৰক্ষীসকলে ৰজাক ৰক্ষা কৰিব আৰু অন্তঃপুৰ ৰক্ষা কৰিব॥৩॥

ৰক্ষিত স্থানত মুখিয়াল ৰান্ধনিজনে বহুবাৰ চাকি চাই ৰন্ধনকাৰ্য সম্পাদন কৰিব॥৪॥ প্ৰথমে অগ্নিক আৰু চৰাইক সমৰ্পণ কৰি ৰজাই তাক যেনে আছে তেনে অৱস্থাতে ভোজন কৰিব॥৫॥

(অন্ন জুইত দিলে) জুইৰ শিখা আৰু ধোঁৱা যদি নীলবৰণীয়া হয়, যদি ফট্ ফট্ শব্দ হয় আৰু (তাক খালে) যদি চৰাইৰ মৃত্যু হয়, তেনেহ'লে সি বিহ মিহলি॥৬॥ মৰা-চৰাইৰ ডিঙিৰ ৰঙৰ নিচিনা (ৰঙৰ) ভাপ এৰি দিয়া, চেচা, বাহী হ'লে হঠাতে বং সলোৱা, পানী শুহি নোলোৱা আৰু জিপ-নথকা ভাত; সোনকালে শুকাই যোৱা, উতলি থকা, বোকা-পানী যেন হোৱা, ফেন উঠি থকা, ফাটি যোৱা, (আৰু স্বাভাৱিক) গোন্ধ, স্পৰ্শ আৰু আস্বাদ নাইকিয়া হোৱা আঞ্জা; হীনকান্তি বা অতিৰিক্ত কান্তিযুক্ত, ফেনবিলাকৰ দাঁতিত উৰ্ধ্বৰেখা-যুক্ত দ্ৰৱ বা পনীয়া পদাৰ্থ—মাজত নীলা আঁচ পৰা ৰস, ৰঙা আঁচ পৰা গাখীৰ, ক'লা বং ধৰা মদ আৰু পানী, নীলা বঙৰ দৈ, বগা মৌ; ততালিকে শুকাই যোৱা, গেলি যোৱা যেন হোৱা আৰু সিজালে অতিশয় নীলা বা মুগা বৰণ লোৱা আৰ্দ্ৰ বস্তুবিলাক; সোনকালে গুৰি হোৱা আৰু বং নাইকিয়া হোৱা শুকান পদাৰ্থ; টান বস্তুৰ কোমল ভাব আৰু কোমল বস্তুৰ টান ভাব হোৱা; ইয়াৰ (এই দুটাৰ) ওচৰত থকা সৰু সৰু প্ৰাণীৰ মৃত্যু হোৱা; ঘুৰণীয়া লেতেৰা দাগ পৰা, সূতা, উণ আৰু নোম উঠি যোৱা বিচনা-চাদৰ আৰু বিচনা-ঢাকনী; বোকা-পানী যেন মলি গাত লগা আৰু নিজম ভাব, বং, ওজন, শক্তি, গুণ আৰু স্পৰ্শ নষ্ট হোৱা ধাতৰ আৰু মণিময় পদাৰ্থ—এইবিলাকেই বিষযুক্তৰ লক্ষণ॥৭॥

বিষপ্ৰদানকাৰীৰ লক্ষণ হৈছে—মুখ শুকান আৰু ক'লা হোৱা, কথা কবলৈ সংকোচ কৰা, অতিমাত্ৰাই ঘাম হোৱা, হামি অহা, অতিশয় কঁপনি উঠা, কথাত উজুটি খোৱা, কথা কওঁতে ইফালে-সিফালে চোৱা, কাম কৰোঁতে উদ্বিগ্ন হোৱা আৰু নিজ ঠাইত (একে ঠাইতে) ৰ'ব নোৱৰা॥৮॥

সেই কাৰণে বিষবৈদ্য আৰু চিকিৎসকসকল এওঁৰ কাষতে থাকিব॥৯॥ চিকিৎসকে ঔষধালয়ৰপৰা আস্বাদ কৰি চোৱাৰ পিছত বিশুদ্ধ বুলি পৰিগণিত হোৱা ঔষধ আনি ((ঔষধ) সিজোৱা আৰু পিহা মানুহৰ হতুৱাই চাকি চোৱাই আৰু নিজেও চাকি চাই ৰজাক প্ৰদান কৰিব॥১০॥ মদ্যপান আৰু পানীয়ৰ (খোৱা-পানীৰ) সম্বন্ধে সাৱধানতা ঔষধ দ্বাৰাই ব্যাখ্যাত হ'ল॥১১॥

গা ধোৱাৰ পিছত পৰিষ্কাৰ কাপোৰ আৰু হাতেৰে নাপিত আৰু প্ৰসাধকসকলে অন্তঃপুৰ-ৰক্ষকসকলৰপৰা মুদ্ৰা-মৰা সামগ্ৰীৰ টোপোলা আনি (ৰজাক) পৰিচৰ্যা কৰিব॥১২॥ সৎ চৰিত্ৰৰ বুলি জনাজাত দাসীবিলাকে স্নাপক (গা ধোৱা ঘৰৰ পৰিচাৰক), সংবাহক (মালিচ কৰা মানুহ), আস্তৰক (বিচনা পৰা মানুহ), ধোবা আৰু মালাকাৰৰ কৰ্ম কৰিব, নহ'লে তেওঁ-বিলাকৰ (দাসীবিলাকৰ) পৰ্যবেক্ষণত শিল্পীবিলাকে কৰিব॥১৩॥ সিবিলাকে নিজৰ চকুত লগাই লৈ বস্ত্ৰ আৰু মাল্য প্ৰদান কৰিব; স্নানৰ পিছত লোৱা অনুলেপন, ঘৰ্ষণ-চূৰ্ণ আৰু স্নানীয় প্ৰসাধন নিজৰ বুকুত আৰু বাহুত লগাই লৈহে প্ৰদান কৰিব॥১৪॥ ইয়াৰ দ্বাৰা অইনৰপৰা অহা বস্তুৰ (প্ৰণালীও) ব্যাখ্যাত হ'ল॥১৫॥

অভিনেতাসকলে অস্ত্ৰ, অগ্নি, বিষ-প্ৰয়োগ আদি থকা নাটক বৰ্জন কৰি অন্য অভিনয়েৰে (ৰজাক) আহ্লাদ প্ৰদান কৰিব॥১৬॥ এওঁবিলাকৰ বাদ্য-যন্ত্ৰবিলাক ৰাজ-কাৰেঙৰ ভিতৰত ৰাখিব; সেইদৰে ঘোঁৰা, ৰথ আৰু হাতীৰ ভূষণবিলাকো (কাৰেঙৰ ভিতৰত ৰাখিব)॥১৭॥

বিশ্বাসী মানুহৰ তত্ত্বাৱধানত থকা যান-বাহনত আৰোহণ কৰিব; তেনেকৈয়ে বিশ্বাসী নাৱিকৰ তত্ত্বাৱধানত থকা নাৱত (আৰোহণ কৰিব)॥১৮॥ অইন নাৱত বান্ধি থোৱা, নাইবা বতাহে কোবোৱা নাৱত নুঠিব॥১৯॥ পানীৰ দাঁতিত সৈন্য সাজু ৰাখিব॥২০॥

মাছুৱৈবিলাকে (মাছ ধৰিবলৈ) চাফা কৰা পানীত জোঁবোৱা মাৰিব (গা ধুব)॥২১॥ সাপ আদি ক্ৰুৰ প্ৰাণী ধৰি নিৰাপদ কৰি ৰখা উদ্যানত ফুৰিব॥২২॥

ব্যাধ আৰু চিকাৰীৰ যোগে চোৰ, হিংস্ৰ জন্তু আৰু শত্ৰুৰ বিঘিনি আঁতৰাই লৈ গতিশীল লক্ষ্যৰ ভাব-ভঙ্গী বুজিবৰ কাৰণে চিকাৰৰ হাবিলৈ যাব॥২৩॥

বিশ্বাসী পহৰীয়া লগত লৈ সিদ্ধ-সন্ন্যাসীক দেখা কৰিব, মন্ত্ৰী-পৰিষদৰ লগত সামন্ত ৰজাৰ দূতক দেখা কৰিব॥২৪॥ সামৰিক সজ্জাৰে ঘোঁৰা, হাতী বা ৰথত উঠি যুঁজলৈ সাজু হোৱা সৈন্যবাহিনী পৰিদৰ্শন কৰিব॥২৫॥

নিৰ্গমন আৰু প্ৰৱেশৰ সময়ত অস্ত্ৰধাৰী আৰু পতাকাধাৰী মানুহৰ যোগে অস্ত্ৰধাৰী, সন্ন্যাসী আৰু বিকলাঙ্গ মানুহ আঁতৰাই লৈ দুয়োফালে পহৰীয়া ৰাখি ৰাজপথেদি গমন কৰিব॥২৬॥ জনতাৰ মাজত সোমাই নপৰিব॥২৭॥ দশবৰ্গিকসকলৰ (দহোটা সৈন্যৰ নায়কৰ) দ্বাৰা পৰ্যবেক্ষিত হ'লেহে মেলা, সমাজ, উৎসৱ, প্ৰহৱণ (party, picnic) আদিলৈ যাব॥২৮॥

যেনেকৈ গূঢ়-পুৰুষৰ যোগে ৰজাই অন্যবিলাকৰ ওপৰত নজৰ ৰাখে,

·তেনেকৈয়ে তেওঁ শান্তভাৱে অন্যালোকে সৃষ্টি কৰা বিপদৰপৰাও নিজক ৰক্ষা কৰিব লাগে॥২৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণৰ অন্তৰ্গত "(ৰজাৰ) নিজৰ শৰীৰ-ৰক্ষা-সম্বন্ধীয়" নামৰ একবিংশ অধ্যায় সমাপ্ত।

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ "শিক্ষা-সম্পৰ্কীয়" নামৰ প্ৰথম অধিকৰণ সমাপ্ত হ'ল।

---

# দ্বিতীয় অধিকৰণ

## অধ্যক্ষ-প্ৰচাৰ (বিভাগীয় বৰমূৰীয়াসকলৰ কাৰ্য)

## প্ৰথম অধ্যায়

### ঊনবিংশ প্ৰকৰণ : গাওঁ-সংস্থাপন

বিদেশৰপৰা মানুহ আনি, নাইবা নিজৰ দেশৰ জনবহুল অংশৰপৰা মানুহ উঠাই আনি আগেয়ে সংস্থাপন কৰা বা নকৰা গাওঁ সংস্থাপন কৰিব॥১॥

এক বা দুই ক্ৰোশ সীমালৈকে বিস্তৃত এশ পৰিয়ালৰ কম নথকা আৰু পাঁচ শ পৰিয়ালৰ বেছি নথকা শূদ্ৰ-খেতিয়কবহুল গাওঁ পৰস্পৰ ৰক্ষণাবেক্ষণৰ দিহা কৰি সংস্থাপন কৰিব॥২॥ নদী, পাহাৰ, হাবি, বালি বা শিলগুটিৰে আস্তীৰ্ণ ঠাই, গুহা, মথাউৰি, শমী, শিমলু আৰু ক্ষীৰবৃক্ষ (আঁহত, বৰগছ আদি) সীমা হিছাপে নিৰ্ধাৰিত কৰিব॥৪॥

আঠশ গাৱঁৰ মাজত স্থানীয়, চাৰিশ গাৱঁৰ মাজত দ্ৰোণমুখ, দুশ গাৱঁৰ মাজত কাৰ্বটিক আৰু দহখন গাৱঁৰ বৰ্গৰ মাজত সংগ্ৰহণ স্থাপন কৰিব॥৪॥

সীমান্তত অন্তপালৰ শাসনৰ অধীনত দেশৰ দুৱাৰমুখ যেন অন্তপালৰ দুৰ্গবোৰ নিৰ্মাণ কৰিব॥৫॥ তাৰ মাজৰ ঠাইবোৰ জালজীৱী, শবৰ, পুলিন্দ, চণ্ডাল আৰু কিৰাত-বোৰে ৰক্ষা কৰিব॥৬॥

যাজ্ঞিক, আচাৰ্য, পুৰোহিত আৰু বেদজ্ঞ ব্ৰাহ্মণসকলক দণ্ডমুক্ত আৰু কৰমুক্ত কৰি উপযুক্ত উত্তৰাধিকাৰীলৈ হস্তান্তৰ কৰিব পৰাকৈ ব্ৰহ্মোত্তৰ (ভূমি) প্ৰদান কৰিব; অধ্যক্ষ (বিভাগীয় বৰমূৰীয়া), সংখ্যায়ক (হিছাপ-ৰক্ষক) আদি, গোপ, স্থানিক, হস্তী-শিক্ষক, চিকিৎসক, অশ্ব-শিক্ষক আৰু বাৰ্তাবাহী—এইসকলক বিক্ৰী আৰু বন্ধকী-স্বত্ব নিদিয়াকৈ ভূমি প্ৰদান কৰিব॥৭॥

কৰদাতাক খেতিৰ মাটি এক পুৰুষৰ কাৰণে বন্দবস্ত কৰি দিব॥৮॥ আবাদী ভূমি আবাদকাৰীৰপৰা এৰুৱাই নানিব॥৯॥

খেতি নকৰা মানুহৰপৰা মাটি আনি অইনক প্ৰদান কৰিব॥১০॥ নাইবা, সেই মাটি গ্ৰামসেৱক বা বেপাৰীয়ে কৰ্ষণ কৰিব॥১১॥ নাইবা, খেতি নকৰাসকলে (ৰজাক) ক্ষতিপূৰণ দিব॥১২॥

এওঁলোকক শস্য (বীজ), পশু আৰু টকা দি অনুগ্ৰহ কৰিব॥১৩॥ (তেওঁলোকে) সুবিধা অনুসৰি সেইবিলাক পিছত পৰিশোধ কৰিব॥১৪॥ এওঁলোকক অনুগ্ৰহ আৰু পৰিহাৰ (কৰ ৰেহাই) ৰাজ-কোষৰ বৃদ্ধিলৈ লক্ষ্য ৰাখিহে প্ৰদান কৰিব; কোষহানিকৰ হ'লে বৰ্জন কৰিব॥১৫॥ কাৰণ অলপীয়া কোষৰ ৰজাই নগৰ আৰু গাওঁবাসীকে গ্ৰাস কৰে॥১৬॥ বন্দ-বস্তিৰ সময়ত, নাইবা আবেদন কৰিবলৈ আহিলে ৰেহাই মঞ্জুৰ কৰিব॥১৭॥ পৰিহাৰৰ নিবৃত্তি হ'লে (ৰেহাইৰ ম্যাদ উকলিলে) পিতাৰ নিচিনাকৈ অনুগ্ৰহ কৰিব॥১৮॥

তেওঁ (ৰজাই) খনি, কাৰখানা, দ্ৰব্যবন, হস্তীবন, গোশালা আৰু বাণিজ্য-পথৰ কাৰ্য-কলাপ অটুট ৰাখিব আৰু জল-পথ, স্থল-পথ আৰু বন্দৰ স্থাপন কৰিব॥১৯॥

প্ৰাকৃতিক জলস্থানত বা সংগৃহীত জলস্থানত জলসিঞ্চন-বান্ধ দিব॥২০॥ নাইবা বান্ধ দিয়া অন্য মানুহক আৰু মন্দিৰ আৰু উদ্যান আদি নিৰ্মাণ কৰোঁতাসকলক ভূমি, পথ, গছ

আৰু সা-সজুলিৰে অনুগ্ৰহীত কৰিব॥২১॥ সমূহীয়াভাৱে হাতত লোৱা জলসিঞ্চনৰ কামৰপৰা যদি কোনোবাই মূৰ পোলোকা মাৰে, তেতিয়া তেওঁৰ শ্ৰমিক আৰু বলধবোৰক (তেওঁৰ হৈ) কামত লগাব॥২২॥ তেওঁ ব্যয়াংশৰ ভাগ ল'ব লাগিব, কিন্তু লাভৰ অংশ নাপাব॥২৩॥ জলসিঞ্চন-বান্ধৰ মাছ, হাঁহ আৰু সেউজীয়া ফচলৰ স্বামিত্ব ৰজাৰ হ'ব॥২৪॥

দাস, জামিনত বখা লোক, আৰু কথা নুশুনা জ্ঞাতিক ৰজাই নিয়ম-শৃংখলাৰে শাসন কৰিব॥২৫॥

অনাথ ল'ৰা, বুঢ়া আৰু বিপন্ন মানুহক, নিঃসন্তান তিৰোতাক আৰু সন্তান থকা তিৰোতাৰ (অনাথ) ল'ৰা-ছোৱালীক ৰজাই ভৰণ-পোষণ দিব॥২৬॥

গাৱঁৰ মুখিয়াল লোকসকলে নাবালকবিলাকৰ সম্পত্তি প্ৰাপ্তবয়স্ক নোহোৱালৈকে বৰ্ধন কৰিব; তেনেকৈয়ে মন্দিৰৰ সম্পত্তিবিলাকো (বৰ্ধন কৰিব)॥২৭॥

পতিত নোহোৱা ল'ৰা-ছোৱালীক, তিৰোতাক, মাক-বাপেকক, নাবালক ভায়েকক, অবিবাহিত আৰু বিধৱা ভনীয়েকক যোগ্য থাকিলেও ভৰণ-পোষণ নিদিয়াজনক বাৰ পণ দণ্ড কৰিব, মাকৰ বেলিকা পতিত হ'লেও (ভৰণ-পোষণ নিদিলে বাৰ পণ দণ্ড হ'ব)॥২৮॥

ল'ৰা-তিৰোতাৰ কাৰণে সংস্থান নৰখাকৈ প্ৰব্ৰজ্যা অৱলম্বন কৰিলে আৰু মাইকী মানুহক প্ৰব্ৰজ্যা অৱলম্বন কৰালে, (এনে) দুঃসাহসিকতাৰ কাৰণে প্ৰথম সাহস-দণ্ড (৩।১৭ চাওক) বিহিব॥২৯॥ কৰ্মশক্তি লোপ পালে দণ্ডাধিকাৰেৰ অনুমতি লৈ প্ৰব্ৰজ্যা অৱলম্বন কৰিব॥৩০॥ অন্যথায় নিয়ন্ত্ৰিত কৰিব (অৰ্থাৎ প্ৰব্ৰজ্যা অৱলম্বন কৰাৰপৰা বিৰত ৰাখিব)॥৩১॥

বানপ্ৰস্থ অৱলম্বনকাৰীৰ বাহিৰে অন্য সন্ন্যাসীৰ দলক, একে ঠাইতে জন্ম হোৱাসকলৰ সঙ্ঘৰ বাহিৰে অন্য সঙ্ঘক, উদ্যোগ আৰু নিগমৰ বাহিৰে অন্য চুক্তিবন্ধ সংস্থাক এওঁৰ (ৰজাৰ) ৰাজ্যৰ গাওঁ-অঞ্চলত মাটিৰ বন্দবস্তি নিদিব॥৩২॥

আৰু তাত বিহাৰ কৰিবৰ কাৰণে উদ্যান বা অতিথি-শালা নিৰ্মাণ নকৰিব॥৩৩॥ নট, নতৰ্ক, গায়ন, বাদক, সাধুকথা কৈ বৃত্তি অৱলম্বনকাৰী আৰু চাৰণবিলাকে তাত কামৰ বিঘিনি কৰিব নোৱাৰিব॥৩৪॥ গাওঁবিলাক (বহিৰাগতৰ) আশ্ৰয় নহ'লে আৰু (তাত) মানুহবিলাক খেতিত লাগি থাকিলে কোষ, শ্ৰমিক, সম্পত্তি, শস্য আৰু পানীয় দ্ৰব্য বৰ্ধিত হয়॥৩৫॥

ৰজাই শত্ৰুসৈন্য আৰু অৰণ্যবাসীৰ দ্বাৰা আক্ৰান্ত আৰু ব্যাধি আৰু দুৰ্ভিক্ষৰ দ্বাৰা পীড়িত অঞ্চলৰ কৰ ৰেহাই দিব আৰু অত্যন্ত ব্যয়জনক ক্ৰীড়াবিলাক বাৰণ কৰিব॥৩৬॥

দণ্ড, শ্ৰমিক আৰু কৰৰ দ্বাৰা বাধাগ্ৰস্ত কৃষি আৰু চোৰ, ক্ৰূৰ জন্তু, বিষ, গ্ৰাহ আৰু ব্যাধিৰ দ্বাৰা আক্ৰান্ত পশুৰ পালবিলাক ৰক্ষা কৰিব॥৩৭॥

(ৰজাৰ) প্ৰিয়সকলৰ দ্বাৰা, কৰ্মায়ুক্তসকলৰ (২।৭।২২-২৩ চাওক) দ্বাৰা, চোৰবিলাকৰ দ্বাৰা, সামন্ত ৰজাসকলৰ দ্বাৰা আৰু অন্তপালবিলাকৰ দ্বাৰা উৎপীড়িত বাণিজ্য-পথবিলাক নিষ্কণ্টক কৰি ৰাখিব॥৩৮॥

এনেকৈয়ে ৰজাই আগেয়ে গঢ়ি তোলা দ্ৰব্য-বন, হস্তী-বন, জলসিঞ্চন-বান্ধ আৰু খনি ৰক্ষা কৰিব আৰু নতুন নতুনকৈও এইবিলাক প্ৰতিষ্ঠা কৰিব॥৩৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "গাওঁ-সংস্থাপন" নামৰ প্ৰথম ([illegible] ২২তম) অধ্যায় সমাপ্ত।

# দ্বিতীয় অধ্যায়

## বিংশ প্ৰকৰণ : খেতিৰ অনুপযোগী ভূমিৰ বন্দবস্ত

খেতিৰ অযোগ্য মাটি পশুৰ চৰণীয়া পথাৰৰ কাৰণে প্ৰদান কৰিব॥১॥ বেদাধ্যয়ন আৰু সোমযজ্ঞৰ কাৰণে, স্থাৱৰ আৰু জঙ্গম সকলো প্ৰাণীকে অভয় প্ৰদান কৰি তেওঁ (ৰজাই) তপস্বীসকলক অত্যধিক এক গোৰুত (২।২০।২৫ চাওক) বিস্তৃত অৰণ্যবিলাক প্ৰদান কৰিব॥২॥

ৰজাৰ বিনোদৰ কাৰণে সমান (এক গোৰুত) বিস্তৃতিৰ, এখন প্ৰৱেশ-দ্বাৰ থকা, খালৰ দ্বাৰা ৰক্ষিত, সোৱাদ ফলৰ গছ-লতাৰ জাৰণি থকা, কাঁইটহীন গছ আৰু তৰাং পানীৰ ডোবা থকা, মৰচীয়া পহু আৰু চাৰিঠেঙীয়া জন্তু বিচৰণ কৰি থকা, নখ আৰু দাঁত ভঙা হিংস্ৰ জন্তুৱে ঠাঁই খাই থকা, মৃগয়াত ব্যৱহাৰ্য হাতী, মাইকী হাতী আৰু হাতী-পোৱালি থকা মৃগয়া-বন নিৰ্মাণ কৰাব॥৩॥ দাঁতিত বা ভূমিৰ সুবিধা অনুসৰি (অন্য ঠাইত) সকলো জন্তুৱে আশ্ৰয়ৰ থল অন্য এখন মৃগয়া-বন নিৰ্মাণ কৰাব॥৪॥

বন্য-সম্পদ বুলি পৰিগণিত দ্ৰব্যবিলাকৰ প্ৰত্যেকৰ উৎপাদনৰ কাৰণে একোখন বন আৰু (এই) বনজ দ্ৰব্যৰ কাৰণে কৰ্মান্ত (কাৰখানা) স্থাপন কৰিব আৰু দ্ৰব্য-বনক আশ্ৰয় কৰি থকা বনবাসীসকলক সংস্থাপিত কৰিব॥৫॥

সীমান্তত বনবাসীবিলাকৰ দ্বাৰা ৰক্ষিত হস্তী-বন নিবেশ কৰিব॥৬॥ পৰ্বতেই হওক, বিলতেই হওক বা পিতনিতেই হওক, হস্তী-বনৰ অধ্যক্ষই হস্তী-বনৰ ৰক্ষকসকলৰে সৈতে (ইয়াৰ) সীমা, প্ৰৱেশ-পথ আৰু নিষ্ক্ৰমণ-পথ জানি লৈ সেই হস্তী ৰক্ষা কৰিব॥৭॥ হাতী মৰা লোকক মাৰি পেলাব॥৮॥ স্বয়ংমৃত হাতীৰ দাঁত যদি কোনোবাই আনি দিয়ে, তেওঁক চোৱা চাৰি পণ পুৰস্কাৰ দিব॥৯॥

হাতী-ৰখীয়া, ভৰিত বান্ধা লগোৱা মানুহ, সীমান্তৰক্ষী, বনবাসী আৰু অনুচৰ লগত লৈ আৰু হাতীৰ মূত আৰু গোবৰেৰে নিজৰ গাৰ গোন্ধ লুকাই ৰাখি হস্তী-বনৰ পহৰীয়া-বিলাকে অজাতকীৰ ডালেৰে নিজকে লুকুৱাই পাঁচোটা বা সাতোটা ফান্দী মাইকী হাতীৰ সহায়ত শোৱা ঠাই, ভৰিৰ খোজ, বিষ্ঠা আৰু নৈৰ পাৰ খাহোৱাৰ দ্বাৰা হাতীৰ জাকৰ আকাৰ নিৰ্ণয় কৰিব॥১০॥ তেওঁবিলাকে এটা নিবন্ধ (record) ৰাখি জাকত চৰা, অকলে চৰা, জাকহীন, দলপতি, দন্তাল, বলিয়া, পোৱালি নে বান্ধখপৰা মুকলি হোৱা (ইত্যাদি স্বভাৱ) জানিব॥১১॥

হাতী চিকোৱা মানুহৰ বিচাৰ অনুসৰি ভাল লক্ষণ আৰু চৰিত্ৰৰ হাতী ধৰিব॥১২॥ ৰজাৰ (যুদ্ধত) বিজয় প্ৰধানকৈ হাতীৰ ওপৰতে নিৰ্ভৰ কৰে॥১৩॥ কাৰণ, অতি বিশাল শৰীৰেৰে প্ৰাণ নাশ কৰা কামত সক্ষম গতিকে হাতীয়ে শত্ৰুসৈন্য, ব্যূহ, দুৰ্গ আৰু ছাউনী ধ্বংস কৰিব পাৰে॥১৪॥

কলিঙ্গ আৰু অঙ্গ দেশত হোৱা হাতী শ্ৰেষ্ঠ : প্ৰাচ্য, চেদি আৰু
কৰূষত হোৱা মধ্যম বুলি পৰিগণিত॥১৫॥
তাৰ ভিতৰত সৌৰাষ্ট্ৰ আৰু পঞ্চনদ (সিন্ধু) দেশীয় হাতী নিকৃষ্ট।

এই সকলোবিলাকৰে শিকাৰ যোগে সাহস, বেগ আৰু তেজ বৰ্ধিত হয়॥১৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "খেতিৰ অনুপযোগী ভূমিৰ বন্দবস্ত" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ২৩তম) অধ্যায় সমাপ্ত।

---

# তৃতীয় অধ্যায়

## একবিংশ প্ৰকৰণ : দুৰ্গ-নিৰ্মাণ

দেশৰ সীমান্তত চাৰিওফালে যুদ্ধৰ সৰঞ্জামেৰে সজ্জিত প্ৰাকৃতিক দুৰ্গ নিৰ্মাণ কৰাব—দ্বীপৰ মাজত নাইবা পানীয়ে বেঢ়ি থকা ঠাইত জল-দুৰ্গ, শিলাময় ঠাইত বা গুহাত পৰ্বত-দুৰ্গ, শুকান আৰু জোপোহা নাইকিয়া বা লুণীয়া ঠাইত মৰুভূমি-দুৰ্গ, পানী থকা পলসুৱা ঠাইত বা জোপোহা গছেৰে পৰিপূৰ্ণ ঠাইত বন-দুৰ্গ॥১॥ ইয়াৰ ভিতৰত নদী আৰু পৰ্বতীয়া দুৰ্গ দেশৰক্ষীসকলৰ নিবাস-স্থান; মৰুভূমি-দুৰ্গ আৰু বন-দুৰ্গ বনচৰসকলৰ নিবাস-স্থান নাইবা বিপদত লুকাই থকা ঠাই॥২॥

নদীৰ সংগমত, প্ৰাকৃতিক সৰোবৰেই হওক বা কৃত্ৰিম পুখুৰীয়েই হওক—তেনেকুৱা পানী নুশুকোৱা হ্ৰদৰ পাৰত, ঠাই অনুসৰি ঘূৰণীয়াকৈ, দীঘলীয়াকৈ, দীঘ-পুতলে সমানকৈ, দক্ষিণ ফালেদি পানী বৈ থকা, যেপেৰুৱা নগৰৰ লগত স্থল-পথ বা জল-পথেৰে সংযুক্ত, বাস্তু-বিদ্যাত পাৰ্গতসকলে অনুমোদন কৰা দেশৰ কেন্দ্ৰ ঠাইত, কৰ-আদি উঠাবৰ কাৰণে সদৰ স্থান "স্থানীয়" নিৰ্মাণ কৰাব॥৩॥

ইয়াৰ চৌপাশে প্ৰত্যেকৰপৰা এক দণ্ড আঁতৰত, চৌধ, বাৰ আৰু দহ দণ্ড বহল, বহলৰ তিনি-চতুৰ্থাংশ বা অৰ্ধাংশ দ, ওপৰৰ বিস্তাৰৰ তিনি ভাগৰ এভাগ বহল তলৰ, নাইবা শিলেৰে বন্ধোৱা বৰ্গক্ষেত্ৰাকাৰ তলৰ (অৰ্থাৎ থিয় গৰাৰ), নহলে শিলেৰে বা ইটাৰে বন্ধোৱা দাঁতিৰ, (প্ৰাকৃতিক নিজৰাৰ) পানীয়ে ঢুকি পোৱা বা অন্য ঠাইৰপৰা অহা পানীৰে প্ৰপূৰিত, অতিৰিক্ত পানী বাহিৰলৈ উলিয়াই দিবৰ ব্যৱস্থা থকা, পদুমফুল আৰু ঘৰিয়ালেৰে পূৰ্ণ তিনিটা খাল খন্দাব॥৪॥

খালৰপৰা চাৰি দণ্ড আঁতৰত, ছয় দণ্ড ওখ, সুসংহত, ইয়াৰ দুগুণ বহল, (মাটি) ওপৰলৈ দম কৰি মণ্ডৰ নিচিনা কৰা পিঠিৰে, কলহৰ দৰে দাঁতিৰে, হাতী আৰু গৰুৰে খচকোৱা, কাঁইটীয়া জোপোহা গছ থকা আৰু বিহ-লতাৰে ঢাকি ৰখা মাটিৰ গড় তুলিব॥৫॥ বাকী মাটিৰে বসতিপূৰ্ণ অঞ্চলৰ দ ঠাইবোৰ আৰু ৰাজ-ভৱনৰ চৌপাশটো পুৰাব॥৬॥

গড়ৰ ওপৰত বহলতকৈ দুগুণ ওখ, ইটাৰে নিৰ্মিত, যুগ্ম বা অযুগ্ম হিচাপে বাৰ "হস্ত"ৰপৰা চৌবিশ "হস্ত"লৈকে উচ্চ, ওপৰত ৰথ সঞ্চালন কৰিব পৰা, তাল-গছৰ গাৰ আকৃতিৰ আৰু ওপৰটো ঢোল আৰু বান্দৰৰ মূৰৰ আকৃতিৰ (শিলেৰে সজোৱা) প্ৰাকাৰ (দেৱাল) নিৰ্মাণ কৰাব॥৭॥ নাইবা বহল শিলৰ পাটেৰে গাঁথি পৰ্বতৰ নিচিনা কৰিব, কিন্তু কেতিয়াও কাঠেৰে নাসাজিব॥৮॥ কাৰণ তাত জুই লুকাই থাকে॥৯॥

(দেৱালৰ) বহলৰ সৈতে বৰ্গাকাৰ, উচ্চতাৰে সৈতে সমান দীঘলৰ, নমা খটখটি থকা আৰু

প্ৰত্যেকৰপৰা ত্ৰিশ দণ্ড (=৪ হস্ত) আঁতৰ অট্টালকবোৰ সজাব॥১০॥ দুটা অট্টালকৰ (চূড়া-যুক্ত ঘৰৰ) মাজত প্ৰস্থৰ ডেৰ গুণ দীঘল দুমহলীয়া প্ৰতোলী (চূড়া) বৰ-চ'ৰাৰে সৈতে নিৰ্মাণ কৰাব॥১১॥ অট্টালক আৰু প্ৰতোলীৰ সোঁমাজতে ফুটা থকা মজবুত তক্তাত ঢাকনী দি তিনি কাঁড়ীৰ যুদ্ধৰ অধিষ্ঠান স্বৰূপ এখন ফলক নিৰ্মাণ কৰাব॥১২॥ মাজৰ ঠাইবোৰত দুই হস্ত বহল আৰু তাৰ চাৰিগুণ দীঘল দেৱপথ নিৰ্মাণ কৰাব॥১৩॥

এক দণ্ড বা দুই দণ্ড বহল বাট বান্ধিব আৰু অনাক্ৰমণীয় স্থানত প্ৰধাৱনিকা (run-way) আৰু নিষ্ক্ৰমণ-দ্বাৰ নিৰ্মাণ কৰাব॥১৪॥

দুৰ্গৰ বাহিৰত "জানুভঞ্জনী" (শত্ৰুক ফান্দত পেলাবৰ কাৰণে পতা এবিধ জাল), গোজৰ দম, খাল, লুকোই ৰখা ফান্দ, কাঁইটীয়া তাঁৰ, 'সাপৰ পিঠি', 'তালৰ পাত', 'তিনি শৃঙ্গ', 'কুকুৰৰ দাঁতৰ পাৰি',[১] 'লোহাৰ ডাং', ভৰি সোমাই যোৱা গাঁত, কেৰাহি আৰু কুঁৱা থকা (অৰ্থাৎ এইবোৰেৰে ঢাকি ৰখা) এটা গোপন বাট কৰি ৰখাব॥১৫॥

আৰু দেৱালৰ দুই দাঁতিত ডেৰ দণ্ড বিস্তৃত একোটা ভেৰাৰ মুৰৰ আকৃতিৰ মূৰ্তি সাজি পাঁচ বৰ্গদণ্ডৰপৰা এক এক দণ্ড বৃদ্ধি কৰি আঠ বৰ্গদণ্ডলৈকে বা দৈৰ্ঘ্যতকৈ এক ষষ্ঠাংশ বা এক অষ্টমাংশ বেছি, প্ৰতোলীৰ ছটা চ'টিৰ ঠাই থকা বৰ্গাকাৰ দ্বাৰ নিবেশ কৰাব॥১৬॥ পোন্ধৰ "হস্তৰ"পৰা আৰম্ভ কৰি এক এক "হস্ত"কৈ বেছি কৰি ওঠৰ হস্ত পৰ্যন্ত তলাবিলাক উচ্চ কৰাব॥১৭॥ স্তম্ভৰ পৰিধি দৈৰ্ঘ্যৰ এক-ষষ্ঠাংশ, মাটিৰ তলৰ পোতৰ দুগুণ আৰ চূড়াৰ (পৰিধি দৈৰ্ঘ্যৰ) এক-চতুৰ্থাংশ হব॥১৮॥

তলৰ তলাৰ এক-পঞ্চমাংশ স্থান জুৰি চ'ৰা, কুঁৱা আৰু সীমাগৃহ থাকিব॥১৯॥ এক-দশমাংশ ঠাই জুৰি মুখামুখিকৈ দুটা মঞ্চ থাকিব আৰু মাজতে এটা সৰু ঘৰ থাকিব॥২০॥ আৰু এই তলাৰ আধা উচ্চতাৰে স্তম্ভৰে সৈতে এক অট্টালিকা থাকিব॥২১॥ গোটেইটোৰ (দুৰ্গৰ) নিৰ্মাণ-ভূমিৰ আধা বা এক-তৃতীয়াংশ কালিৰে, দাঁতিকেইটা ইটাৰে বন্ধোৱা, বাওঁফালে বাওঁফালৰপৰা সোঁফাললৈ উঠিব পৰা চিৰিৰে ওপৰৰ কক্ষা থাকিব॥২২॥ তোৰণৰ চূড়া দুই "হস্ত" ওখ কৰাব॥২৩॥ দুৱাৰৰ দুই কপাটে ত্ৰিপঞ্চমাংশ স্থান অধিকাৰ কৰিব॥২৪॥ (দুৱাৰত) দুডাল লোহাৰ ডাং থাকিব॥২৫॥ খিলিটো এৰ্ক অৰত্নি ওখ কৰিব॥২৬॥ পঞ্চ "হস্ত" (ওখ) এখন কাষৰীয়া দুৱাৰ থাকিব॥২৭॥ হাতীক বাধা দিবৰ বাবে চাৰি ডাল (লোহাৰ) ডাং থাকিব॥২৮॥ "হস্তিনখ" (পাৰ্শ্ব-প্ৰবেশ) দ্বাৰৰ আধা হ'ব॥২৯॥ দলংখন মুখৰ সমান (বহল) আৰু কোঁচাই থব পৰা কৰিব, নাইবা শুকান ঠাইত মাটিৰে সাজিব॥৩০॥

দেৱালৰ সমান বহলৰ মুখ নিৰ্দিষ্ট কৰি, তিনি ভাগৰ এভাগে গধূইৰ মুখৰ নিচিনা কৰি গোপুৰ-দ্বাৰ সজাব॥৩১॥ দেৱালৰ মাজত কুঁৱা খান্দি পুষ্কৰিণী-দ্বাৰ সজাব; প্ৰত্যেকৰপৰা ডেৰ দণ্ড দূৰত চাৰিটা চ'ৰাৰে সৈতে, বিন্ধা ৰাখি কুমাৰীপুৰ-দ্বাৰ নিৰ্মাণ কৰিব; এটা দুতলীয়া খালী ঘৰ সাজি মুণ্ডক-দ্বাৰ সজাব; নাইবা ভূমি আৰু দ্ৰব্য অনুসাৰি দ্বাৰ নিৰ্মাণ কৰাব॥৩২॥

(পথালিতকৈ) এক-তৃতীয়াংশ অধিক দীঘৰ খাল কাটই সামগ্ৰী-ভাণ্ডাৰ তৈয়াৰ কৰাব॥৩৩॥

তাত শিল, কোৰ, কুঠাৰ, কাঁড়, কেঁচি, যাঠি, হাতুৰী, লাঠি, চক্ৰ, যন্ত্ৰ, শতঘ্নি, কমাৰে সজা শূল, মূৰত জোং থকা বাঁহ, উটৰ ডিঙিৰ নিচিনা

[১] 'সাপৰ পিঠি', 'তালৰ পাত', তিনি-শৃঙ্গ', 'কুকুৰৰ দাঁতৰ পাৰি'—এইবোৰ লো বা কাঠেৰে সজা ৰতনাৰিশেৰ।

বাচন, জুই জ্বলা বস্তু আৰু "কুপ্যাধ্যক্ষ" প্ৰকৰণত উক্ত সকলো দ্ৰব্যকে জমা কৰি ৰাখিব॥৩৪-৩৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "দুৰ্গ-নিৰ্মাণ" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ২৪তম) অধ্যায় সমাপ্ত।

---

# চতুৰ্থ অধ্যায়

## দ্বাবিংশ প্ৰকৰণ : দুৰ্গৰক্ষিত নগৰৰ বিন্যাস

পূবৰপৰা পশ্চিমলৈ যোৱা তিনিটা ৰাজ-আলি আৰু উত্তৰৰপৰা দক্ষিণলৈ যোৱা তিনিটা ৰাজ-আলিৰে নগৰৰ জনবসতিপূৰ্ণ অঞ্চল বিভক্ত কৰিব॥১॥ ইয়াত বাৰখন দুৱাৰ থাকিব, পানীৰ সুবন্দবস্ত থাকিব, নলা আৰু মাটিৰ তলৰ ৰাস্তা থাকিব॥২॥

আলিবিলাক চাৰি দণ্ড বহল হ'ব॥৩॥ ৰাজমাৰ্গ আৰু দ্ৰোণমুখ, স্থানীয়, গাওঁ-অঞ্চল আৰু চৰণীয়া পথাৰৰ বাটবোৰ তথা পোতাশ্ৰয়, ব্যূহ, শ্মশান আৰু গাৱঁৰ বাটবোৰ বহলে আঠ দণ্ড হ'ব॥৪॥ জলসিঞ্চন-বান্ধ আৰু বনৰ মাৰ্গ চাৰি দণ্ড, হাতীৰ বাট আৰু পথাৰৰ মাজৰ বাট দুই দণ্ড, ৰথৰ পথ পাঁচ অৰত্নি, গৰুৰ বাট চাৰি (অৰত্নি), ক্ষুদ্ৰ জন্তু আৰু মানুহৰ বাট দুই (অৰত্নি) বহল কৰিব॥৫॥

চতুৰ্বৰ্ণৰ বাসৰ উপযোগী অতি সুন্দৰ ভেটিত ৰাজ-অট্টালিকা (নিৰ্মাণ কৰাব)॥৬॥ জনবসতিপূৰ্ণ অঞ্চলৰ মাজ ভাগৰ উত্তৰফালে নৱমাংশত নিৰ্দিষ্ট বিধান অনুসৰি উত্তৰমুৱাকৈ বা পূবমুৱাকৈ অন্তঃপুৰ নিৰ্মাণ কৰাব॥৭॥

তাৰ পূৰ্বোত্তৰ ভাগত আচাৰ্য আৰু পুৰোহিতৰ বাসগৃহ, যজ্ঞ-স্থান, জল-স্থান আৰু মন্ত্ৰী-ভৱন নিৰ্মাণ কৰিব; পূব-দক্ষিণ ভাগত ৰন্ধন-শালা, হস্তী-শালা আৰু খাৰ-ৰাখৰৰ ঘৰ নিৰ্মাণ কৰিব॥৮॥ তাৰ পিছত পূবৰফালে সুবাসিত দ্ৰব্য, ফুল আৰু পানীয় বিক্ৰেতাসকলক প্ৰসাধন-প্ৰস্তুতকাৰীসকলক আৰু ক্ষত্ৰিয়সকলক বহুৱাব॥৯॥

ৰাজ-ভঁৰাল, বিগণন-দপ্তৰ আৰু লেখ্যদপ্তৰ আৰু ৰাজ-ভৱনত নিযুক্তসকলৰ আবাস-বিলাক দক্ষিণ-পূব ভাগত থাকিব; দক্ষিণ-পশ্চিম ভাগত বন-সম্পদৰ ভঁৰাল আৰু অস্ত্ৰাগাৰ থাকিব॥১০॥ তাৰ পিছত দক্ষিণফালে নগৰৰ শস্য-বেপাৰী, কাৰখানাৰ বিষয়া, সৈন্যাধিকাৰ, পক্কান্ন, মদ আৰু মাংসৰ বেপাৰী, বেশ্যা, নৰ্তকী আৰু বৈশ্যসকলক বহুৱাব॥১১॥

পশ্চিম-দক্ষিণ ভাগত গাধ আৰু উটৰ আস্তাবল আৰু (অন্তঃপুৰৰ) কৰ্মশালা, পশ্চিম-উত্তৰ ভাগত যান-বাহন আৰু ৰথ-শালা বহুৱাব॥১২॥ তাৰ পিছৰপৰা পশ্চিম দিশত উণ, সুতা, বাঁহ, চামৰা, বৰ্ম, অস্ত্ৰ আৰু ঢালৰ কাৰিকৰসকলক আৰু শূদ্ৰসকলক বহুৱাব॥১৩॥

উত্তৰ-পশ্চিম ভাগত গুদাম-ঘৰ আৰু দৰৱাইখানা, উত্তৰ-পূব ভাগত কোষাগাৰ, গোহালি আৰু ঘোঁৰা-শাল ৰাখিব॥১৪॥

নগৰৰ আৰু ৰজাৰ উপাস্য দেৱতা, লোহা আৰু মণিৰ কাৰিকৰ আৰু ব্ৰাহ্মণসকল তাৰপৰা উত্তৰ দিশত থাকিব॥১৫॥

জনবসতি নথকা ঠাইৰ আবেষ্টনীৰ মাজত ধোবা, তাঁতী, দৰ্জি আদি শ্ৰেণী আৰু বিদেশী সদাগৰসকলক বহুৱাব॥১৬॥

নগৰৰ মাজত অপৰাজিত, অপ্ৰতিহত, জয়ন্ত, আৰু বৈজয়ন্তৰ মঠ আৰু শিৱ, বৈশ্ৰৱণ, অশ্বিন, শ্ৰী আৰু মদিৰাৰ মন্দিৰ নিৰ্মাণ কৰাব॥১৭॥ নিজ নিজ স্থান অনুসৰি বাস্তুদেৱতা-সকলক প্ৰতিষ্ঠা কৰিব॥১৮॥ (নগৰৰ) দ্বাৰবিলাক ব্ৰহ্মা, ইন্দ্ৰ, যম, সেনাপতিৰ দ্বাৰা অধিষ্ঠিত হ'ব॥১৯॥ (নগৰৰ) বাহিৰত খালৰপৰা এশ ধনুঃ আঁতৰত বিহাৰ, তীৰ্থস্থান, কুঞ্জবন আৰু পানী যোগানৰ ব্যৱস্থা কৰিব আৰু নিৰ্দিষ্ট দিশত দিগ্‌দেৱতাসকলক প্ৰতিষ্ঠা কৰিব॥২০॥

বৰ্ণশ্ৰেষ্ঠসকলৰ কাৰণে শ্মশানৰ উত্তৰ বা পূব ভাগ আৰু বৰ্ণত নীচসকলৰ কাৰণে শ্মশানৰ দক্ষিণ ভাগ ৰাখিব॥২১॥ তাক উলঙ্ঘন কৰিলে প্ৰথম সাহস-দণ্ড বিহিব॥২২॥

শ্মশানৰ দাঁতিত নাস্তিক আৰু চণ্ডালসকলক বসবাস কৰিবলৈ দিব॥২৩॥

পৰিয়ালৰ সীমা কাৰখানাৰ স্থানৰ (আৱশ্যকতা) অনুসৰি নিৰ্ধাৰণ কৰিব॥২৪॥ (ৰজাৰ) অনুমতি লৈ তাত ফুল আৰু ফলৰ বাগান, শস্য আৰু পণ্যদ্ৰব্যৰ গুদাম সজাব॥২৫॥ দহোটা পৰিয়ালৰ সমষ্টিৰ আৰেণ্টনীয়েই (তেওঁলোকৰ কাৰণে) এটা কুঁৱাৰ স্থান॥২৬॥

সকলো ধৰণৰ তেল, শস্য, চেনি, লোণ, সুবাসিত দ্ৰব্য, ঔষধ, শুকান পাচলি, গৰুৰ আহাৰ, শুকান মঙহ, খেৰ, কাঠ, ধাতু, ছাল, এঙাৰ, সিৰ (স্নায়ু), বিহ, খড়্গ, বাঁহ, গছৰ বাকলি, সাৰ-কাঠ, অস্ত্ৰ, ঢাল আৰু শিলৰ কাৰণে অনেক বছৰ ব্যৱহাৰ কৰিব পৰা গুদাম ঘৰ সজাব॥২৭॥ নতুনেৰে পুৰণিবোৰ বদলাই থাকিব॥২৮॥

এজনতকৈ বেছি সেনাধ্যক্ষৰ তলত হস্তী, অশ্বাৰোহী, ৰথী আৰু পদাতি সৈন্য সন্নিবেশ কৰি ৰাখিব॥২৯॥ কাৰণ একজনতকৈ বেছি অধ্যক্ষ থকা সৈন্য পৰস্পৰলৈ ভয় কৰি শত্ৰুৰ প্ৰৰোচনাৰ বশ নহয়॥৩০॥

ইয়াৰ দ্বাৰাই অন্তপালৰ দুৰ্গৰ বিন্যাসো ব্যাখ্যাত হ'ল॥৩১॥

> বাষ্ট্ৰৰ অনিষ্টসাধক বাহিৰৰ মানুহক ৰাজ-পুৰীত থাকিবলৈ নিদিব।
> এওঁবিলাকক তেওঁ গাৱঁলৈ ছিন্নভিন্ন কৰি পঠিয়াব; নহ'লে তেওঁলোকক
> সকলো প্ৰকাৰ কৰ দিবলৈ বাধ্য কৰাব॥৩২॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ "দুৰ্গৰ্ভিত নগৰৰ বিন্যাস" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ২৫তম) অধ্যায় সমাপ্ত।**

---

# পঞ্চম অধ্যায়

## ত্ৰয়োবিংশ প্ৰকৰণ: সংনিধাতাৰ (ভঁৰালৰ অধিকাৰী বিষয়া) সঞ্চয়-কৰ্ম

সংনিধাতাই কোষগৃহ, পণ্যগৃহ, কোষ্ঠাগাৰ, কুপ্যগৃহ, অস্ত্ৰাগাৰ আৰু বন্দীশাল নিৰ্মাণ কৰাব॥১॥

এটা চাৰিকোণীয়া পানী আৰু জেকা নথকা খাল খনাই, দুয়ো দাঁতি আৰু তলি ডাঙৰ ডাঙৰ শিলেৰে বন্ধাই তেওঁ এটা মাটিৰ লগত সমান হৈ থকাকৈ মজবুত সাৰ-কাঠৰ পজাৰ লগোৱা তিনি মহলীয়া ভূগৰ্ভস্থ গৃহ নিৰ্মাণ কৰাব; সেই ঘৰটোত নানা (কোঠালিৰ) বিভাগ থাকিব, মজিয়া আৰু ওপৰ মহলাৰ তলি সুদৃঢ় হ'ব লাগিব, দুৱাৰ এখন থাকিব, যন্ত্ৰযুক্ত খটখটি থাকিব আৰু ই দেৱতাৰ মূৰ্তিৰে আচ্ছাদিত হ'ব॥২॥ তাৰ ওপৰত তেওঁ কোষগৃহ

নিৰ্মাণ কৰাব; এই কোশগৃহৰ দুইফালে (প্ৰৱেশ) নিৰিবন্ধ হ'ব (অৰ্থাৎ দুইফালে দুৱাৰ নৰখাকৈ বেৰ দিব); তাত এটা প্ৰৱেশ-কক্ষ থাকিব যিটো ইটাৰে নিৰ্মিত হ'ব আৰু তাৰ চাৰিওফালে কন্তুৰে পূৰ্ণ খাল থাকিব; অথবা তেওঁ (মাটিৰ ওপৰত কেৱল এটা) অট্টালিকা সজাব ॥৩॥ দেশৰ সীমান্তত বিপদৰ (প্ৰতিকাৰৰ) অৰ্থে মৃত্যু-দণ্ডেৰে দণ্ডিত[1] লোকসকলৰ দ্বাৰা এটা ধ্ৰুৱনিধি (স্থায়ী ধন সঞ্চয় কৰি ৰাখিবলৈ মাটিৰ তলত কৰা ঘৰ) নিৰ্মাণ কৰাব ॥৪॥

(তেওঁ) পোৰা ইটাৰ দ্বাৰা নিৰ্মিত স্তম্ভযুক্ত, চাৰিফালে চাৰিটা শালা থকা, এখন দুৱাৰ থকা, বহুত খোটালি আৰু মহলাযুক্ত আৰু দুয়োফালে ফোপোলা স্তম্ভৰ মাজেদি পলাই যাব পৰা বাট থকা পণ্যগৃহ (গুদাম-ঘৰ) আৰু কোষ্ঠাগাৰ (খাদ্যদ্ৰব্য মজুত ৰখা ঘৰ) নিৰ্মাণ কৰাব; (পণ্যগৃহ আৰু কোষ্ঠাগাৰৰ) মাজত বহুত দীঘলীয়া শালাবিশিষ্ট, বেৰৰ চাৰিওফালে খোটালি থকা কুপ্যগৃহ (বনজ সম্পদ ৰখা ঘৰ) নিৰ্মাণ কৰাব; সেই একে ধৰণৰে (কিন্তু) ভূগৰ্ভস্থ গৃহ থকা আয়ুধাগাৰ (অস্ত্ৰাগাৰ) নিৰ্মাণ কৰাব আৰু ধৰ্মস্থৰ (বিচাৰকৰ) দ্বাৰা দণ্ডিত আৰু উচ্চপদস্থ বিষয়াসকলৰ দ্বাৰা দণ্ডিত অপৰাধীসকলৰ কাৰণে, তিৰোতা আৰু পুৰুষৰ কাৰণে বেলেগ বেলেগ কোঠা থকা (অপৰাধী) পলাই যাব নোৱাৰাকৈ খোটালিবোৰ সুৰক্ষিত কৰাৰ বন্দবস্ত থকা বন্ধনাগাৰ (বন্দীশাল) নিৰ্মাণ কৰাব ॥৫॥

সকলোবোৰ গৃহৰে শালাবোৰৰ (চাৰিওফালে) খাৱৈ থাকিব, তাত পানীৰ কুৱা, পাইখানা, স্নানগৃহ, অগ্নি আৰু বিষ সম্পৰ্কে সতৰ্কতামূলক ব্যৱস্থা, মেকুৰী আৰু নেউল ৰাখি লোৱা ৰক্ষণ-ব্যৱস্থা আৰু নিজ নিজ ইষ্টদেৱতাৰ[2] পূজাৰ ব্যৱস্থা থাকিব ॥৬॥

কোষ্ঠাগাৰত বৰষুণৰ পৰিমাণ ল'বলৈ এক অৰত্নি (বহল) মুখৰ এটা গাঁত কৰাব ॥৭॥

(সংনিধাতাই) সেই সেই বস্তু সম্পৰ্কে অভিজ্ঞ লোকসকলৰ সহায়ত পুৰণি আৰু নতুন মণি, মূল্যবান বস্তু, কম মূল্যৰ বস্তু আৰু বনজ সম্পদ আহৰণ কৰিব ॥৮॥ এই (বস্তু)বোৰৰ ভিতৰত মণি জাল কৰিলে, কৰোঁতাৰ আৰু কৰাওঁতাৰ ওপৰত উত্তম সাহস-দণ্ড প্ৰয়োগ কৰিব, মূল্যবান বস্তু জাল কৰিলে মধ্যম সাহস-দণ্ড আৰু কম মূল্যৰ বস্তু আৰু বনজ সম্পদ জাল কৰিলে সেই সেই বস্তু (ক্ষতিপূৰণৰূপে) দিব লাগিব আৰু তাৰ মূল্যৰ সমান অৰ্থদণ্ড ভৰিব ॥৯॥

ৰূপদৰ্শকে (মুদ্ৰা-পৰীক্ষকে) বিশুদ্ধ বুলি মত দিলেহে (ৰাজ-কোষৰ কাৰণে) টকা-পইচাৰ মুদ্ৰা গ্ৰহণ কৰিব ॥১০॥ জাল মুদ্ৰাবোৰ কাটি পেলাব ॥১১॥ (জালমুদ্ৰা) অনা লোকক প্ৰথম সাহস-দণ্ড বিহিব ॥১২॥

তেওঁ পৰিষ্কাৰ, (ওজনত) পূৰ্ণ আৰু নতুন শস্য (কোষ্ঠাগাৰৰ কাৰণে) সংগ্ৰহ কৰিব ॥১৩॥ ইয়াৰ বিৰুদ্ধ গুণৰ শস্য আনোতাৰ মূল্যৰ দুগুণ দণ্ড হ'ব ॥১৪॥

ইয়াৰ দ্বাৰা পণ্যদ্ৰব্য, বনজ সম্পদ আৰু অস্ত্ৰ-শস্ত্ৰ (সংগ্ৰহ) সম্পৰ্কেও বুজোৱা হ'ল ॥১৫॥

সকলো (ৰাজকীয়) বিভাগতে কাম কৰা যুক্ত (উচ্চ বিষয়া), উপযুক্ত (তলতীয়া বিষয়া)

---

[1] মৃত্যুদণ্ডেৰে দণ্ডিত লোকৰ দ্বাৰা ধ্ৰুৱনিধি নিৰ্মাণ কৰোৱাৰ তাৎপৰ্য এয়ে যে কামটো শেষ হোৱাৰ পিছত সিহঁতৰ প্ৰাণদণ্ড হলে ৰজাৰ বাহিৰে আন কোনোৱে এই কথা নেজানিব।

[2] বাস্তুশাস্ত্ৰমতে গৃহবোৰৰ নিজ নিজ ইষ্টদেৱতা আছে; যেনে কোশগৃহৰ ইষ্টদেৱতা বৈশ্বানৰ, কোষ্ঠাগাৰৰ সীতা, পণ্যগৃহৰ শ্ৰী, কুপ্যগৃহৰ ঈশান, আয়ুধাগাৰৰ স্কন্দ আৰু বন্ধনাগাৰৰ ইষ্টদেৱতা যম আৰু বৰুণ।

আৰু ভৃত্যপুৰুষ (চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী) সকলে যদি এক পণৰপৰা (ক্ৰমে) এক পণ এক পণকৈ বাঢ়ি চাৰি পণলৈকে টকা আত্মসাৎ কৰে তেনেহ'লে (ক্ৰমে) প্ৰথম সাহস-দণ্ড, মধ্যম সাহস-দণ্ড, উত্তম সাহস-দণ্ড আৰু মৃত্যুদণ্ডেৰে দণ্ডিত হ'ব॥১৬॥ ৰাজকোষৰ অধিকাৰী পুৰুষে কোষৰ টকা খালে, তেওঁৰ প্ৰাণদণ্ড হ'ব॥১৭॥ তেওঁৰ লগত সহযোগ কৰাসকলৰ (উক্ত) দণ্ডৰ আধা হ'ব॥১৮॥ যদি তেওঁলোকে নজনাকৈ (টকা আত্মসাৎ) হয়, তিৰস্কাৰ কৰি এৰি দিব॥১৯॥

চোৰে যদি বলপূৰ্বক (ৰাজ-কোষৰ) টকা চুৰি কৰে, তাক যাতনা ভোগ কৰাই বধ কৰিব॥২০॥

সেই কাৰণে সংনিধাতাই বিশ্বস্ত লোক তলতীয়া কৰ্মচাৰীৰূপে লৈ ৰাজ-কোষ গঢ়ি তুলিব॥২১॥

> সংনিধাতাই বাহ্য (গাওঁ-অঞ্চলৰপৰা হোৱা) আয় আৰু আভ্যন্তৰ (নগৰত হোৱা) আয়ৰ কথা জানি ৰাখিব; আনকি এশ বছৰ আগেয়ে (কি আয় হৈছিল) তাকো জানিব লাগিব যাতে কি খৰচ হ'ল, কি বাকী থাকিল আৰু কিমান সংগ্ৰহ হৈছিল সুধিলে যেন বিমোৰত নপৰে॥২২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "সংনিধাতাৰ সঞ্চয়-কৰ্ম" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ২৬তম) অধ্যায় সমাপ্ত॥

# ষষ্ঠ অধ্যায়

## চতুৰ্বিংশ প্ৰকৰণ : সমাহৰ্তাৰ ৰাজস্ব-প্ৰৱৰ্তন

সমাহৰ্তাই (ৰাজস্ব নিৰ্ধাৰণ আৰু সংগ্ৰহকাৰী সাধাৰণ প্ৰশাসনৰ দায়িত্বপ্ৰাপ্ত প্ৰধান বিষয়া) দুৰ্গ, ৰাষ্ট্ৰ, খনি, জলসিঞ্চন-ব্যৱস্থা, বন, পশুৰ পাল আৰু বাণিজ্য-পথৰ—(এই প্ৰধান আয়ৰ বাটবোৰৰ) ওপৰত চকু ৰাখিব॥১॥

শুল্ক, জৰিমনা, ভৰ আৰু ওজনৰ প্ৰমিতীকৰণ, নাগৰিক (নগৰৰ অধ্যক্ষই কৰা জৰিমনা), লক্ষণাধ্যক্ষ (টঙ্কশালৰ অধ্যক্ষই মুদ্ৰা পৰীক্ষণ আদি কৰি পোৱা ধন), মুদ্ৰাধ্যক্ষ (পৰিচয়-পত্ৰ আদি দি পোৱা মাচুল), সুৰা, কচাইখানা, সূতা, তেল, ঘিউ, চেঁনি, সোণাৰি, পণ্য-দ্ৰব্যৰ বজাৰ, গণিকা, জুৱা, ঘৰ-বাৰী, কাৰু-সংঘ আৰু শিল্পী-সংঘ, মন্দিৰ-অধীক্ষক, (নগৰৰ) দ্বাৰত আদায় কৰা ধন আৰু বহিৰাগত লোকৰপৰা আদায় কৰা ধন (২-৪-৩২)—এইবোৰ (আয়ৰ বাটৰ নাম) দুৰ্গ॥২॥

কৃষিজাত দ্ৰব্য (২-২৪), ভাগ (ব্যক্তিগত ভূমিত কৰা খেতিৰ ষষ্ঠাংশ), সাময়িক কৰ, কৰ, বেপাৰী, পাৰ-ঘাটৰ ৰক্ষক, নদী পাৰ হোৱা মাচুল, নাও-জাহাজ, পোতাশ্ৰয়, চৰণীয়া পথাৰ, পথ-কৰ, ভূমি-জৰীপ, চোৰ ধৰা—এইবোৰ (আয়ৰ বাটৰ নাম) ৰাষ্ট্ৰ॥৩॥

সোণ, ৰূপ, হীৰা, মণি, মুক্তা, প্ৰবাল, শঙ্খ, (সোণ-ৰূপৰ বাহিৰে আন) ধাতু, লোণ আৰু মাটি, শিল আৰু দ্ৰৱৰপৰা পোৱা আকৰ (২।১২।১)—এইবোৰ (আয়ৰ বাটৰ নাম) খনি॥৪॥

ফুলৰ বাগিচা, ফলৰ বাৰী, শাক-পাচলিৰ বাগিচা, পানীত হোৱা শস্যৰ পথাৰ আৰু মূলৰপৰা হোৱা খেতি (আদা, হালধি আদি)—এইবোৰ (আয়ৰ বাটৰ নাম) সেতু॥৫॥

জন্তু ৰখা বেৰ, মৃগবন, দ্ৰব্যবন (বনজ সম্পদ থকা বন), হস্তীবন—এইবোৰ (আয়ৰ বাটৰ নাম) বন॥৬॥

গৰু-মহ, ছাগলী-ভেৰা, গাধ-উট, ঘোঁৰা-খচ্চৰ—এইবোৰ (আয়ৰ বাটৰ নাম) ব্ৰজ (পশুৰ পাল)॥৭॥

জল-পথ আৰু স্থল-পথ—এই দুই (আয়ৰ বাটৰ নাম) বণিক্-পথ॥৮॥ এইবোৰক আয়শৰীৰ (অৰ্থাৎ আয়ৰ উপায়ৰ সমষ্টি) বোলা হয়॥৯॥

মূল্য, অংশ, ব্যাজী (ৰাজ-ভঁৰালৰ পৰা কিনি লোৱা শস্যাদিৰ নিৰ্দিষ্ট পৰিমাণৰ ওপৰত আৰু এশ ভাগৰ পাঁচ ভাগ বেছিকৈ লোৱাৰপৰা হোৱা আয়), পৰিঘ (একচেটিয়া ব্যৱসায়ৰ কাৰণে দিব লগীয়া কৰ), নিৰ্ধাৰিত কৰ, ৰূপিক (ৰূপদৰ্শকে মুদ্ৰা প্ৰস্তুতকাৰীৰ ওপৰত লগোৱা এশ ভাগৰ আঠ ভাগ ৰূপ কৰ—২।২২।২৬) আৰু অত্যয় (বিচাৰকে আৰু অধ্যক্ষ-সকলে বিধান কৰা দণ্ড)—এইবোৰ আয়মুখ (আয়ৰ শিতান)॥১০॥

দেৱপূজা, পিতৃশ্ৰাদ্ধ আৰু দান-দক্ষিণাৰ অৰ্থে (কৰা খৰচ), স্বস্তিবাচনৰ দক্ষিণা, ৰাজ-অন্তঃপুৰ, (ৰজাৰ) ৰান্ধনি-ঘৰ, দূত-নিযুক্তি, কোষ্ঠাগাৰ (খাদ্য-শস্যৰ ভঁৰাল-ঘৰ), অস্ত্ৰা-গাৰ, পণ্যগৃহ, কুপ্যগৃহ (গুদাম-ঘৰ), কাৰখানা, বনুৱা, পদাতি, অশ্বাৰোহী, ৰথী আৰু গজা-ৰোহী সৈন্যৰ ভৰণ-পোষণ, গৰু-মহৰ পাল, জন্তু, হৰিণ, চৰাই আৰু হিংস্ৰ জন্তুৰ সংৰক্ষণ-স্থান আৰু খৰি আৰু ঘাঁহৰ ভঁৰাল—এইবোৰ ব্যয়শৰীৰ (অৰ্থাৎ খৰচৰ বাটৰ সমষ্টি)॥১১॥

ৰজাৰ ৰাজ্যাভিষেকৰ বছৰ, মাহ, পক্ষ আৰু দিন, এইদৰে (হিছাপ-পত্ৰ আৰু আয়-ব্যয়ৰ আঁচনিত) উল্লেখ কৰা তাৰিখ, বৰ্ষা, হেমন্ত আৰু গ্ৰীষ্ম ঋতুৰ (পোন্ধৰ দিনতকৈ) এদিন কম তৃতীয় আৰু সপ্তম পক্ষবোৰ, বাকী পূৰ্ণ (পোন্ধৰদিনীয়া) পক্ষবোৰ, (আৰু) এটা পৃথক অধিমাস (মলমাস)—এইদৰে সময় (বিভাগ কৰা হয়)॥১২॥

কৰণীয় (বছৰৰ আদিতে কৰা ৰাজহৰ আনুমানিক হিছাপ), সিদ্ধ (আদায় হোৱা ৰাজস্ব), শেষ (বাকী পৰি থকা ৰাজস্ব), আয়, ব্যয় আৰু নীবী (বাকী জমা) (এইবোৰ হিছাপৰ বিষয়)॥১৩॥

(আয়-ব্যয়ৰ হিছাপৰ) ঠাই, (অধ্যক্ষ বিশেষৰ) কাৰ্য-ক্ষেত্ৰ, (আয়ৰ) সমষ্টি (ওপৰৰ ১—৯ সূত্ৰবোৰত উল্লিখিত) স্থাপন, আদায় হোৱা ৰাজস্ব, ৰাজস্বৰ সকলো (শিতানৰ) যোগফল আৰু সমূহ যোগফল—এয়ে কৰণীয়॥১৪॥

ৰাজ-কোষত জমা দিয়া ধন, ৰজাই নিয়া ধন আৰু নগৰৰ খৰচ—এইবোৰ প্ৰৱিষ্ট (ব্যয়িত হিছাপে অন্তৰ্ভুক্ত); আগৰ বছৰৰ উদ্বৃত্ত, ৰাজ-আজ্ঞা ক্ৰমে উলিয়াই দিয়া ধন আৰু (ৰজাৰ) মুখৰ কথামতে দিয়া ধন—এইবোৰ আপাতনীয় (ব্যয় কৰিব লগীয়া) হিছাপে অন্তৰ্ভুক্ত); প্ৰৱিষ্ট আৰু আপাতনীয়, এই দুয়োবিধকে সিদ্ধ বোলে॥১৫॥

(কোনো কৰ্মানুষ্ঠান) সম্পূৰ্ণ হ'লে পোৱা (ফল) আৰু জৰিমনাৰ ধনৰ বাকী—এই দুটাক আহৰণীয় (অনায়াসে সংগ্ৰহ কৰিব পৰা) বোলে; বলপূৰ্বক আটক কৰি ৰখা ধন, (বিষয়া আদিয়ে) খৰচ কৰি পেলোৱা ধন—এই দুটাক প্ৰশোধ্য (কষ্টেৰে আদায় কৰিব লগীয়া) বোলে; আহৰণীয় আৰু প্ৰশোধ্য—এই দুয়োবিধৰে নাম শেষ; খৰচ কৰিও একো ফল নোপোৱা আৰু অধিক খৰচ কৰি অলপহে ফল পোৱা ধনকো শেষ বোলা হয়॥১৬॥

আয় তিনি প্ৰকাৰ—বৰ্তমান, পৰ্যুষিত আৰু অন্যজাত॥১৭॥ যি আয় প্ৰতিদিনে হয় তাক বৰ্তমান আয় বোলে॥১৮॥ আগৰ বছৰৰ আয় বা এজন অধ্যক্ষৰ কাৰ্যক্ষেত্ৰৰপৰা আন এজনৰ

কাৰ্যক্ষেত্ৰলৈ সংক্ৰমিত কৰা আয়ক পৰ্যুষিত বোলে॥১৯॥ হেৰোৱা বা পাহৰি এৰি যোৱা বস্তু, কৰ্মচাৰীসকলক কৰা জৰিমনা, অতিৰিক্ত আয়, ক্ষতিপূৰণ স্বৰূপে পোৱা ধন, উপহাৰ, বিপ্লৱত অংশ গ্ৰহণকাৰী লোকৰ (বাজেয়াপ্ত কৰা) ধন, সন্তানহীন লোকৰ ধন, মাটিৰ তলত পোৱা ধন—এইবোৰ অন্যজাত॥২০॥ সৈন্যদল ভাঙি দিয়াৰপৰা হোৱা আয় আৰু ৰোগে দেখা দিয়া বাবে আগতে কোনো কাম বন্ধ কৰাৰপৰা হোৱা আয়—এই দুই প্ৰকাৰ আয়ৰ নাম ব্যয়-প্ৰত্যায় (অৰ্থাৎ খৰচৰপৰা ৰাহি হোৱা আয়)॥২১॥ বিক্ৰী কৰাৰ সময়ত পণ্য-সামগ্ৰীৰ মূল্যে-বৃদ্ধি, (ৰাজ-ভঁৰাললৈ লোৱা সামগ্ৰীৰ) ভৰ আৰু ওজনৰ (বৰ্ধিত মানৰ) পৰা হোৱা ব্যাজী নামে অতিৰিক্ত লাভ, কিনোতাৰ মাজত প্ৰতিযোগিতাৰ কাৰণে হোৱা মূল্যবৃদ্ধি—এই বৃদ্ধি-বোৰো আয়॥২২॥

নিত্য, নিত্যোৎপাদিক, লাভ আৰু লাভোৎপাদিক—এই চাৰি প্ৰকাৰ ব্যয়॥২৩॥ নিতৌ যি খৰচ কৰা হয় তাক নিত্য (ব্যয়) বোলে॥২৪॥ পক্ষ, মাহ বা বছৰৰ মূৰত (বিষয়া আৰু কৰ্মী-সকলে বেতনস্বৰূপে) যি পায় সেয়ে লাভ॥২৫॥ এই দুটাৰপৰা যি ব্যয়ৰ সৃষ্টি হয় তাক (ক্ৰমে) নিত্যোৎপাদিক আৰু লাভোৎপাদিক ব্যয় বোলা হয়; এয়ে ব্যয়॥২৬॥

আয় আৰু ব্যয় হিচাপ কৰাৰ পাছত মুঠ ৰাজস্বৰ বিধিনি অৱশিষ্ট থাকে সেয়ে নীবী (ৰাহি)—ৰাজকোষত জমা হোৱা নীবী আৰু জমা হ'ব লগীয়া নীবী॥২৭॥

এইদৰে বিজ্ঞ (সমাহৰ্তাই) ৰাজস্ব নিৰূপণ কৰিব আৰু আয়ৰ বৃদ্ধি
আৰু ব্যয়ৰ হ্ৰাস দেখুৱাব; ইয়াৰ বিপৰ্যয় হ'লে (অৰ্থাৎ আয় কম আৰু
ব্যয় বেছি হ'লে) তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰিব॥২৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "সমাহৰ্তাৰ ৰাজস্ব-প্ৰবৰ্তন" নামৰ ষষ্ঠ (আৰম্ভণিৰপৰা ২৭তম) অধ্যায় সমাপ্ত।

# সপ্তম অধ্যায়

## পঞ্চবিংশ প্ৰকৰণ: হিচাপ-পৰীক্ষণ আৰু লেখ্য-কাৰ্যালয়ত গাণনিকৰ অধিকাৰ

অধ্যক্ষই পূবমুৱা বা উত্তৰমুৱাকৈ হিচাপ-পৰীক্ষণ-গৃহ নিৰ্মাণ কৰাব; নিবন্ধ-পুস্তক ৰাখিবলৈ তাৰ বেলেগ বেলেগ কোঠা থাকিব॥১॥

তাত নিবন্ধ-পুস্তকত বিভাগসমূহৰ সংখ্যা, কাৰ্য-কলাপ আৰু মুঠ আয়, কাৰখানা-বোৰত ব্যৱহৃত হোৱা (নানা প্ৰকাৰ) বস্তুৰ বৃদ্ধি বা হ্ৰাস, খৰচ-পাতি, (কাৰখানাৰ) সম্প্ৰসাৰণ, ব্যাজী, মিশ্ৰণ (উৎপাদনৰ সময়ত এটা বস্তুৰ লগত আন এটা বস্তু মিহলি কৰা), স্থান, বেতন আৰু বনুৱাৰ সংখ্যা বা পৰিমাণ; মণি, মূল্যবান বস্তু, কম মূল্যৰ বস্তু আৰু বনজ সম্পদ সম্পৰ্কীয় মূল্য, গুণাগুণ, জোখ, মান, উচ্চতা, গভীৰতা আৰু (বস্তু ৰখা) পাত্ৰ; দেশ, গাওঁ, জাতি, কুল আৰু সংঘৰ নিয়ম-কানুন, লেন-দেন, আচৰণ আৰু ৰীতি-নীতি; ৰজাৰ কৰ্মচাৰীসকলে লাভ কৰা ৰাজ-সন্মান, ভূ-সম্পত্তি, উপহাৰ, কৰমুক্তি, ভোজন আৰু বেতন; ৰজা আৰু তেওঁৰ পত্নী আৰু পুত্ৰসকলে লাভ কৰা ৰত্ন আৰু ভূমি (আৰু) বিশেষ উপলব্ধি ধন আৰু আকস্মিক বিপদৰ প্ৰতিকাৰৰূপে দিয়া ধন আৰু মিত্ৰ আৰু মিত্ৰ-

পক্ষৰ লগত হোৱা সন্ধি আৰু বিগ্ৰহ সম্পৰ্কীয় আদান-প্ৰদান—এইবোৰ লিপিবদ্ধ কৰাৰ ॥২॥

তাৰপৰা সকলো ৰাজকীয় বিভাগলৈ (ৰাজহৰ) আনুমানিক হিচাপ, আদায় হোৱা ৰাজস্ব, বাকী পৰি থকা ৰাজস্ব, আয়, ব্যয়, বাকী জমা (হিচাপ-পৰীক্ষাৰ কাৰণে) উপস্থিতিৰ সময়, কাৰ্যৰ ক্ষেত্ৰ, দেশ-দস্তুৰ আৰু নিৰ্দিষ্ট নিয়ম-কানুন লিপিবদ্ধ কৰি পঠিয়াব ॥৩॥ উত্তম, মধ্যম আৰু অধম কৰ্ম সম্পাদনৰ কাৰণে অনুৰূপ অধ্যক্ষ নিযুক্ত কৰিব; কিন্তু ৰাজস্ব উপাৰ্জন কৰিব পৰা কাৰ্যত এনেকুৱা যোগ্য লোকক বিষয়া নিযুক্ত কৰিব (যাতে প্ৰয়োজন হ'লে) ৰজাই তেওঁৰ ওপৰত দণ্ডাদি বিহি পিছত দুখ কৰিব লগীয়া নহয় ॥৪॥ (এনেকুৱা বিষয়াই ৰাজস্ব অপহৰণ কৰিলে) তেওঁৰ সহযোগীসকল, তেওঁৰ হৈ জামিন থকা লোক, তেওঁৰ পুত্ৰ, ভ্ৰাতৃ, ভাৰ্যা, কন্যা আৰু চাকৰ-নাকৰে কৰ্ম পৰিচালনা কৰোঁতে হোৱা লোকচানৰ ক্ষতিপূৰণ দিবলৈ বাধ্য থাকিব ॥৫॥

তিনি শ চৌৱন্ন দিনে এক চৰকাৰী কামৰ বছৰ ধৰা হয় ॥৬॥ ঘাটিয়ে হওক বা পুৰাই হওক আহাৰৰ পূৰ্ণিমাৰ দিনা বছৰ শেষ হোৱা বুলি ধৰিব লাগিব ॥৭॥ অধিমাস বা মলমাসৰ কাৰণে (পৃথক) কাৰ্যালয় স্থাপন কৰিব ॥৮॥

(বিভাগবোৰৰ) কাৰ্যৰ ওপৰত চোৰাংচোৱাৰ হতুৱাই নজৰ দিয়াব ॥৯॥ সেই সেই কাৰ্যত নিযুক্ত বিষয়াৰ যদি কাৰ্য, দেশ-দস্তুৰ, নিৰ্দিষ্ট নিয়ম-কানুন সম্বন্ধে অভিজ্ঞতা নাথাকে, তেওঁ অজ্ঞানতাৰ ফলত ৰাজস্বৰ হানি কৰে; কৰ্মত উদ্যমহীন হৈ বা ক্লেশ সহ্য কৰিব নোৱাৰি এলাহৰ কাৰণে, শব্দাদি ইন্দ্ৰিয়ৰ বিষয়ত আসক্ত হৈ অনৱধানতাৰ কাৰণে, (প্ৰজাৰ) বিক্ষোভ, অন্যায্য বা ক্ষতিজনক কৰ্মক ভয় কৰি ভীৰুতাৰ কাৰণে, তেওঁৰ লগত কোনো কাৰ্যৰ উদ্দেশ্যে অহা লোকৰ প্ৰতি অনুগ্ৰহ দেখুৱাবলৈ মন কৰি প্ৰীতিৰ কাৰণে, (তেওঁলোকৰ প্ৰতি) বিদ্বেষ-পৰৱশ হৈ, ক্ৰোধৰ কাৰণে (নিজৰ) বিদ্যা, ঐশ্বৰ্য বা ৰাজবল্লভৰ সমৰ্থনৰ ওপৰত নিৰ্ভৰ কৰি দাম্ভিকতাৰ কাৰণে, (আৰু) ভৰ, ওজন, হিচাপ আৰু গণনাত প্ৰতাৰণা কৰি লোভৰ কাৰণে ৰাজস্বৰ হানি ঘটাব পাৰে ॥১০॥

মনুৰ মতাৱলম্বীসকলৰ মতে ৰাজস্বৰ হানি ঘটোৱা (অজ্ঞানতা, এলাহ, অনৱধানতা, ভয়, প্ৰীতি, ক্ৰোধ, দাম্ভিকতা আৰু লোভ) এই দোষবোৰৰ ক্ষেত্ৰত দণ্ডৰ পৰিমাণ ক্ষতিৰ জোখাই হ'ব আৰু দোষৰ ক্ৰম অনুসৰি এক এক গুণকৈ বৰ্ধিত দণ্ড দিব ॥১১॥ পৰাশৰৰ মতাৱলম্বীসকলে কয় যে সকলো ক্ষেত্ৰতে ক্ষতিৰ আঠ গুণ দণ্ড হ'ব ॥১২॥ বৃহস্পতিৰ মতাৱলম্বীসকলে কয়—"(ক্ষতিৰ) দহ গুণ দণ্ড হ'ব" ১৩॥ উশনাৰ মতাৱলম্বীসকলে কয়—"(ক্ষতিৰ) কুৰি গুণ দণ্ড হ'ব" ॥১৪॥ কৌটিল্যই কয়—"অপৰাধ অনুসৰি দণ্ড হ'ব" ॥১৫॥

আহাৰ মাহৰ পূৰ্ণিমাৰ দিনা (গণনাধ্যক্ষৰ কাৰ্যালয়ত) সকলো হিচাপ দাখিল কৰিব লাগিব ॥১৬॥ মোহৰ মাৰি বন্ধ কৰা হিচাপৰ বহী আৰু জমাৰ পাত্ৰ লৈ অহা বিষয়াসকলক পৰস্পৰৰ মাজত আলাপ-আলোচনা হ'ব নোৱাৰাকৈ এঠাইত আটক কৰি থ'ব ॥১৭॥ আয়, ব্যয় আৰু নীবীৰ (বাকী জমা) মুঠ পৰিমাণৰ হিচাপ লৈ নীবীখিনি (ৰাজ-কোষলৈ) পঠিয়াই দিব ॥১৮॥ (হিচাপৰ বহীৰ) ভিতৰৰ পৃষ্ঠাত (দেখুওৱা) মুঠ আয়ৰ ওপৰত বাকী জমাৰ যি বৃদ্ধি হয়, অথবা (বিষয়াজনে) স্বচ্ছন্দ (আত্মাধিকাৰ) কাৰণে (মুঠ বাকী জমাৰপৰা) যিখিনি হ্ৰাস কৰায় তাৰ আঠ গুণ (ধন) অধ্যক্ষৰপৰা আদায় কৰিব ॥১৯॥ ইয়াৰ ওলোটা হ'লে (অৰ্থাৎ হিচাপত দেখুওৱাতকৈ প্ৰকৃত বাকী জমা বেছি হ'লে, অথবা প্ৰকৃত খৰচতকৈ হিচাপত দেখুওৱা খৰচ কম হ'লে) সেই বৃদ্ধিখিনি বিষয়াজনে পাব ॥২০॥

যথাসময়ত উপস্থিত নোহোৱা অথবা হিছাপৰ বহী আৰু বাকী জমাৰ পাত্ৰ লৈ নহা বিষয়াক দিব লগীয়া ধনৰ এক-দশমাংশ দণ্ড বিহিব॥২১॥ কাৰ্যবাহী বিষয়া উপস্থিত হোৱাত যদি হিছাপ-ৰক্ষক বিষয়া হিছাপ পৰীক্ষাৰ কাৰণে প্ৰস্তুত নাথাকে, তেতিয়া (সেই হিছাপ-ৰক্ষক বিষয়াক) প্ৰথম সাহস-দণ্ড বিহিব॥২২॥ ইয়াৰ ওলোটা হ'লে (অৰ্থাৎ হিছাপ-ৰক্ষক বিষয়া সাজু আছে, অথচ কাৰ্যবাহী বিষয়া উপস্থিত নাই) কাৰ্যবাহী বিষয়াই দুগুণ দণ্ড দিব লাগিব॥২৩॥

উচ্চপদস্থ বিষয়াসকলে, নিজৰ কাৰ্যৰ অনুৰূপ যি খৰচ হয়, কোনো পৰস্পৰ বিৰোধী উক্তি নকৰাকৈ তাৰ পুৰা হিছাপ দিব॥২৪॥ এওঁলোকৰ মাজত যিয়ে বিৰোধী মন্তব্য কৰে বা মিছা কয় তেওঁৰ ওপৰত উত্তম সাহস-দণ্ড বিহিত হ'ব॥২৫॥

কোনো বিষয়াই দৈনিক হিছাপ দাখিল নকৰিলে এমাহ কাল অপেক্ষা কৰিব॥২৬॥ এমাহ পাৰ হৈ গ'লে, বিষয়াজনে দুশ পণ দণ্ড দিব লাগিব আৰু দণ্ডৰ পৰিমাণ প্ৰতি মাহে দুশ পণকৈ বাঢ়ি যাব॥২৭॥ যদি কোনো বিষয়াই হিছাপত লিখা বাকী জমাৰ অলপ অংশ দিব লগীয়া থাকে, পাঁচ দিন বাট চাব॥২৮॥ তাৰ পাছত (পাঁচ দিন পাছত) যদি দিব লগীয়া বাকী ধন) আগেয়ে ৰাজ-কোষত জমা দি, দৈনিক হিছাপ দাখিল কৰে, (গণনাধ্যক্ষই) আইন, লেন-দেন, দেশ-দস্তুৰ আৰু নিৰ্দিষ্ট নিয়ম-কানুনৰ ভেটিত আৰু (আয়-ব্যয়ৰ) যোগ মিলাই চাই, সম্পাদিত কাৰ্য নিৰূপণ কৰি, অনুমানৰ আশ্ৰয়ত আৰু চোৰাংচোৱা নিযুক্ত কৰি বিষয়টো পৰীক্ষা কৰি চাব॥২৯॥

গণনাধ্যক্ষই প্ৰতি দিনৰ, প্ৰতি পাঁচদিন, পক্ষ, মাহ, চাৰিমাহ আৰু এবছৰৰ (হিছাপ) পৰীক্ষা কৰি চাব॥৩০॥ তেওঁ তাৰিখ, স্থান, কাল, আয়ৰ শিতান, আয়ৰ স্থল, জেৰ, পৰিমাণ, দিওঁতা-দিয়াওঁতা, লিখক আৰু গ্ৰহীতা—এইবোৰৰ উল্লেখ আছে নে নাই চাই হিছাপ পৰীক্ষা কৰিব॥৩১॥ তাৰিখ, স্থান, কাল, (ব্যয়ৰ) শিতান, কৰ্মচাৰীক দিয়া বেতন, (ব্যয়ৰ) কাৰণ, দিয়া বস্তু, তাৰ ব্যৱহাৰ আৰু পৰিমাণ, দিবলৈ আদেশ কৰোঁতা, বস্তু উলিয়াই দিওঁতা, নি দিওঁতা আৰু গ্ৰহীতা—এইবোৰৰ উল্লেখ আছে নে নাই চাই ব্যয় পৰীক্ষা কৰি চাব॥৩২॥ তাৰিখ, স্থান, কাল, শিতান, জেৰ, দ্ৰব্য, তাৰ লক্ষণ, পৰিমাণ আধাৰ-পাত্ৰ আৰু ৰক্ষক—এই-বোৰৰ উল্লেখ আছে নে নাই চাই বাকী-জমা পৰীক্ষা কৰিব॥৩৩॥

কোনো ৰাজকীয় কাৰ্যৰ ক্ষেত্ৰত যদি হিছাপ-ৰক্ষক বিষয়াই হিছাপ-পৰীক্ষাৰ কাৰণে প্ৰস্তুত হৈ নাথাকে, নাইবা কোনো আজ্ঞা উল্লংঘন কৰে অথবা লিখিত আদেশত থকাতকৈ বেলেগে আয়-ব্যয়ৰ হিছাপ দেখুৱায়, তেওঁৰ ওপৰত প্ৰথম সাহস-দণ্ড বিহা হ'ব॥৩৪॥

যদি কোনো বিষয়াই (হিছাপৰ বহীত) বস্তু এটা ক্ৰমিকভাৱে লিপিবদ্ধ নকৰে, ওলোটা-ক্ৰমে কৰে, বুজিব নোৱৰাকৈ লিখে বা দুবাৰ লিখে, তেওঁৰ বাৰ পণ দণ্ড হ'ব॥৩৫॥ বাকী জমা উক্ত প্ৰকাৰে লিখিলে ইয়াৰ দুগুণ দণ্ড হ'ব॥৩৬॥ (বাকী জমা) আত্মসাৎ কৰিলে আঠ গুণ (অৰ্থাৎ ছিয়ানব্বৈ পণ) দণ্ড হ'ব॥৩৭॥ বস্তুটো নষ্ট হ'বলৈ দিলে (তাৰ মূল্যৰ) পাঁচ ভাগৰ এভাগ দণ্ড হ'ব আৰু নাশিত বস্তু পুনঃস্থাপন কৰিব লাগিব॥৩৮॥ মিছা মাতিলে চুৰি অপৰাধত প্ৰযোজ্য দণ্ড বিহিত হ'ব॥৩৯॥ পাছত মৈ কাঢ়িলে (চুৰি অপৰাধত বিহা দণ্ডৰ) দুগুণ দণ্ড হ'ব; পাহৰি পিছত আনি দিলেও একেই দণ্ড হ'ব॥৪০॥

অপৰাধ যদি লঘু হয় (ৰজাই) তাক সহ্য কৰিব; ৰাজস্ব অলপ হ'লেও

তাতে সন্তুষ্ট থাকিব; যি অধ্যক্ষই (ৰাষ্ট্ৰৰ) মহান উপকাৰ সাধন কৰে (ৰজাই) তেওঁক অনুগৃহীত কৰি সন্মানিত কৰিব॥৪১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত 'হিছাপ-পৰীক্ষণ আৰু লেখ্য-কাৰ্যালয়ত গাণনিকৰ অধিকাৰ' নামৰ সপ্তম (আৰম্ভণিৰপৰা ২৮তম) অধ্যায় সমাপ্ত॥

# অষ্টম অধ্যায়

## ষট্‌ত্ৰিংশ প্ৰকৰণ : ৰাজ-কৰ্মচাৰীয়ে আত্মসাৎ কৰা ৰাজস্বৰ পুনৰুদ্ধাৰ

সকলো কাৰ্যই প্ৰধানকৈ ৰাজ-কোষৰ ওপৰত নিৰ্ভৰ কৰে॥১॥ সেই কাৰণে ৰজাই প্ৰথমতে ৰাজ-কোষৰ ওপৰত চকু দিব লাগে॥২॥

বিভাগীয় কাৰ্যৰ উন্নতি, দেশাচাৰ ৰক্ষা কৰি চলা, চোৰ-ডকাইতক দমন কৰি ৰখা, কৰ্ম-চাৰীৰ ওপৰত নিয়ন্ত্ৰণ, শস্যৰ সমৃদ্ধি, পণ্য-দ্ৰব্যৰ প্ৰাচুৰ্য, (নৈসৰ্গিক) উপসৰ্গৰপৰা মুক্তি, কৰমুক্তিৰ হ্ৰাস, (আৰু) নগদ টকাৰ উপহাৰ—এইবোৰ কোষ-বৃদ্ধিৰ (উপায়)॥৩॥

প্ৰতিবন্ধ, প্ৰয়োগ, ব্যৱহাৰ, অৱস্তাৰ, পৰিহাপণ, উপভোগ, পৰিবৰ্তন আৰু অপহাৰ—এই কেইটা কোষ-ক্ষয়ৰ বাট॥৪॥

কোনো কাৰ্য সাধন কৰিব নোৱৰা, তাৰ ফল আদায় কৰিব নোৱৰা অথবা সেই ফল (ৰাজ-কোষত) জমা কৰিব নোৱৰাক প্ৰতিবন্ধ বোলে॥৫॥ এই ক্ষেত্ৰত (অৰ্থাৎ এই বিফলতাৰ বাবে দায়ী বিষয়াক, প্ৰয়োগ কৰা ধনৰ) এক-পঞ্চমাংশ দণ্ড বিহা হ'ব॥৬॥

ৰাজ-কোষৰ দ্ৰব্য সুদলৈ ধাৰে দিয়াক প্ৰয়োগ বোলে॥৭॥ (ৰাজকীয়) পণ্যৰ ব্যৱসায়ক ব্যৱহাৰ বোলে॥৮॥ এই ক্ষেত্ৰত (অৰ্থাৎ এই দুই বিষয়ত লোকচান হোৱাৰ বাবে দায়ী বিষয়াক হ'ব লগীয়া লাভৰ) দুগুণ দণ্ড বিহা হ'ব॥৯॥

(কোনো ৰাজস্ব আদি আদায় কৰাৰ) নিৰ্দিষ্ট দিনক অনিৰ্দিষ্ট কৰা অথবা অনিৰ্দিষ্ট দিনক নিৰ্দিষ্ট-কৰাক অৱস্তাৰ বোলে॥১০॥ এই ক্ষেত্ৰত, (অৰ্থাৎ ইয়াৰ কাৰণে ৰাজ-কোষৰ যি লোকচান হয়, তাৰ) পাঁচ ভাগৰ এভাগ দণ্ড (দায়ী বিষয়াৰ ওপৰত) বিহিত হ'ব॥১১॥

নিৰ্দিষ্ট আয়ৰ পৰিমাণ হ্ৰাস কৰা বা অনুমোদিত ব্যয়ৰ পৰিমাণ বঢ়োৱাক পৰিহাপণ বোলে॥১২॥ ইয়াৰ কাৰণে ক্ষতিৰ চাৰি গুণ দণ্ড হ'ব॥১৩॥

ৰজাৰ দ্ৰব্য নিজে ভোগ কৰা বা আনক ভোগ কৰিবলৈ দিয়াক উপভোগ বোলে॥১৪॥ এই ক্ষেত্ৰত, ৰত্ন উপভোগকাৰীৰ প্ৰাণদণ্ড হ'ব, মূল্যবান বস্তু (সাৰ) উপভোগ কৰিলে মধ্যম সাহস-দণ্ড বিহা হ'ব আৰু কম মূল্যৰ বস্তু আৰু বনজ সম্পদ উপভোগ কৰিলে দণ্ড হ'ব সেই সেই বস্তু প্ৰতিস্থাপন কৰা আৰু তাৰ মূল্যৰ জোখাই ধন আদায় দিয়া॥১৫॥

ৰজাৰ বস্তু আত্মসাৎ কৰি তাৰ সলনি আন বস্তু দিয়াক পৰিবৰ্তন বোলে॥১৬॥ উপ-ভোগৰ দ্বাৰা তাক বুজোৱা হ'ল (অৰ্থাৎ উপভোগ দোষৰ বাবে বিহিত দণ্ড এই ক্ষেত্ৰতো প্ৰযোজ্য হ'ব)॥১৭॥

নিজ আয় (ৰাজ-কোষলৈ) নপঠোৱা, লিখিত ব্যয় পৰিশোধ নকৰা, (অথবা) হাতত থকা

বাকী জমা পোৱা নাই বুলি মিছা মতাক অপহাৰ বোলে॥১৮॥ এই ক্ষেত্ৰত (অপৰাধী বিষয়াৰ নিৰ্দিষ্ট আয় আদিৰ) বাৰ গুণ দণ্ড হ'ব॥১৯॥

সিবিলাকৰ (ৰজাৰ বিষয়াসকলৰ) টকা আত্মসাৎ কৰাৰ চল্লিশ প্ৰকাৰ উপায় আছে॥২০॥ (১) আগেয়ে আদায় কৰিব লগীয়া আয় পিছত আদায় কৰা, (২) পিছত আদায় কৰিব লগীয়া আয় আগতে আদায় কৰা, (৩) লভ্য আয় আদায় নকৰা, (৪) অলভ্য আয় আদায় কৰা, (৫) আদায় কৰা আয় নকৰা বুলি (হিছাপত) দেখুওৱা, (৬) আদায় নকৰা আয় কৰা বুলি দেখুওৱা, (৭) অলপ আদায় কৰি বেছি আদায় কৰা দেখুওৱা, (৮) বেছি আদায় কৰি অলপ দেখুওৱা, (৯) এটা বস্তু আদায় কৰি আন এটা আদায় দেখুওৱা, (১০) এক আয়-স্থানৰ-পৰা আদায় কৰি আন আয়-স্থানৰপৰা আদায় কৰা দেখুওৱা, (১১) দিব লগীয়া দ্ৰব্যাদি নিদিয়া, (১২) দিব নলগীয়াটো দিয়া, (১৩) যথাসময়ত নিদিয়া, (১৪) অসময়ত দিয়া, (১৫) অলপ দি বেছি দিয়া দেখুওৱা, (১৬) বেছি দি অলপ দিয়া দেখুওৱা, (১৭) এটা বস্তু দি আন এটা দিয়া বুলি হিছাপত দেখুওৱা, (১৮) এঠাইৰপৰা বস্তু এটা দি আন ঠাইৰপৰা দিয়া দেখুওৱা (অথবা, এজনক দি আন এজনক দিয়া দেখুওৱা), (১৯) (ৰাজ-কোষত) জমা দি নিদিয়া দেখুওৱা, (২০) জমা নিদি দিয়া দেখুওৱা, (২১) মূল্য নিদিয়াকৈ বনজ সম্পদ জমা ৰখা, (২২) মূল্য দি জমা নেদেখুওৱা, (২৩) এঠাইত মজুত হোৱা মাল নানা ঠাইলৈ পঠিওৱা দেখুওৱা, (২৪) বা নানা ঠাইত থকা মাল এঠাইত মজুত দেখুওৱা, (২৫) উচ্চমূল্যৰ বস্তু নিম্নমূল্যৰ বস্তুৰ লগত সলনি কৰা, (২৬) অথবা নিম্নমূল্যৰ বস্তু উচ্চমূল্যৰ বস্তুৰ লগত সলনি কৰা, (২৭) মূল্য বৃদ্ধি কৰা, (২৮) অথবা মূল্য হ্ৰাস কৰা, (২৯) বছৰটোত মাহৰ গড়-মিল কৰা, (৩০) অথবা, মাহটোত দিনৰ গড়-মিল কৰা, (৩১) আয়-স্থানৰ গড়-মিল, (৩২) (আয়, ব্যয় আদিৰ) শিতানৰে গড়-মিল, (৩৩) বন্দৰৰ (সংখ্যাৰ) গড়-মিল, (৩৪) কাম সমাধা কৰাৰ গড়-মিল, (৩৫) মুঠ সংখ্যাৰ গড়-মিল, (৩৬) (বস্তুৰ) গুণৰ গড়-মিল, (৩৭) দামৰ গড়-মিল, (৩৮) ওজনৰ গড়-মিল, (৩৯) জোখৰ গড়-মিল (আৰু) (৪০) পাত্ৰৰ গড়-মিল—এই কেইটা চুৰি কৰাৰ উপায়॥২১॥

এই সম্পৰ্কে (অৰ্থাৎ এই উপায়বোৰৰ কোনো এটা বা অধিকৰ দ্বাৰা চুৰি কৰা বুলি কাৰো ওপৰত সন্দেহ হ'লে) তলতীয়া কৰ্মচাৰী, ভঁৰাল-ৰক্ষক, লেখক, বস্তু গ্ৰহণকাৰী, টকা দিওঁতা, টকা দিয়াওঁতা, উপদেষ্টা আৰু (এই কাৰ্যত) সহযোগী—এইসকলৰ প্ৰত্যেককে এজন এজনকৈ প্ৰশ্ন কৰিব॥২২॥ এওঁলোকে যদি মিছা কয়, (অভিযুক্ত) ৰাজ-কৰ্মচাৰীৰ যি দণ্ড হয় সেই একে দণ্ড হ'ব॥২৩॥ তেওঁৰ অধিকাৰভুক্ত এলেকাত এইদৰে ঘোষণা জাৰি কৰিব —"অমুক ৰাজ-কৰ্মচাৰীজনে যাৰ যাৰ ক্ষতি সাধন কৰিছে তেওঁলোকে (আমাক) জনাওক"॥২৪॥ জনাওঁতা লোকক ক্ষতিৰ অনুৰূপ অৰ্থদান কৰাৰ॥২৫॥

যদি কোনো (ৰাজ-কৰ্মচাৰীৰ বিৰুদ্ধে) বহু অভিযোগ কৰা হয় আৰু তেওঁ (সকলোবোৰ) অস্বীকাৰ কৰে, তেওঁ যদি এটা অভিযোগত দোষী প্ৰমাণিত হয় তেনেহলে তেওঁ আটাইবোৰ অভিযোগতে দোষী সাব্যস্ত হ'ব॥২৬॥ যদি কিছুমান অভিযোগ স্বীকাৰ কৰে আৰু কিছুমান অস্বীকাৰ কৰে, তেওঁৱা সকলো অভিযোগৰ কাৰণে বিচাৰৰ সন্মুখীন হ'ব॥২৭॥ যদি বহু টকা আত্মসাৎ কৰাৰ অভিযোগ হয়, তাতে অল্প অংশৰ কাৰণেও দোষী প্ৰমাণিত হ'লে তেওঁ গোটেইখিনিৰ কাৰণে দায়ী হ'ব॥২৮॥

(অভিযুক্ত ৰাজ-কৰ্মচাৰীয়ে) পোটক ভোলাৰপৰা অভয় পোৱা কোনো গোপন বাতৰি-

দিওঁতাই, অভিযোগ প্ৰমাণিত হ'লে (অপহৃত ধনৰ) ষষ্ঠাংশ লাভ কৰিব আৰু বাতৰি দিওঁতা যদি ৰাজ-ভৃত্য হয় দ্বাদশাংশ পাব॥২৯॥ বহু পৰিমাণ ধন আত্মসাৎ কৰাৰ অভিযোগৰ ক্ষেত্ৰত যদি অলপ পৰিমাণ ধন আত্মসাৎ কৰাৰ অভিযোগ প্ৰমাণিত হয়, (বাতৰি দিওঁতাই) সেই ধনৰ এটা অংশ পাব॥৩০॥ যদি অভিযোগ প্ৰমাণিত নহয়, তেওঁ কায়িক বা আৰ্থিক দণ্ডেৰে দণ্ডিত হ'ব আৰু তেওঁক কোনো অনুগ্ৰহ দেখুওৱা নহ'ব॥৩১॥

কিন্তু অভিযোগ প্ৰমাণিত হ'ব ধৰা অৱস্থাত অভিযুক্তৰ প্ৰৰোচনাত
গোপন বাতৰি দিওঁতাই যদি মকৰ্দমা এৰি পেলায় বা আত্মগোপন কৰে
তেতিয়া তেওঁক মৃত্যুদণ্ড দিয়া হ'ব॥৩২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত 'ৰাজ-কৰ্মচাৰীয়ে আত্মসাৎ কৰা ৰাজস্বৰ পুনৰুদ্ধাৰ' নামৰ অষ্টম (আৰম্ভণিৰপৰা ২৯তম) অধ্যায় সমাপ্ত।

---

# নৱম অধ্যায়

## সপ্তবিংশ প্ৰকৰণ : বিষয়াসকলৰ (কাৰ্য) পৰিদৰ্শন

মন্ত্ৰীৰ গাত যেনে গুণ থাকে তেনে গুণবিশিষ্ট সকলো অধ্যক্ষকে শক্তি অনুসৰি কৰ্মত নিয়োগ কৰিব লাগে॥১॥ যিহেতু মানুহৰ চিত্তৰ স্থিৰতা নাই, (ৰজাই) এওঁলোকৰ কাৰ্য সদায় পৰিদৰ্শন কৰাব লাগে॥২॥ কাৰণ, মানুহৰ প্ৰকৃতি ঘোঁৰাৰ প্ৰকৃতিৰ দৰে, কৰ্মত নিযুক্ত হ'লে মানুহ বদলি যায়॥৩॥ সেই কাৰণে ৰজাই কৰ্মী, কাৰ্যালয়, স্থান, কাল, কাৰ্য, ধনৰ প্ৰয়োগ আৰু এই (কাৰ্যবোৰৰপৰা হোৱা) লাভৰ বিষয়ে জানিব লাগে॥৪॥

তেওঁলোকে (অধ্যক্ষসকলে) ৰাজ-আজ্ঞা অনুসৰি পৰস্পৰ লগালগি নহৈ, নাইবা পৰস্পৰ বিবাদ নকৰি কাৰ্য সাধন কৰিব॥৫॥ একেলগ হ'লে (কাৰ্যৰ ফল) গ্ৰাস কৰিব পৰে; বিবাদ কৰিলে কাৰ্য পণ্ড কৰিব পাৰে॥৬॥ বিপদৰ প্ৰতিকাৰত বাহিৰে আন কোনো কাৰ্য ৰজাক নজনোৱাকৈ নকৰিব॥৭॥

তেওঁলোকৰ (অধ্যক্ষসকলৰ) কৰ্মত কোনো শিথিলতা দেখা গ'লে (ৰজাই) দণ্ডৰ ব্যৱস্থা কৰিব—সেই দণ্ড তেওঁলোকৰ দৈনিক বেতন আৰু অন্যান্য ব্যয়ৰ দুগুণ হ'ব॥৮॥ এওঁলোকৰ মাজত যিজনে আজ্ঞা অনুসৰি নিজ কাৰ্য সাধন কৰে বা তাতোকৈ ভালদৰে কৰে তেওঁ (উচ্চ) পদবী আৰু সন্মান পোৱা উচিত॥৯॥

"যদি অলপ আয় কৰা একজন (বিষয়াৰ) ব্যয়ৰ বাহুল্য হয়, তেওঁ (ৰাজস্ব) ভক্ষণ কৰে॥১০॥ আনহাতে, যেতিয়া একজন (বিষয়াই) আয়ৰ অনুৰূপ খৰচ কৰে, তেওঁ (ৰাজস্ব) ভক্ষণ নকৰে।"—আচাৰ্যসকলৰ এই মত॥১১॥ কৌটিল্যৰ মতে কেৱল চোৰাংচোৱা নিযুক্ত কৰি (এই কথাৰ) সন্ধান ল'ব লাগে॥১২॥

যিয়ে ৰাজস্বৰ ক্ষতি সাধন কৰে তেওঁ ৰজাৰ সম্পত্তি ভক্ষণ কৰে॥১৩॥ যদি তেওঁ অজ্ঞানতা আদিৰ কাৰণে (২।৭।১০ চাওক) ৰাজস্বৰ হানি কৰে, (ৰজাই) যথানুৰূপিত কৰি (অৰ্থাৎ অপৰাধ অনুসৰি একগুণ, দুগুণ, তিনিগুণ ইত্যাদি ক্ৰমে বৃদ্ধি কৰি) সেই ক্ষতি পুনৰায় তেওঁক বাধ্য কৰাব॥১৪॥ যিয়ে (প্ৰচলিত) ৰাজস্বৰ দুগুণ আয় আহৰণ কৰে তেওঁ দেশবাসীক শোষণ কৰে॥১৫॥ তেওঁ যদি (সমগ্ৰ আয়) ৰজাৰ কাৰণে আহৰণ কৰে, তেতিয়া অপৰাধ লঘু হ'লে

তেওঁক সতৰ্ক কৰি দিব; অপৰাধ গুৰু হ'লে অপৰাধৰ জোখাই দণ্ড বিহিব॥১৬॥ যিয়ে (সংগ্ৰহ কৰা) আয় ব্যয় কৰি পেলায়, তেওঁ মানুহৰ শ্ৰম ভক্ষণ কৰে॥১৭॥ তেওঁক কৰ্ম-দিবস, বস্তুৰ মূল্য আৰু কৰ্মীৰ বেতন আত্মসাৎ কৰা সম্পৰ্কে অপৰাধ অনুপাতে দণ্ড বিহিব॥১৮॥

সেই কাৰণে ৰাজ-শাসনৰ দ্বাৰা যি অধ্যক্ষ যি কাৰ্যালয়ৰ ভাৰপ্ৰাপ্ত হয়, তেওঁ তেওঁক (ৰজাক) নিজৰ কামৰ যথাযথ বিৱৰণ আৰু আয়-ব্যয়ৰ কথা বিতংভাৱে আৰু সংক্ষেপে জনাব॥১৯॥

তেওঁ মূলহৰ, তাদাত্বিক আৰু কদৰ্য—এই তিনি শ্ৰেণীৰ অধ্যক্ষক সংযত কৰি ৰাখিব॥২০॥ যিয়ে পিতৃপিতামহৰ সম্পত্তি অন্যায়ভাৱে ভক্ষণ কৰে তেওঁক মূলহৰ বোলা হয়॥২১॥ যিয়ে যি যি দ্ৰব্য উৎপন্ন হয় সেই সেই দ্ৰব্যকে ভক্ষণ কৰে তেওঁক তাদাত্বিক বোলে॥২২॥ যিয়ে ভৃত্যবৰ্গ আৰু নিজক কষ্ট দি অৰ্থ সঞ্চয় কৰে তেওঁক কদৰ্য বোলে॥২৩॥ তেওঁৰ (কদৰ্যৰ) (ওপৰত নিৰ্ভৰশীল) যদি বহু লোক থাকে তেতিয়া তেওঁক সম্পত্তিৰপৰা বঞ্চিত কৰা উচিত নহয়, অন্যথায় তেওঁৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰিব লাগে॥২৪॥

যি কদৰ্য (ৰাজ-কৰ্মচাৰীয়ে) প্ৰভূত ৰাজস্বৰ দায়িত্বত থাকি তাক সঞ্চয় কৰে, জমা ৰাখে নাইবা বাহিৰলৈ পঠিয়াই দিয়ে—নিজৰ ঘৰত সাঁচি থয়, নগৰবাসী বা গাওঁবাসীৰ ঘৰত জমা ৰাখে নাইবা বিদেশলৈ পঠিয়াই দিয়ে—চোৰাংচোৰাই তেওঁৰ পৰামৰ্শদাতা, বন্ধু-বান্ধৱ, ভৃত্যবৰ্গ, আত্মীয়-স্বজনসকল আৰু দ্ৰব্যৰ আগমন-নিৰ্গমন সম্পৰ্কে বুজ ল'ব লাগে॥২৫॥ তেওঁৰ যি (ভৃত্যই) শত্ৰুদেশলৈ যাতায়াত কৰে তেওঁৰ বিশ্বাসভাজন হৈ গোপন তথ্য উদ্ঘাটন কৰিব॥২৬॥ (তেওঁৰ স্বৰূপ) যেতিয়া ভালদৰে জনা যাব, শত্ৰুৰে তেওঁলৈ লিখা বুলি জাল চিঠিৰ ছল কৰি তেওঁক হত্যা কৰাব॥২৭॥

সেই কাৰণে ৰজাৰ অধ্যক্ষসকলে হিছাপ-ৰক্ষক, লেখক, মুদ্ৰা-পৰীক্ষক, বাকী-জমা-গ্ৰাহক আৰু উত্তৰাধ্যক্ষ (প্ৰধান পৰ্যবেক্ষক) লগত ৰাখি কাৰ্য পৰিচালনা কৰিব॥২৮॥ উত্তৰাধ্যক্ষই হাতী, ঘোঁৰা আৰু ৰথত আৰোহণ কৰে॥২৯॥ কাৰ্যকুশলতা আৰু সততাযুক্ত তেওঁৰ সহকাৰীসকলে হিছাপ-ৰক্ষক আদিৰ ওপৰত চোৰাংচোৰাগিৰি কৰিব॥৩০॥

তেওঁ প্ৰত্যেক বিভাগতে বহু ৰৰমূৰীয়া বিষয়া নিয়োগ কৰিব আৰু তেওঁলোকক অস্থায়ীকৈ ৰাখিব॥৩১॥

> মৌৰে হওক বা বিহেই হওক জিভাৰ ওপৰত পেলাই দিলে যেনেকৈ সোৱাদ নোলোৱাকৈ থাকিব নোৱাৰি, সেইদৰে ৰজাৰ টকা-কড়িৰ লগত লেন-দেন কৰা বিষয়ায়ো বৎসামান্য হ'লেও টকাৰ সোৱাদ নোলোৱাকৈ থাকিব নোৱাৰি॥৩২॥
>
> পানীৰ তলত চৰি ফুৰা মাছে পানী খালে যিদৰে তাক ধৰিব নোৱাৰি, ৰজাৰ কাৰ্যবাহী বিষয়ায়ো টকা আত্মসাৎ কৰিলে সেইদৰে তেওঁক ধৰিব নোৱাৰি॥৩৩॥
>
> আকাশত উৰি ফুৰা চৰাইৰ বাট জনাও সম্ভৱপৰ হ'ব পাৰে, কিন্তু মনৰ ভাব গোপন কৰি ফুৰা বিষয়াসকলৰ গতি-বিধি বুজা টান॥৩৪॥
>
> আৰু যিসকলে (অন্যায়ভাৱে) অৰ্থসঞ্চয় কৰে তেওঁলোকক সেই স্থানৰ উলিয়াই বিপৰীত যাত্ৰা কৰিব আৰু তেওঁলোকৰ কাম বদলাই দিব যাতে টকা খাব নোৱাৰে আৰু যি খাইছে অকো বমিয়াই উলিয়াই দিয়ে॥৩৫॥

যিসকলে টকা নাশায় আৰু ন্যায্যভাৱে তাক বঢ়ায়, ৰজাৰ প্ৰিয় আৰু
হিতৰ প্ৰতি অনুৰক্ত সেইসকল (বিষয়াক) কামত স্থায়ী কৰিব॥৩৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত 'বিষয়াসকলৰ (কাৰ্য) পৰি-দৰ্শন' নামৰ নৱম (আৰম্ভণিৰপৰা ৩০তম) অধ্যায় সমাপ্ত।

# দশম অধ্যায়

## অষ্টাবিংশ প্ৰকৰণ : শাসন-প্ৰকৰণ

ইয়াৰ দ্বাৰা শাসন কৰা হয় (অৰ্থাৎ নিৰ্দেশ দিয়া হয়) কাৰণেই ইয়াক শাসন বোলা হয়॥১॥ কাৰণ, ৰজাসকলে মুখ্যতঃ শাসনৰ ওপৰতে নিৰ্ভৰ কৰি চলিব লগীয়া হয়, কিয়নো সন্ধি আৰু যুদ্ধ শাসনমূলক॥২॥

সেই কাৰণে, শাসন-লেখকজনৰ মন্ত্ৰীৰ যিবোৰ গুণ থাকিব লাগে তেনে গুণ থাকিব লাগে, তেওঁৰ দেশ-দস্তুৰ আদিৰ সম্পূৰ্ণ অভিজ্ঞতা থাকিব লাগে, লেখাত খৰতকীয়া হ'ব লাগে আৰু কাকত-পত্ৰ পঢ়িব পৰা যোগ্যতাসম্পন্ন হ'ব লাগে॥৩॥

তেওঁ একান্তমনে ৰজাৰ নিৰ্দেশ শুনি লৈ এনেভাৱে শাসন ৰচনা কৰিব যাতে তাৰ অৰ্থ স্পষ্ট হয় আৰু সেই শাসন যদি কোনো ৰজাৰ সম্পৰ্কে হয়, তাত সেই ৰজাৰ দেশ, আধিপত্য আৰু বংশৰ নাম সসন্মানে উল্লেখ কৰিব আৰু ৰজা ভিন্ন আনৰ সম্পৰ্কে হ'লে তাত সেইজন লোকৰ দেশ আৰু নামৰ সন্মানসূচক উল্লেখ থাকিব লাগে॥৪॥

> (শাসন-লেখকে) সকলো ক্ষেত্ৰতে, যাৰ বিষয়ে শাসন ৰচনা কৰিব তেওঁৰ
> জাতি, কুল, পদমৰ্যাদা, বয়স, বিদ্যা, ব্যৱসায়, ধন-সম্পত্তি, চৰিত্ৰ, থকা ঠাই,
> সময় আৰু বৈবাহিক সম্পৰ্কৰ কথা বিবেচনা কৰি সেই মানুহজনৰ লগত
> মিল ৰাখি শাসন ৰচনা কৰিব॥৫॥

অৰ্থক্ৰম, সম্বন্ধ, পৰিপূৰ্ণতা, মাধুৰ্য, ঔদাৰ্য আৰু স্পষ্টতা—এই কেইটা গুণে শাসনৰ উৎকৰ্ষ বঢ়ায়॥৬॥ তাৰ ভিতৰত প্ৰধান বিষয়ৰ প্ৰথমে অৱতাৰণা কৰি বিষয়বোৰ ক্ৰমিকভাৱে সজোৱাই অৰ্থক্ৰম॥৭॥ পিছৰ বিষয়সমূহৰ বৰ্ণনাৰ দ্বাৰা যাতে বৰ্ণনীয় বিষয়ৰ লগত অসঙ্গতি নহয় এই ধৰণে সমাপ্তিলৈকে বৰ্ণনা কৰাক সম্বন্ধ বোলা হয়॥৮॥ অৰ্থ, শব্দ আৰু আখৰৰ হীন-ডোঁঠ নোহোৱা, যুক্তি, (শাস্ত্ৰৰ) উদ্ধৃতি আৰু উদাহৰণ দি বিষয় বৰ্ণনা কৰা আৰু যথাযথ অৰ্থপ্ৰকাশক শব্দৰ প্ৰয়োগক পৰিপূৰ্ণতা বোলে॥৯॥ সহজে অৰ্থবোধ হোৱা মধুৰ শব্দৰ প্ৰয়োগ কৰাক মাধুৰ্য বোলে॥১০॥ অনশ্লীল শব্দৰ প্ৰয়োগক ঔদাৰ্য বোলে॥১১॥ প্ৰসিদ্ধ শব্দৰ প্ৰয়োগৰ নাম স্পষ্টতা॥১২॥

(বৰ্ণমালাত) অ-কাৰ আদি তেষষ্টিটা বৰ্ণ আছে॥১৩॥ বৰ্ণৰ সমষ্টিৰ নাম পদ॥১৪॥ পদ চাৰি প্ৰকাৰ—নাম (বিশেষ্য), ক্ৰিয়া (আখ্যাত), উপসৰ্গ আৰু অব্যয় (নিপাত)॥১৫॥ তাৰ ভিতৰত অস্তিত্ব অৰ্থ বুজোৱা পদক নাম বোলে॥১৬॥ লিঙ্গৰ অৰ্থ প্ৰকাশ নকৰা ক্ৰিয়াবাচক পদক আখ্যাত বোলে॥১৭॥ 'প্ৰ'-প্ৰভৃতি যিবোৰ শব্দই ক্ৰিয়াৰ বিশেষ অৰ্থ প্ৰকাশ কৰে, সেই-

বোধক উপসৰ্গ বোলে॥১৮॥ 'চ' প্ৰভৃতি অব্যয়ক নিপাত বোলে॥১৯॥ সম্পূৰ্ণ অৰ্থ প্ৰকাশক পদসমূহৰ নাম বাক্য॥২০॥ কমেও এটা আৰু অনধিক তিনিটা পদৰ দ্বাৰা পিছৰ পিছৰ পদৰ লগত অৰ্থৰ অসংগতি নঘটাকৈ বৰ্গ গঠন কৰিব॥২১॥

লেখা শেষ হোৱা বুজাবলৈ 'ইতি' শব্দ প্ৰয়োগ কৰিব আৰু 'এই কথাখিনি অমুকৰ উক্তি'—এইদৰে লিখিব॥২২॥

নিন্দা, প্ৰশংসা, পৃচ্ছা (প্ৰশ্ন), আখ্যান (বৰ্ণনা), অৰ্থনা (অনুৰোধ), প্ৰত্যাখ্যান, উপালম্ভ (তিৰস্কাৰ), প্ৰতিষেধ, চোদনা (আদেশ), সান্ত্ব (প্ৰবোধ), অভ্যুপপত্তি (সাহায্য), ভৰ্ৎসনা (ভীতিপ্ৰদৰ্শন) আৰু অনুনয়—এই তেৰ প্ৰকাৰে শাসন লিখা কাম চলিব পাৰে॥২৩-২৪॥

ইয়াৰ ভিতৰত জন্ম, শৰীৰ আৰু কামৰ দোষাৰোপ কৰাক নিন্দা বোলে॥২৫॥ এইবোৰৰে গুণ দেখুওৱাক প্ৰশংসা বোলা হয়॥২৬॥ "এই কাম কিদৰে হ'ল"—এয়ে পৃচ্ছা॥২৭॥ "এই-দৰে হ'ল"—এয়ে আখ্যান॥২৮॥ "মোক দিয়া"—এয়ে অৰ্থনা॥২৯॥ "মই নিদিওঁ"—এয়ে প্ৰত্যাখ্যান॥৩০॥ "ই তোমাৰ যোগ্য কাম নহয়"—এইদৰে কোৱাক উপালম্ভ বোলে॥৩১॥ "এনে কাম নকৰিবা" বুলি কোৱাই প্ৰতিষেধ॥৩২॥ "এই কাম কৰা"—এয়ে চোদনা॥৩৩॥ "মই যি তুমিও সেই, যি বস্তু মোৰ সি তোমাৰো"—এইদৰে সান্ত্বনা দিয়াক সান্ত্ব বোলা হয়॥৩৪॥ বিপদৰ সময়ত সহায় কৰাক অভ্যুপপত্তি বোলা হয়॥৩৫॥ "ভবিষ্যতে ভাল নহ'ব" বুলি ভয় দেখুওৱাক ভৰ্ৎসনা বোলে॥৩৬॥ অনুনয় তিনি প্ৰকাৰ—কোনো কাৰ্য সাধনৰ উদ্দেশ্যে কৰা, কোনো ব্যতিক্ৰম হোৱা বাবে কৰা আৰু কোনো লোকৰ বিপদৰ সময়ত কৰা॥৩৭॥

প্ৰজ্ঞাপনা, আজ্ঞা, পৰিদান, পৰীহাৰ, নিসৃষ্টি, প্ৰাবৃত্তিক, প্ৰতিলেখ আৰু সৰ্বত্ৰগ—এই আঠ প্ৰকাৰ শাসন॥৩৮॥

"অমুকে (ৰজাক) জনাইছে; তেওঁ এইদৰে কৈছে; গতিকে যদি এই কথাৰ সত্যতা আছে জেনেহ'লে (আপুনি লাভ কৰা মূল্যবান বস্তুটো ৰজাক) লোধাই দিয়ক; অমুকে ৰজাৰ আগত (আপোনাৰ) উৎকৃষ্ট কাৰ্যৰ কথা কৈছে।"—এইদৰে প্ৰজ্ঞাপনা নামে শাসন বহু প্ৰকাৰ হ'ব পাৰে॥৩৯॥

যি শাসনত কাৰো প্ৰতি, বিশেষকৈ ৰাজকৰ্মচাৰীৰ প্ৰতি ৰজাৰ নিগ্ৰহ-অনুগ্ৰহৰ আদেশ লিখা হয় তাক আজ্ঞা বোলা হয়॥৪০॥

যি শাসনত (উদ্দিষ্ট লোকৰ) গুণৰ অনুৰূপে সন্মান প্ৰদৰ্শন কৰা দেখা যায় তাক পৰিদান শাসন বোলে। পৰিদান দুই প্ৰকাৰৰ—(কোনো আত্মীয়ৰ মৃত্যু আদিৰ কাৰণে) মানসিক কষ্ট উপস্থিত (হ'লে সান্ত্বনা-বাক্যদান) আৰু কোনো বস্তু দান আগবঢ়োৱা; এই দুয়োবিধেই (ৰাজ) অনুগ্ৰহমূলক শাসন॥৪১॥

যি শাসনত কোনো জাতি, নগৰ, গাওঁ বা দেশবিশেষৰ প্ৰতি ৰজাৰ আদেশক্ৰমে অনুগ্ৰহ জ্ঞাপন কৰা হয় বিশেষজ্ঞসকলে তাক পৰীহাৰ বোলে॥৪২॥

যি শাসনত কোনো কাৰ্য কৰিবলৈ বা কোনো আদেশ জাৰি কৰিবলৈ

দায়িত্ব অৰ্পণ কৰা হয় তাক নিসৃষ্ট শাসন বোলে; (পণ্ডিতে) নিসৃষ্ট শাসন (দুই প্ৰকাৰ), আদেশ জাৰি কৰাৰ দায়িত্ব দিয়া আৰু কাৰ্য কৰাৰ দায়িত্ব দিয়া ॥৪৩॥

প্ৰাবৃত্তিক শাসন (যাৰ দ্বাৰা ঘটনাৰ বিৱৰণ প্ৰচাৰ কৰা হয়) দুবিধ বুলি কয়—(এবিধ) নানা প্ৰকাৰ দৈৱিক (অনাবৃষ্টি আদি) বাতৰি, (আনবিধ) মানুহ-সম্বন্ধীয় বাস্তব ঘটনাৰ বাতৰি ॥৪৪॥

লেখা বা শাসন যথাযথভাৱে পঢ়ি চাই তাৰ পিছত (ৰজাক) পঢ়ি শুনাই ৰজাই যিভাৱে কয় সেইদৰে প্ৰতিলেখ লিখি উলিয়াব লাগে ॥৪৫॥

সৰ্বত্ৰগ শাসন তাকেই বোলে যি শাসনত ৰজাই বাটৰুৱাসকলৰ ৰক্ষণ আৰু সুখ-স্বাচ্ছন্দ্যৰ কাৰণে চকু দিবলৈ কৰদ ৰজা আৰু ৰাজ-কৰ্মচাৰী-সকলক নিৰ্দেশ দিয়ে; এই কথা বাটে-পথে, গাৱেঁ-ভূয়ে সকলো ঠাইতে জনাজাত হ'ব লাগে ॥৪৬॥

উপায় চাৰি প্ৰকাৰ—সাম, দান, ভেদ আৰু দণ্ড ॥৪৭॥*

তাৰ ভিতৰত সাম পাঁচ প্ৰকাৰ—(১) গুণৰ প্ৰশংসা, (২) সম্বন্ধৰ বৰ্ণনা, (৩) পৰস্পৰৰ উপকাৰৰ কথা আঙুলিয়াই দিয়া, (৪) ভৱিষ্যত সুবিধাৰ কথালৈ দৃষ্টি আকৰ্ষণ কৰা আৰু (৫) নিজক (আনৰ ওচৰত) সমৰ্পণ কৰা ॥৪৮॥ এইবোৰৰ ভিতৰত গুণৰ প্ৰশংসা হৈছে বংশ, শৰীৰ, কৰ্ম, স্বভাৱ, বিদ্যা, সম্পত্তি প্ৰভৃতিৰ গুণ-গ্ৰহণ, প্ৰশংসা আৰু তোষামোদ ॥৪৯॥ স্বজাতি-সম্বন্ধ, বৈবাহিক সম্বন্ধ, অধ্যয়ন-অধ্যাপনাৰপৰা হোৱা সম্পৰ্ক, ৰজকৰ্মজনিত সম্বন্ধ, একে বংশ, (পৰস্পৰৰ মাজত থকা) সৌহাৰ্দ আৰু উমৈহতীয়া বন্ধু—এইবোৰৰ উল্লেখ কৰাকে সম্বন্ধৰ বৰ্ণনা বোলে ॥৫০॥ নিজ পক্ষ আৰু আন পক্ষৰ পৰস্পৰে কৰা উপকাৰৰ প্ৰশংসা হৈছে পৰস্পৰৰ উপকাৰৰ কথা আঙুলিয়াই দিয়া ॥৫১॥ "এই কাম এইদৰে কৰিলে আমাৰ দুয়ো পক্ষৰে এনেকুৱা (শুভ) ফল হ'ব"—এইদৰে আশাৰ সঞ্চাৰ কৰাকে ভৱিষ্যতৰ সুবিধালৈ দৃষ্টি আকৰ্ষণ কৰা বোলে ॥৫২॥ "আপোনাৰ আৰু মোৰ মাজত কোনো পাৰ্থক্য নাই, মোৰ বয়-বস্তু আপুনি নিজৰ প্ৰয়োজনত লগাব পাৰে"—এইদৰে সাম প্ৰয়োগ কৰাকে নিজক আনৰ ওচৰত সমৰ্পণ কৰা বোলে ॥৫৩॥

উপাদান (দান) হৈছে ধন-সম্পত্তি দি কৰা উপকাৰ ॥৫৪॥

(আন পক্ষৰ মনত) ভয়ৰ সঞ্চাৰ কৰা আৰু ভৰ্ৎসনা কৰাই ভেদ ॥৫৫॥ হত্যা কৰা, উৎপীড়ন কৰা আৰু সম্পত্তি কাঢ়ি অনাই দণ্ড ॥৫৬॥

অকান্তি, ব্যাঘাত, পুনৰুক্ত, অপশব্দ আৰু সংপ্লৱ—এই পাঁচোটা ৰচনাৰ দোষ ॥৫৭॥ তাৰ ভিতৰত কলা (লেতেৰা) পাত (ব্যৱহাৰ কৰা) আৰু অসুন্দৰ, অসমান আৰু অস্পষ্ট আখৰ লিখাকে অকান্তি বোলে ॥৫৮॥ আগৰ কথাৰ লগত পিছৰ কথাৰ সঙ্গতি নথকাক ব্যাঘাত বোলে ॥৫৯॥ কোনো কথাকে একো বিশেষত্ব নথকাকৈ আকৌ ক'লে পুনৰুক্ত দোষ হয় ॥৬০॥ লিঙ্গ, বচন, কাল আৰু কাৰকৰ অপপ্ৰয়োগেই অপশব্দ ॥৬১॥ যত যতি দিব লাগে তত নিদিয়া, যত লাগে তত নকৰাকে সংপ্লৱ বোলে ॥৬২॥

সকলো শাস্ত্ৰ ভালদৰে পঢ়ি চাই আৰু (এই সম্পৰ্কে) প্ৰয়োগ লক্ষ্য

*শাসন সম্পৰ্কীয় আলোচনাত ৰাজনীতিৰ উপায় চাৰিটাৰ কথা অৱতাৰণা কৰাৰ তাৎপৰ্য এয়ে যে শাসন-লিখকে এই উপায় চাৰিটা বিশেষভাৱে জানিব লাগিব।

কৰি কৌটিল্যই ৰজাৰ প্ৰয়োজনাৰ্থে শাসন লিখাৰ এই নিয়মবোৰ ৰচনা কৰিছে॥৬৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত 'শাসন-প্ৰকৰণ' নামৰ দশম (আৰম্ভণিৰপৰা ৩১তম) অধ্যায় সমাপ্ত।

---

# একাদশ অধ্যায়

## ঊনত্ৰিংশ প্ৰকৰণ: ৰাজভঁৰালত থ'বলগীয়া মূল্যবান বস্তুৰ পৰীক্ষা

কোষাধ্যক্ষই ৰাজ-কোষত ৰখাৰ উপযোগী মণি-ৰত্ন, বহুমূলীয়া বস্তু, কম মূল্যৰ বস্তু নাইবা বনজাত দ্ৰব্য সেই সেই বস্তু সম্পৰ্কে বিশেষজ্ঞ বিষয়াসকলৰ লগত পৰামৰ্শ কৰি গ্ৰহণ কৰিব॥১॥

তাম্ৰপৰ্ণী নদী, পাণ্ড্যক-বাট পৰ্বত, পাশিকা নদী, কুলা নদী, চূৰ্ণী নদী, মহেন্দ্ৰ পৰ্বত, কৰ্দমা নদী, স্ৰোতসী নদী, (বৰ্বৰ উপকূলৰ ওচৰৰ শ্ৰীঘণ্ট নামক) হ্ৰদ আৰু হিমালয় পৰ্বতত মুক্তা উৎপন্ন হয়॥২॥ মুক্তাৰ জন্মস্থান তিনি প্ৰকাৰ--শামুক, শঙ্খ আৰু বিবিধ (হাতীৰ কুম, সাপৰ-ফণা আদি)॥৩॥

মচুৰৰ আকৃতিৰ, তিনিকোণীয়া, কাছৰ আকৃতিৰ, অৰ্ধচন্দ্ৰাকৃতিৰ, গাত খলপ থকা, দুটা একে জোৰাই থকা, গাত কটা দাগ থকা, খৰখৰীয়া, পখৰা, কমণ্ডলুৰ আকৃতিৰ, ধোঁৱা-বৰণীয়া আৰু বেয়াকৈ বিন্ধা থকা মুক্তা প্ৰশস্ত নহয়॥৪॥ মোটা, গোলাকাৰ, কোনো ফালে চেপেটা নোহোৱা, উজ্জ্বল, বগা, গধুৰ, মিহি আৰু উপযুক্ত ঠাইত বিন্ধা থকা মুক্তা প্ৰশস্ত॥৫॥

**শীৰ্ষক** (মাজত এটা ডাঙৰ মুকুতা দি গোঁঠা), **উপশীৰ্ষক** (এটা ডাঙৰ, দুয়ো কাষে দুটা সৰু মুকুতা দি গোঁঠা), **প্ৰকাণ্ডক** (এটা ডাঙৰ মুকুতাৰ দুয়ো কাষে দুটা সৰু মুকুতা দিয়া, আৰু **তৰলপ্ৰতিবন্ধ** (মাজত এটা ডাঙৰ মুকুতা, দুয়ো ফালে ক্ৰমে সৰু মুকুতা দিয়া)—মুকুতা-মালাৰ এইবোৰ প্ৰকাৰভেদ॥৬॥

এহেজাৰ আঠ ধাৰি মুকুতা-মালাৰে **ইন্দ্ৰচ্ছন্দ** হাৰ ৰচিত হয়॥৭॥ ইয়াৰ আধাসংখ্যক মালাৰে **বিজয়চ্ছন্দ** হাৰ হয়॥৮॥ চৌষষ্টিধাৰি মালাই মিলি **অৰ্ধহাৰ** হয়॥৯॥ চৌৱন-ধাৰিয়ে **ৰশ্মিকলাপ** হাৰ ৰচনা কৰে॥১০॥ বাইশধাৰিৰে **গুচ্ছ** হয়॥১১॥ সাতাইশধাৰিয়ে **নক্ষত্ৰমালা** হয়॥১২॥ চৌবিশধাৰিয়ে **অৰ্ধগুচ্ছ** ৰচনা কৰে॥১৩॥ বিশধাৰি মুকুতা-মালা মিলি **মাণৱক** হয়॥১৪॥ ইয়াৰ আধাৰে **অৰ্ধমাণৱক** হয়॥১৫॥ এই মালাবোৰৰে (মুকুতাৰ সৰ্লনি) মাজত ৰত্ন লগালে সেই মাণৱক হয়॥১৬॥*

কেৱল শীৰ্ষকৰ দ্বাৰা ৰচিত হাৰক শুদ্ধহাৰ বোলা হয়॥১৭॥ এইদৰে বাকীবোৰো হয়॥১৮॥ মধ্যমণিটো ৰত্নৰ হ'লে অৰ্ধমাণৱক হয়॥১৯॥

(মুকুতা বা ৰত্নখচিত) তিনিটা বা পাঁচোটা পতা থকা হাৰক ফলকহাৰ বোলে॥২০॥

এধাৰি মালাক শুদ্ধ একাৱলী হয়॥২১॥ মাজৰ মণিটো ৰত্ন হ'লে সেয়ে যষ্টি নাম পায়॥২২॥ সোণ আৰু ৰত্নেৰে বিচিত্ৰ হ'লে ৰত্নাৱলী হয়॥২৩॥ সোণ, ৰত্ন আৰু মুকুতা মাজে

---

* অৰ্থাৎ ইন্দ্ৰচ্ছন্দ মালাৰ মধ্যমণিটো মুকুতাৰ সৰ্লনি ৰত্ন হ'লে ইন্দ্ৰচ্ছন্দমাণৱক নাম হয়; সেইদৰে বিজয়চ্ছন্দ-মাণৱক, অৰ্ধহাৰমাণৱক আদি নাম হয়।

মাজে লগালে অপৱৰ্তক নাম হয়॥২৪॥ সোণৰ পতাৰে গঢ়িলে সোপানক হয়॥২৫॥ আকৌ, বস্তুৰ মধ্যমণি দিলে মণিসোপানক বোলা হয়॥২৬॥

ইয়াৰ দ্বাৰা মূৰ, হাত, ভৰি আৰু ক'কালত পিন্ধা নানা তৰহৰ মালাসমূহৰ কথাও বুজোৱা হ'ল॥২৭॥

উৎপত্তিস্থান অনুসৰি মণি তিনি প্ৰকাৰ—(১) কৌট (মলয় পৰ্বত আৰু সাগৰৰ মাজত থকা কোটি নামে ঠাইত উৎপন্ন (হোৱা), (২) মালেয়ক (মলয় অঞ্চলৰ কৰ্ণীবন নামে ঠাইত উৎপন্ন হোৱা) আৰু (৩) পাৰসমুদ্ৰক (সাগৰৰ পাৰৰ সিংহল আদি ঠাইত পোৱা)॥২৮॥

মাণিক চাৰি-বৰণীয়া—ৰঙা পদুমৰ বৰণৰ, কুস্কুমৰ বৰণৰ, পাৰিজাত ফুলৰ বৰণৰ আৰু পুৱাৰ সূৰ্যৰ বৰণৰ॥২৯॥ বৈদূৰ্যমণি আঠ-বৰণীয়া—নীলা পদুমৰ বৰণৰ, শিৰীষ ফুলৰ বৰণৰ, পানীৰ বৰণৰ, (সেউজীয়া) বাঁহগছৰ বৰণৰ, ভাটৌ চৰাইৰ পাখিৰ বৰণৰ, হালধীয়া, গৰুৰ মূতৰ বৰণৰ আৰু গোৰোচনাৰ বৰণৰ॥৩০॥ ইন্দ্ৰনীল মণিও আঠ প্ৰকাৰ—নীল ৰেখা থকা, কলায় (মটৰ মাহ ?) ফুলৰ দৰে, গাঢ় নীলা, ক'লা জামুৰ ৰঙৰ, ক'লা মেঘৰ বৰণৰ, ভিতৰে বগা বাহিৰে নীলা আৰু জলস্ৰোতৰ দৰে চঞ্চল আভাযুক্ত॥৩১॥ বিশুদ্ধ স্ফটিক মণি তিনি প্ৰকাৰ—সৰ-তোলা দৈ-গাখীৰৰ ৰঙৰ, চন্দ্ৰকান্ত মণিৰ দৰে চন্দ্ৰৰ কিৰণত জলস্ৰাৱী আৰু সূৰ্যকান্ত মণিৰ দৰে সূৰ্যৰ কিৰণত অগ্নি উদ্গীৰণকাৰী। এইবোৰ বিবিধ প্ৰকাৰৰ মণি॥৩২॥

ছয়কোণীয়া, চাৰিকোণীয়া বা গোলাকাৰ, চকমকীয়া, অলঙ্কাৰত ব্যৱহাৰ কৰাৰ উপযোগী, স্বচ্ছ, মিহি, গধুৰ, উজ্জ্বল, ভিতৰত চঞ্চল আভাযুক্ত আৰু দীপ্তিশালী—এইবোৰ মণিৰ গুণ॥৩৩॥ বিবৰ্ণ, নিষ্প্ৰভ, খহটা, সৰু সৰু বিন্ধা থকা, ভগা, বেয়াকৈ বিন্ধা থকা আৰু আঁচোৰ লগা—এইবোৰ মণিৰ দোষ॥৩৪॥

বিমলক (বগা-ৰঙা), সস্যক (নীলা), অঞ্জনমূলক (ক'লা-নীলা), পিত্তক (গৰুৰ পিত্ত-ৰসৰ ৰঙৰ), সুলভক (বগা), লোহিতাক্ষ (মাজ-ক'লা, দাঁতি-ৰঙা), মৃগাশ্মক (বগা-কলা), জ্যোতীৰসক (বগা-ৰঙা), মালেয়ক (সিন্দুৰ-বৰণীয়া) অহিচ্ছত্ৰক (ৰঙচুৱা বৰণৰ), কূৰ্প (ভিতৰত বালিকণা থকা), প্ৰতিকূৰ্প (মমৰ বৰণৰ), সুগন্ধিকূৰ্প (মুগৰ হেঁইৰ বৰণৰ), ক্ষীৰবক (গাখীৰৰ ৰঙৰ), শুক্তিচূৰ্ণক (বিচিত্ৰ ৰঙৰ), শিলাপ্ৰবালক (প্ৰবাল-বৰ্ণ), পুলক (ভিতৰ-ক'লা) আৰু শুক্লপুলক (ভিতৰ-বগা)—এইবোৰ মণিৰ উপজাতি॥৩৫॥ বাকীবোৰ কাচ-মণি॥৩৬॥

(উৎপত্তি-স্থান অনুসৰি) হীৰা ছয় প্ৰকাৰ—সভাৰাষ্ট্ৰক (বিদৰ্ভদেশত উৎপন্ন), তজ্জমা-ৰাষ্ট্ৰক (কলিঙ্গৰ তোগৱজ্ৰীত উৎপন্ন), কাস্তীৰৰাষ্ট্ৰক (বাহীক গ্ৰামত উৎপন্ন), শ্ৰীকটনক (জব্বলপুৰ অঞ্চলত উৎপন্ন), মণিমন্তক (উত্তৰাপথৰ মণিমন্তক পৰ্বতত উৎপন্ন) আৰু ইন্দ্ৰবানক (কলিঙ্গ-দেশত উৎপন্ন)॥৩৭॥ খনি, জুৰি আৰু নানা ঠাইত হীৰা উৎপন্ন হয়॥৩৮॥

হীৰা নানা ৰঙৰ—মেকুৰীৰ চকুৰ বৰণৰ, শিৰীষ ফুলৰ ৰঙৰ, গৰুৰ মূতৰ বৰণৰ, গৰুৰ চৰ্বিৰ ৰঙৰ, শুদ্ধ স্ফটিকৰ বৰ্ণৰ, মূলাট ফুলৰ ৰঙৰ আৰু যি কোনো মণিৰ বৰ্ণৰ॥৩৯॥

মোটা, গধুৰ, খুন্দা খালেও ভাগি নোযোৱা, সমকোণ-বিশিষ্ট, (পানী ভৰোৱা কাঁহৰ) পাত্ৰত (লৈ জোকাৰিলে) আঁচোৰ লগাব পৰা, তাকুৰী ঘূৰা দি ঘূৰিব পৰা আৰু উজ্জ্বল আভাযুক্ত হীৰা প্ৰশস্ত॥৪০॥ কোণ ভাগি যোৱা, দাঁৰ নথকা আৰু এটা ফাল আগবাঢ়ি যোৱা হীৰা নিকৃষ্ট॥৪১॥

অলকন্দ (সম্ভৱতঃ লাকাদ্বীপৰ কোনো ঠাই) আৰু বিবৰ্ণত (যবনদ্বীপৰ ওচৰত) উৎপন্ন হোৱা, ৰঙা-বৰণীয়া আৰু পদুম-বৰণীয়া প্ৰবাল উৎকৃষ্ট; পোকে বিন্ধা আৰু মাজ-ভাঙৰ প্ৰবাল নিকৃষ্ট॥৪২॥

(এতিয়া সাৰ-দ্ৰব্যৰ বৰ্ণনা আৰম্ভ হৈছে।)

সাতন নামে ঠাইত উৎপন্ন হোৱা চন্দন ৰঙা আৰু মাটিৰ গোন্ধৰ॥৪৩॥ গোশীৰ্ষক নামে ঠাইত উৎপন্ন হোৱা চন্দন ৰঙচুৱা-ক'লা বৰণৰ আৰু গোন্ধ মাছৰ গোন্ধৰ দৰে॥৪৪॥ হৰি আৰু তৃণসা নামে ঠাইত উৎপন্ন হোৱা চন্দন ভাটৌ চৰাইৰ পাখিৰ ৰঙৰ আৰু গোন্ধ আমৰ গোন্ধৰ দৰে॥৪৫॥ গ্ৰামেৰু নামে ঠাইত হোৱা চন্দনৰ ৰং ৰঙা বা ক'লা-ৰঙা আৰু গোন্ধ ছাগলীৰ মূতৰ গোন্ধৰ দৰে॥৪৬॥ দেৱসভা আৰু জাপ[১] নামে ঠাইৰ চন্দন ৰঙা আৰু তাৰ গোন্ধ পদুম ফুলৰ গোন্ধৰ দৰে॥৪৭॥ জোঙ্গ[২] আৰু তুৰূপ[৩] নামে ঠাইত হোৱা চন্দনৰ ৰং ৰঙা বা ৰঙচুৱা-ক'লা আৰু ই মিহি॥৪৮॥ মালা নামে ঠাইৰ চন্দন বগা-ৰঙা॥৪৯॥ কুচন্দন নামে চন্দন খহটা অথবা ৰঙা বা ৰঙচুৱা-ক'লা॥৫০॥ কাল পৰ্বতত হোৱা চন্দন ৰঙচুৱা-ক'লা বৰণীয়া নাইবা কুঙ্কুম-বৰণৰ॥৫১॥ কোশাগাৰ পৰ্বতৰ চন্দন ক'লা বা ক'লা-পখৰা ৰঙৰ॥৫২॥ শীতোদকাত হোৱা চন্দন পদুম-বৰণীয়া নাইবা ক'লা আৰু মিহি॥৫৩॥ নাগ পৰ্বতত হোৱা চন্দন খহটা বা শেলুৱৈৰ ৰঙৰ॥৫৪॥ শাকল নামে ঠাইত হোৱা চন্দন মুগা বৰণৰ॥৫৫॥

পাতল, মিহি, বেগতে নুশুকোৱা, ঘিউৰ দৰে শৰীৰত লাগি ধৰা, শুঙিবলৈ ভাল লগা, গাৰ ছালৰ ভিতৰলৈ সোমাই যোৱা, (বাহিৰৰপৰা) স্পষ্টভাৱে দেখা নোপোৱা, ৰং মলিন নোহোৱা, উত্তাপ সহ্য কৰিব পৰা, দাহ উপশমকাৰী, সুখস্পৰ্শী—এইবোৰ চন্দনৰ গুণ॥৫৬॥

জোঙ্গত উৎপন্ন অগৰু ক'লা, ক'লা-পখৰা নাইবা ক'লা-বগা ফুটুকা-ফুটুকি দাগ থকা॥৫৭॥ দোঙ্গৰ[৪] অগৰু শ্যামবৰ্ণৰ॥৫৮॥ সাগৰৰ সিপাৰৰ অগৰু বিবিধ ৰঙৰ আৰু উশীৰ বা নৱমল্লিকাৰ গোন্ধৰ॥৫৯॥

গধুৰ, মিহি, সুগন্ধি, বহু দূৰলৈকে গোন্ধ বিয়পি যোৱা, জুই লগালে বেগতে পুৰি নোযোৱা, ধোঁৱাৰে আকুল নকৰা, (জ্বলালে প্ৰথমৰপৰা শেষলৈকে) সমানে গোন্ধ থকা, ঘঁহনি খালে গোন্ধ নকমা—এইবোৰ অগৰুৰ গুণ॥৬০॥

অশোকগ্ৰামত[৫] উৎপন্ন হোৱা তৈলপৰ্ণিক (এবিধ ধুনা-জাতীয় বস্তু) মাংসৰ বৰণৰ আৰু পদুমৰ গোন্ধৰ॥৬১॥ জোঙ্গত হোৱা তৈলপৰ্ণিক ৰঙচুৱা-হালধীয়া আৰু তাৰ গোন্ধ নীলা পদুমৰ বা গৰুৰ মূতৰ গোন্ধৰ দৰে॥৬২॥ গ্ৰামেৰুত[৬] হোৱা তৈলপৰ্ণিক মিহি আৰু গোন্ধ গৰুৰ মূতৰ দৰে॥৬৩॥ সুবৰ্ণকুড্যৰ[৭] তৈলপৰ্ণিক ৰঙচুৱা-হালধীয়া আৰু গোন্ধ মাতুলুঙ্গ ফলৰ (নেমুজাতীয় ফল) দৰে॥৬৪॥ পূৰ্ণক-দ্বীপৰ[৮] তৈলপৰ্ণিকাৰ গোন্ধ পদুম বা মাখনৰ গোন্ধৰ দৰে॥৬৫॥

ভদ্ৰশ্ৰিয় (কৰ্পূৰ বা ৰঙা চন্দন) দুই প্ৰকাৰ—(কামৰূপৰ) লৌহিত নদীৰ পাৰত হোৱা ভদ্ৰশ্ৰিয় জাতিফুলৰ বৰণৰ॥৬৬॥ অন্তৰবতীৰ (কামৰূপৰ নদী) ভদ্ৰশ্ৰিয়ৰ বৰণ উশীৰৰ দৰে॥৬৭॥ এই দুয়োবিধৰে গোন্ধ কুষ্ঠনামক বনৌষধিৰ গোন্ধৰ দৰে॥৬৮॥

স্বৰ্ণভূমিত (ব্ৰহ্মদেশত, কাৰো মতে সুমাত্ৰাত) হোৱা কালেয়ক (গন্ধদ্ৰব্য-বিশেষ) মিহি

---

[১], [২], [৩]: জাপ, জোঙ্গ, তুৰূপ—শ্ৰঃ কাণেৰ মতে এই তিনিখন ঠাইত কামৰূপত।

[৪], [৫], [৬], [৭]: অশোকগ্ৰাম প্ৰভৃতি তৈলপৰ্ণিকৰ উৎপত্তি-স্থান আটাইবোৰ কামৰূপ-ৰাজ্যৰ অন্তৰ্গত।

আৰু হালধীয়া॥৬৯॥ উত্তৰ পৰ্বতত (হিমালয়ত) হোৱা কালেয়কৰ বং বঙচুৱা হালধীয়া॥৭০॥ এই পৰ্যন্ত সাৰ-দ্ৰব্য (মূল্যবান (বস্তু) সমূহৰ বৰ্ণনা দিয়া হ'ল॥

পিহি লাৰু কৰিলে, সিদ্ধ কৰিলে আৰু জলালে গোন্ধ নষ্ট নোহোৱা, বং মলিন নোহোৱা, আন বস্তুৰ লগত মিহলি কৰিলে গোন্ধ আদি নষ্ট নোহোৱা॥৭১॥ আৰু চন্দন আৰু অগৰুৰ গুণবিশিষ্ট—এইবোৰ তৈলপৰ্ণিক আদিৰ গুণ॥৭২॥

(ফল্গুদ্ৰব্য অৰ্থাৎ কম মূল্যৰ বস্তুৰ ভিতৰত চামৰাৰ কথা প্ৰথমে কোৱা হৈছে।)

কান্তনাৱক আৰু প্ৰৈয়ক এই দুবিধ চামৰা উত্তৰপৰ্বতত (হিমালয়ত) উৎপন্ন হয়॥৭৩॥ কান্তনাৱকৰ বং ম'ৰা-চৰাইৰ ডিঙিৰ বঙৰ দৰে॥৭৪॥ প্ৰৈয়ক নীলা, হালধীয়া আৰু বগা ৰেখা আৰু বিন্দুৰে চিত্ৰিত॥৭৫॥ দুয়োবিধে আঠ অংগুল (প্ৰায় ছয় ইঞ্চি) দীঘল॥৭৬॥

বিসী আৰু মহাবিসী—এই দুবিধ চামৰা (হিমালয়ৰ) দ্বাদশগ্ৰামত উৎপন্ন হয়॥৭৭॥ বিসীৰ বং বৰ স্পষ্ট নহয়, ই নোমাল বা ফুটুকা-ফুটুকি॥৭৮॥ মহাবিসী খহটা আৰু সাধাৰণতে বগা॥৭৯॥ দুয়োবিধে বাৰ অংগুল দীঘল॥৮০॥

শ্যামিকা, কালিকা, কদলী, চন্দ্ৰোত্তৰা আৰু শাকুলা—এই পাঁচবিধ চামৰা (হিমালয়ৰ) আৰোহ নামে ঠাইত উৎপন্ন হয়॥৮১॥ শ্যামিকা কপিলা বৰ্ণৰ নাইবা ফুটুকা-ফুটুকি॥৮২॥ কালিকা কপিলা বা কপো-চৰাইৰ ৰঙৰ॥৮৩॥ এই দুয়োবিধ চামৰা আঠ অংগুল দীঘল॥৮৪॥ কদলী খহটা আৰু এক হস্ত দীঘল॥৮৫॥ কদলী চামৰাই যদি চন্দ্ৰাকৃতি চিনৰ দ্বাৰা অঙ্কিত হয়, তাক চন্দ্ৰোত্তৰা বোলা হয়॥৮৬॥ শাকুলা (দীঘলে) কদলীৰ তিনি ভাগৰ এভাগ আৰু কুষ্ঠৰোগীৰ গাত হোৱাৰ দৰে চকা চকা দাগ থকা বা ছালৰ স্বাভাৱিক গাঁঠিৰে বিচিত্ৰ॥৮৭॥

সামূৰ, চীনসী আৰু সামূলী—এই তিনিবিধ চামৰা (হিমালয় অঞ্চলৰ) বাহ্লৱ নামে ঠাইত উৎপন্ন হয়॥৮৮॥ সামূৰ চামৰা দীঘলে ছয়ত্ৰিশ অংগুল হয় আৰু তাৰ বৰণ কাজলৰ দৰে॥৮৯॥ চীনসী ৰঙচুৱা-ক'লা বা পাতল ক'লা॥৯০॥ সামূলীৰ বৰণ গোমধানৰ বৰণৰ দৰে॥৯১॥

সাতিনা, নলতূলা আৰু বৃত্তপুচ্ছা নামৰ চামৰা ওড্ৰ (উৰিষ্যা) দেশত উৎপন্ন হয়॥৯২॥ সাতিনাৰ বং ক'লা॥৯৩॥ নলতূলা নল-খাগৰিৰ তুলাৰ বৰণৰ॥৯৪॥ আৰু বৃত্তপুচ্ছা কপিলা॥৯৫॥

এইবোৰ বিবিধ প্ৰকাৰৰ চামৰা॥

কোমল, মিহি আৰু নোমাল চামৰা উৎকৃষ্ট॥৯৬॥

ভেৰাৰ নোমৰপৰা তৈয়াৰ কৰা কাপোৰৰ বং বগা, সম্পূৰ্ণ ৰঙা আৰু আংশিকভাৱে ৰঙা হয়; এই কাপোৰ বেজীৰে কাম কৰা, চিত্ৰবিচিত্ৰকৈ বোৱা, খণ্ড খণ্ডকৈ বৈ জোৰা লগোৱা আৰু জিম থকা হ'ব পাৰে॥৯৭॥ কম্বল, কৌচপক, কুলমিতিকা, সৌমিতিকা, তুৰগাস্তৰণ, বৰ্ণক, তলিচ্ছক, বাৰবাণ, পৰিস্তোম, সামন্তভদ্ৰক—এইবোৰ উণী কাপোৰৰ প্ৰকাৰভেদ[১]॥৯৮॥ পিছল, তিতি থকা যেন লগা, মিহি আৰু মোলায়েম উণী কাপোৰ উৎকৃষ্ট॥৯৯॥

---

[১]কৌচপক : কোচপক পাঠো আছে—ই এক প্ৰকাৰ আৱৰণ বা চাদৰ।
কুলমিতিকা : হাতীৰ হাওদাৰ ওপৰত পৰা কাপোৰ।
সৌমিতিকা : ইও হাওদাৰ ওপৰত পাৰি দিয়া কাপোৰ, কিন্তু বং ক'লা।
তুৰগাস্তৰণ : ঘোঁৰাৰ পিঠিত পৰা কাপোৰ।
বৰ্ণক : ৰঙীন কম্বল।
তলিচ্ছক : এক প্ৰকাৰ বিচনাৰ চাদৰ বা দলিচা।

আঠোটা টুকুৰা জোৰা দি তৈয়াৰ কৰা ক'লা ৰঙৰ ভিঙ্গিসী, (আৰু) বৰষুণৰ প্ৰতিৰোধক অপসাৰক নামে (উণী) কাপোৰ নেপালত তৈয়াৰ হয়॥১০০॥

(আন) জন্তুৰ নোমৰপৰা এই ছবিধ কাপোৰ হয়—সংপুটিকা (আঠুৰ তলৰপৰা সৰু-গাঁঠিলৈকে ভৰিৰ আৱৰণ), চতুৰশ্ৰিকা (চাৰিকোণীয়া কম্বল), লম্বৰা আৰু কটৱানক (বিচনাৰ চাদৰ), প্ৰাৱৰক (দুয়ো ফালে দাহি থকা বিচনাৰ চাদৰ) আৰু সত্তলিকা (এক প্ৰকাৰ বিচনাৰ চাদৰ)॥১০১॥

বঙ্গদেশত হোৱা দুকূল বস্ত্ৰ (পাটৰ কাপোৰ; দুয়োফালে আউঁঠি থকা কাপোৰ?) বগা আৰু মিহি॥১০২॥ পুণ্ড্ৰদেশৰ দুকূল শ্যামবৰণীয়া আৰু মণিৰ দৰে নিমজ॥১০৩॥ সুৱৰ্ণ-কুড্যৰ দুকূল সূৰ্যৰ দৰে উজ্জ্বল বৰণৰ, ই মণিৰ দৰে নিমজ আৰু পানীৰ দৰে স্বচ্ছকৈ বোৱা (নাইবা সূতাবোৰ পানীত তিয়াই মণিৰে ঘঁহি লৈ বোৱা), দীঘে-বাণিয়ে এক সূতাৰে বোৱা আৰু মিহলি সূতাৰে বোৱা॥১০৪॥ এই দুকূল দীঘে-বাণিয়ে এডালীয়া সূতাৰে, দীঘে এডাল বাণিয়ে দুডালকৈ অথবা দীঘে-বাণিয়ে দুডলীয়া, তিনিডলীয়া বা চাৰিডলীয়াকৈ বোৱা হ'ব পাৰে॥১০৫॥

ইয়াৰ দ্বাৰা কাশী আৰু পুণ্ড্ৰদেশত হোৱা পাট-কাপোৰৰ কথাও বুজোৱা হ'ল॥১০৬॥

পত্ৰোৰ্ণা[১] পাট মগধ, পুণ্ড্ৰ আৰু সুৱৰ্ণকুড্যত হয়॥১০৭॥ নাগবৃক্ষ, লিকুচ, বকুল আৰু বট ইহঁতৰ উৎপত্তি-স্থান॥১০৮॥ নাগবৃক্ষত হোৱা পত্ৰোৰ্ণা হালধীয়া॥১০৯॥ লিকুচ বৃক্ষত হোৱা পত্ৰোৰ্ণা গোমধানৰ ৰঙৰ॥১১০॥ বকুল গছত হোৱা বিধ বগা॥১১১॥ অৱশিষ্ট বিধ মাখনৰ ৰঙৰ॥১১২॥ এইবোৰৰ মাজত সুৱৰ্ণকুড্যত হোৱা বিধ উৎকৃষ্ট॥১১৩॥

এই পত্ৰোৰ্ণাৰ দ্বাৰা চীনদেশৰ কৌশেয় আৰু পাট-কাপোৰৰ কথাও বুজোৱা হ'ল॥১১৪॥

মধুৰা (মাদুৰা), অপৰান্ত (কঙ্কন উপত্যকা), কলিঙ্গ, কাশী, বঙ্গ, বৎস আৰু মহিশ (মহীশূৰ?) দেশৰ কপাহী কাপোৰ উৎকৃষ্ট॥১১৫॥

(মুক্তাৰপৰা কপাহী কাপোৰলৈকে মূল্যবান বস্তুবোৰত বাহিৰে) আন যিবোৰ মূল্যবান বস্তু আছে সেইবোৰৰ ক্ষেত্ৰত কোষাধ্যক্ষই তাৰ পৰিমাণ, দাম, লক্ষণ, শ্ৰেণী, আকৃতি, সংৰক্ষণ-ব্যৱস্থা, নতুন উৎপাদন, পুৰণিৰ সংস্কাৰ, ৰং আদিৰে নকলী কৰিব পৰা গোপন কৌশল, উৎপাদনৰ সা-সঁজুলি, স্থান আৰু কালভেদে তাৰ উপযোগিতা আৰু তাৰ বিনাশকাৰী পোক-পৰুৱা আদি সকলো বিষয়ে জানিব লাগিব॥১১৬-১১৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "ৰাজ-ভঁৰালত থ'ব লগীয়া মূল্যবান বস্তুৰ পৰীক্ষা" নামৰ একাদশ (আৰম্ভণিৰপৰা ৩২তম) অধ্যায় সমাপ্ত।

---

ৱাৰৱাণ: এক প্ৰকাৰ মোটা কম্বলৰ দৰে গাত লোৱা কাপোৰ।
পৰিস্তোম: এবিধ কম্বল যা হাতীৰ পিঠিৰ ওপৰত পাৰিবলৈ লাগিছা।
সমন্তভদ্ৰক: কৰচুৰ তলফালে লগোৱা পটীবিশেষ।
[১]পত্ৰোৰ্ণা: গছৰ পাত খাই ডাঙৰ হোৱা এবী আৰু মুগা পোকৰপৰা হোৱা পাট।

# দ্বাদশ অধ্যায়

## ত্ৰিংশ প্ৰকৰণ : আঁকৰ আৰু কৰ্মান্তৰ প্ৰৱৰ্ত্তন

আঁকৰাধ্যক্ষই ভূগৰ্ভত থকা ধাতুৰ স্তৰ-সম্পৰ্কীয় বিজ্ঞান, ধাতুবিদ্যা, ৰসায়ন আৰু ধাতু গলোৱা বিদ্যা আৰু ৰত্নাদিত ৰং কৰা বিদ্যা জানি লৈ, অথবা এইবোৰ বিদ্যাত পাৰদৰ্শী লোকৰ সহায় লৈ আৰু এই কাৰ্যত পটু কৰ্মী আৰু আহিলা-পাতি সংগ্ৰহ কৰি (ধাতুৰ) গেদ, ধাতু গলোৱা পাত্ৰ, এঙাৰ, ছাই আদি চিহ্নৰ দ্বাৰা পুৰণি খনি আৰু অতি উজ্জ্বল ৰং, গধুৰতা, উগ্ৰ গোন্ধ আৰু স্বাদ থকা ধাতুমিশ্ৰিত মাটি, শিল আৰু পানী থকা ঠাইত নতুন খনি পৰীক্ষা কৰি চাব ॥১॥

(সোণ থকা বুলি) পৰিচিত পাৰ্বত্য অঞ্চলত কোনো গাঁত, গহ্বৰ, উপত্যকা, শিল কাটি কৰা গুহা অথবা গোপন গুহাৰ ভিতৰত প্ৰবহমান আৰু জামু, আম, তালফল, পকা হালধিৰ টুকুৰা, গুড়, হাইতাল, মনঃশিলা, মৌ, হিঙুল, বগা পদুম নাইবা ভাটৌ আৰু ময়ুৰা-চৰাইৰ পাখিৰ বৰণৰ, আশে-পাশে একে ৰঙৰ পানী আৰু গছ-লতা থকা আৰু তেলেতীয়া, স্বচ্ছ আৰু গধুৰ দ্ৰব-পদাৰ্থ দেখিলে বুজিব লাগিব যে ইয়াৰপৰা সোণ ওলাব ॥২॥ এই দ্ৰব পানীত পেলাই দিলে যদি তেলৰ দৰে বিয়পি যায় আৰু বোকা-ময়লা টানি লয় তেতিয়া তাৰ এগুণে এশ গুণলৈকে তাম বা ৰূপ সোণত পৰিণত কৰিব পাৰে ॥৩॥

এই একে আকৃতিৰ দ্ৰৱৰ যদি উগ্ৰ গোন্ধ আৰু স্বাদ হয় তেতিয়া ইয়াক শিলাজতু বুলি বুজিব লাগিব ॥৪॥

মাটি বা শিলাখণ্ডত থকা ধাতু যদি হালধীয়া, তাম-বৰণীয়া নাইবা ৰঙচুৱা-হালধীয়া বৰণৰ হয় আৰু তাক ভাঙিলে যদি নীলা ৰেখা দেখা যায় অথবা তাৰ বৰণ মগু-মাহ, মাটি-কলাই বা খিচিৰিৰ (গাখীৰত ৰন্ধা চাউল আৰু তিল) দৰে হয়, যদি সি দৈ গাখীৰৰ কণিকা বা মথাৰ দৰে বিন্দুৰ দ্বাৰা বিচিত্ৰ হয়, যদি তাৰ ৰং হালধি, আমলখি, পদুমৰ পাত, শেলুৱৈ, প্লীহা, যকৃত বা কুম্কুমৰ দৰে হয়, ভাঙিলে যদি মিহি বালিৰ দ্বাৰা গঠিত ৰেখা, বিন্দু আৰু স্বস্তিক চিহ্ন দেখা যায়, যদি মাজত শিলগুটি পোৱা যায় আৰু উজ্জ্বল দেখা যায়, উত্তাপ দিলে যদি নাভাগে কিন্তু তাৰপৰা প্ৰচুৰ ফেন আৰু ধোঁৱা ওলায়, তেতিয়া সেই ধাতু সোণ বুলি বুজিব লাগিব আৰু তাক তাম বা ৰূপৰ মাজত সুমুৱাই দিলে সি তাক সোণত পৰিণত কৰিব ॥৫॥

যি খনিজ পদাৰ্থ শঙ্খ, কৰ্পূৰ, ফটিক মণি, মাখন, কপৌ-চৰাই, পাৰ-চৰাই, বিমলক মণি, ময়ূৰা চৰাইৰ ডিঙি, সস্যক মণি, গোমেদ মণি, গুড়, অশোধিত চেনি, কোবিদাৰ ফুল, পদুম ফুল, পাটলী ফুল, মটৰ-মাহৰ ফুল, শণৰ ফুল অথবা তিচীৰ ফুলৰ ৰঙৰ, সীহ বা অঞ্জন-ধাতুযুক্ত, কেচা মঙহৰ দৰে গোন্ধোৱা, যাক ভাঙিলে বগা-মিহলি ক'লা বৰণৰ বা ক'লা-মিহলি বগা বৰণৰ হয়, নাইবা ৰেখা আৰু বিন্দুৰে বিচিত্ৰ হয়, যি কোমল, যাক তাপ দিলে ফাটি নাযায় কিন্তু প্ৰচুৰ ফেন আৰু ধোঁৱা ওলায়, তাক ৰূপ বুলি বুজিব লাগিব ॥৬॥

সকলো খনিজ পদাৰ্থৰ ক্ষেত্ৰতে ওজনৰ বৃদ্ধি হ'লে ধাতু-অংশ বেছি হ'ব ॥৭॥

এই খনিজ পদাৰ্থবোৰ ভিতৰত যিবোৰ অবিশুদ্ধ বা যাৰ ভিতৰত কি ধাতু আছে বুজিব নোৱাৰি তাক যদি (মানুহৰ বা হাতী-ঘোঁৰা আদিৰ) মূত্ৰত বা ক্ষাৰত ভিজাই ৰখা হয়, নাইবা

ৰাজবৃক্ষ, বটগছ বা পীলুগছৰ আঠাৰে, গৰুৰ পিত্তৰস, গোৰোচনা বা মূত্ৰ, গাধ আৰু উটৰ পোৱালিৰ গোবৰ আৰু মূত্ৰ মিহলাই বা লেও দি লাবু কৰা হয় সি বিশুদ্ধ ৰূপত কৰিত হ'ব॥৮॥

খনিজ পদাৰ্থৰ (সোণ-ৰূপৰ) লগত যৱ, মাহ, তিল, পলাশ আৰু পীলুগছৰ (ছাইৰ) খাৰ নাইবা গৰু বা ছাগলীৰ গাখীৰেৰে সৈতে কদলগছ আৰু বজ্ৰৰ আলু মিহলালে সি নৰম হয়॥৯॥

মৌ, যষ্টিমধু, ছাগলীৰ গাখীৰ, তিল-তেল, ঘিউ, গুড়, কিণ্ব (আসব-দ্ৰব্য) আৰু কন্দলী মিহলাই মাত্ৰ তিনিবাৰ ভাৱনা দিলে ভাগি হেজাৰ টুকুৰা হোৱা খনিজ ধাতুও নৰম হয়॥১০॥

গৰুৰ দাঁত আৰু শিঙৰ গুড়ি (ইয়াৰ লগত) দিলে (ধাতুৰ) নৰম গুণ দূৰ হয়॥১১॥

শিল নাইবা মাটিত পোৱা খনিজ পদাৰ্থ যদি গধুৰ, তেলযুক্ত আৰু নৰম হয় আৰু তাৰ বৰণ পিঙ্গল, সেউজীয়া, বঙচুৱা বা ৰঙা হয় তাক তাম বুলি বুজিব লাগিব॥১২॥

যদি কাউৰীৰ দৰে ক'লা ৰঙৰ হয়, বা কপৌ-চৰাইৰ বা গোৰোচনাৰ ৰঙৰ হয়, বগা বগা ৰেখা থাকে বা কেঁচা মঙহৰ দৰে গোন্ধায় তেতিয়া সি সীহ-ধাতু হ'ব॥১৩॥

লুণীয়া মাটিৰ দৰে খোৱা-বৰণীয়া বা পোৰা-মাটিৰ ৰঙৰ হ'লে সি টিন॥১৪॥

(খনিজ পদাৰ্থ) যদি বেছিভাগ সৰু সৰু শিলগুটিৰে গঠিত হয় বগচুৱা ৰঙাবৰণীয়া হয় নাইবা সিন্দুৰাৰ ফুলৰ ৰঙৰ হয়, সি লোহা॥১৫॥

মহানিমগছ বা ভূৰ্জপত্ৰৰ ৰঙৰ হ'লে সেই ধাতু বৈকৃন্তক (এক প্ৰকাৰ লোহা?)॥১৬॥

স্বচ্ছ, মিহি, উজ্জ্বল, শব্দকাৰী, চেঁচা, কঠিন আৰু পাতল ৰঙৰ খনিজ পদাৰ্থ হ'লে সি মণি-ধাতু॥১৭॥

খনিজ পদাৰ্থবিলাক যি যি উৎপন্ন হয় তাক সেই সেই ধাতুৰ কাৰখানাত ব্যৱহাৰ কৰিব॥১৮॥ কাৰখানাত তৈয়াৰী খনিজাত ধাতুৰ বস্তুৰ ব্যৱসায় একচেটীয়াভাৱে এঠাইত কৰিব; ইয়াক উলঙ্ঘন কৰি আন ঠাইত দ্ৰব্য প্ৰস্তুত কৰা বা বেচা-কিনা কৰা লোকক দণ্ড বিহিব॥১৯॥

খনি-কাৰ্যত নিযুক্ত লোকক বস্তুত বাহিৰে আন (খনিজ) দ্ৰব্য চুৰি কৰিলে সেই চুৰি কৰা দ্ৰব্যৰ মূল্যৰ) আঠ গুণ দণ্ড বিহিব॥২০॥ চোৰ আৰু (ৰজাৰ) বিনা অনুমতিত (খনিজ দ্ৰব্যৰ ব্যৱসায় কৰি) জীৱিকা চলোৱা লোকক বান্ধি আনি (খনিৰ) কামত খটুৱাব; অৰ্থদণ্ড দিব নোৱৰা লোককো খনিৰ কামত খটুৱাব॥২১॥

যি খনিকাৰ্য ব্যয়বহুল বা বহু লোকৰ শ্ৰমসাধ্য তাক (ৰজাই) লাভৰ অংশৰ বন্দবস্তত বা নিৰ্দিষ্ট ধনৰ বিনিময়ত আনক দিব; অলপীয়া ব্যয় আৰু শ্ৰমেৰে সাধ্য খনিকাৰ্য নিজে পৰিচালনা কৰিব॥২২॥

লোহাধ্যক্ষই (সোণ-ৰূপৰ বাহিৰে আন ধাতুৰ ভাৰপ্ৰাপ্ত বিষয়া) তাম, সীহ, টিন, বৈকৃন্তক, পিতল, ভীখা, কাঁহ, তাল (তাম আৰু টিন বা দস্তাৰ সংমিশ্ৰণ)—এইবোৰ ধাতুৰ কাৰখানা স্থাপন কৰিব আৰু ধাতু-নিৰ্মিত দ্ৰব্যৰ ব্যৱসায় চলাব॥২৩॥

লক্ষণাধ্যক্ষই (টঙ্ক-শালৰ অধ্যক্ষ) চাৰি ভাগৰ এভাগ তাম আৰু লো, টিন, সীহ, বসাঞ্জন —এইবোৰ কঠিন মিশ্ৰধাতুৰ কোনো এবিধৰ এক মাষ[১] পৰিমাণ মিহলাই এক পণ, আধা পণ,

---

[১] মাষ: এক পণৰ কুৰি ভাগৰ এভাগ ওজন।

সিকি পণ, আধাসিকি পণৰ ৰূপৰ মুদ্ৰা কৰাব; (উক্ত) মিশ্ৰধাতুবোৰৰ কোনো এবিধৰ চাৰি-ভাগৰ এভাগৰ অৱলম্বনত তামৰ এক মাষক, আধা মাষক, এক কাকণী আৰু আধা কাকণী নামৰ মুদ্ৰা কৰাব॥২৪॥

ৰূপদৰ্শকে (মুদ্ৰা-পৰীক্ষক) বেহা-বেপাৰ আৰু ৰাজ-কোষত গ্ৰহণৰ কাৰণে পণৰ প্ৰচলন-ব্যৱস্থা কৰিব॥২৫॥ (টঙ্ক-শালৰ বাহিৰে) আন ঠাইত যিসকলে মুদ্ৰা তৈয়াৰ কৰে, কিনা-বেচা কৰে আৰু পৰীক্ষা কৰে, সেইসকলৰ কাৰণে ৰূপদৰ্শকে শতকৰা আঠ ভাগ তৈয়াৰী-মাচুল, শতকৰা পাঁচ ভাগ কমিছন, শতকৰা এক-অষ্টমাংশ পৰীক্ষণ-মূল্য আৰু পঁচিশ পণ দণ্ড নিৰ্ধাৰিত কৰিব॥২৬॥

খনি-অধ্যক্ষই শঙ্খ, হীৰা, মণি, মুক্তা, প্ৰবাল আৰু ক্ষাৰ-দ্ৰব্যৰ কাৰখানা স্থাপন কৰিব আৰু সেইবোৰৰ ব্যৱসায়ৰ দিহা কৰিব॥২৭॥

লৱণাধ্যক্ষই যথাসময়ত শোধিত লোণৰ অংশ আৰু (খনি আদি) ব্যৱহাৰ কৰা কৰ আদায় কৰিব; তদুপৰি তেওঁ লোণৰ বিক্ৰী-মূল্য, পৰীক্ষণ-শুল্ক আৰু বিক্ৰীৰ বাবে অতিৰিক্ত কৰো আদায় কৰিব॥২৮॥ বিদেশৰপৰা আমদানি কৰা লোণৰ ছয় ভাগৰ এভাগ (কৰ-হিচাপে) আদায় কৰিব॥২৯॥ শতকৰা পাঁচ ভাগ অতিৰিক্ত কৰ, পৰীক্ষণ-শুল্ক আৰু তৈয়াৰী-কৰ—এই দিব-লগীয়া ভাগ আৰু কৰ আদায় দিলেহে এই লোণ বিক্ৰী কৰিব পাৰিব॥৩০॥ (আমদানি কৰা লোণৰ দেশীয়) খৰিদ্দাৰে ৰাজকৰ আৰু ৰাজপণ্যৰ ক্ষতিপূৰক কৰ আদায় দিব লাগিব; (ৰাজকীয় বজাৰৰ) বাহিৰত কিনোতাই ছয় পণ অতিৰিক্ত জৰিমনা দিব লাগিব॥৩১॥ ভেজাল লোণ বিক্ৰী কৰোঁতাই উত্তম সাহস-দণ্ড ভৰিব; বিনা অনুমতিত লোণৰ ব্যৱসায় কৰি জীৱিকা নিৰ্বাহ কৰা লোকেও এই একে দণ্ডই দিব লাগিব; বানপ্ৰস্থীৰ ক্ষেত্ৰত এই নিয়ম প্ৰযোজ্য নহ'ব॥৩২॥ বেদজ্ঞ ব্ৰাহ্মণ, তপস্বী আৰু বন্দুৱাই (মূল্য নিদিয়াকৈ) খোৱাৰ যোগাই লোণ নিব পাৰিব॥৩৩॥ আন সকলো প্ৰকাৰ লোণ আৰু ক্ষাৰ-দ্ৰব্যৰ ব্যৱসায়ীয়ে (কেৱল) শুল্ক আদায় দিব॥৩৪॥

এইদৰে খনি-অধ্যক্ষই খনিৰপৰা মূল্য, ভাগ, ব্যাজী (অতিৰিক্ত কৰ), পৰিঘ (একচোটিয়া কৰ), অত্যয় (জৰিমনা), শুল্ক, বৈধৰণ (ক্ষতিপূৰণ-কৰ), দণ্ড, ৰূপ (পৰীক্ষণ-কৰ), ৰূপিক (তৈয়াৰী-মাচুল) আৰু বাৰ বিধ ধাতু আৰু সেই সেই ধাতু-নিৰ্মিত দ্ৰব্য সংগ্ৰহ কৰিব। এইদৰে সকলো পণ্য-দ্ৰব্যৰ ক্ষেত্ৰতে ভিন ভিন শিতানত আয়-সংগ্ৰহ নিৰ্ধাৰণ কৰিব॥৩৫-৩৬॥

খনিৰপৰা ৰাজ-কোষৰ উদ্ভৱ হয়; ৰাজ-কোষৰপৰা সৈন্যবাহিনীৰ উৎপত্তি হয়; ৰাজ-কোষ আৰু সৈন্যৰপৰা কোষভূষণা পৃথিৱী লাভ হয়॥৩৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "আকৰ আৰু কৰ্মান্ত প্ৰবৰ্তন" নামৰ দ্বাদশ (আৰম্ভণিৰপৰা ৩৪তম) অধ্যায় সমাপ্ত।

# ত্ৰয়োদশ অধ্যায়

## একত্ৰিংশ প্ৰকৰণ : অক্ষশালাত (সোণ-ৰূপৰ কাৰখানা) সুবৰ্ণাধ্যক্ষ

সুবৰ্ণাধ্যক্ষই সোণ-ৰূপৰ দ্ৰব্য নিৰ্মাণৰ কাৰণে এটা অক্ষশালা (কাৰখানা) নিৰ্মাণ কৰাব; (ইয়াতে সোমোৱা) দুৱাৰ একেখন হ'ব; এই কাৰখানাত এটাৰ মাজেদি আনটোলৈ যাব নোৱাৰাকৈ চাৰিকাষে চাৰিটা ঘৰ থাকিব॥১॥ বজাৰৰ প্ৰধান পথৰ মাজত কৰ্মনিপুণ, কুলীন আৰু বিশ্বাসযোগ্য সোণাৰিক বহুৱাব॥২॥

জম্বুনদ, শতকুম্ভ পৰ্বত, হাটক, বেণু আৰু শৃঙ্গশুক্তিত উৎপন্ন হোৱা, স্বাভাৱিক অৱস্থাত পোৱা, ৰাসায়নিক প্ৰক্ৰিয়াৰে নিৰ্মিত আৰু খনিজ—সোণ এই কেইবিধ॥৩॥ পদুমৰ কেশৰৰ বৰ্ণৰ, কোমল, মিহি, শব্দহীন আৰু উজ্জ্বল সোণেই উৎকৃষ্ট; ৰঙচুৱা-হালধীয়া বিধ মজলীয়া আৰু ৰঙা বিধ নিকৃষ্ট॥৪॥

উৎকৃষ্ট সোণৰ ভিতৰত শেতা-হালধীয়া আৰু বগা ৰঙৰ সোণ বিশুদ্ধ নহয়॥৫॥ যি বস্তুৰ দ্বাৰা সেই সোণ মিশ্ৰিত তাৰ চাৰি গুণ সীহৰ দ্বাৰা তাক শোধন কৰিব॥৬॥ সীহ মিহলালে যদি সেই সোণ ঠুনুকা হয়, তাঁক গোবৰ-শুঠা জলাই তপতাব॥৭॥ (স্বাভাৱিকতে) কৰ্কশ হোৱা কাৰণে যদি ভঙ্গুৰ হয়, তাক তিল-তেল আৰু গোবৰৰ দ্বাৰা ভাৱনা দিব॥৮॥

খনিজ সোণ যদি সীহ মিহলোৱা কাৰণে ঠুনুকা হয়, তেনেহ'লে তাক তাপ দি পাত কৰি লৈ কাঠৰ নিয়াৰিৰ ওপৰত থৈ গুৰি কৰি ল'ব, নাইবা কদলী আৰু বজ্ৰবৃক্ষৰ কন্দৰ সাহেৰে ভাৱনা দিব॥৯॥

তুখ পৰ্বত, গৌড় দেশ, কম্বু পৰ্বত আৰু চক্ৰবাল পৰ্বতত হোৱা—এই চাৰি বিধ ৰূপ॥১০॥ বগা, নিমজ আৰু কোমল ৰূপ উৎকৃষ্ট॥১১॥ ইয়াৰ বিপৰীত হ'লে অথবা (তাপ দিলে) যদি ফাটি ফাটি যায় সেই ৰূপ নিকৃষ্ট॥১২॥ সেই ৰূপ তাৰ চাৰি ভাগৰ এভাগ সীহ মিহলাই শোধন কৰিব॥১৩॥ ওপৰত কলি কলি হৈ উঠা, পৰিষ্কাৰ, উজ্জ্বল আৰু দৈ গাখীৰ-বৰণীয়া ৰূপ বিশুদ্ধ॥১৪॥

বিশুদ্ধ, হালধিৰ বৰণৰ (সোণৰ) এটা সুবৰ্ণ (ষোল মাহ ওজনৰ) মানক॥১৫॥ তাত এক কাকণী সোণৰ ঠাইত এক কাকণীকৈ তাম যোগ কৰি চাৰি মাহ ওজনলৈ তাম মিহলালে যোলটা মানক হয়॥১৬॥

প্ৰথমে সোণ ঘঁহি পিছত মানক সোণ কষতি-শিলত ঘঁহিব লাগে॥১৭॥ যদি কষতি-শিলৰ ওখ-চাপৰ নোহোৱা পিঠিৰ ওপৰত (মানক সোণৰ দৰে) একে ৰঙৰ আঁচ পৰে, সেই সোণ পৰীক্ষিত বুলি ধৰিব; যদি ডাঠ বা পাতল আঁচ পৰে নাইবা যদি নখৰ মাজৰপৰা ৰঙা চক-মাটিৰ গুৰি গুৰি যেন হৈ ওলায়, সেই সোণ নকলী বুলি বুজিব॥১৮॥ জাতি সেন্দুৰ হাতৰ আঙুলিত ঘঁহি বা পুষ্পকাসীস[১] পানীৰ মূত্ৰত গলাই সেই মূত্ৰ হাতত ঘঁহি সোণ হাতৰ আগেৰে ছুলি ধৰিলে বগা হয়॥১৯॥ কষতি-শিলৰ ওপৰত ঘঁহা (সোণৰ) ৰেখা যদি পদুমৰ কেশৰৰ ৰঙৰ, নিমজ, কোমল আৰু উজ্জ্বল হয়, সি উৎকৃষ্ট (অৰ্থাৎ সেই সোণ উৎকৃষ্ট)॥২০॥

কলিঙ্গ দেশ বা তাপ্তী নদীত উৎপন্ন হোৱা মুগমাহৰ ছেইৰ বৰণৰ কষতি-শিল

---

[১] পুষ্পকাসীস : গুপ্ত কালেৰ মতে Sulphate of iron অথবা blue vitriol.

উৎকৃষ্ট॥২১॥ সোণৰ বং যথাযথভাৱে উঠা কষতি-শিল কিনোতা আৰু বেচোঁতা উভয়ৰে পক্ষে সুবিধাজনক॥২২॥ হাতীৰ গাৰ বঙৰ, ঈষৎ সেউজীয়া কষতি-শিলত সোণৰ বং বেছিকৈ জিলিকে আৰু ই বেচোঁতাৰ কাৰণে উপযোগী॥২৩॥ যিটো কষতি-শিল আটিল, কঠিন, অসমান বঙৰ আৰু বং-নিজিলিকা সি কিনোতাৰ কাৰণে উপযোগী॥২৪॥

(কাটি উলিওৱা সোণৰ) টুকুৰা যদি চিকণ, একে বঙৰ, নিমজ, কোমল আৰু উজ্জ্বল হয়, সি উৎকৃষ্ট॥২৫॥ যদি পোৰা সোণৰ বং বাহিৰে ভিতৰে একে হয়, পদুমৰ কেশৰৰ দৰে হয় বা কুৰণ্ডক ফুলৰ দৰে হয়, সেই সোণ উৎকৃষ্ট॥২৬॥ (যদি পুৰিলে) এন্ধাৰ-বৰণীয়া বা নীলা হয়, সি মিশ্ৰিত॥২৭॥

"পৌতবাধ্যক্ষ" নামে প্ৰকৰণত (২।১৯) সোণ-ৰূপৰ জোখ-মাখৰ বিষয়ে কোৱা হ'ব॥২৮॥ সেইবোৰ বিধানমতে সোণ-ৰূপৰ আদান-প্ৰদান কৰিব॥২৯॥

নিযুক্তি নোপোৱাকৈ কোনেও অক্ষশালাত প্ৰৱেশ কৰিব নোৱাৰিব॥৩০॥ প্ৰৱেশ কৰিলে বহিষ্কাৰ কৰিব॥৩১॥ কোনো নিযুক্তি পোৱা লোকেও যদি সোণ-ৰূপ লৈ ভিতৰ সোমায়, তেওঁৰ সেই সোণ-ৰূপ বাজেয়াপ্ত কৰিব॥৩২॥

সোণত বাখৰ খটোৱা, সোণৰ মণি তৈয়াৰ কৰা, সোণ পালিচ কৰা আৰু সোণ গলাই অলঙ্কাৰ প্ৰস্তুত কৰা কাৰুশিল্পীসকলে আৰু ভাতী চলোৱা, ঘৰ সৰা আৰু ধূলি ধোৱা বনুৱাসকলে অক্ষশালাত প্ৰৱেশ কৰিব পাৰিব আৰু তেওঁলোকৰ সাজ-পাৰ, হাত আৰু শৰীৰৰ গোপন অংশ পৰীক্ষা কৰি চোৱাৰ পিছত তাৰপৰা বাহিৰ হৈ আহিব পাৰিব॥৩৩॥ তেওঁলোকৰ সকলো সা-সঁজুলি আৰু অসমাপ্ত (শিল্প) দ্ৰব্যসমূহ তাতেই থাকিব॥৩৪॥ (অলঙ্কাৰৰ কাৰণে) লোৱা সোণ আৰু প্ৰস্তুত দ্ৰব্যবোৰ কাৰ্যালয়ত জমা দিব॥৩৫॥ গধূলি আৰু পুৱা প্ৰস্তুতকাৰী আৰু পৰিদৰ্শনকাৰীৰ মুদ্ৰাৰে চিহ্নিত কৰি প্ৰস্তুত দ্ৰব্যবোৰ জমা দিব॥৩৬॥

অলঙ্কাৰ নিৰ্মাণ-কাৰ্য তিনি প্ৰকাৰ—ক্ষেপণ, গুণ আৰু ক্ষুদ্ৰক॥৩৭॥ অলঙ্কাৰৰ ওপৰত মণি আদি খচিত কৰাক ক্ষেপণ বোলে॥৩৮॥ সোণৰ গুণা লগোৱাকে গুণ বোলে॥৩৯॥ গোটা, ফোঁপোলা আৰু গুটি গুটি সোণ লগাই অলঙ্কাৰ নিৰ্মাণ কৰাক ক্ষুদ্ৰক বোলা হয়॥৪০॥

বাখৰ-পতা অলঙ্কাৰত বাখৰৰ এক পঞ্চমাংশ সোণৰ ভিতৰত খচিত থাকিব লাগে আৰু এক-দশমাংশ সোণৰ পাতেৰে চাৰিওকাষে বন্ধা থাকিব লাগে॥৪১॥ ৰূপৰ লগত এক-চতুৰ্থাংশ তাম্ৰ মিহলি হ'লে নাইবা সোণৰ লগত এক-চতুৰ্থাংশ ৰূপ মিহলি হ'লে সেই ৰূপ বা সোণ ভাঁজ দিয়া বুলি বিবেচিত হয়; এই সম্পৰ্কে সুবৰ্ণাধ্যক্ষ সতৰ্ক থাকিব লাগে॥৪২॥ সোণৰ গুটি লগোৱা অলঙ্কাৰৰ ক্ষেত্ৰত (ব্যৱহৃত) সোণৰ তিনি-পঞ্চমাংশ কাষত থাকিব আৰু দুই-পঞ্চমাংশ গুটিৰ আধাৰ স্বৰূপে ল'ব, অথবা চাৰি ভাগ আধাৰৰূপে ল'ব আৰু তিনি ভাগ কাষত ব্যৱহৃত হ'ব॥৪৩॥

সোণৰ পাত কৰি নিৰ্মাণ কৰা অলঙ্কাৰৰ ক্ষেত্ৰত যিমান ওজনৰ তামৰ বস্তু হয়, সেই সমান ওজনৰ সোণৰ পাত তাৰ ওপৰত চবাব॥৪৪॥ গোটা বা ফোঁপোলা যি কোনো ৰূপৰ বস্তুকে তাৰ আধা পৰিমাণৰ সোণৰ পাতেৰে ঢাকিব॥৪৫॥ অথবা, (ৰূপৰ বস্তুত) চাৰি ভাগৰ এভাগ সোণৰ লগত বালুকাহিংগুলুকৰ দ্ৰৱ বা গুৰি মিহলাই সেই সোণৰ পানী চবাব॥৪৬॥

গলাই অলঙ্কাৰ তৈয়াৰ কৰিবলৈ প্ৰস্তুত কৰা উৎকৃষ্ট বৰ্ণৰ শ্ৰেষ্ঠ সোণ সমান পৰিমাণৰ সীহৰ দ্বাৰা শোধিত কৰি, উত্তাপ দি পাত কৰি লৈ, সিন্ধুদেশৰ মাটিৰে উজ্জ্বল কৰিলে নীলা, হালধীয়া, বগা, সেউজীয়া আৰু জটো চবাইব পাৰিব বঙৰ প্ৰকৃতি হয় অৰ্থাৎ এই

সোণৰ দ্বাৰা এই বিবিধ ৰঙৰ অলঙ্কাৰ প্ৰস্তুত কৰিব পাৰি॥৪৭॥ আকৌ, ম'ৰা চৰাইৰ ডিঙিৰ ৰঙৰ, কাটিলে বগা দেখা, চক্‌চকীয়া লো তাপ দি গুৰি কৰিলে সেই গুৰিৰে এই সোণ বোলাব পাৰি; এক কাকণী লোৰ গুৰিৰে এক 'সুবৰ্ণ' সোণৰ ৰং কৰিব পাৰি॥৪৮॥

অথবা, ৰূপো শোধিত হ'লে নীলা আদি ৰঙৰ প্ৰকৃতি হ'ব পাৰে—হাড়ৰ গুৰি থকা মাটিৰ পাত্ৰত চাৰি বাৰ, সমান পৰিমাণৰ সীহ থকা মাটিৰ পাত্ৰত চাৰি বাৰ, শুকান মাটিৰ পাত্ৰত চাৰি বাৰ, মাটিৰ খোলাত তিনি বাৰ আৰু গোবৰত দুবাৰ—এইদৰে সোতৰ বাৰ পাত্ৰত থৈ বিশুদ্ধ কৰা ৰূপ সিন্ধুনদীৰ মাটিৰে উজ্জ্বলতৰ কৰি তাৰে নানা ৰঙৰ অলঙ্কাৰ কৰিব পাৰি॥৪৯॥ এই ৰূপৰ এক কাকণীৰপৰা দুই মাষলৈকে এটা সুবৰ্ণত মিহলাব লাগে; তাৰ-পিছত ৰং বোলাব লাগে; ই উজ্জ্বল বগা ৰূপ হব॥৫০॥

গলোৱা সোণ তিনি জোখাৰ লগত বত্ৰিশ জোখা শ্বেততাৰ (বগা ৰূপ) মিহলালে বগা-ৰঙা বৰ্ণ হয়॥৫১॥ (এইদৰে সোণ তিনি জোখাৰ লগত বত্ৰিশ জোখা তাম দিলে সেই) তাম হালধীয়া হয়॥৫২॥ গলাই লোৱা অলঙ্কাৰোপযোগী সোণ উজ্জ্বল কৰি লৈ এক-তৃতীয়াংশ ৰং দিলে ই হালধীয়া-ৰঙা হ'ব॥৫৩॥ দুভাগ বগা ৰূপৰ লগত এভাগ অলঙ্কাৰোপযোগী সোণ মিহলালে মগু-মাহৰ হেঁইৰ ৰং ধৰিব॥৫৪॥ আধা ভাগ ক'লা লোৰ প্ৰলেপ দিলে ক'লা ৰং হ'ব॥৫৫॥ ক'লা লোৰ দ্ৰৱেৰে দুবাৰ চাৰিওফালে প্ৰলেপ দিলে তপনীয় সোণ (গলাই অলঙ্কাৰোপযোগী কৰি লোৱা সোণ) ভাটৌ-চৰাইৰ পাখিৰ ৰঙৰ হ'ব॥৫৬॥ এই ৰং কৰা কাৰ্যত বিশেষ বিশেষ ৰঙৰ পৰীক্ষা কৰি চাব॥৫৭॥

সুবৰ্ণাধ্যক্ষই লো আৰু তামৰ প্ৰয়োগ-ব্যৱস্থা জানিব লাগিব॥৫৮॥ সেই কাৰণে তেওঁ হীৰা, মণি, মুকুতা, প্ৰবাল আদিৰ অলঙ্কাৰ কৰিলে কিমানখিনি হানি হয় আৰু সোণ-ৰূপৰ বস্তু নিৰ্মাণ কৰোঁতে কিমান সোণ-ৰূপ লাগে সেই জোখ জানিব লাগে॥৫৯॥

ৰঙৰ সাম্য, সুষমতা, সোণৰ গুটিবোৰ ইটোৰ গাত সিটো নলগা,
স্থায়িত্ব, ভালদৰে পালিচ কৰা হোৱা, কৃত্ৰিম ৰং-ৰূপ নোহোৱা, অৱয়ৱবোৰ
সমানে বিভক্ত হোৱা, পিন্ধিবলৈ সুখদায়ক হোৱা, উত্তমৰূপে নিৰ্মিত
হোৱা, উজ্জ্বলতা, আকৰ্ষণীয় আকৃতি, সমতা, চকু আৰু মনৰ তৃপ্তি-
দায়কতা—এইবোৰ অলঙ্কাৰৰ বিশেষ গুণ॥৬০-৬১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "অক্ষশালাত সুবৰ্ণাধ্যক্ষ" নামৰ ত্ৰয়োদশ (আৰম্ভণিৰপৰা ৩৪তম) অধ্যায় সমাপ্ত।

# চতুৰ্দশ অধ্যায়

## দ্বাত্ৰিংশ প্ৰকৰণ : ৰাজ-পথৰ বজাৰত সোণাৰিৰ ব্যৱসায়

সৌৱৰ্ণিকে (ৰাজকীয় সোণাৰি) নগৰবাসী আৰু গাঁওবাসী লোকসকলৰ সোণ-ৰূপৰ বস্তুবোৰ (শিল্প-শালাৰ) সোণাৰিসকলৰ হতুৱাই নিৰ্মাণ কৰাব॥১॥

তেওঁলোকে কিমান সময়ত কামটো কৰি দিব লাগিব, কি ধৰণৰ কাম হ'ব সেই বিষয়ে বুজা-পৰা কৰি কাম হাতত ল'ব; কামৰ গুৰুত্ব বুজি সময় নিৰ্দিষ্ট নকৰাকৈও কাম হাতত

লʼব পাৰে॥২॥ কামটো বিদৰে কৰিব কোৱা হৈছিল তাৰ অন্যথা কৰিলে বেতন নাপাব, অধিকন্তু বেতনৰ দুগুণ দণ্ড দিব লাগিব॥৩॥ সময় পাৰ কৰি দিলে এক-চতুৰ্থাংশ বেতন কটা যাব আৰু তাৰ দুগুণ দণ্ড ভৰিব॥৪॥

যেনে গুণৰ আৰু যি পৰিমাণৰ সোণ-ৰূপ আদি লয়, সেই গুণ আৰু পৰিমাণৰ বস্তুকে প্ৰত্যৰ্পণ কৰিব॥৫॥ নিৰ্দিষ্ট সময়তকৈ পলমকৈ দিলেও সেই একে গুণ আৰু পৰিমাণৰ বস্তুকে দিব লাগিব; অৱশ্যে তৈয়াৰ কৰোঁতে যিখিনি নষ্ট হয়, সময় বেছি হোৱা কাৰণে যি ক্ষয়-ক্ষতি হয় সেইখিনি বাদ যাব॥৬॥

সৌৱৰ্ণিকে (সোণাৰিসকলে) নিৰ্মাণ কৰা সোণ আৰু অলঙ্কাৰ আদিৰ লক্ষণ আৰু ব্যৱহাৰ সম্পৰ্কীয় সকলো কথা বিতংভাৱে জানি লʼব॥৭॥

অলঙ্কাৰ নিৰ্মাণৰ উপযোগী কৰি লোৱা সোণ আৰু ৰূপৰ ক্ষেত্ৰত এক সুৱৰ্ণ পৰিমাণ ওজনত এক কাকণী নষ্ট হোৱা বুলি বাদ দিব॥৮॥ এক সুৱৰ্ণ সোণত এক কাকণী লো—ৰূপৰ ক্ষেত্ৰত ইয়াৰ দুগুণ—ৰং কৰিবলৈ মিহলাব; ইয়াৰ ছয় ভাগৰ এভাগ অলঙ্কাৰ প্ৰস্তুত কৰোঁতে ক্ষয় হʼব॥৯॥

যদি কম পক্ষে এক মাষ ওজনৰ সোণ-ৰূপৰ ৰং নষ্ট কৰে, তেতিয়া সেই সোণাৰিক প্ৰথম সাহস-দণ্ড বিহিব; যদি ওজনত সেই পৰিমাণৰ সোণ-ৰূপ কম হয়, মধ্যম সাহস-দণ্ড বিহিব; তুলাচনী আৰু দগাৰে ঠগিলে আৰু নিৰ্মিত অলঙ্কাৰ আদিত হেৰ-ফেৰ ঘটালে উত্তম সাহস-দণ্ড বিহিব॥১০॥

সৌৱৰ্ণিকৰ পৰোক্ষে বা (সোণৰ বজাৰৰ বাহিৰে) আন ঠাইত অলঙ্কাৰ আদি নিৰ্মাণ কৰালে বাৰ পণ দণ্ড ভৰিব॥১১॥ নিৰ্মাতা সোণাৰিৰ ক্ষেত্ৰত যুক্তিসংগত কাৰণ থাকিলে ইয়াৰ দুগুণ দণ্ড হʼব॥১২॥ যদি দোষ এৰাবৰ কাৰণ নাথাকে, কৰাওঁতাজনক বিচাৰৰ কাৰণে প্ৰদেষ্টাৰ ওচৰলৈ লৈ যাব॥১৩॥ আৰু নিৰ্মাতা সোণাৰিৰ দুশ পণ দণ্ড হʼব, অথবা তেওঁৰ হাতৰ আঙুলি কাটি দিব॥১৪॥

তুলাচনী আৰু দগা পৌতবাধ্যক্ষৰপৰা (তুলাচনী আৰু দগাৰ মান স্থাপনকাৰী বিষয়া) কিনি লʼব॥১৫॥ ইয়াৰ অন্যথা কৰিলে বাৰ পণ দণ্ড বিহিব॥১৬॥

সোণাৰিৰ কাম হৈছে—ঘন [গোটা বস্তু (আঙুঠি আদি) নিৰ্মাণ], সুষিৰ [ফোঁপোলা বস্তু (ভৃঙ্গাৰ আদি) নিৰ্মাণ], সংযূহ্য (সোণ-ৰূপৰ পাত লগোৱা), অৱলেপ্য [পাতল (সোণ-ৰূপৰ) পাত খুৱোৱা], সংঘাত্য (জোৰা লগোৱা) আৰু বাসিতক (ধাতুৰ পানী চৰোৱা)॥১৭॥

তুলাবিষম (তুলাচনীৰ ঠগ), অপসাৰণ (চুৰি), বিস্ৰাৱণ, পেটক আৰু পিঙ্ক—এইকেইটা (সোণ-ৰূপ) চুৰিৰ উপায়॥১৮॥

(সহজে) দোঁ খাই যোৱা, ভিতৰত লোৰ গুৰি ভৰাই লোৱা ফোঁপোলা বাটিৰ, আগ ভাগত বতাহ সোমাব পৰা ফুটা থকা বাবে দোঁ খাই যাব পৰা, মাৰিডালৰ একালে বহুত গাঁথি থকা, যাৰ পাল্লা ওলোমোৱা জৰিবোৰ বৰ বেয়া, যাৰ বাটি দুটা দোষযুক্ত, গুটিল থকা আৰু (একালে) চুম্বকযুক্ত—এনেবোৰ তুলাচনী বেয়া॥১৯॥

দুভাগ ৰূপ আৰু এভাগ তাম লগ লগালে ত্ৰিপুটক হয়॥২০॥ ইয়াৰ দ্বাৰা খনিজ সোণ অপসাৰণ (চুৰি) কৰা হয়; ইয়াকে ত্ৰিপুটকাপসাৰিত বোলা হয়॥২১॥ (কেৱল) তামেৰে অপসাৰণ কৰিলে তাক তাম্ৰাপসাৰিত বোলে; (সমান পৰিমাণৰ ৰূপ আৰু লো মিহলাই উৎপন্ন

কৰা) বেজকৰ দ্বাৰা অপসাৰণ কৰিলে তাক বেজকাপসাৰিত বোলে; সোণৰ লগত আধা তাম মিহলাই অপসাৰণ কৰিলে তাক হেমাপসাৰিত বোলা হয়॥২২॥

'এইখিনিতে আপুনি দিয়া সোণ আছিল' বুলি কৈ সোণাৰিয়ে সোণ চুৰি কৰাৰ উপায়বোৰ হৈছে—গলোৱা সোণৰ টোপা সৰকি যাব পৰা তলি থকা সোণ গলোৱা পাত্ৰ, মুগনিৰ মলি যাৰ ভিতৰত সোণ লুকাই থ'ব পাৰি, সোণ সুমুৱাই ল'ব পৰা বগলীৰ মুখৰ দৰে কোঁপোলা মুখ থকা চেপেনা, নলি, চিমটা, পানীৰ পাত্ৰ আৰু খনিজ লোণ॥২৩॥ অথবা, সোণ গলোৱা পাত্ৰ ভাগি যোৱাৰ ছলেৰে আগতে জুহালত সুমুৱাই ৰখা (সোণ গুৰিৰ যেন) বালিৰ লাড়ু উলিয়াই আনিও সোণ চুৰি কৰিব পাৰি॥২৪॥

(আগেয়ে নিৰ্মিত অলঙ্কাৰৰ অংশবোৰ) পিছত জোৰা লগোৱাৰ সময়ত অথবা লগাই থোৱা সোণৰ পাতবোৰ পৰীক্ষা কৰাৰ সময়ত সোণৰ বস্তুৰ লগত ৰূপৰ বস্তুৰ বিনিময়ৰ নাম বিস্ৰাৱণ, অথবা লোৰ আঁকৰ থকা বালুকাপিণ্ডৰ দ্বাৰা সোণৰ আঁকৰ থকা বালুকাপিণ্ডৰ পৰিৱৰ্তন ঘটোৱাকো বিস্ৰাৱণ বোলে॥২৫॥

(অলঙ্কাৰ আদিত সোণৰ) পাত মেৰিওৱাকে পেটক বোলে; পেটক দুই প্ৰকাৰ হ'ব পাৰে—গাঢ় বা দৃঢ় আৰু অভ্যুদ্ধাৰ্য বা এৰাই পেলাব পৰা। মোটা পাত খুওৱা, মিহি পাত খুওৱা আৰু জোৰা লগোৱা কামত দুয়ো প্ৰকাৰ পেটক ব্যৱহাৰ কৰা হয়॥২৬॥ মাজত লা ভৰাই সীহৰ বস্তু সোণৰ পাতেৰে মেৰিওৱাই দৃঢ় বা গাঢ় পেটক॥২৭॥ (লা আদি নিদি) মাজ ফোঁপোলা ৰাখি পাত মেৰিয়ালে তাকে অভ্যুদ্ধাৰ্য পেটক বোলে॥২৮॥ অৱলেপ-কৰ্মত (নিৰ্মিত) বস্তুবোৰৰ একালে বা দুয়োফালে পাত মেৰিওৱা হয়॥২৯॥ সংঘাত্য-কৰ্মত তাম বা ৰূপ সোণৰ পাতৰ মাজত দিয়া হয়॥৩০॥ তামৰ বস্তু এটাত একালে সোণৰ পাত চমাই পালিচ কৰিলে সুপাৰ্শ্ব (সুন্দৰপাৰ্শ্বযুক্ত) হয়; দুয়োফালে সোণৰ পাত লগাই পালিচ কৰিলে, সেইদৰে ৰূপৰ আৰু তামৰ পাত লগোৱা (লোৰে নিৰ্মিত) বস্তুও পালিচ কৰিলে উত্তৰবৰ্ণক (বাহিৰ-জিলিকা) হয়॥৩১॥

গাঢ় পেটক আৰু অভ্যুদ্ধাৰ্য পেটক, জুইত তাপ দি কষতি-শিলত ঘঁহি অথবা শব্দ-হীনতাৰ দ্বাৰা আৰু (জোঙা বস্তুৰে) আঁচুৰি বুজি ল'ব লাগে॥৩২॥ বগৰীৰ টেঙা ৰসত বা লোণ-পানীত থৈ অভ্যুদ্ধাৰ্য পেটক পৰীক্ষা কৰিব পাৰি। পেটক সম্পৰ্কীয় ব্যাখ্যা ইয়াতে সমাপ্ত হ'ল॥৩৩॥

(এতিয়া পিঙ্ক নামে চুৰি কৰাৰ পঞ্চম উপায়ৰ বিষয়ে কোৱা হৈছে।) গোটা (ঘন) বা ফোঁপোলা (সুষিৰ) অলঙ্কাৰ আদিৰ গাত সোণ-মিহলি মাটি বা মালুকা[1] আৰু সেন্দুৰৰ গুৰি তপতাই লগাই দিলে কামোৰ খাই ধৰে॥৩৪॥ নাইবা, কঠিন আধাৰবিশিষ্ট অলংকাৰত বালি মিহলি লা বা ৰঙা সীহৰ গুৰি তপতাই লগাই দিলেও কামোৰ খাই ধৰে॥৩৫॥ দুয়ো ক্ষেত্ৰতে উত্তাপ দি বা ভাঙি বিশুদ্ধতা পৰীক্ষা কৰিব পাৰি॥৩৬॥

অথবা, চাৰিওফালে আন ধাতুৰ ঘেৰ থকা অলঙ্কাৰ-দ্ৰব্যত কোমল শিলগুটিৰ লগত লোণ মিহলাই আঙঠাত তপতাই লগাই দিলে কামোৰ খাই ধৰে॥৩৭॥ (বগৰীৰ টেঙা ৰসত) সিদ্ধ কৰি ইয়াৰ বিশুদ্ধতা পৰীক্ষা কৰিব পাৰি॥৩৮॥

দুভৰপীয়া আধাৰ থকা অলঙ্কাৰ-দ্ৰব্যত অভ্ৰধাতুৰ পাত লাৰে লগাই দিব পাৰি॥৩৯॥

---

[1] মালুকা : সম্ভৱতঃ মালুকাৰ ঠাইত বালুকা হব লাগে।

সেই (ভিতৰত অভ্ৰধাতু লুকাই ৰখা) অলঙ্কাৰ-দ্ৰব্য পানীত থৈ দিলে এটা অংশ বুৰিব, অথবা আধাৰৰ তৰপ দুটাৰ মাজ ভাগত বেজীৰে বিন্ধি ফুটা কৰিব পাৰি॥৪০॥

ঘন-সুষিৰ অলঙ্কাৰ-দ্ৰব্যৰ পিঙ্ক (ভিতৰত কৃত্ৰিম বস্তু সুমুৱাই দি সোণ আদি চুৰি কৰাৰ উপায়) হৈছে মণি, ৰূপ আৰু (অবিশুদ্ধ) সোণ॥৪১॥ তাৰ বিশুদ্ধতা পৰীক্ষা কৰাৰ উপায় হৈছে উত্তাপ দিয়া বা ভঙা। পিঙ্ক সম্পৰ্কীয় ব্যাখ্যা ইয়াতে শেষ হ'ল॥৪২॥

এই কাৰণে (সৌৱৰ্ণিকে) হীৰা, মণি, মুক্তা, প্ৰবাল আদিৰ জাতি, আকৃতি, ৰং আৰু পৰিমাণ আৰু এইবোৰৰ দ্বাৰা নিৰ্মিত দ্ৰব্য আৰু তাৰ লক্ষণ নিৰ্ণয় কৰি ল'ব॥৪৩॥

নিৰ্মিত আভৰণাদি পৰীক্ষা কৰোঁতে আৰু পুৰণি আভৰণাদি মেৰামতি কৰোঁতে (সোণ আদি) চুৰি কৰাৰ চাৰিটা উপায় আছে—(১) পৰিকুট্টন, (২) অৱচ্ছেদন, (৩) উল্লেখন আৰু (৪) পৰিমৰ্দন॥৪৪॥ পেটক (পাত মেৰিওৱা অলঙ্কাৰ) পৰীক্ষাৰ ছলেৰে সৰু সোণৰ গুটি, গুণা বা নক্সা যদি কাটি পেলায় তাক পৰিকুট্টন বোলে॥৪৫॥ দুতৰপীয়া আধাৰ থকা দ্ৰব্যৰ ভিতৰত যদি সীহৰ বস্তু সুমুৱাই দি ভিতৰৰ পৰা (সোণ) এডোখৰ কাটি লয় তাক অৱচ্ছেদন বোলে॥৪৬॥ যেতিয়া ঘন-দ্ৰব্য (আঙুঠি আদি গোটা অলঙ্কাৰ) জোঙা শলাৰে আঁচোৰে তেতিয়া তাক উল্লেখন কৰা বোলে॥৪৭॥ হাইতাল, মনঃশিলা বা সেন্দুৰৰ গুৰি অথবা কুৰু-বিন্দ নামে পাথৰৰ গুৰি কাপোৰত সানি তাৰে যদি (সোণ আদিৰ অলঙ্কাৰ) ঘঁহে তাক পৰিমৰ্দন বোলা হয়॥৪৮॥ ইয়াৰ দ্বাৰা সোণ-ৰূপৰ অলঙ্কাৰ ক্ষয় হয়, কিন্তু কোনো ভগা-ছিগা নহয়॥৪৯॥

সংযুহ্য অৰ্থাৎ গাত মোটা সোণ-ৰূপৰ পাত খুওৱা আভৰণাদি ভাগিলে, খণ্ডিত হ'লে বা ঘঁহনি খালে (সেই জাতীয়) একে ধৰণৰ দ্ৰব্যৰ দ্বাৰা (ক্ষতিৰ পৰিমাণ) অনুমান কৰি ল'ব॥৫০॥ পাতল পাত খুওৱা দ্ৰব্যৰ ক্ষেত্ৰত (শিল্পীয়ে) যিমানখিনি কাটি পেলাইছে সিমান-খিনি কাটি পেলাই (ক্ষতিৰ পৰিমাণ) অনুমান কৰিব॥৫১॥ অথবা, যিবোৰ দ্ৰব্যৰ আকৃতিৰ পৰিৱৰ্তন ঘটিছে, তাক বহুবাৰ উত্তাপিত কৰিব আৰু (অম্ল) জলত ঘঁহিব॥৫২॥

হঠাতে হাত সঞ্চালন কৰা, ওজন (ওজন ঠিক কৰাৰ ছলেৰে মূল বস্তু সলাই আন বস্তু দিয়া), জুই (জুইত সোণ আদি পেলাই দিয়া), কাঠৰ নিয়াৰি, সঁজুলি থোৱা বাকচ, সোণ গলোৱা লোৰ পাত্ৰ, ম'ৰাৰ পাখি, তুলাচনীৰ সুতা, কাপোৰ, কথা কোৱা (কথাৰ ছলেৰে শ্ৰোতাক অন্যমনস্ক কৰা), মূৰ, কোলা, মাখি, নিজৰ শৰীৰৰ ফালে চোৱা, ভাঁতী, পানীৰ পাত্ৰ, জুইৰ কেৰাহী—এইবোৰ অপহৰণৰ উপায়॥৫৩॥

কেঁচা মঙহৰ দৰে গোন্ধালে, সহজে মলিয়ন হ'লে, কৰ্কশ আৰু কঠিন হ'লে আৰু অনুজ্জ্বল হ'লে ৰূপৰ অলঙ্কাৰ জাল বুলি ধৰিব॥৫৪॥

> এইদৰে (সৌৱৰ্ণিকে) নতুন, পুৰণি আৰু আকৃতি সলনি হোৱা দ্ৰব্য-সমূহ পৰীক্ষা কৰি চাব আৰু (দোষী শিল্পীক) যথাবিহিত দণ্ড বিহিব॥৫৫॥

কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "বাজ-পথৰ বজাৰত সোণাৰিৰ ব্যৱসায়" নামৰ চতুৰ্দশ (আৰম্ভণিৰপৰা ৩৫তম) অধ্যায় সমাপ্ত।

# পঞ্চদশ অধ্যায়

## ৩৩তম প্ৰকৰণ : কোষ্ঠাগাৰৰ অধ্যক্ষ

কোষ্ঠাগাৰৰ (ৰাজকীয় খাদ্যৰ ভঁৰালৰ) অধ্যক্ষৰ সীতা, ৰাষ্ট্ৰ, ক্ৰয়িম, পৰিৱৰ্তক, প্ৰামিত্যক, আপমিত্যক, সংহনিকা, অন্যজাত, ব্যয়-প্ৰত্যায় আৰু উপস্থান—এই দহোটা বিষয়ৰ জ্ঞান থাকিব লাগিব॥১॥

সীতাধ্যক্ষই (কৃষিৰ অধ্যক্ষই) সংগ্ৰহ কৰা বিবিধ শস্যৰ নাম সীতা॥২॥

ৰাষ্ট্ৰ শব্দই এই দহ প্ৰকাৰ বস্তুক বুজায়—(১) পিণ্ডকৰ (গাওঁবোৰৰপৰা পোৱা সামূহিক ৰাজ-কৰ স্বৰূপ বস্তুসমূহ), (২) ষড়্‌ভাগ (উৎপন্ন বস্তুৰ ৰজাক দিব লগীয়া এক-ষষ্ঠাংশ), (৩) সেনাভক্ত (সৈন্য-বাহিনীৰ বচৰৰ বাবে দিব লগীয়া তেল, চাউল আদি বস্তুবোৰ), (৪) বলি (সময়ে সময়ে লগোৱা ৰাজকৰ স্বৰূপ উৎপন্ন বস্তুৰ অংশ), (৫) কৰ (নগদ টকাৰে দিয়া খাজনা), (৬) উৎসংগ (ৰাজপুত্ৰাদিৰ জন্মোৎসৱ উপলক্ষে দিয়া দান), (৭) পাৰ্শ্ব (অতিৰিক্ত কৰ), (৮) পাৰিহীণিক (ক্ষতিপূৰণ স্বৰূপে দিব লগীয়া ধন), (৯) ঔপায়নিক (ৰজাক উপহাৰ-স্বৰূপে দিয়া ধন) আৰু কোষ্ঠেয়ক (ৰজাই কৰি দিয়া পুখুৰী, উদ্যান আদিৰপৰা হোৱা আয়)॥৩॥

ক্ৰয়িম তিনি প্ৰকাৰ—(১) ধান্যমূল্য (শস্য আদি বেচি পোৱা ধন), (২) কোশনিৰ্হাৰ (ৰাজ-কোষৰপৰা শস্য কিনিবলৈ দিয়া ধন) আৰু প্ৰয়োগ-প্ৰত্যাদান (সুদ সহ আদায় কৰি ৰাজ-ভঁৰালত থোৱা সুদলৈ দিয়া শস্য)॥৪॥

বিবিধ শস্য ভিন ভিন মূল্যত বিনিময় কৰাকে পৰিৱৰ্তক বোলে॥৫॥

আন লোকৰ ওচৰত শস্য খোজাকে প্ৰামিত্যক বোলে॥৬॥ পৰিশোধ কৰা চৰ্তত খোজাৰ নাম আপমিত্যক॥৭॥

ধান আদি বনা, দাইল কৰা, যঁ-ধান আদি গুৰি কৰা, কুঁহিয়াৰ আদিৰ ৰসৰপৰা আসৱ আদি কৰা, গম আদি গুৰি কৰি আটা-ময়দা আদি প্ৰস্তুত কৰা—এইবোৰ কাম কৰি যিসকলে জীৱিকা নিৰ্বাহ কৰে তেওঁলোকৰ দ্বাৰা এনেবোৰ কাম কৰাই লোৱা, যিসকলে হাতেৰে ঘূৰোৱা যন্ত্ৰ আৰু ঘানীত তেল পেৰি আৰু কুঁহিয়াৰৰ ৰসৰপৰা গুড় আদি প্ৰস্তুত কৰি জীৱিকা অৰ্জন কৰে তেওঁলোকৰ হতুৱাই সেই সেই কাম কৰাই লোৱাকে সংহনিকা বোলে॥৮॥

লোকে হেৰুওৱা বা নিবলৈ পাহৰি এৰি যোৱা বস্তু কোষ্ঠাগাৰলৈ আনিলে তাৰ নাম হয় অন্যজাত॥৯॥

সৈন্যদল ভাঙি দিলে বা কোনো অনুষ্ঠান আৰম্ভ কৰি নকৰা পৰা কাৰণে মাজতে এৰি পেলালে তাৰপৰা যি উদ্বৃত্ত আয় হয় সেয়ে ব্যয়-প্ৰত্যায়॥১০॥

ওজন আৰু দপাৰ হেৰফেৰৰপৰা হোৱা লাভ, ওজন কৰি লোৱাৰ উপৰিও হাতৰ মুঠিৰে লোৱা, ওজন হৈ যোৱাৰ পিছত থোৱা শস্যৰ অৱশেষ, ওজনৰ অতিৰিক্ত কাও লোৱা, আনৰ বহৰৰ অৱশেষ, (কোষ্ঠাধ্যক্ষই) নিজৰ বুদ্ধি খটুৱাই উপাৰ্জন কৰা দ্ৰব্য—এইবোৰেই উপস্থান। সীতা প্ৰভৃতি বিষয়ৰ ব্যাখ্যা ইয়াতে শেষ হ'ল॥১১॥

শস্য, স্নেহ-পদাৰ্থ, ক্ষাৰ আৰু লোণ—এইবোৰৰ ভিতৰত শস্য সম্পৰ্কীয় বিধি-ব্যৱস্থাৰ কথা সীতাধ্যক্ষ অধ্যায়ত (এই অধিকৰণৰ চতুৰ্বিংশ অধ্যায়) কোৱা হ'ব॥১২॥

মাখন, তেল, চৰ্বি, মজ্জা—এইবোৰ স্নেহ-বৰ্গৰ অন্তৰ্গত॥১৩॥

লালি, গুড়, অশোধিত চেনি, দানাবিশিষ্ট চেনি—এইবোৰ ক্ষাৰ-বৰ্গৰ অন্তৰ্গত॥১৪॥

সিন্ধুদেশৰ লোণ, সমুদ্ৰৰ লোণ, বিড, যবাৰ, সৌবৰ্চল (সুবৰ্চল দেশত হোৱা) লোণ, আকৰজাত লোণ—এইবোৰ লৱণ-বৰ্গৰ অন্তৰ্গত॥১৫॥

মৌ দুবিধ—মৌমাখিৰপৰা হোৱা আৰু আঙুৰৰ ৰসৰপৰা হোৱা॥১৬॥

কুঁহিয়াৰৰ ৰস, গুড়, মৌ, লালি, জামুৰ ৰস, কঠালৰ ৰস—ইয়াৰ কোনো এটাক মেষ-শৃঙ্গী (এবিধ ঔষধি) আৰু পিপলীৰ কাথৰ লগত মিহলাই এমাহ, ছমাহ বা এবছৰ ৰাখি তাৰ পিছত তাক চিৰ্ভিট (এবিধ তৰমুজ-জাতীয় ফল), উৰ্বাৰুক (তিয়হ-জাতীয় ফল), কুঁহিয়াৰ ঠাৰি, আম আৰু আমলখিৰ ৰসৰ লগত মিহলালে অথবা নিমিহলোৱাকৈ শুদ্ধভাৱে ৰাখিলে সি শুক্ত-বৰ্গৰ (কিণ্বিত [fermented] ৰস) অন্তৰ্গত হ'ব॥১৭॥

তেতেলী, কৰমৰ্দ, আম, ডালিম, আমলখি, মাতুলুঙ্গ (সোলোং টেঙা), কোল (সৰু বগৰী), বগৰী, সৌবীৰক, পৰুষক আদি ফলাম্ল-বৰ্গৰ (ফলৰ টেঙা ৰস) অন্তৰ্গত॥১৮॥

দৈ গাখীৰ, কাঁজি প্ৰভৃতি দ্ৰৱাম্ল-বৰ্গৰ (জুলীয়া টেঙা) অন্তৰ্গত॥১৯॥

পিপলী, জালুক, আদা, জীৰা, চিৰতা, বগা সৰিয়হ, ধনিয়া, চোৰক; দমনক, মৰুৰক, চজিনা প্ৰভৃতি কটুক-বৰ্গৰ (জলা বস্তু) অন্তৰ্গত॥২০॥

শুকান মাছ, শুকান মঙহ, কন্দ, মূল, ফল আৰু শাক আদি শাকক-বৰ্গৰ অন্তৰ্গত॥২১॥

এইবোৰৰ আধাখিনি দেশবাসীৰ দুৰ্দিনৰ কাৰণে আচুতীয়াকৈ থ'ব; বাকী আধা ব্যৱহাৰ কৰিব॥২২॥ পুৰণি বস্তুৰ ঘাটি অংশ নতুন বস্তুৰে পূৰ্ণ কৰিব॥২৩॥

শস্য বনা, দলা, গুৰি কৰা আৰু ভজাৰ পিছত আৰু তিতিলে, শুকালে আৰু সিদ্ধ কৰিলে পৰিমাণত কিমান কম-বেছি হয় তাক (কোষ্ঠাগাৰাধ্যক্ষই) নিজ চকুৰে চাব॥২৪॥

কোদ্ৰৱ আৰু ব্ৰীহি ধানৰ আধাখিনি সাৰ থাকে, শালিধানৰ সাৰ ইয়াৰ আধা কম, বৰক ধানৰ তিনি ভাগৰ এভাগ কম॥২৫॥ প্ৰিয়ঙ্গুৰ সাৰ আধাৰ উপৰিও ন ভাগৰ এভাগ বাঢ়ে॥২৬॥ উদাৰক ধানৰ সাৰভাগ ইয়াৰ সমান; যৱধান আৰু গোমধান গুৰি কৰিলে আৰু তিল, যৱধান, মগুমাহ আৰু মাটিমাহৰ চোকোৱা গুচালেও এই একে সমান সাৰকে পোৱা যায়॥২৭॥ গোমধান আৰু ভজা যৱধানৰ সাৰ (ইয়াতকৈ) এক-পঞ্চমাংশ বৃদ্ধি হয়॥২৮॥ কলা মাহ গুৰি কৰিলে চাৰি ভাগৰ এভাগ কম পোৱা যায়॥২৯॥ মগুমাহ আৰু মাটিমাহ গুৰি কৰিলে আঠ ভাগৰ এভাগ কমে॥৩০॥ উৰহী-জাতীয় গুটিৰ গুৰি কৰিলে আধা ভাগ সাৰ পোৱা যায়; মচুৰৰ তিনি ভাগৰ এভাগ কম হয়॥৩১॥

নিসিজোৱা গমধান আদি আৰু মগুমাহ, মাটিমাহ আদি গুৰি কৰিলে আয়তনত দেড়-গুণ হয়॥৩২॥ (তুঁহ গুচোৱা) যৱধান গুৰি কৰিলে পৰিমাণত দুগুণ হয়; সিদ্ধ কৰিলে উথোৱা চাউল আৰু গোমধান আদিৰ গুৰি পৰিমাণত দুগুণ হয়॥৩৩॥

কোদ্ৰৱ, বৰক, উদাৰক আৰু প্ৰিয়ঙ্গু ধানৰ চাউলৰ ভাত ৰান্ধিলে পৰিমাণ তিনি গুণ হয়, ব্ৰীহিধানৰ ভাত চাৰি গুণ আৰু শালিৰ পাচ গুণ হয়॥৩৪॥

মগুমাহ প্ৰভৃতি শেহতীয়া শস্য তিয়াই থলে দুগুণ হয় আৰু গজা মেলিলে আঢ়ৈ গুণ হয়॥৩৫॥

ধান ভাজিলে পাচ ভাগৰ এভাগ বাঢ়ে॥৩৬॥ (ভাজিলে) কলামাহ, আখৈ আৰু যৱধান দুগুণ বাঢ়ে॥৩৭॥

তিচী-গুটিৰপৰা ছয় ভাগৰ এভাগ তেল পোৱা যায়॥৩৮॥ নিম, কুশ, আম, কথ-বেল আদিৰ গুটিৰ পাঁচ ভাগৰ এভাগ তেল হয়॥৩৯॥ তিল, কুসুম্ভ, মধুক আৰু ইংগুদিৰ চাৰি ভাগৰ এভাগ তেল ওলায়॥৪০॥

পাঁচ পল কপাহ আৰু কোমৰপৰা এক পল সূতা হয়॥৪১॥

পাঁচ দ্ৰোণ (২০ আঢ়ক) শালিধানৰপৰা বাৰ আঢ়ক চাউল উলিয়ালে সেই চাউল পোৱালি-হাতীৰ খাদ্যৰ উপযোগী হ'ব; দুষ্ট হাতীৰ কাৰণে তাৰপৰা এঘাৰ আঢ়ক চাউল উলিয়ালে খাদ্যৰ উপযোগী হ'ব; উঠি ফুৰা হাতীৰ কাৰণে দহ আঢ়ক, যুঁজৰ হাতীৰ কাৰণে ন আঢ়ক, পদাতি সৈন্যৰ কাৰণে আঠ আঢ়ক, সাত আঢ়ক বিষয়াবৰ্গৰ কাৰণে, ছয় আঢ়ক ৰাণী আৰু ৰাজ-কোঁৱৰসকলৰ কাৰণে আৰু ৰজাৰ কাৰণে পাঁচ আঢ়ক অথবা এক প্ৰস্থ (চাৰি প্ৰস্থই এক আঢ়ক হয়) গোটা গোটা পৰিষ্কাৰ চাউল উলিয়াব॥৪২॥

এক প্ৰস্থ চাউল, ইয়াৰ এক চতুৰ্থাংশ সূপ (দাইল আদি জুলীয়া আঞ্জা), সূপৰ ষোল ভাগৰ এভাগ লোণ, চাৰি ভাগৰ এভাগ ঘিউ বা তেল—এইখিনিৰে এজন আৰ্য পুৰুষৰ এসাজ হয়॥৪৩॥ (এক প্ৰস্থৰ) ছয় ভাগৰ এভাগ সূপ আৰু সূপৰ আধা পৰিমাণৰ স্নেহ-দ্ৰব্য এজন নিম্নশ্ৰেণীৰ লোকৰ এসাজৰ পৰিমাণ॥৪৪॥ আৰ্য তিৰোতাই (পুৰুষৰ) এক চতুৰ্থাংশ কম ভোজ্যদ্ৰব্য পাব॥৪৫॥ ল'ৰা-ছোৱালীয়ে আধা পাব॥৪৬॥

কুৰি পল মাংস (ৰান্ধিবলৈ) ল'লে আধা কুডুব (এক প্ৰস্থৰ ¼ অংশ) স্নেহ-দ্ৰব্য, এক পল লোণ, এক পল চেনি, দুই ধৰণ (জালুক আদি) মছলা আৰু আধা প্ৰস্থ দৈ ব্যৱহাৰ কৰিব॥৪৭॥ ইয়াৰ দ্বাৰা সৰহীয়াকৈ মাংস ৰন্ধাৰ কথাও বুজোৱা হ'ল॥৪৮॥ শাক ৰান্ধিবলৈ হ'লে তেল-লোণ আদি ডেৰ গুণ হ'ব, শুকান মাংস আদিৰ কাৰণে দুগুণ লাগিব॥৪৯॥

হাতী আৰু ঘোঁৰাৰ খাদ্যৰ পৰিমাণৰ বিষয়ে হস্ত্যধ্যক্ষ আৰু অশ্বাধ্যক্ষ প্ৰকৰণত (২।৩১, ২।৩০) কোৱা হ'ব॥৫০॥

বলদ-গৰুৰ কাৰণে এক দ্ৰোণ মাটিমাহ বা (এক দ্ৰোণ) আধা সিজোৱা যঁধান (অতিৰিক্ত খাদ্য), বাকী খাদ্য ঘোঁৰাৰ কাৰণে নিৰ্দিষ্ট কৰা পৰিমাণৰ হ'ব॥৫১॥ (বলদ-গৰুৰ কাৰণে ঘোঁৰাতকৈ) বিশেষ খাদ্য হৈছে—এক তুলা (এশ পল) ঘানীৰ খলিহে অথবা দহ আঢ়ক খুদ-মিহলি চাউলৰ মল॥৫২॥ ম'হ আৰু উটৰ কাৰণে ইয়াৰ দুগুণ খাদ্য লাগিব॥৫৩॥ গাধ, চিত্ৰমৃগ আৰু ৰোহিতমৃগৰ কাৰণে আধা দ্ৰোণ বা দুই আঢ়ক (মাটিমাহ বা আধা সিজোৱা যঁধান) লাগিব॥৫৪॥ এণ আৰু কুৰঙ্গ হৰিণক এক আঢ়ক উক্ত খাদ্য লাগিব॥৫৫॥ ছাগলী, ভেড়া আৰু গাহৰিক এই খাদ্য আধা আঢ়ক লাগিব, অথবা ইয়াৰ দুগুণ খুদ-মিহলি চাউলৰ মল দিলেও হ'ব॥৫৬॥ কুকুৰৰ কাৰণে এক প্ৰস্থ পৰিমাণৰ ভাত লাগিব॥৫৭॥ হাঁহ, ক্ৰৌঞ্চ আৰু ম'ৰা-চৰাইক আধা প্ৰস্থ দিব॥৫৮॥ উল্লিখিত জীব-জন্তুৰ বাহিৰে আন হৰিণ, পশু, পক্ষী আৰু বন্য-জন্তুৰ এদিনৰ খোৱা পৰীক্ষা কৰি এনেদৰে ব্যৱস্থা কৰিব॥৫৯॥

এঙাৰ, তুঁহ আদি কমাৰ-শাললৈ পঠিয়াব আৰু [illegible] বেৰ লেপিবলৈ নিয়াব॥৬০॥ দাস-দাসী, কৰ্মী আৰু ৰন্ধনিক খুদবোৰ দিব, আৰু [illegible] আৰু পিঠাৰ [illegible] দিব॥৬১॥

ওজন আৰু পৰিমাপ কৰা সঁজুলি, জাঁত, উৰাল-মাৰি, উৰাল, বনা আৰু গুৰি কৰা কল, কাঠৰ বিচনী, কুলা, চালনী, বেতৰ পাচি, বাকচ, ৰাকনী—এইবোৰ আহিলা-পাতি॥৬২॥

মেতৰ, চৌকিদাৰ, তুলাচনীৰে জোখোঁতা, (দোণ আদিৰে) পৰিমাণ জুখোঁতা, ওজন পৰি-

দৰ্শক, দিওঁতা, দান পৰিদৰ্শক, ওজনৰ হিচাপ ৰাখিবলৈ হাতত শলাকা লওঁতা, দাস আৰু বন্দী—এইসকলক বিষ্টি বোলা হয়॥৬৩॥

ধান আদি শস্য ওখ ঠাইত ৰাখিব লাগে, ক্ষাৰদ্ৰব্য (চেনি আদি) বনৰ গোঁঠা তৃণৰ মোনাত ৰাখিব লাগে, স্নেহ-দ্ৰব্য (তেল, ঘিউ আদি) মাটিৰ কলহ বা কাঠৰ পাত্ৰত ৰাখিব লাগে আৰু লোণ ৰখা ঠাই মাটি॥৬৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "কোষ্ঠাগাৰৰ অধ্যক্ষ" নামৰ পঞ্চদশ (আৰম্ভণিৰপৰা ৩৬তম) অধ্যায় সমাপ্ত।

# ষোড়শ অধ্যায়

## ৩৪তম প্ৰকৰণ: পণ্যাধ্যক্ষ (বাণিজ্যৰ অধ্যক্ষ)

পণ্যাধ্যক্ষই স্থল আৰু জলত উৎপন্ন হোৱা আৰু স্থল-পথ আৰু জল-পথেদি অহা নানা বিধ উচ্চমূল্যৰ আৰু নিম্নমূল্যৰ পণ্য-দ্ৰব্যৰ প্ৰভেদ আৰু সিবোৰৰ জনপ্ৰিয়তা সম্পৰ্কে জানি ল'ব লাগিব; আকৌ পণ্য-দ্ৰব্যবোৰ নানা ঠাইলৈ পঠিওৱা, এঠাইত জমা কৰা আৰু কিন্য-বেচা কৰাৰ উপযুক্ত সময়ৰ কথাবো বুজ ল'ব লাগিব॥১॥

যিটো বস্তু উদ্ভৈনদী তাক এঠাইত মজুত কৰি দাম বঢ়াই দিব॥২॥ উপযুক্ত দাম পোৱাৰ পিছত পণ্য-মূল্যৰ পৰিবৰ্তন ঘটাব (অৰ্থাৎ কমাই দিব)॥৩॥

নিজ দেশত উৎপন্ন ৰাজকীয় পণ্য-সামগ্ৰীবোৰৰ একমুখ ব্যৱহাৰ (একচেটিয়া ব্যৱসায়) স্থাপন কৰিব, বিদেশী পণ্যৰ অনেকমুখ ব্যৱহাৰ (নানা ঠাইৰপৰা কিনা-বেচাৰ ব্যৱস্থা) স্থাপন কৰিব॥৪॥ দুয়োবিধ পণ্যকে প্ৰজাৰ উপকাৰলৈ লক্ষ্য ৰাখি বিক্ৰী কৰোৱাৰ ব্যৱস্থা কৰিব॥৫॥ প্ৰজাবৰ্গৰ কষ্টদায়ক হোৱালৈ চাই মোটা লাভো নিষেধ কৰিব॥৬॥ অজস্ৰপণ্যৰ (যি পণ্যৰ চাহিদা সদায় থাকে) ক্ষেত্ৰত (কিনা-বেচাৰ) সময়ৰ নিয়ন্ত্ৰণ নকৰিব, নাইবা বস্তুবোৰ বজাৰত অধিক পৰিমাণে জমা হ'বলৈ নিদিব॥৭॥

অথবা, ব্যৱসায়ীসকলে ৰাজকীয় পণ্য-সামগ্ৰী নিৰ্ধাৰিত মূল্যত বিভিন্ন স্থানত বিক্ৰী কৰিব॥৮॥ (ৰাষ্ট্ৰই নিজে কাৰবাৰ নকৰা কাৰণে) যি ক্ষতি হয় সেই অনুপাতে ব্যৱসায়ীসকলে ক্ষতিপূৰণ দিব॥৯॥

পণ্যসমূহ দোণ আদিৰে জুখি বেচিলে বজাক ষোল ভাগৰ এভাগ কৰ শোধাব লাগে: তুলাচনীৰে ওজন কৰি বেচিলে কুৰি ভাগৰ এভাগ দিব লাগে; গণি বেচিলে এঘাৰ ভাগৰ এভাগ দিব লাগে॥১০॥

(পণ্যাধ্যক্ষই) বিদেশজাত পণ্য-সামগ্ৰী আমদানি কৰাৰ সা-সুবিধা দিব লাগে॥১১॥ যিসকলে জাহাজেৰে বা উটেৰে মাল কঢ়িয়াই আনে তেওঁলোকৰ যাতে লাভ হয় তালৈ চাই কিছু কৰ ৰেহাই দিব লাগে॥১২॥ বিদেশী বেপাৰীৰ বিৰুদ্ধে অৰ্থসংক্ৰান্ত বিষয় লৈ আদালতত কোনো গোচৰ তৰিব দিব নালাগে; অৱশ্যে তেওঁলোকৰ মাজত যিসকল লোকৰ কোনো ব্যৱসায়-অনুষ্ঠানৰ সভ্য বা সহযোগী লোকসকলৰ ক্ষেত্ৰত এই নিয়ম প্ৰযোজ্য নহ'ব॥১৩॥

ৰাজপণ্য বিক্ৰেতাসকলে কোনো এঠাইত বিক্ৰী কৰা পণ্যৰ মূল্য এটা ছিদ্ৰ থকা ঢাকনী-বিশিষ্ট কাঠৰ বাকচত জমা কৰিব॥১৪॥ দিনৰ অষ্টম ভাগত (অৰ্থাৎ শেষ ভাগত) সেই মূল্য পণ্যাধ্যক্ষৰ ওচৰত সমৰ্পণ কৰিব আৰু ক'ব—"এইখিনি বেচা গ'ল, এইখিনি বেচিবলৈ বাকী আছে"॥১৫॥ মাপ-জোখৰ সঁজুলিবোৰো গতাই দিব॥১৬॥

নিজ দেশত (বস্তু বিক্ৰী কৰা সম্পৰ্কে) ব্যাখ্যা কৰা শেষ হ'ল॥১৭॥

বিদেশৰ ক্ষেত্ৰত, পণ্যাধ্যক্ষই প্ৰথমতে (বেচিবলৈ নিয়া) পণ্য আৰু বিনিময়ত কিনি আনিবলৈ লোৱা পণ্যৰ বিক্ৰী-দাম আৰু প্ৰকৃত মূল্য বুজি লৈ, শুল্ক, বৰ্ত্তনী (পথ-কৰ), আতিবাহিক (মাল নিয়াৰ নিৰাপত্তাৰ বাবে দিব লগীয়া কৰ), গুল্মদেয় (সেনাক দিব লগীয়া ধন), তৰদেয় (নদী পাৰ হোৱাৰ কাৰণে ঘাটোৱালক দিব লগীয়া ধন), ভক্ত, (খোৱা-বোৱা আৰু দানা-পানীৰ খৰচ) আৰু ভাগৰায় (বিদেশী ৰাষ্ট্ৰই দাবী কৰা লাভৰ অংশ)—এইবোৰ বাদ দি শুদ্ধ লাভ কিমানখিনি হ'ব বিবেচনা কৰি চাব॥১৮॥ যদি লাভ নহয়, তেওঁ মাল বেচিবলৈ নিয়া আৰু তাৰ সলনি আন মাল কিনি অনাৰ আন কিবা সুবিধা আছে নে নাই চাব॥১৯॥ এই দুয়োটা কথা বিবেচনা কৰি তেওঁ মূল্যবান দ্ৰব্যৰ এক চতুৰ্থাংশ লৈ নিৰাপদ বাটেৰে স্থল-ব্যৱহাৰ (স্থল-পথেৰে কৰা বাণিজ্য) কৰিব পাৰে॥২০॥ আৰু তেওঁ অনুগ্ৰহ লাভৰ অৰ্থে সেই দেশৰ আটবীপাল (অৰণ্যৰ মুখ্য লোক), অন্তপাল (সীমান্তৰক্ষী বিষয়া), পুৰমুখ্য (নগৰৰ মুখিয়াল লোক) আৰু ৰাষ্ট্ৰমুখ্য (গাঁৱৰ মুখিয়াল লোক) সকলৰ লগত সম্পৰ্ক স্থাপন কৰিব॥২১॥ যদি কোনো বিপদত পৰে, উচ্চমূল্যৰ পণ্যখিনি বা নিজকে উদ্ধাৰ কৰিব॥২২॥ অথবা, নিজ ৰাজ্যলৈ উলটি আহিব নোৱাৰিলেকে (সেই দেশৰ ৰজাক) দিব লগীয়া সকলো কৰ পৰিশোধ কৰি ব্যৱসায় চলাই যাব॥২৩॥ আৰু জলপথেৰে বাণিজ্য কৰিবলৈ গ'লে, আগতে যানভাটক (নাও আদিৰ ভাৰা), পথ্যদন (বাট-খৰচ), নিজৰ পণ্য আৰু তাৰ বদলি কিনিব খোজা বিদেশী পণ্যৰ মূল্য আৰু পৰিমাণ, যাত্ৰাৰ উপযোগী সময়, ভয়ৰ প্ৰতিকাৰৰ ব্যৱস্থা, আৰু পণ্যপত্তন-চাৰিত্ৰৰ (বন্দৰৰ নিয়ম-কানুন আদিৰ) বুজ ল'ব॥২৪॥

আৰু নদী-পথেৰে গ'লে, তেওঁ (বন্দৰৰ) নিয়ম-কানুনৰ দ্বাৰা ব্যৱসায়ৰ
অৱস্থাৰ ভু-জ লৈ যলৈ গলে লাভ হয় তালৈ যাব আৰু লাভৰ সম্ভাৱনা
নথকা ঠাই পৰিহাৰ কৰিব॥২৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "পণ্যাধ্যক্ষ" নামৰ ষোড়শ (আৰম্ভণিৰপৰা ৩৭তম) অধ্যায় সমাপ্ত।

# সপ্তদশ অধ্যায়

## ৩৫তম প্ৰকৰণ : কুপ্যাধ্যক্ষ (মূল্যবান কাঠ, বাঁহ আদি বনজ সম্পদ আহৰণৰ দায়িত্বত থকা মুখ্য বিষয়া)

কুপ্যাধ্যক্ষই বনৰক্ষী পুৰুষসকলৰ হতুৱাই দ্ৰব্য-বনৰপৰা বনজ সম্পদ আহৰণ কৰাব॥১॥ তেওঁ বনজ সম্পদৰ কাৰখানাও স্থাপন কৰিব॥২॥ দ্ৰব্য-বনৰ গছ কটোঁতাৰপৰা তেওঁ কৰ আদায় কৰিব আৰু (কৰ নিদিয়াকৈ গছ কাটিলে) জৰিমনাও আদায় কৰিব; অৱশ্যে বিপদত পৰি কাটিলে জৰিমনা কৰিব নালাগে॥৩॥

দ্ৰব্য-বনৰ উৎপন্ন বস্তুবোৰ হৈছে—

সাৰদাৰুবৰ্গৰ (সুকাঠী গছ) অন্তৰ্গত শাক (চেগুণ-জাতীয় গছ), তিনিশ, ধন্বন, অৰ্জুন, মধুক, তিলক, সাল, শিংশপা (শিশুগছ), অৰিমেদ, ৰাজাদন, শিৰীষ, খদিৰ, সৰল, তাল, অশ্বকৰ্ণ, সোমবল্ক, কুশ, আমগছ, প্ৰিয়ক, ধৱ ইত্যাদি॥৪॥

বেণুবৰ্গৰ অন্তৰ্গত উটজ (বহল সুৰুঙা থকা খহটা গাৰে এবিধ কাইটীয়া বাঁহ), চিমিয় (সুৰুঙা নথকা মিহি গাৰ বাঁহ), চাপ (সৰু সুৰুঙা থকা, অতি খহটা গাৰ বাঁহ), বেণু (ধনু তৈয়াৰ কৰাৰ উপযোগী বাঁহ), বংশ (বাঁহ), সাতিন (বহু থিয় কাইট থকা বাঁহ), কণ্টক (গোমশানৰ দৰে গুটি গুটি হোৱা বাঁহ), ভাল্লুক (দীঘল পাবৰ বাঁহ—ভল্লুকা বাঁহ?) আদি॥৫॥

বল্লীবৰ্গৰ (লতাসমূহৰ) অন্তৰ্গত বেত, শীকবল্লী, বাশী, শ্যামলতা, নাগলতা আদি॥৬॥

বল্কবৰ্গৰ (আঁহীয়া গছসমূহৰ) অন্তৰ্গত মালতী, মূৰ্বা, অৰ্ক, শণ, গৱেধুক, অতসী (তিচী) প্ৰভৃতি॥৭॥

জৰীৰ উপাদান-সামগ্ৰী মুঞ্জ, বল্বজ প্ৰভৃতি॥৮॥ তালী, তাল আৰু ভূৰ্জৰ পাত॥৯॥

কিংশুক, কুসুম্ভ আৰু কুংকুমৰ ফুল॥১০॥

ঔষধবৰ্গৰ অন্তৰ্গত কন্দ, মূল, ফল প্ৰভৃতি॥১১॥

বিষবৰ্গৰ অন্তৰ্গত কালকূট (আঁহত গছৰ পাতৰ দৰে পাত থকা এবিধ বিষবৃক্ষ), বৎসনাভ, হলাহল (বেজীৰ দৰে পাতল এবিধ বিহগছ), মেষশৃংগ, মুস্তা, কুষ্ঠ, মহাবিষ, বেল্লিতক, গৌৰাৰ্দ্ৰ, বালক (পিপলীৰ আকাৰৰ ঔষধি), মাৰ্কট (বান্দৰৰ গুপ্তাংগৰ দৰে শিপা থকা ঔষধি), হৈমৱত (হিমালয়ত হোৱা), কালিংগক (কলিংগ দেশজ ঔষধিবিশেষ), দাৰদক (দৰদ দেশত উৎপন্ন হোৱা ঔষধিবিশেষ), অঙ্কোলসাৰ (অঙ্কোল নামৰ গছৰ সাৰ), উষ্ট্ৰক (এবিধ বিষবৃক্ষ) আৰু আন আন বিষ, সাপ আৰু পোক-পৰুৱা আদিৰ বিষ, আৰু (টিনৰ) কলহত ভৰাই থোৱা এই বিষবোৰ॥১২॥

গুইসাপ, সেৰক (গুই বিশেষ), চিতা-বাঘ, ভালুক, শিশু, সিংহ, বাঘ, হাতী, মহ, চমৰী-গৰু, সৃমৰ (হৰিণবিশেষ), গড়, গোমৃগ (মেঠোন), গবয় (গৰুসদৃশ জন্তুবিশেষ) আৰু অন্যান্য মৃগ, পশু, পক্ষী আৰু হিংস্ৰ জন্তুৰ ছাল, হাড়, পিত্ত, স্নায়ু, চকু, দাঁত শিং, খুৰা আৰু নেজ॥১৩॥

(ধাতুবৰ্গৰ অন্তৰ্গত) লো, তাম, তীখা, বৃত্ত (ব্ৰঞ্জ), কাঁহ, সীহ, টিন, বৈকৃন্তক আৰু পিতল॥১৪॥[1]

বাঁহ-বেত আৰু মাটিৰ পাত্ৰ॥১৫॥

এঙাৰ, তুঁহ, ছাই; মৃগ, পশু আৰু পক্ষীৰ গুৱাল, খুৰি আৰু বাঁহৰ বেৰ॥১৬॥

নগৰৰ বাহিৰত আৰু ভিতৰত, উভয় ঠাইতে কুপ্যাধ্যক্ষই নগৰবাসীৰ
জীৱিকাৰ অৰ্থে আৰু নগৰ-ৰক্ষাৰ্থে সকলো প্ৰকাৰ দ্ৰব্য নিৰ্মাণৰ কাৰণে
সুকীয়া সুকীয়া কাৰখানা স্থাপন কৰিব॥১৭॥

কৌটিল্যীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "কুপ্যাধ্যক্ষ" নামৰ সপ্তদশ (আৰম্ভণিৰপৰা ৩৮তম) অধ্যায় সমাপ্ত।

---

[1] [illegible] "আকৰাধ্যক্ষ" (২।১২) প্ৰকৰণৰ অন্তৰ্গত হ'লেও কুপ্যাধ্যক্ষই এইবোৰ সংগ্ৰহ কৰিছিল কাৰণে এই প্ৰকৰণত উল্লেখ কৰা হৈছে।

# অষ্টাদশ অধ্যায়

## ৩৬তম প্ৰকৰণ : আয়ুধাগাৰৰ অধ্যক্ষ

আয়ুধাগাৰৰ (অস্ত্ৰাগাৰৰ) অধ্যক্ষই যুদ্ধত ব্যৱহাৰৰ কাৰণে, দুৰ্গ-ৰক্ষাৰ কাৰণে আৰু শত্ৰুৰ নগৰ আক্ৰমণ কৰিবলৈ যন্ত্ৰ নিৰ্মাণ কৰাব আৰু তাৰ উপৰিও সেই সেই বিষয়ত অভিজ্ঞ কাৰু আৰু শিল্পীৰ হতুৱাই অস্ত্ৰ-শস্ত্ৰ, বৰ্ম আৰু সাজ-পাৰ আদি প্ৰস্তুত কৰাব; এইবোৰ কাম কৰাওঁতে তেওঁ কামৰ পৰিমাণ, সময় আৰু কৰ্মীসকলৰ বেতন সম্পৰ্কে চুক্তিবদ্ধ হ'ব আৰু প্ৰস্তুত বস্তুবোৰৰ প্ৰত্যেক বিধকে উপযুক্ত স্থানত ৰাখিব॥১॥ তেওঁ ঘনাই বস্তুবোৰৰ স্থান পৰিবৰ্তন কৰিব আৰু ৰ'দ-বতাহ লাগিব দিব॥২॥ তাপ লাগি, সেমেকি বা পোকে কুটা কাৰণে যিবোৰ বস্তু নষ্ট হৈছে সেইবোৰ বেলেগে ৰাখিব॥৩॥ বস্তুবোৰৰ শ্ৰেণী, ৰূপ, লক্ষণ, পৰিমাণ, প্ৰাপ্তি-স্থান, মূল্য আৰু ৰখা ঠাই, এই সকলো বিষয়ে তেওঁৰ জ্ঞান থাকিব লাগিব॥৪॥

সৰ্বতোভদ্ৰ (গাড়ীৰ চকৰীৰ দৰে, দুৰ্গৰ বেৰত ৰাখি ইয়াৰ দ্বাৰা শিল নিক্ষেপ কৰিব পাৰি), জামদগ্ন্য (ই এবিধ ধনুৰ্যন্ত্ৰ, ইয়াৰ কেন্দ্ৰত থকা এটা ছিদ্ৰৰপৰা শৰ নিক্ষেপ কৰিব পাৰি), বহুমুখ (স্তম্ভৰ ওপৰত থকা বহুমুখবিশিষ্ট কোঠালি, যঁৰপৰা ধনুৰ্ধাৰীসকলে চৌদিশে শৰ মাৰিব পাৰে), বিশ্বাসঘাতী (নগৰৰ প্ৰাচীৰৰ বাহিৰত ব্যত্যস্তভাৱে ৰখা যন্ত্ৰ-চালিত স্থূল দণ্ডবিশেষ, স্পৰ্শ কৰিলেই ওপৰত পৰি প্ৰাণ নাশ কৰে), সংঘাটী (অগ্নি প্ৰজ্বালন কৰা যন্ত্ৰ), যানক (চকাৰ ওপৰত ৰখা দণ্ডসদৃশ যন্ত্ৰবিশেষ), পৰ্জন্যক (অগ্নি-নিৰ্বাপক যন্ত্ৰ), বাহু (দুটা মুখামুখিকৈ ৰখা স্তম্ভ, যন্ত্ৰৰ সহায়ত শত্ৰুৰ ওপৰত পেলাই দি প্ৰাণ ল'ব পাৰি), ঊৰ্ধ্ববাহু (পঞ্চাশ হাত দীঘল প্ৰকাণ্ড স্তম্ভ, যন্ত্ৰেৰে শত্ৰুৰ গাত পেলাব পাৰি), অৰ্ধবাহু (ঊৰ্ধ্ববাহুৰ অৰ্ধেক পৰিমাণৰ স্তম্ভ)—এই কেইটা স্থিৰযন্ত্ৰ॥৫॥

পাঞ্চালিক (কাঠৰ জখলাত ঘনকৈ গজাল মাৰি দুৰ্গৰ চাৰিওকাষৰ গড়খাৱৈত ৰখা শত্ৰুৰ গতি-প্ৰতিৰোধক যন্ত্ৰ), দেৱদণ্ড (বেৰৰ ওপৰত গজাল নমৰাকৈ ৰখা প্ৰকাণ্ড চাঁতি), সূকৰিকা (শিলৰ আঘাতত প্ৰাসাদৰ বেৰ ভাগি নপৰিবলৈ ব্যৱহাৰ কৰা, ভিতৰত কপাহ আদি ভৰাই ৰখা চামৰাৰ মোনা), মুসলযষ্টি (খৈৰ কাঠেৰে সজা শূলৰ আকৃতিৰ যন্ত্ৰবিশেষ), হস্তিবাৰক (হাতীকো আঘাত কৰি বগৰাই পেলাব পৰা যন্ত্ৰবিশেষ), তালবৃন্ত (বতাহ সঞ্চালন কৰি ধূলি উৰুৱাই দিব পৰা ঘূৰ্ণায়মান যন্ত্ৰবিশেষ), মুদ্গৰ, গদা, স্পৃক্তলা (অতি জোঙা গজাল লগোৱা গদা), কুদ্দাল, আস্ফোটিম (পাথৰ নিক্ষেপকাৰী যন্ত্ৰবিশেষ), উৎপাটিম (স্তম্ভ আদি বগৰাই পেলাব পৰা যন্ত্ৰবিশেষ), উদ্ঘাটিম (একপ্ৰকাৰ মুদ্গৰাকৃতি যন্ত্ৰ), শতঘ্নী (দুৰ্গৰ প্ৰাকাৰৰ ওপৰত থোৱা সৰু-ডাঙৰ গজাল মৰা চকৰীবিশিষ্ট স্তম্ভ), ত্ৰিশূল আৰু চক্ৰ—এই কেইটা চলযন্ত্ৰ॥৬॥

শক্তি (চাৰি হাত দীঘল কৰবীৰ গছৰ পাতৰ লেখীয়া আকৃতিৰ মুখ থকা আৰু গাই-গৰুৰ বাতিৰ দৰে নাল থকা ধাতুময় অস্ত্ৰবিশেষ), প্ৰাস (চৌবিশ আঙুলি দীঘল ভিতৰত কাঠ থকা ধাতুময় দুপিঠীয়া অস্ত্ৰবিশেষ), কুন্ত (সাত, ছয় বা পাঁচ হস্ত দীঘল এক প্ৰকাৰ অস্ত্ৰ), হাটক (আগত তিনিটা জোং থকা কুন্তসদৃশ অস্ত্ৰবিশেষ), ভিণ্ডিপাল (আকৃতি ডাঙৰ এক প্ৰকাৰ কুন্তৰ দৰে অস্ত্ৰ), শূল (অনিয়ত দৈৰ্ঘ্যৰ এবিধ জোং থকা অস্ত্ৰ), তোমৰ (চাৰি, চাৰে চাৰি

বা পাঁচ হাত দীঘল এক প্ৰকাৰ কাঁড়ৰ দৰে মুখ থকা অস্ত্ৰ), বৰাহকৰ্ণ (গাহৰিৰ কাণৰ দৰে আগ থকা এক প্ৰকাৰ প্ৰাস), কণয় (দুয়ো মূৰ ত্ৰিশূলাকৃতি, মাজত হাতেৰে ধৰি পৰিচালনা কৰা অস্ত্ৰবিশেষ), কৰ্পণ (তোমৰ সদৃশ অস্ত্ৰবিশেষ, হাতেৰে নিক্ষেপ কৰা হয়), ত্ৰাসিকা (এমূৰে চূড়া থকা প্ৰাসৰ আকৃতিৰ অস্ত্ৰবিশেষ) প্ৰভৃতি হলমুখ (তীক্ষ্ণাগ্ৰ) অস্ত্ৰ বুলি অভিহিত॥৭॥

কাৰ্মুক, কোদণ্ড আৰু দ্ৰুণ—এই তিনি নামেৰে পৰিচিত ধনু তাল, চাপ (এক প্ৰকাৰ বাঁহ), কাঠ আৰু শিঙৰপৰা তৈয়াৰ হয়॥৮॥ মূৰ্বা, অৰ্ক, শণ, গৱেধু, বেণু আৰু (জন্তুৰ) স্নায়ুৰ দ্বাৰা ধনুৰ গুণ তৈয়াৰ হয়॥৯॥ বেণু, শৰ, শলাকা (সাৰুৱা কাঠেৰে তৈয়াৰী), দণ্ডাসন (অৰ্ধনাৰাচ) আৰু নাৰাচ (লোহময়)—এইবোৰ (বিভিন্ন প্ৰকাৰৰ) শৰ॥১০॥ শৰৰ মুখবোৰ লো, হাড় আৰু কাঠৰ আৰু তাৰ দ্বাৰা ছেদন, ভেদন (বিন্ধা) আৰু তাড়ন কাৰ্য কৰা হয়॥১১॥

নিস্ত্ৰিংশ (আগবেঁকা তৰোৱাল), মণ্ডলাগ্ৰ (ঘূৰণীয়া আগৰ পোন তৰোৱাল) আৰু অসিযষ্টি (পাতল দীঘল তৰোৱাল)—এই তিনি বিধ তৰোৱাল॥১২॥ তৰোৱালৰ মুঠি গড়ৰ খজা, ম'হৰ শিং, হাতীৰ দাঁত, কাঠ আৰু বাঁহৰ মূলেৰে প্ৰস্তুত হয়॥১৩॥

পৰশু (চৌবিশ অঙ্গুল দীঘল সম্পূৰ্ণ লোহময় কুঠাৰ), কুঠাৰ, পট্টস (এমূৰে বা দুয়োমূৰে ত্ৰিশূলযুক্ত এক প্ৰকাৰ কুঠাৰ), খনিত্ৰ (চিপৰাং), কোদাল, ককচ, কাণ্ডচ্ছেদন (বন-কুঠাৰ)—এইবোৰ ক্ষুৰজাতীয় অস্ত্ৰ॥১৪॥

যন্ত্ৰ-পাষাণ (যন্ত্ৰৰ দ্বাৰা নিক্ষেপ কৰা শিল), গোষ্পণ-পাষাণ (গোষ্পণ নামক দণ্ডৰ দ্বাৰা নিক্ষেপণীয় শিল), মুষ্টি-পাষাণ (হাতৰ মুঠিৰে মাৰি পঠিওৱা শিল) আৰু ৰোচনী-দৃষদ (জাঁত আদিত ব্যৱহৃত শিল)—এইবোৰ শিলৰ অস্ত্ৰ॥১৫॥

লোহ-জালিকা (মূৰৰপৰা ভৰিলৈ আগুৰা লোহময় আৱৰণবিশেষ), লোহপট্ট (বাহুত বাদে গোটেই গা ঢাকিব পৰা লোহময় বৰ্ম), লোহ-কবচ (বুকু আৰু পিঠি আগুৰা লোহময় বৰ্ম), সূত্ৰ-কঙ্কট (সূতাৰে নিৰ্মিত বৰ্ম) আৰু শিশু, গণ্ড, ধেনুক, হাতী আৰু গৰুৰ ছাল, খুৰা আৰু শিং সমন্বিত বৰ্ম॥১৬॥ শিৰস্ত্ৰাণ, কণ্ঠত্ৰাণ, কূৰ্পাস (হাতৰ আধাখিনিলৈ ঢকা আৱৰণ), কঞ্চুক (আঁঠুলৈকে পৰা আৱৰণ), বাৰবাণ (ভৰিৰ গোৰোহালৈকে ওলোমা আৱৰণ), পট্ট (লোহা বিনে আন ধাতু বা বস্তুৰে কৰা হাত নোহোৱা আৱৰণ), নাগোদৰিকা (কৰতলৰ আৱৰণ), পেটী (কাঠ আৰু লতাৰে নিৰ্মিত আৱৰণ), চৰ্ম (চামৰাৰে কৰা ঢাল), হস্তিকৰ্ণ (এক প্ৰকাৰ মুখ ঢাকিবৰ ফলক), তালমূল (কাঠেৰে তৈয়াৰী মুখৰ ফালে বহল ফলক), ধমনিকা (ভিতৰত কতাহ সুমুৱাই লোৱা কাপোৰ বা চামৰাৰ মোনা), কপাট (কাঠৰ ফলক), কিটিকা (চামৰা আৰু বেতেৰে নিৰ্মিত আৱৰণ), অপ্ৰতিহত (হাতৰ আৱৰণ) আৰু বলাহকান্ত (প্ৰান্তত লোৰ পটী থকা অপ্ৰতিহত)—এইবোৰ আৱৰণ (ঢাল)॥১৭॥

হাতী, ঘোঁৰা আৰু ৰথ চালনাৰ শিক্ষা দিওঁতে যিবোৰ সামগ্ৰী ব্যৱহৃত হয় আৰু এইবোৰক অলঙ্কৃত আৰু সজ্জিত কৰাত যিবোৰ বস্তু ব্যৱহৃত হয় তাক উপকৰণ বোলা হয়॥১৮॥

ঐন্দ্ৰজালিক কৰ্ম আৰু গোপন প্ৰতিকাৰক (চতুৰ্দশ অধিকৰণত বৰ্ণিত) (ঔপনিষদ) কৰ্ম বোলে॥১৯॥

কাৰখানা সম্পৰ্কে—

আয়ুধাগাৰাধ্যক্ষই (ৰজাৰ) ইচ্ছা, বিবিধ কৰ্ম-সম্পৰ্কীয় [illegible]

পৰিচালনা, প্ৰৱাহ নিৰ্মাণ, (আনে কৰা) প্ৰতাৰণা, লাভ, লোকচান আৰু
ব্যয়ৰ কথা জানিব লাগিব॥২০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "আয়ুধাগাৰৰ অধ্যক্ষ" নামে অষ্টাদশ (আৰম্ভণিৰপৰা ৩৯তম) অধ্যায় সমাপ্ত।

# ঊনবিংশ অধ্যায়

## ৩৭তম প্ৰকৰণ : তুল আৰু পৰিমাণৰ প্ৰমিতীকৰণ (Standardisátion)

পৌতৱাধ্যক্ষই (মাল জোখা পাত্ৰ আৰু দগাৰ অধ্যক্ষ) তুলা (ওজন) আৰু মানৰ (পৰিমাণ) সঁজুলি প্ৰস্তুত কৰাৰ কাৰণে কাৰখানা স্থাপন কৰাব॥১॥

দহোটা মাটিমাহ বা পাঁচোটা গুঞ্জামণিৰ ওজনেই এক সুৱৰ্ণমাষক (সোণৰ মাষক)॥২॥ ষোলটা মাষকত এক সুৱৰ্ণ বা কৰ্ষ হয়॥৩॥ চাৰিটা কৰ্ষই এক পল॥৪॥

অষ্টাশীটা বগা সৰিয়হত এক ৰৌপ্য-মাষক হয়॥৫॥ ষোলটা ৰৌপ্য-মাষক বা কুৰিটা শিম্বা-উৰহীৰ গুটিৰ দ্বাৰা এক ধৰণ হয়॥৬॥

এক বজ্ৰধৰণ (এক ধৰণ হীৰা) কুৰিটা চাউলৰ ওজনৰ সমান॥৭॥

(সোণ-ৰূপ আদি ওজন কৰা দগাৰ নামবোৰ হৈছে) অৰ্ধমাষক, এক মাষক, দুই মাষক, চাৰি মাষক, আঠ মাষক, এক সুৱৰ্ণ, দুই সুৱৰ্ণ, চাৰি সুৱৰ্ণ, আঠ সুৱৰ্ণ, দহ সুৱৰ্ণ, কুৰি সুৱৰ্ণ, ত্ৰিশ সুৱৰ্ণ, চল্লিশ সুৱৰ্ণ, এশ সুৱৰ্ণ॥৮॥ ইয়াৰ দ্বাৰা ধৰণ সম্পৰ্কেও বুজোৱা হ'ল॥৯॥

প্ৰতিমানবোৰ (দগাবোৰ) লোহেৰে নিৰ্মিত হ'ব, (অথবা) মগধ দেশ আৰু মেকল[1] পৰ্বতত উৎপন্ন শিলেৰে কৰিব পাৰি: অথবা যিবোৰ বস্তুৰ পানীত তিতিলে বা গাত মলি লাগিলে ওজন বাঢ়ে আৰু তাপ পালে ওজন নুটুটে তেনে বস্তুৰে (শংখ আদিৰে) কৰিব পাৰি॥১০॥

(দৈৰ্ঘ্যে) ছয় অঙ্গুলৰপৰা আৰম্ভ কৰি ক্ৰমান্বয়ে আঠ অঙ্গুল আঠ অঙ্গুলকৈ বঢ়াই দহতাল দাণ্ডি তৈয়াৰ কৰাব; দাণ্ডিৰ লোৰ ওজন ক্ৰমে এক পলৰপৰা এক পল এক পল বাঢ়ি দহ পললৈ হ'ব; দাণ্ডিৰ কাষৰ দুয়োকাষে অথবা একাষে সুতাৰ শিকিয়াত (ওলোমাই থোৱা) দুটা বা এটা বাটি থাকিব॥১১॥

পঞ্চত্ৰিশ পল ওজনৰ লোহেৰে বাহাত্তৰ অঙ্গুল দীঘল সমবৃত্তা নামক দাণ্ডি কৰাব॥১২॥ সেই দাণ্ডিত পাঁচ পল ওজনৰ এটা (ধাতুৰ) আঙুঠি এমূৰে বান্ধি দাণ্ডিৰ সমকৰণ কৰিব (অৰ্থাৎ মধ্যবিন্দু নিৰ্ণয় কৰি তাত শূন্য চিন দিব)॥১৩॥ সেই বিন্দুৰপৰা আৰম্ভ কৰি এক কৰ্ষ এক কৰ্ষকৈ দহ কৰ্ষৰ, (তাৰ পিছত) এক পল এক পলকৈ দহ পলৰ আৰু তাৰ পিছত বাৰ, পোন্ধৰ আৰু কুৰি পলৰ দাগ কটাব॥১৪॥ তাৰ পিছত দহ পল দহ পলকৈ বঢ়াই নি এশ পললৈকে দাগ কটাব॥১৫॥ প্ৰত্যেক অক্ষত (অৰ্থাৎ প্ৰত্যেক পঞ্চম দাগত) নান্দী-চিহ্ন (স্বস্তিকা-চিহ্ন) দিয়াব॥১৬॥

সমবৃত্তা দাণ্ডিতকৈ দুগুণ ওজনৰ লোৰ দ্বাৰা নিৰ্মিত ছিয়ানব্বৈ অঙ্গুল দীঘল দাণ্ডিক

[1] মেকল পৰ্বত মধ্যপ্ৰদেশত।

পৰিমাণী বোলা হয়॥১৭॥ সেই দাণ্ডত এশ পলৰ ঊৰ্দ্ধত এশ কুৰি, এশ পঞ্চাশ আৰু দুশ পলৰ দাগ কটাব॥১৮॥

(এশ পলত এক তুলাকৈ) কুৰি তুলাত এক ভাৰ হয়॥১৯॥

দহ ধৰণত এক পল হয়॥২০॥ এনেকুৱা এশ পল মিলি আয়মানী (ৰাজকীয় আয়ৰ মানক তুলা) তুলাচনী হয়॥২১॥ এই আয়মানী তুলাতকৈ পাঁচ পল পাঁচ পলকৈ কম ওজনৰ দাণ্ডক ক্ৰমে ব্যৱহাৰিকী তুলা (যেপেৰুৱা তুলাচনী), ভাজনী তুলা (কৰ্মচাৰীসকলক বস্তু ওজন কৰি দিয়াত ব্যৱহৃত) আৰু অন্তঃপুৰ-ভাজনী তুলা (ৰাজ-অন্তঃপুৰৰ ৰাণী আৰু ৰাজকোঁৱৰ-সকলক বস্তু জুখি দিয়া তুলাচনী) বোলা হয়॥২২॥ ব্যৱহাৰিকী, ভাজনী আৰু অন্তঃপুৰ-ভাজনী—এই তিনি প্ৰকাৰ তুলাৰ প্ৰত্যেক পলতে ক্ৰমে আধা ধৰণ আধা ধৰণকৈ কম হ'ব (অৰ্থাৎ ব্যৱহাৰিকী তুলাত ৯½ ধৰণে এক পল, ভাজনীত ৯ ধৰণে আৰু অন্তঃপুৰ-ভাজনীত ৮½ ধৰণে): এই তুলাচনীৰ দাণ্ডবোৰৰ প্ৰত্যেকতে ক্ৰমে দুই পল দুই পলকৈ কম লো থাকিব আৰু দৈৰ্ঘ্যও ক্ৰমে ছয় অংগুল ছয় অংগুলকৈ কম হ'ব॥২৩॥

আগৰ দুবিধ তুলাৰে (অৰ্থাৎ সমবৃত্তা আৰু পৰিমাণী তুলাত), মাংস, ধাতু, লোণ আৰু মণিত বাদে আন বস্তু জুখি লোৱাৰ সময়ত (প্ৰতি এশ পলত) পাঁচ পল অতিৰিক্তকৈ ল'ব॥২৪॥

কাঠেৰে তৈয়াৰী তুলাচনীৰ দাণ্ড আঠ হস্ত দীঘল হ'ব লাগে: ইয়াত দাগ কাটিব বা প্ৰতিমান (দগা) ব্যৱহাৰ কৰিব: ময়ূৰ-পদাকাৰ স্তম্ভৰ ওপৰত ইয়াক ওলোমাই ৰাখিব লাগে॥২৫॥

এক প্ৰস্থ চাউলৰ ভাত ৰান্ধিবলৈ পঁচিশ পল খৰিৰ প্ৰয়োজন॥২৬॥ বেছি বা অলপ চাউলৰ ক্ষেত্ৰতো ইয়েই সূচনা॥২৭॥

ইয়ালৈকে দাঁড়ি-পাল্লা আৰু দগা সম্পৰ্কে ব্যাখ্যা কৰা হ'ল॥২৮॥

দুশ পল মাটিমাহে ৰাজকীয় আয়ৰ মাপক এক দ্ৰোণ হয়, এশ সন্তাশী আৰু আধা পলত এক যেপেৰুৱা দ্ৰোণ হয়; এশ পসত্তৰ পলত ৰাজ-কৰ্মচাৰীৰ বেতন ভাগ কৰি দিয়া এক দ্ৰোণ; এশ বাৰষষ্টি আৰু আধা পলে অন্তঃপুৰৰ ৰাণী আৰু ৰাজ-কোঁৱৰসকলক বস্তু জুখি দিয়া এক দ্ৰোণ হয়॥২৯॥

এই চাৰি প্ৰকাৰ দ্ৰোণৰ ক্ৰমে এক-চতুৰ্থাংশ হৈ হৈ কম হৈ গ'লে আঢ়ক, প্ৰস্থ আৰু কুডুব নামে মান হয় (অৰ্থাৎ দ্ৰোণৰ এক-চতুৰ্থাংশ হ'লে আঢ়ক, আঢ়কৰ এক-চতুৰ্থাংশ হ'লে প্ৰস্থ, প্ৰস্থৰ এক-চতুৰ্থাংশ হ'লে কুডুব হয়)॥৩০॥ ষোল দ্ৰোণত এক খাৰী হয়॥৩১॥ কুৰি দ্ৰোণত এক কুম্ভ হয়॥৩২॥ দহ কুম্ভত এক বহ॥৩৩॥

শস্যাদি জোখা মানবোৰ (পাত্ৰবোৰ) শুকান টান কাঠেৰে নিৰ্মিত আৰু সমতাযুক্ত হ'ব লাগে; এনেভাৱে তৈয়াৰ হ'ব লাগে যাতে জোখা বস্তুৰ চাৰি ভাগৰ একভাগ পাত্ৰটোৰ (কাণৰ) ওপৰফালে থাকে, অথবা মোটেইখিনি পাত্ৰটোৰ ভিতৰতে ৰাখিব পাৰি॥৩৪॥ কিন্তু ৰস-দ্ৰব্যৰ ভিতৰত সুৰা আৰু ফুল, ফল, তুঁহ, এঙাৰ আৰু চূণ জোখা পাত্ৰ এনে হ'ব লাগে যাতে তাৰ ভাঁজতকৈ মুখৰ ভাগ দুগুণ বহল হয় আৰু তাত কাণ থাকে॥৩৫॥

এক দ্ৰোণ জুখিব পৰা মান-পাত্ৰৰ মূল্য চৌৱা এক পণ, আঢ়কৰ মূল্য পোন্ধে এক পণ, প্ৰস্থৰ মূল্য ছয় মাষ আৰু কুডুবৰ মূল্য এক মাষ হোৱা উচিত॥৩৬॥ ৰস-দ্ৰব্য আদি জোখা

মান-পাত্ৰৰ মূল্য ইয়াৰ দুগুণ হ'ব॥৩৭॥ প্ৰতিমানসমূহৰ (প্ৰত্যেক বিধৰে একোটাৰ) মূল্য হ'ব কুৰি পণ॥৩৮॥ তুলাচনীৰ দাম ইয়াৰ (কুৰি পণৰ) তিনি ভাগৰ এভাগ হ'ব॥৩৯॥

(পৌতৱাধ্যক্ষই) প্ৰতি চাৰি মাহৰ মূৰে মূৰে তুলা আৰু মানৰ ওপৰত মোহৰ মৰাব॥৪০॥ যিয়ে মোহৰ নমৰাকৈ থাকে তেওঁক চোৱা সাতাইশ পণ দণ্ড বিহিব॥৪১॥ (ব্যৱসায়ীসকলে) পৌতৱাধ্যক্ষক নিতৌ এক কাকণীকৈ মোহৰ মৰা মাচুল দিব লাগিব॥৪২॥

ঘিউ কিনিলে বত্ৰিশ ভাগৰ এভাগ তপ্তব্যাজী (উতলালে কম হোৱাৰ কাৰণে লোৱা অতিৰিক্ত কৰ) ল'ব; তেলৰ তপ্তব্যাজী চৌষষ্টি ভাগৰ এভাগ॥৪৩॥ জোখা পাত্ৰৰপৰা বৈ পৰা কাৰণে দ্ৰৱ-পদাৰ্থৰ ক্ষেত্ৰত পঞ্চাশ ভাগৰ এভাগ অতিৰিক্ত কৰ হিছাপে ল'ব॥৪৪॥

আধা কুডুৱ, চাৰি ভাগৰ এক কুডুৱ আৰু আঠ ভাগৰ-এক কুডুৱ পৰিমাণৰ মান-পাত্ৰ নিৰ্মাণ কৰাব॥৪৫॥

চৌৰাশী কুডুৱ ঘিউক এক বাৰক বোলা হয়; চৌষষ্টি কুডুৱ তেলে
এক বাৰক হয়: এই দুয়োবিধ বাৰকৰ চাৰি ভাগৰ এভাগক ঘটিকা বোলা
হয়॥৪৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "তুল আৰু পৰিমাণৰ প্ৰমিতীকৰণ" নামৰ ঊনবিংশ (আৰম্ভণিৰপৰা ৪০তম) অধ্যায় সমাপ্ত।

---

# বিংশ অধ্যায়

## ৩৮তম প্ৰকৰণ : দেশ আৰু কালৰ মান

মানাধ্যক্ষই (পৌতৱাধ্যক্ষ) দেশ আৰু কালৰ পৰিমাণৰ কথা জানিব লাগিব॥১॥

আঠোটা পৰমাণু গোট খাই এটা ৰথৰ চকৰীৰ বিপ্ৰুট (ধূলিকণা) হয়॥২॥ আঠোটা বিপ্ৰুটে এক লিক্ষা॥৩॥ আঠোটা লিক্ষাই এক যূকা॥৪॥ আঠোটা যূকাই এক যৱমধ্য॥৫॥ আঠ যৱমধ্যই এক অংগুল॥৬॥ অথবা, মজলীয়া আকৃতিৰ এজন পুৰুষৰ (হাতৰ) মাজৰ আঙুলিৰ মাজ ভাগৰ আটাইতকৈ বহল ভাগেই এক অংগুল॥৭॥

চাৰি অংগুলে এক ধনুৰ্গ্ৰহ॥৮॥ আঠ অংগুলে এক ধনুৰ্মুষ্টি॥৯॥ বাৰ অংগুলে এক বিতস্তি বা ছায়াপৌৰুষ[1]॥১০॥ চৈধ্য অংগুলত এক শম, শল, পৰিৰয় আৰু পদ হয়॥১১॥

দুই বিতস্তিয়ে এক অৰত্নি বা প্ৰাজাপত্য হস্ত (প্ৰজাপতি বা ব্ৰহ্মাৰ হাত) হয়॥১২॥ এক প্ৰাজাপত্য হস্ত আৰু এক ধনুৰ্গ্ৰহই মিলি যি হস্তমান হয় তাৰ দ্বাৰা তুলাচনী আদি আৰু পশুচাৰণ-ক্ষেত্ৰ মাপ কৰা হয়॥১৩॥ এক প্ৰাজাপত্য হস্ত আৰু এক ধনুৰ্মুষ্টি মিলি যি হস্তমান হয় তাক কিষ্কু বা কংস বোলে॥১৪॥ বিয়াল্লিশ অংগুলৰ কিষ্কু সূতাৰৰ কৰতৰ কাৰ্যত (কাঠ-ফলা কাম আদিত) আৰু ছাউনী, দুৰ্গ আৰু ৰাজকীয় সম্পত্তিৰ জোখ লোৱা কাৰ্যত ব্যৱহাৰ হয়॥১৫॥ চৌৱন অংগুলৰ হস্তৰ দ্বাৰা বনজ সম্পদৰ জোখ লোৱা হয়॥১৬॥

---

[1] ছায়া-মাপৰ পুৰুষ উচ্চতা।

চৌৰাশী অঙ্গুলৰ হস্তক ব্যাম বোলা হয়; ইয়াৰে জৰীৰ মাপ লোৱা হয় আৰু গড়-খাৱৈ আদি জোখাত ইয়াক পৌৰুষ (এজন মানুহৰ উচ্চতা) ৰূপে ব্যৱহাৰ কৰা হয়॥১৭॥

চাৰি অৰত্নিত এক দণ্ড, ধনুস্, নালিকা আৰু গাৰ্হপত্য পৌৰুষ (সৰ্বসাধাৰণ মানুহৰ উচ্চতা) আৰু (বজ্ৰৰ) অগ্নি-চয়নত পৌৰুষ-মান হিচাপেও ব্যৱহাৰ হয়॥১৯॥ ছয় কংসত এক দণ্ড হয়; হয়॥১৮॥ এশ আঠ অঙ্গুলত এক ধনুস্ হয়; ইয়াৰে বাট-পথ আৰু প্ৰাচীৰৰ জোখ লোৱা হয় আৰু (বজ্ৰৰ) অগ্নি-চয়নত পৌৰুষ-মান হিচাপেও ব্যৱহাৰ হয়॥১৯॥ ছয় কংসত এক দণ্ড হয়; ইয়াক ব্ৰাহ্মণ আৰু অতিথিক দিয়া দানৰ (ভূমি আদিৰ) জোখ কৰাত ব্যৱহাৰ কৰা হয়॥২০॥

দহ দণ্ডই এক ৰজ্জু॥২১॥ দুই ৰজ্জুৱে এক পৰিদেশ॥২২॥ তিনি ৰজ্জুৱে এক নিৱৰ্তন হয়; ই এটা কাল জোখাত ব্যৱহাৰ হয়॥২৩॥ এক নিৱৰ্তনৰ লগত দুই দণ্ড বেছিকৈ থাকিলে এক বাহু হয়॥২৪॥

দুই হেজাৰ ধনুসত এক গোৰুত॥২৫॥ চাৰি গোৰুতে এক যোজন॥২৬॥ ইয়ালৈকে ঠাইৰ জোখ সম্পৰ্কে ব্যাখ্যা কৰা হ'ল॥২৭॥

ইয়াৰ পিছত কালমান (সময়ৰ জোখ) সম্পৰ্কে কোৱা হ'ব॥২৮॥

সময়ৰ বিভাগবোৰ হৈছে—ত্ৰুট, লব, নিমেষ, কাষ্ঠা, কলা, নালিকা, মুহূৰ্ত, পূৰ্বাহ্ণ, অপৰাহ্ণ, দিন, ৰাতি, পক্ষ, মাহ, ঋতু, অয়ন, সংবৎসৰ আৰু যুগ॥২৯॥ দুই ত্ৰুটে[1] এক লব॥৩০॥ দুই লবে এক নিমেষ[2]॥৩১॥ পাঁচ নিমেষে এক কাষ্ঠা॥৩২॥ ত্ৰিশ কাষ্ঠাই এক কলা॥৩৩॥ চল্লিশ কলাই এক নালিকা॥৩৪॥ অথবা, পুতলে চাৰি সুৱৰ্ণ-মাষৰ চাৰি অঙ্গুল দীঘল এটা নলী তৈয়াৰ কৰি তাত (নলীটোৰ বেৰৰ ঘনত্বৰ সমান) এটা ছিদ্ৰ কৰি এক আঢ়ক পানী থ'লে পানীখিনি ওলাই যাওঁতে যিমান সময় লাগে সেয়ে এক নালিকা॥৩৫॥ দুই নালিকাই এক মুহূৰ্ত॥৩৬॥

চ'ত আৰু আহিন মাহত পোন্ধৰ মুহূৰ্তই এটা দিন আৰু পোন্ধৰ মুহূৰ্তই এটা ৰাতি হয়॥৩৭॥ তাৰ পিছত ছমাহ কাল তিনি মুহূৰ্ত তিনি মুহূৰ্তকৈ দিন বা ৰাতিৰ এটা বাঢ়ে, আনটো টুটে॥৩৮॥

(ছায়া-যন্ত্ৰৰ শঙ্কুৰ) ছায়া যেতিয়া আঠ পৌৰুষ (অৰ্থাৎ ছিয়ানব্বৈ অঙ্গুল) দীঘল হয় তেতিয়া দিনৰ ওঠৰ ভাগৰ এভাগ অতীত হৈছে; যেতিয়া ছয় পৌৰুষ হয়, তেতিয়া দিনৰ চৈধ্য ভাগৰ এভাগ অতীত হৈছে; তিনি পৌৰুষ হ'লে আঠ ভাগৰ এভাগ গৈছে, দুই পৌৰুষ হ'লে ছয় ভাগৰ এভাগ অতীত হৈছে; এক পৌৰুষ হ'লে চাৰি ভাগৰ এভাগ শেষ হৈছে; আঠ অঙ্গুল হ'লে দহ ভাগৰ তিনি ভাগ অতীত হৈছে; চাৰি অঙ্গুল হ'লে আঠ ভাগৰ তিনি ভাগ অতীত হৈছে; ছায়া যেতিয়া নাই, তেতিয়া বেলি দুপৰীয়া॥৩৯॥ দুপৰীয়াৰ পিছত দিনটোৰ বাকীছোৱা (সম্পৰ্কেও একেটা কালমাপৰ) এইদৰেই নিৰূপণ কৰিব লাগিব॥৪০॥

আহাৰ মাহৰ দুপৰীয়া ছায়া নাইকিয়া হয়॥৪১॥ ইয়াৰ পিছত শাওণ আদি ছমাহ কাল (দুপৰীয়াৰ দুপৰীয়া) ছায়া প্ৰতিমাহে দুই অঙ্গুলকৈ বাঢ়ে আৰু মাঘ আদি ছমাহ কাল দুই অঙ্গুলকৈ কমে॥৪২॥

---

[1] অৰ্থশাস্ত্ৰৰ কোনো কোনো সংস্কৰণত 'নিমেষচতুৰ্ভাগস্ত্ৰুটি' বাক্যটো দেখা যায়। ইয়াৰ অৰ্থ এক নিমেষৰ চাৰি ভাগৰ এভাগক ত্ৰুটি বোলে।

[2] নিমেষ শব্দৰ অৰ্থ চকুৰ পতাৰ মাৰ; কোনো কোনো টীকাকাৰৰ মতে এটা হ্ৰস্ব স্বৰ উচ্চাৰণ কৰোঁতে লগা সময়।

পোন্ধৰটা দিন আৰু ৰাতি মিলি এক পক্ষ হয়॥৪৩॥ চন্দ্ৰৰ বৃদ্ধি হোৱা পক্ষক শুক্লপক্ষ বোলে॥৪৪॥ চন্দ্ৰৰ হ্ৰাস হোৱা পক্ষক বহুলপক্ষ (কৃষ্ণপক্ষ) বোলে॥৪৫॥

দুই পক্ষই এক মাস (মাহ)॥৪৬॥ ত্ৰিশটা দিন আৰু ৰাতি মিলি এক কৰ্মমাস (working month)॥৪৭॥ আধা দিন বেছি ধৰিলে এক সৌৰ মাস হয়॥৪৮॥ (ত্ৰিশতকৈ) আধা দিন কম হ'লে এক চান্দ্ৰ মাস হয়॥৪৯॥ সাতাইশটা (দিন আৰু ৰাতিয়ে) এক নাক্ষত্ৰ মাস হয়॥৫০॥ বত্ৰিশটা (দিন আৰু ৰাতিয়ে) এক বলমাস (সৈন্যক বেতন দিয়াত ব্যৱহৃত মাহ) ॥৫১॥পয়ত্ৰিশটা দিন আৰু ৰাতিয়ে মিলি ঘোঁৰাৰ ৰক্ষণাবেক্ষণৰ কাৰণে এমাহ হয়॥৫৩॥ চল্লিশটা দিন আৰু ৰাতিয়ে মিলি হাতীৰ ৰক্ষণাবেক্ষণৰ কাৰণে এমাহ হয়॥৫৪॥

দুই মাহে এক ঋতু॥৫৫॥ শাওন আৰু ভাদ বৰ্ষা॥৫৬॥ আহিন আৰু কাতি শৰৎ॥৫৭॥ আঘোণ আৰু পুহ হেমন্ত॥৫৮॥ মাঘ আৰু ফাগুন শীত॥৫৯॥ চ'ত আৰু বহাগ বসন্ত॥ ৬০॥ জেঠ আৰু আহাৰ গ্ৰীষ্ম॥৬১॥

শীত-ঋতুৰপৰা উত্তৰায়ণ আৰম্ভ হয়॥৬২॥ বৰ্ষা ঋতুৰপৰা দক্ষিণায়ন আৰম্ভ হয়॥৬৩॥ দুটা অয়নে এক সংবৎসৰ হয়॥৬৪॥ পাঁচোটা সংবৎসৰে এক যুগ হয়॥৬৫॥

> সূৰ্যই দিনটোৰ ষাঠি ভাগৰ এভাগ হৰণ কৰে; এইদৰে এটা ঋতুত সূৰ্যই এটা দিন হৰণ কৰে; এইদৰে (এটা ঋতুত) চন্দ্ৰয়ো এটা দিন হৰণ কৰে॥৬৬॥
>
> এইদৰে প্ৰতি আঢ়ৈ বছৰৰ ভিতৰত এটা অতিৰিক্ত মাহৰ সৃষ্টি কৰে— প্ৰথমটো (সূৰ্যই) গ্ৰীষ্মঋতুত আৰু পিছৰটো (চন্দ্ৰই) পাঁচ বছৰৰ অন্তত॥৬৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "দেশ আৰু কালৰ মান" নামৰ বিংশ (আৰম্ভণিৰপৰা ৪১তম) অধ্যায় সমাপ্ত॥

# একবিংশ অধ্যায়

## ৩৯তম প্ৰকৰণ : শুল্কাধ্যক্ষ

শুল্কাধ্যক্ষই (নগৰৰ) প্ৰধান দ্বাৰৰ ওচৰত শুল্কশালা নিৰ্মাণ কৰাব আৰু (তাত) পুবমুৱাকৈ বা উত্তৰমুৱাকৈ পতাকা স্থাপন কৰিব॥১॥

চাৰিজন বা পাঁচজন শুল্ক-আদায়কাৰীয়ে সমাগত বণিকসকলৰ বিষয়ে (বিতংভাৱে) লিখিব—তেওঁলোক কোন, কোন ঠাইৰপৰা আহিছে, তেওঁলোকৰ লগত পণ্য-সামগ্ৰী কিমান আছে, তেওঁলোকক পৰিচয়-পত্ৰ ক'ত দিয়া হৈছে আৰু ক'ত (পণ্যৰ ওপৰত) মোহৰ মৰা হৈছে॥২॥

মোহৰ নমৰা মালৰ কাৰণে শুল্কৰ দুগুণ দণ্ড ভৰিব॥৩॥ জাল-মোহৰ পণ্যৰ কাৰণে শুল্কৰ আঠ গুণ দণ্ড হ'ব॥৪॥ পণ্যৰ ওপৰত মৰা ভগা মোহৰ থকা মালৰ ক্ষেত্ৰত দণ্ড হ'ব সেইবোৰ মালখানাত আটক কৰি ৰখাটো॥৫॥

ৰাজকীয় মোহৰৰ পৰিবৰ্তন ঘটালে বা নাইবা (পৰিচয়-পত্ৰক) নামৰ পৰিবৰ্তন কৰিলে প্ৰতি বোজা পণ্যৰ কাৰণে চৌৱা এক পণ দণ্ড বিধান কৰিব॥৬॥

পণ্য পতাকাৰ[১] ওচৰত উপস্থিত হ'লে বণিকসকলে তাৰ পৰিমাণ আৰু মূল্য ঘোষণা কৰি ক'ব—'ইমান পৰিমাণৰ বস্তু এই মূল্যত কোনে কিনিব?'॥৭॥ তিনি বাৰ ঘোষণা কৰাৰ পাছত ক্ৰেতাসকলে কিনিব খোজে তেওঁলোকক দিব॥৮॥ খৰিদ্দাৰসকলৰ মাজত অবিৰাআৰি লাগিলে মূল্যৰ যি বৃদ্ধি হ'ব সেইখিনি শুল্কেৰে সৈতে ৰাজ-ভঁৰাললৈ যাব॥৯॥

শুল্কৰ ভয়ত পণ্যৰ পৰিমাণ যদি কমকৈ দেখুৱায়, অথবা মূল্য কম বুলি কয়, তেতিয়া অতিৰিক্তখিনি ৰজাই গ্ৰহণ কৰিব॥১০॥ অথবা (বেপাৰীয়ে) আঠ গুণ শুল্ক দিব লাগিব॥১১॥ নিকৃষ্ট পণ্যৰ প্ৰতিবৰ্ণক (নমুনা) দেখুৱাই (শুল্কৰ ভয়ত উৎকৃষ্ট) পণ্যেৰে পূৰিত পাত্ৰৰ মূল্যৰ হ্ৰাস দেখুৱালে নাইবা মূল্যবান বস্তুবোৰ কম মূল্যৰ বস্তুৰে ঢাকি ৰাখিলে এই একে দণ্ডকে বিধান কৰিব॥১২॥

প্ৰতিযোগী খৰিদ্দাৰৰ ভয়ত কোনো খৰিদ্দাৰে যদি পণ্যৰ পাৰ লগীয়া মূল্যতকৈ বেছি মূল্য দি কিনি লয়, সেই বৰ্ধিত মূল্যখিনি ৰজাই গ্ৰহণ কৰিব, নাইবা শুল্কৰ পৰিমাণ দুগুণ কৰিব॥১৩॥ পণ্যাধ্যক্ষই যদি (বণিকৰ দোষ) ঢাকি ৰাখে তেতিয়া বণিকৰ ওপৰত বিহা দণ্ডৰ আঠ গুণ দণ্ড তেওঁ দিব লাগিব॥১৪॥

সেই কাৰণে, ওজন কৰি, পৰিমাণ কৰি বা গণি পণ্য-দ্ৰব্য বিক্ৰী কৰিব লগে, কম মূল্যৰ বস্তুৰ বা (শুল্ক বেহাই পোৱা বা নামমাত্ৰ শুল্ক নিৰ্দিষ্ট হোৱা) অনুগৃহীত বস্তুৰ (মূল্য সম্পৰ্কে) এটা আন্দাজ কৰি লব॥১৫॥

শুল্ক নিদিয়াকৈ পণ্য-দ্ৰব্য ধ্বজমূল (পতাকাৰ গুৰি) পাৰ কৰাই নিলে শুল্কৰ আঠ গুণ দণ্ড দিব লাগিব॥১৬॥ ৰাস্তাত চলাচল কৰা আৰু বাট-পথ নোহোৱা ঠাইত বিচৰণ কৰি ফুৰা (ৰজাই নিযুক্ত কৰা) চোৰাংচোৱাসকলে এই কথা (কৰ ফাঁকি দিয়া) ধৰা পেলাব॥১৭॥

বিয়াৰ কাৰণে প্ৰয়োজনীয় বস্তু, কন্যাই লগত নিয়া বিয়াৰ উপহাৰ উপহাৰ স্বৰূপে দিয়া বস্তু, যজ্ঞত, ধৰ্ম-কাৰ্যত বা সন্তান প্ৰসৱৰ সময়ত লগা বস্তু, দেৱতাৰ পূজা, চূড়াকৰণ, উপনয়ন, গোদান ব্ৰত, দীক্ষা আদি বিশেষ ক্ৰিয়াত প্ৰয়োজনীয় বস্তুৰ ওপৰত শুল্ক লগোৱা নহ'ব॥১৮॥ (এই সম্পৰ্কে) মিছা কোৱা লোকৰ ওপৰত চুৰি অপৰাধৰ কাৰণে বিধেয় দণ্ড ধাৰ্য কৰিব॥১৯॥

শুল্ক দিয়া পণ্য-দ্ৰব্যৰ লগত শুল্ক নিদিয়া পণ্য-দ্ৰব্য পাৰ কৰি নিয়া, নাইবা পণ্য-দ্ৰব্যৰ বস্তা (বা পাত্ৰ) খুলি একে মোহৰতে দ্বিতীয় এবিধ পণ্য-দ্ৰব্য তাৰ লগত লৈ যোৱা বণিকৰ ওপৰত শাস্তি হ'ব সেই পণ্য বাজেয়াপ্ত কৰা আৰু সমান পৰিমাণৰ পণ্য দণ্ডৰূপে লোৱা॥২০॥ গোবৰ-গুঠা বা ধান-খেৰ বুলি প্ৰমাণ কৰি শুল্ক-পালাবলগা (মূল্যবান পণ্য) অপহৰণকাৰী বণিকৰ ওপৰত উত্তম সাহস-দণ্ড প্ৰযোজ্য হ'ব॥২১॥

অস্ত্ৰ, শস্ত্ৰ, বৰ্ম, কবচ, ধাতু, ৰথ, ৰত্ন, শস্য আৰু পশু—এই কেইবিধ বস্তাদি কৰিব নলগীয়া বস্তুৰ কোনোটো বাহিৰলৈ পঠিয়ালে সেই বণিকৰ ওপৰত ঘোষণা কৰা মতে ৰাজ-দণ্ড বিহা হ'ব আৰু সেই বস্তুও তেওঁ হেৰুৱাব॥২২॥ এইবোৰ বস্তুৰ কোনোটো আমদানি কৰি আনিলে (নগৰৰ দ্বাৰৰ) বাহিৰতে বিনা শুল্কেই বিক্ৰী কৰিব পাৰিব॥২৩॥

অন্তপালে (সীমান্তৰক্ষী বিষয়া) প্ৰতি গাড়ী মালৰ বাবে সোৱা এক পণ বৰ্তনী (পথ-শুল্ক) আদায় কৰিব, (ঘোঁৰা আদি) এটা খুৰা থকা প্ৰতিটো জন্তুৰ বাবে এক পণ, (গৰু আদি)

---

[১] নগৰৰ বহিৰ্দ্বাৰত থকা পতাকা; আমদানি কৰা মাল বহিৰ্দ্বাৰতে বিক্ৰী কৰা হৈছিল।

পশুৰ বাবে আধাপণ, (ছাগলী আদি) ক্ষুদ্ৰ পশুৰ বাবে সিকি পণ আৰু কান্ধত লৈ অনা এবোজা মালৰ কাৰণে এক মাষক বৰ্তনী আদায় কৰিব॥২৪॥ (ৰাস্তাত) কোনো পণ্য হেৰালে বা চুৰি হ'লে অন্তপালে তাৰ ক্ষতিপূৰণ দিব লাগিব॥২৫॥ বিদেশৰপৰা অহা বণিকসকলৰ মূল্যবান আৰু কম মূল্যৰ পণ্য-দ্ৰব্য সম্পৰ্কে অনুসন্ধান কৰি পৰিচয়-পত্ৰ দি আৰু মালৰ ওপৰত মোহৰ মাৰি তেওঁলোকক শুল্কাধ্যক্ষৰ ওচৰলৈ পঠিয়াই দিব॥২৬॥

অথবা, বণিকবেশী গুপ্তচৰে সদাগৰসকলৰ পণ্য-সামগ্ৰীৰ পৰিমাণ সম্পৰ্কে (গোপনে) ৰজালৈ বাতৰি পঠিয়াব॥২৭॥ সেই বাতৰি অনুসৰি ৰজাই নিজৰ সৰ্বজ্ঞত্ব প্ৰচাৰৰ উদ্দেশ্যে শুল্কাধ্যক্ষক বণিকসকলৰ পণ্যৰ পৰিমাণ জনাই দিব॥২৮॥ তেতিয়া শুল্কাধ্যক্ষই বণিকসকলৰ ওচৰলৈ গৈ ক'ব—'অমুকৰ অমুকৰ এইখিনি মূল্যবান পণ্য, এইখিনি কম মূল্যৰ পণ্য, তোমালোকে লুকাব নোৱাৰিবা, ই আমাৰ ৰজাৰ (সৰ্বজ্ঞতাৰ) প্ৰভাৱ।'॥২৯॥ (এইদৰে কোৱাৰ পিছতো) কম মূল্যৰ বস্তু লুকালে শুল্কৰ আঠ গুণ দণ্ড বিহিব আৰু মূল্যবান বস্তু লুকালে, তেওঁৰ সকলো মাল বাজেয়াপ্ত কৰিব॥৩০॥

> যি দ্ৰব্য দেশৰ কাৰণে অনিষ্টকৰ বা যি দ্ৰব্য ফলদায়ক নহয়, শুল্কাধ্যক্ষই তাক নষ্ট কৰি পেলাব বা তাৰ আমদানি বন্ধ কৰি দিব; মহা উপকাৰক দ্ৰব্য আৰু দেশত দুৰ্লভ শস্যাদিৰ বীজ শুল্ক-ৰহিত কৰি দিব॥৩১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "শুল্কাধ্যক্ষ" নামৰ একবিংশ (আৰম্ভণিৰপৰা ৪২তম) অধ্যায় সমাপ্ত॥

# দ্বাবিংশ অধ্যায়

## ৩৯তম প্ৰকৰণ : শুল্কাধ্যক্ষ : শুল্ক-সূচী

পণ্য-সামগ্ৰী তিনি শ্ৰেণীৰ—গাওঁ অঞ্চলৰ, নগৰৰ আৰু বিদেশৰপৰা অহা॥১॥ শুল্ক দুই প্ৰকাৰ—নিষ্ক্ৰাম্য-শুল্ক (ৰপ্তানি-শুল্ক) আৰু প্ৰৱেশ-শুল্ক (আমদানি-শুল্ক)॥২॥

আমদানি কৰা বস্তুৰ ওপৰত মূল্যৰ পাঁচ ভাগৰ একভাগ শুল্কৰূপে ধাৰ্য হ'ব॥৩॥

ফুল, ফল, শাক, মূল, কন্দ, লতাজাতীয় গছৰ ফল, বীজ আৰু শুকান মাছ-মাংসৰ ওপৰত (মূল্যৰ) ছয় ভাগৰ একভাগ শুল্ক ধাৰ্য হ'ব॥৪॥

শঙ্খ, হীৰা, মণি আৰু মুক্তা আৰু প্ৰবালৰ হাৰৰ ক্ষেত্ৰত শুল্কাধ্যক্ষই সেই জাতীয় কামৰ অভিজ্ঞতা থকা লোকৰ সহায়ত কামৰ পৰিমাণ, সময় আৰু মজুৰি সম্পৰ্কে চুক্তি কৰি লৈ (বস্তুবোৰৰ) মূল্য নিৰূপণ কৰিব॥৫॥

ক্ষৌম (তিসী গছৰ বাকলিৰ আঁহৰ মোটা সূতাৰ কাপোৰ), দুকূল (গছৰ বাকলিৰ আঁহৰ মিহি সূতাৰ কাপোৰ), ক্ৰিমিতান (ক্ৰিমি-কোষজাত ৰেচম সূতা), সূতাৰে তৈয়াৰী কৱচ, হাইতাল, মনশিলা, অঞ্জন, হিঙুল, লো আৰু গৈৰিক আদি ধাতু, চন্দন-কাঠ, অগুৰু, মছলা, কিণ্ব, খনিৰ আৰু সমসদৃশ দ্ৰব্য, চামৰা, (হাতী আদিৰ) দাঁত, বিছনাৰ চাদৰ আৱৰণ-বস্ত্ৰ, পাটৰ কাপোৰ আৰু ছাগলী আৰু ভেৰাৰ নোমৰপৰা প্ৰস্তুত বস্ত্ৰাদিৰ ওপৰত (মূল্যৰ) দহ ভাগৰ বা পোন্ধৰ ভাগৰ একভাগ শুল্ক ধাৰ্য হ'ব॥৬॥

কাপোৰ, চতুষ্পাদ জন্তু, দ্বিপাদ জন্তু, সূতা, কপাহ, গন্ধ-দ্ৰব্য, ওষধি, কাঠ, বাঁহ, বাকল, চামৰাৰ পাত্ৰ, মাটিৰ বাচন, শস্য, (তেল আদি) স্নেহ-দ্ৰব্য, চেনি, লোণ, মদ আৰু পকান্ন প্ৰভৃতিৰ কুৰি ভাগৰ বা পঁচিশ ভাগৰ এভাগ শুল্ক ধাৰ্য হ'ব ॥৭॥

নগৰৰ দ্বাৰত (গাওঁৰপৰা অহা পণ্যৰ কাৰণে) পাঁচ ভাগৰ এভাগ শুল্ক আদায় কৰিব অথবা (সেই পণ্যৰপৰা) দেশে লাভ কৰা উপকাৰলৈ চাই শুল্কৰ (নিৰিখ) হ্ৰাস কৰিব ॥৮॥

আৰু পণ্য-সামগ্ৰী যি ঠাইত উৎপন্ন হয়, সেই ঠাইত তাৰ বিক্ৰীৰ অনুমতি নিদিব ॥৯॥ খনিৰপৰা ধাতুজাত পণ্য আনিলে ছশ পণ দণ্ড ভৰিব ॥১০॥ ফুল-ফলৰ বাৰীৰপৰা ফুল-ফল আনিলে চৌৱন পণ দণ্ড ভৰিব ॥১১॥ শাক-পাচলিৰ বাৰীৰপৰা শাক-পাচলি, মূল আৰু কন্দ আনিলে পোনে বাৱন পণ দণ্ড হ'ব ॥১২॥ খেতি-পথাৰৰপৰা যি কোনো শস্য আনিলে তেৱন পণ দণ্ড হ'ব ॥১৩॥

কৃষিজাত বস্তু কিনাৰ বাবে এক পণ আৰু বেচাৰ বাবে ডেৰ পণ দণ্ড হ'ব ॥১৪॥

উক্ত ব্যৱস্থাৰ দ্বাৰাই ন-পুৰণি পণ্যৰ ওপৰত বিভিন্ন দেশ আৰু জাতিৰ দস্তুৰ অনুসৰি শুল্ক নিৰ্ধাৰণ কৰিব আৰু অপৰাধ অনুসৰি দণ্ড বিহিব ॥১৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "শুল্কাধ্যক্ষ : শুল্ক-সূচী" নামৰ দ্বাবিংশ (আৰম্ভণিৰপৰা ৩৩তম) অধ্যায় সমাপ্ত ॥

---

# ত্ৰয়োবিংশ অধ্যায়

## ৪০তম প্ৰকৰণ : সূত্ৰাধ্যক্ষ

সূত্ৰাধ্যক্ষই সেই সেই কৰ্মত পাৰদৰ্শী লোকৰ দ্বাৰা সূতা, কবচ, কাপোৰ আৰু জৰীৰ কাৰবাৰ কৰাব ॥১॥

তেওঁ উণ, বাকলিৰ আঁহ, কপাহ, শিমলু-তুলা, শণ, তিচী—এইবোৰৰপৰা বিধবা, বিকলাঙ্গ তিৰোতা, অবিবাহিতা ছোৱালী, সন্ন্যাসিনী তিৰোতা, অৰ্থদণ্ডৰ সলনি গাৰে খাটি দিয়া তিৰোতা, বেশ্যাৰ মাতৃ, ৰজাৰ বুঢ়ী দাসী আৰু দেৱতাৰ সেৱা-কাৰ্যৰপৰা অব্যাহতি পোৱা দেৱদাসীৰ হতুৱাই সূতা কটাব ॥২॥

সূতা মিহি হৈছে নে মোটা হৈছে নে মজলীয়া বিধৰ হৈছে, তালৈ চাই আৰু পৰিমাণৰ কম-বেছি বুজি মজুৰি স্থিৰ কৰিব ॥৩॥ সূতাৰ পৰিমাণ বুজি (অৰ্থাৎ অধিক পৰিমাণে সূতা কাটিলে) তেল আৰু আমলখিৰ বিলেপন দি তেওঁলোকক অনুগ্ৰহ দেখুৱাব ॥৪॥ তিথি-পৰ্বৰ দিনাও সন্মান প্ৰদৰ্শন কৰি আৰু দান আগবঢ়াই তেওঁলোকক কামত খটুৱাব ॥৫॥ সূতা কম পৰিমাণে কাটিলে সূতাৰ মূল্য অনুসৰি মজুৰিও কম হ'ব ॥৬॥

আৰু তেওঁ (বোৱন-কাটন) কৰ্ম কৰা শিল্পী (তাঁতী) সকলৰ লগত কামৰ পৰিমাণ, সময় আৰু মজুৰি সম্পৰ্কে চুক্তি সম্পাদন কৰি তেওঁলোকৰ হতুৱাই কাম কৰাব আৰু তেওঁলোকৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰিব ॥৭॥

ক্ষুমা (তিচী গছৰ আঁহ), দুকূল (গছৰ বাকলিৰ আঁহ), ৰেচম, ৰঙ্কু হৰিণৰ নোম, কপাহ —এইবোৰৰ সূতাৰ কাপোৰ বোৱাৰ কাৰণে কল স্থাপন কৰিব খুজিলে, কৰ্মীসকলক গন্ধদ্ৰব্য,

মাজা, অৰ্থদান আৰু আন আন আনুকূল্যকাৰক উপায়ৰ দ্বাৰা সন্তুষ্ট কৰিব॥৮॥ তেওঁ নানা প্ৰকাৰ কাপোৰ, বিচনাৰ চাদৰ আৰু আৱৰণ-বস্ত্ৰ তৈয়াৰ কৰাব॥৯॥ তেওঁ সেই সেই কাৰ্যত পাৰদৰ্শী কাৰু আৰু শিল্পীসকলৰ হতুৱাই সূতাৰ কবচ নিৰ্মাণ কৰা কাৰখানাও স্থাপন কৰাব॥১০॥ (সচৰাচৰ) ঘৰৰ বাহিৰ নহয়, অথচ স্বোপাৰ্জনৰ দ্বাৰা পোহ-পাল যাব খোজে— প্ৰোষিতভৰ্তৃকা, বিধবা, বিকলাঙ্গ তিৰোতা, বিয়া নিদিয়া ছোৱালী- তেনে তিৰোতাৰ ওচৰলৈ নিজৰ দাসীসকলক পঠিয়াই তেওঁলোকৰ ভৰণ-পোষণৰ কাৰণে তেওঁলোকৰ হতুৱাই (বোৱন-কাটন) কাম কৰাব॥১১॥ তেওঁলোক যদি নিজে আহি সূত্ৰ-শালাত উপস্থিত হয়, তেওঁ ৰাতিপুৱাতে মালৰ বিনিময়ত তেওঁলোকক মজুৰি দিয়াৰ দিহা কৰিব॥১২॥ সূতা পৰীক্ষা কৰি চাবলৈকে মাত্ৰ তাত প্ৰদীপ থাকিব॥১৩॥ তিৰোতাৰ মুখলৈ চালে নাইবা আন কোনো বিষয়ে তেওঁৰ লগত কথা পাতিলে প্ৰথম সাহস-দণ্ড, মজুৰি দিয়াত পলম কৰিলে নাইবা কাম নকৰাতো মজুৰি দিলে মধ্যম সাহস-দণ্ড বিহিব॥১৪॥

যদি কোনো তিৰোতাই মজুৰি লৈ কাম নকৰে সেই তিৰোতাক (সোঁহাতৰ) বুঢ়া আঙুলিয়ে (আৰু মাজৰ আঙুলিয়ে মিলি) গঠন কৰা চেপেনাটো ত্যাগ কৰিবলৈ বাধ্য কৰিব (অৰ্থাৎ এই আঙুলি দুটাৰ আগডোখৰ কাটি পেলাব); সূতা, কাপোৰ আদি আত্মসাৎ কৰি বা চুৰি কৰি পলাই যোৱা তিৰোতাৰ ক্ষেত্ৰতো একে শাস্তিয়ে প্ৰযোজ্য হ'ব॥১৫॥

অপৰাধ অনুযায়ী কৰ্মীসকলৰ ওপৰত দণ্ড বিহি বেতনৰপৰা কাটি ল'ব॥১৬॥ জৰী প্ৰস্তুতকাৰী আৰু বৰ্ম প্ৰস্তুতকাৰীসকলৰ লগত তেওঁ নিজে যোগাযোগ ৰাখিব॥১৭॥ (হাতী, ঘোঁৰা আদি) বন্ধা চেলা-জৰী আদি বস্তুও তেওঁ প্ৰস্তুত কৰাব॥১৮॥

> তেওঁ যুদ্ধোপকৰণৰ আৰু যান-বাহন আদি বন্ধাৰ উপযোগী সূতা আৰু বাকলিৰ আঁহৰ জৰী আৰু বেত-বাঁহৰ চেলা-জৰী প্ৰস্তুত কৰাব॥১৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "সূত্ৰাধ্যক্ষ" নামৰ ত্ৰয়োবিংশ (আৰম্ভণিৰপৰা ৪৪তম) অধ্যায় সমাপ্ত॥

# চতুৰ্বিংশ অধ্যায়

## ৪১তম প্ৰকৰণ : সীতাধ্যক্ষ (কৃষি-অধ্যক্ষ)

সীতাধ্যক্ষই কৃষি-শাস্ত্ৰ, শুল্ব (মাটিৰ তলত থকা পানীৰ জ্ঞান) আৰু বৃক্ষায়ুৰ্বেদ (গছ-গছনিৰ প্ৰতিপালন-বিদ্যা) নিজে আয়ত্ত কৰি অথবা এইবোৰ বিদ্যাত বিশেষজ্ঞসকলৰ সহায়ত যথা সময়ত সকলো প্ৰকাৰ শস্য, ফুল, ফল, শাক-পাচলি, কন্দ, মূল, বাল্লিক্য (লতা-গছৰ ফল), তিচীজাতীয় গছ আৰু কপাহৰ গুটি সংগ্ৰহ কৰিব॥১॥

তেওঁ কেবাবাৰো চহোৱা নিজ (ৰাজকীয়) মাটিত দাস, বন্দী আৰু গাৰে খাটি দি দণ্ড পৰিশোধ কৰা লোকৰ হতুৱাই গুটিবোৰ সিঁচাব॥২॥ মাটি চহোৱা যন্ত্ৰ, সঁজুলি আৰু বলদৰ কাৰণে, (সেইদৰে) কমাৰ, সূতাৰ, পাচি তৈয়াৰ কৰোঁতা, জৰী তৈয়াৰ কৰোঁতা, সাপ ধৰোঁতা আদি কাৰুসকলৰ (কামৰ) কাৰণে ইবিলাকৰ (কামত) বিলম্ব নঘটাব॥৩॥ সিঁবিলাকৰ (দাস আদিৰ) (দোষত) যদি কৰ্মৰ ফল নষ্ট হয় তেনেহ'লে সেই ফলহানিৰ পৰিমাণে দণ্ড হ'ব॥৪॥

শুকান অঞ্চলত ভাল শস্য হ'বলৈ প্ৰয়োজনীয় বৰষুণৰ পৰিমাণ ষোল দ্ৰোণ (প্ৰায় ৩২"), সৰহীয়াকৈ বৰষুণ হোৱা অঞ্চলত, য'ত দেশৰ প্ৰকৃতি কৃষিৰ অনুকূল ইয়াৰ ডেৰগুণ বৰষুণ পৰ্যাপ্ত; অশ্মক দেশত (মহাৰাষ্ট্ৰত) চাৰে তেৰ দ্ৰোণ পৰ্যাপ্ত, অৱন্তীত তেইশ দ্ৰোণ পৰ্যাপ্ত; অপৰান্ত দেশত (কঙ্কণ উপত্যকাত) আৰু হিমাবৃত অঞ্চলত অপৰিমিত বৰষুণ প্ৰয়োজনীয় আৰু যিবোৰ অঞ্চলত খাল কাটি পানী আনি খেতি কৰা হয় তাত সময়ে সময়ে হোৱা বৰষুণেই যথেষ্ট॥৫॥

(শাওণ, ভাদ, আহিন আৰু কাতি—বৰষুণৰ এই মাহকেইটাৰ ভিতৰত) প্ৰথম আৰু শেষ মাহৰ বৰষুণৰ পৰিমাণ (বছৰটোৰ বৰষুণৰ পৰিমাণৰ) তিনি ভাগৰ এভাগ হ'লে আৰু মাজৰ মাহ দুটাৰ বৰষুণৰ পৰিমাণ তিনি ভাগৰ দুভাগ হ'লে (খেতিৰ কাৰণে) বছৰটো অতি সুন্দৰ (বুলি বুজিব লাগিব)॥৬॥

বৃহস্পতিৰ স্থিতি, গতি আৰু গৰ্ভাধান[১], শুক্ৰৰ উদয়, অস্ত আৰু সঞ্চাৰ আৰু সূৰ্যৰ স্বাভাৱিক অৱস্থাৰ পৰিবৰ্তনৰপৰা তাৰ (অৰ্থাৎ বছৰটো খেতিৰ কাৰণে ভাল বছৰ হয় নে নহয় সেই কথাৰ) উপলব্ধি হয়॥৭॥ সূৰ্যৰপৰা শস্যৰ ভাল গজালি ওলোৱা (বুজিব পাৰি), বৃহস্পতিৰপৰা শস্যৰ স্তম্বৰ বৃদ্ধিৰ কথা বুজিব পাৰি আৰু শুক্ৰৰপৰা বৰষুণৰ কথা বুজিব পাৰি॥৮॥

> যদি তিনি মেঘে (প্ৰত্যেকে) সপ্তাহ কাল জুৰি নেৰানেপেৰাকৈ বৰষুণ দিয়ে, আশী মেঘে কিনকিনীয়া বৰষুণ দিয়ে আৰু ষাঠি মেঘে ৰ'দ মিহলি বৰষুণ দিয়ে (অৰ্থাৎ সপ্তাহ জোৰা বৰষুণ তিনি বাৰ, কিনকিনীয়া বৰষুণ আশী বাৰ আৰু ৰ'দ দি দি ষাঠি বাৰ বৰষুণ হয়) তেনেহ'লে সেই বৃষ্টি পৰিমিত আৰু হিতকৰ॥৯॥
>
> মাজে মাজে বতাহ আৰু মাজে মাজে ৰ'দ হৈ য'ত বৰষুণ হয় আৰু তিনি বাৰ গোবৰ-শুঠা (শুকোৱাৰ সময়) সৃষ্টি কৰে, সেই ঠাইত শস্য-বৃদ্ধি নিশ্চিত॥১০॥

তাৰ পিছত (অৰ্থাৎ বৰষুণৰ অৱস্থা বুজি, সীতাধ্যক্ষই) বেছি পানী লগা বা কম পানী লগা শস্যৰ খেতি কৰাব॥১১॥ শালি-ধান, ব্ৰীহি-ধান, কোদ্ৰৱ, তিল, প্ৰিয়ঙ্গু, উদাৰক আৰু বৰক আগতীয়া খেতিৰ শস্য॥১২॥ মগুমাহ, মাটিমাহ আৰু উৰহীজাতীয় শস্যৰ খেতি মাজ ভাগত হোৱা॥১৩॥ কুসুম্ভ, মচুৰ, কুলত্থ, য'ধান, গোমধান, কলামাহ, তিচী আৰু সৰিয়হ শেহতীয়া খেতিৰ শস্য॥১৪॥ অথবা, সেই সেই শস্যৰ উপযোগী ঋতু চাই শস্যৰ বীজ বপন কৰাব॥১৫॥

খেতি নকৰাকৈ থকা অতিৰিক্ত মাটিত আধিয়াৰৰ হতুৱাই খেতি কৰাব, অথবা কেৱল কায়িক শ্ৰমৰ দ্বাৰা জীৱিকা অৰ্জন কৰা লোকক (ফচলৰ) চাৰি বা পাঁচ ভাগৰ এভাগ দিয়া বন্দৱস্তত খেতি কৰিবলৈ দিব॥১৬॥ গৰ-আবাদী মাটিত খেতি কৰা (খেতিয়কে) ফচলৰ অংশ (সীতাধ্যক্ষ বা ৰজাই) নিৰ্দিষ্ট কৰামতে পাব, কিন্তু বিপদৰ সময়ত (ৰজাৰ? খেতিয়কৰ?) এই নিয়মৰ ব্যতিক্ৰম হ'ব॥১৭॥

---

[১] আহোণত নিয়ৰ, পুহত হিমপাত, মাঘত বতাহ, ফাগুনত মেঘ, চ'তত বতাহ-বৰষুণ আৰু বহাগৰ কৃষ্ণপক্ষৰ প্ৰথম চাৰি দিনত বৰষুণ আৰু বাকী সময়ছোৱাত বিজুলি-ঢেৰেকোনি হোৱাকে বৃহস্পতিৰ গৰ্ভাধান বোলা হয়।

খেতিয়কে নিজে কৰা বান্ধৰপৰা হাতেৰে পানী তুলি (খেতি-পথাৰলৈ) নিলে ৰজাক (ফচলৰ) এক পঞ্চমাংশ, কান্ধেৰে পানী নিলে এক চতুৰ্থাংশ আৰু যন্ত্ৰৰ সহায়ত লোৰ কাটি বোৱাই নিলে এক তৃতীয়াংশ জলকৰ দিব লাগিব; নৈ, বিল, পুখুৰী আৰু কুৱাৰ পানী নিলে এক-চতুৰ্থাংশ জলকৰ দিব লাগিব॥১৮॥

কৃষি-কৰ্মৰ প্ৰয়োজনীয় পানীৰ পৰিমাণ অনুসৰি পানী থকা পথাৰত হোৱা খেতি, হেমন্ত-কালত কৰিব লগীয়া খেতি নাইবা গ্ৰীষ্ম-কালত কৰিব লগীয়া খেতি সম্পৰ্কে বিবেচনা কৰিব॥১৯॥ শালি আদি খেতি উত্তম, শাক-পাচলিৰ খেতি মধ্যম, কুঁহিয়াৰৰ খেতি অধম॥২০॥ কাৰণ, কুঁহিয়াৰৰ বাধা-বিঘিনি বহুতো আৰু ই (ইয়াৰ খেতি) ব্যয়বহুল॥২১॥

পানীৰ ফেনে আঘাত কৰা ঠাই (নদীৰ পাৰ আদি) লতা-ফলৰ খেতিৰ কাৰণে প্ৰশস্ত, পিপলী, আঙুৰ আৰু কুঁহিয়াৰৰ খেতিৰ উপযুক্ত স্থান পানীয়ে বুৰোৱা ঠাইৰ কাষ, শাক-পাচলি আৰু মূলৰ কাৰণে কুৱাৰ ওচৰৰ ঠাই উত্তম, সেউজীয়া ঘাঁহৰ কাৰণে বিলৰ বুকুৰ সেমেকা খালি ঠাই, গন্ধ-দ্ৰব্যৰ গছ, ঔষধি, উশীৰ, হ্ৰীবেৰ, পিণ্ডালুক আদি কাটি আনিব লগীয়া গছৰ সেঁতখাল কাটি কৰিলে ভাল হয়॥২২॥ প্ৰত্যেক খেতিৰ উপযোগী ঠাইত, শুকান মাটিত হোৱা আৰু পানী থকা ঠাইত হোৱা শস্যৰ খেতি কৰাব॥২৩॥

বিধানৰ কাৰণে ৰথা ধানজাতীয় শস্যৰ বীজবোৰ সাত দিন সাত ৰাতি (ৰাতি) নিয়ৰ খুৱাই (দিনত) ৰ'দত শুকাই ল'লে উন্নত হয়; তিনি বা পাঁচ দিন আৰু ৰাতি এইদৰে ৰাখিলে দাইল-জাতীয় শস্যৰ বীজ উন্নত হয়; ঠাৰি বা আগ কাটি ৰোৱা গছবোৰৰ কটা অংশত মৌ, ঘিউ আৰু গাহৰিৰ চৰ্বিৰ লগত গোবৰ মিহলাই লেও দিলে ভাল হয়; কন্দজাতীয় গছৰ ক্ষেত্ৰত মৌ আৰু ঘিউৰ প্ৰলেপ দিলে ভাল হয়; টান গুটিবোৰত (কপাহ আদিৰ) গোবৰৰ লেও দিব লাগে; (আম, কঠাল আদি) গছৰ (গুটি পচোৱা) গাতবোৰ পূৰিব ল'ব লাগে আৰু যথা সময়ত (অৰ্থাৎ ফুল ধৰিলে) গৰুৰ হাড় আৰু গোবৰ (গুৰিত) দি তাৰ অভিলাষ পূৰণ কৰিব লাগে॥২৪॥ (উক্ত সকলো প্ৰকাৰ বীজ) অঙ্কুৰিত হ'লে তাৰ ওপৰত স্নুহি গছৰ ক্ষীৰ (এঠা) মিহলাই কেচা তিতা মাছৰ সাৰ দিব লাগে॥২৫॥

তেওঁ কপাহৰ গুটি আৰু সাপৰ চোকোৰা সংগ্ৰহ কৰি আনি (পুৰিব);
য'ত (এই) ধোৱা থাকে তাত সাপ নাথাকে॥২৬॥

সকলো প্ৰকাৰ বীজকে প্ৰথমে সিঁচাৰ সময়ত পহিলা মুঠি সোণৰ পানীত তিয়াই তাৰ পিছত ছটিয়াব আৰু ছটিয়াওঁতে এই মন্ত্ৰটো পাঠ কৰিব—

প্ৰজাপতি কাশ্যপ আৰু (পৰ্জন্য) দেৱক নমস্কাৰ। মোৰ বীজ আৰু
ফচলৰ মাজত (কৃষিৰ অধিষ্ঠাত্ৰী) দেৱী সীতা যেন সমৃদ্ধিশালিনী হয়॥২৭॥

(সীতাধ্যক্ষই) পাক-পাচলিৰ বাৰীৰ ৰখীয়া, গৰুৰখীয়া, দাস আৰু অন্যান্য কৰ্মীসকলৰ প্ৰত্যেককে নিজ নিজ পৰিয়ালবৰ্গৰ জোখাই খাদ্যৰ যোগান দিব আৰু মাহিলি চৌৱা পণকৈ বেতন দিব॥২৮॥ কাৰুসকলকো খাটনি অনুসৰি খাদ্য আৰু বেতন দিব॥২৯॥

বেদজ্ঞ আৰু তপস্বী পুৰুষসকলে গছৰপৰা সৰি পৰা ফল-ফুল আদি দেৱকাৰ্যৰ কাৰণে আৰু ব্ৰীহি-যৱ আদি আগ্ৰয়ণ যজ্ঞৰ কাৰণে আহৰণ কৰিব পাৰিব; উঞ্ছবৃত্তিসকলে শস্যৰ দমৰ ওচৰত পৰি থকা শস্য সংগ্ৰহ কৰিব পাৰিব॥৩০॥

খেতি চপোৱাৰ লগে লগে যথা সময়ত শস্যাদি সংগ্ৰহ কৰি ৰাখিব।
জ্ঞানীলোকে পথাৰত কোনো বস্তু, আনকি এটা তুঁহো এৰি থৈ নাহে॥৩১॥

(ভ'ৰাল-ঘৰৰ) যেৰ আৰু চালবোৰ ওখ কৰিব; ঘৰৰ ওপৰ ভাগ বৰ মজবুত নাইবা কৃত্ৰিম নকৰিব॥৩২॥

মৰণাৰ ওচৰতে শস্যৰ দ'মবোৰ কৰিব; তাত কাম কৰা লোকসকলৰ লগত জুই থাকিব নালাগে; সিবিলাকে লগত পানী ৰাখিব॥৩৩॥

(কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "সীতাধ্যক্ষ" নামৰ চতুৰ্বিংশ (আৰম্ভণিৰপৰা ৪৫তম) অধ্যায় সমাপ্ত॥

# পঞ্চবিংশ অধ্যায়

## ৪২তম প্ৰকৰণ: সুৰাধ্যক্ষ

সুৰাধ্যক্ষই দুৰ্গ, ৰাষ্ট্ৰ আৰু সেনানিৱেশত সুৰা আৰু কিণ্বৰ ব্যৱসায়ীৰ পৰিয়ালত ওপজা সেই ব্যৱসায়ৰ লোকৰ হতুৱাই এঠাইত, বহু ঠাইত নাইবা বেচা-কিনাৰ সুচল অনুসৰি সুৰা আৰু কিণ্বৰ কাৰবাৰ চলাব॥১॥ নিৰ্দিষ্ট স্থানৰ বাহিৰে আন ঠাইত (সুৰা বা কিণ্ব) প্ৰস্তুতকাৰী, ক্ৰেতা আৰু বিক্ৰেতাৰ ওপৰত ছশ পণ দণ্ড বিহিব॥২॥

মদ যাতে গাঁৱৰপৰা আন ঠাইলৈ যাব নোৱাৰে আৰু বেছিকৈ মজুত হ'ব নোৱাৰে তাৰ কাৰণে তেওঁ নিষেধাজ্ঞা বলবৎ কৰিব, কাৰণ সেয়ে হ'লে সেই কৰ্মত নিযুক্ত লোকসকল কৰ্তব্যভ্ৰষ্ট হোৱাৰ আশঙ্কা থাকে, আৰ্যসকলে নিজৰ মৰ্যাদা অতিক্ৰম কৰাৰ ভয় থাকে আৰু নিষ্ঠুৰ প্ৰকৃতিৰ লোকসকল (দুঃসাহসিক কামত) উৎসাহী হোৱাৰ আশঙ্কা থাকে॥৩॥ যিসকলৰ সাধুতা (সুৰাধ্যক্ষৰ) জনা আছে তেনে লোকেহে এক কুডুবৰ চাৰি ভাগৰ এভাগ, আধা কুডুব, এক কুডুব, আধা প্ৰস্থ বা এক প্ৰস্থ—এনেকুৱা তাকৰ পৰিমাণৰ, মোহৰেৰে চিহ্নিত কৰা সুৰা (বাহিৰলৈ) নিব পাৰিব॥৪॥ অথবা, বাহিৰত ঘূৰি নুফুৰি মদৰ দোকানতে মদ খাব॥৫॥

আত্মসাৎ কৰা নিক্ষেপ, ন্যাস আৰু বন্ধকী বস্তু আৰু অন্যায়ভাৱে লাভ কৰা বস্তু ধৰা পেলাবলৈ, মালিক নোহোৱা বস্তু বা টকা পাই, সেই বস্তু (মদ কিনিবলৈ মদৰ দোকানীক) যচা লোকক, কিবা এটা চেলু উলিয়াই আন ঠাইলৈ নি তাত গ্ৰেপ্তাৰ কৰাব; অতিপাতকৈ খৰচ কৰা আৰু আয় নোহোৱাকৈ খৰচ কৰা (মদপী) লোককো ধৰাই দিব॥৬॥

নিৰ্দিষ্ট দামতকৈ কম বা বেছি দামত নাইবা কালিয়নে বেয়া মদত বাহিৰে ভাল মদ বিক্ৰী কৰিব নোৱাৰিব; বেয়া মদো (দোকানত নেবেচি) আন ঠাইত বিক্ৰী কৰাব॥৮॥ নাইবা দাস আৰু কৰ্মীসকলক বেতন স্বৰূপে (সেই মদ) দিব॥৯॥ অথবা, সেই মদ (উট আদি) ভাৰবাহী পশুক বলকাৰক পানীয় হিচাপে খুৱাব বা গাহৰিৰ খাদ্যৰূপে ব্যৱহাৰ কৰিব॥১০॥

পানাগাৰসমূহ এনেভাৱে সজাব যাতে তাত বহুত কোঠালি থাকে, বেলেগ বেলেগ বিচনা আৰু আসন থাকে, গন্ধ-দ্ৰব্য, মালা আৰু পানী থকা সুৰাপান কৰা ঠাই থাকে আৰু সকলো ঋতুতে সুখকৰ হয়॥১১॥ তাত নিযুক্ত গুপ্ত পুৰুষসকলে (গ্ৰাহকসকলৰ) সাধাৰণ খৰচ আৰু বিশেষ উৎসৱ আদি উপলক্ষে কৰা খৰচৰ আৰু (তালৈ অহা) অপৰিচিত লোকসকলৰ বিষয়ে জু ৰাখিব॥১২॥ (মদৰ বাগৰীত) মতলীয়া হোৱা বা শুই থকা ক্ৰেতাসকলৰ অলঙ্কাৰ, সাজ-পাৰ আৰু টকা-কড়িৰ বুজ ল'ব॥১৩॥ সেইবোৰ বস্তু নোহোৱা হ'লে (মদৰ) দোকানীয়ে সেই সেই

বস্তু (ক্ষতিপূৰণ স্বৰূপে মালিকক) দিব লাগিব আৰু তাৰ মূল্যৰ সমান ধন জৰিমনাৰূপে দিবলৈ বাধ্য থাকিব॥১৪॥ মদ-ব্যৱসায়ীসকলেও নিজৰ সুন্দৰী দাসীহঁতক পঠিয়াই পানাগাৰৰ নিৰ্জন কক্ষত মতলীয়া হৈ থকা বা শুই থকা দেখাত সাধু যেন বিদেশাগত আৰু দেশবাসী লোকসকলৰ ভাব-গতি অৱগত হ'ব॥১৫॥

মেদক, প্ৰসন্না, আসৱ, অৰিষ্ট, মৈৰেয় আৰু মধু—এই ছয় প্ৰকাৰ সুৰাৰ বিষয়ে কোৱা হৈছে॥১৬॥ এক দ্ৰোণ পানী, আধা আঢ়ক চাউল আৰু তিনি প্ৰস্থ কিণ্বৰ মিশ্ৰণ কৰিলে মেদক হয়॥১৭॥ বাৰ আঢ়ক আটা বা ময়দাৰ লগত পাঁচ প্ৰস্থ কিণ্ব বা সেই জাতীয় মিশ্ৰদ্ৰব্যৰ আৰু ক্ৰমুক গছৰ ছাল আৰু ফল মিহলালে প্ৰসন্না হয়॥১৮॥ এক তুলা কথ-বেল ফল, পাঁচ তুলা লালি আৰু এক প্ৰস্থ মৌৰ মিশ্ৰণেই আসৱ॥১৯॥ (উক্ত মিশ্ৰণৰ) এক চতুৰ্থাংশ বেছি হ'লে উৎকৃষ্ট আসৱ হয় আৰু এক চতুৰ্থাংশ কম হ'লে নিকৃষ্ট আসৱ হয়॥২০॥ প্ৰত্যেক পৃথক ৰোগৰ উপশমৰ কাৰণে চিকিৎসকসকলে অৰিষ্ট প্ৰস্তুত কৰে॥২১॥ মেষশৃংগী গছৰ ছালৰ কোৱাথত পিপলী আৰু জালুকেৰে সৈতে বা ত্ৰিফলাৰ লগত গুড় যোগ কৰিলে মৈৰেয় প্ৰস্তুত হয়॥২২॥ অথবা, গুৰ মিহলোৱা সকলো মদতে ত্ৰিফলাৰ মিশ্ৰণ কৰিব লাগে॥২৩॥ আঙুৰৰ ৰসৰপৰা মধু হয়॥২৪॥ উৎপন্ন হোৱা ঠাইৰ নামৰপৰা উদ্ভৱ হোৱা ইয়াৰ (দুটা) নাম হৈছে --কাপিশায়ন (কাবুল উপত্যকাৰ কপিশা নগৰত হোৱা) আৰু হাৰহূৰক (ভাৰতৰ উত্তৰ-পশ্চিম প্ৰান্তৰ হৰহূৰ নগৰত হোৱা)॥২৫॥

মাটিমাহৰ দাইল এক দ্ৰোণ বাটি কেচাই হওক বা সিদ্ধই হওক তাৰ লগত তিনি ভাগৰ এভাগ অধিক এক দ্ৰোণ চাউলৰ গুৰি মিহলাই তাত মোৰটা প্ৰভৃতি বস্তুবোৰৰ প্ৰত্যেকৰে এক কৰ্ষকৈ যোগ দিলে কিণ্ব প্ৰস্তুত হয়॥২৬॥

পাঠা, লোধ্ৰ, তেজোৱতী, এলা (এলাচি), বালুক, যষ্টিমধু, মধুৰসা, প্ৰিয়ঙ্গু, দাৰুহৰিদ্ৰা, জালুক আৰু পিপলী—এই কেইবিধ বস্তুৰ প্ৰত্যেকৰে পাঁচ কৰ্ষকৈ লৈ একেলগ কৰি মেদক আৰু প্ৰসন্না—এই দুবিধ সুৰাত মিশ্ৰণ দিব লাগে॥২৭॥ যষ্টিমধুৰ ক্বাথৰ লগত কটশৰ্কৰা মিহলাই উক্ত সুৰাত দিলে ৰং-ফট্‌ফটীয়া হয়॥২৮॥

ডালচেনি, চিত্ৰক, বিলঙ্গ আৰু গজপিপ্পলীৰ প্ৰত্যেকৰ এক কৰ্ষকৈ আৰু ক্ৰমুক, যষ্টি-মধু, মুস্তা আৰু লোধ্ৰৰ প্ৰত্যেকৰে দুই কৰ্ষকৈ আসৱত মিশ্ৰণ দিব লাগে॥২৯॥ এই বস্তুবোৰৰ দহ ভাগৰ এভাগ একেলগ কৰিলে বীজ (আসৱৰ মূল উপাদান) গঠিত হয়॥৩০॥

প্ৰসন্নাৰ কাৰণে যিবোৰ বস্তুৰ মিশ্ৰণ দিব লাগে, শ্বেতসুৰাৰ কাৰণেও সেইবোৰৰে মিশ্ৰণ দিব লাগে॥৩১॥ আমৰপৰা তৈয়াৰ কৰা মদত বেছি পৰিমাণে ৰস বা বেছি পৰিমাণে থাকিলে
দিব লাগে॥৩১॥ আমৰপৰা তৈয়াৰ কৰা মদত বেছি পৰিমাণে ৰস বা বেছি পৰিমাণে বীজ থাকিলে তাক মহাসুৰা বোলা হয়: সম্ভাৰ (মছলাৰ মিশ্ৰণ) যোগ দিলেও মহাসুৰা হয়॥৩২॥ মোৰটা, পলাশ, পত্তূৰ, মেষশৃংগী, কৰঞ্জ আৰু ক্ষীৰবৃক্ষৰ (বট আদি) কোৱাথত ভাৱনা দিয়া দগ্ধ কটশৰ্কৰাৰ চূৰ্ণৰ লগত তাৰ আধা পৰিমাণৰ লোধ্ৰ, চিত্ৰক, বিলঙ্গ, পাঠা, মুস্তা, কলিঙ্গযৱ, দাৰুহৰিদ্ৰা, ইন্দীবৰ, শতপুষ্পা, অপামাৰ্গ, সপ্তপৰ্ণ (চতিয়না), নিম্ব (নিম) আৰু আস্ফোতৰ শাহ মিহলাই, নথ নেদেখাকৈ ধৰা মুঠিৰে তাৰ এমুঠি উক্ত সুৰাসমূহৰ কলহ এটাত পেলাই দিয়া হয়, কলহটোৰ মদখিনি স্বচ্ছ হ'ব আৰু ই ৰজাৰ পানযোগ্য হ'ব॥৩৩॥ মিঠা ৰস বঢ়াবলৈ ইয়াৰ লগত পাঁচ পল ফাণিত (দানা-গুড়) যোগ দিব॥৩৪॥

গৃহস্থ লোকক উৎসৱ-পৰ্ব উপলক্ষে শ্বেতসুৰা আৰু ঔষধৰ কাৰণে অৰিষ্ট বা আন প্ৰকাৰ সুৰা তৈয়াৰ কৰি ল'বলৈ অনুমতি দিব॥৩৫॥

উৎসৱ, সামাজিক অনুষ্ঠান আৰু মেলা উপলক্ষে চাৰি দিনৰ কাৰণে সুৰাৰ প্ৰস্তুতি আৰু বিক্ৰীৰ অনুমতি দিব॥৩৬॥ অনুমতি নোপোৱাকৈ সেইবোৰ উপলক্ষত মদৰ প্ৰস্তুতি, বিক্ৰী আদি কৰিলে উৎসৱ শেষ নহয় মানে প্ৰতিদিনে জৰিমনা আদায় কৰিব॥৩৭॥

তিৰোতা আৰু সৰু ল'ৰা-ছোৱালীয়ে সুৰা আৰু কিণ্বৰ উপাদানসমূহ সংগ্ৰহ কৰিব॥৩৮॥

ৰাষ্ট্ৰৰ দ্বাৰা প্ৰস্তুত নোহোৱা সুৰা, মেদক, অৰিষ্ট, মধু, টেঙা ফলৰ ৰস আৰু টেঙা মদৰ ব্যৱসায় কৰা লোকসকলে শতকৰা পাঁচ পণ হিচাপে শুল্ক দিব লাগিব॥৩৯॥

> সুৰাধ্যক্ষই (উক্ত মদ-ব্যৱসায়ীসকলৰপৰা) প্ৰতিদিনৰ বিক্ৰী আৰু জোখা পাত্ৰ আৰু নগদ (লাভৰ) টকাৰ ওপৰত লগোৱা অতিৰিক্ত শুল্ক নিৰূপণ কৰি সেইমতে বৈধৰণ (ক্ষতিপূৰক শুল্ক) ধাৰ্য কৰিব আৰু পূৰ্বাপৰ প্ৰচলিত দস্তুৰকে বাহাল ৰাখিব॥৪০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "সুৰাধ্যক্ষ" নামৰ পঞ্চবিংশ (আৰম্ভণিৰপৰা ৪৬তম) অধ্যায় সমাপ্ত॥

# ষড়্বিংশ অধ্যায়

## ৪৩তম প্ৰকৰণ : সূনাধ্যক্ষ (কচাইখানাৰ অধ্যক্ষ)

অভয়াৰণ্যত থকা হৰিণ, পশু, পক্ষী আৰু মাছ—যিবোৰৰ সম্পৰ্কে ৰজাই অভয় ঘোষণা কৰিছে—যদি কোনোবাই বান্ধে, মাৰে বা আঘাত কৰে সূনাধ্যক্ষই তেওঁক উত্তম সাহস-দণ্ড বিহিব; অভয়াৰণ্যৰ সীমাৰ ভিতৰত (এই একে অপৰাধৰ কাৰণে) গৃহস্থ লোকৰ ওপৰত মধ্যম সাহস-দণ্ড বিহিব॥১॥

যিবোৰ মাছ আৰু চৰাই বধ কৰাটো প্ৰচলিত নাই সিবোৰৰ বন্ধন, বধ বা হিংসাৰ বাবে চাৰি ভাগৰ তিনি অধিক ছাবিশ পণ দণ্ড হ'ব; হৰিণ আৰু আন-জন্তুৰ ক্ষেত্ৰত দণ্ড দুগুণ হ'ব॥২॥ যিবোৰক বধ কৰাটো প্ৰচলিত আছে আৰু যিবোৰক বেৰ দি ৰক্ষণাবেক্ষণ কৰা নহয় (তেনে পশু বধ কৰিলে, বধকাৰীৰপৰা) ছয় ভাগৰ এভাগ আদায় কৰিব; মাছ আৰু চৰাইৰ ক্ষেত্ৰত (ইয়াৰ উপৰিও) আৰু দহ ভাগৰ এভাগ বেছিকৈ ল'ব; হৰিণ আৰু আন জন্তুৰ ক্ষেত্ৰত (ছয় ভাগৰ এভাগৰ উপৰি) শুল্কও আদায় কৰিব॥৩॥

জীয়াই জীয়াই ধৰা চৰাই আৰু হৰিণৰ ছয় ভাগৰ এভাগ অভয়াৰণ্যত এৰি দিব॥৪॥

হাতী, ঘোঁৰা, মানুহ, বলদ আৰু গাধৰ আকৃতিৰ সাগৰৰ মাছ, অথবা হ্ৰদ, নদী, পুখুৰী বা জানত থকা মাছ, আমোদ-প্ৰমোদৰ চৰাই ক্ৰৌঞ্চ, কুৰুৰা, দাউক, হাঁহ, চাকৈ-চকোৱা, জীৱঞ্জীৱক, ভৃঙ্গৰাজ, চকোৰ, মত্তকোকিল, ম'ৰ-চৰাই, ভাটৌ আৰু মদনশাৰিকা, আৰু মাঙ্গলিক পক্ষী, আৰু চৰায়ে হওক বা হৰিণেই হওক আন প্ৰাণীক আহত হোৱা বিপদৰপৰা ৰক্ষা কৰিব॥৫॥ ৰক্ষাকৰ্ম উলঙ্ঘন কৰিলে, প্ৰথম সাহস-দণ্ড বিহিব॥৬॥

মৃগ আৰু আন পশুৰ হাড় নথকা নতুন মঙহ বিক্ৰী কৰিব পাৰিব॥৭॥ হাড় থকা মঙহ

বেচিলে (হাড়ৰ ওজনৰ জোখাই) ক্ষতিপূৰণ দিব॥৮॥ ওজনত কম কৰিলে কমৰ আঠ জোখা দণ্ড ভৰিব॥৯॥

এই (পশু) বোৰৰ ভিতৰত দামুৰি, ষাঁড় আৰু খীৰতী গাই মাৰিব নোৱাৰিব॥১০॥ মাৰিলে পঞ্চাশ পণ দণ্ড হ'ব; কষ্ট দি মৰাওঁতাৰো একে দণ্ড হ'ব॥১১॥

উথহা, মূৰ, ঠেং আৰু হাড় নোহোৱা, দুৰ্গন্ধযুক্ত আৰু আপোনাআপুনি মৰা জন্তুৰ মঙহ বিক্ৰী কৰিব নোৱাৰিব॥১২॥ ইয়াৰ ব্যতিক্ৰম কৰিলে বাৰ পণ দণ্ড হ'ব॥১৩॥

অভয়াৰণ্যত থকা পশু, হৰিণ, হিংস্ৰ জন্তু আৰু মাছ অনিষ্টকাৰক হ'লে বাহিৰত মাৰিব বা ধৰিব পাৰিব॥১৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "সূনাধ্যক্ষ" নামৰ ষড়্‌বিংশ (আৰম্ভণিৰপৰা ৪৭তম) অধ্যায় সমাপ্ত॥

---

# সপ্তবিংশ অধ্যায়

## ৪৪তম প্ৰকৰণ : গণিকাধ্যক্ষ

গণিকাধ্যক্ষই গণিকাৰ ঘৰত ওপজা নাইবা অগণিকাৰ বংশত ওপজা ৰূপৱতী যুৱতী আৰু কলাকুশলা এজনী নাৰীক এহেজাৰ পণ দি গণিকাপদত নিযুক্ত কৰিব; (আৰু) আধা (অৰ্থাৎ ৫০০ পণ) সংস্থাপন-খৰচ দি এজনী সহকাৰী গণিকাকো নিযুক্তি দিব॥১॥

যদি কোনো গণিকা পলাই যায় বা মৰে তেওঁৰ ছোৱালীয়ে বা ভনীয়েকে অনুষ্ঠান পৰিচালনা কৰিব, নাইবা (সেই গণিকাৰ) মাতৃয়ে এগৰাকী সহকাৰী গণিকা স্থাপন কৰিব॥২॥ কোনো নেথাকিলে ৰজাই (গণিকাৰ সম্পত্তি) হস্তগত কৰিব॥৩॥

সৌন্দৰ্য আৰু অলঙ্কাৰৰ উৎকৰ্ষ অনুসৰি, (পৰিচৰ্যাৰ) বিশেষত্বৰ কাৰণে ছত্ৰ, ভৃঙ্গাৰ, বিচনী, দোলা, আসন আৰু ৰথ দি আৰু (প্ৰত্যেককে) এহেজাৰকৈ পণ দি গণিকাসকলক কনিষ্ঠা, মধ্যমা আৰু উত্তমা এই তিনি শ্ৰেণীত বিভক্ত কৰিব॥৪॥ সৌন্দৰ্য নষ্ট হ'লে 'মাতৃ'-পদত নিযুক্তি দিব॥৫॥

গণিকাই যদি (ৰাজ-সেৱাৰূপে) নিজ কৰ্মৰপৰা অব্যাহতি বিচাৰে, তেনেহ'লে চৌবিশ হেজাৰ পণ নিষ্ক্ৰয়-মূল্য দিব লাগিব; গণিকাৰ পুত্ৰৰ বেলিকা নিষ্ক্ৰয়-মূল্য বাৰ হেজাৰ পণ॥৬॥ (গণিকাৰ পুত্ৰই) আঠ বছৰ বয়স হোৱাৰেপৰা ৰজাৰ কুশীলৱৰ (স্তুতি-পাঠক) কৰ্ম কৰিব॥৭॥

(যৌবন) ভোগ অতীত হোৱা গণিকাৰ দাসীয়ে কোষ্ঠাগাৰত (ভঁৰাল-ঘৰ) বা ৰান্ধনি-ঘৰত কাম কৰিব॥৮॥ এই কাম নকৰিলে তাইক আটক কৰি ৰাখিব আৰু তাই (তাইৰ সলনি কাম কৰা লোকক) মাহিলি চৌৱা এক পণকৈ বেতন দিব লাগিব॥৯॥

(গণিকাধ্যক্ষই) গণিকাৰ উপভোগকাৰীৰপৰা পোৱা ধন, উপহাৰ, আয়, খৰচ আৰু লাভৰ হিচাপ ৰাখিব আৰু অত্যধিক ব্যয়জনক কৰ্ম নিষেধ কৰিব॥১০॥

মাকত বাহিৰে আনৰ হাতত অলঙ্কাৰ থলে চৰে চাৰি পণ দণ্ড দিব লাগিব॥১১॥ নিজৰ সা-সম্পত্তি বেচিলে বা বন্ধকত থলে চৌৱা পঞ্চাশ পণ দণ্ড ভৰিব; কটুৱা মাত মাতিলে চৌবিশ পণ দণ্ড দিব লাগিব, শাৰীৰিক শাস্তিৰূপে কঠোৰতা আচৰণ কৰিলে ইয়াৰ দুগুণ

দণ্ড ভৰিব আৰু (তাইৰ ওচৰলৈ অহা লোকৰ) কাণ কাটিলে চৌৱা পঞ্চাশ পণ, এক পণ আৰু আধা পণ দণ্ড হ'ব॥১২॥

অনিচ্ছুক কুমাৰীৰ ওপৰত বলাৎকাৰ কৰিলে উত্তম সাহস-দণ্ড আৰু ইচ্ছুক কুমাৰীৰ ওপৰত কৰিলে প্ৰথম সাহস-দণ্ড বিধান কৰিব॥১৩॥ ইচ্ছাৰ বিৰুদ্ধে গণিকাক আটক কৰি ৰখা, পলাই যোৱাত সহায় কৰা নাইবা শৰীৰত ক্ষত কৰি ৰূপ নষ্ট কৰা (লোকক) এহেজাৰ পণ দণ্ড কৰিব॥১৪॥ অথবা, গণিকাৰ মৰ্যাদাৰ বিশেষত্বলৈ চাই ইয়াৰ দুগুণ দণ্ডৰপৰা নিষ্ক্ৰয়-মূল্যৰ পৰিমাণলৈকে দণ্ড বঢ়াবও পাৰে॥১৫॥ (ৰজাৰ) নিযুক্তি পোৱা গণিকাৰ মৃত্যু ঘটালে নিষ্ক্ৰয়-মূল্যৰ তিনি গুণ দণ্ড বিধান কৰিব॥১৬॥ (গণিকাৰ) মাতৃক, কন্যাক বা নিজৰ ৰূপৰ বেহা কৰি জীৱিকা চলোৱা দাসীক হত্যা কৰিলে উত্তম সাহস-দণ্ড বিধান কৰিব॥১৭॥

সকলো ক্ষেত্ৰতে প্ৰথম অপৰাধত উক্ত দণ্ড বিহিত হ'ব; দ্বিতীয় বাৰ (একে) অপৰাধ কৰিলে দুগুণ, তৃতীয় বাৰ কৰিলে তিনি গুণ আৰু চতুৰ্থ বাৰ (একে) অপৰাধ কৰিলে ইচ্ছানুসৰি দণ্ড কৰিব পাৰিব॥১৮॥

ৰজাৰ আদেশ সত্ত্বেও যদি গণিকাই কোনো পুৰুষৰ ওচৰলৈ নাযায়, তাইক এহেজাৰ বেতৰ কোব মাৰিব, অথবা পাঁচ হেজাৰ পণ দণ্ড কৰিব॥১৯॥

ভোগৰ ধন লৈ (পুৰুষৰ প্ৰতি) অনিচ্ছা প্ৰকাশ কৰা গণিকাক (সেই) ধনৰ দুগুণ দণ্ড কৰিব॥২০॥ (পুৰুষৰ লগত ৰাতিটো) বাস কৰাৰ অৰ্থে ধন লৈ প্ৰবঞ্চনা কৰিলে সেই ধনৰ আঠ গুণ দণ্ড ভৰিব; কিন্তু (নিজৰ) ৰোগ হ'লে বা পুৰুষৰ কোনো দোষ থাকিলে দণ্ড দিব নালাগে॥২১॥ গণিকাই যদি কোনো পুৰুষক হত্যা কৰে তেনেহ'লে (সেই পুৰুষৰ) চিতাৰ জুইত পুৰি মাৰিব, নাইবা পানীত ডুবাই মাৰিব॥২২॥

গণিকাৰ অলঙ্কাৰ, টকা-পইচা বা ভোগৰ বেতন অপহৰণ কৰা পুৰুষক তাৰ আঠ গুণ দণ্ড কৰিব॥২৩॥

গণিকাই (অধ্যক্ষক) ভোগ-বেতন, লাভৰ পৰিমাণ আৰু পুৰুষৰ নাম জনাব॥২৪॥

ইয়াৰ দ্বাৰা তিৰোতাৰ ব্যৱসায় কৰা অভিনেতা, নৰ্তক, গায়ক, বাদক, কথক, কুশীলৱ, প্লৱক (জৰীৰ খেল দেখুৱাওঁতা লোক), সৌভিক (ছায়াবাজী দেখুওৱা লোক) আৰু চাৰণ-সকলৰ তিৰোতাসকল আৰু গোপন ব্যৱসায় চলোৱা তিৰোতা সম্পৰ্কে (প্ৰযোজ্য বিধানৰ কথাও) বুজোৱা হ'ল॥২৫॥ তেওঁলোকৰ বাদ্য-যন্ত্ৰবোৰ যদি বিদেশৰপৰা অনা হয়, তেতিয়া প্ৰতিখন প্ৰদৰ্শনীৰ কাৰণে পাঁচ পণ কৰ দিব লাগিব॥২৬॥

ৰূপাজীৱাসকলে (ব্যক্তিগতভাৱে ৰূপৰ দ্বাৰা জীৱিকা চলোৱা অৰ্থাৎ গণিকা) (এজন পুৰুষৰপৰা লোৱা) ভোগ-বেতনৰ দুগুণ কৰ প্ৰতি মাহে (ৰজাক) দিব লাগিব॥২৭॥

যিসকল শিক্ষকে ৰঙ্গমঞ্চৰ দ্বাৰা (অৰ্থাৎ সংগীত, অভিনয় আদি পৰিবেশন কৰি) জীৱিকা চলোৱা গণিকা আৰু দাসীহঁতক গীত, বাদ্য, আবৃত্তি, নাচ, অভিনয়, লিখা, চিত্ৰাঙ্কন, বীণা বজোৱা, বাঁহী বজোৱা, মৃদঙ্গ বজোৱা, লোকৰ মনৰ ভাব বুজা, গন্ধ আৰু মাল্য প্ৰস্তুত কৰা, আলাপৰ দ্বাৰা লোকৰ মন যোগোৱা, গা মালিচ কৰা আৰু বৈশিক কলাৰ (বেশ-ভূষা বিন্যাস কৰা কলাৰ) শিক্ষা দিয়ে ৰাজ-কোষৰপৰা তেওঁলোকৰ ভৰণ-পোষণৰ ব্যৱস্থা কৰিব॥২৮॥

গণিকাৰ পুত্ৰসকলক অভিনয় আদিৰ দ্বাৰা জীৱিকা চলোৱা লোকসকলৰ আৰু সকলো শ্ৰেণীৰ নৰ্তকসকলৰ মুখিয়াল কৰি গঢ়ি তুলিব॥২৯॥

নানা ইংগিত আৰু ভাষাৰ জ্ঞান থকা তেওঁলোকৰ (নৰ্তক-অভিনেতা-সকলৰ) তিৰোতাসকলক আত্মীয়-স্বজনসকলৰ নেতৃত্বত দুষ্ট লোকৰ বিৰুদ্ধে চোৰাংচোৱাগিৰি কৰা, সিহঁতক হত্যা কৰা আৰু সিহঁতৰ দ্বাৰা ভুল কৰোৱা কাৰ্যত নিযুক্ত কৰিব॥৩০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "গণিকাধ্যক্ষ" নামৰ সপ্তবিংশ (আৰম্ভণিৰপৰা ৪৮তম) অধ্যায় সমাপ্ত॥

# অষ্টাবিংশ অধ্যায়

## ৪৫তম প্ৰকৰণ : নৌ-অধ্যক্ষ

নৌ-অধ্যক্ষই স্থানীয় (আঠ শ গাৱঁৰ ওপৰত কৰ্তৃত্ব থকা নগৰ) প্ৰভৃতি নগৰত সমুদ্ৰত চলাচল কৰা জাহাজৰ আৰু নৈৰ মোহনা, প্ৰাকৃতিক হ্ৰদ, কৃত্ৰিম সৰোবৰ আৰু নদীসমূহত চলাচল কৰা নাৱৰ কাৰ্য-কলাপৰ ওপৰত চকু ৰাখিব॥১॥

সমুদ্ৰৰ তীৰ আৰু নৈৰ পাৰত থকা গাওঁবাসীসকলে এটা নিৰ্দিষ্ট কৰ শোধাব॥২॥

মাছমৰীয়াসকলে নাৱৰ ভাড়া বাবদ (মাছ আদিৰ) ছয় ভাগৰ এভাগ কৰ স্বৰূপে দিব॥৩॥

বেপাৰীসকলে বন্দৰত প্ৰচলিত নিয়ম অনুসৰি (পণ্যৰ) এটা অংশ শুল্ক স্বৰূপে দিব: ৰাজকীয় জাহাজেৰে সমুদ্ৰত যাতায়াতকাৰীসকলে জাহাজৰ ভাড়া দিব॥৪॥

শংখ আৰু মুক্তা তোলা লোকসকলে (ৰজাৰ) নাৱৰ ভাড়া দিব; তেওঁলোকে নিজৰ নাৱেৰেও যাব পাৰে॥৫ আৰু আকৰাধ্যক্ষৰ কৰ্মৰ দ্বাৰাই এইবোৰৰ অধ্যক্ষৰ কৰ্মও ব্যাখ্যা কৰা হ'ল॥৬॥ বন্দৰৰ অধ্যক্ষই বিধিবন্ধ কৰি দিয়া মতে বন্দৰত প্ৰচলিত নিয়ম-কানুনবোৰ নৌ-অধ্যক্ষই মানি চলিব লাগিব॥৭॥

দিগভ্ৰষ্ট হোৱা নাইবা বতাহে কোবাই নিয়া নাওবোৰ তেওঁ পিতৃৰ দৰে উদ্ধাৰ কৰিব॥৮॥ পানীত পৰি যোৱা পণ্যবোৰৰ শুল্ক ৰেহাই দিব বা আধা নিৰিখত ল'ব॥৯॥ আৰু এই (উদ্ধাৰ কৰা) নাওবোৰ বন্দৰৰপৰা যাত্ৰা কৰাৰ উপযুক্ত সময়ত যথানিৰ্দিষ্ট স্থানলৈ পঠিয়াই দিব॥১০॥

ৰাষ্ট্ৰৰ এলেকাত প্ৰৱেশ কৰিলে তেওঁ চলন্ত অৱস্থাতে জাহাজসমূহৰপৰা শুল্ক দাবী কৰিব॥১১॥ (চোৰ, দস্যু আদি) অন্যায়কাৰী লোক থকা নাওবোৰ নষ্ট কৰি পেলাব: শত্ৰুৰ দেশৰপৰা অহা, নাইবা বন্দৰৰ নিয়ম লংঘন কৰা নাওবোৰো নষ্ট কৰি পেলাব॥১২॥

. ডাঙৰ ডাঙৰ নাওবোৰ পৰিচালক, কৰ্ণধাৰ আৰু লংগৰ পেলোৱা, ছুটী টনা আৰু পনী সিঁচা লোকৰ তত্ত্বাৱধানত হেমন্ত আৰু গ্ৰীষ্ম ঋতুতো নাৱেৰে পাৰ হ'ব লগা ডাঙৰ নদীবোৰত চলাচল কৰাব; (কেৱল) বৰ্ষাকালত প্ৰৱাহিত হোৱা সৰু নদীবোৰত সৰু নাও ৰাখিব॥১৩॥ নাওবোৰৰ পাৰঘাট নিৰ্দিষ্ট কৰি দিব, নহ'লে ৰাজদ্বেষী লোক পাৰ হোৱাৰ ভয় থাকে॥১৪॥

অসময়ত আৰু ঘাট এৰি আন ঠাইত পাৰ হোৱা লোকক প্ৰথম সাহস-দণ্ড বিহিব॥১৫॥ নিৰ্দিষ্ট সময়ত আৰু নিৰ্দিষ্ট ঘাটেৰে পাৰ হ'লেও বিনা অনুমতিত পাৰ হোৱা লোকৰপৰা চাৰি ভাগৰ তিনি ভাগ অধিক ছাবিশ পণ তৰাত্যয় (পাৰ হোৱা জৰিমনা) ল'ব॥১৬॥ মাছ-মৰীয়া, কাঠৰ আৰু খেৰৰ বোজা কঢ়িওৱা লোক আৰু ফুল, ফল আৰু শাক-পাচলিৰ বাৰীত

কাম কৰা লোক, আৰু গৰু-ৰখীয়াৰ ওপৰত এই দণ্ড প্ৰযোজ্য নহ'ব; অকৌ চোৰ বুলি চোডা কৰি পিছে পিছে যোৱা লোক, ৰাজদূতৰ অনুসৰণকাৰী লোক আৰু সৈন্য-বাহিনীৰ কাৰণে মাল অনা-নিয়া কৰা লোকৰ ক্ষেত্ৰতো, যদি তেওঁলোকে নিজৰ নাৱেৰে পাৰ হয়, এই দণ্ড প্ৰযোজ্য নহ'ব; জল-পথৰ কাষৰীয়া গাওঁবোৰলৈ খেতিৰ স'চ, খাদ্য-দ্ৰব্য আৰু গৃহস্থৰ প্ৰয়োজনীয় অন্যান্য মাল কঢ়িয়াই নিয়া লোকেও এই দণ্ডৰপৰা ৰেহাই পাব॥১৭॥

ব্ৰাহ্মণ, গৃহত্যাগী সন্ন্যাসী, সৰু ল'ৰা-ছোৱালী, বৃদ্ধ লোক, ৰোগগ্ৰস্ত লোক, ৰাজ-শাসন বহনকাৰী লোক আৰু গৰ্ভিণী তিৰোতাই নৌ-অধ্যক্ষৰ মোহৰ মৰা অনুমতি-পত্ৰ লৈ (বিনা মাচুলে) পাৰ হ'ব পাৰিব॥১৮॥

পৰৰাজ্যৰ লোকেও অনুমতি লাভ কৰিলে, অথবা (অনুমতি নহ'লেও) বণিক-সঙ্ঘৰ সাক্ষ্যক্ৰমে ৰাজ্যত প্ৰৱেশ কৰিব পাৰিব॥১৯॥ আন লোকৰ তিৰোতা, ছোৱালী বা সম্পত্তি লৈ পলোৱা লোক, ভীত বা উদ্বিগ্ন লোক, কোনো ডাঙৰ মালৰ বোজাৰ আঁৰত লুকোৱা লোক, মূৰত লোৱা মালৰ গধুৰ বোজাৰে (মুখ) লুকোৱা লোক, সন্ন্যাসীৰ চিহ্ন ধাৰণ কৰি বা নকৰি নতুনকৈ সন্ন্যাসী হোৱা লোক, ৰোগৰ লক্ষণ নথকা ৰুগীয়া (বুলি পৰিচয় দিয়া) লোক, ভয় পাই চেহেৰা মলিন হোৱা লোক, মূল্যবান বস্তু, চিঠি-পত্ৰ, অস্ত্ৰ-শস্ত্ৰ বা অগ্নি-সন্দীপক বস্তু গোপনে কঢ়িয়াই নিয়া লোক, হাতত বিষ লৈ যোৱা লোক, বহু দূৰ বাট অতিক্ৰম কৰি অহা লোক আৰু মোহৰ-মৰা পৰিচয়-পত্ৰ নথকা লোক—এইসকল লোকক গ্ৰেপ্তাৰ কৰাব॥২০॥

সৰু জন্তু আৰু (হাতত) টোপোলা লৈ অহা মানুহৰ পাৰ হোৱা মাচুল এক মাষক, মূৰত বা পিঠিত বোজা লৈ যোৱা মানুহৰ আৰু গৰু আৰু ঘোঁৰাৰ পাৰ হোৱা মাচুল দুই মাষক, উট আৰু ম'হ পাৰ কৰিলে চাৰি মাষক, সৰু যানৰ মাচুল পাঁচ মাষক, গৰুৰ গাড়ীৰ ছয় মাষক, ডাঙৰ গাড়ীৰ মাচুল সাত মাষক, আৰু কুৰি তুলা ওজনৰ পণ্য পাৰ কৰা মাচুল সিকি পণ॥২১॥ ইয়াৰ দ্বাৰা (পণ্যত বাহিৰে আন) বস্তুৰ বোজাৰ (মাচুলৰ) কথাও বুজোৱা হ'ল॥২২॥ ডাঙৰ নদী পাৰ হ'বলৈ হ'লে (উক্ত মাচুলৰ) দুগুণ দিব লাগিব॥২৩॥

জল-পথৰ কাষৰীয়া গাৱঁত বাস কৰা লোকসকলে (ঘাটোৱালক) নিৰ্দিষ্ট ভোজন আৰু বেতন দিব লাগিব॥২৪॥

(নদীৰ দ্বাৰা নিৰ্দিষ্ট) সীমান্ত অঞ্চলত পাৰ কৰা কাৰ্যত নিযুক্ত বিষয়াসকলে (বেপাৰী-সকলৰপৰা) শুল্ক, আতিবাহিক কৰ (সশস্ত্ৰ ৰখীয়া দি নিৰাপত্তা দিয়াৰ বাবে দিব লগীয়া কৰ) আৰু পথ-শুল্ক আদায় কৰিব, মোহৰ নমৰাকৈ লৈ যোৱা মাল বাজেয়াপ্ত কৰিব আৰু অতিৰিক্ত বোজা লৈ অসময়ত অঘাটেদি পাৰ হোৱা মানুহৰ মালো বাজেয়াপ্ত কৰিব॥২৫॥

(যথানিৰ্দিষ্ট) পুৰুষ আৰু সা-সৰঞ্জাম নথকা কাৰণে, নাইবা মেৰামতি নকৰা কাৰণে নাও ডুবিলে নৌ-অধ্যক্ষই হেৰোৱা বা নষ্ট হৈ যোৱা মালৰ ক্ষতি-পূৰণৰ ব্যৱস্থা কৰিব॥২৬॥

> আহাৰ মাহৰ পূৰ্ণিমা তিথিৰপৰা এসপ্তাহ অতীত হোৱাৰ পিছৰপৰা কাতি মাহৰ পূৰ্ণিমা তিথিৰপৰা এসপ্তাহ পিছলৈকে এই কালছোৱাত নৈ পাৰ হোৱাৰ (ব্যৱস্থা কৰিব); পাৰ কৰা কামত নিযুক্ত লোকসকলে নিজৰ জামিন দিব আৰু দৈনিক পাৰ কৰা মাচুল (নৌ-অধ্যক্ষৰ হাতত) জমা দিব॥২৭॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "নৌ-অধ্যক্ষ" নামৰ অষ্টাবিংশ (আৰম্ভণিৰপৰা ৪১তম) অধ্যায় সমাপ্ত॥**

# ঊনত্ৰিংশ অধ্যায়

## ৪৬তম প্ৰকৰণ : গো-অধ্যক্ষ

গো-অধ্যক্ষই বেতনোপগ্ৰাহিক, কৰপ্ৰতিকৰ, ভগ্নোৎসৃষ্টক, ভাগানুপ্ৰৱিষ্টক, ব্ৰজপৰ্যগ্ৰ. নষ্ট. বিনষ্ট আৰু ক্ষীৰঘৃতসংজাত (গাখীৰ আৰু ঘিউৰ মুঠ উৎপাদন)—এইবোৰৰ হিছাপ ৰাখিব॥১॥

গৰখীয়া. ম'হ-গৰখীয়া গাই-খীৰাওঁতা, (দুগ্ধ আদি) মথোঁতা আৰু চিকাৰীয়ে নগদ টকা বেতন লৈ এশ খীৰতী গাইৰ তত্ত্বাৱধান কৰিব॥২॥ কাৰণ. গাখীৰ, ঘিউ আদি বেতন স্বৰূপে দিলে সিহঁতে দামুৰিবোৰৰ অপকাৰ কৰিব পাৰে। এইদৰে গৰু-ম'হ ৰখা কাৰ্যক বেতনোপগ্ৰাহিক (বেতনৰ বিনিময়ত গৰুৰ তত্ত্বাৱধান) বোলে॥৩॥

এজন লোকে সমান সংখ্যক বুঢ়ী গাই. খীৰতী গাই. গাভিনী গাই, প্ৰথম পিয়নৰ গাই আৰু চেউৰী মিলি এশ গাই পালন কৰিব লাগে॥৪॥ তেওঁ প্ৰতি বছৰে আঠ বাৰক (৮৪ কুডুৱ) ঘিউ, গাইজনীয়ে প্ৰতি এক পণ আৰু (মৰা গৰুৰ) চিহ্নিত চামৰা (ৰজাক) দিব লাগিব॥ এইদৰে গো-পালন কৰাক কৰপ্ৰতিকৰ (কৰ আৰু নিৰ্দিষ্ট আয়ৰ বিনিময়ত গৰুৰ তত্ত্বাৱধান) বোলে॥৫॥

বেমাৰী, বিকলাঙ্গী. এজন নিৰ্দিষ্ট লোকত বাহিৰে আনে খীৰাব নোৱৰা, কষ্টেৰে খীৰাব লগীয়া আৰু মৃতবৎসা—এই পাঁচ প্ৰকাৰ গাইৰ সমানসংখ্যক লৈ এশজনী গাই পালন কৰা লোকে (ৰজাক) সেই জাতীয় গৰুৰ উপযুক্ত ভাগ অৰ্পণ কৰিব। এইদৰে গো-পালন কৰাক ভগ্নোৎসৃষ্টক (অকামিলা আৰু পৰিত্যক্ত গৰুৰ তত্ত্বাৱধান) বোলে॥৬॥

শত্ৰুৰ আক্ৰমণ বা অৰণ্যবাসী জনজাতিৰ ভয়ত (ৰজাৰ পশুৰ পালত) প্ৰৱেশ কৰা গৰু-ম'হৰ কাৰণে পশুপালন নীতি অনুসৰি (তাৰ মালিকে ৰজাক গাখীৰ, ঘিউ, আদিৰ) দহ-ভাগৰ এভাগ দিব॥ এই ধৰণৰ পশুপালনক ভাগানুপ্ৰৱিষ্টক (ভাগ দি পশু প্ৰৱেশ কৰোৱা) বোলা হয়॥৭॥

মাকৰ গাখীৰ খাই থকা দামুৰি, গাখীৰ খাবলৈ এৰা দামুৰি, বাজন, বাঁড়, হালোৱা গৰু—এই ছয় প্ৰকাৰ মতা গৰু; যন্ত্ৰলি লগোৱা বাহন বা গাড়ী টনা ম'হ. পেৰা ম'হ, মঙহৰ কাৰণে ৰখা ম'হ আৰু পিঠি বা কান্ধেৰে ভাৰ কঢ়িওৱা ম'হ—এইবোৰ মতা ম'হ; পিয়নীয়া কাঢ়লী-পোৱালি, পিয়ন-ছৰা কাঢ়লী-পোৱালি, প্ৰথম বাৰলৈ পোৱালি দিয়া, গাভিনী, খীৰতী, পোৱালি নজগা চেউৰী আৰু বাজী—এই সাত প্ৰকাৰ গাই-গৰু আৰু মাইকী ম'হ; এমাহ বা দুমাহ বয়সৰ সিহঁতৰ পোৱালিবোৰ দমৰা বা কাঢ়লী॥৮॥ এমহীয়া বা দুমহীয়া পোৱালিবোৰৰ গাত দাগ দিব লাগে॥৯॥ ৰজাৰ পালত সোমাই এমাহ বা দুমাহ থকা গৰু-ম'হ আদিৰ গাতো দাগ দিব॥১০॥ দাগ, (স্বাভাৱিক) চিন, গাৰ বং, শিঙৰ বিশেষত্ব—এইবোৰ লক্ষণ সহ পালত যোগ হোৱা গৰু-ম'হৰ হিছাপ ৰাখিব। ইয়াকে ব্ৰজপৰ্যগ্ৰ (পালৰ মুঠসংখ্যা) বোলে॥১১॥

চোৰে চুৰ কৰি নিয়া, আন পালত সোমোৱা আৰু হেৰাই যোৱা—এই তিনি প্ৰকাৰে গৰু-ম'হ নাইকিয়া হোৱাকে নষ্ট (হেৰাই যোৱা) বোলে॥১২॥ বোকাত পোত যোৱা (গাঁত আদি) দুৰ্গম স্থানত সোমোৱা, বেমাৰত পৰা, বুঢ়া হোৱা, খাদ্য-পানীৰ যোৰত ভোগা, গছ পৰি, গড়া খহি, কাঠ বা শিল পৰি আহত হোৱা, বজ্ৰাহত হোৱা, হিংস্ৰ জন্তু, সাপ আৰু

ঘঁৰিয়াল আদিয়ে খোৱা নাইবা বনপোৱা জ্বৰত পৰি মৰাকে বিনষ্ট (নাশ হোৱা) বোলে॥১৩॥ (পালকসকলে) নিজৰ অসতৰ্কতাৰ কাৰণে নষ্ট বা বিনষ্ট হোৱা গৰু-মহৰ ক্ষতিপূৰণ দিবলৈ বাধ্য থাকিব॥১৪॥

এইদৰে (গো-অধ্যক্ষই) পশুৰ সংখ্যাৰ হিছাপ জানি ল'ব॥১৫॥

যিয়ে গৰু-ম'হ আদি নিজে মাৰে বা আনৰ হতুৱাই মৰায় আৰু নিজে চুৰ কৰে বা আনৰ হতুৱাই চুৰ কৰায় তেওঁৰ প্ৰাণদণ্ড হ'ব॥১৬॥

ৰাজকীয় চিহ্নেৰে চিহ্নিত কৰি আনৰ গৰু-ম'হ যদি (ৰজাৰ গৰু-ম'হৰ লগত) সলনি কৰে, প্ৰতিটো গৰু-ম'হৰ কাৰণে তেনে লোকক প্ৰথম সাহস-দণ্ড বিহিব॥১৭॥

চোৰে চুৰ কৰি নিয়া নিজ দেশৰ গৰু-ম'হ যদি কোনোবাই উদ্ধাৰ কৰি আনে তেওঁ প্ৰতিশ্ৰুত গৰু বা ম'হ পাব॥১৮॥ আন দেশৰ গৰু-ম'হ উদ্ধাৰ কৰি আনোঁতাই তাৰ আধা ভাগ পাব॥১৯॥

পশুৰখীয়াসকলে পোৱালি, বুঢ়া আৰু বেমাৰী গৰু-ম'হৰ যত্ন ল'ব॥২০॥ ব্যাধ আৰু কুকুৰ লগত লৈ চিকাৰ কৰা চিকাৰীহঁতৰ দ্বাৰা চোৰ, হিংস্ৰ জন্তু আৰু শত্ৰুৰ উৎপীড়নৰ ভয়ৰপৰা মুক্ত আৰু বিভিন্ন ঋতুৰ উপযোগী অৰণ্যত (গৰু-ম'হ) চৰাব॥২১॥ ভয়াতুৰ গৰু-ম'হৰ ডিঙিত শব্দকাৰী ঘণ্টা বান্ধি দিব যাতে সাপ আৰু হিংস্ৰ জন্তুবোৰে ভয় পায় আৰু চৰণীয়া পথাৰত চৰি ফুৰা গৰু-ম'হৰ গতি-বিধিৰ গম পোৱা যায়॥২২॥ যি পানীলৈ নামি যোৱা ঘাটটো সমান আৰু আহল-বহল, য'ত বোকা বা ঘঁৰিয়াল আদি নাই তেনে পানীত (পানী খুৱাবলৈ) গৰু-মহ'বোৰ নমাই দিব আৰু (সেই সময়ত) সিহঁতক ৰখি থাকিব॥২৩॥ চোৰে নিয়া, হিংস্ৰ জন্তু, সাপ আৰু ঘঁৰিয়াল আদিয়ে খোৱা আৰু ৰোগ আৰু বাৰ্দ্ধক্যৰ কাৰণে মৰা গৰু-ম'হ সম্পৰ্কে ৰখীয়াহঁতে (গো-অধ্যক্ষক) জনাব; নহ'লে গৰু-মহ'ৰ মূল্য দিবলৈ বাধ্য থাকিব॥২৪॥

(অনিবাৰ্য) কাৰণ বশতঃ কোনো পশু মৰিলে, সেই পশু গৰু বা ম'হ হ'লে তাৰ চিহ্নিত চামৰা, ছাগলী বা ভেড়া হ'লে তাৰ কাণত দিয়া চিন, ঘোঁৰা, গাধ বা উট হ'লে তাৰ নেজ আৰু ছাল আৰু (সকলো জন্তুৰে) নোম, ছাল, মূত্ৰাশয়, পিত্ত, স্নায়ু, দাঁত, খুৰা, শিং আৰু হাড় সংগ্ৰহ কৰি (গো-অধ্যক্ষক) দিব॥২৫॥ মঙহ কেঁচাই বা শুকাই বেচিব পাৰিব॥২৬॥

ঘোল কুকুৰ আৰু গাহৰিক খাবলৈ দিব॥২৭॥ গোট মৰা দৈ সৈন্যৰ খাদ্যৰ কাৰণে আনিব॥২৮॥ ছানাৰ পানীখিনি ঘানীৰ খলিহে তিওৱাত ব্যৱহৃত হ'ব॥২৯॥

কোনো জন্তু বিক্ৰী কৰিলে প্ৰতিটো জন্তুৰ কাৰণে (এক পণৰ) চাৰি ভাগৰ এভাগ ৰাজ-কৰ দিব॥৩০॥

বৰ্ষা, শৰত আৰু হেমন্ত ঋতুত (গৰু-ম'হ) দুয়ো বেলাই খীৰাব; শীত, বসন্ত আৰু গ্ৰীষ্ম কালত (কেৱল) এবাৰ খীৰাব॥৩১॥ (এই পিছৰ তিনি ঋতুত) দ্বিতীয় বাৰ খীৰাওঁতাৰ শাস্তি হ'ব বুঢ়া আঙুলিটো কাটি পেলোৱা॥৩২॥ গাই খীৰোৱাৰ সময় উকলি যাবলৈ দিলে গাখীৰৰ যিখিনি ঘাটি হয় সেই পৰিমাণৰ দণ্ড হ'ব॥৩৩॥ ইয়াৰ দ্বাৰা নাকী লগোৱা, ভিৰোৱা, কাণত ফুঁৰলি লোৱাৰ অভ্যাস কৰোৱা আৰু ঘূৰি ঘূৰি খোজ কঢ়া (শিকা দিয়া) সম্পৰ্কেও (অৰ্থাৎ এইবোৰ কাম যথা সময়ত নকৰাৰ শাস্তি সম্পৰ্কেও) কুওৱা হ'ল॥৩৪॥

এক দ্ৰোণ গৰুৰ গাখীৰৰপৰা (সাধাৰণতে) এক প্ৰস্থ ঘিউ উৎপন্ন হয়: ম'হৰ গাখীৰৰপৰা আৰু পাঁচ ভাগৰ এভাগ বেছি হয় আৰু ছাগলী আৰু ভেৰাৰ গাখীৰৰপৰা আধা প্ৰস্থ বেছি

হয়॥৩৫॥ অথবা, এই সকলোবোৰ জন্তুৰ ক্ষেত্ৰতে তাৰ গাখীৰ মন্থন কৰি যিমানখিনি ঘিউ পোৱা যায় সেয়ে তাৰ পৰিমাণ॥৩৬॥ কাৰণ, মাটি, ঘাঁহ আৰু পানীৰ উৎকৃষ্ট গুণ অনুসৰি গাখীৰ আৰু ঘিউৰ পৰিমাণে বাঢ়ে॥৩৭॥

যদি কোনো লোকে গৰুৰ পালৰ ষাঁড় এটাক আন এটা ষাঁড়ৰ দ্বাৰা বগৰাই পেলায় তেওঁক প্ৰথম সাহস-দণ্ড বিহিব; তাক বধ কৰিলে উত্তম সাহস-দণ্ড হ'ব॥৩৮॥

গৰু-ম'হ আদিৰ শ্ৰেণী (দামুৰি, বাজন প্ৰভৃতি) অনুসৰি দহোটাৰ একো একোটা সমষ্টি কৰি (তেনে দহোটা সমষ্টিৰ দ্বাৰা গঠিত এশটাৰ পাল) ৰক্ষণ কৰিব॥৩৯॥ গৰু-ম'হ আদিয়ে কিমান লৰচৰ কৰে অথবা সিহঁতৰ বল কিমান তালৈ চাই আৰু কিমানক একেলগে ৰক্ষণা-বেক্ষণ কৰিব সেই কথা বুজি লৈ সিহঁতৰ (ৰাতিৰ কাৰণে) থকা ঠাইৰ ব্যৱস্থা কৰিব॥৪০॥

(গো-অধ্যক্ষই) ছাগলী প্ৰভৃতি জন্তুৰ উণ (গাৰ নোম) ছমাহে ছমাহে সংগ্ৰহ কৰাব॥৪১॥

ইয়াৰ দ্বাৰা ঘোঁৰা, খচ্চৰ, উট, গাহৰি আদি জন্তুৰ পালৰ (ক্ষেত্ৰতো উক্ত নিয়মবোৰেই যে প্ৰযোজ্য সেই) সম্পৰ্কেও বুজোৱা হ'ল॥৪২॥

ভাল জাতৰ ঘোঁৰাৰ যি খোজ সেই খোজত (গাড়ী আদি) টানিব পৰা নাকী লগোৱা বলদৰ (দৈনিক খাদ্যৰ পৰিমাণ)-আধা ভাৰ (দহ তুলা) কেচা ঘাঁহ, ইয়াৰ দুগুণ (কুৰি তুলা) খেৰ-বন, ঘানীৰ খলিহে এক তুলা, দহ আঢ়ক খুদ আৰু ভূচি, পাঁচ পল সৈন্ধৱ লবণ, নাকত লগাবলৈ এক কুডুব আৰু খাবলৈ এক প্ৰস্থ তেল, মঙহ এক তুলা, এক আঢ়ক দৈ, এক দ্ৰোণ যৱ নাইবা আধা সিজা মাটিমাহ; আৰু বলকাৰক পানীয় হিছাপে গাখীৰ এক দ্ৰোণ বা আধা আঢ়ক সুৰা, এক প্ৰস্থ তেল, দহ পল চেনি আৰু এক পল শুকান আদা॥৪৩॥ খচ্চৰ, বাকী গৰু আৰু গাধৰ কাৰণে (উক্ত খাদ্য-পৰিমাণৰ) এক-চতুৰ্থাংশ কম হ'ব, ম'হ আৰু উটৰ খাদ্য (উক্ত পৰিমাণৰ) দুগুণ হ'ব॥৪৪॥ (সাধাৰণ) কামত লগোৱা বলদ আৰু খীৰতী গাইৰ খাদ্যৰ যোগান সিহঁতৰ কৰ্মৰ কাল আৰু (গাখীৰ আদি) ফলৰ ওপৰত নিৰ্ভৰ কৰিব॥৪৫॥ সকলো জন্তুৱে খেৰ, বন আৰু পানী ইচ্ছামতে খাব পাৰিব॥৪৬॥

এই পৰ্যন্ত পশুৰ পাল-সম্পৰ্কীয় কথা ব্যাখ্যা কৰা হ'ল॥৪৭॥

> এশ গাধ বা ঘোঁৰা থকা এটা জন্তুৰ পালত পাঁচোটাকৈ ঋষভ (মতা জন্তু) ৰাখিব, এশ ছাগলী বা ভেড়াৰ পালত দহোটাকৈ মতা ছাগলী বা ভেড়া ৰাখিব আৰু এশ গৰু, ম'হ আৰু উট থকা পালত চাৰিটাকৈ ঋষভ ৰাখিব॥৪৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "গো-অধ্যক্ষ" নামৰ ঊনত্ৰিংশ (আৰম্ভণিৰপৰা ৫০তম) অধ্যায় সমাপ্ত॥

# ত্ৰিংশ অধ্যায়

## ৪৭তম প্ৰকৰণ : অশ্বাধ্যক্ষ

অশ্বাধ্যক্ষই (ৰজাই) উপহাৰ স্বৰূপে পোৱা, কিনি অনা, যুদ্ধত লাভ কৰা (অশ্ব-শালাত)

অশ্বাধ্যক্ষই (ৰজাই) উপহাৰ স্বৰূপে পোৱা, কিনি অনা, যুদ্ধত লাভ কৰা, (অশ্ব-শালাত)
ওপজা, সাহায্য দানৰ বিনিময়ত পোৱা, সন্ধিৰ চৰ্ত অনুসৰি পোৱা বা সাময়িকভাৱে (আনৰ-পৰা) অনা—এই সকলো প্ৰকাৰ ঘোঁৰাৰ সংখ্যা, সিহঁতৰ জাত, বয়স, ৰং, চিন, শ্ৰেণী আৰু

পোৱাৰ বৃত্তান্তবোৰ সৈতে লিপিবদ্ধ কৰাই থ'ব॥১॥ তল থাপৰ, বিকলাঙ্গ আৰু বেমাৰী ঘোঁৰাবোৰৰ খবৰ (ৰজাক) জনাব॥২॥

চাঁহচাঁৰিলাকে ৰাজ-কোষ আৰু কোষ্ঠাগাৰৰপৰা এমাহৰ জোখাই (খাদ্য, পানীয় আদিৰ কাৰণে) খৰচ আদায় কৰি ঘোঁৰাবোৰ প্ৰতিপালন কৰিব॥৩॥

ঘোঁৰাৰ সংখ্যাৰ অনুপাতে দীঘল, ঘোঁৰাৰ লম্বতাৰ দুগুণ বহল, চাৰিখন দুৱাৰ থকা, মাজত ঘোঁৰাবোৰ ঘাগৰিবলৈ ঠাই থকা, প্ৰবেশ-কক্ষযুক্ত প্ৰধান প্ৰবেশ-পথত (দুয়োকালে আউজি বহিবলৈ) কাঠৰ পাত লগোৱা আসন থকা আৰু বান্দৰ, ময়ূৰা-চৰাই চিত্ৰমৃগ, নেউল, চকোৰ, ভাটৌ আৰু শালিকা-চৰায়ে ভৰি থকা অশ্বশালা নিৰ্মাণ কৰাব॥৪॥ প্ৰত্যেকটো ঘোঁৰাৰ কাৰণে একোখন চাং তৈয়াৰ কৰাব; চাংখন ঘোঁৰাটোৰ দৈৰ্ঘ্যৰ সমান বিস্তৃতিৰ বৰ্গাকাৰ হ'ব, তাত নিমজ তক্তা পাৰি দিব, ঘোঁৰাই (ঘাঁহ আদি) খোৱাৰ কাৰণে খোটালি থাকিব, মল-মূত্ৰ ওলাই যোৱা বাট থাকিব আৰু ই পূবমুৱা বা উত্তৰমুৱা হ'ব॥৫॥ অথবা, অশ্ব-শালাৰ অৱস্থান অনুসৰি দিশৰ বিভাগ স্থিৰ কৰিব॥৬॥ মাইকী ঘোঁৰা, প্ৰজননকাৰী মতা ঘোঁৰা আৰু পোৱালি-ঘোঁৰাৰ কাৰণে অশ্ব-শালাৰ বিভিন্ন প্ৰান্তত চাং সজাব॥৭॥

পোৱালি দিয়াৰ পাছত মাইকী ঘোঁৰাক তিনি ৰাতি এক প্ৰস্থকৈ ঘিউ খুৱাব॥৮॥ ইয়াৰ পাছত দহ ৰাতি এক প্ৰস্থকৈ যৱৰ গুৰি আৰু স্নেহ-দ্ৰব্য (তেল আদি) আৰু ঔষধ মহলাই বলকাবক পানীয় হিচাপে খুৱাব॥৯॥ তাৰ পিছত আধা সিজা যৱ, কেঁচা ঘাঁহ আৰু ঋতুপযোগী পথ্য খুৱাব॥১০॥

(ওপজাৰ) দহ ৰাতিৰ পিছৰপৰা ছমাহলৈকে ঘোঁৰাৰ পোৱালিক (নিতৌ) এক কুডুব যৱৰ গুৰিৰ লগত তাৰ এক-চতুৰ্থাংশ ঘিউ আৰু এক প্ৰস্থকৈ গাখীৰ খুৱাব॥১১॥ তাৰ পিছত (দিনে) এক প্ৰস্থকৈ যৱ খুৱাব আৰু প্ৰতি মাহে আধা প্ৰস্থকৈ বঢ়াই দি এইদৰে তিনি বছৰ বয়স হোৱালৈকে খুৱাব; (তাৰ পিছত) চাৰি বছৰলৈকে এক দ্ৰোণকৈ দিব॥১২॥ ইয়াৰ পিছত যেতিয়া চাৰি বা পাঁচ-বছৰীয়া হ'ব, তেতিয়া ই সম্পূৰ্ণ ডাঙৰ-দীঘল হৈ কৰ্মক্ষম হ'ব॥১৩॥

উত্তম শ্ৰেণীৰ ঘোঁৰাৰ মুখ বত্ৰিশ অঙ্গুল (দীঘল) হয়; তাৰ শৰীৰ মুখৰ পাঁচ গুণ (দীঘল), জঙ্ঘা কুৰি অঙ্গুল, উচ্চতা চাৰি জঙ্ঘাৰ সমান (অৰ্থাৎ আশী অঙ্গুল)॥১৪॥ মধ্যম আৰু নিম্নশ্ৰেণীৰ ঘোঁৰাৰ জোখ (ক্ৰমে) তিনি অঙ্গুলকৈ কম॥১৫॥ (উত্তম শ্ৰেণীৰ) ঘোঁৰাৰ গাৰ বেৰ এশ অঙ্গুল॥১৬॥ মধ্যম আৰু নিম্ন শ্ৰেণীৰ ঘোঁৰাৰ গাৰ বেৰ (ইয়াতকৈ ক্ৰমে) পাঁচ ভাগকৈ কম (অৰ্থাৎ ক্ৰমে আশী অঙ্গুল আৰু ষাঠি অঙ্গুল)॥১৭॥

উত্তম শ্ৰেণীৰ ঘোঁৰাৰ (খাদ্য-পৰিমাণ) আধা-শুকান বা আধা-সিজা শালি, ব্ৰীহি, যৱ বা প্ৰিয়ঙ্গু ধানৰ চাউল দুই দ্ৰোণ অথবা (সেই পৰিমাণৰ) আধা-সিজা মগুমাহ বা মাটিমাহ আৰু এক প্ৰস্থ স্নেহ-দ্ৰব্য (তেল আদি), নিমখ পাঁচ পল, মঙহ পঞ্চাশ পল আৰু শুকান (খাদ্যৰ) পিণ্ড তিয়াবলৈ এক আঢ়ক ৰস (কুঁহিয়াৰৰ?), অথবা ইয়াৰ দুগুণ দৈ আৰু বলকাবক পানীয় হিচাপে পাঁচ পল চেনিৰ লগত এক প্ৰস্থ সুৰা অথবা ইয়াৰ দুগুণ গাখীৰ॥১৮॥ দীঘলীয়া পথ অতিক্ৰম কৰি অথবা গধুৰ বোজা বৈ ক্লান্ত হোৱা ঘোঁৰাৰ ভোক চলাবলৈ এক প্ৰস্থ স্নেহ-দ্ৰব্য অনুবাসন (পাকস্থলী পৰিষ্কাৰ কৰা প্ৰক্ৰিয়া) হিচাপে আৰু এক কুডুব স্নেহ-দ্ৰব্য নাকত সুমুৱাই দিবলৈ দিব; কেঁচা ঘাঁহ আধা ভাৰ (দহ তুলা), ইয়াৰ দুগুণ তৃণ বা

ছয় অৰঢ়ি (দুই হাতেৰে আঁকোৱালি ল'ব পৰা) পৰিমাণৰ ভূণৰ আঁটি॥১৯॥ মধ্যম আৰু নিম্ন শ্ৰেণীৰ কাৰণে ইয়াৰ এক-চতুৰ্থাংশকৈ কম হ'ব॥২০॥

(খাদ্য-পৰিমাণ সম্পৰ্কে) মধ্যম শ্ৰেণীৰ ৰথ টনা আৰু প্ৰজননকাৰী ঘোঁৰা উত্তম শ্ৰেণীৰ সমান॥২১॥ (ৰথ টনা আৰু প্ৰজননকাৰী) নিম্ন শ্ৰেণীৰ ঘোঁৰা (খাদ্য-পৰিমাণ সম্পৰ্কে) মধ্যম শ্ৰেণীৰ সমান॥২২॥ মাইকী ঘোঁৰা আৰু খচ্চৰৰ খাদ্য-পৰিমাণ ইয়াতকৈ এক-চতুৰ্থাংশ কম হ'ব॥২৩॥ পোৱালি ঘোঁৰাৰ কাৰণে ইয়াৰ আধা॥২৪॥ এইবোৰ (ঘোঁৰাক দিব লগীয়া) খাদ্য-পৰিমাণ-সম্পৰ্কীয় নিয়ম॥২৫॥

ঘোঁৰাৰ খোৱা-বস্তু প্ৰস্তুতকাৰী চাঁহিচ আৰু চিকিৎসকসকলে ঘোঁৰাক দিয়া খোৱা-বস্তু আগতে চাকি চাব॥২৬॥

যুদ্ধ, ব্যাধি আৰু বাৰ্ধক্যৰ কাৰণে অকামিলা হোৱা ঘোঁৰাবোৰক জীৱন-ধাৰণৰ কাৰণে খাদ্য যোগাব॥২৭॥ (কামিলা হ'লেও) যিবোৰ ঘোঁৰা যুদ্ধত ব্যৱহাৰ কৰিব নোৱাৰি সিবোৰক নগৰবাসী আৰু গাঁওবাসী জনসাধাৰণৰ উপকাৰাৰ্থে প্ৰজননকাৰী ঘোঁৰা হিছাপে মাইকী ঘোঁৰাৰ কাৰণে ৰাখিব॥২৮॥

কাম্বোজ, সিন্ধু, আৰট্ট আৰু বনায়ু দেশৰ ঘোঁৰা যুদ্ধত ব্যৱহাৰ্য উত্তম শ্ৰেণীৰ ঘোঁৰা; বাহ্লীক, পাপেয়, সৌৱীৰ আৰু তিতলৰ ঘোঁৰা মধ্যম শ্ৰেণীৰ (আৰু) বাকীবোৰ নিম্ন শ্ৰেণীৰ[1]॥২৯॥ এই ঘোঁৰাবোৰৰ উগ্ৰ, মৃদু আৰু অলস প্ৰকৃতি অনুসৰি সিহঁতক যুদ্ধ-কাৰ্য বা আৰোহণ কাৰ্যত নিয়োগ কৰিব॥৩০॥

ঘোঁৰাৰ সৰ্বকৰ্মপটুতা হৈছে যুদ্ধকৰ্মপটুতা (অৰ্থাৎ যুদ্ধত যি ঘোঁৰাই পটুতা দেখুৱাব পাৰে সি সকলো কামতে পটু হ'ব)॥৩১॥

আৰোহণীয় ঘোঁৰাৰ গতি পাঁচ প্ৰকাৰ—বল্গন (চেঁকুৰ), নীচৈৰ্গত (লাহে লাহে যৱা দোৰ) লঙ্ঘন (জাঁপিয়াই জাঁপিয়াই যোৱা), ধোৰণ (কদমত যোৱা) আৰু নাৰোষ্ট্ৰ (ইচাৰা অনুসৰি যোৱা)॥৩২॥

তাৰ ভিতৰত বল্গন ছয় প্ৰকাৰ—ঔপবেণুক (এক হাত ব্যাসৰ ভিতৰত মণ্ডলাকাৰে ঘূৰা), বৰ্ধমানক (তেনেকুৱা এক শ্ৰেণীবদ্ধ বৃত্তৰ ভিতৰত মণ্ডলাকাৰে ঘূৰা), যমক (একেলগে দুই প্ৰকাৰ বৃত্তৰ মাজত ঘূৰা), আলীঢ়প্লুত—এখন ঠেং কোঁচাই আনখন মেলি দি জাঁপিয়াই ঘূৰা), পৃথুগ (শৰীৰৰ আগ ভাগৰ দ্বাৰা ঘূৰা) আৰু ত্ৰিকচালী (শৰীৰৰ পিছৰ ভাগৰ দ্বাৰা ঘূৰা)॥৩৩॥

মূৰ আৰু কাণ স্থিৰ ৰাখি কৰা বল্গনকে নীচৈৰ্গত বোলে; নীচৈৰ্গত যোল্ল প্ৰকাৰ॥৩৪॥ প্ৰকীৰ্ণক (সকলো প্ৰকাৰ গতিৰ সংমিশ্ৰণ), প্ৰকীৰ্ণোত্তৰ (নানা প্ৰকাৰ গতি হ'লেও এটা বিশেষ গতিৰ প্ৰাধান্য থকা), নিষণ্ণ (পিঠি স্থিৰেৰে থকা), পাৰ্শ্বানুবৃত্ত (এটা ফাল এঢলীয়াকৈ কৰা গতি), ঊৰ্মিমাৰ্গ (শৰীৰটো ঢেউৰ দৰে ওখ চাপৰ কৰি কৰা গতি), শৰভক্ৰীড়িত (শিশু-হাতীৰ দৰে খেলা কৰি কৰা গতি), শৰভপ্লুত (শিশু-হাতীৰ দৰে জাফ মাৰি যোৱা), ত্ৰিতাল (তিনি-খন ঠেংৰে দোৰা), বাহ্যানুবৃত্ত (সোঁৱে বাঁৱে দুলি আড়ম্বৰেৰে কৰা গতি), পঞ্চপাণি (এবাৰ

[1] কাম্বোজ—গান্ধাৰ দেশৰ উত্তৰ ফালৰ এখন প্ৰাচীন ৰাজ্য। আৰট্ট—পঞ্জাব ৰাজ্যৰ অন্তৰ্গত। বনায়ু—আৰৱ-দেশৰ প্ৰাচীন নাম। বাহ্লীক—শতদ্ৰু আৰু সিন্ধুৰ মধ্যবৰ্তী ভূভাগ। পাপেয়—ডঃ ৰাধাগোবিন্দ বসাকে উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ এটা অঞ্চল বুলি অনুমান কৰে। সৌৱীৰ—সিন্ধু প্ৰদেশৰ উত্তৰে সিন্ধু নদীৰ তীৰবৰ্তী অঞ্চল। তিতল—উৰিষ্যা ৰাজ্যৰ অন্তৰ্বৰ্তী।

তিনিখন ঠেং মাটিত ৰাখি চতুৰ্থখনেৰে দুবাৰ মাটিত আঘাত কৰি চলা), সিংহায়ত (সিংহৰ দৰে দীঘল খোজ দি চলা), স্বাধূত (দীঘল জাপ মাৰি যোৱা), স্নিগ্ধ (আৰোহী লৈ ধীৰ গতিত যোৱা), শ্লিষ্ট (শৰীৰৰ আগ ভাগৰ সোঁ ধৰাই যোৱা), বৃংহিত (শৰীৰৰ আগ ভাগ উঠাই যোৱা) আৰু পুষ্পাভিকীৰ্ণ (অকাই-পকাই কৰা গতি)॥৩৫॥

লঙ্ঘন সাত প্ৰকাৰ—কপিপ্লুত (বান্দৰৰ দৰে জঁপিয়াই যোৱা), ভেকপ্লুত (ভেকুলীৰ দৰে জঁপিয়াই যোৱা), এণপ্লুত (হৰিণৰ দৰে জঁপিয়াই যোৱা), একপাদপ্লুত (তিনিখন ঠেং কোঁচাই লৈ চতুৰ্থখনেৰে জঁপিয়াই যোৱা), কোকিলসংচাৰী (কুলিৰ দৰে জঁপিয়াই যোৱা), উৰস্য (চাৰিওখন ঠেং কোঁচাই বুকুৰে জঁপিয়াই যোৱা) আৰু বকচাৰী (বগলীৰ দৰে ধীৰে ধীৰে গৈ হঠাতে জাপ মাৰি যোৱা)॥৩৬॥

ধোৰণ আঠ প্ৰকাৰ—কাঙ্ক (কঙ্ক-পখীৰ দৰে যোৱা), বাৰিকাঙ্ক (কঙ্ক-পখী পানীত যোৱা দি যোৱা), মায়ূৰ (ম'ৰা-চৰাইৰ দৰে যোৱা), অৰ্দ্ধ-মায়ূৰ (প্ৰায় ম'ৰা-চৰাইৰ দৰে যোৱা), নাকুল (নেউলৰ দৰে যোৱা), অৰ্দ্ধনাকুল (প্ৰায় নেউলৰ দৰে যোৱা), বাৰাহ (গাহৰিৰ দৰে যোৱা) আৰু অৰ্দ্ধবাৰাহ (প্ৰায় গাহৰিৰ দৰে যোৱা)॥৩৭॥

ইচাৰা বা সঙ্কেত বুজি চলাৰ নামেই নাৰোষ্ট্ৰ॥৩৮॥

ৰথ টনা (নিম্ন, মধ্যম আৰু উত্তম শ্ৰেণীৰ) ঘোঁৰাই (এদিনত) ক্ৰমে ছয়, ন আৰু বাৰ যোজন বাট অতিক্ৰম কৰে; পিঠিত বোজা কঢ়িওৱা (উক্ত তিনি শ্ৰেণীৰ ঘোঁৰাই এদিনত ক্ৰমে) পাঁচ যোজন, চাৰে সাত যোজন আৰু দহ যোজন বাট যাব পাৰে॥৩৯॥

(উক্ত তিনি শ্ৰেণীৰ ঘোঁৰাৰ) গতি তিনি প্ৰকাৰ—ধীৰ গতি, মধ্যম গতি আৰু তীব্ৰ গতি॥৪০॥

(বেলেগ বেলেগ ঘোঁৰাৰ) চলনক্ৰম পাঁচ প্ৰকাৰ—কদমত যোৱা, দুলি দুলি যোৱা, জঁপিয়াই যোৱা, কিছু বেগাই যোৱা আৰু তীব্ৰ বেগত যোৱা॥৪১॥

যোগ্য অশ্বশিক্ষকে ঘোঁৰাৰ পেটী আৰু (আন প্ৰয়োজনীয়) সঁজুলি সম্পৰ্কে উপদেশ দিব আৰু সূতসকলে ৰথৰ কাৰণে ব্যৱহৃত ৰথৰ ঘোঁৰাৰ সাজ-সজ্জাৰ উপদেশ দিব॥৪২॥ অশ্ব-চিকিৎসকসকলে ঘোঁৰাৰ শৰীৰৰ হ্ৰাস-বৃদ্ধিৰ প্ৰতিকাৰ আৰু বিভিন্ন ঋতুৰ উপযোগী আহাৰ সম্পৰ্কে উপদেশ দিব॥৪৩॥

লেকামধাৰী, অশ্ববন্ধনকাৰী, ঘাঁহী, দানা সিজাওঁতা, চাংৰখীয়া, নোম-কটীয়া আৰু বিষ-চিকিৎসাত বিশেষজ্ঞ—এই পৰিচাৰকসকলে নিজ নিজ কৰ্ম্ম পালন কৰি ঘোঁৰাৰ পৰিচৰ্য্যা কৰিব॥৪৪॥ কৰ্তব্যৰ স্খলন হ'লে সিহঁতৰ বেতন কাটি দিব॥৪৫॥ নীৰাজনা[1]-ক্ৰিয়াৰ কাৰণে অথবা চিকিৎসকে (চিকিৎসা কৰিবলৈ) আচুতীয়াকৈ থোৱা ঘোঁৰাত উঠোঁতাৰ বাৰ পণ দণ্ড হ'ব॥৪৬॥ যথা সময়ত চিকিৎসা নকৰা কাৰণে বা ঔষধ প্ৰয়োগ নকৰা কাৰণে ঘোঁৰাৰ বেমাৰ বাঢ়ি গ'লে (অশ্বাধ্যক্ষই) চিকিৎসাৰ খৰচৰ দুগুণ দণ্ড দিব লাগিব॥৪৭॥ যদি চিকিৎসা বা ঔষধৰ দোষত অঘটন ঘটে ঘোঁৰাৰ মূল্যৰ সমান দণ্ড হ'ব॥৪৮॥

ইয়াৰ দ্বাৰা (অৰ্থাৎ ঘোঁৰাৰ পৰিচৰ্য্যা আৰু চিকিৎসাৰ দ্বাৰা) গৰু, গাধ, উট, ছাগলী আৰু ভেড়াৰ (পৰিচৰ্য্যা আৰু চিকিৎসা) সম্পৰ্কেও বুজোৱা [illegible]॥৪৯॥

(প্ৰতিদিন আৰু পৰ্ব্ব-কালত) ঘোঁৰাক [illegible]

[1] নীৰাজনা—অশ্ব-গজ, ঘোঁৰা, হাতী আদি প্ৰদীপ্ত কৰা এটা অনুষ্ঠান। [illegible] কাৰ্য এইবোৰৰ ওপৰত প্ৰদীপ [illegible] আৰতি কৰা হয়।

গন্ধ-মাল্য অৰ্পণ কৰিব। অমাবস্যাত ভূত-বলি দিয়াব আৰু পূৰ্ণিমাত স্বস্তিবাচন কৰাব॥৫০॥

আহিন মাহৰ নৱম দিনত নীৰাজনা-ক্ৰিয়া কৰাব; যুদ্ধ-যাত্ৰাৰ আদিত অথবা অন্তত মাইহা ঘোঁৰাৰ কোনো ৰোগ হ'লেও শান্তি-স্বস্ত্যয়ন-কৰ্মত ব্যাপৃত থাকি নীৰাজনা-ক্ৰিয়া কৰাব॥৫১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "অশ্বাধ্যক্ষ" নামৰ ত্ৰিংশ (আৰম্ভণিৰপৰা ৫১তম) অধ্যায় সমাপ্ত॥

# একত্ৰিংশ অধ্যায়

## ৪৮তম প্ৰকৰণ : হস্তী-অধ্যক্ষ

হস্তী-অধ্যক্ষই হস্তী-বন ৰক্ষাৰ দায়িত্ব গ্ৰহণ কৰিব আৰু প্ৰশিক্ষণৰত বা প্ৰশিক্ষণ সাং কৰা মতা হাতী, মাইকী হাতী আৰু পোৱালি হাতীৰ কাৰণে গজ-শালা, স্নান আৰু বন্ধা, উঠা-বহা কৰা আৰু শোৱা ঠাই প্ৰস্তুত কৰাব; সিহঁতৰ কাম, দানা আৰু ঘাঁহৰ পৰিমাণ স্থিৰ কৰি দিব, সিহঁতৰ কামৰ ভাগ কৰি দিব, বান্ধিবলৈ পেটী, (অন্যান্য) সঁজুলি আৰু যুদ্ধৰ সজ্জাৰ দিহা কৰিব আৰু চিকিৎসক, শিক্ষক আৰু পৰিচাৰকবৰ্গ নিযুক্ত কৰিব॥১॥

তেওঁ এনেকুৱা হস্তী-শালা নিৰ্মাণ কৰাব যাৰ উচ্চতা, প্ৰস্থ আৰু দৈৰ্ঘ্য হাতীৰ দীৰ্ঘতাৰ দুগুণ হ'ব, য'ত মাইকী হাতীৰ কাৰণে অতিৰিক্ত (পৃথক) স্থান থাকিব, য'ত এটা প্ৰৱেশ-কক্ষ থাকিব, (বন্ধাৰ সুচলৰ কাৰণে) য'ত হাতী বন্ধা খুটাৰ ওপৰত বহুত চাঁত লগোৱা থাকিব আৰু যিটো পূবমুৱা বা উত্তৰমুৱা হ'ব॥২॥ প্ৰত্যেক হাতীৰ কাৰণে (গজ-শালাৰ ভিতৰত) হাতীৰ দৈৰ্ঘ্যৰ অনুপাতে বৰ্গাকাৰ স্থান কৰাব; তাত এটা নিমজ হাতী-বন্ধা খুটা থাকিব, মজিয়াত তক্তা পাৰি দিয়া থাকিব আৰু মল-মূত্ৰ ওলাই যোৱা বাট থাকিব॥৩॥ যুদ্ধৰ হাতী আৰু উঠি ফুৰা হাতীৰ কাৰণে দুৰ্গৰ ভিতৰত আৰু শিক্ষা লৈ থকা আৰু বলিয়া হাতীৰ কাৰণে (দুৰ্গৰ) বাহিৰত এই স্থানৰ সমান, (কিন্তু) তাৰ আধা ওখ, হাতী শুই থাকিব পৰা ঠাই কৰাব॥৪॥ দিনটো আঠ ভাগত ভগালে তাৰ প্ৰথম আৰু সপ্তম ভাগ হাতীক গা ধুওৱাৰ সময়; গা ধুওৱাৰ পিছত (অৰ্থাৎ দ্বিতীয় আৰু অষ্টম ভাগত) দানা খুৱাব লাগে॥৫॥ আগবেলা হাতীক কচৰৎ শিকাব আৰু পিছবেলা বলকাৰক পানীয় খাবলৈ দিব॥৬॥ ৰাতিৰ দুভাগ সময় শোৱাৰ কাৰণে আৰু তৃতীয় ভাগ উঠা-বহা কৰাৰ কাৰণে॥৭॥

গ্ৰীষ্ম-কাল হাতী ধৰা সময়॥৮॥ কুৰি বছৰীয়া হাতী ধৰিব লাগে॥৯॥ বিক্ক (মাকৰ পিয়াহ খাই থকা হাতী-পোৱালি), মোঢ় (মাইকী হাতীৰ সমান দাঁত থকা হাতী), মকুণ (দাঁত নোহোৱা হাতী), বেমাৰী হাতী, গাভিনী হাতী আৰু পিয়নীয়া হাতী ধৰিব নালাগে॥১০॥

চল্লিশ বছৰ বয়সত যি হাতী ওখই সাত অৰত্নি, দীঘলে ন অৰত্নি আৰু শৰীৰৰ বেৰত দহ অৰত্নি হয় সি উত্তম হাতী; ত্ৰিশ বছৰ বয়সত উত্তম হাতী মধ্যম হাতীৰ সমান হয় আৰু পঁচিশ বছৰ বয়সত অধম হাতীৰ সমান হয়॥১১॥ মধ্যম আৰু অধম হাতীৰ খাদ্যৰ পৰিমাণ (ক্ৰমে) এক চতুৰ্থাংশ এক চতুৰ্থাংশ কম হ'ব॥১২॥

(হাতী ওখই যিমান অৰত্নি হয়) সেই প্ৰত্যেক অৰত্নিৰ কাৰণে (খাদ্যৰ পৰিমাণ হৈছে) এক

দ্ৰোণ চাউল, আধা আঢ়ক তেল, তিনি প্ৰস্থ ঘিউ, দহ পল লোণ, পঞ্চাশ পল মঙহ, কৰ্কবীয়া হৈ থকা খাদ্য তিয়াবলৈ এক আঢ়ক ৰস (কুঁহিয়াৰৰ?) বা ইয়াৰ দুগুণ পৰিমাণৰ দৈ, বলকাৰক পানীয় হিচাপে দহ পল চেনিৰ লগত এক আঢ়ক মদ বা ইয়াৰ দুগুণ গাখীৰ, গাত ঘঁহিবলৈ এক প্ৰস্থ তেল, মূৰৰ কাৰণে আৰু চাকি জ্বলাবলৈ (এক প্ৰস্থ তেলৰ) আঠ ভাগৰ এভাগ; চোৰা দুই ভাৰ (৪৫০০ পল) কেচা ঘাঁহ, আঢ়ৈ ভাৰ শুকান ঘাঁহ আৰু অনিৰ্দিষ্ট পৰিমাণৰ সল্লকী আদি গছৰ পাত॥১৩॥ খাদ্য বিষয়ত সাত অৰত্নি ওখ হাতীৰ লগত যৌন সম্ভোগৰ বয়স পাৰ হোৱা আঠ অৰত্নি ওখ হাতী একে॥১৪॥ অৱশিষ্ট হাতীৰ অৰ্থাৎ ছয় অৰত্নি ওখ (মধ্যম) আৰু পাঁচ অৰত্নি ওখ (অধম) হাতীৰ (খাদ্যৰ পৰিমাণ) উচ্চতাই যিমান হ্ৰস্ব সেই পৰিমাণে হ'ব॥১৫॥

(মাকৰ) গাখীৰ আৰু কেচা ঘাঁহ খাই জীয়াই থকা হাতীৰ পোৱালিকো খেলা কৰিবলৈ ধৰিব পাৰে॥১৬॥

হাতীৰ চেহেৰা সাত প্ৰকাৰ হয়—গাত (তেজ ধৰি আহিৰ ধৰা কাৰণে) ৰঙা বৰণ ধৰা, (মঙহেৰে) হাড় ঢাক খোৱা, (পিঠিৰ) দুই কাষ নিমজ হোৱা, কংকাল সমান হোৱা, সমান-ভাৱে মঙহ ধৰা, বাজহাড়ৰ (দুই কাষে) তাৰ সমান ওখ হৈ মঙহ বাঢ়ি অহা আৰু (বুঢ়া হোৱা কাৰণে) পিঠিত খাল হোৱা॥১৭॥

> (হস্ত্যধ্যক্ষই) হাতীৰ চেহেৰাৰ প্ৰতি লক্ষ্য ৰাখি অথবা ঋতুৰ
> উপযোগীভাৱে উত্তম, অধম আৰু উভয় গুণবিশিষ্ট (অৰ্থাৎ মধ্যম) হাতীক
> নানা কামৰ শিক্ষা দিয়াব॥১৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "হস্তী-অধ্যক্ষ" নামৰ এক-ত্ৰিংশ (আৰম্ভণিৰপৰা ৫২তম) অধ্যায় সমাপ্ত॥

## দ্বাত্ৰিংশ অধ্যায়

### ৪৮তম প্ৰকৰণ : হস্তী-অধ্যক্ষ

### হস্তিপ্ৰচাৰ (হাতীৰ কৰ্ম)

কৰ্ম অনুসৰি হাতীক চাৰি শ্ৰেণীত ভগাব পাৰি—দম্য (প্ৰশিক্ষণযোগ্য), সাংনাহ্য (যুদ্ধোপযোগী), ঔপবাহ্য (আৰোহণীয়) আৰু ব্যাল (বলিয়া হাতী)॥১॥

দম্য হাতী পাঁচ প্ৰকাৰ—স্কন্ধগত (কান্ধত মানুহ তুলি লোৱাত অভ্যস্ত), স্তম্ভগত (আলানত বান্ধি থলে থকাত অভ্যস্ত), বাৰিগত (আন হাতী ধৰাত অভ্যস্ত) অৱপাতগত (হাতী ধৰিবলৈ খাঁচেৰে আৱৰি ৰখা গাঁতলৈ যোৱাত অভ্যস্ত) আৰু যূথগত (আন শিকাপ্ৰাপ্ত হাতীৰ পালত থকাত অভ্যস্ত)॥২॥ দম্য বা শিকনীয় হাতীৰ পৰিচৰ্যা হাতীৰ পোৱালিৰ পৰিচৰ্যাৰ দৰে হ'ব (অৰ্থাৎ সিহঁতক গাখীৰ, কোমল কেচা ঘাঁহ আদি খুৱাব)॥৩॥

সাংনাহ্য হাতীৰ কৰ্ম সাত প্ৰকাৰ—উপস্থান (শৰীৰৰ আগ ভাগ আৰু পিছ ভাগ উঠোৱা আৰু নমোৱা আৰু দুই, বাঁহ বা খুঁটি জাঁপিয়াই পাৰ হোৱা), সংবৰ্তন (মাটিত বাগৰ লোৱা, বহা আৰু গাঁত আদি জাঁপিয়াই পাৰ হোৱা), সংযান (সোঁ, বেঁকা, মুৰলীয়া আদি নানা

গতিত আন হাতীৰ লগত একেলগে যোৱা), বধাবধ (শুড়, দাঁত আদিৰে মানুহ, ঘোঁৰা, ৰথ আদি বধা বা বিনষ্ট কৰা), হস্তিযুদ্ধ (শত্ৰুৰ হাতীৰ লগত যুঁজ কৰা), নাগবাৰণ (নগৰৰ প্ৰতিৰক্ষা-ব্যূহ ভেদ কৰা) আৰু সাংগ্ৰামিক (সম্মুখ সংগ্ৰামত অংশ গ্ৰহণ কৰা, (১০।৪।১৪ আৰু ১০।৫।৫৪ চাওক)॥৪॥ সাংনাহ্য হাতীৰ আনুষংগিক শিক্ষা হৈছে কক্ষ্যাকৰ্ম (পেটী হাওঁদা আদি বন্ধা), গ্ৰৈবেয় কৰ্ম (ডিঙিত শিকলি লগোৱা) আৰু যূথকৰ্ম (পালৰ আন হাতীৰ লগত সমূহীয়াকৈ কাম কৰা)॥৫॥

ঔপবাহ্য হাতী আঠ প্ৰকাৰ—আচৰণ (আৰোহী উঠাৰ সুচলৰ কাৰণে যি হাতীয়ে শৰীৰৰ আগ ভাগ বা পিছ ভাগ চপৰাই দিয়ে), কুঞ্জৰৌপবাহ্য (যাৰ ওপৰত আন হাতীৰ সহায়ত উঠিব পাৰি), ধোৰণ (যি হাতীয়ে শৰীৰৰ এটা ফালেদি সকলো কাম কৰে), আধানগতিক (নানা বিধ গতিত চলিবলৈ শিক্ষাপ্ৰাপ্ত), যষ্ট্যুপবাহ্য (যাৰ ওপৰত লাঠীৰ সহায়ত উঠিব পাৰি), তোত্ৰোপবাহ্য (যাৰ ওপৰত লাংচিঙৰ সহায়ত উঠিব পাৰি), শুদ্ধোপবাহ্য (যাৰ ওপৰত একোৰে সহায় নোহোৱাকৈ উঠিব পাৰি) আৰু মাৰ্গায়ুক (যি হাতী চিকাৰ-কৰ্মত পটু)॥৬॥ ঔপবাহ্য হাতীৰ আনুষংগিক শিক্ষা হৈছে শাৰদকৰ্ম (লোধোমা হাতীক ক্ষীণ কৰা, ক্ষীণ হাতীক হৃষ্টপুষ্ট কৰা, হজম শক্তি কমিলে তাক বঢ়োৱা আৰু তাৰ স্বাভাৱিকতা ৰক্ষা কৰা), হীনকৰ্ম (ব্যায়ামবিমুখ হাতীক ব্যায়াম কৰোৱা) আৰু নাৰোষ্ঠকৰ্ম (ইচাৰা বুজি চলিবলৈ শিক্ষা দিয়া)॥৬॥

ব্যাল হাতীৰ কৰ্ম এক ধৰণৰ—সি ভয় পায়, কামৰ অযোগ্য বিবেচিত হয়, একাচেকা ধৰণৰ, মদমত্ত, মদদোষত আৰু খাদ্য-পানীয়ৰ দোষত ব্যাকুল আৰু তাৰ ব্যাধীৰ এটা নিশ্চিত হেতু থাকে॥৮॥ তাৰ আনুষংগিক শিক্ষা-কৰ্ম হৈছে তাক অকলশৰীয়াকৈ অৱৰুদ্ধ কৰি নজৰত ৰখা॥৯॥ যি গুণ্ডা হাতী কোনো কামৰে উপযুক্ত নহয় (বা যি শিক্ষণৰ অনুপযোগী) তেনে হাতী আকৌ চাৰি প্ৰকাৰ—শুদ্ধ (গজশাস্ত্ৰোক্ত ওঠৰটা দোষৰ দ্বাৰা দুষ্ট), সুব্ৰত (যিয়ে আৰোহীকে পেলাই দিয়ে আৰু যি গজশাস্ত্ৰোক্ত পোন্ধৰটা দোষৰ দ্বাৰা দুষ্ট), বিষম (যিয়ে আৰোহীক পেলাই মাৰে আৰু যি গজশাস্ত্ৰোক্ত তেত্ৰিশটা দোষৰ দ্বাৰা দুষ্ট), সৰ্বদোষ-প্ৰদুষ্ট (গজশাস্ত্ৰোক্ত বাৰনটা দোষত দুষ্ট)॥১০॥

হাতী-বন্ধা সঁজুলি আৰু হাতীৰ কাৰণে প্ৰয়োজনীয় অন্যান্য সা-সৰঞ্জাম হাতীৰ প্ৰশিক্ষক-সকলৰ উপদেশ অনুসৰি প্ৰস্তুত কৰাব॥১১॥ আলান অৰ্থাৎ হাতী-বন্ধা খুটা, গ্ৰৈবেয়ক অৰ্থাৎ ডিঙিত লগোৱা শিকলি, কক্ষ্যা অৰ্থাৎ পেটত বন্ধা পেটী, পাৰায়ণ অৰ্থাৎ যি জৰীত ধৰি হাতীৰ ওপৰত উঠা হয়, পৰিক্ষেপ অৰ্থাৎ ঠেং বন্ধা শিকলি, উত্তৰ অৰ্থাৎ ওপৰত বন্ধা শিকলি ইত্যাদি হাতী-বন্ধা সঁজুলি॥১২॥ অঙ্কুশ (লাংচিং), বেণু (বাঁহ), যন্ত্ৰ (দাঁত কটা সৰঞ্জাম) আদি হাতীৰ সৰঞ্জাম॥১৩॥ বৈজয়ন্তী-মালা, ক্ষুৰপ্ৰ-মালা (অৰ্ধবৃত্তাকাৰ খাতুৰ পাতৰ মালা-বিশেষ), চিত্ৰিত আৱৰণ-বস্ত্ৰ, দলিচা ইত্যাদি হাতীৰ অলংকাৰ॥১৪॥ বৰ্ম [illegible] (এক [illegible] বাপৰ), তোণ, যন্ত্ৰ প্ৰভৃতি হাতীৰ যুদ্ধ-সম্বন্ধীয় অলংকাৰ॥১৫॥

চিকিৎসক, শিক্ষক, গজশাস্ত্ৰজ্ঞ, আৰোহী, মাউত, ৰখীয়া, অলংকাৰ পিন্ধোৱা লোক, খাদ্য দিওঁতা লোক, ঘাঁহী, ডবিত শিকলি পিন্ধোৱা লোক, গজশালাৰ ৰক্ষক, ৰাতিৰ ৰখীয়া প্ৰভৃতি লোক হাতীৰ পৰিচাৰকসকলৰ অন্তৰ্গত॥১৬॥ চিকিৎসক, গজ-শালাৰ ৰক্ষক আৰু খাদ্য দিওঁতা পৰিচাৰকসকলৰ প্ৰত্যেকে এক প্ৰস্থ ভাত, এক প্ৰসৃতি (প্ৰায় দুই-পল মান) তেল দ্ৰব্য, দুই পল চেনি আৰু নোন আৰু দহ পল মাংস পাব; চিকিৎসকসকলে অৱশ্যে

নাপায়॥১৭॥ চিকিৎসকসকলে পথশ্ৰম, ৰোগ, কৰ্ম, মদ আৰু বাৰ্দ্ধক্যৰ দ্বাৰা পীড়িত হাতীবোৰৰ চিকিৎসা কৰিব॥১৮॥

হাতী ৰখা ঠাই অপৰিষ্কাৰকৈ ৰখা, (হাতীৰ) ঘাঁহ নিদিয়া, শুদা মাটিৰ ওপৰত (হাতীক) শুৱলে দিয়া, নামাৰিবলগীয়া ঠাইত আঘাত কৰা, আন লোকক হাতীত উঠোৱা, অসময়ত (বা) বেয়া ঠাইত চলোৱা, অঘাটত (পানীত) নমোৱা আৰু ঘন গছনিৰ মাজেদি হাতী চলোৱা— এইবোৰ দণ্ডৰ থল॥১৯॥ তেওঁলোকৰ ভোজ্য আৰু বেতনৰপৰা এই দণ্ড আদায় কৰিব॥২০॥

চাৰি মাহৰ মূৰে মূৰে হোৱা ঋতু-সন্ধিত (কাতি, ফাগুন আৰু আহাৰ মাহৰ পূৰ্ণিমাত) তিনি বাৰ নীৰাজনা-ক্ৰিয়া কৰাব; অমাৱস্যাৰ সন্ধিত ভূতবলি আৰু পূৰ্ণিমাৰ সন্ধিত কাৰ্ত্তিক-যাগ কৰাব২১॥

আঢ়ৈ বছৰৰ মূৰে মূৰে নদীপৰীয়া হাতীৰ আৰু পাঁচ বছৰৰ মূৰে মূৰে পৰ্বতীয়া হাতীৰ দাঁতবোৰ, দাঁতৰ গুৰিৰ দাঁতৰ যি পৰিধি তাৰ দুগুণ (দৈৰ্ঘ্য) বাদ দি কাটি পেলাব॥২২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ 'হস্তী-অধ্যক্ষ'ৰ অন্তৰ্গত "হস্তিপ্ৰচাৰ" নামৰ দ্বাত্ৰিংশ (আৰম্ভণিৰপৰা ৫৩তম) অধ্যায় সমাপ্ত।

# ত্ৰয়স্ত্ৰিংশ অধ্যায়

## ৪৯তম প্ৰকৰণ : ৰথাধ্যক্ষ
## ৫০তম প্ৰকৰণ : পদাতি-অধ্যক্ষ
## ৫১তম প্ৰকৰণ : সেনাপতিৰ কাৰ্য

(অশ্বাধ্যক্ষ প্ৰকৰণত) অশ্বাধ্যক্ষৰ কৰ্তব্যৰ বিষয়ে যিবোৰ বিধান দিয়া হৈছে তাৰ দ্বাৰা ৰথাধ্যক্ষৰ (কৰ্তব্যৰ বিষয়েও) বুজোৱা হ'ল॥১॥ তেওঁ ৰথ নিৰ্মাণ কৰা কাৰখানা স্থাপন কৰিব॥২॥

দহ পুৰুষ (বিতস্তি) ওখ আৰু বাৰ পুৰুষ বিস্তৃত ৰথেই (বৃহত্তম) ৰথ॥৩॥ কিন্তাৰত এক পুৰুষ এক পুৰুষকৈ ছয় পুৰুষলৈকে কমাই (আৰু ছয় প্ৰকাৰ) (সৰু) ৰথ হয়; এইদৰে সাত প্ৰকাৰ ৰথ হয়॥৪॥

ৰথাধ্যক্ষই দেৱৰথ (দেৱতাৰ বিগ্ৰহ তুলি নিয়া ৰথ), পুষ্যৰথ (ৰাজ-অভিষেক, বিবাহ প্ৰভৃতিত ব্যৱহাৰ্য ৰথ), সাংগ্ৰামিক ৰথ (যুদ্ধত ব্যৱহাৰ কৰা ৰথ), পাৰিযানিক (ভ্ৰমণৰ উপযোগী ৰথ), পৰপুৰাভিযানিক (শত্ৰুৰ নগৰৰ বিৰুদ্ধে অভিযান চলোৱাৰ উপযোগী ৰথ) আৰু বৈনয়িক ৰথ (প্ৰশিক্ষণৰ উপযোগী ৰথ) নিৰ্মাণ কৰাব॥৫॥

শৰ, ধনু আদি অস্ত্ৰ, প্ৰহৰণ (আঘাতকাৰী অস্ত্ৰ), কৱচ আৰু (অন্যান্য) সাজ-সৰঞ্জামৰ ব্যৱস্থা কৰা আৰু সাৰথি, সাৰথিৰ সহকাৰী আৰু ৰথ টনা ঘোঁৰা আদিক নানা কামত নিয়োগ কৰা সম্পৰ্কে ৰথাধ্যক্ষ অভিজ্ঞ হ'ব লাগিব; (ইয়াৰ উপৰিও) তেওঁ (নিৰ্দিষ্ট) কাম শেষ নহয় মানে বেতন দি লোৱা আৰু অবৈতনিকভাৱে লোৱা কৰ্মীসকলৰ ভোজন আৰু বেতন আদিৰ, তেওঁলোকৰ প্ৰশিক্ষণ আৰু ৰক্ষণ সম্বন্ধে আৰু তেওঁলোকক বখচিচ আৰু সন্মান প্ৰদৰ্শন কৰা সম্বন্ধে (সকলো কথা) জানিব লাগিব॥৬॥

ইয়াৰ দ্বাৰা পদাতি-অধ্যক্ষৰ (কৰ্ম) সম্পৰ্কেও বুজোৱা হ'ল॥৭॥ তেওঁ মৌল (বংশানুক্ৰমিকভাৱে কাম কৰা সৈন্য), ভৃত (বেতনভোগী সৈন্য), শ্ৰেণী (স্বাধীনভাৱে সংগঠিত হোৱা যুদ্ধকাৰী সৈন্যদল), মিত্ৰ (বন্ধু-ৰজাৰপৰা পোৱা সৈন্য), অমিত্ৰ (শত্ৰু-ৰজাৰ সৈন্যবাহিনী ত্যাগ কৰি অহা সৈন্য) আৰু আটৱী (অটৱীপালৰ অধীনস্থ সৈন্যদল)—এই ছয় প্ৰকাৰ সৈন্যৰ শক্তি বা দুৰ্বলতাৰ বিষয়ে অৱগত থাকিব, পানীত হোৱা বা স্থল-ভাগত হোৱা যুদ্ধ, প্ৰকাশ্য যুদ্ধ বা কূট যুদ্ধ, খাল কাটি তাত থাকি কৰা যুদ্ধ বা মুকলি ঠাইৰপৰা কৰা যুদ্ধ আৰু দিনৰ যুদ্ধ বা ৰাতিৰ যুদ্ধৰ প্ৰশিক্ষণ সম্পৰ্কে জানিব লাগিব আৰু (পদাতি-সৈন্যৰ) বিভিন্ন কৰ্মত নিয়োগ বা অনিয়োগ সম্পৰ্কে সকলো কথা বুজি ল'ব॥৮॥

সকলো প্ৰকাৰ যুদ্ধ-বিদ্যা আৰু অস্ত্ৰ-বিদ্যাৰ প্ৰশিক্ষণপ্ৰাপ্ত, (আৰু) হাতী, ঘোঁৰা আৰু ৰথ চলোৱাৰ কাৰণে বিখ্যাত সেনাপতিয়ে এই একে কথাকে (অৰ্থাৎ অশ্বাধ্যক্ষ আদিৰ কৰ্তব্য-সমূহ) জানিব লাগিব (আৰু) চতুৰংগ সেনাবাহিনীৰ কাৰ্য-কলাপ তদাৰক কৰাত অভিজ্ঞ হ'ব লাগিব॥৯॥ তেওঁ নিজৰ (পক্ষৰ যুদ্ধোপযোগী) স্থান আৰু যুদ্ধ কৰাৰ সময় নিৰূপণ, শত্ৰুৰ সৈন্য-ব্যূহৰ বিপক্ষে নিজৰ সৈন্য-ব্যূহ ৰচনা কৰা, অবিচ্ছিন্ন (শত্ৰু) ব্যূহ ভেদ কৰা, বিচ্ছিন্ন (নিজ) ব্যূহ পুনঃসংগঠন কৰা, সংহত শত্ৰুসৈন্য ছেদেলি-ভেদেলি কৰি দিয়া, ছেদেলি-ভেদেলি হোৱা সৈন্য বধ কৰা, দুৰ্গ ধ্বংস কৰা আৰু যুদ্ধ-যাত্ৰাৰ কাল—এইবোৰ কথাৰ তদ্বিৰ কৰিব॥১০॥

সৈন্যসকলক শিক্ষা দিয়া বিষয়ত মনোনিবেশ কৰি সেনাপতিয়ে বাদ্য,
নিচান আৰু পতাকাৰ দ্বাৰা স্থিৰতি, যুদ্ধযাত্ৰা আৰু (শত্ৰুসৈন্যৰ ওপৰত)
আক্ৰমণৰ সময়ত ব্যূহ-বন্ধ সৈন্যসকলক সংকেত দিয়াৰ দিহা কৰিব॥১১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ “অধ্যক্ষ-প্ৰচাৰ” নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত “ৰথাধ্যক্ষ, পদাতি-অধ্যক্ষ আৰু সেনাপতিৰ কাৰ্য” নামৰ ত্ৰয়স্ত্ৰিংশ (আৰম্ভণিৰপৰা ৫৪তম) অধ্যায় সমাপ্ত।

# চতুস্ত্ৰিংশ অধ্যায়

## ৫২তম প্ৰকৰণ : মুদ্ৰাধ্যক্ষ (পাৰ-পত্ৰৰ অধ্যক্ষ)
## ৫৩তম প্ৰকৰণ : চৰণীয়া পথাৰৰ অধ্যক্ষ

মুদ্ৰাধ্যক্ষই এক মাহক মাচুল লৈ মুদ্ৰা (মোহৰ মৰা পৰিচয়-পত্ৰ) প্ৰদান কৰিব॥১॥

মুদ্ৰা লগত থকা লোকেহে গাওঁ-অঞ্চলত প্ৰৱেশ কৰিব বা তাৰপৰা বাহিৰ ওলাব পাৰিব॥২॥ মুদ্ৰা লগত নথকা স্বদেশী লোকে বাৰ পণ (দণ্ড) দিব লাগিব॥৩॥ মুদ্ৰা জাল কৰিলে প্ৰথম সাহস-দণ্ড হ'ব; বিদেশী লোকৰ ক্ষেত্ৰত (এনে অপৰাধত) উত্তম সাহস-দণ্ড হ'ব॥৪॥

চৰণীয়া পথাৰৰ অধ্যক্ষই মুদ্ৰা পৰীক্ষা কৰিব॥৫॥

(দুখন) গাৱঁৰ মাজৰ ঠাইত তেওঁ চৰণীয়া পথাৰ স্থাপন কৰিব॥৬॥ দ আৰু হাবিয়নি ঠাইবোৰ চোৰ আৰু হিংস্ৰ জন্তুৰ ভয়ৰপৰা মুক্ত কৰিব॥৭॥

পানী নাইকিয়া ঠাইত কুঁৱা, পানী ৰখা বান্ধ আৰু পুখুৰী স্থাপন কৰিব; লগতে ফুল-ফলৰ বাৰীও স্থাপন কৰিব॥৮॥

ব্যাধহ'তে আৰু কুকুৰ লৈ চিকাৰ কৰা চিকাৰীহ'তে অৰণ্যত বিচৰণ কৰি কৰিব॥৯॥ চোৰ বা শত্ৰু আহি ওলালে সিহঁতে শঙ্খ আৰু ঢোল বজাই শব্দ কৰিব; নিজে ধৰা নিদিবলৈ পৰ্বত বা গছত উঠিব অথবা বেগবান বাহনত উঠি গুচি আহিব॥১০॥

শত্ৰু বা অৰণ্যবাসী জনজাতীয় লোকৰ আগমনৰ সম্ভেদ পালে পোহনীয়া পাৰ চৰাইৰ যোগেদি মোহৰ মৰা চিঠি পঠিয়াই অথবা (দিনত) একেবাহে ধোঁৱা সৃষ্টি কৰি আৰু (ৰাতি) একেবাহে জুই জলাই ৰজাক জনাব॥১১॥

চৰণীয়া পথাৰৰ অধ্যক্ষই দ্ৰব্য-বন আৰু হস্তী-বনত থকা লোকসকলৰ জীৱিকাৰ প্ৰবৰ্তন কৰাব আৰু বৰ্তনী (পথ-কৰ), চোৰ-ডকাইতবপৰা নিৰাপত্তা, বেপাৰীসকলক ৰক্ষী সৈন্যৰ দ্বাৰা আগবঢ়াই অনা, গৰু-ম'হৰ ৰক্ষণাবেক্ষণ আৰু বেপাৰ-বাণিজ্য—এইবোৰৰ ব্যৱস্থা কৰাব॥১২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "মুদ্ৰাধ্যক্ষ; চৰণীয়া পথাৰৰ অধ্যক্ষ" নামৰ চতুস্ত্ৰিংশ (আৰম্ভণিৰপৰা ৫৫তম) অধ্যায় সমাপ্ত।

# পঞ্চত্ৰিংশ অধ্যায়

## ৫৪তম প্ৰকৰণ : সমাহৰ্তাৰ কাৰ্য

## ৫৫তম প্ৰকৰণ : গৃহস্থ, বেপাৰী আৰু সন্ন্যাসীবেশী চোৰাংচোৱা

সমাহৰ্তাই দেশখনক চাৰি ভাগত বিভক্ত কৰি (প্ৰত্যেক বিভাগৰ) গাওঁবোৰ উৎকৃষ্ট, মধ্যম আৰু নিকৃষ্টক্ৰমে তিনি শ্ৰেণীত ভগাই নিবন্ধ-পুস্তকত (Register) লিখিব—'এইবোৰ গাওঁ নিষ্কৰ, এইবোৰ গাঁৱে সৈনিকৰ যোগান ধৰে আৰু শস্য, পশু, নগদ টকা, বনজ সম্পদ, শ্ৰমিক আৰু নিৰ্দিষ্ট খাজনা হিচাপে ইমানখিনি ৰাজহ'॥১॥ তেওঁৰ দ্বাৰা নিযুক্ত গোপ নামে বিষয়াই পাঁচখন গাঁৱৰ সমষ্টি বা দহখন গাঁৱৰ সমষ্টিৰ ওপৰত তদাৰক কৰিব॥৩॥

তেওঁ সীমা নিৰ্ধাৰণ কৰি গাওঁবোৰ পঞ্জীবদ্ধ কৰিব, খেতি কৰা পথাৰ, খেতি নকৰা পথাৰ, বৰি মাটি, জলাতন মাটি, উদ্যান, শাক-পাচলি আৰু ফুল-ফলৰ বাৰী, হাবিৱনি, বস্তি মাটি, মঠ, মন্দিৰ, পুখুৰী, শ্মশান, জিৰণি-ঘৰ পানী-যোগানৰ ঘৰ, পুণ্যক্ষেত্ৰ, চৰণীয়া পথাৰ আৰু ৰাস্তা-ঘাটৰ হিছাপ কৰি পথাৰবোৰ পঞ্জীবদ্ধ কৰিব; এইদৰে (গাওঁবোৰৰ) সীমা আৰু পথাৰ সম্পৰ্কে সীমা-চিহ্ন, অৰণ্য আৰু বাট-পথৰ পৰিমাণ, দান আৰু বিক্ৰী কৰি দিয়া মাটি, (বিধান, ঋণ আদি দি) ৰজাই অনুগ্ৰহস্বৰূপে দিয়া মাটি আৰু নিষ্কৰ মাটিৰ হিছাপ ৰাখিব আৰু কৰ দিয়া আৰু কৰ নিদিয়া লোকসকলক গণি উলিয়াই ঘৰবোৰ পঞ্জীবদ্ধ কৰিব॥৩॥ এই ঘৰবোৰত চতুৰ্বৰ্ণৰ লোক ইমানবোৰ, ইমানবোৰ খেতিয়ক, গৰু-ৰখীয়া, বেপাৰী, কাৰুশিল্পী, বনুৱা আৰু ক্ৰীতদাস, দুঠেঙীয়া আৰু চাৰিঠেঙীয়া প্ৰাণীৰ সংখ্যা ইমান আৰু এই গাওঁবোৰৰপৰা ইমানখিনি নগদ ধন, শ্ৰমিক, কৰ আৰু জৰিমনা আদায় হয়'—(এইবোৰো পঞ্জীবদ্ধ কৰিব)॥৪॥ পৰিয়ালৰ মুনিহ আৰু তিৰোতাৰ মাজত ল'ৰা-ছোৱালীৰ সংখ্যা আৰু বুঢ়া-বুঢ়ীৰ সংখ্যা, তেওঁলোকৰ ব্যৱসায়, আচাৰ-নীতি আৰু আয়-ব্যয় সম্পৰ্কে সকলো কথা জানি ল'ব॥৫॥

এই একে ধৰণে স্থানিক নামে বিভাগীয় বিষয়াই দেশৰ (প্ৰত্যেক) চতুৰ্থ ভাগৰ কাৰ্য পৰিচালনা কৰিব॥৬॥

গোপ আৰু স্থানিকসকলৰ প্ৰধান কাৰ্যালয়ত প্ৰদেষ্টাসকলে (চতুৰ্থ অধিকৰণত বৰ্ণিত) নিজৰ কাৰ্য পৰিচালনা কৰিব আৰু ৰজাক (দিবলগীয়া) বাকী পৰি থকা কৰ আদায় কৰিব॥৭॥

সমাহৰ্তাৰ দ্বাৰা নিযুক্ত গৃহস্থবেশী চোৰাংচোৰাসকলে, তেওঁলোকক য'ত স্থাপন কৰা হয় সেই গাঁওবোৰৰ পথাৰ, ঘৰ আৰু পৰিয়ালৰ সংখ্যা জানি ল'ব; (তদুপৰি) পথাৰৰ বৌলিকা তাৰ কালি আৰু তাত হোৱা শস্যৰ পৰিমাণ, ঘৰৰ বৌলিকা কোন ঘৰৰপৰা কিমান কৰ আদায় হয় আৰু কোন ঘৰে কৰ ৰেহাই পাইছে আৰু পৰিয়ালৰ বৌলিকা কোন পৰিয়াল কি বৰ্ণৰ আৰু কাৰ কি ব্যৱসায় এইবোৰ কথাও অৱগত হ'ব॥৮॥ তেওঁলোকে পৰিয়ালবোৰৰ মুঠ জনসংখ্যা আৰু আয়-ব্যয় সম্পৰ্কেও বুজ ল'ব॥৯॥ যিসকল লোক প্ৰবাসলৈ গৈছে আৰু যিসকল প্ৰবাসৰপৰা উলটি আহিছে, তেওঁলোকৰ যোৱা আৰু অহাৰ কাৰণ, অবাঞ্ছিত লোক-সকলৰো (বাসনাসক্ত, অমিতব্যয়ী আৰু নট-নৰ্তকী প্ৰভৃতি) প্ৰবাসলৈ যোৱা আৰু উলটি অহাৰ কাৰণ আৰু চোৰাংচোৰাসকলৰ কাৰ্য-কলাপ সম্পৰ্কেও সন্ধেদ ল'ব॥১০॥

এইদৰে বেপাৰীবেশী চোৰাংচোৰাসকলে নিজ দেশৰ খনি, পুখুৰী, বন, কাৰখানা আৰু খেতি-পথাৰত উৎপন্ন হোৱা ৰাজকীয় পণ্যসমূহৰ মূল্য আৰু পৰিমাণৰ বুজ ল'ব॥১১॥ জল-পথ বা স্থল-পথেদি অনা মূল্যবান আৰু কম মূল্যৰ বিদেশী পণ্য-সামগ্ৰীৰ কাৰবাৰত (ৰজাই পাব লগীয়া) শুল্ক, বৰ্ত্তনী (পথ-কৰ), আতিবাহিক (ৰক্ষী সৈন্যৰ কাৰণে পাবলগীয়া শুল্ক), গুল্মদেয় (পুলিচৰ থানাত দিবলগীয়া শুল্ক), তৰদেয় (পাৰ-ঘাটত দিবলগীয়া মাচুল), অংশ, খোৱা-বোৱাৰ খৰচ আৰু (ৰজাই) উপহাৰস্বৰূপে পোৱা বস্তুৰ পৰিমাণ জানি ল'ব॥১২॥

এইদৰে সমাহৰ্তাৰ নিৰ্দেশক্ৰমে সন্ন্যাসীবেশী (চোৰাংচোৰা) সকলে খেতিয়ক, গৰু-ৰখীয়া, বেপাৰী আৰু অধ্যক্ষসকলৰ সাধুতা বা অসাধুতাৰ বুজ ল'ব॥১৩॥

পুৰণি চোৰৰ বেশধাৰী (প্ৰদেষ্টাৰ) সহকাৰীসকলে মঠ, চতুষ্পথ, জনশূন্য ঠাই, কুৱা, নদী, ডোঙা, তীৰ্থস্থান, আশ্ৰম, হাবি, পৰ্বত, বন আৰু জাৱণিত থাকি চোৰ আৰু শত্ৰু-পক্ষীয় সাহসী লোকসকলৰ সেইবোৰ ঠাইত প্ৰৱেশ কৰা, থকা আৰু তাৰপৰা ওলাই যোৱাৰ কাৰণ অনুসন্ধান কৰিব॥১৪॥

> এইদৰে সমাহৰ্তাই সদায় উদ্যোগী হৈ দেশৰ গাওঁ-অঞ্চলৰ তত্ত্বাৱধান
> ল'ব; (চোৰাংচোৰাৰ) সংস্থাসমূহেও গাওঁবোৰৰ ওপৰত চকু ৰাখিব; আকৌ
> সংগঠিত হোৱাৰ নিজ নিজ (স্বকীয়া) কাৰণ থকা আন সংস্থাসমূহেও
> (গাওঁ অঞ্চলৰ ওপৰত চকু ৰাখিব)॥১৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অধ্যক্ষ-প্ৰচাৰ" নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত "সমাহৰ্তাৰ কাৰ্য; গৃহস্থ, বেপাৰী আৰু সন্ন্যাসীবেশী চোৰাংচোৰা" নামৰ পঞ্চত্ৰিংশ (আৰম্ভণিৰপৰা ৫৩তম) অধ্যায় সমাপ্ত।

---

[1] সংস্থা সম্পৰ্কে ১।১১।২২ চাওক।
[2] ১।১৯ ত বৰ্ণিত উদাস্থিত, কাপটিক আদিৰ সংস্থা।

২।৩৬।১৭

# ষট্‌ত্ৰিংশ অধ্যায়

## ৫৬তম প্ৰকৰণ : নগৰয়োজকৰ আচৰণ-বিধি

সমাহৰ্তাৰ দৰে নাগৰিকে (নগৰাধ্যক্ষই) নগৰৰ তত্ত্বাৱধান লʼব॥১॥ গোপ অৰ্থাৎ আঞ্চলিক বিষয়াই দহোটা, কুৰিটা বা চল্লিশটা পৰিয়ালৰ দায়িত্ব গ্ৰহণ কৰিব॥২॥ তেওঁ তেওঁৰ সমষ্টিত থকা মুনিহ-তিৰোতাসকলৰ জাতি, বংশ-পৰিচয় আৰু ব্যৱসায়েৰে সৈতে সংখ্যা নিৰূপণ কৰিব আৰু তেওঁলোকৰ আয়-ব্যয়ো নিৰ্ণয় কৰিব॥৩॥

এইদৰে স্থানিক নামে বিভাগীয় বিষয়াই সুৰক্ষিত নগৰ একোখনৰ এক-চতুৰ্থাংশৰ তত্ত্বাৱধান কৰিব॥৪॥

ধৰ্মশালাৰ পৰিচালকসকলে ভিক্ষু, শ্ৰমণ আদি পথিকসকলক (গোপ বা স্থানিকক জনাই) তাত থাকিবলৈ দিব; সন্ন্যাসী আৰু বেদজ্ঞ ব্ৰাহ্মণ যদি বিশ্বাস হোৱা লোকসকলকো তাত (নিজ দায়িত্বত) থাকিবলৈ দিব পাৰে॥৫॥ কাৰু আৰু শিল্পীসকলে নিজৰ (ব্যৱসায়ৰ) লোকসকলক তেওঁলোকৰ কৰ্মস্থানত ৰাখিব পাৰে আৰু বেপাৰীসকলে নিজৰ নিজৰ কাৰ্য-ক্ষেত্ৰত পৰস্পৰক থাকিবলৈ দিব পাৰে॥৬॥ অস্থানত বা অসময়ত পণ্য-সামগ্ৰী বিক্ৰী কৰা নাইবা নিজৰ স্বত্ব নথকা পণ্য-সামগ্ৰী বিক্ৰী কৰা লোকৰ নাম (স্থানিক বা গোপক) জনাব॥৭॥

মদ বেচোঁতা, ৰন্ধা মঙহ বেচোঁতা, ভাত বেচোঁতা আৰু গণিকাসকলে পৰিচিত লোকক (নিজ নিজ ঠাইত) থাকিবলৈ দিব পাৰিব॥৮॥ অতি খৰচী আৰু দুঃসাহসিক কৰ্মকাৰী লোকৰ কথা (স্থানিক বা গোপক) জনাব॥৯॥

(শৰীৰৰ) কোনো আঘাত গোপনে চিকিৎসা কৰাওঁতা আৰু (ৰোগ বা মৃত্যুকাৰক) অপথ্য খাওঁতা (বা প্ৰস্তুত কৰোঁতা) লোকৰ কথা গোপ আৰু স্থানিকৰ ওচৰত নিবেদন কৰিলে চিকিৎসকে দোষৰ হাত এৰাব; (যি ঘৰত এনেবোৰ কাম সংঘটিত হয়, সেই) ঘৰৰ মালিকেও (গোপ আৰু স্থানিকক জনালে দোষৰপৰা মুক্তি পাব), অন্যথাই তেওঁ সমানে দোষী হʼব॥১০॥ ভাৰা-ঘৰৰ মালিকে) কোন লোক গুচি গৈছে, কোন লোক আহিছে সেই কথা (গোপ আৰু স্থানিকক) জনাব, নহʼলে ৰাতি সংঘটিত হোৱা কোনো অপৰাধৰ বাবে তেওঁ দায়ী হʼব॥১১॥ ৰাতি ভালে ভালে গʼলেও (প্ৰস্থানকাৰী আৰু আগমনকাৰী) লোকৰ বিষয়ে নজনোৱা ঘৰৰ মালিকে) তিনি পণ দণ্ড দিব লাগিব॥১২॥

পথিক আৰু উৎপথিকসকলে (ৰাস্তাত আৰু ৰাস্তা নোহোৱা ঠাইত চলাচল কৰা চোৰাং-চোৱাসকলে) নগৰৰ বাহিৰে-ভিতৰে মন্দিৰ, পুণ্যক্ষেত্ৰ, বননি আৰু শ্মশানত ঘাত খুন থকা, লগত অনিষ্ট কৰিব পৰা বস্তু থকা, গধুৰ বোজাৰ আঁৰত লুকাই থকা, উদ্বিগ্ন, দীঘলীয়াকৈ টোপনি যোৱা, পথভ্ৰমত ক্লান্ত হোৱা অথবা অচিনাকি লোক দেখিলে গ্ৰেপ্তাৰ কৰিব॥১৩॥ এইদৰে নগৰৰ ভিতৰত জনশূন্য ঠাইত, কাৰখানাত, মদৰ দোকানত, হোটেলত, ৰন্ধা মাংস বিক্ৰী কৰা ঠাইত, জুৱাৰীৰ আড্ডাত আৰু ভিক্ষু, শ্ৰমণ আদি থকা মঠত (উক্ত প্ৰকাৰৰ লোকক) তালাচ কৰিব॥১৪॥

গ্ৰীষ্ম-কালত (নগৰবাসীসকলে) জুইৰ প্ৰতি সতৰ্কতা অৱলম্বন কৰিব॥১৫॥ দিনটো চাৰি ভাগত ভগালে তাৰ মাজৰ চতুৰ্থ ভাগ দুটাত জুই জলোৱা ঘৰৰ এক পণৰ আঠ ভাগৰ এভাগ অৰ্থদণ্ড হʼব॥১৬॥ অথবা, (ঘৰৰ) বাহিৰত ৰন্ধা-বঢ়া কাম কৰিব॥১৭॥ পাঁচোটা (পানীৰ) কলহ, এটা ডাঙৰ (পানীৰ) কলহ, এডাল জখলা, এখন কুঠাৰ, এখন কুলা, এডাল

হাঁকুটি, এখন কচগ্ৰহ (এডাল দীঘল মাৰিৰ আগত হাতৰ আঙুলিৰ লেখীয়া লোৰ দাঁত লগোৱা এবিধ যতন) আৰু এটা চামচৰ পানীৰ মোনা (ঘৰত) নাৰাখিলে (ঘৰৰ মালিকৰ) এক পণৰ চাৰি-ভাগৰ এভাগ দণ্ড হ'ব॥১৮॥ তৃণ আৰু কাঠেৰে ঢাকি থোৱা কম্বুৰোৰ (অৰ্থাৎ এইবোৰেৰে ঢকা ঘৰৰ চালবোৰ) আঁতৰাই পেলাব লাগে॥১৯॥ নাগৰিকে অগ্নিৰ দ্বাৰা জীৱিকা চলোৱা লোকসকলক একে ঠাইতে বসতি কৰাব॥২০॥

ঘৰৰ মালিকসকলে ৰাতি একে ঠাইতে জুম বান্ধি নাথাকি (নিজ নিজ ঘৰৰ) সন্মুখৰ দুৱাৰৰ ওচৰত থাকিব॥২১॥

আলিবাটত, চতুষ্পথত, (নগৰাদিৰ) প্ৰৱেশ-পথত আৰু ৰাজ-হাউলিৰ (অৰ্থাৎ কোশগৃহ, কুপ্যগৃহ, কোষ্ঠাগাৰ, পণ্যগৃহ আৰু আয়ুধাগাৰৰ) ভিতৰত হাজাৰ হাজাৰ পানীৰ কলহৰ শাৰী থাকিব॥২২॥

ঘৰত জুই লাগিলে যদি ঘৰৰ মালিকে জুই নুমাবলৈ লৰি নাযায়, তেওঁৰ বাৰ পণ (দণ্ড হ'ব) আৰু সেই ঘৰ ভাৰা কৰি থকা লোকে যদি (জুই নুমাবলৈ নাযায়) তেওঁৰ ছয় পণ (দণ্ড হ'ব)॥২৩॥

যদি (গৃহস্থৰ) অসতৰ্কতাৰ কাৰণে ঘৰত জুই লাগে, তেওঁৰ চৌৱন পণ দণ্ড হ'ব॥২৪॥ গৃহদাহকাৰীক জুইত পুৰি মাৰিব॥২৫॥

ৰাস্তাত ধুলি-মাটি পেলালে (এক পণৰ) আঠ ভাগৰ এভাগ দণ্ড হ'ব; বোকা-পানী পেলাই বাট বন্ধ কৰিলে (এক পণৰ) চাৰি ভাগৰ এভাগ দণ্ড হ'ব॥২৬॥ ৰাজ-আলিত (উক্ত অপৰাধ কৰিলে) দণ্ড দুগুণ হ'ব॥২৭॥

পুণ্যক্ষেত্ৰ, পানী থকা ঠাই, দেৱালয় আৰু ৰাজ-হাউলিত (কোশগৃহ আদিত) শৌচ কৰিলে (দণ্ডৰ পৰিমাণ ক্ৰমে) এক পণৰপৰা এক পণ এক পণকৈ বাঢ়ি যাব; পেচাব কৰিলে ইয়াৰ আধা দণ্ড হ'ব॥২৮॥ যদি ঔষধ, ৰোগ নাইবা ভয়ৰ কাৰণে (কোনোবাই শৌচ-পেচাব কৰে) তেওঁ দণ্ডনীয় নহ'ব॥২৯॥

মৰা মেকুৰী, কুকুৰ বা সাপ নগৰৰ ভিতৰত পেলাই দিলে তিনি পণ দণ্ড হ'ব; গাধ, উট, খচ্চৰ, ঘোঁৰা আৰু গৰু-মহ আদিৰ মৰা শ পেলালে ছয় পণ দণ্ড হ'ব (আৰু) মানুহৰ মৰা শ পেলালে পঞ্চাশ পণ দণ্ড হ'ব॥৩০॥

মৰা শ নিয়া ৰাস্তা সলনি কৰিলে, নাইবা নগৰৰ যিখন দুৱাৰেদি মৰা শ উলিয়াই নিব লাগে সেই দুৱাৰেদি নিনি আন দুৱাৰেদি নিলে প্ৰথম সাহস-দণ্ড বিহা হ'ব॥৩১॥ দুৱাৰ-ৰখীয়া পুৰুষৰ (এইদৰে মৰা শ নিবলৈ দিয়া কাৰণে) দুশ পণ দণ্ড হ'ব॥৩২॥ শ্মশানৰ বাহিৰে আন ঠাইত মৰা শ (পুতি) থ'লে আৰু পুৰিলে বাৰ পণ দণ্ড হ'ব॥৩৩॥

ৰাতি আৰম্ভ হোৱাৰ ছয় নালিকা পিছত আৰু শেষ হোৱাৰ ছয় নালিকা আগত ৰাতিৰ দুয়ো ভাগত যাম-তূৰ্য (মানুহৰ চলাচল নিষেধৰ সঙ্কেতস্বৰূপে বজোৱা বাদ্যবিশেষ) (বজাব)॥৩৪॥ তূৰ্য-ধ্বনি হোৱাৰ পিছত ৰাজ-ভৱনৰ ওচৰত নিষিদ্ধ সময়ত চলাচল কৰাৰ কাৰণে—ৰাতিৰ প্ৰথম আৰু শেষ প্ৰহৰত এইদৰে চলাচল কৰিলে চোৱা এক পণ দণ্ড হ'ব, মধ্যম প্ৰহৰত কৰিলে ইয়াৰ দুগুণ দণ্ড হব আৰু (ৰাজ-ভৱনৰ প্ৰাঙ্গণৰ) ভিতৰত চলাচল কৰিলে চাৰি গুণ দণ্ড হ'ব॥৩৫॥

সন্দেহজনক ঠাইত, সন্দেহজনক চিন থকা কাৰণে বা আগতে কৰা অপৰাধৰ কাৰণে কোনো লোকক গ্ৰেপ্তাৰ কৰিলে তেওঁক প্ৰশ্ন কৰিব॥৩৬॥ ৰাজ-হাউলিৰ ওচৰতে গছে আৰু

নগৰৰ দেৱাল আদিত উঠিলে মধ্যম সাহস-দণ্ড হ'ব॥৩৭॥ প্ৰসূতিৰ কাৰণে, চিকিৎসকক আনিবলৈ, কাৰো মৃত্যুৰ কাৰণে, লগত প্ৰদীপ লৈ, যানত উঠি, নাগৰিকৰ তূৰ্যৰ শব্দ শুনাৰ পিছত, অভিনয় আদি চাবলৈ, আৰু অগ্নিকাণ্ড ঘটিলে (ৰাতি অসময়ত চলাচল কৰিলেও সেইবিলাক লোকক) গ্ৰেপ্তাৰ কৰিব নালাগে; মোহৰ মৰা পৰিচয়-পত্ৰ লগত নিয়াসকলকো ধৰিব নালাগে॥৩৮॥

(উৎসৱাদি উপলক্ষে বাধাহীনভাৱে) বিচৰণৰ (অনুমতি থকা) ৰাতি যদি কোনোৱে ছদ্মবেশ বা বিপৰীত (পুৰুষে তিৰোতাৰ আৰু তিৰোতাই পুৰুষৰ) বেশ পিন্ধি ফুৰে, সন্ন্যাসীৰ সাজ লৈ বিচৰণ কৰে নাইবা হাতত লাঠি বা অস্ত্ৰ লৈ অহা-যোৱা কৰে, তেনে মানুহক দোষ অনুসৰি দণ্ডি বিহিব॥৩৯॥

বাধা দিব নলগীয়া লোকৰ যাতায়াতত বাধা দিলে আৰু বাধা দিবলগীয়া লোকৰ যাতায়াতত বাধা নিদিলে (ৰাতি) নিৰিদ্ধ সময়ত (চলাচল কৰা লোকৰ) যি দণ্ড হয় প্ৰহৰী-সকলৰো সেই দণ্ড হ'ব॥৪০॥ তিৰোতা যদি দাসী হয় তেনে তিৰোতাৰ ওপৰত বলাৎকাৰ কৰা কাৰণে (প্ৰহৰীৰ ওপৰত) প্ৰথম সাহস-দণ্ড বিধান কৰা হ'ব, যদি দাসী নহয় (অৰ্থাৎ গণিকা), তেনে তিৰোতাৰ ওপৰত বলাৎকাৰ কৰিলে মধ্যম সাহস-দণ্ড হ'ব, (দাসীয়ে হওক বা গণিকাই হওক) যদি কোনো পুৰুষৰ তিৰোতা হয় তেনে তিৰোতাৰ ওপৰত বলাৎকাৰ কৰিলে উত্তম সাহস-দণ্ড হ'ব আৰু কুলস্ত্ৰীৰ ওপৰত বলাৎকাৰ কৰিলে মৃত্যুদণ্ডেৰে দণ্ডিত হ'ব॥৪১॥

(প্ৰহৰীসকলে) যদি জ্ঞানবশতঃ বা অজ্ঞানবশতঃ কোনো লোকৰ দ্বাৰা ৰাতি সংঘটিত হোৱা কোনো অপৰাধৰ কথা নাগৰিকক নজনায়, তেওঁলোকৰ দোষৰ অনুৰূপ দণ্ড হ'ব; (প্ৰহৰীসকলৰ) ত্ৰুটি-বিচ্যুতিৰ বাবেও দোষ চাই দণ্ড বিহিব॥৪২॥

(নাগৰিকৰ কৰ্তব্য হৈছে) সদায় পানী-যোগানৰ স্থান, বাট-পথ, পানী বৈ যোৱাৰ ব্যৱস্থা (নলা আদি), আবৃত পথ (সুৰুঙ্গা আদি), বপ্ৰ (প্ৰাচীৰৰ কাষৰ মাটিৰ ওখ ভেটি) প্ৰাচীৰ আৰু (অন্যান্য) ৰক্ষণ-ব্যৱস্থাৰ ওপৰত নজৰ ৰখা আৰু হেৰোৱা, পাহৰি এৰি থৈ অহা আৰু পলাই যোৱা (গৰু আদি) সম্পত্তিৰ ৰক্ষণাবেক্ষণ কৰা॥৪৩॥

বন্দীশালত থকা শিশু, বুঢ়া, ৰুগীয়া আৰু অনাথসকলক (ৰজাৰ) জন্ম-নক্ষত্ৰৰ দিনত আৰু পূৰ্ণিমা তিথিত মুকলি কৰি দিয়া॥৪৪॥ যিসকল উদাৰ চৰিত্ৰৰ লোক অথবা যিসকল চুক্তিৰ দ্বাৰা আৱদ্ধ তেনে বন্দীয়ে নিষ্ক্ৰয় দিব পাৰে (অৰ্থাৎ ক্ষতিপূৰণ দি অৰ্থদণ্ড দি মুক্ত হ'ব পাৰে)॥৪৫॥

প্ৰতিদিনে বা প্ৰতি পাঁচ দিনৰ মূৰে মূৰে কাম কৰাই লৈ, কায়িক দণ্ড দি বা নগদ টকা লৈ অনুগ্ৰহ দেখুৱাই (অৰ্থাৎ অৰ্থদণ্ড বা নিষ্ক্ৰয়ৰ দ্বাৰা) কয়েদীবিলাকক মুকলি কৰি দিব॥৪৬॥

নতুনকৈ ৰাজ্য লাভ হ'লে, যুৱৰাজৰ অভিষেক উপলক্ষে অথবা (ৰজাৰ) পুত্ৰজন্ম হ'লে কয়েদীবিলাকক বন্ধনৰ পৰা মুকলি কৰি দিয়াৰ বিধান আছে॥৪৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ 'অধ্যক্ষ-প্ৰচাৰ' নামৰ দ্বিতীয় অধিকৰণৰ অন্তৰ্গত 'নাগৰকপ্ৰণিধি' নামৰ ষট্‌ত্ৰিংশ (আৰম্ভণিৰ পৰা ৫৬তম) অধ্যায় সমাপ্ত।

[illegible] কৌটিলীয় অৰ্থশাস্ত্ৰৰ 'অধ্যক্ষ-প্ৰচাৰ' নামৰ দ্বিতীয় অধিকৰণ সমাপ্ত হল।

# তৃতীয় অধিকৰণ

## ধৰ্মস্থীয় (বিচাৰক-সম্পৰ্কীয়)

## প্ৰথম অধ্যায়

### ৫৭তম প্ৰকৰণ : ব্যৱহাৰ-স্থাপনা [লেন-দেনৰ (সিদ্ধতা-অসিদ্ধতা-সম্পৰ্কীয়) নিৰ্ণয়]

### ৫৮তম প্ৰকৰণ : বিবাদ-পদ্ধতি নিৰ্ণয়

দেশৰ সীমান্তবৰ্তী চকী, সংগ্ৰহণ (দহখন গাৱঁৰ অধিপতিৰ কাৰ্যালয় থকা সদৰ ঠাই), দ্ৰোণমুখ (চাৰি শ গাৱঁৰ অধিপতিৰ কাৰ্যালয় থকা সদৰ ঠাই) আৰু স্থানীয় (আঠাশ গাৱঁৰ অধিপতিৰ কাৰ্যালয় থকা সদৰ ঠাই) সমূহত তিনিজন বিচাৰকে—তিনিও মন্ত্ৰী (মন্ত্ৰীৰ পদ-মৰ্যাদাবিশিষ্ট—লেন-দেন সম্পৰ্কীয় মোকৰ্দমাৰ বিচাৰ কৰিব॥১॥

(তেওঁলোকে) যিবোৰ লেন-দেন (একপক্ষৰ) অনুপস্থিতিত হয়, ঘৰৰ ভিতৰত হয়, ৰাতি হয়, অৰণ্যত হয়, যিবোৰত ছল থাকে, যিবোৰ গোপনে কৰা হয় তেনে লেন-দেন অবৈধ বুলি ঘোষণা কৰিব॥২॥ যিয়ে (এনেকুৱা লেন-দেন) কৰে বা আনৰ হতুৱাই কৰায় তেওঁৰ প্ৰথম সাহস-দণ্ড হ'ব॥৩॥ সাক্ষীসকলৰ প্ৰত্যেকৰ বৌলিকা এই দণ্ডৰ আধা হ'ব॥৪॥ বিশ্বস্ত লোকৰ বৌলিকা (অৰ্থাৎ যিসকলে এনেকুৱা লেন-দেন অবৈধ বুলি নাজানি সাধুভাৱে তাৰ পক্ষভুক্ত হয়) অৱশ্যে, লেন-দেন অসিদ্ধ ঘোষিত হ'ব (অৰ্থাৎ অতিৰিক্ত দণ্ড নহ'ব)॥৫॥

কোনো বস্তু কাষকত ৰাখি (সেই বস্তু) চকুৰ আঁতৰত থকাত যি ঋণ-গ্ৰহণ হয়, অথবা (এটা পক্ষ বা বস্তু) আগত নথকাত হোৱা লেন-দেন যদি নিৰ্দোষ বুলি গৃহীত হয়, সি সিদ্ধ হ'ব॥৬॥

ঘৰৰ ভিতৰত হোৱা লেন-দেনো সিদ্ধ বুলি গণ্য হ'ব যদি সেই লেন-দেন পৈতৃক সম্পত্তি, ন্যাস, গচ্ছিত ধন আৰু বিবাহ সম্পৰ্কীয় হয়, (অথবা) ঘৰৰ বাহিৰ নোহোৱা তিৰোতাই কৰা বা মন অসুস্থ নোহোৱা ৰোগীয়ে কৰা হয়॥৭॥

ৰাতি কৰা লেন-দেন (হ'লেও) যদি সি বলেৰে বস্তু কাঢ়ি লোৱা, অসৎ অভিপ্ৰায়েৰে ঘৰত প্ৰৱেশ কৰা, কাজিয়া-পেচাল বা ৰাজ-আজ্ঞা বিষয়ক হয়, অথবা আগ ৰাতি ব্যৱহাৰ কৰা লোকৰ দ্বাৰা (গণিকা, মদৰ দোকানী আদিৰ দ্বাৰা) সম্পাদিত হয়, তেনেহ'লে সি সিদ্ধ হ'ব॥৮॥

বেপাৰীৰ দল, গৰু-ৰখীয়া, আশ্ৰমবাসী, ব্যাধ, চাৰণ—এইসকলৰ মাজত যেনেকৈ অৰণ্যত থকা অৱস্থাত লেন-দেন কৰিলে অৰণ্যত কৰা লেন-দেন সিদ্ধ হ'ব॥৯॥

গোপন উপায়ৰ দ্বাৰা জীৱিকা চলোৱা লোকসকলৰ মাজত ছলযুক্ত লেন-দেন হ'লে সি সিদ্ধ হ'ব॥১০॥

গোপন সমবায়ৰ বৌলিকা গোপন লেন-দেন হ'লে সি সিদ্ধ হ'ব॥১১॥

এইবোৰৰ বাহিৰে আন (লেন-দেন) সিদ্ধ নহ'ব; পিতৃৰ আশ্ৰয়ত থকা পুত্ৰ, পুত্ৰৰ আশ্ৰয়ত থকা পিতৃ, পৰিয়ালৰপৰা বাহিৰ কৰি দিয়া ভ্ৰাতৃ, পৈতৃক সম্পত্তিৰ (নিজৰ) অংশ [illegible] বয়সীয়া পুত্ৰ, স্বামী বা পুত্ৰৰ আশ্ৰিত তিৰোতা, ক্ৰীতদাস বা আধি স্বৰূপে থকা লোক, লেন-দেন কৰাৰ উপযুক্ত বয়স নোপোৱা (নাবালক) বা লেন-দেন কৰিব পৰা বয়স অতীত হোৱা (অতি বৃদ্ধ) লোক, অপৰাধী সাব্যস্ত লোক, সন্ন্যাসী, ইন্দ্ৰিয়বিকলসকল (কণা, বোবা আদি) আৰু বিপদগ্ৰস্ত লোক—এইসকল লোকে কৰা লেন-দেনো অসিদ্ধ;

অৰণ্যে এনেকুৱা লোকেও যদি লেন-দেনৰ (বিশেষ) অধিকাৰ লাভ কৰে, তেতিয়া সি সিদ্ধ হ'ব॥১২॥ সকলো প্ৰকাৰ লেন-দেনকাৰীৰ মাজতো ক্ৰোধৰ বশীভূত, বিপন্ন, মাতাল, বলিয়া বা আনৰ অধীন লোকে কৰা লেন-দেন অসিদ্ধ॥১৩॥ এনেকুৱা (অসিদ্ধ) লেন-দেন যিয়ে কৰে, আনৰ হতুৱাই কৰায় নাইবা তাৰ সাক্ষী হয়, সেইসকলৰ ওপৰত যথাবিহিত পৃথক পৃথক দণ্ড হ'ব॥১৪॥

নিজ নিজ সমষ্টিৰ মাজত সম্পাদিত সকলো প্ৰকাৰ লেন-দেনেই কিন্তু উপযুক্ত ঠাই আৰু সময়ত কৰিলে, বস্তুৰ ওপৰত নিজৰ নিজৰ স্বত্ব থাকিলে, সকলো প্ৰকাৰ আনুষ্ঠানিকতা সম্পূৰ্ণভাৱে পালন কৰিলে, নিৰ্ভৰযোগ্য প্ৰমাণ থাকিলে আৰু (বস্তুৰ) আকৃতি, লক্ষণ, পৰিমাণ আৰু গুণ প্ৰত্যক্ষ হ'লে সিদ্ধ হ'ব॥১৫॥ সকলো প্ৰকাৰ লেন-দেনৰ ক্ষেত্ৰতে (আগেয়ে কৰা কাকত-পত্ৰতকৈ) পিছৰ কাকত-পত্ৰ অধিক বলবৎ হ'ব, কিন্তু (কোনো বস্তু কোনো মানুহৰ ওচৰলৈ লৈ যাবলৈ দিয়া) আদেশ আৰু আধিৰ ক্ষেত্ৰত এই নিয়ম নাখাটিব (অৰ্থাৎ এই দুই বিষয়ৰ লেন-দেনত আগতে কৰা দলিলেই বলবৎ থাকিব)॥১৬॥

লেন-দেনৰ (সিদ্ধতা-অসিদ্ধতা সম্পৰ্কীয়) নিৰ্ণয় ইয়াতে শেষ হ'ল॥

বছৰ, ঋতু, মাহ, পক্ষ, দিন, কাৰ্যালয়, স্থান আৰু ঋণৰ উল্লেখ কৰি, উপযুক্ত জামিন দিয়া বাদী আৰু প্ৰতিবাদীৰ দেশ, গাওঁ, জাতি, গোত্ৰ, নাম আৰু ব্যৱসায় লিখি তেওঁলোকক কৰা প্ৰশ্নবোৰ (উত্তৰেৰে সৈতে) বিষয়ৰ ক্ৰম অনুসৰি লিখি যাব॥১৭॥ আৰু লিখি লোৱা কথাখিনি পৰীক্ষা কৰি চাব॥১৮॥

(মোকৰ্দমাৰ বাদী বা বিবাদী যিয়ে) লিখি লোৱা বিবাদৰ বিষয় এৰি আন বিবাদৰ বিষয়ৰ উত্থাপন কৰে, আগেয়ে কোৱা কথাৰ লগত পিছৰ কথাৰ সম্বন্ধ নাৰাখে, বিৰুদ্ধ পক্ষৰ প্ৰতিবাদ কৰিব নলগীয়া কথাৰ প্ৰতিবাদ কৰি মনে মনে থাকে, প্ৰমাণ দিম বুলি প্ৰতিজ্ঞা কৰিও দিবলৈ ক'লে নিদিয়ে, দুৰ্বল প্ৰমাণ বা মিছা প্ৰমাণ উত্থাপন কৰে, যি প্ৰমাণ দিব বুলি কয় তাক নিদি বেলেগ প্ৰমাণ দিয়ে, যেতিয়া প্ৰমাণ উপস্থাপিত হয় 'কথা সেইটো নহয়' বুলি সাক্ষীৰ উক্তি অস্বীকাৰ কৰে, সাক্ষীয়ে প্ৰমাণিত কৰা কথা গ্ৰহণ নকৰে, যি ঠাইত কথা কোৱা নিষেধ তালৈ গৈ সাক্ষীসকলৰ লগত গোপনে কথা হয়—এইবোৰ মোকৰ্দমাত পৰাজিত হোৱাৰ কাৰণ॥১৯॥

মোকৰ্দমাত পৰাজিত হ'লে (ঋণৰ টকাৰ) এক পঞ্চমাংশ জৰিমনা হ'ব॥২০॥ যিয়ে (অভিযোগ) স্বীকাৰ কৰে তেওঁৰ (ঋণৰ) এক-দশমাংশ জৰিমনা হ'ব॥২১॥

প্ৰতিজন পুৰুষৰ (বিচাৰকৰ তলতীয়া ভৃত্যৰ) বেতন হ'ব (এক পণৰ) আঠ ভাগৰ এভাগ॥২২॥ বাটত খোৱা খৰচ (সেই সময়ত চলিত) বস্তুৰ মূল্য অনুসৰি হ'ব॥২৩॥ এই দুয়ো প্ৰকাৰ খৰচকে পৰাজিত পক্ষই বহন কৰিব॥২৪॥

কাজিয়া, বলপূৰ্বক বস্তু অপহৰণ আৰু বণিকসংঘৰ মাজৰ সমবায় সংক্ৰান্ত বিবাদত বাহিৰে আন কথাত অভিযুক্ত অভিযোগকাৰীৰ বিৰুদ্ধে ওলোটা অভিযোগ দাখিল কৰিব নোৱাৰে॥২৫॥ অভিযুক্তৰ বিৰুদ্ধে (আন বেলেগ পক্ষই) অভিযোগ আনিব নোৱাৰিব॥২৬॥

অভিযোগকাৰীক (অভিযুক্তই) কোনো উত্তৰ দিলে, দিনটোৰ ভিতৰতে কোনো প্ৰত্যুত্তৰ নিদিলে মোকৰ্দমা তেওঁৰ বিৰুদ্ধে যাব॥২৭॥ কাৰণ, অভিযোগকাৰীয়েহে কি কাৰ্য হাতত লব লাগে তাক (আগেয়ে) ঠিক কৰি লয়, অভিযুক্তই নহয়॥২৮॥ অভিযুক্তই যদি উত্তৰ নিদিয়ে তেওঁক তিনি দিন বা (প্ৰয়োজন বুলি) সাতদিন সময় (দিব)॥২৯॥ তাৰ পিছত (বিচাৰকে) তিনিৰপৰা বাৰ পণৰ ভিতৰত তেওঁক জৰিমনা কৰিব॥৩০॥ যদি তিনি পক্ষ অতীত হৈ

যোৱাতো তেওঁৰপৰা উত্তৰ পোৱা নাযায়, তেতিয়া (বিচাৰকে) তেওঁৰ ওপৰত মোকৰ্দমাত হাৰিলে যি দণ্ড হয় সেই দণ্ড বিহি তেওঁৰ বয়-বস্তু (ক্ষতিপূৰণ) হিছাপে অভিযোক্তাক দিব; অৱশ্যে ব্যৱসায়ৰ সা-সৰঞ্জামবোৰ দিব নোৱাৰিব॥৩১॥ সেই একে দণ্ডই পলাই যোৱা অভিযুক্তৰ ওপৰতো প্ৰয়োগ কৰিব॥৩২॥ অভিযোক্তা যদি পলাই যায়, লগে লগেই মোকৰ্দমাত তেওঁৰ পৰাজয় হ'ব॥৩৩॥

সাক্ষ্য দিয়াৰ পিছত যদি কোনো লোক মৃত্যুৰ মুখত পৰে বা বিপদগ্ৰস্ত হয়, তেওঁৰ উক্তিৰ কোনো মূল্য নহ'ব॥৩৪॥ (জয়ী) অভিযোক্তাই দণ্ড দি (ক্ষতিপূৰণ আদি দিবলৈ অসমৰ্থ) অভিযুক্তৰ দ্বাৰা কাম কৰাই ল'ব পাৰে॥৩৫॥ অথবা, অভিযুক্তই ইচ্ছা কৰিলে (কোনো লোকক) আধি (বন্ধক) ৰাখিব পাৰে॥৩৬॥ নাইবা, (বিচাৰকে) ভূত-প্ৰেত নাশক মন্ত্ৰৰ দ্বাৰা (অভিযোক্তাক) ৰক্ষা কৰি কৰ্মৰ দ্বাৰা তেওঁৰ ক্ষতিপূৰণ কৰিব পাৰে; কিন্তু অভিযুক্ত ব্ৰাহ্মণ হলে তেওঁৰ হতুৱাই কাম কৰাই লব নোৱাৰিব॥৩৭॥

যেতিয়া সকলো ধৰ্ম নষ্ট হোৱাৰ উপক্ৰম হয়, চাৰি বৰ্ণ আৰু চাৰি আশ্ৰমৰ লোকৰ আচাৰ-নীতি ৰক্ষা কৰা কাৰণে ৰজা এই পৃথিৱীত ধৰ্মৰ প্ৰৱৰ্তক হয়॥৩৮॥

প্ৰত্যেক বিবাদৰ বিষয়ৰে চাৰিটা পাদ থাকে—ধৰ্ম (আইন), ব্যৱহাৰ (লেন-দেন), লোকাচাৰ আৰু ৰাজ-শাসন; (এইবোৰৰ) পিছৰটোৱে আগৰটোক প্ৰতিবেধ কৰে॥৩৯॥

এইবোৰৰ মাজত ধৰ্মৰ আধাৰ সত্য, ব্যৱহাৰ নিৰ্ভৰ কৰে সাক্ষীৰ ওপৰত, লোকাচাৰ নিৰ্ভৰ কৰে সচৰাচৰ মানুহে কি মত পোষণ কৰে তাৰ ওপৰত আৰু আনহাতে ৰজাৰ আজ্ঞাই ৰাজ-শাসন॥৪০॥

ধৰ্ম অনুসৰি প্ৰজা পালনকাৰী ৰজাই স্বধৰ্মৰ দ্বাৰা স্বৰ্গলৈ যায়; যি ৰজাই (প্ৰজা) পালন নকৰে, বা বিয়ে (প্ৰজাক) অন্যায়কৈ দণ্ড দিয়ে তেওঁৰ বিপৰীত ফল লাভ হয়॥৪১॥

কাৰণ, ৰজাই পুত্ৰ আৰু শত্ৰুক দোষ চাই সমানে দণ্ড বিহিলে কেৱল দণ্ডই ইহলোক আৰু পৰলোক ৰক্ষা কৰিব পাৰে॥৪২॥

কাৰণ, ৰজাই ধৰ্ম, ব্যৱহাৰ, লোকাচাৰ আৰু চতুৰ্থতে ন্যায়ৰ (শাসনৰ) দ্বাৰা অনুশাসন কৰি চাৰি সীমালৈকে বিস্তৃত পৃথিৱী জয় কৰিব পাৰে॥৪৩॥

লোকাচাৰ বা ব্যৱহাৰ সম্পৰ্কীয় কোনো বিষয়ৰ ধৰ্মশাস্ত্ৰৰ লগত বিৰোধ উপস্থিত হ'লে (ৰজাই) ধৰ্মৰ দ্বাৰা বিষয়ৰ সিদ্ধান্ত কৰিব॥৪৪॥

যেতিয়া ধৰ্ম-বিষয়ত ৰাজ-শাসনৰ লগত ধৰ্ম-শাস্ত্ৰৰ (কোনো বাক্যৰ) বিৰোধ উপস্থিত হয়, তেতিয়া ৰাজ-শাসনেই বলৱৎ হ'ব, কাৰণ তেতিয়া (শাস্ত্ৰৰ) বাক্য লোপ পাব (অৰ্থাৎ বাহাল নাথাকিব)॥৪৫॥

(স্পষ্টভাৱে) ধৰা পৰা অপৰাধ, (অপৰাধীৰ) নিজৰ স্বীকাৰোক্তি, নিজ পক্ষ আৰু বিৰোধী পক্ষক কৰা প্ৰশ্ন (আৰু উত্তৰৰ) পোনপটি, যুক্তি-প্ৰদৰ্শন আৰু শপথ-গ্ৰহণ—এই-বোৰৰ দ্বাৰা কোনো বিবাদৰ মীমাংসা কৰিব পাৰি॥৪৬॥

আগেয়ে কোৱা আৰু পিছে কোৱা কথাৰ মাজত বিৰোধ হ'লে, সাক্ষী দোষী হ'লে আৰু কাৰাগাৰৰ ৰক্ষীপুৰুষৰ ওচৰৰপৰা পলাই গ'লে পৰাজয় হোৱা বুলি ঘোষণা কৰিব॥৪৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ অন্তৰ্গত "ব্যৱহাৰ-স্থাপনা" আৰু "বিবাদ-পদবদ্ধ নিৰ্ণয়" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ৫৮তম) অধ্যায় সমাপ্ত।

# দ্বিতীয় অধ্যায়

## ১৫তম প্ৰকৰণ : বিবাহ-সম্পৰ্কীয়

### (১) বিবাহ-বিধি; (২) স্ত্ৰীধন-ব্যৱস্থা, (৩) আধিবেদনিক (দ্বিতীয় বাৰ বিয়া কৰোৱা কাৰণে পত্নীৰ লোপ হোৱা সম্পৰ্কে)

বিয়াৰ পিছৰপৰাই সকলো প্ৰকাৰ আদান-প্ৰদান আৰম্ভ হয়॥১॥

ছোৱালীক (অলঙ্কাৰেৰে) সজাই-পৰাই (বৰৰ হাতত) সম্প্ৰদান কৰাকে **ব্ৰাহ্ম** বিবাহ বোলে॥২॥ (বৰ-কন্যাই) একেলগে ধৰ্মাচৰণ কৰাৰ সংকল্প লৈ কৰা বিয়াক **প্ৰাজাপত্য** বিবাহ বোলে॥৩॥ (বৰৰপৰা) এহাল গৰু লৈ ছোৱালী বিয়া দিলে সেই বিয়াক **আৰ্ষ** বিবাহ বোলে॥৪॥ যজ্ঞবেদীত ঋত্বিকক ছোৱালী সম্প্ৰদান কৰাক **দৈব** বিবাহ বোলে॥৫॥ (বৰ-কন্যা) উভয়ে নিজ ইচ্ছাৰে মিলিত হোৱাক **গান্ধৰ্ব** বিবাহ বোলে॥৬॥ বৰৰপৰা টকা-পইচা লৈ ছোৱালী দিয়াক **আসুৰ** বিবাহ বোলে॥৭॥ জোৰকৈ ছোৱালী নিলে তাক **ৰাক্ষস** বিবাহ বোলা হয়॥৮॥ শুই থকা অথবা নিচাত বিভোৰ হৈ থকা অৱস্থাত ছোৱালী (অপহৰণ কৰি) নিয়াক **পৈশাচ** বিবাহ বোলে॥ ৯॥

(উক্ত আঠ প্ৰকাৰ বিয়াৰ ভিতৰত) প্ৰথম চাৰি প্ৰকাৰ বিবাহ বিধি-সম্মত, কিয়নো তাত পিতৃৰ সম্মতি থাকে; বাকী চাৰি প্ৰকাৰো পিতৃ-মাতৃ উভয়ৰে সম্মতি সাপেক্ষে বিধি-সম্মত॥১০॥ কাৰণ, তেওঁলোকে ছোৱালীৰ গা-ধন লয়, এজনৰ অবৰ্তমানত আনজনে লয়॥১১॥ (ইয়াৰ বাহিৰেও) আন দ্বিতীয় প্ৰকাৰ গা-ধন ছোৱালীয়ে পাব॥১২॥

সকলোৱে (বৰৰ বাহিৰে অন্যান্য বন্ধু-বান্ধৱে) প্ৰীতিৰে দিয়া দান নিষিদ্ধ নহয়॥১৩॥ বিবাহ-বিধিৰ ইয়াতে অন্ত পৰিল।

(ছোৱালীৰ প্ৰাপ্য) **স্ত্ৰীধন** দুই প্ৰকাৰ—(১) বৃত্তি (অৰ্থাৎ ভৰণ-পোষণৰ অৰ্থে দিয়া মাটি-বাৰী, টকা-পইচা) আৰু (২) **আবন্ধ্য** (অৰ্থাৎ অলঙ্কাৰ-পাতি)॥১৪॥ বৃত্তিৰূপ স্ত্ৰীধন দুহেজাৰ (পণ) পৰ্যন্ত হ'ব পাৰে; আবন্ধ্যৰূপ স্ত্ৰীধনৰ কোনো নিৰ্দিষ্ট পৰিমাণ নাই॥১৫॥

যদি কোনো তিৰোতাই সেই স্ত্ৰীধন পুতেক-বোৱাৰীয়েকৰ ভৰণ-পোষণৰ অৰ্থে খৰচ কৰে, অথবা (স্বামী) প্ৰৱাসত থকা কাৰণে ভৰণ-পোষণৰ ব্যৱস্থা নথকাত নিজে ভোগ (খৰচ) কৰে, তেনেহ'লে সেই তিৰোতাৰ একো দোষ নহয়; বিপদ-বিঘিনি, বেমাৰ-আজাৰ আৰু দুৰ্ভিক্ষৰ প্ৰতিকাৰকল্পে বা ধৰ্মকাৰ্যত স্বামীয়ে খৰচ কৰিলে তেওঁৰো কোনো দোষ নহয়; দুটা সন্তান জন্ম হ'লে পতি আৰু পত্নী উভয়ে মিলি খৰচ কৰিলেও কোনো দোষ নহয়॥১৬॥ (ব্ৰাহ্ম আদি চাৰি প্ৰকাৰ) ধৰ্মানুকূল বিবাহৰ ক্ষেত্ৰত সেই ধন (স্বামীয়ে) তিনি বছৰ খৰচ কৰাৰ পাছত (তিৰোতাই) কোনো আপত্তি কৰিব নোৱাৰে॥১৭॥ গান্ধৰ্ব আৰু আসুৰ বিবাহৰ ক্ষেত্ৰত খৰচ কৰিলে (স্বামীয়ে) সুতেৰে সৈতে সেই ধন ওভোতাই দিব লাগিব আৰু ৰাক্ষস আৰু পৈশাচ বিবাহৰ ক্ষেত্ৰত, ধন খৰচ কৰিলে চুৰি-অপৰাধত দণ্ডিত হ'ব॥১৮॥

স্বামীৰ মৃত্যু হ'লে, ধাৰ্মিক জীৱন যাপন কৰিব খোজা স্ত্ৰীয়ে তেতিয়াই বৃত্তি আৰু অলঙ্কাৰৰ অধিকাৰিণী হোৱাৰ উপৰিও অৱশিষ্ট গা-ধনো লাভ কৰিব॥১৯॥ এইবোৰ গ্ৰহণ কৰি যদি সেই তিৰোতাই আকৌ পতি বৰণ কৰে, তেনেহ'লে সুতেৰে সৈতে সেই দুয়োবিধ ধন ওভোতাই দিব লাগিব॥২০॥ যদি সেই বিধবা তিৰোতাই সন্তানাৰ্থিনী হৈ পুনৰ বিয়াত

সোমায়, তেতিয়া বিয়াৰ সময়ত শহুৰেক আৰু (আগৰ) স্বামীয়ে দিয়া ধন লাভ কৰিব পাৰিব॥২১॥ পুনৰ বিবাহৰ কাল আমি 'দীৰ্ঘকালীন প্ৰবাস' প্ৰকৰণত (৩।৪।৩৭-৪২) ব্যাখ্যা কৰিম॥২২॥ শহুৰেকৰ ইচ্ছাৰ বিৰুদ্ধে যদি বিধবাই পুনৰ পতি গ্ৰহণ কৰে, তেনেহ'লে শহুৰেক আৰু (আগৰ) স্বামীয়ে দিয়া ধনৰপৰা বঞ্চিত হ'ব॥২৩॥

যদি নিজৰ জ্ঞাতিৰ হাতৰপৰা বিধবাক বলপূৰ্বক লৈ যোৱা হয়, তেনেহ'লে (নতুন বিবাহৰ সম্পৰ্কত হোৱা) জ্ঞাতিসকলে সেই তিৰোতাই শহুৰেক আৰু (আগৰ) স্বামীৰপৰা পোৱা ধন ফিৰাই দিব॥২৪॥ যদি বিধবাই ন্যায়সঙ্গতভাৱে পুনৰ পতি বৰণ কৰে, সেই পতিয়ে তেওঁৰ ধন ৰক্ষা কৰিব॥২৫॥

দ্বিতীয় বাৰ পতি গ্ৰহণকাৰিণী বিধবা (আগৰ) স্বামীয়ে দিয়া সম্পত্তিৰপৰা বঞ্চিত হ'ব॥২৬॥ ধাৰ্মিক জীৱন যাপন কৰিবলৈ ইচ্ছা কৰা বিধবাই (মৃত) স্বামীৰ সম্পত্তি ভোগ কৰিব পাৰিব॥২৭॥ পুতেক থকা বিধবাই যদি আকৌ বিয়াত সোমায়, তেওঁ স্ত্ৰীধনৰপৰা বঞ্চিত হ'ব॥২৮॥ সেই স্ত্ৰীধন পুতকহ'তে পাব॥২৯॥ পুতেকহ'তৰ ভৰণ-পোষণৰ কাৰণে যদি বিধবাই বিয়াত সোমায়, তেনেহ'লে পুতেকসকলৰ কাৰণে তেওঁ স্ত্ৰীধনৰ বৃদ্ধি সাধন কৰিব লাগিব॥৩০॥

যি তিৰোতা বহুসংখ্যক স্বামীৰ দ্বাৰা বহু পুত্ৰৰ জননী, তেওঁ সেই সেই স্বামীয়ে দিয়া স্ত্ৰীধন সেই সেই স্বামীৰ পুত্ৰৰ কাৰণে সংৰক্ষিত কৰিব লাগিব॥৩১॥

পুনৰ্বিবাহিতা বিধবাই নিজৰ ইচ্ছা অনুসৰি খৰচ কৰিবলৈ পোৱা স্ত্ৰীধনো পুতেকহ'তৰ নামত দিব লাগিব॥৩২॥

যদি পুত্ৰহীনা বিধবাই স্বামীৰ অনুগতা হৈ তেওঁৰ শয্যা ৰক্ষা কৰে (অৰ্থাৎ পত্যন্তৰ গ্ৰহণ নকৰে) তেওঁ মৃত্যু-কাল পৰ্যন্ত গুৰুজনৰ ওচৰত থাকি স্ত্ৰীধন ভোগ কৰিব পাৰিব॥৩৩॥ কাৰণ আপদৰ সময়ত ব্যৱহাৰ কৰাৰ কাৰণেই স্ত্ৰীধন॥৩৪॥ বিধবাৰ মৃত্যুৰ পিছত তেওঁৰ স্ত্ৰীধন (আন) উত্তৰাধিকাৰীৰ হাতলৈ যাব॥৩৫॥

স্বামী জীয়াই থাকোঁতে যি তিৰোতাৰ মৃত্যু হয়, তেওঁৰ স্ত্ৰীধন পুতেক-জীয়েকহ'তে ভাগ কৰি ল'ব; পুতেক নাথাকিলে জীয়েকহ'তে ভাগ কৰি ল'ব; জীয়েকো নাথাকিলে স্বামীয়ে পাব॥৩৬॥ গা-ধন, বিয়াৰ পিছত পোৱা ধন আৰু আত্মীয় স্বজনে দিয়া আন বয়-বস্তুবোৰ আত্মীয়-স্বজনসকলে পাব॥৩৭॥

স্ত্ৰীধন-সম্পৰ্কীয় বিধান ইয়াতে শেষ হ'ল।

তিৰোতাই যদি সন্তান প্ৰসৱ নকৰে, পুত্ৰহীনা হয় অথবা বন্ধ্যা হয়, স্বামীয়ে আঠ বছৰ কাল অপেক্ষা কৰিব; মৃতবৎসা হ'লে দহ বছৰ অপেক্ষা কৰিব, আৰু কেৱল কন্যা সন্তান জন্ম দি থাকিলে বাৰ বছৰ অপেক্ষা কৰিব॥৩৮॥ তাৰ পিছত যদি তেওঁ পুত্ৰ কামনা কৰে, দ্বিতীয় বাব বিয়া কৰাব পাৰে॥৩৯॥ এই নিয়মৰ ব্যতিক্ৰম কৰিলে (অৰ্থাৎ নিৰ্দিষ্ট সময়ৰ আগেয়ে দাৰ পৰিগ্ৰহ কৰিলে) তেওঁ গা-ধন, স্ত্ৰীধন আৰু ইয়াৰ আধা মূল্য নতুনকৈ বিয়া কৰোৱাৰ ক্ষতিপূৰণ হিছাপে দিব লাগিব আৰু চৌবিশ পণ পৰ্যন্ত দণ্ড ভৰিব॥৪০॥

আগৰ পত্নীক তেওঁৰ গা-ধন আৰু স্ত্ৰীধন দি (আৰু) যদি গা-ধন আৰু স্ত্ৰীধন নাথাকে সেই পৰিমাণৰ পুনৰ্বিবাহৰ ক্ষতিপূৰণ দি আৰু যথাযোগ্য ভৰণ-পোষণৰ ব্যৱস্থা কৰি স্বামীয়ে কেবাজনী তিৰোতাও বিয়া কৰাব পাৰে॥৪১॥ কাৰণ পুত্ৰ জন্ম দিয়াৰ কাৰণেই তিৰোতাৰ প্ৰয়োজন॥৪২॥

পত্নীসকল একে সময়তে ঋতুমতী হ'লে বিয়াৰ কাল অনুসৰি আগেয়ে বিবাহিতা পত্নীত অথবা পুত্ৰ জীৱিত থকা পত্নীত প্ৰথমে উপগত হ'ব॥৪৩॥

ঋতু গোপন কৰিলে অথবা ঋতুকালত উপস্থিত নহ'লে ছিয়ানব্বৈ পণ দণ্ড ভৰিব লাগিব॥৪৪॥

যি তিৰোতা পুত্ৰৱতী (একাধিক পুত্ৰৰ জননী) ধৰ্মাৰ্থিনী, বন্ধ্যা, মৃতবৎসা বা যাৰ ঋতু বন্ধ হৈছে তেনে তিৰোতাই নিজে ইচ্ছা নকৰিলে স্বামী তেওঁৰ লগত উপগত নহ'ব॥৪৫॥ ইচ্ছা নাথাকিলে পুৰুষ কুষ্ঠৰোগগ্ৰস্তা বা উন্মত্তা পত্নীত উপগত নহ'ব পাৰে॥৪৬॥ তিৰোতাই হ'লে পুত্ৰৰ অৰ্থে এনেকুৱা (অৰ্থাৎ কুষ্ঠৰোগী বা উন্মত্ত) স্বামীৰ লগতো সঙ্গম কৰিব পাৰে॥৪৭॥

> যি পুৰুষ নীচ-চৰিত্ৰ, বিদেশবাসী, ৰাজ-অপৰাধত অভিযুক্ত, পত্নীৰ জীৱন-বিপন্নকাৰী, পতিত অথবা জনন-শক্তিহীন তেনে পুৰুষক পত্নীয়ে ত্যাগ কৰিব পাৰে॥৪৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'বিবাহ সম্পৰ্কীয়' প্ৰকৰণৰ অন্তৰ্গত "বিবাহৰিধি, স্ত্ৰীধন-ব্যৱস্থা আৰু আধিবেদনিক" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ৫৯তম) অধ্যায় সমাপ্ত।

# তৃতীয় অধ্যায়

## ৫৯তম প্ৰকৰণ : বিবাহ-সম্পৰ্কীয়

**(৪) শুশ্ৰূষা (বৈবাহিক কৰ্তব্য); (৫) ভৰ্ম (ভৰণ-পোষণ); (৬) পাৰুষ্য**
**(৭) দ্বেষ; (৮) অতিচাৰ (অসদাচৰণ); (৯) উপকাৰ আৰু ব্যৱহাৰৰ নিষেধ**

তিৰোতাৰ বয়স বাৰ বছৰ হ'লে আৰু পুৰুষৰ ষোল বছৰ হ'লে সাবালক বুলি গণ্য হয়॥১॥ যদি উক্ত বয়স হোৱাৰ পিছত বৈবাহিক কৰ্তব্য পালন নকৰে তেতিয়া তিৰোতাৰ বাৰ পণ আৰু পুৰুষৰ তাৰ দুগুণ দণ্ড হ'ব॥২॥ শুশ্ৰূষা-নিৰূপণ ইয়াতে শেষ হ'ল।

যদি তিৰোতাক ভৰণ-পোষণ দিয়াৰ নিৰ্ধাৰিত সময় বান্ধি দিয়া নাথাকে, তেনেহ'লে (স্বামীয়ে) তিৰোতাক পোষ্য পৰিয়ালৰ জোখাই ভাত-কাপোৰৰ যোগাৰ দিব, অথবা তাতোকৈ বেছি বিশেষ যোগাৰ দিব॥৩॥ আৰু যদি ভৰণ-পোষণ দিয়াৰ বন্ধা সময় থাকে, তেওঁ হিছাপ কৰি কিস্তিমতে ভাত-কাপোৰৰ খৰচ দিব॥৪॥ গাধন, স্ত্ৰীধন আৰু আধিবেদনিক ধন (পুনৰ বিয়া কৰোঁতা স্বামীয়ে ক্ষতিপূৰণ হিছাপে দিয়া ধন) নোপোৱা তিৰোতাৰ ক্ষেত্ৰতো এই নিয়ম খাটিব॥৫॥

যি তিৰোতা শহুৰেকৰ ঘৰত থাকে বা স্বামীৰপৰা পৃথক হৈ যায়, তেওঁ স্বামীৰ বিৰুদ্ধে অভিযোগ আনিব নোৱাৰে॥৬॥

ইয়াতে ভৰ্ম (ভৰণ-পোষণ)-নিৰূপণ শেষ হ'ল।

'নষ্ট হওঁতী', 'হৰ্তাছৰী হওঁতী', 'অঙ্গহীনা', 'পিতৃহীনা', 'মাতৃহীনা' ইত্যাদি শব্দ প্ৰয়োগ নকৰি (তিৰোতাক) বিনয় শিক্ষা দিব লাগে॥৭॥ অথবা ফলা বাঁহৰ ছটা, জৰী নাইবা হাতেৰে

পিঠিত তিনিবাৰ আঘাত কৰি বিনয় শিক্ষা দিব লাগে॥৮॥ এই বিধান অতিক্ৰম কৰিলে (স্বামীৰ (ওপৰত) বাক্‌পাৰুষ্য আৰু দণ্ডপাৰুষ্য প্ৰকৰণত উক্ত (৩।১৮, ৩।১৯) দণ্ডৰ অৰ্ধ দণ্ড বিহিব লাগে॥৯॥

স্বামীৰ প্ৰতি যি তিৰোতাৰ অসৎ আচৰণ জনাজাত, সেই তিৰোতাৰ ক্ষেত্ৰতো এই একেই (শাস্তিৰ) বিধান হ'ব॥১০॥ (স্বামীৰ প্ৰতি) ঈৰ্ষাবশতঃ ঘৰৰ বাহিৰত বিহাৰ কৰাৰ ক্ষেত্ৰত তিৰোতাক যথানিৰ্দিষ্ট (৩।৪।১—২৩) শাস্তি বিহিব॥১১॥ পাৰুষ্যৰ ব্যাখ্যা ইয়াতে শেষ হ'ল।

যি তিৰোতাই স্বামীৰ প্ৰতি বিদ্বেষপৰায়ণা হৈ সাতোটা ঋতুকাল পৰ্যন্ত নিজক সজ্জিতা নকৰে (অৰ্থাৎ পতিৰ লগত সহবাস নকৰে) তেওঁ তৎক্ষণাৎ তেওঁৰ বৃত্তি আৰু অলঙ্কাৰ (স্বামীৰ ওচৰত) সমৰ্পণ কৰি (স্বামীক) আন তিৰোতাৰ লগত শয়ন কৰাৰ সম্মতি দিব লাগিব॥১২॥

তিৰোতাক বেয়া পোৱা স্বামীয়ে তেওঁক কোনো সন্ন্যাসিনী, অভিভাবক বা আত্মীয়-স্বজনৰ ওচৰত অকলশৰে থাকিবলৈ সম্মতি দিব লাগিব॥১৩॥

(পত্নীৰ প্ৰতি বিদ্বেষৰ) চিন স্পষ্ট দেখা গ'লে, (পৰস্ত্ৰী) সম্ভোগ অস্বীকাৰ কৰিলে অথবা গোপন দূতীৰ যোগেদি কোনো সবৰ্ণা স্ত্ৰীৰ ওচৰ চাপিও মিছা মাতিলে সেই পুৰুষে বাৰ পণ দণ্ড দিব লাগিব॥১৪॥

স্বামীয়ে ইচ্ছা নকৰিলে, তেওঁক ভাল নোপোৱা পত্নীয়ে বিবাহ-বিচ্ছেদ কৰিব নোৱাৰিব; সেইদৰে পত্নীৰ ইচ্ছা নাথাকিলে তেওঁক ভাল নোপোৱা স্বামীয়েও বিবাহ-বিচ্ছেদ কৰিব নোৱাৰিব॥১৫॥ (কেৱল) পৰস্পৰৰ পৰস্পৰৰ প্ৰতি বিদ্বেষ থাকিলেহে বিবাহ-বিচ্ছেদ হ'ব পাৰিব॥১৬॥ অথবা, তিৰোতাৰ অসদাচৰণৰ কাৰণে যদি স্বামীয়ে বিবাহ-বিচ্ছেদ ইচ্ছা কৰে, তেওঁ তেওঁৰপৰা লোৱা সকলো ধন-বস্তু তেওঁক ফিৰাই দিব॥১৭॥ আৰু পুৰুষৰ অসদাচৰণৰ কাৰণে যদি তিৰোতাই বিববাহ-বিচ্ছেদ ইচ্ছা কৰে, তেতিয়া তিৰোতাক তেওঁৰপৰা লোৱা ধন-বস্তু ফিৰাই দিব নালাগে॥১৮॥* ব্ৰাহ্ম আদি ধৰ্ম-বিবাহৰ বিচ্ছেদ হ'ব নোৱাৰে॥১৯॥ ইয়াতে (স্বামী-স্ত্ৰীৰ মাজৰ) দ্বেষৰ কথা শেষ হ'ল।

স্বামীৰ নিষেধ সত্ত্বেও যদি তিৰোতাই (আনৰ লগত) সদৰ্পে সুৰাপান-উৎসৱত আসক্ত হয়, তেওঁক তিনি পণ দণ্ড বিধান কৰিব॥২০॥ (স্বামীৰ নিষেধ নামানি) যদি দিনত তিৰোতাই তিৰোতাৰ দ্বাৰা প্ৰদৰ্শিত অভিনয় আদি চাবলৈ যায় বা তিৰোতাৰ লগত (উদ্যান আদিত) বিহাৰ কৰিবলৈ যায় তেওঁ ছয় পণ দণ্ড দিব লাগিব; পুৰুষৰ দ্বাৰা প্ৰযোজিত অভিনয় চাবলৈ গ'লে বা পুৰুষৰ লগত বিহাৰ কৰিবলৈ গ'লে বাৰ পণ দণ্ড দিব লাগিব॥২১॥ ৰাতি গ'লে এই দণ্ড দুগুণ হ'ব॥২২॥

স্বামী শুই থকা বা মতলীয়া হৈ থকা অৱস্থাত যদি ঘৰ এৰি যায়, স্বামীক ঘৰৰ দুৱাৰ মেলি নিদিয়ে, তেতিয়া সেই তিৰোতাই বাৰ পণ দণ্ড দিব লাগিব॥২৩॥ ৰাতি ঘৰৰপৰা ওলাই গ'লে ইয়াৰ দুগুণ দণ্ড দিব লাগিব॥২৪॥

---

* মূলৰ আগৰ বাক্যৰ 'অস্যৈ দদ্যাৎ' আৰু পিছৰ বাক্যৰ 'নাস্যৈ দদ্যাৎ' দুয়োটাৰে পৰস্পৰ স্থান পৰিবৰ্তন কৰিলে অৰ্থটো বোধ হয় যুক্তিসংগত হয়; তেতিয়া অসদাচৰণকাৰী তিৰোতা সম্পত্তিৰপৰা বঞ্চিত হোৱা অৰ্থ প্ৰকাশ পাব।

যদি কোনো পুৰুষ আৰু তিৰোতাই কাম-সম্ভোগাৰ্থে শৰীৰৰ অংগ সঞ্চালন কৰে বা গোপনে অশ্লীল কথা পাতে, তেতিয়া সেই তিৰোতাই চৌবিশ পণ আৰু পুৰুষে তাৰ দুগুণ দণ্ড দিব লাগিব॥২৫॥

চুলি, ক'কালৰ কাপোৰৰ গাঁঠি, দাঁত আৰু নখ স্পৰ্শ কৰিলে তিৰোতাৰ ক্ষেত্ৰত প্ৰথম সাহস-দণ্ড আৰু পুৰুষৰ তাৰ দুগুণ দণ্ড হ'ব॥২৬॥

যদি কোনো পুৰুষ আৰু তিৰোতাই সন্দেহজনক ঠাইত কথা-বতৰা হয়, পণ-দণ্ডৰ সলনি বেতৰ আঘাতৰ দ্বাৰা দণ্ড বিহিব॥২৭॥ এজন চণ্ডালে গাওঁৰ মাজত (অপৰাধী) তিৰোতাক পিঠিত পাঁচোটা বেতৰ কোব দিব॥২৮॥ প্ৰত্যেক কোবৰ সলনি একোপণকৈ দিও তিৰোতাই মুক্তি পাব পাৰে॥২৯॥ ইয়াতে অতিচাৰ (অসদাচৰণ) বোলা বিষয়টো শেষ হ'ল।

কোনো পুৰুষ আৰু স্ত্ৰীয়ে, বাধা দিয়া সত্ত্বেও যদি পৰস্পৰে পৰস্পৰক সৰু-সুৰা বস্তু দান কৰে, তেতিয়া তিৰোতাজনীয়ে বাৰ পণ দণ্ড ভৰিব, ডাঙৰ বস্তু দিলে চৌবিশ পণ দণ্ড ভৰিব আৰু যদি নগদ টকা আৰু সোণ (সোণৰ অলঙ্কাৰ আদি) দান কৰে চৌৱন পণ দণ্ড ভৰিব; পুৰুষৰ ক্ষেত্ৰত এই দণ্ড দুগুণ হ'ব॥৩০॥ (ভায়েক-ভনীয়েক আদিৰ দৰে) পৰস্পৰ অগম্য পুৰুষ-তিৰোতাৰ ক্ষেত্ৰত আৰু পুৰুষৰ লগত নিষিদ্ধ-আচৰণ কৰা তিৰোতাৰ ক্ষেত্ৰত ইয়াৰ আধা দণ্ড হ'ব॥৩১॥ ইয়াতে উপকাৰ আৰু ব্যৱহাৰৰ নিষেধ নামে বিষয়টো শেষ হ'ল।

> ৰাজবিদ্বেষ, অসদাচৰণ আৰু (স্বামীৰ ওচৰৰপৰা) স্ব-ইচ্ছাই আঁতৰি
> যোৱা কাৰণে তিৰোতাই স্ত্ৰীধন আৰু পিতৃ-গৃহৰপৰা অনা গা-ধনৰ ওপৰত
> স্বামিত্ব হেৰুৱাব॥৩২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'বিবাহ-সম্পৰ্কীয়' প্ৰকৰণৰ অন্তৰ্গত "শুশ্ৰূষা, ভৰ্ম (ভৰণ-পোষণ), পাৰুষ্য, দ্বেষ, অতিচাৰ (অসদাচৰণ) আৰু উপকাৰ আৰু ব্যৱহাৰৰ নিষেধ" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ৬০তম) অধ্যায় সমাপ্ত।

# চতুৰ্থ অধ্যায়

## ৫৯তম প্ৰকৰণ : বিবাহ-সম্পৰ্কীয়

### (১০) গৃহত্যাগ; (১১) পুৰুষৰ লগত গমন; (১২) হ্ৰস্বদিনীয়া প্ৰবাস; (১৩) দীৰ্ঘকালীন প্ৰবাস

স্বামীৰ ঘৰৰপৰা গুচি যোৱা তিৰোতাই ছয় পণ দণ্ড দিব; (স্বামীৰ) দুৰ্ব্যৱহাৰৰ কাৰণে গ'লে এই দণ্ড দিব নালাগে॥১॥ বাধা কৰা সত্ত্বেও গুচি গ'লে বাৰ পণ দণ্ড ভৰিব॥২॥

স্বামীৰ ঘৰৰপৰা ওলাই গৈ চুবুৰীয়াৰ ঘৰত সোমালে ছয় পণ দণ্ড দিব॥৩॥ যদি চুবুৰীয়া লোক, সন্ন্যাসী বা বেপাৰীয়ে (ক্ৰমে) তেওঁক আশ্ৰয়-স্থান, খাদ্য আৰু পণ্য-বস্তু দিয়ে বাৰ পণ দণ্ড হ'ব॥৪॥ বাধা নুশুনি গ'লে প্ৰথম সাহস-দণ্ড বিহিব॥৫॥

অপৰিচিত লোকৰ ঘৰলৈ গ'লে চৌবিশ পণ দণ্ড হ'ব॥২৬॥ যদি কোনো অপৰিচিত লোকে লোকৰ তিৰোতাক আশ্ৰয় দিয়ে তেওঁ এশ পণ দণ্ড ভৰিব; অৱশ্যে বিপদত আশ্ৰয় দিলে দণ্ডনীয় নহ'ব॥৭॥ যদি তেওঁ নিষেধ কৰা সত্ত্বেও প্ৰৱেশ কৰে বা তেওঁ সেই তিৰোতা অহা বুলি গম নাপায়, তেতিয়া তেওঁ নিৰ্দোষ॥৮॥

'আচাৰ্যসকলে কয় যে গিৰিয়েকৰ দুৰ্ব্যৱহাৰৰ কাৰণে কোনো তিৰোতা নিজ স্বামীৰ জ্ঞাতি, সুখাৱস্থ (তিৰোতাৰ সুখ-সুবিধাৰ দায়িত্ব গ্ৰহণকাৰী লোক), গাৱঁৰ অধিপতি, অভিভাৱক, সন্ন্যাসিনী অথবা পুৰুষ লোক নথকা নিজৰ জ্ঞাতিৰ ঘৰলৈ যোৱাটো দুষণীয় নহয়॥৯॥

কৌটিল্যাই কয় যে তিৰোতাই (স্বামীৰ দুৰ্ব্যৱহাৰৰ কাৰণে) পুৰুষ লোক থকা নিজৰ জ্ঞাতিৰ ঘৰলৈ যোৱাটোও দোষৰ কথা নহয়॥১০॥ কিয়নো পতিব্ৰতা নাৰীয়ে ছলনা কি তাক নাজানে॥১১॥ এই কথা সহজে বুজিব পাৰি॥১২॥

মৰণ-কাল, বেমাৰ, বিপদ বা প্ৰসৱৰ সময়ত তিৰোতা জ্ঞাতিৰ ঘৰলৈ যোৱাটো নিষিদ্ধ নহয়॥ ১৩॥ কোনো গিৰিয়েকে তেনে অৱস্থাত তিৰোতাক যোৱাত বাধা দিলে বাৰ পণ দণ্ড দিব লাগিব॥১৪॥ এনেকুৱা সময়তো যদি তিৰোতাই (জ্ঞাতিৰ ঘৰত) আত্মগোপন কৰে, তেওঁ স্ত্ৰীধনৰপৰা বঞ্চিত হ'ব, অথবা (পিতৃ-মাতৃ আদি) আত্মীয়সকলে যদি তেওঁক লুকুৱাই ৰাখে, তেওঁলোক অৱশিষ্ট গা-ধনৰপৰা বঞ্চিত হ'ব॥১৫॥

তিৰোতাৰ (স্বামী-) গৃহত্যাগ (বিষয়টো) ইয়াতে শেষ হ'ল।

তিৰোতাই গিৰিয়েকৰ ঘৰ এৰি আন গাৱঁলৈ গুচি গ'লে বাৰ পণ দণ্ড দিব লাগিব আৰু তাৰ উপৰিও বৃত্তি আৰু অলঙ্কাৰৰপৰাও বঞ্চিত হ'ব॥১৬॥ অথবা, যদি কোনো গম্য (যাৰ লগত সহবাস নিষিদ্ধ নহয়) পুৰুষৰ লগত যায় চৌবিশ পণ দণ্ড দিব লাগিব আৰু আন সকলো স্বত্ব হেৰুৱাব; কেৱল ভৰণ-পোষণ আৰু ঋতু-কালত গমনৰ স্বত্ব থাকিব॥১৭॥ (যিজন পুৰুষৰ লগত যায়) তেওঁ যদি উচ্চ বা সমান বৰ্ণৰ হয়, তেওঁৰ প্ৰথম সাহস-দণ্ড হ'ব॥১৮॥ তেজৰ সম্পৰ্ক থকা আত্মীয় দণ্ডনীয় নহ'ব॥১৯॥ (যদি তেজৰ সম্পৰ্ক থকা আত্মীয়য়ো) নিষেধ কৰা সত্ত্বেও লগত লৈ যায়, তেওঁৰ দণ্ড (ইয়াৰ) আধা হ'ব॥২০॥

যাওঁতে মাজবাটতে কোনো গোপন স্থানলৈ গ'লে অথবা কামনা চৰিতাৰ্থ কৰাৰ অভিপ্ৰায়ে কোনো সন্দেহজনক বা নিষিদ্ধ লোকৰ লগত গ'লে, সি ব্যভিচাৰ বুলি গণ্য হ'ব॥২১॥

নট, চাৰণ, মাছমৰীয়া, চিকাৰী, গুৱাল, শুঁড়ী আৰু তিৰোতাক মুকলিমূৰীয়া হৈ ফুৰিব দিয়া আন লোকৰ তিৰোতাই বাটত আন পুৰুষৰ লগ লোৱাটো দুষণীয় নহয়॥২২॥ অথবা নিষেধ কৰা সত্ত্বেও যদি (এই শ্ৰেণীৰ) পুৰুষে তিৰোতাক লগত লৈ যায় বা তিৰোতাই পুৰুষৰ লগত যায়, দণ্ডৰ মাত্ৰা (পূৰ্বোক্ত দণ্ডৰ) আধা হ'ব॥২৩॥

পুৰুষৰ লগত যোৱা (বিষয়টো) ইয়াতে শেষ হ'ল।

শূদ্ৰ, বৈশ্য, ক্ষত্ৰিয় আৰু ব্ৰাহ্মণ যদি অলপ দিনৰ কাৰণে বিদেশলৈ যায়, তেওঁলোকৰ সতি-সন্তান নথকা তিৰোতাসকলে ক্ৰমে এবছৰ, দুবছৰ, তিনি বছৰ আৰু চাৰি বছৰ অপেক্ষা কৰিব; আৰু যদি ল'ৰা-ছোৱালীৰ মাক হৈছে, তেনেহ'লে ক্ৰমে দুবছৰ, তিনি বছৰ, চাৰি বছৰ আৰু পাঁচ বছৰ অপেক্ষা কৰিব॥২৪॥ যাৰ (স্বামীয়ে) ভৰণ-পোষণৰ ব্যৱস্থা কৰি গৈছে, তেওঁ উক্ত সময়ৰ দুগুণ অপেক্ষা কৰিব॥২৫॥ যাৰ ভৰণ-পোষণৰ ব্যৱস্থা কৰা হোৱা নাই, তেওঁক সুখাৱস্থাই (নিৰ্দিষ্ট কাললৈকে) ভৰণ-পোষণ দিব তাৰ পিছত চাৰি বছৰ বা আঠ বছৰ আত্মীয়-স্বজনে পুহিব॥২৬॥ তাৰ পিছত দিয়া সম্পত্তি ঘূৰাই লৈ তেওঁক (পুনৰ বিয়াত সোমাবলৈ) এৰি দিব॥২৭॥

অধ্যয়নৰ কাৰণে বিদেশলৈ যোৱা ব্ৰাহ্মণৰ ক্ষেত্ৰত তেওঁৰ সন্তান নোহোৱা পত্নীয়ে দহ বছৰ কাল আপক্ষা কৰিব; আৰু যদি সন্তান থাকে, বাৰ বছৰ অপেক্ষা কৰিব; ৰাজ-কৰ্মচাৰী হ'লে, তেওঁৰ পত্নীয়ে মৃত্যুকাললৈকে অপেক্ষা কৰিব॥২৮॥ এনে অৱস্থাত যদি সেই স্ত্ৰীৰ সবৰ্ণ পুৰুষৰ যোগেদি সন্তান জন্ম হয় তেওঁ নিন্দনীয় নহ'ব॥২৯॥

অথবা, যদি পৰিয়ালৰ সম্পদ নাইকিয়া হয়, সুখাৱস্থই দায়িত্ব এৰি দিয়ে, নাইবা জীৱিকাৰ কাৰণে বিপদগ্ৰস্ত হয় সেই তিৰোতাই পুনৰ বিয়া কৰাব পাৰে॥৩০॥

ব্ৰাহ্মাদি ধৰ্মবিবাহমতে পৰিণীতা পত্নীয়ে তেওঁক নোকোৱাকৈ বিদেশলৈ যোৱা স্বামীৰ কোনো বাতৰি নাপালে তেওঁৰ কাৰণে সাতোটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব আৰু বাতৰি পালে এবছৰ কাল অপেক্ষা কৰিব॥৩১॥ কৈ গ'লে, বাতৰি নাপালে পাঁচোটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব আৰু বাতৰি পাই থাকিলে দহোটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব॥৩২॥ যদি গা-ধনৰ কিছু অংশ মাত্ৰ দি গিৰিয়েক বিদেশলৈ গৈছে, তেতিয়া তেওঁৰ কোনো বাতৰি নাপালে ঘৈণীয়েকে তিনিটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব, আৰু বাতৰি পাই থাকিলে সাতোটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব॥৩৩॥ যদি তেওঁ গা-ধন (সকলোখিনি) দি যায়, তেতিয়া তেওঁৰ বাতৰি নাপালে পাঁচোটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব আৰু বাতৰি পাই থাকিলে দহোটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব॥৩৪॥ এই সময় পাৰ হৈ গ'লে ধৰ্মস্থৰ (বিচাৰকৰ) অনুমতিক্ৰমে নিজ ইচ্ছামতে বিয়া কৰাব॥৩৫॥ 'ঋতুকাল বিফলে যোৱাটো ধৰ্মবধৰ তুল্য'— এয়ে কৌটিল্যৰ মত॥৩৬॥

কৰ্মাদিনীয়া প্ৰবাস (-সম্পৰ্কীয় বিষয়টো) ইয়াতে শেষ হ'ল।

দীৰ্ঘকালৰ কাৰণে বিদেশলৈ যোৱা, সন্ন্যাস গ্ৰহণ কৰা বা মৃত লোকৰ পত্নীয়ে সাতোটা ঋতুকাল পৰ্যন্ত অপেক্ষা কৰিব আৰু তেওঁৰ সন্তান থাকিলে তেওঁ এবছৰ কাল অপেক্ষা কৰিব॥৩৭॥ উক্ত সময় উকলি গ'লে, তেওঁ পতিৰ কোনো সহোদৰ ভায়েকক বিয়া কৰাব॥৩৮॥ পতিৰ কেবাজনো ভায়েক থাকিলে, যিজন ভায়েক গিৰিয়েকৰ ঠিক পাছতে ওপজা, ধাৰ্মিক, ভৰণ-পোষণ দিবলৈ সমৰ্থ অথবা যিজন কনিষ্ঠ আৰু অবিবাহিত তেওঁক বিয়া কৰাব॥৩৯॥ পতিৰ সহোদৰ ভাই নাথাকিলে, অসহোদৰ (বিমাতাৰ পুত্ৰ) ভায়েক, পতিৰ সপিণ্ড কোনো পুৰুষ বা সপিণ্ডৰ ওচৰাউচৰি পতিকুলৰ কোনো লোকক বিয়া কৰাব পাৰে॥৪০॥ এওঁলোকৰ মাজত উক্ত ক্ৰমমতে (এজনক) বিয়া কৰাব॥৪১॥

> স্বামীৰ এই স্বজ্ঞাতিসকলক এৰি আন কাৰোবাক বিয়া কৰালে বা কোনো উপপতি ভজিলে, সেই উপপতি, সেইজনী তিৰোতা, তিৰোতা যোগনীয়া লোক আৰু তেওঁক বিয়া কৰোৱা পুৰুষ—আটাইৰে কাৰণে 'ব্যভিচাৰ'ৰ কাৰণে বিহিত শাস্তি (৪।১২।৩৩ চাওক) হ'ব॥৪২॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'বিবাহ-সম্পৰ্কীয়' নামৰ প্ৰকৰণৰ অন্তৰ্গত "গৃহত্যাগ, পুৰুষৰ লগত গমন, কৰ্মাদিনীয়া প্ৰবাস আৰু দীৰ্ঘকালীন প্ৰৱাস" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ৬১তম) অধ্যায় সমাপ্ত।**

# পঞ্চম অধ্যায়

## ৬০তম প্ৰকৰণ : দায়বিভাগ (উত্তৰাধিকাৰসূত্ৰে সম্পত্তি-বিভাগ)

### (১) দায়ক্ৰম (উত্তৰাধিকাৰিত্বৰ ক্ৰম)

পিতৃ-মাতৃ জীৱিত থকা, পিতৃমান পুত্ৰৰ (পিতৃৰ) সম্পত্তিৰ ওপৰত অধিকাৰ নাই॥১॥ পিতৃৰ মৃত্যুৰ পিছত পিতৃ-সম্পত্তিৰ পুতেকবিলাকৰ মাজত ভাগ হ'ব পাৰে॥২॥

স্বোপাৰ্জিত সম্পত্তি অবিভাজ্য, কিন্তু পিতৃৰ ধনেৰে উপাৰ্জিত সম্পত্তি হ'লে (পিতৃ-সম্পত্তিৰ দৰে) ভাগ কৰা হ'ব পাৰে॥৩॥

অবিভক্ত পিতৃ-সম্পত্তিৰ অংশ পুত্ৰ বা নাতি প্ৰভৃতিয়ে চাৰি পুৰুষলৈকে ভোগ কৰিব পাৰিব॥৪॥ চতুৰ্থ পুৰুষলৈকে পিণ্ড অবিচ্ছিন্ন থাকে॥৫॥ (চতুৰ্থ পুৰুষৰ পিছত) পিণ্ড বিচ্ছেদ হ'লে (পৰিয়ালৰ) সকলোৱে সম্পত্তি সমানে ভাগ কৰি ল'ব॥৬॥

যিসকলৰ পিতৃ-সম্পত্তি নাই বা যিসকলে পিতৃ-সম্পত্তি ভাগ কৰি লৈছে, তেওঁলোক যদি একান্নভুক্ত হৈ থাকে, তেনেহ'লে সম্পত্তি আকৌ ভগাই লব পাৰে॥৭॥ যাৰ যত্নত সম্পত্তি হয়, তেওঁৰ দুই অংশ প্ৰাপ্য॥৮॥

অপুত্ৰক লোকৰ (মৃত্যুৰ পিছত) সম্পত্তিৰ অংশ পাব তেওঁৰ সহোদৰ ভায়েকসকলে অথবা যিসকল তেওঁৰ লগত থাকে তেওঁলোকে আৰু ছোৱালীয়ে॥৯॥

যাৰ পুত্ৰ আছে (তেওঁৰ মৃত্যুৰ পিছত) তেওঁৰ পুত্ৰসকল তেওঁৰ সম্পত্তিৰ অধিকাৰী হ'ব অথবা (পুত্ৰ নাথাকিলে) ব্ৰাহ্মাদি ধৰ্ম-বিবাহজাতা কন্যাসকল সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব॥১০॥ এওঁলোকৰ (পুত্ৰ আৰু কন্যাৰ) অবৰ্তমানত, পিতা জীৱিত থাকিলে তেওঁ পাব॥১১॥ পিতৃৰ অভাৱত ভায়েক আৰু ভতিজাকসকলে পাব॥১২॥

সংখ্যাত কেবাজন হ'লেও পিতৃহীন ভতিজাকসকলে, (মৃতকৰ) আন ভায়েকসকলৰ লগতে পিতৃৰ অংশটোহে পাব॥১৩॥

অনেক পিতৃৰ ঔৰসজাত সহোদৰ ভাইসকল নিজ নিজ পিতৃৰ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব॥১৪॥

(যুটীয়া পৰিয়ালত মৃতকৰ) পিতা, ভাই আৰু পুত্ৰৰ মাজত আগৰজন জীৱিত থাকিলে, পিছৰজনৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে; বয়োজ্যেষ্ঠজন থাকোঁতে টকা-পইচা উপাৰ্জন কৰিলেও কনিষ্ঠজনৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে॥১৫॥

পিতৃৰ জীৱন-কালতে সম্পত্তিৰ বিভাগ হ'লে, তেওঁ কোনো এজনৰ (পুত্ৰৰ) প্ৰতি বিশেষ অনুগ্ৰহ দেখুৱাব নোৱাৰে॥১৬॥

বিনা কাৰণে কোনো এজন পুতেকক সম্পত্তিৰপৰা বঞ্চিত কৰিব নোৱাৰিব॥১৭॥

পিতৃৰ সম্পত্তি নাথাকিলে ডাঙৰজন পুতেকে চৰিত্ৰহীন ভায়েকত বাদে আন ভায়েক-হ'তক পোহপাল দিব॥১৮॥

সাবালকসকলৰ মাজতহে সম্পত্তিৰ ভাগ হ'ব॥১৯॥ ঋণ পৰিশোধৰ পিছত নাবালকৰ ভাগত যি সম্পত্তি হ'ব তাক তেওঁ সাবালক নহয় মানে মাকৰ জ্ঞাতি বা গাৱঁৰ বয়সীয়া লোকৰ হাতত গচ্ছিত ৰাখিব; বিদেশত থকা পুত্ৰৰ সম্পত্তিৰ ভাগো এইদৰে গচ্ছিত ৰাখিব॥২০॥

বিয়া-বাৰু কৰাই সংসাৰত প্ৰৱেশ কৰা ভায়েকৰ বিয়াত হোৱা খৰচৰ জোখাই অবিবাহিত ভায়েককো বিয়াৰ খৰচ দিব; ছোৱালীকো বিয়া দি উলিয়াই দিয়াৰ কাৰণে খৰচ দিব॥২১॥

ঋণ আৰু সম্পত্তিৰ সমানে ভাগ হ'ব লাগিব॥২২॥

আচাৰ্যসকলে কয়—'ষিবিলাক ডাল-দৰিদ্ৰ, তেওঁলোকে পানীৰ পাত্ৰও ভগাই ল'ব পাৰিব'॥২৩॥ কৌটিল্যাই কয়—'ই শব্দ-প্ৰয়োগৰ চাতুৰী॥২৪॥ থকা বস্তুৰহে ভাগ হ'ব পাৰে, নথকা বস্তুৰ ভাগ হ'ব নোৱাৰে'॥২৫॥

'এইখিনি অবিভক্ত মূঠ সম্পত্তি আৰু তাৰে প্ৰত্যেকৰ ভাগত ইমানখিনি পৰিছে'—এইদৰে বিশেষভাৱে উল্লেখ কৰি সাক্ষী আগত ৰাখি (বিচাৰকে) সম্পত্তি ভাগ কৰাব॥২৬॥

ভুলকৈ ভগোৱা, ইজনে সিজনৰপৰা চুৰি কৰি ৰখা, লুকাই থোৱা অথবা (ভগোৱাৰ সময়ত) গম নোপোৱা, কিন্তু পিছত ওলাই পৰা সম্পত্তিৰ পুনৰ বিভাগ হ'ব॥২৭॥

পত্নীৰ ভৰণ-পোষণৰ খৰচ আৰু প্ৰেতকাৰ্যৰ খৰচত বাদে উত্তৰাধিকাৰী নোহোৱা বাকী সম্পত্তি ৰজাই গ্ৰহণ কৰিব; বেদজ্ঞ ব্ৰাহ্মণৰ সম্পত্তি ৰজাই নিব নোৱাৰে॥২৮॥ ৰজাই (উত্তৰাধিকাৰীবিহীন) বেদজ্ঞ ব্ৰাহ্মণৰ সম্পত্তি ত্ৰিবেদজ্ঞ ব্ৰাহ্মণক দান কৰিব॥২৯॥

পতিত লোক, পতিত লোকৰ সন্তান, নপুংসক, সম্পূৰ্ণ নিৰ্বোধ, বলিয়া, অন্ধ আৰু কুষ্ঠৰোগীৰ সম্পত্তিৰ ভাগ পোৱাৰ অধিকাৰ নাই॥৩০॥ এইসকল লোকৰ (নিৰ্বোধ, বলিয়া, অন্ধ আৰু কুষ্ঠৰোগীৰ) যদি তিৰোতা থাকে, সেই তিৰোতাৰ সন্তানে, যদি তেনেকুৱা (পিতৃ-সদৃশ) নহয়, সম্পত্তিৰ ভাগ পাব॥৩১॥ আনবোৰে ভৰণ-পোষণৰ খৰচ পাব, কিন্তু পতিতে (তাকো) নাপায়॥৩২॥

> তেওঁলোক (নিৰ্বোধ প্ৰভৃতি) যদি বিয়াৰ পিছত জননশক্তিৰহিত
> হয়, বান্ধৱসকলে (তেওঁলোকৰ হৈ) পুত্ৰ উৎপাদন কৰিব আৰু সেই পুত্ৰৰ
> কাৰণে সম্পত্তিৰ ভাগৰ ব্যৱস্থা কৰিব॥৩৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'দায়বিভাগ' প্ৰকৰণৰ অন্তৰ্গত "দায়ক্ৰম" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ৬২তম) অধ্যায় সমাপ্ত।

# ষষ্ঠ অধ্যায়

## ৬০তম প্ৰকৰণ : দায়বিভাগ

### (২) অংশবিভাগ

একে মাকৰ পুতেকহ'তৰ মাজত বৰ পুতেকে (বিশেষ) অংশ পাব—ব্ৰাহ্মণ হ'লে ছাগলী, ক্ষত্ৰিয়ই ঘোঁৰা, বৈশ্যই গৰু আৰু শূদ্ৰই ভেড়া পাব॥১॥ উক্ত জন্তুবোৰৰ মাজত যিবোৰ কণা আৰু খোঁৰা সেইবোৰ যথাক্ৰমে (ব্ৰাহ্মণাদিৰ) মাজু পুতেকৰ ভাগত পৰিব আৰু পখৰাবোৰ সৰু পুতেকে পাব॥২॥ চাৰিঠেঙীয়া জন্তুৰ অভাৱত বৰপুতেকে মণি-মুকুতাৰ বাহিৰে আন বস্তুৰ এক দশমাংশ (বেছি) পাব॥৩॥ কাৰণ, ডাঙৰ পুতেক পিতৃক পিণ্ডদান দিয়া (কৰ্তব্য-ৰূপ) জৰীৰে বান্ধ খাই থাকে॥৪॥ শুক্ৰাচাৰ্যৰ মতে সম্পত্তিৰ ভাগ-বাটোৱাৰা এইদৰে হ'ব লাগে॥৫॥

পিতৃৰ নিজৰ ব্যৱহৃত বস্তুৰ ভিতৰত ঘোঁৰাৰ গাড়ী আৰু অলঙ্কাৰ ডাঙৰ পুতেকৰ ভাগত পৰিব; শয্যা, আসন আৰু ব্যৱহাৰ কৰা কাঁহৰ বাচন মাজু পুতেকৰ ভাগত পৰিব আৰু কলা

শস্য, লোৰে তৈয়াৰী বস্তু, ঘৰুৱা সা-সঁজুলি আৰু গৰুৰ গাড়ী সৰু পুতেকৰ ভাগত পৰিব॥৬॥ অৱশিষ্ট বস্তুবোৰৰ নাইবা এটা মাত্ৰ বস্তুৰো সকলোটি পুতেকৰ মাজতে সমান ভাগ হ'ব॥৭॥

(ভায়েক থাকিলে) ভনীয়েকহ'তে পিতৃ-সম্পত্তিৰ ভাগ নাপায়; (কিন্তু) তেওঁলোকে মাতৃৰ নিজৰ ব্যৱহৃত বস্তুৰপৰা ভাত খোৱা কাঁহৰ বাচন আৰু অলঙ্কাৰৰ ভাগ পাব পাৰে॥৮॥

জ্যেষ্ঠপুত্ৰ যদি পৌৰুষহীন হয় তেওঁ জ্যেষ্ঠপুত্ৰৰ (কাৰণে আচুতীয়াকৈ ৰখা) বিশেষ অংশৰ এক তৃতীয়াংশ পাব, আৰু যদি তেওঁ দুনীতিপৰায়ণ বা ধৰ্মকাৰ্যবিমুখ হয়, তেতিয়া এক চতুৰ্থাংশ পাব॥৯॥ স্বেচ্ছাচাৰী হ'লে (বিশেষ অংশ) গোটেইটো হেৰুৱাব॥১০॥

ইয়াৰ দ্বাৰা মাজু পুত্ৰ আৰু কনিষ্ঠ পুত্ৰৰ ভাগৰো ব্যাখ্যা কৰা হ'ল। এওঁলোকৰ মাজত যিজন পুৰুষত্ব-গুণসম্পন্ন, তেওঁ জ্যেষ্ঠপুত্ৰৰ প্ৰাপ্য বিশেষ অংশৰ আধা পাব॥১২॥

এজন স্বামীৰ কেবাজনীও ঘৈণীয়েক থাকিলে, তেওঁলোকৰ মাজত যদি ব্ৰাহ্মাদি সংস্কৃত বিধিৰ দ্বাৰা পৰিণীতা আৰু গান্ধৰ্বাদি অসংস্কৃত বিধিৰ দ্বাৰা পৰিণীতা নাথাকে, নাইবা অক্ষতযোনি আৰু ক্ষতযোনি অৱস্থাত পৰিণীতা নাথাকে, তেতিয়া যিজন আগতে উপজিছে, তেৱেঁ জ্যেষ্ঠ পুত্ৰ বুলি পৰিগণিত হ'ব; আকৌ একে মাকৰ পুতেকৰ ভিতৰত বা যঁজা ভাইৰ ভিতৰত যিজন আগতে উপজিছে তেৱেঁ জ্যেষ্ঠ হ'ব॥১৩॥*

সূত, মাগধ, ব্ৰাত্য আৰু ৰথকাৰসকলৰ পুত্ৰৰ ক্ষেত্ৰত যিজন আটাইতকৈ প্ৰভাৱশালী তেৱেঁ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব॥১৪॥ বাকীসকলে জীৱিকাৰ কাৰণে তেওঁৰ ওপৰতে নিৰ্ভৰ কৰিব॥১৫॥ যদি কোনো এজনো অধিক প্ৰভাৱশালী নহয়, আটায়ে সমানে ভাগ পাব॥১৬॥

কোনো ব্ৰাহ্মণৰ চাৰিও বৰ্ণৰ পত্নীৰ গৰ্ভজাত পুত্ৰ থাকিলে, ব্ৰাহ্মণীৰ পুত্ৰই চাৰি ভাগ পাব, ক্ষত্ৰিয়াৰ পুত্ৰই তিনি ভাগ, বৈশ্যাৰ পুত্ৰই দুভাগ আৰু শূদ্ৰাৰ পুত্ৰই এভাগ পাব॥১৭॥ ইয়াৰ দ্বাৰা ক্ষত্ৰিয় আৰু বৈশ্যৰো ক্ৰমে তিনি বৰ্ণ আৰু দুই বৰ্ণৰ পত্নীৰ গৰ্ভজাত পুত্ৰৰ মাজত পিতৃ-সম্পত্তিৰ বিভাজনৰ কথা বুজাই দিয়া হ'ল॥১৮॥

ব্ৰাহ্মণৰ অব্যৱহিত পিছৰ বৰ্ণৰ (ক্ষত্ৰিয়া) পত্নীৰ গৰ্ভজাত পুত্ৰই (ব্ৰাহ্মণীৰ গৰ্ভজাত পুত্ৰৰ) সমান ভাগ পাব॥১৯॥ ক্ষত্ৰিয়ৰ বৈশ্যা পত্নীৰ গৰ্ভজাত পুত্ৰই ক্ষত্ৰিয়াৰ গৰ্ভজাত পুত্ৰৰ আধা অংশ আৰু বৈশ্যৰ শূদ্ৰা পত্নীৰ গৰ্ভজাত পুত্ৰই বৈশ্যাৰ গৰ্ভজাত পুত্ৰৰ আধা অংশ পাব; অথবা, যদি পৌৰুষশালী হয় সমান অংশ পাব॥২০॥

এক স্বামীৰ এজনী সবৰ্ণা পত্নী আৰু এজনী অসবৰ্ণা পত্নীৰ মাজত যদি একেটি মাথোন পুত্ৰ থাকে, সেই পুত্ৰই সকলো সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব আৰু পোষ্য আত্মীয়বৰ্গক ভৰণ-পোষণ দিব॥২১॥

একমাত্ৰ পুত্ৰ হ'লেও ব্ৰাহ্মণৰ পাৰশৱ (শূদ্ৰা পত্নীৰ গৰ্ভজাত) পুত্ৰই সম্পত্তিৰ এক তৃতীয়াংশহে পাব; বাকী দুই অংশ পিণ্ড দান কৰাৰ কাৰণে হয় কোনো সপিণ্ড জ্ঞাতিয়ে বা (সিও নাথাকিলে) সপিণ্ডৰ ওচৰ-সম্পৰ্কীয় লোকে পাব॥২২॥ এইবিলাক কোনো নাথাকিলে, পিতৃৰ আচাৰ্য বা শিষ্যই এই দুই-তৃতীয়াংশ লাভ কৰিব॥২৩॥

---

* ব্ৰাহ্মাদি বিবাহৰ দ্বাৰা সংস্কৃতা পত্নীৰ গৰ্ভত পিছত জন্মা পুত্ৰও গান্ধৰ্বাদি বিবাহৰ ফলত হোৱা পুত্ৰতকৈ ডাঙৰ বুলি বিবেচিত হয়; সেইদৰে ক্ষতযোনি স্ত্ৰীৰ আগত জন্মা পুত্ৰতকৈ অক্ষতযোনিৰ পিছত জন্মা পুত্ৰৰ জ্যেষ্ঠত্ব স্বীকৃত হয়।

(এই সকলো উত্তৰাধিকাৰীৰ অভাৱত) কোনো মাতৃবন্ধু বা সগোত্ৰ লোকে সেই ব্ৰাহ্মণৰ পত্নীৰ গৰ্ভত নিয়োগ বিধিৰ দ্বাৰা ক্ষেত্ৰজ পুত্ৰ জন্ম দি সেই পুত্ৰক পিতৃ-সম্পত্তি দিব পাৰে॥২৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'দায়ভাগ' প্ৰকৰণৰ অন্তৰ্গত "অংশ-বিভাগ" নামৰ ষষ্ঠ (আৰম্ভণিৰপৰা ৬৩তম) অধ্যায় সমাপ্ত।

# সপ্তম অধ্যায়

## ৬০তম প্ৰকৰণ : দায়বিভাগ

### (৩) পুত্ৰবিভাগ

'লোকৰ ভাৰ্যাত আন পুৰুষে সন্তান উৎপাদন কৰিলে সেই সন্তান যাৰ ভাৰ্যা তেওঁৰ, (অৰ্থাৎ তিৰোতাজনীৰ স্বামী সেই সন্তানৰ ক্ষেত্ৰী পিতা)'—এইটো কোনো কোনো আচাৰ্যৰ মত॥১॥ আন কিছুমান আচাৰ্যই কয়—'মাতৃ হৈছে এখন ছালৰ মোনা, যাৰ বীৰ্য তেওঁৰে সন্তান'॥২॥ 'তিৰোতাৰ স্বামী আৰু বীৰ্য নিক্ষেপকাৰী পুৰুষ উভয়ে সন্তানৰ পিতা'—এইটো কৌটিল্যৰ মত॥৩॥

বিবাহিতা পত্নীত পতিয়ে নিজে জন্ম দিয়া পুত্ৰক **ঔৰস** পুত্ৰ বোলে॥৪॥ **পুত্ৰিকাপুত্ৰ**[১]ও ঔৰস পুত্ৰৰ সমান॥৫॥

সগোত্ৰ বা ভিন্নগোত্ৰ পুৰুষে পতিৰ দ্বাৰা নিযুক্ত হৈ তেওঁৰ ভাৰ্যাত যি পুত্ৰ জন্ম দিয়ে সেই পুত্ৰক **ক্ষেত্ৰজ** পুত্ৰ বোলে॥৬॥ জন্মদাতা পিতাৰ যদি আন পুত্ৰ নাই. সেই ক্ষেত্ৰজ পুত্ৰ দুয়োজন পিতাৰে পুত্ৰ, তেওঁ দুয়ো গোত্ৰৰে আৰু দুয়ো পিতৃৰে পিণ্ডদান আৰু সম্পত্তিৰ অধিকাৰী হব॥৭॥ (মাতৃৰ) নিজ আত্মীয়ৰ ঘৰত (বিনা নিয়োগে) গোপনে যি পুত্ৰৰ জন্ম হয়, তেওঁক **গূঢ়জ** পুত্ৰ বোলে; গূঢ়জ পুত্ৰৰ দায়িত্ব আৰু অধিকাৰ ক্ষেত্ৰজ পুত্ৰৰ সমান॥৮॥

(পিতৃ-মাতৃ আদি) বন্ধুজনে ত্যাগ কৰা পুত্ৰক **অপবিদ্ধ** পুত্ৰ বোলে; যিয়ে (উপনয়ন আদি) সংস্কাৰ কৰ্ম কৰি তেওঁক লালন-পালন কৰে তেওঁ সেইজনৰে পুত্ৰ॥৯॥ অবিবাহিতা কন্যাৰ পুত্ৰক **কানীন** পুত্ৰ বোলে॥১০॥ সগৰ্ভা হোৱাৰ পিছত বিয়া কৰোৱা কন্যাৰ সেই গৰ্ভজাত পুত্ৰক **সহোঢ়** পুত্ৰ বোলে॥১১॥

এবাৰ বিয়া হৈ যোৱা তিৰোতাৰ আকৌ বিয়া হৈ যোৱাৰ পিছত হোৱা পুত্ৰক **পৌনৰ্ভৱ** পুত্ৰ বোলে॥১২॥ **স্বয়ংজাত** (অৰ্থাৎ পিতৃৰ ঔৰষত জন্মা) পুত্ৰ পিতাৰ আৰু জ্ঞাতিৰ সম্পত্তিৰ উত্তৰাধিকাৰী হয়॥১৩॥ (পিতৃৰ বাহিৰে) আনৰ ঔৰসজাত পুত্ৰ সংস্কাৰ-কৰ্তাৰ সম্পত্তিৰহে উত্তৰাধিকাৰী হয়, জ্ঞাতিৰ সম্পত্তিৰ নহয়॥১৪॥ পিতৃ-মাতৃয়ে জলগ্ৰহণ কৰি লোকক দান কৰি দিয়া পুত্ৰক **দত্ত** পুত্ৰ বোলা হয় আৰু এই পুত্ৰৰ অধিকাৰ স্বয়ংজাত পুত্ৰৰ সমান॥১৫॥

যি নিজে নিজক বা আত্মীয়-স্বজনে যাক লোকৰ ওচৰত পুত্ৰৰূপে সমৰ্পণ কৰে সেই পুত্ৰক

---

[১] পুত্ৰিকাপুত্ৰ : ছোৱালী বিয়া দিয়াৰ সময়ত ছোৱালীৰ পিতৃয়ে যদি বৰক এইদৰে কয় যে এই ছোৱালীৰ যি পুত্ৰ হ'ব সি মোৰো পুত্ৰ হ'ব, তেনেহ'লে সেই ছোৱালীৰ (পুত্ৰিকাৰ) পুত্ৰক পুত্ৰিকাপুত্ৰ বোলা হয়।
'অপুত্ৰোঽনেন বিধিনা সুতাং কুৰ্বীত পুত্ৰিকাম্।
যদপত্যং ভৱেদস্যাং তন্মম স্যাৎ স্বধাকৰম্॥', মনু, ৯।১২৭

**উপগত** পুত্ৰ বোলা হয়॥১৬॥ পুত্ৰৰ অধিকাৰ দি যাক পুত্ৰৰূপে স্বীকাৰ কৰি লোৱা হয় সেই পুত্ৰক **কৃতক** পুত্ৰ বোলে॥১৭॥ কিনি লোৱা পুত্ৰক **ক্ৰীত** পুত্ৰ বোলে॥১৮॥

ঔৰস পুত্ৰৰ জন্ম হোৱাৰ পিছত আন পুত্ৰবিলাক সবৰ্ণৰ হ'লে পিতৃ-সম্পত্তিৰ এক-তৃতীয়াংশৰ অধিকাৰী হ'ব আৰু অসবৰ্ণৰ হ'লে কেৱল ভাত-কাপোৰৰ খৰচ পাব॥১৯॥

ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ ক্ষেত্ৰত তেওঁলোকৰ অব্যৱহিত পিছৰ বৰ্ণৰ তিৰোতাৰপৰা হোৱা পুত্ৰক **সবৰ্ণ** পুত্ৰ আৰু এটা বৰ্ণ বাদ দি আন এটা বৰ্ণৰ তিৰোতাৰ (ব্ৰাহ্মণৰ ক্ষেত্ৰত বৈশ্যা আৰু ক্ষত্ৰিয়ৰ শূদ্ৰা) গৰ্ভজাত পুত্ৰক **অসবৰ্ণ** পুত্ৰ বুলি ধৰা হয়॥২০॥ ব্ৰাহ্মণ স্বামীৰ বৈশ্যা স্ত্ৰীৰ গৰ্ভত জন্মা পুত্ৰক **অম্বষ্ঠ** আৰু শূদ্ৰা স্ত্ৰীৰ গৰ্ভত জন্মা পুত্ৰক **নিষাদ** বা **পাৰশৱ** বোলে॥২১॥ ক্ষত্ৰিয় স্বামীৰ শূদ্ৰা স্ত্ৰীৰ গৰ্ভজাত পুত্ৰক **উগ্ৰ** বোলা হয়॥২২॥ বৈশ্য পতিৰ শূদ্ৰা স্ত্ৰীৰ গৰ্ভত জন্মা পুত্ৰ শূদ্ৰই॥২৩॥ ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ ভিতৰত যিসকলে উপনয়ন আদি সংস্কাৰ কৰ্ম আচৰণ নকৰে, তেওঁলোকৰ যদি সবৰ্ণা স্ত্ৰীত পুত্ৰ হয়, সেই পুত্ৰক **ব্ৰাত্য** বোলা হয়॥২৪॥ এইবিলাক অনুলোম (অৰ্থাৎ পুৰুষৰ সমান বা নীচ বৰ্ণৰ স্ত্ৰীৰ গৰ্ভত ওপজা) পুত্ৰ॥২৫॥

শূদ্ৰৰ (বৈশ্যা, ক্ষত্ৰিয়া আৰু ব্ৰাহ্মণী ভাৰ্যাৰ গৰ্ভজাত পুত্ৰক ক্ৰমে) **আয়োগৱ, ক্ষত্ত** আৰু **চণ্ডাল** বোলা হয়॥২৬॥ বৈশ্যৰ (ক্ষত্ৰিয়া আৰু ব্ৰাহ্মণী ভাৰ্যাৰ গৰ্ভজাত পুত্ৰক ক্ৰমে) **মাগধ** আৰু **বৈদেহক** বোলে॥২৭॥ ক্ষত্ৰিয়ৰ (ব্ৰাহ্মণী ভাৰ্যাৰ গৰ্ভজাত পুত্ৰক) **সূত** বোলা হয়॥২৮॥ পুৰাণত উল্লিখিত সূত আৰু মাগধ উক্ত সূত আৰু মাগধৰপৰা পৃথক; তেওঁলোক ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰপৰা বিশিষ্ট এক বিশেষ শ্ৰেণী॥২৯॥

এইবোৰ প্ৰতিলোম পুত্ৰ; ৰজা ধৰ্মভ্ৰষ্ট হ'লে এনে পুত্ৰৰ জন্ম হয়॥৩০॥

(ক্ষত্ৰিয় স্বামী আৰু শূদ্ৰা স্ত্ৰীৰ পুত্ৰ) উগ্ৰৰ ঔৰষত (ব্ৰাহ্মণ পুৰুষ আৰু শূদ্ৰা তিৰোতাৰ কন্যা) নৈষাদীৰ গৰ্ভত জাত পুত্ৰৰ নাম **কুক্কুট**; ইয়াৰ ওলোটা হ'লে (অৰ্থাৎ নিষাদ পুৰুষৰ উগ্ৰা স্ত্ৰীত জাত হ'লে) সেই পুত্ৰৰ নাম হয় **পুল্কস**॥৩১॥ অম্বষ্ঠৰ দ্বাৰা বৈদেহিকা স্ত্ৰীত উৎপাদিত পুত্ৰক **বৈণ** বোলে; ইয়াৰ ওলোটা হ'লে, (অৰ্থাৎ বৈদেকৰ দ্বাৰা অম্বষ্ঠাত উৎপাদিত হ'লে) তাৰ নাম হয় **কুশীলৱ**॥৩২॥ উগ্ৰৰ ক্ষত্তা স্ত্ৰীত জাত পুত্ৰৰ নাম **শ্বপাক**॥৩৩॥ এই-বিলাক আৰু (এনেকুৱা) আন আন লোকসমূহ অবান্তৰজাতীয়॥৩৪॥

কৰ্মৰ দ্বাৰা ৰথকাৰ বৈশ্যজাতীয়॥৩৫॥

এই মিশ্ৰজাতীয় লোকসমূহৰ মাজত যাৰ যি জাতিত জন্ম তাৰ সেই জাতিত বিয়া হ'ব; তেওঁলোকৰ জন্ম অনুসৰি সামাজিক স্থান আৰু বংশানুক্ৰমিক ব্যৱসায় হ'ব॥৩৬॥ অথবা চণ্ডালত বাহিৰে তেওঁলোক আটাইৰে শূদ্ৰৰ ধৰ্মই ধৰ্ম হ'ব॥৩৭॥

এই নিয়ম প্ৰবৰ্তন কৰা ৰজাই স্বৰ্গ লাভ কৰে, নহলে নৰকলৈ যায়॥৩৮॥

মিশ্ৰজাতীয় লোকসকলৰ মাজত (স্ত্ৰী-পুৰুষ-নিৰ্বিশেষে পিতৃ-সম্পত্তি) সমানে ভাগ হ'ব॥৩৯॥

কোনো অঞ্চল, জাতি, সঙ্ঘ বা গাৱঁৰ যি দস্তুৰ, সেইমতে দায়বিভাগ
বা উত্তৰাধিকাৰিত্ব নিৰ্ণীত হ'ব॥৪০॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'দায়বিভাগ' প্ৰকৰণৰ অন্তৰ্গত "পুত্ৰ-বিভাগ" নামৰ সপ্তম (আৰম্ভণিৰপৰা ৬৪তম) অধ্যায় সমাপ্ত।**

# অষ্টম অধ্যায়

## ৬১তম প্ৰকৰণ: স্থাৱৰ সম্পত্তি-সম্বন্ধীয়
### (১) গৃহবাস্তুক (ঘৰ-বাৰী)-সম্বন্ধীয়

স্থাৱৰ সম্পত্তি লৈ বিবাদ হ'লে চুবুৰীয়াৰ সাক্ষ্য লৈ তাক মীমাংসা কৰিব লাগে॥১॥ ঘৰ, পথাৰ, বাগিচা, জলসিঞ্চন-বান্ধ, পুখুৰী নাইবা জলাধাৰ আদিয়ে স্থাৱৰ সম্পত্তি॥২॥

প্ৰত্যেক ঘৰৰ চাৰিওফালে (চাৰি কোণত চাৰিটা) খুটি পুতি লোৰ তাঁৰেৰে সীমা নিৰ্ধাৰিত কৰিব লাগে॥৩॥ সীমাৰ আয়তনৰ লগত মিল ৰাখি ঘৰ সজাব লাগে॥৪॥ যদি আগৰ নিৰ্ধাৰিত সীমা নাথাকে লোকৰ দেৱালৰপৰা দুই অৰত্নি (২।২০।১২ চাওক) বা তিনি পদ (২।২০।১২ চাওক) আঁতৰত (বস্তিৰ) সীমা নিৰ্ধাৰণ কৰিব লাগে॥৫॥

আবৰ্জনা পেলোৱা ঠাই, পানীৰ নলা নাইবা কুঁৱা (প্ৰতিবাসীৰ) ঘৰৰ উপযোগী ঠাইত বাহিৰে আন ঠাইত নকৰিব: প্ৰসূতিৰ কাৰণে কৰা গাঁত য'তে ত'তে কৰিব পাৰে, কিন্তু সেই গাঁত প্ৰসৱৰ পিছত দহদিনলৈকেহে ৰাখিব পাৰিব॥৬॥ এই ব্যৱস্থা অতিক্ৰম কৰিলে প্ৰথম সাহস-দণ্ড বিহা হ'ব॥৭॥

ইয়াৰ দ্বাৰা খৰি ফলা কাম আৰু উৎসৱ আদিৰ সময়ত মুখ-ধোৱা পানী ওলাই যোৱা বাটৰ ব্যৱস্থাৰ কথাও বুজোৱা হ'ল॥৮॥

(প্ৰতিবাসীৰ সীমাৰ বেৰৰপৰা) তিনি পদ বা ডেৰ অৰত্নি দূৰৈদি গভীৰভাৱে বৈ যোৱাকৈ নাইবা জলপ্ৰপাতৰ দৰে পৰাকৈ পানীৰ বাট কৰাব লাগে॥৯॥ ইয়াৰ ব্যতিক্ৰম কৰিলে চৌৱন পণ দণ্ড দিব লাগিব॥১০॥

(প্ৰতিবাসীৰ বেৰৰপৰা) এক পদ বা এক অৰত্নি দূৰত গাড়ী আৰু গৰু-ছাগলী ৰখা ঠাই, জুই-শাল, ডাঙৰ পানীৰ বাচন ৰখা ঠাই, ৰোচনী (জাঁত আদি শস্য গুৰি কৰা যন্ত্ৰ) ৰখা ঠাই নাইবা কুটনী (ঢেঁকী, উৰাল আদি) ৰখা ঠাই প্ৰস্তুত কৰাব॥১১॥ ইয়াৰ ব্যতিক্ৰম কৰিলে চৌবিশ পণ দণ্ড হ'ব॥১২॥

সকলো প্ৰকাৰ ঘৰৰে যি কোনো দুটাৰ মাজত বা (ঘৰৰপৰা) আগবঢ়াই দিয়া চালি দুখনৰ মাজত এক কিস্কু (২।২০।১৪ চাওক) বা তিনি পদ ঠাই ফাঁক থাকিব লাগিব॥১৩॥ দুটা ঘৰৰ বা দুখন চালিৰ দাঁতি দুটাৰ মাজত চাৰি অঙ্গুল ঠাই ফাঁক থাকিব, নাইবা এটাৰ পানী-পাঁচ আনটোৰ ওপৰত উঠিবও পাৰে॥১৪॥

দুটা ঘৰ বা দুখন চালিৰ মাজৰ ফাঁক ঠাইখিনিত এক কিস্কু বহল এখন সৰু দুৱাৰ কৰাব, যাতে সেই দুৱাৰেদি ভগা-ছিগা মেৰামতি কৰিব পাৰি আৰু সেইফালেদি মানুহৰ ভিৰ নহয়॥১৫॥ পোহৰৰ কাৰণে অলপ ওপৰফালে এখন খিড়িকী কৰাব॥১৬॥ ঘৰত প্ৰৱেশ কৰাৰ পিছত (দুৱাৰ-খিড়িকী আদিত) পৰ্দা লগাব॥১৭॥

অথবা ঘৰৰ মালিকসকলে লগ হৈ একমত হ'লে ইচ্ছা অনুসৰি (ঘৰৰ মাজৰ ফাঁক, দুৱাৰ-খিড়িকী আদি) কৰাব পাৰিব, ইচ্ছা নাথাকিলে নকৰাব॥১৮॥

বৰষুণৰ উপদ্ৰৱৰপৰা ৰক্ষা পৰিবলৈ বাৰান্দাৰ আৱৰণ কৰিব লগীয়া ওপৰভাগ কঠেৰে ঢাকি দিব, অথবা (চালত) লগাকৈ এখন বেৰ দিব॥১৯॥ এই নিয়ম উলঙ্ঘা কৰা লোকক আৰু যিয়ে লোকৰ বাধা সৃষ্টি কৰাকৈ ওলোটা নিয়মে ঘৰৰ দুৱাৰ-খিড়িকী কৰায়, তেনে লোককো প্ৰথম সাহস-দণ্ড বিহিব: ৰাজ-আলি বা ৰাস্তাৰ ফালে মুখ কৰা দুৱাৰ-খিড়িকীয়ে

লোকৰ বাধা সৃষ্টি কৰিলেও দূষণীয় নহ'ব॥২০॥ খাৰৈ, সোপান, পানীৰ নলা, জখলা বা ময়লাৰ দ'মৰ অংশই যদি ঘৰৰ বাহিৰত লোকৰ অসুবিধা সৃষ্টি কৰে আৰু লোকৰ (মাটিৰ) ভোগ-দখলত বাধা দিয়ে, একে দণ্ডই বিহিত হ'ব॥২১॥

লোকৰ ঘৰৰ বেৰ পানী পেলাই নষ্ট কৰিলে বাৰ পণ দণ্ড দিব লাগিব; মল-মূত্ৰ পেলাই নষ্ট কৰিলে ইয়াৰ দুগুণ দণ্ড হ'ব॥২২॥

বৰষুণ দিলে পানী যোৱা নলা খোলা ৰাখিব লাগিব, নহ'লে বাৰ পণ দণ্ড হ'ব॥২৩॥

(লোকৰ ঘৰ ভাৰাত লোৱা) যি লোক থাকিবলৈ নিষেধ কৰা সত্ত্বেও ঘৰৰপৰা ওলাই নাযায় আৰু (শাৰীৰিক বা বাচিক) আঘাত, চুৰি, বলাৎকাৰ, ব্যভিচাৰ আৰু অবৈধভাৱে ভোগ কৰা দোষত দোষী নোহোৱা ৰায়তক যিয়ে ঘৰৰপৰা উলিয়াই দিয়ে (তেনে লোকৰো একে দণ্ড হ'ব)॥২৪॥ ৰায়তে যদি নিজ ইচ্ছাৰে ঘৰ এৰি যায়, বাকী থকা বাৰ্ষিক ভাৰাখিনি দিব লাগিব॥২৫॥

উমৈহতীয়া ঘৰত থাকি সাহায্য নকৰা, উমৈহতীয়া বস্তু উপভোগ কৰাত বাধা দিয়া আৰু লোকৰ (ন্যায্য) ভোগত বাধা দিয়া লোকৰ বাৰ পণ দণ্ড হ'ব॥২৬॥ উমৈহতীয়া ব্যৱহাৰৰ বস্তু নষ্ট কৰিলে ইয়াৰ দুগুণ দণ্ড হ'ব॥২৭॥

(উমৈহতীয়া মালিকৰ ঘৰৰ) চালি, চোতাল, পায়খানা, জুহাল, ঢেঁকী-ঘৰ আৰু সকলো খোলা ঠাই সকলোৰে সাধাৰণভাৱে ব্যৱহাৰ কৰাটোৱে বাঞ্ছনীয়॥২৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'স্থাৱৰ সম্পত্তি-সম্বন্ধীয়' প্ৰকৰণৰ অন্তৰ্গত "গৃহ-বাস্তুক" নামৰ অষ্টম (আৰম্ভণিৰপৰা ৬৫তম) অধ্যায় সমাপ্ত॥

# নৱম অধ্যায়

## ৬১তম প্ৰকৰণ : স্থাৱৰ সম্পত্তি-সম্বন্ধীয়

### (২) (স্থাৱৰ সম্পত্তি)-বিক্ৰী, (৩) সীমাবিবাদ, (৪) ক্ষেত্ৰবিবাদ, (৫) সীমাস্থাপন, (৬) বেদখল আৰু ক্ষতিসাধন

জ্ঞাতি, প্ৰতিবাসী আৰু ধনিক (ধাৰ দিওঁতা)—এওঁলোক যথাক্ৰমে ভূ-সম্পত্তি খৰিদ কৰাৰ অধিকাৰী হ'ব॥১॥ এওঁলোকৰ অভাৱত আন বাহিৰা মানুহ খৰিদ কৰাৰ অধিকাৰী হ'ব পাৰে॥২॥

(ঘৰৰ মালিকে) ঘৰৰ সমুখত চল্লিশটা প্ৰতিবাসী পৰিয়ালৰ লোকৰ সাক্ষাতত ঘৰটো (বিক্ৰী হ'ব বুলি) ঘোষণা কৰিব আৰু সীমাৰ বিস্তৃতি অনুসৰি গাৱঁৰ প্ৰতিবাসী মুখিয়াল লোকসকলৰ সমুখত 'এই দামত কোনে কিনিব' বুলি পথাৰ, বাগিচা, মথাউৰি, পুখুৰী বা জলাধাৰৰ সীমাত গৈ ঘোষণা কৰিব॥৩॥ এইদৰে তিনিবাৰ ঘোষণা কৰাৰ পিছত কোনেও আপত্তি নকৰিলে কিনোতাই কিনিব পাৰিব॥৪॥

খৰিদ্দাৰৰ মাজত প্ৰতিযোগিতা হৈ যদি সম্পত্তিৰ মূল্য বাঢ়ি যায়, সেই বৰ্ধিত অংশ কৰেৰে সৈতে ৰাজ-ভঁৰালত জমা দিব লাগিব॥৫॥ সম্পত্তি বিক্ৰীত যিজন প্ৰতিক্ৰোষ্টা (অৰ্থাৎ দাম বঢ়াই কিনি লোৱা খৰিদ্দাৰ) বৰ্ধিত মূল্যৰ কৰ তেৱেঁ দিব লাগিব॥৬॥ মালিক নহয় এনে লোকে নিলাম কৰিবলৈ ওলালে তেওঁক চৌবিশ পণ দণ্ড বিহিব॥৭॥ সাত দিন অপেক্ষা

কৰাৰ পিছতো প্ৰতিক্ৰোষ্টা (সম্পত্তিৰ দখল ল'বলৈ) নাহিলে, প্ৰতিক্ৰুষ্টই (নিলামকাৰীয়ে) আকৌ সম্পত্তি (আনৰ ওচৰত) বিক্ৰী কৰিব পাৰিব॥৮॥ প্ৰতিকুষ্টই কিবা ব্যতিক্ৰম কৰিলে, স্থাৱৰ সম্পত্তিৰ ক্ষেত্ৰত দুশ পণ আৰু অস্থাৱৰ সম্পত্তিৰ ক্ষেত্ৰত চৌবিশ পণ দণ্ড হ'ব॥৯॥

স্থাৱৰ সম্পত্তি বিক্ৰী (বিষয়টো) ইয়াতে শেষ হ'ল।

দুখন গাৱঁৰ মাজত সীমা লৈ কাজিয়া লাগিলে পাঁচখন বা দহখন ওচৰৰ গাৱঁৰ মানুহে মিলি (গছ, নদী আদি) স্থায়ী সীমা-চিহ্নেৰে বা (মাটিৰ আলি আদি) কৃত্ৰিম সীমা-চিহ্নেৰে মীমাংসা কৰিব॥১০॥

সীমা-চিহ্ন সম্বন্ধে জ্ঞান থকা বয়সীয়া খেতিয়ক আৰু গৰখীয়া বা আগেয়ে মাটি ভোগ কৰা বাহিৰা লোক, বহুতে মিলি বা এজনেই বিৰুদ্ধ সাজ পিন্ধি (অৰ্থাৎ তিৰোতাৰ বেশ লৈ) সীমাৰ চিন দেখুৱাই দি সীমা ঠিক কৰি দিব॥১১॥ নিৰ্দিষ্ট সীমা-চিহ্ন পোৱা নগ'লে, (ভুলকৈ নিৰ্দেশ কৰাজনক) এহেজাৰ পণ দণ্ড কৰিব॥১২॥ সীমাৰ চিন উঠাই নিয়া লোকক বা সীমা (গছ আদি) নষ্ট কৰা লোককো একে দণ্ডই বিধান কৰিব॥১৩॥

অথবা, সীমাৰ চিনৰ বিস্মৃতিৰ চিন নাইকিয়া হ'লে ৰজাই (সকলোৰে) উপকাৰ হোৱাকৈ সীমা নিৰ্দেশ কৰি দিব॥১৪॥

খেতি-পথাৰ লৈ হোৱা কাজিয়া গাৱঁৰ মুখিয়াল প্ৰতিবাসী লোকসকলে নিষ্পত্তি কৰিব॥১৫॥ তেওঁলোকৰ মতদ্বৈধ হ'লে, অধিকসংখ্যক সাধু লোকে বা উভয় পক্ষৰে সম্মত লোকে যি ৰায় দিয়ে সেয়ে বলবৎ হ'ব অথবা মধ্যপন্থা (অৰ্থাৎ সমান ভাগ) গ্ৰহণ কৰিব॥১৬॥ দুয়ো পক্ষৰে স্বত্ব সাব্যস্ত নোহোৱা খেতি-পথাৰ আৰু মালিক নোহোৱা পথাৰ ৰজাই অধিগ্ৰহণ কৰিব ১৭॥ অথবা, সকলোৰে উপকাৰ হোৱাকৈ ভগাই দিব॥১৮॥

স্থাৱৰ সম্পত্তি বলপূৰ্বক দখল কৰাজনক চুৰি অপৰাধৰ উপযুক্ত দণ্ড বিহিব॥১৯॥ (উপযুক্ত) কাৰণত দখল কৰিলে, দখলকাৰীয়ে নিজৰ পৰিশ্ৰম আৰু লাভৰ হিছাপ কৰাৰ পিছত (যি অতিৰিক্ত হয়) সেই ধন মালিকক দিব॥২০॥

খেতি-পথাৰৰ সীমাৰ চিন গুচাই পেলালে প্ৰথম সাহস-দণ্ড হ'ব॥২১॥ সীমাৰ চিন ভাঙি পেলালে চৌবিশ পণ দণ্ড হ'ব॥২২॥

ইয়াৰ দ্বাৰা তপোৱন, চৰণীয়া পথাৰ, ৰাষ্ট্ৰীয় পথ, শ্মশান, দেৱ-মন্দিৰ, যজ্ঞভূমি, তীৰ্থ-স্থান আদিৰ বিবাদ সম্পৰ্কেও ব্যাখ্যা কৰা হ'ল॥২৩॥

ইয়াতে (খেতি-পথাৰৰ) সীমা নিৰূপণ (বিষয়টোৰ) অন্ত পৰিল॥

সকলো বিবাদেই প্ৰতিবাসীৰ সাক্ষ্যৰ দ্বাৰা নিৰ্ণীত হ'ব॥২৪॥ চৰণীয়া পথাৰ, শুকান ঠাই, পানী থকা খেতি-পথাৰ, শাক-পাচলিৰ বাগিচা, ঢেঁকী-শাল, চালি, যান-বাহন ৰখা ঘৰ— এইবোৰৰ ভিতৰত পিছৰটোৱে আগৰটোৰ ঠাই দখল কৰিব পাৰে (অৰ্থাৎ এইবোৰ লৈ কাজিয়া হ'লে আগৰটোতকৈ পিছৰটোৰ প্ৰাধান্য স্বীকাৰ কৰিব লাগিব)॥২৫॥ বৈদিক আশ্ৰম, সোমাৰণ্য, দেৱস্থান, যজ্ঞস্থান আৰু তীৰ্থাদি পবিত্ৰ স্থানত বাহিৰে বাকী সকলো (পানী নথকা) মাটিয়ে শুকান অঞ্চল॥২৬॥

জলাধাৰ, পানীৰ নলা আৰু পানী থকা খেতি-পথাৰ নিজে ভোগ কৰি লোকৰ খেতি-পথাৰত চাহ কৰা মাটি বা শস্যৰ বীজৰ হানি কৰিলে হানিৰ পৰিমাণৰ জোখাই মূল্য দিব লাগিব॥২৭॥ যদি কোনোৱে পানী থকা খেতি-পথাৰ, বাগিচা আৰু মথাউৰিৰ এটাৰ দ্বাৰা আনটোৰ হানি কৰে, হানিৰ পৰিমাণৰ দুগুণ দণ্ড হ'ব॥২৮॥

পিছত নিৰ্মাণ কৰা দ ঠাইৰ পুখুৰীৰ পানীয়ে ওখ ঠাইত থকা পুখুৰীয়ে পানী যোগোৱা পথাৰ প্লাবিত কৰিব নোৱাৰিব॥২৯॥ যদি দ ঠাইৰ পুখুৰী তিনি বছৰ ধৰি অব্যৱহৃত হৈ পৰি নাথাকে, তেনেহ'লে ওখ ঠাইৰ পুখুৰীৰ পানীয়ে দ ঠাইৰ পুখুৰীৰ পানীয়ে প্লাবন কৰাত বাধাৰ সৃষ্টি কৰিব নোৱাৰিব॥৩০॥ এই নিয়মৰ ব্যতিক্ৰম কৰিলে প্ৰথম সাহস-দণ্ড বিধান কৰিব আৰু পানী উলিয়াই পুখুৰী খালি কৰি দিব॥৩১॥

যদি এটা পানীৰ বান্ধ পাঁচ বছৰ ধৰি কামত নলগোৱাকৈ থাকে, তেতিয়া মালিকৰ তাৰ ওপৰত স্বত্ব নাথাকিব; অৱশ্যে কোনো বিপদৰ কাৰণে যদি কামত নলগোৱাকৈ থাকে, তেতিয়া স্বত্ব থাকিব॥৩২॥

নতুনকৈ নিৰ্মাণ কৰা পুখুৰী আৰু মথাউৰিৰ ওপৰত পাঁচ বছৰলৈকে (কৰৰপৰা) ৰেহাই দিব, যদি ভাগিছিগি নষ্ট হৈ যোৱা বা পৰিত্যক্ত পুখুৰী আৰু মথাউৰি নতুনকৈ সংস্কাৰ কৰা হয়, তেতিয়া চাৰি বছৰ কৰ ৰেহাই দিব, ঘাঁহ-বন গজি নষ্ট হৈ যোৱা পুখুৰী আদিৰ পুনৰ সংস্কাৰ কৰিলে তিনি বছৰ ৰেহাই দিব আৰু ৰবি মাটিত নতুনকৈ খেতি কৰিলে, দুবছৰ ৰেহাই দিব॥৩৩॥ (কৰৰপৰা ৰেহাই পালেও, মালিকৰ) সেই পুখুৰী আদি বন্ধক দিয়া বা বিক্ৰী কৰাৰ স্বত্ব থাকিব॥৩৪॥

কোনো মালিকে, তেওঁৰ খাল, নদীৰ বান্ধ বা পুখুৰীয়ে পানীৰ যোগান ধৰা শালি-পথাৰ, বাগিচা বা শাক-পাচলিৰ বাৰীৰ কাৰণে নানা প্ৰকাৰ ফচলৰ একাংশৰ বিনিময়ত পানী দিব পাৰে অথবা নিজৰ সুবিধা বুজি আনকো দিব পাৰে॥৩৫॥

যিবিলাকে নিৰ্দিষ্ট কালৰ কাৰণে খাজনাৰ বন্দৱস্ত কৰি এই পানী লয়, মূল্য দি লয়, বন্ধকত লয়, ফচলৰ অংশ দি লয় বা ভোগ কৰিবলৈ অনুমতি পাই লয়, তেওঁলোকে সেই খাল, বান্ধ আদি মেৰামত কৰি ৰাখিব লাগিব॥৩৬॥ মেৰামতি নকৰিলে, যি লোকচান হ'ব, তাৰ দুগুণ দণ্ড দিব লাগিব॥৩৭॥

> নিজৰ পাল নপৰোঁতে বান্ধৰ পানী উলিয়াই নিলে ছয় পণ দণ্ড দিব লাগিব; আনৰ পাল পৰিলে অসাৱধানতাবশতঃ পানী বন্ধ কৰি ৰাখিলেও ছয় পণ দণ্ড দিব লাগিব॥৩৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'স্থাৱৰ সম্পত্তি-সম্বন্ধীয়' প্ৰকৰণৰ অন্তৰ্গত "বাস্তু-বিক্ৰয়, সীমা-বিবাদ, ক্ষেত্ৰ-বিবাদ, সীমা-স্থাপন আৰু বেদখল আৰু ক্ষতিসাধন" নামৰ নৱম (আৰম্ভণিৰপৰা ৬৬তম) অধ্যায় সমাপ্ত॥

# দশম অধ্যায়

## ৬১তম প্ৰকৰণ : স্থাৱৰ সম্পত্তি-সম্বন্ধীয়

### (৭) চৰণীয়া পথাৰ, খেতি পথাৰ আৰু আলিবাটৰ ক্ষতি সাধন

## ৬২তম প্ৰকৰণ : লোকাচাৰ অপৰিপালন

(কৃষি) কৰ্মৰ উপযোগী আগৰেপৰা থকা পানীৰ বাট বন্ধ কৰোঁতাৰ, অথবা নতুনকৈ অনুচিত ঠাইৰে পানীৰ বাট নিৰ্মাণকাৰীৰ প্ৰথম সাহস-দণ্ড বিহিত হ'ব; লোকৰ মাটিত বান্ধ, কুঁৱা, পুণ্যস্থান, চৈত্য আৰু দেৱমন্দিৰ স্থাপন কৰোঁতাৰো এই একে দণ্ডই হ'ব॥১॥

যদি কোনো লোকে আগৰেপৰা থকা ধৰ্মসেতু (লোকৰ হিতৰ কাৰণে দান কৰি দিয়া বান্ধ, পুখুৰী আদি) বন্ধকত থয় বা থোৱায় অথবা বিক্ৰী কৰে বা কৰায়, তেওঁৰ মধ্যম সাহস-দণ্ড হ'ব; এই কামৰ সাক্ষীক উত্তম সাহস-দণ্ড বিহিব; বান্ধ ভাগি-ছিগি গ'লে অথবা পৰিত্যক্ত হ'লে দণ্ড দিব নালাগে॥২॥

মালিক নাথাকিলে (ভগা বান্ধ) গাঁৱৰ মানুহে নাইবা ধৰ্মপ্ৰাণ লোকসকলে মেৰামত কৰিব॥৩॥

ৰাস্তাৰ আয়তন সম্পৰ্কে 'দুৰ্গ-নিৱেশ' (২।৪।৩-৫) প্ৰকৰণত কোৱা হৈছে॥৪॥

কোনো লোকে সৰু জন্তু আৰু মানুহ যাতায়াত কৰা বাট বন্ধ কৰিলে বাৰ পণ, ডাঙৰ জন্তুৰ অহা-যোৱা কৰা বাট বন্ধ কৰিলে চৌবিশ পণ, হাতী যোৱা আৰু পথাৰলৈ যোৱা বাট বন্ধ কৰিলে চৌৱন পণ, নদীৰ বান্ধ বা হাবিলৈ যোৱা বাট বন্ধ কৰিলে এশ ছয় পণ, শ্মশান বা গাঁৱলৈ যোৱা বাট বন্ধ কৰিলে দুশ পণ, দ্ৰোণমুখলৈ (চাৰিশ গাঁৱৰ সদৰ ঠাই) যোৱা বাট বন্ধ কৰিলে পাঁচ শ পণ আৰু স্থানীয় (আঠ শ গাঁৱৰ সদৰ ঠাই), গাওঁ অঞ্চল বা চৰণীয়া পথাৰলৈ যোৱা ৰাস্তা বন্ধ কৰিলে এহেজাৰ পণ দণ্ড দিব লাগিব॥৫॥

এই বাটবোৰ চেপি ঠেক কৰিলে উক্ত দণ্ডৰ এক চতুৰ্থ ভাগ দণ্ড হ'ব॥৬॥ বাটবোৰৰ ওপৰত হাল বালে উক্ত দণ্ডই বিধান কৰিব লাগে॥৭॥

পথাৰত গুটি সিঁচাৰ সময়ত যদি পথাৰৰ গৰাকীয়ে মাটি খোৱা ৰায়তৰপৰা মাটি কাঢ়ি লয় বা ৰায়তে নিজেই এৰি দিয়ে এই দোষৰ বাবে বাৰ পণ দণ্ড হব; কিন্তু পথাৰৰ বা সা-সৰঞ্জামৰ দোষ, নাইবা কোনো বিপদ-আপদ বা ৰোগ-ব্যাধি আদিৰ কাৰণে (ৰায়তে) পথাৰ এৰি দিলে দণ্ড বিধান নহ'ব॥৮॥

খাজনা দিয়া মাটিৰ মালিকে খাজনা দিয়া খেতিয়কৰ ওচৰতহে মাটি বন্ধক থ'ব বা বিক্ৰী কৰিব পাৰিব; ব্ৰহ্মোত্তৰ মাটিৰ ব্ৰাহ্মণ মালিকে ব্ৰহ্মোত্তৰ মাটি আন ব্ৰাহ্মণ মালিকৰ ওচৰতহে বন্ধক থ'ব বা বিক্ৰী কৰিব পাৰিব॥৯॥ ইয়াৰ অন্যথা কৰিলে প্ৰথম সাহস-দণ্ড হ'ব॥১০॥ খাজনা দিয়া লোকে যদি নিষ্কৰ মাটিৰ গাঁৱত বসতি কৰিবলৈ লয় তেওঁবো একে দণ্ডই হ'ব॥১১॥ আৰু যদি খাজনা দিয়া লোক খেৰাজী মাটিলৈ যায়, তাত থকা-ঘৰত বাহিৰে আন সকলো বস্তু লাভ কৰিবলৈ অধিকাৰ থাকিব॥১২॥ (উচিত বিবেচনা কৰিলে) তেওঁক (গাঁৱৰ অধিপতিয়ে) ঘৰো দিব পাৰে॥১৩॥

আনক হস্তান্তৰ কৰিব নোৱৰা মাটিৰ মালিকে যদি খেতি নকৰি মাটি পেলাই থয়, আনে পাঁচ বছৰ সেই মাটি দখল কৰি পৰিশ্ৰমৰ ক্ষতিপূৰণ লৈ আকৌ ঘূৰাই দিব॥১৪॥

নিষ্কৰ মাটিৰ মালিকে আন ঠাইত থাকিলেও সেই মাটিৰ ফচল ভোগ কৰিব পাৰিব॥১৫॥

গাঁৱৰ অধিপতি গাঁৱৰ কাৰ্য উপলক্ষে আন ঠাইলৈ গ'লে ৰায়তসকলে পাল পাতি তেওঁৰ লগত যাব॥১৬॥ যিয়ে নাযায় তেওঁ প্ৰতি যোজন দূৰত্বৰ কাৰণে ডেৰ পণকৈ দণ্ড দিব লাগিব॥১৭॥

চোৰ বা পৰস্ত্ৰী-গমনকাৰীত বাহিৰে আন লোকক গাঁৱৰপৰা বহিষ্কাৰ কৰিলে, গাঁৱৰ অধিপতিৰ বাবে চৌবিশ পণ দণ্ড হ'ব আৰু গাওঁবাসীৰ বাবে উত্তম সাহস দণ্ড বিধান কৰিব॥১৮॥ বহিষ্কৃত লোক আকৌ গাঁৱলৈ আহিলে কি দণ্ড হ'ব তাক অভিগম (অনধিকাৰ-প্ৰবেশ; তুল—৪।১৩।৩-৪) অপৰাধৰ দণ্ড বিধানৰ দ্বাৰা বুজোৱা হৈছে॥১৯॥

(গাৱঁৰ অধিপতিয়ে) গাৱঁৰ চাৰিওফালে এশ ধনুঃ আঁতৰেদি খুটিৰে উপসাল (ক্ষুদ্ৰ প্ৰাচীৰ) নিৰ্মাণ কৰাব॥২০॥

(গাৱঁৰ ঘাঁহ-কটীয়াবিলাকে) গৰু-ম'হৰ চৰণীয়া পথাৰৰ ঘাঁহ কাটি জীৱিকা উপাৰ্জন কৰিব পাৰিব॥২১॥

চৰণীয়া পথাৰত ঘাঁহ খাই গুচি যোৱা উট আৰু ম'হৰ প্ৰত্যেকটোৰ কাৰণে চাৰি ভাগৰ এক পণ, গৰু, ঘোঁৰা আৰু গাধৰ প্ৰত্যেকটোৰ কাৰণে আঠ ভাগৰ এক পণ আৰু সৰু-সুৰা জন্তুৰ প্ৰত্যেকটোৰ কাৰণে ষোল ভাগৰ এক পণ ধন ল'ব॥২২॥ ঘাঁহ খাই উঠি যদি পথাৰতে শোৱে, উক্ত পৰিমাণৰ দুগুণ ধন দণ্ডৰূপে ল'ব আৰু গোটেই ৰাতিটো থাকিলে চাৰি গুণ দণ্ড ল'ব॥২৩॥

গাৱঁৰ দেৱ-মন্দিৰৰ ষাঁড়, পোৱালি দিয়াৰ দহ দিন নোহোৱা গাই-গৰু আৰু সঁচৰ ষাঁড় (গো-বৃষা) দণ্ডৰপৰা মুক্ত থাকিব॥২৪॥

(গৰু-ম'হে) শস্য খালে ফচলৰ পৰিমাণ চাই ক্ষতি নিৰ্ণয় কৰি (গৰাকীক) তাৰ দুগুণ দণ্ড দিয়াব॥২৫॥ (গৰু-মহৰ) মালিকে চৰণীয়া পথাৰৰ মালিকক নজনোৱাকৈ গৰু-ম'হ চৰালে বাৰ পণ আৰু উদং মেলিলে চৌবিশ পণ দণ্ড ভৰিব॥২৬॥ চৰাওঁতাৰ দণ্ড আধা হ'ব॥২৭॥ শাক-পাচলি খালেও এই একে দণ্ডকে বিহিব॥২৮॥ গৰু-ম'হে বেৰ ভাঙি শস্য খালে আৰু ভঁৰাল-ঘৰ আৰু মৰণা-মৰা ঘৰত শস্য খালে দুগুণ দণ্ড বিহিব॥২৯॥ গৰু-ম'হক যাতে আঘাত কৰা নহয়, তাৰ ব্যৱস্থা কৰিব॥৩০॥ অভয়বনৰ পশু বা আশ্ৰিত পশুৱে শস্য ভক্ষণ কৰিলে, গৰাকীক খবৰ দি, এনেভাৱে খেদি উলিয়াই দিব যাতে কোনো আঘাত নহয়॥৩১॥

জন্তু খেদিব লাগে ৰচী বা এচাৰিৰে॥৩২॥ যদি আন কোনো প্ৰকাৰে আঘাত কৰা হয়, দোষীয়ে দণ্ড-পাৰুষ্য প্ৰকৰণত (৩।১৯।২৬-২৭) উক্ত দণ্ড ভোগ কৰিব লাগিব॥৩৩॥ যিবোৰ জন্তুৱে আক্ৰমণ কৰে বা যাৰ অপৰাধ প্ৰত্যক্ষ হৈছে, সেইবোৰক যি কোনো উপায়ে দমন কৰিব লাগে॥৩৪॥

খেতি-পথাৰ আৰু আলিবাটৰ ক্ষতিসাধন (নামে বিষয়টো) ইয়াতে শেষ হ'ল।

কোনো গাৱঁত বসতি কৰিবলৈ আহি কোনো খেতিয়কে যদি নিজৰ (ভাগত পৰা) কাম নকৰে, তেওঁক দণ্ড কৰিব লাগে আৰু সেই দণ্ডৰ ধন গাওঁবাসীয়ে গ্ৰহণ কৰিব॥৩৫॥ কাম নকৰিলে কামৰ মজুৰিৰ দুগুণ জৰিমনা হ'ব, টকা-পইচা নিদিলে নিজৰ দিব লগীয়া ধনৰ দুগুণ জৰিমনা ভৰিব আৰু সামুহিক উৎসৱত (নিজৰ ভাগৰ) ভোজন-পানৰ দ্ৰব্য নিদিলে তাৰ দুগুণ অংশ জৰিমনা হিচাপে দিব লাগিব॥৩৬॥

বিয়ে (ৰাজদ্ৰুহ) ভাওনাত নিজৰ বৰঙণি নিদিয়ে, তেওঁ আৰু তেওঁৰ পৰিয়ালে ভাওনা চাব নোৱাৰিব॥৩৭॥ যদি গোপনে (গীত আদি) শুনে বা ভাওনা চায় বৰঙণিৰ দুগুণ দণ্ড দিবলৈ বাধ্য হ'ব; সাৰ্বজনীন হিতকৰ কামতো একে নিয়ম॥৩৮॥

(গাৱঁৰ) কোনো এজন লোকে যদি সকলোৰে হিতকৰ কোনো প্ৰস্তাৱ আগবঢ়ায়, সকলোৱে তেওঁৰ কথা মানিব লাগিব॥৩৯॥ কথা নামানিলে বাৰ পণ দণ্ড দিব লাগিব॥৪০॥ আনহাতে, তেওঁলোকে যদি একগোট হৈ তেওঁক(প্ৰস্তাৱকাৰীক) মাৰ-ধৰ কৰে, প্ৰত্যেকে পৃথকে উক্ত অপৰাধৰ কাৰণে বিহিত দণ্ডৰ দুগুণ দণ্ড দিব লাগিব॥৪১॥ বিসকলে শৰীৰত গুৰুতৰ আঘাত কৰে, তেওঁলোকৰ কঠোৰ দণ্ড হ'ব॥৪২॥

তেওঁলোকৰ ব্ৰাহ্মণাদি ক্ৰমে জ্যেষ্ঠত্ব নিৰূপিত হ'ব, অৰ্থাৎ ব্ৰাহ্মণৰ কথা সকলোৱে

মানিব॥৪৩॥ উৎসৱত ব্ৰাহ্মণে যদি ইচ্ছা নকৰে, একো কাম নকৰিব পাৰে; তথাপি নিজৰ অংশ লাভ কৰিব॥৪৪॥

উক্ত বিধানৰ দ্বাৰা কোনো অঞ্চল, জাতি, কুল আৰু সঙ্ঘৰ নিয়ম অপালনৰ কথাও বুজোৱা হ'ল॥৪৫॥

> যিসকল লোকে সঙ্ঘবদ্ধ হৈ দেশহিতজনক বান্ধ বান্ধে আৰু ৰাস্তাৰ ওপৰত দলং নিৰ্মাণ কৰে অথবা গাৱঁৰ শোভা বঢ়োৱা কাম বা ৰক্ষণাবেক্ষণৰ কাম কৰে, ৰজাই তেওঁলোকৰ প্ৰীতিকৰ আৰু হিতকৰ কাম কৰা উচিত॥৪৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'স্থাৱৰ সম্পত্তি-সম্বন্ধীয়' প্ৰকৰণৰ অন্তৰ্গত "চৰণীয়া পথাৰ, খেতি-পথাৰ আৰু আলিবাটৰ ক্ষতি সাধন আৰু লোকাচাৰ অপৰিপালন" নামৰ দশম (আৰম্ভণিৰপৰা ৬৭তম) অধ্যায় সমাপ্ত॥

# একাদশ অধ্যায়

## ৬৩তম প্ৰকৰণ : ঋণ অপৰিশোধ

এশ পণৰ এমাহৰ সুত চোৱা পণ হ'লে ন্যায়সঙ্গত হয়; বেপাৰত খটালে পাঁচ পণ, (দুৰ্গম) অৰণ্যৰ মাজেদি যিসকলে যাতায়াত কৰে (তেওঁলোকক ধাৰলৈ দিলে) মাহে দহ পণ আৰু সমুদ্ৰযাত্ৰা কৰাসকলক কুৰি পণ সুতৰ হাৰত ধাৰলৈ দিব পাৰে॥১॥ ইয়াতকৈ বেছি হাৰত সুত আদায় কৰা বা কৰোৱাসকলক প্ৰথম সাহস-দণ্ড বিধান কৰিব লাগে: এইদৰে সুত আদায় কৰাৰ যিসকল সাক্ষী, তেওঁলোকৰ প্ৰত্যেকে ইয়াৰ আধা দণ্ড দিব॥২॥ ৰজা যদি ধনিক (ধাৰে দিওঁতা) আৰু ধাৰশিকৰ (ধাৰে লওঁতাৰ) স্বাৰ্থ ৰক্ষণত অক্ষম হয়, (বিচাৰকে) উভয় পক্ষৰ মাজত চলি অহা ৰীতিৰ কথা বিবেচনা কৰি চাব॥৩॥

শস্য ধাৰে ল'লে, খেতি চপোৱাৰ সময়লৈকে তাৰ সুত মূলৰ আধা হ'ব; তাৰ পিছত (অৰ্থাৎ খেতি উঠাৰ পিছত) সেই শস্যৰ মূল্য মূলধন হিচাপে গণ্য হৈ তাৰ ওপৰত সুত বাঢ়িব॥৪॥ (খেতিৰ কাৰণে) ধাৰে অনা টকাৰ ওপৰত ফচলৰ লাভাংশৰ আধা এবছৰৰ সুত হিচাপে দিব লাগিব আৰু এই শস্য আচুতীয়াকৈ ভ'ৰালত জমা কৰি ৰাখিব লাগিব॥৫॥ কোনোৱা ধৰুৱা যদি দীৰ্ঘদিন বিদেশত থাকে বা ধাৰ পৰিশোধ কৰাত গাফিলি কৰে, তেওঁ মূলৰ দুগুণ মূল্য দিব লাগিব॥৬॥

সুতৰ হাৰ নিৰ্ধাৰিত নকৰাকৈ সুত আদায় কৰিলে, সুতৰ হাৰ বঢ়ালে অথবা সাক্ষী উপস্থিত কৰাই সুত যোগ কৰি মূল সাধিলে বন্ধৰ (৩।১।২০-২১) চাৰি গুণ দণ্ড দিব লাগিব॥৭॥ (কেতিয়াও ধাৰলৈ নিদিয়া) তাকবীয়া ধন সাক্ষী লৈ সাধিলে, সেই দাবী কৰা (মিছা) মূলধনৰ চাৰি গুণ দণ্ড হ'ব॥৮॥ ইয়াৰে তিনিভাগ সাধোঁতাই দিব, বাকী ভাগ সাক্ষীয়ে দিব লাগিব॥৯॥

দীৰ্ঘকালীন যজ্ঞ, ৰোগ বা গুৰুকুলত আবদ্ধ থকা লোক, নাবালক বা সেটীজনাৰ ধাৰ বাঢ়িব নোৱাৰে॥১০॥

ঋণ পৰিশোধ কৰিবলৈ ওলালেও তাক গ্ৰহণ নকৰিলে বাৰ পণ দণ্ড হ'ব॥১১॥ উপযুক্ত কাৰণবশতঃ গ্ৰহণ নকৰিলে, সেই টকা আনৰ হাতত গচ্ছিত থাকিব আৰু তাৰ সুত বন্ধ থাকিব॥১২॥

ঋণদাতা যদি নাবালক, বৃদ্ধ, ৰোগী, বিপদগ্ৰস্ত আৰু প্ৰবাসী নহয় নাইবা দেশ ত্যাগ কৰি নাযায় বা দেশত বিপ্লৱ নহয়, তেনেহ'লে দহ বছৰলৈকে ঋণ-পৰিশোধ দাবী নকৰিলে তেওঁৰ সেই ধাৰে দিয়া টকাৰ ওপৰত কোনো অধিকাৰ নাথাকিব॥১৩॥

মৃতকৰ ঋণ পুত্ৰসকলে, সম্পত্তিৰ উত্তৰাধিকাৰী জ্ঞাতিয়ে, লগৰ ধৰুৱাসকলে অথবা প্ৰতিভূৱে সুতেৰে সৈতে পৰিশোধ কৰিব॥১৪॥ (ঋণ পৰিশোধ সম্পৰ্কে) আন কোনো প্ৰকাৰ জামিনৰ ব্যৱস্থা নচলিব॥১৫॥ নাবালকৰ জামিনৰ কোনো মূল্য নাই॥১৬॥

যি ঋণ পৰিশোধৰ কাৰণে কোনো ঠাই বা সময়ৰ নিৰ্দেশ নাই, মৃতকৰ পুত্ৰ, পৌত্ৰ বা সম্পত্তিৰ উত্তৰাধিকাৰী ভাগী-জ্ঞাতিয়ে সেই ঋণ পৰিশোধ কৰিব লাগিব॥১৭॥

কোনোবাই যদি স্থান আৰু কালৰ নিৰ্দেশ নকৰাকৈ কাৰো জীৱন, বিবাহ আৰু মাটিৰ জামিন হয় (তেওঁৰ মৃত্যুৰ পিছত) তেওঁৰ পুত্ৰ বা নাতিসকলে সেই জামিনৰ দায়িত্ব বহন কৰিব লাগিব॥১৮॥

এজন ধৰুৱাই যদি কেবাজন উত্তমৰ্ণৰপৰা ধাৰ লয় আৰু ধাৰ যদি একে সময়তে পৰিশোধ কৰিব লগীয়া হয়, দুজন উত্তমৰ্ণই একে সময়তে তেওঁৰ বিৰুদ্ধে অভিযোগ কৰিব নোৱাৰিব; কিন্তু ধৰুৱা মানুহজনে যদি সেই ঠাই ত্যাগ কৰিবলৈ ওলায়, তেতিয়া এই নিষেধ বলবৎ নহ'ব॥১৯॥ তেতিয়াও তেওঁ আগতে লোৱা ধাৰ আগতে আৰু পিছত লোৱা ধাৰ পিছত শুজিব, অথবা ৰজা আৰু বেদজ্ঞ ব্ৰাহ্মণৰ ধাৰ আগতে শুজিব॥২০॥

গিৰিয়েক-ঘৈণীয়েক, পিতা-পুত্ৰ আৰু এক পৰিয়ালভুক্ত ভায়েকসকলে পৰস্পৰ ঋণ ল'লে সেই ঋণ অসাধ্য (অৰ্থাৎ মোকৰ্দমা কৰি আদায় কৰাৰ আইন নাই)॥২১॥

নিজ নিজ কৰ্মত ব্যস্ত হৈ থকা সময়ত খেতিয়ক আৰু চৰকাৰী বিষয়াক (ধাৰৰ কাৰণে) গ্ৰেপ্তাৰ কৰিব নোৱাৰিব॥২২॥ স্বামীয়ে যি ঋণ স্ত্ৰীৰ সম্মতিক্ৰমে লোৱা নাই, তাৰ বাবে স্ত্ৰীক জগৰীয়া কৰিব নোৱাৰিব; কিন্তু গৰখীয়া আৰু আধি মাটি চহোৱা খেতিয়কৰ তিৰোতা (নিজৰ সম্পত্তি নাথাকিলেও) স্বামীৰ ধাৰৰ কাৰণে জগৰীয়া হ'ব॥২৩॥ তিৰোতাৰ ভৰণ-পোষণৰ ব্যৱস্থা নকৰি স্বামী বিদেশলৈ যোৱা অৱস্থাত তিৰোতাই লোৱা ঋণৰ কাৰণে স্বামীক জগৰীয়া কৰিব পাৰিব॥২৪॥

ধৰুৱাই যদি ধাৰ স্বীকাৰ কৰে, সেইটো উত্তম (পক্ষ)॥২৫॥ ধাৰ স্বীকাৰ নকৰিলে, সাক্ষীৰ প্ৰমাণৰ ওপৰতে বিবাদ মীমাংসা কৰিব লাগিব; সাক্ষীসকল হ'ব লাগিব বিশ্বাসযোগ্য, সৎ অথবা উভয় পক্ষৰে সম্মত আৰু অন্যূন তিনিজন॥২৬॥ দুয়োপক্ষৰে সম্মতি হ'লে দুজন হ'লেও হ'ব, কিন্তু ঋণ-বিবাদত এজন সাক্ষীৰ দ্বাৰা কেতিয়াও (মীমাংসা) নহ'ব॥২৭॥

শ্যালক, সহযোগী, অনুজীৱী, ধাৰ দিওঁতা, ধাৰ লওঁতা, শত্ৰু, বিকলাঙ্গ আৰু আগেয়ে ৰাজ-অপৰাধত শাস্তি ভোগা লোক—এইবিলাক আৰু আগতে উল্লেখ কৰা (৩।১।১২) লেন-দেনৰ অনুপযুক্ত লোকবোৰ সাক্ষী হ'ব নোৱাৰে॥২৮॥ ৰজা, বেদজ্ঞ ব্ৰাহ্মণ, গাৱঁৰ চাকৰ, কুষ্ঠৰোগী, আহত, পতিত, চণ্ডাল, হেয় কৰ্মচাৰী, অন্ধ, কলা, বোবা, উপযাচি সাক্ষ্য দিবলৈ ওলোৱা, তিৰোতা আৰু চৰকাৰী বিষয়া—এওঁলোকে সাক্ষ্য দিব নোৱাৰে; অৱশ্যে নিজৰ নিজৰ সমষ্টিৰ ভিতৰত বিবাদ হ'লে পাৰিব॥২৯॥ পাৰুষ্য (বাচিক আৰু শাৰীৰিক আঘাত), চুৰি

আৰু ব্যভিচাৰ অপৰাধত, শত্ৰু, শ্যালক আৰু সহযোগীত বাহিৰে আনবিলাকে সাক্ষ্য দিব পাৰিব॥৩০॥ গোপন আদান-প্ৰদানৰ ক্ষেত্ৰত বিয়ে শুনিছে বা দেখিছে তেনে এজনী স্ত্ৰী বা এজন পুৰুষৰ সাক্ষ্যও গ্ৰহণ কৰা যাব পাৰে; কিন্তু ৰজা আৰু তপস্বীৰ সাক্ষ্য গৃহীত নহ'ব॥৩১॥

বাধ্য-বাধকতাৰ মাজেদি নোযোৱাকৈ প্ৰভুৱে ভৃত্যৰ হৈ, ঋত্বিক আৰু আচাৰ্যই শিষ্যৰ হৈ আৰু পিতৃ-মাতৃয়ে পুত্ৰৰ হৈ সাক্ষ্য দিব পাৰে আৰু ভৃত্য প্ৰভৃতিয়েও প্ৰভু আদিৰ পক্ষে সাক্ষ্য দিব পাৰিব॥৩২॥ এওঁলোকৰ পৰস্পৰে পৰস্পৰৰ বিৰুদ্ধে অভিযোগ কৰিলে, মান্য পক্ষ যদি পৰাজিত হয় দহ 'বন্ধ' দণ্ড দিব আৰু হীন পক্ষ পৰাজিত হ'লে পাঁচ 'বন্ধ' দণ্ড দিব॥৩৩॥

সাক্ষী সম্পৰ্কীয় বিষয়টো ইয়াতে শেষ হ'ল।

(ধৰ্মস্থই) সাক্ষীসকলক ব্ৰাহ্মণ, পানীৰ কলহ বা অগ্নি আগত ৰাখি শপত খুৱাব॥৩৪॥ এই প্ৰসঙ্গত ব্ৰাহ্মণ সাক্ষীক ক'ব—'স'চা ক'বা'॥৩৫॥ ক্ষত্ৰিয় বা বৈশ্যক ক'ব—'(যদি মিছা কোৱা) ইষ্ট-পূৰ্তৰ ফল নাপাবা, হাতত লাওলোটা লৈ শত্ৰুৰ ঘৰলৈ ভিক্ষাৰ্থী হৈ যাব লাগিব'॥৩৬॥ শূদ্ৰ সাক্ষীক ক'ব—'তোমালোকে যদি মিছা কোৱা, জন্ম আৰু মৃত্যুৰ মাজত তোমাৰ যিখিনি পুণ্যফল তাক ৰজাই পাব; ৰজাৰ যিমান পাপ, সি তোমালোকক লম্ভিব; তাৰ উপৰি শাস্তিও আছে; দেখা বা শুনা কথাৰ প্ৰকৃত ৰূপ পিছতো ওলাই পৰিব; সকলোৱে একমত হৈ সত্য কথা প্ৰকাশ কৰা'॥৩৭॥ সত্য কথা ক'বলৈ অস্বীকাৰ কৰিলে, সাত দিন পিছত বাৰ পণ জৰিমনা হ'ব; তিনি পখ অতীত হৈ গ'লে (যিমান ধনৰ কাৰণে মোকৰ্দমা, সেই পৰিমাণে) মোকৰ্দমাৰ মূল্য দিব লাগিব॥৩৮॥

সাক্ষীসকলৰ মাজত কথাৰ অমিল হ'লে, যিপক্ষে অধিকসংখ্যক সৎ অথবা দুয়োপক্ষৰে সম্মত সাক্ষী থাকিব, সেইফালেই (ধৰ্মস্থই) জয় ঘোষণা কৰিব, নাইবা মধ্যপন্থা অনুসৰণ কৰিব (অৰ্থাৎ দুয়োপক্ষৰ মাজত সমানে জয়-পৰাজয় ঘোষণা কৰিব)॥৩৯॥ অথবা, সেই বস্তু ৰজাই লৈ যাব॥৪০॥

সাক্ষীবিলাকে যদি মোকদ'মাত দাবী কৰাতকৈ কম ধন বুলি কয়, অভিযোগকাৰীয়ে অতিৰিক্তকৈ দাবী কৰা ধনৰ একাংশ জৰীমনা ভৰিব॥৪১॥ সাক্ষীবিলাকে যদি দাবী কৰাতকৈ অধিক ধনৰ কথা কয়, সেইখিনি ৰজাই গ্ৰহণ কৰিব॥৪২॥

বাদীৰ মূৰ্খতাৰ কাৰণে (ঋণ-পত্ৰলেখকে) ভুলকৈ শুনা বা লিখা কথা আৰু তেঁতিয়া জীৱিত নথকা কোনো লোকৰ অভিনিবেশ (affidavit) ভালদৰে বিচাৰ কৰি সাক্ষীৰ প্ৰমাণৰ ওপৰতহে (ধৰ্মস্থই) গোচৰৰ নিষ্পত্তি কৰিব॥৪৩॥

উশনাৰ মতাৱলম্বীসকলে কয় যে সাক্ষীবিলাকৰ মাজতেই যদি প্ৰশ্নৰ বেলেগ বেলেগ উত্তৰ হয়, তেনেহ'লে দেশ, কাল আৰু বিষয়ৰ পাৰ্থক্য অনুসৰি (ক্ৰমে) প্ৰথম, মধ্যম আৰু উত্তম সাহস-দণ্ড বিহিব॥৪৪॥ মনুৰ মতাৱলম্বীসকলে কয় যে যিবিলাক মিছলীয়া সাক্ষীয়ে নোহোৱা বিষয় হোৱা কৰে আৰু হোৱা বিষয় (ধন-দ্ৰব্য) নোহোৱা কৰে, তেওঁলোকে (সেই দ্ৰব্য বা ধনৰ) দহগুণ দণ্ড দিব লাগিব॥৪৫॥ বৃহস্পতিৰ অনুগামীসকলে কয় যে সাক্ষীবিলাকে নিজৰ মূৰ্খতাৰ কাৰণে যদি বিচাৰ-বিভ্ৰাট ঘটায়, তেওঁলোকৰ শাস্তি হ'ব লাগিব যাতনাদায়ক মৃত্যু॥৪৬॥ কৌটিল্যাই কয় যে এইবোৰ হ'ব নোৱাৰে॥৪৭॥ কাৰণ, সাক্ষীবিলাকে যি স'চা তাকেহে ক'ব লাগে॥৪৮॥ যিবিলাকে (সত্য কথা) নকয়, তেওঁলোকে বাৰ পণ দণ্ড দিব আৰু যিবিলাকে সাক্ষী দিবলৈ অমান্তি হয় তেওঁলোকৰ এই দণ্ডৰ আধা হ'ব॥৪৯॥

(বাদী বা বিবাদীয়ে) এনে সাক্ষী উপস্থিত কৰাব, যিবিলাক স্থান আৰু কালৰ ফালৰপৰা অধিক দূৰৱৰ্তী নহয়; দূৰত থকা আৰু অনিচ্ছুক সাক্ষীক ৰজাৰ চমনৰ দ্বাৰা হাজিৰ কৰাব॥৫০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ "ঋণ-অৰ্পাৰিশোধ" নামৰ একাদশ (আৰম্ভণিৰ-পৰা ৬৮তম) অধ্যায় সমাপ্ত॥

# দ্বাদশ অধ্যায়

## ৬৪তম প্ৰকৰণ : উপনিধি-বিষয়ক (জমাত মূল-ধন-সম্পৰ্কীয়)

(পূৰ্বে ব্যাখ্যা কৰা—৩।১১।১১—২৪) ঋণ-সম্পৰ্কীয় বিধিৰ দ্বাৰা উপনিধি (গচ্ছিত ধন)-সম্পৰ্কীয় বিধিও বুজোৱা হৈছে॥১॥

শত্ৰু-সৈন্য আৰু বনচৰজাতীয় লোকসমূহে দুৰ্গ আৰু ৰাষ্ট্ৰত লুট-পাত কৰিলে অথবা ডকাইতে গাওঁ, সাউদৰ দল আৰু গৰুৰ পাল লুটি নিলে অথবা চৰ্কীৰ থকা বাহন নষ্ট হ'লে নাইবা জুই আৰু বানপানীৰ দ্বাৰা বিপন্ন গাৱঁত (উপনিধি) জুইৰ শিখা বা পানীৰ সোঁতৰ গৰাহত পৰিলে অথবা নাও বুৰি গ'লে বা নাওত চুৰি হ'লে যদি (উপনিধি-গ্ৰহীতা) নিজে ক্ষতিগ্ৰস্ত হয়, তেনে অৱস্থাত উপনিধি-গ্ৰহীতা উপনিধিৰ কাৰণে দায়ী নহ'ব॥২॥

উপনিধি ভোগ কৰা লোকে স্থান আৰু কাল অনুসৰি ভোগৰ কাৰণে কিছু কেৰেয়া দিব আৰু তাৰ উপৰি বাৰ পণ দণ্ড দিব॥৩॥ নিজে ভোগ কৰোঁতে যদি উপনিধিৰ কিবা হানি-বিঘিনি হয় নাইবা (জন্তু বা দাস আদি শ্ৰেণীৰ) উপনিধি যদি আন কাৰণবশতঃ পলাই যায়, তাৰ বাবে তেওঁ দায়ী হ'ব আৰু চৌবিশ পণ দণ্ড দিব লাগিব॥৪॥ (জীৱ-ধাৰী) উপনিধি যদি মৃত্যুৰ মুখত পৰে বা বিপদগ্ৰস্ত হয় তাৰ বাবে গ্ৰহীতা জগৰীয়া নহ'ব॥৫॥

উপনিধি বন্ধক থলে, বিক্ৰী কৰিলে বা মিছা মাতিলে (মালিকক ক্ষতিপূৰণ দিয়াৰ উপৰিও) তাৰ মূল্যৰ পাঁচ ভাগৰ চাৰি ভাগ দণ্ড হিছাপে দিব লাগিব॥৬॥ সলনি কৰিলে বা গুচি যোৱাত সহায় কৰিলে সমমূল্যৰ দণ্ড হ'ব॥৭॥

ইয়াৰ দ্বাৰা আধিৰ নাশ, উপভোগ, বিক্ৰী, বন্ধক আৰু আত্মসাৎ সম্পৰ্কেও ব্যাখ্যা কৰা হ'ল॥৮॥

যি আধিৰপৰা (আধি-গ্ৰহীতাৰ) উপকাৰ হয় (যেনে খীৰতী গাই) আধি-দাতাৰ তাৰ ওপৰত স্বত্ব লোপ হ'ব নোৱাৰে (অৰ্থাৎ নিৰ্দিষ্ট সময়ত ঋণ পৰিশোধ কৰিব নোৱাৰিলেও আধি-দাতাৰ তাৰ ওপৰত স্বত্ব থাকিব) আৰু আধি-দাতাৰ সম্মতি নহ'লে ইয়াৰ মূল্যও (সুতৰ দ্বাৰা) বাঢ়িব নোৱাৰে॥৯॥ উপকাৰ নোহোৱা আধিৰ স্বত্বও লোপ পাব পাৰে আৰু তাৰ মূল্যও সুতৰ দ্বাৰা বাঢ়িব পাৰে॥১০॥

আধি-দাতাই আধি ঘূৰাই নিবলৈ অহাত নিদিলে বাৰ পণ দণ্ড হ'ব॥১১॥ অথবা আধি-ৰক্ষকৰ অনুপস্থিতিত আধি-দাতাই গাৱঁৰ মুখিয়াল লোকৰ হাতত নিষ্ক্ৰয় (সুত সহ নিয়া ধন) অৰ্পণ কৰি আধি ঘূৰাই নিব॥১২॥ অথবা, আধিৰ ওপৰত তৌজিয়াৰপৰা সুত বন্ধ কৰি আৰু সেই সময়ত পাব লগীয়া আধিৰ মূল্য নিৰ্ধাৰণ কৰি তাক যতে আছে তাতেই ৰাখিব বা জনাশ-বিনাশকৰণত (হানি-বিনাশ প্ৰতিৰোধকাৰী অনুষ্ঠানত) ৰখা কৰিব॥১৩॥

অথবা, ঋণকর্তাৰ অনুপস্থিতিত আধি-গ্ৰহীতাই যদি আধিৰ বিনাশ আশংকা কৰে ধৰ্মস্থৰ অনুমতিক্ৰমে সৰ্বোচ্চ মূল্যত, আধিপাল*ৰ সন্তুষ্টিক্ৰমে বিক্ৰী কৰিব॥১৪॥

স্থাৱৰ আধি যদি প্ৰয়াসভোগ্য (যেনে খেতি-পথাৰ) বা ফলভোগ্য (যেনে ভাৰা-ঘৰ) হয়, তেনেহ'লে তাৰ বিনিময়ত দিয়া মূলধনৰ সুতৰ মূল্যৰ উপৰিও অতিৰিক্ত লাভ আধি-গ্ৰহীতাই ভোগ কৰিব পাৰিব আৰু মূলধনো অটুট থাকিব॥১৫॥ (আধি-দাতাৰ) বিনা সম্মতিত যি গ্ৰহীতাই (এই অতিৰিক্ত লাভ) ভোগ কৰে, তেওঁ (প্ৰাপ্য সুতৰ) মূল্য বাদ দি লাভৰ অংশ (আধি-দাতাক) সমৰ্পণ কৰিব আৰু কিছু দণ্ডও দিব॥১৬॥

(আধি সম্পৰ্কে) বাকী কথা উপনিধি-সম্পৰ্কীয় বিধিৰ দ্বাৰাই বুজোৱা হ'ল॥১৭॥

ইয়াৰ দ্বাৰা আদেশ (ওচৰত থকা কোনো লোকক কোনো এটা বস্তু দিবলৈ কাৰোবাক পচাকে আদেশ বোলে) আৰু অন্বাধিৰো (দূৰলৈ কোনো বস্তু লৈ যোৱাৰ কাৰণে নিওঁতাক দিয়া কমিছন) ব্যাখ্যা কৰা হ'ল॥১৮॥

অথবা, অন্বাধি লগত লৈ যোৱা মানুহজনে সাউদৰ দলৰ লগত গৈ নিৰ্দিষ্ট ঠাই নাপালে বা ডকাইতে লুট-পাত কৰি এৰি থৈ গ'লে, অন্বাধিৰ কাৰণে তেওঁ দায়ী নহ'ব॥১৯॥ অথবা মাজ বাটত মৰি থাকিলে (পুত্ৰাদি) দায়ভাগীও জগৰীয়া নহ'ব॥২০॥

আদেশ আৰু অন্বাধি সম্পৰ্কীয় বাকী কথা উপনিধিৰ বিধিৰ দ্বাৰাই বুজোৱা হৈছে॥২১॥

কাৰোবাৰপৰা কিবা বস্তু খুজি নিলে বা ভাৰালৈ নিলে বস্তুটো যি অৱস্থাত নিয়ে সেই অৱস্থাতে ফিৰাই দিব॥২২॥ কোনো নিৰ্দিষ্ট ঠাইৰ কাৰণে নিৰ্দিষ্ট কাললৈ দিয়া বস্তু এটা যদি স্বাভাৱিক দোষৰ কাৰণে নষ্ট হয় বা আকস্মিক বিপদত হেৰাই যায় তাৰ কাৰণে নিওঁতা দায়ী নহ'ব॥২৩॥

বাকী কথা উপনিধি-সম্পৰ্কীয় বিধিৰ দ্বাৰা বুজোৱা হ'ল॥২৪॥

পাইকাৰী বিক্ৰী সম্বন্ধে—পাইকাৰী বিক্ৰেতাসকলে যথোচিত ঠাই আৰু সময়ত পণ্য বিক্ৰী কৰি তাৰ লব্ধ মূল্য আৰু লাভ মহাজনক দিব॥২৫॥ অথবা, যথোচিত ঠাই আৰু সময়ৰ সুযোগ পাৰ হৈ যোৱা কাৰণে দাম পৰি গ'লে, তেওঁলোকক পণ্য-সামগ্ৰী দিয়া সময়ত তাৰ যি মূল্য আছিল, সেই নিৰিখত মূল্য আৰু লাভৰ অংশ মহাজনক দিব॥২৬॥ অথবা, মহাজনৰ লগত চুক্তি কৰা মতে (যথোচিত ঠাই আৰু সময়ত) মাল বিক্ৰী কৰি লাভ কৰিব নোৱাৰিলে, কেবল মূল্যকে দিব॥২৭॥ অথবা, বস্তুৰ দাম কমি যোৱা কাৰণে কম দাম পালে, সেইমতে কম দামকে (মহাজনক) দিব॥২৮॥ বিবিধাক ব্যৱসায়ী ৰজাৰ চকুত বিশ্বাসী আৰু নিৰ্দোষ, তেওঁলোকে, কোনো সামগ্ৰী ক্ষয়শীলতা বা আকস্মিক দুৰ্ঘটনাৰ কাৰণে নষ্ট হ'লে বা হেৰাই গ'লে, (মহাজনক) তাৰ দামো নিদিব পাৰে॥২৯॥ কিন্তু যিবোৰ পণ্য-সামগ্ৰী দূৰ ঠাইৰপৰা অনা হয় বা কিছু সময় ৰাখি পিছত বেচিব লগীয়া হয়, তেনে সামগ্ৰীৰ ক্ষেত্ৰত খৰচ আৰু লোকচান বাদ দি তাৰ মূল্য আৰু লাভ মহাজনক দিব লাগিব; বিভিন্ন সামগ্ৰীৰ ক্ষেত্ৰত প্ৰত্যেকৰে সুকীয়া সুকীয়া অংশ হিচাপ কৰি দিব লাগিব॥৩০॥

(পাইকাৰী বিক্ৰী সম্পৰ্কে) বাকী কথাবোৰ উপনিধিৰ বিধিৰ দ্বাৰা বুজোৱা হ'ল॥৩১॥

---

*আধিপাল—আধি-সম্পৰ্কীয় ব্যৱস্থাৰ অমপ্ৰাপ্ত ৰাজকীয় কৰ্মচাৰী।

ইয়াৰ দ্বাৰা বৈয়াবৃত্যবিক্ৰয় (অৰ্থাৎ পাইকাৰী বিক্ৰী) সম্পৰ্কীয় বিষয়টো ব্যাখ্যা কৰা হ'ল॥৩২॥

নিক্ষেপৰ (শিল্পী আদিক দিয়া কেচামাল, যেনে সোণাৰিক দিয়া সোণ) কথা উপনিধিৰ বিধিৰ দ্বাৰা বুজিব লাগিব॥৩৩॥

এজনে দিয়া নিক্ষেপ আন এজনৰ হাতত অৰ্পণ কৰিলে, হেৰোৱা বুলি গণ্য কৰা হ'ব (অৰ্থাৎ সেই বস্তু নিক্ষেপকাৰীক আকৌ দিব লাগিব)॥৩৪॥

নিক্ষেপ আত্মসাৎ কৰিলে, (যাৰ ওচৰত নিক্ষেপ ৰখা হৈছিল) তেওঁৰ আগৰ দোষ আৰু নিক্ষেপকাৰীৰ (সাধুতা) এই দুয়োটা কথাকে বিবেচনা কৰি সেই সম্পৰ্কে সিদ্ধান্ত কৰিব॥৩৫॥ কাৰণ, শিল্পীবিলাক অসাধু॥৩৬॥ নিক্ষেপ ৰাখোঁতে সাক্ষী নৰখাই সিবিলাকৰ স্বভাৱ॥৩৭॥

সাক্ষী নৰখাকৈ নিক্ষেপ ৰাখি যদি তেওঁলোকে পিছত অস্বীকাৰ কৰে, তেনেহ'লে নিক্ষেপকাৰীয়ে গোপনে নিক্ষেপ ৰাখোঁতাক অনুনয়-বিনয় কৰি বেৰৰ আঁৰত লুকাই ৰখা সাক্ষীক এই বিষয়ে বিদিত কৰাব অথবা কোনো উদ্যানত সুৰাপান-উৎসৱ পাতি তেওঁলোকৰ বিশ্বাস ওপোজাই সাক্ষীক এই বিষয়ে জানিব দিব॥৩৮॥

কোনো বুঢ়া বা বেমাৰী সদাগৰে কোনো চিহ্নিত বস্তু সেই শিল্পীৰ হাতত থৈ গুচি যাব॥৩৯॥ তেওঁৰ নিৰ্দেশমতে তেওঁৰ পুতেক বা ভায়েক নিক্ষেপ ৰাখোঁতাৰ ওচৰলৈ নিক্ষেপ ওলোটাই আনিব লৈ যাব॥৪০॥ যদি তেওঁ ফিৰাই দিয়ে, তেওঁক সাধু বুলি ধৰা হ'ব; নহ'লে তেওঁ নিক্ষেপো উলিয়াই দিব লাগিব আৰু চুৰি অপৰাধৰ শাস্তিও ভুগিব লাগিব॥৪১॥

অথবা, কোনো বানপ্ৰস্থী হ'বলৈ ওলোৱা শ্ৰদ্ধেয় পুৰুষে কোনো চিহ্নিত বস্তু তেওঁৰ ওচৰত নিক্ষেপৰূপে ৰাখি প্ৰস্থান কৰিব॥৪২॥ কিছুদিন পিছত ঘূৰি আহি বস্তুটো ওলোটাই আনিবলৈ বিচাৰিব॥৪৩॥ যদি দিয়ে, তেওঁক সাধু বুলি ধৰা হ'ব, নহ'লে নিক্ষেপো উলিয়াই দিব লাগিব, চুৰি অপৰাধৰ শাস্তিও ভুগিব লাগিব॥৪৪॥

অথবা, তেওঁ চিহ্নিত বস্তু সহ (সেই নিক্ষেপ ৰাখোঁতাক) গ্ৰেপ্তাৰ কৰাব॥৪৫॥

অথবা, দেখাত মূৰ্খ সদৃশ কোনো লোকে ৰজাক দিব লগীয়া কৰ আদি নিদিয়া কাৰণে বা নিষিদ্ধ সময়ত চলন-ফুৰণ কৰা কাৰণে (গ্ৰেপ্তাৰ হোৱাৰ) ভয়ত সেই শিল্পীৰ হাতত কোনো মহামূল্য বস্তু থৈ গুচি যাব॥৪৬॥ (তাৰ পিছত) বন্দীশালত থাকি তেওঁ (বস্তুটো দিলে নিজৰ মুক্তি হ'ব বুলি কাৰণ দৰ্শাই) সেই বস্তুটো ওভোতাই বিচাৰিব॥৪৭॥ যদি বস্তুটো দিয়ে, তেওঁ সাধু; নহ'লে নিক্ষেপো উলিয়াই দিব লাগিব আৰু চুৰি-অপৰাধৰ শাস্তিও ভোগ কৰিব লাগিব॥৪৮॥ (যদি শিল্পীৰ মৃত্যু হয়, তেতিয়া) স্মাৰক চিন দেখুৱাই তেওঁৰ ঘৰত (উত্তৰাধিকাৰী) লোকক (নিক্ষেপ আৰু চিন দি থোৱা বস্তু) এই দুয়োটা ফিৰাই খুজিব॥৪৯॥ তাৰে এটা নিদিলেও সেই লোকৰ ওপৰত আগত উল্লেখ কৰা ধৰণে দণ্ড বিধান হ'ব॥৫০॥

(ধৰ্মস্থই) বিবাদীয়ে ব্যৱহাৰ কৰা বস্তু কেনেকৈ পালে তাৰ বিচাৰ কৰিব, সেই বস্তুৰ আদান-প্ৰদান সম্পৰ্কীয় চিন বিচাৰিব আৰু বাদীৰ সেই বস্তুৰ মালিক হোৱাৰ সামৰ্থ্যৰো বিচাৰ কৰিব॥৫১॥

ইয়াৰ দ্বাৰা গোপন সমৱায়ৰ কথাও বুজোৱা হ'ল॥৫২॥

সেই কাৰণে আপোন লোকৰ লগত বা ভিন লোকৰ লগত আদান-

প্ৰদান কৰিলে সাক্ষী ৰাখি প্ৰকাশ্যভাৱে ঠাই, সময় আৰু বস্তুৰ সংখ্যা (বা পৰিমাণ) আৰু গুণাগুণ ঘোষণা কৰিব লাগে॥৫৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ অন্তৰ্গত "উপনিধি-বিষয়ক" নামৰ দ্বাদশ (আৰম্ভণিৰপৰা ৬৯তম) অধ্যায় সমাপ্ত॥

# ত্ৰয়োদশ অধ্যায়

## ৬৫তম প্ৰকৰণ : দাস আৰু কৰ্মকৰা-বিষয়ক বিধি

পেটৰ ভাতৰ কাৰণে যিজনে (সাময়িকভাৱে) আনৰ দাসত্ব স্বীকাৰ কৰিছে, তেওঁত বাহিৰে আন আৰ্যজাতীয় নাবালকক বিক্ৰী কৰিবলৈ নিয়া বা আধান হিচাপে ৰখা আত্মীয়-স্বজনে সেই নাবালক শূদ্ৰ হ'লে বাৰ পণ, বৈশ্য হ'লে তাৰ দুগুণ অৰ্থাৎ চৌবিশ পণ, ক্ষত্ৰিয় হ'লে তিনি গুণ অৰ্থাৎ ছয়ত্ৰিশ পণ আৰু ব্ৰাহ্মণ হ'লে চাৰি গুণ অৰ্থাৎ আঠচল্লিশ পণ দণ্ড ভৰিব লাগিব॥১॥ বিক্ৰেতা বা আধান-ৰক্ষক যদি নাবালকৰ সম্পৰ্কীয় নহয়, তেনেহ'লে ক্ৰমে প্ৰথম, মধ্যম আৰু উত্তম সাহস-দণ্ড আৰু বধ-দণ্ড হ'ব; কিনোতা আৰু সাক্ষীবো একেই দণ্ড হ'ব॥২॥

ম্লেচ্ছৰ ক্ষেত্ৰত সন্তান বিক্ৰী কৰা বা আধান ৰখা দূষণীয় নহয়॥৩॥ (নাবালক) আৰ্যৰ দাসত্ব কোনো অৱস্থাতে হ'ব নোৱাৰে॥৪॥

অথবা, আৰ্যসকলৰ বিপদ উপস্থিত হ'লে যেতিয়া এটা সমগ্ৰ পৰিয়ালে (আন এটা অৱস্থাপন্ন পৰিয়ালৰ ওচৰত) বন্ধন স্বীকাৰ কৰে, তেতিয়া (নাবালক) আৰ্য এজনকো আধানৰূপে ৰাখি, নিষ্ক্ৰয় পালে (প্ৰথমে) নাবালকক বা সহায় আগবঢ়োৱাজনক মুকলি কৰি দিব॥৫॥

নিজে নিজক আধান ৰাখি যদি এবাৰৰ কাৰণেও পলায়, সেইজন লোকে নিজৰ ওপৰত স্বত্ব হেৰুৱাব; লোকে আধানৰূপে থলে দুবাৰ পলালে নিজৰ ওপৰত স্বত্ব হেৰুৱাব আৰু দুয়ো এবাৰ পলাই যাওঁতেই নিজৰ ওপৰত স্বত্ব হেৰুৱাব যদিহে তেওঁলোকে বিদেশ অভিমুখে যাত্ৰা কৰে॥৬॥

(স্বামীৰ) ধন অপহৰণকাৰী দাসক আৰ্যৰ ধন অপহৰণকাৰী চোৰক দিয়া দণ্ডৰ আধা দণ্ড দিব॥৭॥

আধি-গ্ৰহীতাৰ ওচৰৰপৰা যদি আধান পলাই যায় বা তাৰ মৃত্যু হয় অথবা সি বিপদগ্ৰস্ত হয়, আধানকাৰীয়ে গ্ৰহীতাক মূলধন ওভোতাই দিব লাগিব॥৮॥

(আধি-গ্ৰহীতাই) যদি আধানৰ হতুৱাই মৰা শ, মল-মূত্ৰ বা উচ্ছিষ্ট পেলোৱায় আৰু তিৰোতা আধানৰ হতুৱাই নগ্ঠা লোকক গা ধুওৱায় বা সিবিলাকক শাৰীৰিক আঘাত কৰি শাস্তি দিয়ে বা অসম্মান কৰে, তেনেহ'লে তেওঁ মূলধন নাপাব আৰু (তেনে ব্যৱহাৰ কৰা আধান) যদি ধাত্ৰী, পৰিচাৰিকা, আধা কচল লৈ মাটি চহোৱা তিৰোতা বা চাকৰণী হয়, সিহঁতৰ মুক্তি হ'ব॥৯॥ কোনো চাকৰে (চাকৰণীয়ে?) যদি সন্তান জন্ম দিয়ে তাৰ মুক্তি বিধিসম্মত॥১০॥

নিজৰ আধানস্বৰূপে থকা অনিচ্ছুকা ধাত্ৰীৰ ওপৰত ব্যভিচাৰ কৰিলে প্ৰথম সাহস-দণ্ড

বিহিব; লোকৰ আধানস্বৰূপে থকা অনিচ্ছুকা ধাত্ৰীৰ ওপৰত ব্যভিচাৰ কৰিলে মধ্যম সাহস-দণ্ড বিহিব॥১১॥

অবিবাহিতা ছোৱালী-আধানৰ ওপৰত নিজে ব্যভিচাৰ কৰিলে বা আনৰ হতুৱাই কৰালে মূলধন হেৰাব, ছোৱালীক গা-ধন দিব লাগিব আৰু তাৰ দুগুণ দণ্ড দিব লাগিব॥১২॥

কোনো (আৰ্যই) নিজে নিজক বিক্ৰী কৰি দাস হ'লেও তেওঁৰ পুত্ৰ আৰ্য হ'ব॥১৩॥ তেওঁ মালিকৰ কাৰ্যৰ ক্ষতি নকৰাকৈ নিজে যি উপাৰ্জন কৰে তাক আৰু পিতৃৰ সম্পত্তি লাভ কৰিব॥১৪॥ মূলধন পৰিশোধ কৰি (দাসত্বমুক্ত হৈ) আৰ্য হ'ব পাৰিব॥১৫॥

ইয়াৰ দ্বাৰা উদৰদাস (পেটৰ ভাতৰ কাৰণে দাসত্ব স্বীকাৰ কৰা লোক) আৰু আধানৰূপে থকা লোকৰ কথাও বুজোৱা হ'ল (অৰ্থাৎ উদৰদাস আৰু আহিত লোকৰ সন্তানো আৰ্য, তেওঁলোকেও উপাৰ্জন কৰিব পাৰিব, পিতৃ-সম্পত্তি লাভ কৰিব আৰু নিষ্ক্ৰয় দি মুকলি হ'ব পাৰিব)॥১৬॥ আধানৰ নিষ্ক্ৰয়ৰ পৰিমাণ মূলধনৰ অনুপাতে হ'ব॥১৭॥

(ধন দিব নোৱাৰিলে) যাক দণ্ড কৰা হৈছে তেওঁ কাম কৰি দি দণ্ড পৰিশোধ কৰিব॥১৮॥

যদি কোনো আৰ্যজাতীয় লোক যুদ্ধত বন্দী হয়, তেওঁক নিৰ্দিষ্ট কালৰ কাৰণে নিৰ্দিষ্ট কাম কৰিবলৈ দি মুকলি কৰি দিব অথবা (লগে লগে দিলে) দাসৰ নিৰ্ধাৰিত মূল্যৰ আধা লৈ মুকলি কৰি দিব॥১৯॥

যদি কোনোৱে আঠ বছৰৰ কম, আত্মীয়-স্বজনহীন, ঘৰ-ওপজা, উত্তৰাধিকাৰীসূত্ৰে পোৱা, উপহাৰ স্বৰূপে পোৱা বা কিনি লোৱা দাসক তাৰ অনিচ্ছা সত্ত্বেও হীন কাম কৰিবলৈ দিয়ে বা বিদেশলৈ পঠায় নাইবা সগৰ্ভা দাসীক যদি সন্তানৰ ভৰণ-পোষণৰ ব্যৱস্থা নকৰি বিক্ৰী কৰে বা আধান ৰাখে, তেনেহ'লে তেনে লোকৰ ওপৰত আৰু কিনোতা আৰু সাক্ষীৰ ওপৰতো প্ৰথম সাহস-দণ্ড বিহিব॥২০॥

উপযুক্ত নিষ্ক্ৰয়ৰ বিনিময়তো যদি কোনোৱে দাসক আৰ্য হ'বলৈ নিদিয়ে, তেনে লোকৰ বাৰ পণ দণ্ড হ'ব আৰু দাসক মুকলি কৰি নিদিয়ে মানে তেওঁক আটক কৰি থ'ব॥২১॥

দাসৰ আত্মীয়-স্বজন দাসৰ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব; আত্মীয়-স্বজন নাথাকিলে মালিকে সম্পত্তি পাব॥২২॥

মালিকে যদি দাসীৰ গৰ্ভত সন্তান জন্ম দিয়ে, সেই সন্তান মাতৃৰে সৈতে দাসত্ব-মুক্ত হ'ব॥২৩॥ যদি সন্তানৰ মাক হোৱা দাসীয়ে (প্ৰভুৰ) ঘৰত থাকি পৰিয়ালৰ কাৰ্যৰ তত্ত্বাৱধান কৰে, তাইৰ ভায়েক-ভনীয়েকহ'তো দাসত্ব-মুক্ত হ'ব॥২৪॥

দাস বা দাসীৰপৰা নিষ্ক্ৰয় লৈ যদি কোনোৱে আকৌ সিহ'তক বিক্ৰী কৰে বা আধান ৰাখে তেনেহ'লে তেওঁৰ বাৰ পণ দণ্ড হ'ব: কোনো দাস বা দাসী নিজে সম্মত হ'লে তেওঁ দণ্ডৰপৰা ৰেহাই পাব॥২৫॥

দাস-সম্পৰ্কীয় বিধি ইয়াতে শেষ হ'ল।

ওচৰত থকা মানুহে (দফাদাৰ?) বনুৱাৰ কামত নিবৃত্তিৰ বিষয়ে জানিব লাগে॥২৬॥

বনুৱাই চুক্তি কৰা মতে বেতন পাব আৰু চুক্তি কৰা নাথাকিলে, কাম আৰু সময় অনুপাতে বেতন পাব॥২৭॥ আগতে বেতনৰ চুক্তি নাথাকিলে খেতিয়কে ফচলৰ, গৰখীয়াই মাখনৰ আৰু বেপাৰীয়ে নিজৰ পণ্য-সামগ্ৰীৰ দহ ভাগৰ এভাগ বেতন স্বৰূপে পাব॥২৮॥ বেতন নিৰ্দিষ্ট থাকিলে সেইমতে পাব॥২৯॥

কাৰু, শিল্পী, গায়ক, চিকিৎসক, কথক, পৰিচাৰক আদি বেতনৰ আশাত কাম কৰা

লোকসকলে সেই শ্ৰেণীৰ আন লোকৰ দৰে বা বিশেষজ্ঞই নিৰ্ধাৰিত কৰি দিয়া মতে পাৰিশ্ৰমিক পাব॥৩০॥

সাক্ষীৰ প্ৰমাণৰ ওপৰতহে বেতনবিষয়ক কাজিয়াৰ মীমাংসা হ'ব॥৩১॥ সাক্ষীৰ অভাৱত (ধৰ্মস্থই) য'ত কাম কৰা হৈছিল সেই ঠাইত বিচাৰ কৰিব॥৩২॥

বেতন নিদিলে (বেতনৰ) এক-দশমাংশ বা ছয় পণ দণ্ড হ'ব॥৩৩॥ বেতন দিব লগীয়া নাই বুলি ক'লে বাৰ পণ বা (বেতনৰ) এক-পঞ্চমাংশ দণ্ড হ'ব॥৩৪॥

নদীৰ সোঁত, জুই, দস্যু বা বন্য জন্তুৰ কবলত পৰি আতুৰ হৈ নিজৰ সৰ্বস্ব, ল'ৰা, তিৰোতা আৰু আত্মদান কৰিম বুলি উদ্ধাৰকাৰীক মাতি বিপদৰপৰা উদ্ধাৰ পালে, বিশেষজ্ঞই নিৰ্দিষ্ট কৰি দিয়া মতে পাৰিশ্ৰমিক দিব॥৩৫॥ ইয়াৰ দ্বাৰা বিপদত পৰি কৰা সকলো প্ৰকাৰ দান-প্ৰতিশ্ৰুতি-ভংগৰ বিষয়ে বুজোৱা হ'ল॥৩৬॥

সংগমৰ সূচনা অনুসৰি বেশ্যাই পাৰিশ্ৰমিক পোৱা উচিত; বেছি মাত্ৰাই পাব খুজিলে নাইবা কুভাব বা অশিষ্টাচাৰ দেখুৱালে পাৰিশ্ৰমিকৰপৰা বঞ্চিত হ'ব॥৩৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'দাস আৰু বনুৱা-বিষয়ক বিধিৰ' অন্তৰ্গত "মালিকৰ অধিকাৰ" নামৰ ত্ৰয়োদশ (আৰম্ভণিৰপৰা ৭০তম) অধ্যায় সমাপ্ত॥

# চতুৰ্দশ অধ্যায়

## ৬৫তম প্ৰকৰণ : দাস আৰু বনুৱা-বিষয়ক বিধি

## বনুৱাৰ কৰ্তব্য

## ৬৬তম প্ৰকৰণ : সম্ভূয়সমুত্থান (অংশীদাৰী উদ্যোগ)

বেতন লৈ কাম নকৰা বনুৱাই বাৰ পণ দণ্ড দিব লাগিব আৰু কাম নকৰা পৰ্যন্ত তেওঁক আটক কৰি ৰাখিব॥১॥

যদি কাম কৰিবলৈ অক্ষম হয়, কামটো যদি হীন হয় অথবা যদি তেওঁ বেমাৰী বা বিপদ-গ্ৰস্ত হয়, কামৰপৰা ৰেহাই পাব পাৰে বা আনৰ হতুৱাই কৰোৱাৰ অধিকাৰ লাভ কৰিব পাৰে॥২॥

অথবা, তেওঁৰ খৰচত মালিকে কামটো আনৰ হতুৱাই কৰাই ল'ব পাৰে॥৩॥

'আপুনি কামটো আনৰ হতুৱাই নকৰাব, মইয়ো আনৰ কাম কৰিব নোৱাৰিম'—যদি এনে ধৰণৰ বাধা-নিষেধ থাকে মালিকে কামটো তেওঁৰ হতুৱাই নকৰালে বা তেওঁ নকৰিলে বাৰ পণ দণ্ড হ'ব॥৪॥ (আগেয়ে চুক্তিবন্ধ হোৱা) কামটো শেষ হ'লে যদি বনুৱাই আনৰ বেতন (আগ ধৰি) লয়, ইচ্ছা নাথাকিলে তেওঁ (সেই মালিকৰ নতুন কাম) নকৰিব পাৰে॥৫॥

আচাৰ্যসকলে যে কয় বনুৱা (কাম কৰোঁ বুলি) উপস্থিত হোৱাতো কামটো নকৰালে কৰা বুলি ধৰিব লাগিব (অৰ্থাৎ বনুৱাই মজুৰি দাবী কৰিব পাৰিব)॥৬॥ কৌটিল্যই কয়—'সেইটো হ'ব নোৱাৰে'॥৭॥ কাম কৰিলেহে মজুৰি, নকৰিলে মজুৰি নাই॥৮॥ যদি তেওঁ কামটো অলপমানো কৰাই লৈ পিছত কৰিব নিদিয়ে, তেতিয়া কৰা হোৱা বুলিয়ে ধৰিব লাগিব॥৯॥

যদি বনুৱাই নিৰ্দিষ্ট ঠাই আৰু সময়ৰ ব্যতিক্ৰম কৰে অথবা কামটো বেলেগ ধৰণে কৰে,

ইচ্ছা নাথাকিলে মালিকে কৰা হোৱা বন্দী নৰ্থিবৰও পাৰে॥১০॥ যিখিনি কাম কৰাৰ কাৰণে চুক্তি আছিল তাতকৈ বেছি কাম কৰিলে বন্দুৱাৰ শ্ৰম অথলে যাব দিব নালাগে॥১১॥

ইয়াৰ দ্বাৰা সম্বন্ধ বন্দুৱাৰ কথাও যুজোৱা হ'ল॥১২॥ সম্বৰ দ্বাৰা নিয়োজিত বন্দুৱাই (একেবাহে) সাত দিন থাকি কাম কৰিব॥১৩॥ তাৰ পিছত আন বন্দুৱা পঠিয়াই কাম শেষ কৰাব॥১৪॥

মালিকৰ অজ্ঞাতে সম্বই কাকো কামৰপৰা লৈ যাব বা কামত সুমুৱাই দিব নোৱাৰিব॥১৫॥ এই বিধান উলঙ্ঘন কৰিলে (সম্বৰ ওপৰত) চৌবিশ পণ দণ্ড বিহিব॥১৬॥ সংঘই পৰিত্যাগ কৰা বন্দুৱাৰ ক্ষেত্ৰত ইয়াৰ আধা দণ্ড হ'ব॥১৭॥

বন্দুৱা-সম্পৰ্কীয় বিষয়টো ইয়াতে শেষ হ'ল।

সম্বন্ধ বন্দুৱা বা সমবায় অনুষ্ঠানৰ অংশীদাৰসকলে চুক্তি কৰা মতে বা সমানে বেতন ভাগ কৰি ল'ব॥১৮॥

অথবা, খেতিয়ক আৰু বেপাৰীসকলে যথাক্ৰমে খেতি আৰু বেপাৰৰ আৰম্ভৰপৰা শেষলৈকে সময়হোৱাৰ মাজত নৰিয়া পৰা অংশীদাৰক কামৰ জোখাই ভাগ দিব॥১৯॥ যদি (নৰিয়া পৰা অংশীদাৰে) তেওঁৰ সলনি আন লোক দিয়ে পূৰা ভাগ দিব॥২০॥ কিন্তু প্ৰস্তুত পণ্য-সামগ্ৰীৰপৰা লাভ হোৱাৰ পিছত যদি কোনো অংশীদাৰ নৰিয়া পৰে, তেওঁক তেতিয়াই নিজৰ অংশ দিব॥২১॥ কাৰণ, ব্যৱসায়ৰ পথত কৃতকাৰ্যতা বা অকৃতকাৰ্যতা দুয়োটাই সচৰাচৰ ঘটে॥২২॥

কিন্তু, কাম আৰম্ভ হোৱাৰ পিছত যদি এজন সুস্থ অংশীদাৰ গুচি যায়, তেওঁৰ বাৰ পণ দণ্ড হ'ব॥২৩॥ আৰু, তেওঁ নিজ খুচিতে গুচি যাবও নোৱাৰিব॥২৪॥

কোনো অংশীদাৰে যদি চুৰি কৰে, আগতে অভয়দান দি তেওঁৰ অংশ দিম বুলি (প্ৰতিশ্ৰুতি দি) তেওঁক ধৰা পেলাব, আৰু (যদি তেওঁ নিজক সংশোধন কৰি কাম কৰে) তেওঁৰ প্ৰাপ্য অংশ আৰু অভয়দান দুয়োটাকে দিব॥২৫॥ দ্বিতীয় বাৰ চুৰি কৰিলে বা আন ঠাইলৈ গুচি গ'লে তেওঁক বহিষ্কাৰ কৰিব॥২৬॥ কোনো গুৰুতৰ অপৰাধ আচৰণ কৰিলে তেওঁক বিশ্বাসঘাতক হিচাপে শাস্তি বিহিব॥২৭॥

ঋত্বিকসকলে নিজ নিজ কামৰ বিশেষ অংশৰ বাহিৰে যজ্ঞৰ দক্ষিণা (আগতে) চুক্তি কৰা মতে বা সমানে ভগাই ল'ব॥২৮॥

অগ্নিষ্টোম আদি যজ্ঞত দীক্ষণীয়েষ্টি সমাপন হোৱাৰ পিছত কোনো ঋত্বিকৰ বেমাৰ হ'লে তেওঁ নিজৰ অংশৰ পাঁচ ভাগৰ এভাগ পাব, সোম-বিক্ৰয় অনুষ্ঠানৰ পিছত বেমাৰ হ'লে চাৰি ভাগৰ এভাগ পাব, মধ্যম উপসদৰ প্ৰবৰ্গ্যোদ্বাসন অনুষ্ঠানৰ পিছত বেমাৰ হ'লে তিনি ভাগৰ এভাগ পাব, মধ্যম উপসদৰ পিছত বেমাৰ হ'লে চাৰি ভাগৰ তিনি ভাগ পাব॥২৯॥ মাধ্যন্দিন-সৱনৰ পিছত বেমাৰ হ'লে পূৰা ভাগ পাব॥৩০॥ কাৰণ এই (মাধ্যন্দিন-সৱনৰ পিছত) দক্ষিণা প্ৰাপ্য হয়॥৩১॥ বৃহস্পতিসৱ অনুষ্ঠানত বাহিৰে প্ৰত্যেক সৱনতেই দক্ষিণা দিয়া হয়।

ইয়াৰ দ্বাৰা দীৰ্ঘদিনধৰি চলা যজ্ঞৰ দক্ষিণাৰ কথাও যুজোৱা হ'ল॥৩৩॥ ৰুগ্ন ঋত্বিকসকলৰ কাম দহ দিন দহ ৰাতি পৰ্যন্ত দক্ষিণা লৈ যজ্ঞ কৰা বাকী ঋত্বিকসকলে কৰি দিব নাইবা তেওঁলোকৰ বিশ্বস্ত আন ঋত্বিকে কৰি দিব॥৩৪॥

যজ্ঞ শেষ নোহওঁতে যদি যজমানৰ বেমাৰ হয়, ঋত্বিকসকলে অৱশিষ্ট কাম কৰি দক্ষিণা গ্ৰহণ কৰিব॥৩৫॥

যজ্ঞ শেষ নোহওঁতে, যদি ঋত্বিকে যজমানক বা যজমানে ঋত্বিকক এৰি দিয়ে, তেওঁৰ প্ৰথম সাহস-দণ্ড হ'ব॥৩৬॥

> যিয়ে এশ গৰুৰ মালিক হৈও অগ্ন্যাধান নকৰে, এহেজাৰ গৰুৰ মালিক হৈও যজ্ঞ নকৰে, সুৰাপান কৰে, ধৰ্মহীনা তিৰোতাক বিয়া কৰায়, ব্ৰহ্মহত্যা কৰে, গুৰুপত্নী হৰণ কৰে, অসাধু লোকৰ দানগ্ৰহণত যাৰ আসক্তি, যি চোৰ, যি নীচ লোকৰ যজ্ঞকাৰী—এনেকুৱা লোকৰ ক্ষেত্ৰত, যজ্ঞ-কৰ্মত নিশ্চিত দোষ হোৱা কাৰণে পৰস্পৰ ত্যাগ দূষণীয় নহয়॥৩৭-৩৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ 'দাস আৰু বনুৱা-সম্পৰ্কীয় বিধি' প্ৰকৰণৰ অন্তৰ্গত "বনুৱাৰ কৰ্তব্য" আৰু "সম্ভূয়-সমুত্থান" নামৰ চতুৰ্দশ (আৰম্ভণিৰপৰা ৭১তম) অধ্যায় সমাপ্ত॥

# পঞ্চদশ অধ্যায়

## ৬৭তম প্ৰকৰণ : বেচা-কিনা বাতিলকৰণ

পণ্য-সামগ্ৰী বিক্ৰী কৰি সমৰ্পণ নকৰিলে তেনে কৰোঁতাৰ বাৰ পণ দণ্ড হ'ব; যদি সেই পণ্যত কিবা দোষ ওলায়, নাইবা কোনো উপনিপাত হয় অথবা সি অবিষহ্য হয়, বিক্ৰেতাৰ কোনো দণ্ড নহ'ব॥১॥ বিক্ৰীত পণ্যৰ কোনো খুঁতেই দোষ॥২॥ ৰজা, চোৰ, জুই বা পানীৰ-পৰা হোৱা বিপদেই উপনিপাত॥ (বিক্ৰীত পণ্যৰ) বেছি পৰিমাণে গুণহীনতা থাকিলে বা বিপদত পৰি বিক্ৰী কৰিলে সি অবিষহ্য হয়॥৪॥

বেপাৰীৰ ক্ষেত্ৰত বাতিল-কৰণৰ সময় এদিনলৈকে দিব, খেতিয়কক তিনি দিন আৰু গৰখীয়াক পাঁচ দিন সময় দিব॥৫॥ জীৱিকাৰ উপায় বিক্ৰী কৰিলে মিশ্ৰ আৰু উত্তম বৰ্ণৰ লোকে সাত দিনলৈকে বাতিলকৰণৰ সময় পাব॥

বিনাশশীল বস্তুৰ ক্ষেত্ৰত—'এই বস্তু আন ঠাইত বিক্ৰী কৰিব নোৱাৰিব', এনে ধৰণৰ নিষেধ আৰোপ কৰি বাতিল-কৰণৰ সময় দিব॥৭॥ এই নিয়মৰ ব্যতিক্ৰম কৰিলে অপৰাধীয়ে চৌবিশ পণ দণ্ড দিব লাগিব অথবা বিক্ৰেয় পণ্য-বস্তুৰ দহ ভাগৰ এভাগ দণ্ডস্বৰূপে দিব লাগিব॥৮॥

কোনো সামগ্ৰী খৰিদ কৰি গ্ৰহণ নকৰিলে বাৰ পণ দণ্ড দিব লাগিব, কিন্তু দোষ, উপনিপাত বা অবিষহ্য হ'লে দণ্ড দিব নালাগে॥৯॥ খৰিদ্দাৰৰ বাতিলকৰণৰ ব্যৱস্থা বিক্ৰেতাৰ বাতিলকৰণৰ ব্যৱস্থাৰ দৰে॥১০॥

বিবাহ সম্পৰ্কে, প্ৰথম তিনি বৰ্ণৰ ক্ষেত্ৰত পাণিগ্ৰহণৰ আগলৈকে বিবাহ প্ৰত্যাহাৰ হ'ব পাৰে, শূদ্ৰৰ ক্ষেত্ৰত যৌনসংসৰ্গৰ আগলৈকে পাৰে॥১১॥ (প্ৰথম তিনি বৰ্ণৰ লোকৰ) পাণি-গ্ৰহণ হৈ যোৱাৰ পিছতো শয়ন-কালত (যোনি-ক্ষত, ক্লীবত্ব আদি) কোনো দোষ জনা হ'লে বিবাহ বাতিল হ'ব পাৰে॥১২॥ কিন্তু সন্তি-সন্তান জন্ম দিয়াৰ পিছত কোনোমতে বিবাহ বিচ্ছেদ হ'ব নোৱাৰে॥১৩॥

কন্যাৰ যোনিগত কোনো দোষ থাকিলে তাক প্ৰকাশ নকৰাকৈ বিয়া দিলে তেনে লোকৰ

ছিয়মবৈ পণ দণ্ড হ'ব আৰু গা-ধন আৰু স্ত্ৰীধন ভেও ফিৰাই দিব লাগিব॥১৪॥ আৰু কন্যা-প্ৰাৰ্থীয়েও বৰৰ দোষ প্ৰকাশ নকৰাকৈ বিয়া কৰালে ইয়াৰ দুগুণ দণ্ড ভৰিব আৰু গা-ধন আৰু স্ত্ৰীধন হেৰুৱাব॥১৫॥

(দাস-দাসী আদি) দ্বিপদ আৰু (গৰু-মহ আদি) চতুষ্পদ জন্তু বিক্ৰীৰ ক্ষেত্ৰত দুৰ্বল, ৰুগ্ন আৰু অপবিত্ৰ দ্বিপদ আৰু চতুষ্পদক সবল, সুস্থ আৰু পবিত্ৰ বুলি কলে বাৰ পণ দণ্ড হ'ব॥১৬॥ চাৰিঠেঙীয়া জন্তুৰ ক্ষেত্ৰত তিনি পক্ষলৈকে আৰু মানুহৰ ক্ষেত্ৰত পুৰা এবছৰলৈ বাতিলকৰণৰ সময় পাব॥১৭॥ কাৰণ, এইখিনি সময়ৰ ভিতৰত ইহঁতৰ শুচিতা আৰু অশুচিতা (অৰ্থাৎ ভাল-বেয়া স্বভাৱ) জানিব পৰা যাব॥১৮॥

ধৰ্মস্থসকলে এনেভাৱে বাতিলকৰণৰ সময় দিব যাতে দান-বিক্ৰীৰ ক্ষেত্ৰত দাতা আৰু প্ৰতিগ্ৰহীতা উভয়ৰে কোনো হানি নহয়॥১৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ "বেচা-কিনা বাতিলকৰণ" নামৰ পঞ্চদশ অধ্যায় (আৰম্ভণিৰপৰা ৭২তম) অধ্যায় সমাপ্ত॥

# ষোড়শ অধ্যায়

## ৬৮তম প্ৰকৰণ : দান কৰা বস্তুৰ অপ্ৰদান
## ৬৯তম প্ৰকৰণ : স্বত্বহীন বিক্ৰী
## ৭০তম প্ৰকৰণ : বস্তু আৰু মালিকৰ সম্বন্ধ

দান কৰা বস্তু নিদিয়াটো ঋণ পৰিশোধ নকৰাৰ সমান (অৰ্থাৎ ঋণ পৰিশোধ নকৰিলে যি ব্যৱস্থা ল'ব, দান অৰ্পণ নকৰিলেও সেই একে ব্যৱস্থাকে ল'ব)॥১॥

হস্তান্তৰ কৰিব নোৱৰা দান বাতিল হৈ এঠাইত (পূৰ্বৰ ঠাইত) থাকিব॥২॥

কোনো লোকে নিজৰ সৰ্বস্ব, পুত্ৰ, পত্নী আৰু নিজকো দান কৰি যদি বাতিল কৰে, (ধৰ্মস্থই) তাত অনুমতি দিব॥৩॥

ধৰ্মদান (ধৰ্মৰ অৰ্থে কৰা দান) যদি দুষ্টলোকৰ হাতত পৰে বা ধ্বংসমূলক কামত খটোৱা হয়, অৰ্থদান (অৰ্থৰ অৰ্থে কৰা দান) যদি অনুপকাৰী বা অপকাৰী পাত্ৰত অৰ্পিত হয়, কামদান (কামৰ অৰ্থে কৰা দান) যদি অযোগ্য পাত্ৰৰ হাতত পৰে (ধৰ্মস্থই তাক বাতিল কৰি দিব পাৰে)॥৪॥

দাতা আৰু প্ৰতিগ্ৰহীতা উভয়ৰে যাতে হানি নহয়, সেইভাৱে বিশেষজ্ঞসকলে বাতিল-কৰণৰ ব্যৱস্থা কৰিব॥৫॥

শাস্তিৰ ভয়ত, গালি-শপনিৰ ভয়ত বা বিপদৰ ভয়ত দিয়া ভয়দান (ভয়ত দিয়া দান) গ্ৰহণকাৰীৰ চুৰি অপৰাধৰ শাস্তি হ'ব; দিওঁতাৰো একে শাস্তি হ'ব॥৬॥ আনৰ অন্যায় কৰিবলৈ খঙত দিয়া ৰোষদান (খঙত দিয়া দান) আৰু ৰজাকো চেৰ পেলাবলৈ অহংকাৰৰ বশৱৰ্তী হৈ দিয়া দৰ্পদানৰ ক্ষেত্ৰতো এই একে ব্যৱস্থাই প্ৰযোজ্য হ'ব॥৭॥ তেনে ক্ষেত্ৰত সৰ্বোচ্চ দণ্ড বিধান কৰিব॥৮॥

পুত্ৰ বা সম্পত্তিৰ উত্তৰাধিকাৰী জ্ঞাতিয়ে ইচ্ছা নকৰিলে (মৃতকৰ) জামিনৰ ধন,

জৰিমনা বা গা-ধনৰ বাকী, জুৱা-খেলৰ ঋণ, মদ খোৱা ঋণ আৰু কামদান পৰিশোধ নকৰিবৰও পাৰে॥৯॥

দান কৰা বস্তুৰ অপ্ৰদান-সম্পৰ্কীয় বিষয়টো ইয়াতে শেষ হ'ল।

স্বত্বহীন বিক্ৰয় সম্পৰ্কে—কোনো হেৰোৱা বা চুৰি হোৱা মাল পালে মালিকে তাক ধৰ্মস্থৰ হতুৱাই হস্তগত কৰাব॥১০॥ অথবা, যদি ঠাই আৰু সময় (পলম হ'লে) আয়ত্তৰ অতীত হয়, মালিকে নিজে তাক উদ্ধাৰ কৰি ধৰ্মস্থৰ হাতত অৰ্পণ কৰিব॥১১॥ ধৰ্মস্থই যাৰ হাতত বস্তুটো আছিল তেওঁক প্ৰশ্ন কৰিব—"তুমি এই বস্তুটো ক'ত পালা?"॥১২॥ যদি তেওঁ বৈধভাৱে খৰিদ কৰাৰ প্ৰমাণ দিব পাৰে, কিন্তু বিক্ৰেতাক দেখুৱাই দিব নোৱাৰে, সেই বস্তুটো (প্ৰকৃত মালিকক) অৰ্পণ কৰি তেওঁক খালাচ দিব॥১৩॥ যদি বিক্ৰেতাক পোৱা যায়, তাৰ মূল্য (কিনোতাক) দিয়াব আৰু বিক্ৰেতাক চুৰি অপৰাধৰ শাস্তি দিব॥১৪॥ সেই বিক্ৰেতাই যদি ৰক্ষাৰ উপায় পায় (অৰ্থাৎ আন বিক্ৰেতা দেখুৱাব পাৰে) তেওঁ সাৰি যাব আৰু সাৰি যোৱাৰ উপায় শেষ নহয় মানে বস্তুৰ গৰাকী সাৰি যাব॥১৫॥ ৰক্ষাৰ উপায় শেষ হ'লে (অৰ্থাৎ কাৰপৰা কিনিছিল তেওঁক দেখুৱাব নোৱাৰিলে) সেই চুৰি মালৰ প্ৰথম বিক্ৰেতাই মালিকক মূল্য দিব লাগিব আৰু চুৰি অপৰাধৰ শাস্তি ভোগ কৰিব॥১৬॥

আৰু যাৰ হেৰোৱা বস্তু পোৱা গৈছে, তেওঁ স্বত্ব সাব্যস্ত কৰি তাক লাভ কৰিব॥১৭॥ যদি হেৰোৱা-পোৱা বস্তুৰ স্বত্ব প্ৰমাণ কৰিব নোৱাৰে (বস্তুৰ মূল্যৰ) পাঁচ ভাগৰ এভাগ দণ্ড স্বৰূপে দিব লাগিব॥১৮॥ আৰু সেই বস্তুটো বৈধ ৰাজ-সম্পত্তি হ'ব॥১৯॥

যদি মালিকে কোনো হেৰোৱা বা চুৰি হোৱা সম্পত্তি (ধৰ্মস্থক) নজনোৱাকৈ হস্তগত কৰে, তেওঁক প্ৰথম সাহস-দণ্ড বিহিব॥২০॥

হেৰোৱাৰ পিছত উদ্ধাৰ হোৱা মাল শুল্কস্থানত (মালখানা) ৰক্ষিত হ'ব॥২১॥ তিনি পখৰ পিছত, কোনেও দাবী নকৰিলে সেই মাল ৰজাই নিব, অথবা উপযুক্ত প্ৰমাণ দি মালিকে নিব॥২২॥

(দাস-দাসী আদি) দুঠেঙীয়া প্ৰাণীক মোকলাবলৈ প্ৰত্যেকৰ কাৰণে পাঁচ পণ নিষ্ক্ৰয়-ৰূপে দিব লাগিব, এটা খুৰা থকা (ঘোঁৰা, গাধ আদি) জন্তুৰ কাৰণে চাৰি পণ, গৰু-ম'হৰ কাৰণে দুই পণ আৰু সৰু-সুৰা জন্তুৰ কাৰণে চাৰি ভাগৰ এক পণ নিষ্ক্ৰয়ৰূপে দিব লাগিব॥২৩॥ ৰত্ন, মূল্যবান বস্তু, কম-মূল্যৰ বস্তু আৰু বনজ সম্পদৰ কাৰণে মূল্যৰ শতকৰা পাঁচ ভাগ দিব লাগিব॥২৪॥

শত্ৰুসৈন্য বা অৰণ্যবাসী ফৈদে অপহৰণ কৰি নিলে, ৰজাই তাক উদ্ধাৰ কৰি নিজ গৰাকীক সমৰ্পণ কৰিব॥২৫॥ চোৰে নিয়া বস্তু বিনষ্ট হ'লে বা উদ্ধাৰ কৰিব নোৱাৰিলে (ৰজাই) নিজৰ সম্পত্তিৰপৰা সেই বস্তু গৰাকীক প্ৰত্যৰ্পণ কৰিব॥২৬॥ সেই বস্তু (ৰজাৰ কোনো প্ৰিয়জনে) নিজে আত্মসাৎ কৰিলে, ৰজাই তাক উদ্ধাৰ কৰি মালিকক অৰ্পণ কৰিব, অথবা তাৰ ক্ষতিপূৰণ দিব॥২৭॥

শত্ৰুৰ দেশৰপৰা বিক্ৰম দেখুৱাই অনা বস্তু ৰজাৰ আদেশক্ৰমে ভোগ কৰিব পাৰিব; কিন্তু আৰ্য লোক হ'লে বা দেৱতা, ব্ৰাহ্মণ আৰু তপস্বীৰ সম্পত্তি হ'লে ভোগ কৰিব নোৱাৰিব॥২৮॥

স্বত্বহীন বিক্ৰয়-সম্পৰ্কীয় বিষয়টো ইয়াতে শেষ হ'ল।

'বস্তু আৰু মালিক সম্পৰ্কে হ'লে, যি বস্তুৰ মালিক-সম্বন্ধীয় সাক্ষ্য নষ্ট হৈ যায়, অবিচ্ছিন্ন দখলেই তাৰ মালিকত্বৰ প্ৰমাণ বুলি গণ্য হ'ব॥২৯॥

আনে ভোগ-দখল কৰি থকা নিজৰ সম্পত্তিৰ ওপৰত মালিকে যদি দহ বছৰ কাল চকু নিদিয়ে, তেনেহ'লে সেই সম্পত্তিৰ ওপৰত তেওঁ স্বত্ব হেৰুৱাব; কিন্তু সেই সম্পত্তি যদি নাবালক, বৃদ্ধ, ৰুগ্ন, বিপদগ্ৰস্ত বা প্ৰবাসী লোকৰ হয় অথবা মালিক যদি দেশ পৰিত্যাগ কৰি যাবলগীয়া হয় বা দেশত কোনো বিপ্লৱ হয়, তেতিয়া স্বত্ব লোপ নহ'ব॥৩০॥

নিজৰ দখলত নথকা স্থাৱৰ সম্পত্তিৰ ওপৰত মালিকে যদি কুৰি বছৰ চকু নাৰাখে, সেই সম্পত্তি সম্পৰ্কে তেওঁ কোনো প্ৰশ্ন তুলিব নোৱাৰিব॥৩১॥

ৰজাৰ (মালিকৰ?) অনুপস্থিতিত লোকৰ গৃহাদিত বসতি কৰা আত্মীয়-স্বজন, বেদজ্ঞ ব্ৰাহ্মণ বা বৌদ্ধ ভিক্ষুৱে তাৰ ওপৰত দখল থকা বাবেই স্বত্ব লাভ কৰিব নোৱাৰিব; আৰু (কোনো লোকেই) দখলত থকা কাৰণেই কোনো উপনিধি, আধি, মাটিৰ তলত পুতি থোৱা ধন-সোণ, ন্যাস, তিৰোতা, সীমা, ৰজাৰ বস্তু আৰু বেদজ্ঞ ব্ৰাহ্মণৰ বস্তুৰ অধিকাৰী হ'ব নোৱাৰিব॥৩২॥

আশ্ৰমবাসী সন্ন্যাসী বা বৌদ্ধ ভিক্ষুসকলে পৰস্পৰক উৎপীড়ন নকৰাকৈ আহল-বহল ঠাইত বসতি কৰিব॥৩৩॥ অলপ-অচৰপ উৎপীড়ন সহ্য কৰিব॥৩৪॥ অথবা আগেয়ে আহি ঠাই লোৱাজনে পিছত অহাজনক পৰ্যায়ক্ৰমে থাকিবলৈ দিব॥৩৫॥ যিয়ে থাকিবলৈ নিদিয়ে, তেওঁক বাহিৰ কৰি দিব॥৩৬॥

বানপ্ৰস্থী, সন্ন্যাসী আৰু ব্ৰহ্মচাৰীৰ সম্পত্তিৰ ওপৰত যথাক্ৰমে আচাৰ্য বা শিষ্য, ধৰ্মভ্ৰাতৃ আৰু সতীৰ্থৰ উত্তৰাধিকাৰিত্ব বৰ্তিব॥৩৭॥

এওঁলোকৰ মাজত বিবাদ উপস্থিত হ'লে (পৰাজিত হোৱাজনৰ) যিমান পণ দণ্ড হয় সিমান ৰাতি ৰজাৰ উদ্দেশ্যে উপবাস, স্নান, হোমাদি অগ্নিকাৰ্য আৰু মহাকচ্ছৰ* উপাসনা কৰিব॥৩৮॥ বৌদ্ধ-ভিক্ষুৰ ধন-সোণ নাই॥৩৯॥ বাচিক বা শাৰীৰিক আঘাত, চুৰি, বলাৎকাৰ আৰু ব্যভিচাৰ অপৰাধত বাহিৰে আন অপৰাধৰ কাৰণে দণ্ডিত হ'লে, নিজ ধৰ্মানুসাৰি (ৰজাৰ অৰ্থে) ব্ৰত-উপবাস আদি পালন কৰিব॥৪০॥ উক্ত অপৰাধৰ কাৰণে যথানিৰ্দিষ্ট দণ্ড বিধান কৰিব লাগিব॥৪১॥

> সন্ন্যাস গ্ৰহণ কৰি মিথ্যাচাৰী হ'লে, সেইসকলক ৰজাই শাস্তি বিধান
> কৰি বাৰণ কৰিব; কাৰণ, অধৰ্মৰ দ্বাৰা ধৰ্ম অভিভূত হোৱাটো উপেক্ষা
> কৰিলে শাসনকৰ্তাৰ বিনাশ হয়॥৪২॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ অন্তৰ্গত "দান কৰা বস্তুৰ অপ্ৰদান", "স্বত্বহীন বিক্ৰয়" আৰু "বস্তু আৰু মালিকৰ সম্বন্ধ" নামৰ ষোড়শ (আৰম্ভণিৰপৰা ৭৩তম) অধ্যায় সমাপ্ত।**

---

*মহাকচ্ছ : সমুদ্ৰ বা বৰুণ-দেৱতা।

# সপ্তদশ অধ্যায়

## ৭১তম প্ৰকৰণ : বলপূৰ্বক গ্ৰহণ

মালিকৰ সাক্ষাতে বলপূৰ্বক কোনো বস্তু অপহৰণ কৰাকে সাহস বোলে॥১॥ মালিকে নেদেখাত অপহৰণ কৰাক আৰু (লোকৰ বস্তু নি) মিছা মাতিলে তাক চুৰি বোলে॥২॥

মনুৰ মতাবলম্বীসকলে কয়, "বস্ত্ৰ, মূল্যবান বস্তু, কম-মূল্যৰ বস্তু আৰু বনজ সম্পদ বলেৰে অপহৰণ কৰিলে সেই সেই বস্তুৰ মূল্যৰ সমান দণ্ড হ'ব"॥৩॥ উশনাৰ মতাবলম্বী-সকলে কয়, "মূল্যৰ দুগুণ দণ্ড হ'ব"॥৪॥ কৌটিল্যই কয়—"এনে অপৰাধত অপৰাধৰ গুৰুত্ব অনুসৰি দণ্ড হ'ব"॥৫॥

ফুল, ফল, শাক-পাচলি, মূল, কন্দ, সিদ্ধান্ন, চামৰাৰ বস্তু, বাঁহৰ পাচি-খৰাহি আদি, মাটিৰ বাচন ইত্যাদি সৰু-সুৰা বস্তু বলেৰে হৰণ কৰিলে কমেও বাৰ পণ আৰু বেছি হ'লে চৌবিশ পণ দণ্ড হ'ব॥৬॥ লো, কাঠ আৰু জৰীৰে নিৰ্মিত বস্তু, ক্ষুদ্ৰ জন্তু, কাপোৰ আদি ডাঙৰ বস্তুৰ ক্ষেত্ৰত কমেও চৌবিশ পণ আৰু বেছি হ'লে আঠচল্লিশ পণ পৰ্যন্ত দণ্ড হ'ব পাৰে॥৭॥ তাম, তীখা, কাঁহ, কাচ আৰু হাতী-দাঁতৰ পাত্ৰ আৰু অইন ডাঙৰ (মূল্যবান) বস্তুৰ ক্ষেত্ৰত কমেও আঠচল্লিশ আৰু বেছি হ'লে ছিয়ান্নবৈ পণ পৰ্যন্ত দণ্ড হ'ব পাৰে; এইবিধ দণ্ডৰ নাম প্ৰথম সাহস-দণ্ড॥৮॥ ডাঙৰ জন্তু, মানুহ, খেতি-পথাৰ, ঘৰ, টকা-পইচা, সোণ, মিহি কাপোৰ আদি মূল্যবান বস্তুৰ ক্ষেত্ৰত কমেও দুশ পণ আৰু বেছি হ'লে পাঁচ শ পণ দণ্ড হ'ব; এই দণ্ডৰ নাম মধ্যম সাহস-দণ্ড॥৯॥ যি লোকে কোনো তিৰোতা বা পুৰুষক বলপূৰ্বক বান্ধি ৰাখে, আনৰ হতুৱাই বন্ধাই ৰাখে বা বন্ধনৰপৰা মুকলি কৰি দিয়ে তেওঁৰ কমেও পাঁচ শ পণ আৰু বেছি হ'লে এহেজাৰ পণ দণ্ড হ'ব; এই দণ্ডৰ নাম উত্তম সাহস-দণ্ড॥১০॥"—এইবোৰ আচাৰ্যসকলৰ মত।

"যিয়ে 'মই দায়ী হ'ম' বুলি কৈ আনৰ হতুৱাই বলাৎকাৰ কৰায়, তেওঁ দুগুণ জৰিমনা ভৰিব॥১১॥ যিয়ে 'যিমান টকা লাগে, সিমান দিম' বুলি কৈ (আনৰ হতুৱাই বলাৎকাৰ) কৰায়, তেওঁ চাৰি গুণ জৰিমনা ভৰিব॥১২॥ যিয়ে 'মই ইমান টকা দিম' বুলি টকাৰ পৰিমাণ নিৰ্দেশ কৰি বলাৎকাৰ কৰায়, তেওঁ সেই পৰিমাণ টকা আৰু (তদুপৰি) জৰিমনা দিব লাগিব॥১৩॥"—বৃহস্পতিৰ মতাবলম্বীসকলে এই মত পোষণ কৰে। কৌটিল্যই কয়—"(সেই বলাৎকাৰ কৰোঁতা লোকজনে) যদি খং, ৰাগী বা মোহবশতঃ তেনে কৰা বুলি বুজি পোৱা যায়, তেওঁক যথানিৰ্দিষ্ট (এগুণ) দণ্ড বিহিব"॥১৪॥

> সকলো প্ৰকাৰ অৰ্থদণ্ডৰ ক্ষেত্ৰতে শতকৰা আঠ পণ ৰূপ-নামক কৰ দিব লাগিব বুলি জানিব লাগিব আৰু দণ্ড এশ পণৰ অধিক হ'লে শতকৰা পাঁচ পণ হিচাপে ব্যাজী-নামক অতিৰিক্ত কৰ দিব লাগিব বুলি জানিব লাগিব॥১৫॥
>
> প্ৰজাসকলে বহু অপৰাধ কৰা কাৰণে অথবা ৰজাসকলৰ অজ্ঞানতাৰ দোষত ৰূপ আৰু ব্যাজী নামক অবৈধ কৰৰ প্ৰচলন হৈছে; কিন্তু (একমাত্ৰ) বৈধ দণ্ড হৈছে (উপৰ্যুক্ত) মৌলিক দণ্ড॥১৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ 'ধৰ্মস্থীয়' নামৰ তৃতীয় অধিকৰণৰ অন্তৰ্গত 'বলপূৰ্বক গ্ৰহণ' নামৰ সপ্তদশ (আৰম্ভণিৰ পৰা ৭৪তম) অধ্যায় সমাপ্ত॥

# অষ্টাদশ অধ্যায়

## ৭২তম প্ৰকৰণ : বাক্‌পাৰুষ্য (মাতৰ তিতা)

(দেহ, চৰিত্ৰ আদিৰ দোষৰ উল্লেখ কৰি) তিৰস্কাৰ কৰা, (কোনো কুৎসিৎ ৰোগৰ উল্লেখ কৰি) নিন্দা কৰা আৰু ভীতি-প্ৰদৰ্শন কৰাকে বাক্‌পাৰুষ্য বোলে॥১॥

শৰীৰ, স্বভাৱ, বিদ্যা, জীৱিকা, দেশ (আদিৰ উল্লেখৰ দ্বাৰা কৰা) তিৰস্কাৰৰ ভিতৰত শৰীৰক ধৰি কৰা তিৰস্কাৰত যদি কণা, খোঁৰা আদি দোষ সত্য হয়, তিনি পণ দণ্ড হ'ব আৰু মিছা হ'লে ছয় পণ দণ্ড হ'ব॥২॥

কণা, খোঁৰা আদিক 'ধুনীয়া চকুৰ লোক'—এনে ধৰণৰ স্তুতিৰ ছলেৰে নিন্দা কৰিলে বাৰ পণ দণ্ড বিহিব॥৩॥

আৰু কুষ্ঠ, উন্মাদ, ক্লীবত্ব আদি উল্লেখ কৰি সমনীয়া লোকৰ কুৎসা ৰটনা কৰিলে উক্ত দোষবোৰ যদি সঁচা হয়, মিছা হয় বা স্তুতিৰ ছলেৰে নিন্দা কৰা বুজায় তেনেহ'লে ক্ৰমে বাৰ পণৰপৰা বাৰ পণ বাৰ পণকৈ দণ্ড বাঢ়ি যাব॥৪॥ নিজতকৈ শ্ৰেষ্ঠ লোকৰ ক্ষেত্ৰত এই দণ্ডৰ দুগুণ, নিকৃষ্ট লোকৰ ক্ষেত্ৰত আধা, লোকৰ তিৰোতাৰ ক্ষেত্ৰত দুগুণ আৰু প্ৰমাদ, ৰাগী, মোহ আদি বশতঃ হ'লে আধা হ'ব॥৫॥

কুষ্ঠ আৰু উন্মাদ ৰোগৰ বিষয়ে চিকিৎসক আৰু ওচৰ-চুবুৰীয়া লোকেই সাক্ষী, ক্লীবত্বৰ সাক্ষী তিৰোতা, প্ৰস্ৰাৱৰ ফেন আৰু বিষ্ঠা পানীত তল যোৱাটো॥৬॥

চৰিত্ৰ সম্পৰ্কে অপযশ ৰটনাৰ ক্ষেত্ৰত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আৰু অন্ত্যজ বৰ্ণৰ মাজত প্ৰথমজনৰ অপযশ যদি পাছৰজনে ৰটে, তিনি পণ দণ্ড হ'ব আৰু পাছৰজনৰ পাছৰ-জনৰ ক্ৰমে তিনি পণ তিনি পণকৈ বাঢ়ি যাব; আৰু যদি আগৰজনে পাছৰজনৰ অপযশ ৰটনা কৰে ক্ৰমে দুই পণ দুই পণকৈ কমি দুই পণত ৰ'বগৈ; যদি 'কুব্ৰাহ্মণ' আদি বাক্যৰ দ্বাৰা কুৎসা ৰটনা কৰে, তেতিয়াও ক্ৰমে দুই দুই পণকৈ দণ্ড কমি আহিব॥৭॥

ইয়াৰ দ্বাৰা কথকৰ বিদ্যাৰ নিন্দা, কাৰু-শিল্পীৰ আৰু নটৰ জীৱিকাৰ নিন্দা আৰু প্ৰাজ্জুনক* আৰু গান্ধাৰবাসীৰ দেশৰ কুচৰ্চা কৰা, ইত্যাদি সম্পৰ্কেও বুজোৱা হৈছে॥৮॥

যি লোকে আন এজনক 'মই তোমাৰ অমুক কৰিম' এইদৰে কিবা কৰিব বুলি ভীতি-প্ৰদৰ্শন কৰি যদি কামটো নকৰে, তেনেহ'লে সেই কামটো কৰিলে যি দণ্ড হ'লহেঁতেন, তেওঁ তাৰ আধা দণ্ড দিব লাগিব॥৯॥ যদি তেওঁ (ভীতি-প্ৰদৰ্শন কামত খটাবলৈ) অসমৰ্থ অথবা খং, ৰাগী বা মোহবশতঃ তেনে কৰা বুলি বুলি দাঙি ধৰে, তেওঁ বাৰ পণ দণ্ড দিব লাগিব॥১০॥ যদি তেওঁৰ (ভীতি দেখুওৱা লোকজনৰ প্ৰতি) শত্ৰুভাৱ আছে আৰু যদি তেওঁ অপকাৰ কৰিবলৈ সমৰ্থ, তেনেহ'লে তেওঁ যাৱজ্জীৱন (যাক ভীতি-প্ৰদৰ্শন কৰা হৈছে সেই লোকজনৰ ৰক্ষণৰ কাৰণে) জামিন দিব লাগিব॥১১॥

নিজৰ দেশ আৰু গাওঁৰ নিন্দা কৰিলে প্ৰথম সাহস-দণ্ড, নিজৰ জাতি
আৰু সংঘৰ নিন্দা কৰিলে মধ্যম সাহস-দণ্ড আৰু দেৱতা আৰু দেৱ-
মন্দিৰৰ নিন্দা কৰিলে উত্তম সাহস-দণ্ড হ'ব॥১২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ 'ধৰ্মস্থীয়' নামৰ তৃতীয় অধিকৰণৰ অন্তৰ্গত 'বাক্‌পাৰুষ্য' নামৰ অষ্টাদশ (আৰম্ভণিৰপৰা ৭৫তম) অধ্যায় সমাপ্ত॥

---

*প্ৰাজ্জুনক—[illegible] পণ্ডিতে প্ৰাজ্জুনক [illegible] বুলি কয়। [illegible] প্ৰাজ্জুনক বুলি [illegible] কৰে।

# ঊনবিংশ অধ্যায়

## ৭৩তম প্ৰকৰণ : দণ্ড-পাৰুষ্য (শাৰীৰিক হিংসা)

স্পৰ্শ কৰা, (লাঠি আদি দাঙি) ভয় দেখুওৱা আৰু প্ৰহাৰ কৰাকে দণ্ড-পাৰুষ্য বোলে॥১॥

কিয়ে মানুহৰ দেহৰ নাভিৰ তলৰ অংশ হাত, বোকা, ছাই বা ধূলিৰে স্পৰ্শ কৰে, তেওঁৰ তিনি পণ দণ্ড হ'ব; সেই একে বস্তুৰে যদি অপবিত্ৰ হয় তাৰ দ্বাৰা স্পৰ্শ কৰিলে অথবা ভৰি নাইবা থুৰে স্পৰ্শ কৰিলে ছয় পণ দণ্ড হ'ব; বমি, মূত, গু আৰু আন তেনেকুৱা বস্তুৰে স্পৰ্শ কৰিলে বাৰ পণ দণ্ড হ'ব॥২॥ সমান লোকৰ ক্ষেত্ৰত নাভিৰ ওপৰ ফালে (এইবোৰেৰে) স্পৰ্শ কৰিলে ইয়াৰ দুগুণ, মূৰত (এইবোৰেৰে) স্পৰ্শ কৰিলে চাৰি গুণ দণ্ড হ'ব॥৩॥ শ্ৰেষ্ঠজনৰ ক্ষেত্ৰত দুগুণ, নীচ লোকৰ ক্ষেত্ৰত আধা, পৰস্ত্ৰীৰ ক্ষেত্ৰত দুগুণ আৰু ভুলক্ৰমে, ৰাগীত বা মোহবশতঃ কৰিলে অপৰাধীৰ আধা দণ্ড হ'ব॥৪॥ যদি কোনো লোকে কাৰোবাক ভৰি, কাপোৰ, হাত আৰু চুলিত ধৰি টানি আনে সেই অপৰাধীৰ (প্ৰথমটো অপৰাধত, অৰ্থাৎ ভৰিত ধৰি টনা কাৰণে) ছয় পণ দণ্ড হ'ব, আৰু যথাক্ৰমে ছয় পণ ছয় পণকৈ বাঢ়ি যাব॥৫॥

কাৰোবাক হেঁচি ধৰিলে, আগুৰি ধৰিলে, মুচৰি দিলে, চোঁচৰাই নিলে আৰু ওপৰত উঠি বহিলে প্ৰথম সাহস-দণ্ড বিহিব॥৬॥ বগৰাই পেলাই আঁতৰি গ'লে আধা দণ্ড হ'ব॥৭॥

শূদ্ৰই যি অংগেৰে ব্ৰাহ্মণক আঘাত কৰে ধৰ্মস্থই সেই অংগটো কটাই দিব॥৮॥ (লাঠি আদি দাঙি) শূদ্ৰই ব্ৰাহ্মণক ভয় দেখুৱালে, (কণ্টক-শোধন অধিকৰণৰ একাংগবধ-নিষ্ক্ৰয় প্ৰকৰণত উল্লিখিত) নিষ্ক্ৰয়-দণ্ড বিহিব; স্পৰ্শ কৰিলে অৰ্ধ-নিষ্ক্ৰয়-দণ্ড বিহিব॥৯॥ ইয়াৰ দ্বাৰা চণ্ডাল আৰু আন অপবিত্ৰ লোকৰ দণ্ডৰ কথাও বুজোৱা হ'ল॥১০॥

হাত তুলি ভয় দেখুৱালে কমেও তিনি পণ আৰু ঊৰ্ধ্বতম বাৰ পণ দণ্ড হ'ব, ভৰিৰে হ'লে ইয়াৰ দুগুণ দণ্ড হ'ব, দুখ দিব পৰা বস্তুৰে ভয় দেখুৱালে প্ৰথম সাহস-দণ্ড আৰু জীৱন সংকটাপন্ন কৰিব পৰা বস্তুৰে ভয় দেখুৱালে মধ্যম সাহস-দণ্ড বিহিব॥১১॥

কাঠ, মাটিৰ চপৰা, শিল, লোৰ মাৰি, জৰী আদি বস্তুৰে তেজ নোলোৱাকৈ গাত দুখ দিলে চৌবিশ পণ দণ্ড হ'ব; তেজ ওলালে দুগুণ দণ্ড হ'ব; কিন্তু দোষযুক্ত তেজ হ'লে দণ্ড দুগুণ নহ'ব॥১২॥ তেজ নোলালেও মৰা যেনকৈ মাৰিলে নাইবা হাত-ভৰিৰ জোৰা লৰাই দিলে প্ৰথম সাহস-দণ্ড বিহিব; হাত-ভৰি আৰু দাঁত ভাঙিলে, নাক-কাণ কাটিলে আৰু গেলা-পচাত বাহিৰে আন ঘাঁ-ফোঁহোৰা ফটাই দিলেও প্ৰথম সাহস-দণ্ডই বিহিব॥১৩॥ কৰঙন আৰু গল ভাঙিলে নাইবা চকুত বিন্ধিলে আৰু কথা কোৱা, লৰ-চৰ কৰা আৰু আহাৰ খোৱাত বাধা হোৱাকৈ আঘাত কৰিলে মধ্যম সাহস-দণ্ড আৰু চিকিৎসা আৰু আৰোগ্য হোৱাৰ খৰচো দিব লাগিব॥১৪॥ (আঘাতৰ কাৰণে) মৃত্যু ঘটিলে অপৰাধীৰ কণ্টক-শোধন অধিকৰণত বিহিত শাস্তিৰ ব্যৱস্থা কৰিব॥১৫॥

বহু মানুহে লগলৈ একজনক [illegible] প্ৰত্যেকে [illegible] শাস্তিৰ দুগুণ ভুগিব॥১৬॥

আচাৰ্যসকলে কয়—"বহু পুৰণি বিবাদ অথবা অসৎ অভিপ্ৰায় লৈ অনধিকাৰ প্ৰবেশ মোকৰ্দমাৰ বিচাৰ হ'ব নোৱাৰে"॥১৭॥ কৌটিল্যই কয়—"অপৰাধীৰ (বিনা শাস্তিৰে) মুক্তি হ'ব নোৱাৰে"॥১৮॥

আচাৰ্যসকলে কয় যে বিবাদত প্ৰথমে বিচাৰপ্ৰাৰ্থী হোৱা পক্ষই জয়ী হ'ব, কাৰণ (অন্যায়)

সহ্য কৰিব নোৱাৰি (আদালতলৈ) লৌবে॥১৯॥ কৌটিল্যই কয়—"সেইটো হ'ব নোৱাৰে॥২০॥ আগতে আহক বা পিছতে আহক সাক্ষীৰ প্ৰমাণৰ ওপৰতহে বিবাদৰ নিষ্পত্তি হ'ব; সাক্ষীৰ অভাৱত আঘাতৰ দ্বাৰা বা কাজিয়াৰ আন কোনো চিনৰ দ্বাৰা বিবাদৰ নিষ্পত্তি কৰিব লাগিব"॥২১॥

আঘাতৰ অভিযোগ সম্পৰ্কে কৰা প্ৰশ্নৰ উত্তৰ নিদিলে বিবাদীৰ ওপৰত সেইদিনাই অপৰাধৰ দণ্ড বিহিব॥২২॥

কাজিয়াৰ সময়ত আনৰ বস্তু অপহৰণ কৰিলে দহ পণ দণ্ড হ'ব; কোনো সৰু বস্তু নষ্ট কৰিলে সেই বস্তুটো (মালিকক) দিব আৰু তাৰ দাম যিমান হ'ব সিমান দণ্ড দিব লাগিব; ডাঙৰ বস্তু নষ্ট কৰিলে, সেই বস্তুটো মালিকক দিব আৰু তাৰ যিমান দাম তাৰ দুগুণ দণ্ড ভৰিব লাগিব; কাপোৰ, অলঙ্কাৰ, টকা আৰু সোণৰ পাত্ৰ নষ্ট কৰিলে সেই সেই বস্তু মালিকক দিব আৰু প্ৰথম সাহস-দণ্ড ভৰিব লাগিব॥২৩॥

লোকৰ ঘৰৰ বেৰত আঘাত কৰি জোকাৰি দিলে তিনি পণ দণ্ড হব; কাটিলে বা ভাঙিলে ছয় পণ দণ্ড দিব আৰু মেৰামতিৰ খৰচ দিব লাগিব॥২৪॥ লোকৰ ঘৰলৈ কোনোৱে দুখ দিব পৰা বস্তু দলিয়ালে, বাৰ পণ দণ্ড দিব লাগিব আৰু প্ৰাণনাশ কৰিব পৰা বস্তু দলিয়ালে প্ৰথম সাহস-দণ্ড হ'ব॥২৫॥

সৰু জন্তুক কাঠ আদিৰে আঘাত কৰি কষ্ট দিলে এক পণ বা দুই পণ দণ্ড ভৰিব; (সেই দৰে আঘাত কৰি) তেজ উলিয়ালে তাৰ দুগুণ দণ্ড হ'ব॥২৬॥ ডাঙৰ জন্তুৰ প্ৰতি একে অপৰাধত দুগুণ দণ্ড হ'ব আৰু চিকিৎসা আৰু আৰোগ্যৰ খৰচ দিব লাগিব॥২৭॥

নগৰৰ উদ্যানৰ ফুল, ফল আৰু ছাঁ দিয়া গছৰ গজালি ছিঙিলে ছয় পণ দণ্ড, সৰু ডাল ছিঙিলে বাৰ পণ দণ্ড, ডাঙৰ ডাল কাটিলে চৌৰিশ পণ দণ্ড, গা-গছ কাটিলে প্ৰথম সাহস-দণ্ড আৰু উভালি পেলালে মধ্যম সাহস-দণ্ড হ'ব॥২৮॥ ফুল, ফল আৰু ছাঁ দিয়া জোপোহা আৰু লতাৰ ক্ষেত্ৰত অৰ্ধদণ্ড হ'ব; পুণ্যক্ষেত্ৰ, তপোবন আৰু শ্মশানৰ গছৰ ক্ষেত্ৰতো অৰ্ধদণ্ড হ'ব॥২৯॥

> সীমাৰ গছ, ধৰ্মস্থানৰ গছ, সকলোৱে জনাজাত গছ আৰু ৰাজ-উদ্যানৰ (গছৰ) ক্ষেত্ৰত এই দণ্ড দুগুণ হ'ব॥৩০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ অন্তৰ্গত "দণ্ড-পাৰুষ্য" নামৰ একোনবিংশ (আৰম্ভণিৰপৰা ৭৬তম) অধ্যায় সমাপ্ত।

# বিংশ অধ্যায়

## ৭৪তম প্ৰকৰণ : জুৱা আৰু পণ
## ৭৫তম প্ৰকৰণ : বিবিধ প্ৰকৰণ

জুৱাখেলৰ অধ্যক্ষই একে ঠাইতে জুৱাখেল চলিবলৈ দিব॥১॥ বিয়ে আন ঠাইত পাশাৰে জুৱা খেলায়, তেওঁক বাৰ পণ দণ্ড কৰিব; কাৰণ একে ঠাইতে জুৱাখেল চলিলে গোপন জীৱিকা অৱলম্বনকাৰীসকলক চিনিব পাৰি॥২॥

আচাৰ্যসকলে কয় যে জুৱাখেল লৈ মোকৰ্দমা হলে জয়লাভ কৰোঁতাই প্ৰথম সাহস-

দণ্ড আৰু পৰাজয় বৰণ কৰোঁতাই মধ্যম সাহস-দণ্ড দিব লাগিব॥৩॥ কাৰণ, মূৰ্খপ্ৰকৃতিৰ এই পৰাজিতজনে জয়লাভৰ আকাংক্ষা কৰি পৰাজয় সহ্য কৰিব নোৱাৰে॥৪॥ কৌটিল্যই কয় "এইটো নহয়॥৫॥ পৰাজিতৰ যদি দুগুণ দণ্ড হয় কোনেও ৰজাৰ কাষ নাচাপিব॥৬॥ জুৱাৰী-সকল প্ৰায়ে কূট খেলুৱৈ"॥৭॥

জুৱাৰীসকলৰ অধ্যক্ষই নিভাজ কড়ি আৰু পাশতি ৰাখিব॥৮॥ সেই কড়ি বা পাশতি সলনি কৰি অন্য কড়ি বা পাশতি ব্যৱহাৰ কৰিলে বাৰ পণ দণ্ড হ'ব; কূটখেল খেলোঁতাৰ প্ৰথম সাহস-দণ্ড হ'ব আৰু তেওঁ জয়ৰ ফলস্বৰূপে পোৱা ধন কাঢ়ি লʼব; প্ৰৱঞ্চনা কৰিলে, (প্ৰথম সাহস-দণ্ডৰ উপৰিও) চুৰি অপৰাধত বিধেয় দণ্ড বিধান কৰিব॥৯॥

জুৱাখেলৰ অধ্যক্ষই জিত ধনৰ শতকৰা পাঁচ ভাগ আদায় কৰিব; তদুপৰি কড়ি, পাশতি, চামৰাৰ চাল আৰু হাতীদাঁতৰ গুটিৰ ভাৰা আৰু পানী, মাটি আৰু খেল খেলাৰ খৰচ আদায় কৰিব॥১০॥ অধ্যক্ষই (খেলৰ বস্তুবিলাকৰ) আধান আৰু বিক্ৰী কৰিব পাৰিব॥১১॥ তেওঁ যদি পাশতি, ঠাই আৰু হাতৰ প্ৰয়োগ সম্পৰ্কীয় অপৰাধ বাৰণ নকৰে, তেতিয়া (সেই অপৰাধীৰ) দুগুণ দণ্ড দিব লাগিব॥১২॥

ইয়াৰ দ্বাৰা বিদ্যা আৰু শিল্প-বিষয়ক বাজিত বাহিৰে আন সকলো বাজি বধা বিষয়ে বুজোৱা হ'ল॥১৩॥

বিবিধ বিষয় সম্পৰ্কে—

যদি কোনো লোকে কোনো ধাৰে নিয়া, ভাৰা কৰি নিয়া, আধান ৰখা বা ন্যাস ৰখা বস্তু নিৰ্দিষ্ট ঠাই আৰু সময়ত ওলোটাই নিদিয়ে আৰু (ৰাতিৰ নিৰ্দিষ্ট) প্ৰহৰত বা (দিনৰ নিৰ্দিষ্ট) ছাঁয়াত লগালগি হোৱা বা একেলগে থকাৰ ঠাই আৰু সময় লঙ্ঘন কৰে, তেওঁৰ বাৰ পণ দণ্ড হ'ব; পুলিচ-থানাত দিবলগীয়া কৰ আৰু পাৰ-ঘাটৰ ভাৰা ব্ৰাহ্মণবপৰা লৰা লোকৰ, নিজৰ ঘৰৰ লগত লগা আৰু এঘৰ পিছত থকা প্ৰতিবাসীক (ব্ৰাহ্মণক) বাদ দি আনক (ব্ৰাহ্মণক) নিমন্ত্ৰণ কৰা লোকৰো বাৰ পণ দণ্ড হ'ব॥১৪॥

যিয়ে কোনো এটা বস্তু (কাৰোবাক) দিবলৈ আদিষ্ট হৈ নিদিয়ে, ভাই-বোৱাৰীক হাতেৰে স্পৰ্শ কৰে, আনৰ ৰক্ষিতা বেশ্যাৰ ওচৰলৈ যায়, লোকে নিজৰ বুলি দাবী কৰা বস্তু কিনে, তলা-মোহৰ মাৰি থোৱা ঘৰ ভাঙি সোমায় আৰু দুকুৰি চুৰুৰীয়া পৰিয়ালৰ লোকৰ অন্যায় কৰে, তেওঁৰ আঠচল্লিশ পণ দণ্ড হ'ব॥১৫॥

পৰিয়ালৰ বাহি ধন গ্ৰহণ কৰি যিয়ে মিছা মাতে, অকলশৰীয়া বিধৱাৰ ওপৰত যি বল-পূৰ্বক ব্যভিচাৰ কৰে, যি চণ্ডালে আৰ্যনাৰীক স্পৰ্শ কৰে, যিয়ে বিপদৰ সময়ত প্ৰতিবাসীৰ ৰক্ষাৰ কাৰণে নাযায়, বিনা কাৰণে যিয়ে লোকৰ ওচৰলৈ দৌৰি যায় আৰু যিয়ে দেৱকাৰ্য আৰু পিতৃকাৰ্যত বৌদ্ধ, আজীৱক[1] আদি নাস্তিক সন্ন্যাসীক নিমন্ত্ৰণ কৰি খুৱায়, তেনে লোকৰ এশ পণকৈ দণ্ড হ'ব॥১৬॥

কৰ্তৃত্ব নোহোৱাকৈ (সন্দিগ্ধ লোকক) শপত খুৱাই প্ৰশ্ন কৰিলে, বিষয়া নহৈ বিষয়াৰ কাম কৰিলে, সৰু সৰু জন্তুবোৰৰ প্ৰজননকাৰী মতাবোৰক খাহী কৰিলে আৰু ঔষধ খুৱাই দাসীৰ গৰ্ভপাত কৰিলে প্ৰথম সাহস-দণ্ড হ'ব॥১৭॥

পিতা-পুত্ৰ, স্বামী-স্ত্ৰী, ভাই-ভনী, মোমাই-ভাগিন অথবা ছাত্ৰ-শিক্ষক—এওঁলোকৰ

---

[1]আজীৱিক: গোসাল মক্‌খলিপুত্ৰৰ অনুগামী বৌদ্ধ সম্প্ৰদায়।

মাজত এজনে আনজনক পতিত নোহোৱা সত্ত্বেও যদি ত্যাগ কৰে, তেওঁৰ প্ৰথম সাহস-দণ্ড হ'ব। সাৰ্থৰ দলত যোৱা কোনো লোকক (দলপতিয়ে) যদি গাঁৱৰ মাজত ত্যাগ কৰে, তেওঁৰ (দলপতিৰ) প্ৰথম সাহস-দণ্ড হ'ব; দুৰ্গম হাবিৰ মাজত ত্যাগ কৰিলে মধ্যম সাহস-দণ্ড হ'ব, সেইদৰে ত্যাগ কৰি তেওঁৰ ক্ষতি সাধন কৰিলে উত্তম সাহস-দণ্ড হ'ব; আন সহযাত্ৰীবিলাকৰ ইয়াৰ আধা দণ্ড হ'ব॥১৮॥

যি লোকে নাবালিগৰলগীয়া লোকক বান্ধে বা বন্ধায় অথবা বন্ধনত থকা লোকৰ বান্ধ খুলি দিয়ে মাইবা নাবালকক বান্ধে বা বন্ধায়, তেওঁৰ এহেজাৰ পণ দণ্ড হ'ব॥১৯॥

মানুহবিশেষে আৰু অপৰাধবিশেষে, বিশেষ শাস্তিৰ ব্যৱস্থা কৰিব লাগে॥২০॥

মঠাধ্যক্ষ, তপস্বী, ৰোগী, ভোক, পিয়াহ আৰু পথশ্ৰমত ক্লান্ত লোক, বিদেশাগত লোক, জৰিমনাৰ যোজাত কাতৰ (শাৰীৰিক শাস্তি ভুগি কাতৰ?) লোক আৰু ডাল-দৰিদ্ৰ লোক—এইসকল অনুগ্ৰহৰ পাত্ৰ॥২১॥

আদালতৰ আশ্ৰয় নোলোৱা নিৰাশ্ৰয় দেৱতা, ব্ৰাহ্মণ, তপস্বী, তিৰোতা, নাবালক, বৃদ্ধ, ৰোগী—এইসকলৰ কাৰ্য ধৰ্মস্থসকলে নিজে তদাৰক কৰিব আৰু স্থান, কাল আৰু (আনে) ভোগদখল কৰি থকা চেলু উলিয়াই তেওঁলোকৰ অভিযোগবোৰ নামঞ্জুৰ নকৰিব॥২২॥

বিদ্যা, বুদ্ধি, সাহস, কুলীনতা আৰু কৰ্মৰ উৎকৰ্ষৰ কাৰণে মানুহক সন্মান কৰিব লাগে॥২৩॥

এইদৰে ধৰ্মস্থসকলে ছল-চাতুৰীৰ আশ্ৰয় নোলোৱাকৈ সকলো
প্ৰাণীকে সমান চকুৰে চাই লোকৰ বিশ্বাসভাজন আৰু প্ৰীতিভাজন কাম হৈ
কৰিব লাগে॥২৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণৰ অন্তৰ্গত "জুৱা আৰু পণ" আৰু "বিবিধ প্ৰকৰণ" নামৰ বিংশ (আৰম্ভণিৰপৰা ৭৭তম) অধ্যায় সমাপ্ত।

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ধৰ্মস্থীয়" নামৰ তৃতীয় অধিকৰণ সমাপ্ত হ'ল।

# চতুৰ্থ অধিকৰণ

## কণ্টক-শোধন (অপৰাধী-দমন)

## প্ৰথম অধ্যায়

### ৭৬তম প্ৰকৰণ : কাৰুশিল্পীৰ ওপৰত নজৰ

অমাত্যৰ সমান মৰ্যাদাৰ তিনিজন প্ৰদেষ্টাই (মেজিষ্ট্ৰেট) অপৰাধী-দমন-কাৰ্য পৰিচালনা কৰিব॥১॥

বস্তুৰ ক্ষতিপূৰণ দিবলৈ সমৰ্থ কাৰুশিল্পী নিয়োগকাৰীসকল, ন্যাস অৰ্পণ কৰাত সুদক্ষ লোকসকল আৰু নিজৰ মূলধন লৈ কাম কৰা কাৰুশিল্পীসকলে (শিল্পী-) সংঘৰ প্ৰাতিভাব্য (guarantee) দি ন্যাস গ্ৰহণ কৰিব॥২॥ ন্যাস-গ্ৰহীতাৰ মৃত্যু হ'লে সংঘই ন্যাস প্ৰত্যৰ্পণ কৰিব॥৩॥

শিল্পীসকলে স্থান, কাল আৰু কামৰ ধৰণ সম্পৰ্কে বন্দবস্ত কৰি কাম কৰিব; কামটোৰ ধৰণেই যদি বন্দবস্ত নকৰাৰ সপক্ষে যুক্তি হয়, তেনেহলে স্থান আৰু কাল সম্বন্ধে বন্দবস্ত নকৰিলেও হ'ব॥৪॥ নিৰ্দিষ্ট সময়ত কামটো নহ'লে এক চতুৰ্থাংশ মজুৰি কম পাব আৰু তাৰ দুগুণ দণ্ড হ'ব॥৫॥ বস্তুটো স্বাভাৱিকভাৱে বেয়া হৈ নগ'লে বা আকস্মিক বিপদ নহ'লে হেৰাই যোৱা বা নষ্ট হোৱা বস্তুৰ কাৰণে তেওঁলোক দায়ী হ'ব॥৬॥ যদি কামটো বেলেগ ৰকমে কৰে, মজুৰিও নাপাব আৰু তাৰ দুগুণ দণ্ডও ভৰিব॥৭॥

তাঁতীবিলাকে দশপল সূতা এঘাৰ পল পৰ্যন্ত বঢ়াব লাগিব, (অৰ্থাৎ দশপল সূতাৰপৰা মাৰ আদি ব্যৱহাৰ কৰি এঘাৰ পল ওজনৰ কাপোৰ কৰিব)॥৮॥ এই বৃদ্ধিৰ হ্ৰাস ঘটালে হ্ৰাসৰ দুগুণ দণ্ড দিব লাগিব॥৯॥

বোৱন বাবদ বানচ সূতাৰ দামৰ সমান হ'ব; ক্ষৌম আৰু কৌশেয় বস্ত্ৰৰ বোৱন-বানচ সূতাৰ দামৰ ডেৰ গুণ হ'ব; পত্ৰোৰ্ণা, কম্বল আৰু দুকূলৰ বোৱন-বানচ সূতাৰ দামৰ দুগুণ হ'ব॥১০॥

যিমান পৰিমাণৰ কাপোৰ ব'ব দিয়া হয়, তাতকৈ পৰিমাণ কম হ'লে সেই কমখিনিৰ দামৰ জোখাই কম বানচ পাব আৰু তাৰ দুগুণ দণ্ড হ'ব; ওজনত কম হ'লে, সেই কমখিনিৰ মূল্যৰ চাৰিগুণ দণ্ড হ'ব; যদি সূতা বদলায়, সূতাৰ দামৰ দুগুণ জৰিমনা ভৰিব॥১১॥ ইয়াৰ দ্বাৰা দুসূতীয়া কাপোৰৰ বোৱন-বানচৰ কথাও বুজোৱা হ'ল॥১২॥

এক তুলা[1] উণ ধুনাৰ বাবে পাঁচ পললৈ কমিব পাৰে; লোমৰ বাবেও একে পৰিমাণৰ ধুনাৰ হ্ৰাসত সম্মতি দিব পাৰি॥১৩॥

ধোবাই কাঠৰ বা মিহি শিলৰ পাটত কাপোৰ ধুব পাৰিব॥১৪॥ আন বস্তুৰ ওপৰত ধুলে কাপোৰ ফটা-ছিঙাৰ ক্ষতিপূৰণ আৰু ছয়-পণ দণ্ড দিব লাগিব॥১৫॥

(ধোবাই) মুদ্গৰ-চিহ্নিত কাপোৰত বাহিৰে আন কাপোৰ পিন্ধিলে তিনি পণ দণ্ড দিব লাগিব॥১৬॥ লোকৰ কাপোৰ বিক্ৰী কৰিলে, ভাৰালৈ দিলে আৰু আমান থলে বাৰ পণ দণ্ড হ'ব; কাপোৰ সলনি কৰিলে কাপোৰৰ মূল্যৰ দুগুণ দণ্ড দিব লাগিব আৰু কাপোৰো ঘূৰাই দিব লাগিব॥১৭॥

---

[1] তুলা : এবিধ ওজন; ১ তুলা = ১০০ পল।

ধোবাই ফুলৰ কলিৰ দৰে বগা (কৰি ধোৱা) কাপোৰ এদিনৰ পিছত ঘূৰাই দিব লাগিব; শিলৰ পাটত ধোৱা কাপোৰৰ কাৰণে আৰু এদিন পাব অৰ্থাৎ দুদিনৰ পিছত ঘূৰাই দিব লাগিব; পৰিষ্কাৰ কৰা সূতাৰ বস্তুৰ দৰে (বগাকৈ ধোৱা) কাপোৰৰ কাৰণে আৰু এদিন পাব অৰ্থাৎ তিনি দিন পিছত ঘূৰাই দিব লাগিব, অতি শুভ্ৰকৈ ধোৱা কাপোৰৰ কাৰণে আৰু এদিন সময় পাব অৰ্থাৎ চাৰিদিন পিছত ঘূৰাই দিব লাগিব॥১৮॥ পাতল ৰঙা বৰণ লগাবলৈ দিয়া কাপোৰ পাঁচ দিন পিছত ঘূৰাই দিব পাৰে; নীলা বৰণ লগাবলৈ দিয়া কাপোৰ ছয় দিন পিছত আৰু কুঙ্কুম ফুল, লাক্ষা বা মঞ্জিষ্ঠাৰে ৰোলাবলৈ দিয়া মূল্যবান কাপোৰ যিহক ৰোলোৱাত খাটনি বেছি আৰু অতি যত্ন সহকাৰে ৰোলাব লাগে, সাত দিন পিছত ঘূৰাই দিব লাগিব॥১৯॥ ইয়াতকৈ পলম কৰিলে মজুৰি নাপাব॥২০॥ ৰং লগোৱা সম্পৰ্কে বিবাদ হ'লে, বিশ্বাসী বিশেষজ্ঞই মজুৰি ঠিক কৰি দিব॥২১॥

অতি মূল্যবান কাপোৰ ৰোলোৱাৰ কাৰণে এক পণ মজুৰি হ'ব, মজলীয়া বিধৰ কাৰণে আধা পণ, তলখাপৰ কাৰণে এক পণৰ চাৰি ভাগৰ এভাগ, মোটা কাপোৰৰ কাৰণে এক বা দুই মাষক[১] আৰু আগৰে ৰং লগোৱা কাপোৰ হ'লে (ৰং নলগোৱা কাপোৰৰ মজুৰিৰ) দুগুণ মজুৰি হ'ব॥২২॥

(কাপোৰ) প্ৰথম বাৰ ধোৱাৰ পিছত তাৰ মূল্যৰ চাৰি ভাগৰ এভাগ হ্ৰাস হয়, দ্বিতীয় বাৰ ধূলে (অৱশিষ্ট মূল্যৰ) পাঁচ ভাগৰ এভাগ হ্ৰাস হয়॥২৩॥ ইয়াৰ দ্বাৰা পিছৰ ধোৱনৰ মূল্য-হ্ৰাসৰ কথাও বুজোৱা হ'ল॥২৪॥

ধোবাৰ দ্বাৰা তাঁতীৰ কথাও বুজোৱা হ'ল॥২৫॥

কুখ্যাত লোকৰ হাতৰপৰা যেনে অৱস্থাত পোৱা যায় সেই অৱস্থাতে (বজাৰ বিষয়াক) নজনোৱাকৈ সোণ বা ৰূপ কিনা সোণাৰিৰ বাৰ পণ দণ্ড হ'ব, যদি আকাৰ সলনি কৰি কিনে চৌবিশ পণ দণ্ড হ'ব আৰু যদি চোৰৰ হাতৰপৰা কিনে আঠচল্লিশ পণ দণ্ড হ'ব॥২৬॥ গোপনে বা আকাৰ পৰিবৰ্তন কৰি কম মূল্যত কিনিলে নাইবা তৈয়াৰী অলঙ্কাৰ আদিৰ ক্ষেত্ৰত প্ৰতাৰণা কৰিলে চুৰি অপৰাধৰ দণ্ড বিহিব॥২৭॥

সোণাৰিয়ে যদি এক সুবৰ্ণ সোণৰপৰা এক মাষক চুৰি কৰে, দুশ পণ দণ্ড হ'ব; এক ধৰণ ৰূপৰপৰা এক মাষক চুৰি কৰিলে বাৰ পণ দণ্ড হ'ব॥২৮॥ ইয়াৰ দ্বাৰা অধিক পৰিমাণ চুৰিৰ (অধিক দণ্ডৰ) কথাও বুজোৱা হ'ল॥২৯॥

যদি সোণাৰিয়ে (অলঙ্কাৰৰ ওপৰত) কৃত্ৰিম ৰং চৰায় নাইবা (নিকৃষ্ট ধাতু দি) সোণ বা ৰূপ আঁতৰায় বা (লোই ধাতু) মিহলায় তেতিয়া পাঁচশ পণ দণ্ড হ'ব॥৩০॥ এই দুটাৰ (সোণ আৰু ৰূপৰ) ক্ষেত্ৰত যদি প্ৰৱঞ্চনা কৰে, (অৰ্থাৎ সোণ-ৰূপৰ ঠাইত যদি আন নিকৃষ্ট ধাতু দিয়ে) তেতিয়া ৰং চুৰি কৰা অপৰাধ কৰা বুলি ধৰিব লাগিব॥৩১॥

এক ধৰণ ৰূপৰ কামৰ মজুৰি হ'ব এক মাষক; সোণৰ এটা সুবৰ্ণ তৈয়াৰ কৰা মজুৰি হ'ব (১ পণৰ) আঠ ভাগৰ এভাগ॥৩২॥ বিশেষ কাৰু-কাৰ্যৰ কাৰণে দুগুণলৈকে মজুৰি হ'ব পাৰে॥৩৩॥ ইয়াৰ দ্বাৰা (কাৰ্যবিশেষে) ইয়াতকৈ অধিক মজুৰি পাব পৰা বিষয়েও বুজোৱা হ'ল॥৩৪॥

---

[১] মাষক : এবিধ তামৰ মুদ্ৰা, মূল্য ১ পণৰ যোল ভাগৰ এভাগ।

তাম, ভীষা, কাঁহ, বৈকৃন্তক আৰু পিতলৰ বস্তু তৈয়াৰ কৰা মজুৰি এশ পলত পাঁচ পণ হ'ব॥৩৫॥

এডোখৰ তামৰ বস্তু তৈয়াৰ কৰোঁতে দহ ভাগৰ এভাগলৈ কম হব পাৰে॥৩৬॥ (ইয়াতকৈ) এক পল বোঁছ ক্ষয় হ'লে ক্ষতিৰ মূল্যৰ দুগুণ দণ্ড হ'ব॥৩৭॥ ইয়াৰ দ্বাৰা অধিক ক্ষয়ত অধিক দণ্ডৰ কথাও বুজোৱা হ'ল॥৩৮॥ এডোখৰ সীহ বা টিনৰ (পাত্র প্রস্তুত কৰোঁতে) কুৰি ভাগৰ এভাগলৈকে ক্ষয় হ'ব পাৰে॥৩৯॥ প্রতি পল ওজনৰ কাৰণে প্রস্তুতিৰ মজুৰি এক কাকণী॥৪০॥ এডোখৰ লোৰ (কাম কৰাত) পাঁচ ভাগৰ এভাগলৈকে ক্ষয় হ'ব পাৰে॥৪১॥ প্রতি পলৰ গঢ়নি-বানচ দুই কাকণী॥৪২॥ ইয়াৰ দ্বাৰা অধিক ওজনত অধিক বানচৰ কথাও বুজোৱা হ'ল॥৪৩॥

ৰূপদর্শকে (মুদ্রা-পৰীক্ষকে) যদি অগ্রাহ্য কৰিব নলগীয়া চলিত পণৰ মুদ্রাৰ ব্যৱহাৰ অগ্রাহ্য কৰে আৰু অগ্রাহ্য কৰিবলগীয়া পণৰ মুদ্রা অগ্রাহ্য নকৰে তেতিয়া তেওঁৰ বাৰ পণ দণ্ড হ'ব॥৪৪॥ পণৰ প্রচলন কৰিবলৈ হ'লে ব্যাজী (শতকৰা পাঁচকৈ ৰজাক দিবলগীয়া কৰ) পৰিশোধ কৰিব লাগিব॥৪৫॥ যদি (ৰূপদর্শকে) প্রতি পণত এক মাষক ভেটি খাই তাক প্রচলন কৰিব দিয়ে, তেওঁৰ বাৰ পণ দণ্ড হ'ব॥৪৬॥ ইয়াৰ দ্বাৰা অধিক পৰিমাণে ভেটি খাই মুদ্রা প্রচলনৰ অনুমতি দিলে অধিক দণ্ড হোৱাৰ কথাও বুজোৱা হল॥৪৭॥

কোনোৱে জালমুদ্রা তৈয়াৰ কৰালে, গ্রহণ কৰিলে বা তাক প্রচলন কৰালে এহেজাৰ পণ দণ্ড হ'ব আৰু যদি ৰাজকোষত (ভাল মুদ্রাৰ লগত) থৈ দিয়ে তেতিয়া প্রাণদণ্ড হ'ব॥৪৮॥

পৰিচাৰক আৰু (ৰাস্তা আদিৰ) ধূলি ধোৱা লোকে অর্থাৎ মেতৰে যদি কোনো মূল্যবান বস্তু পায়, তাৰে এক তৃতীয়াংশ নিজে পাব আৰু দুই তৃতীয়াংশ ৰজাই পাব; মণি-ৰত্ন পালে ৰজাই নিব॥৪৯॥ ৰত্ন চুৰ কৰিলে উত্তম সাহস-দণ্ড হ'ব॥৫০॥

খনি, ৰত্ন বা নিধিৰ (মাটিৰ তলত থকা ধনৰ) খবৰ দিওঁতাই ছয় ভাগৰ এভাগ লাভ কৰিব আৰু তেওঁ যদি চৰকাৰী বিষয়া হয়, বাৰ ভাগৰ এভাগ পাব॥৫১॥ এক লাখ পণৰ অধিক নিধি পালে তাক ৰজাই নিব॥৫২॥ তাতকৈ কম হ'লে পাওঁতাক ছয় ভাগৰ এভাগ দিব॥৫৩॥ যদি কোনো ন্যায়পৰায়ণ দেশবাসীয়ে মাটিৰ তলত থকা উপৰি পুৰুষৰ ধন লাভ কৰে, নিজৰ স্বত্ব সাব্যস্ত কৰিব পাৰিলে আটাইখিনি পাব॥৫৪॥ মালিকত্বৰ প্রমাণ নোহোৱাকৈ ৰাখিব খুজিলে পাঁচ শ পণ দণ্ড হ'ব; গোপনে ৰাখিলে এহেজাৰ পণ দণ্ড হ'ব॥৫৫॥

যি চিকিৎসাত ৰোগীৰ প্রাণ-নাশৰ সম্ভাৱনা আছে, কর্তৃপক্ষক নজনোৱাকৈ তেনে চিকিৎসা কৰোঁতে যদি ৰোগীৰ মৃত্যু ঘটে, চিকিৎসকৰ প্রথম সাহস-দণ্ড হ'ব আৰু চিকিৎসাৰ কিবা ভুলত ৰোগীৰ মৃত্যু হ'লে মধ্যম সাহস-দণ্ড হ'ব॥৫৬॥ ৰোগীৰ মর্মস্থানত আঘাত কৰি অংগবিকলতা ঘটালে (প্রদেষ্টাই) তাক দণ্ড-পাৰুষ্য হিচাপে গণ্য কৰিব॥৫৭॥

বাৰিষাকালত অভিনেতাসকল একে ঠাইতে থাকিব॥৫৮॥ এজনে ভাল পাই দিয়া অতিমাত্রা দান বা এজনৰ অতিমাত্রা প্রশংসা বর্জন কৰিব॥৫৯॥ এই নিয়ম উলংঘন কৰিলে বাৰ পণ দণ্ড হ'ব॥৬০॥ তেওঁলোকে নিজৰ ইচ্ছামতে দেশ, জাতি, বংশ, আচার্য-পৰম্পৰা আৰু প্রেম-কাহিনীৰ ব্যঙ্গ কৰি শ্রোতাক সন্তোষ দিব পাৰে॥৬১॥

অভিনেতাসকলৰ কথাৰ দ্বাৰা চাৰণ আৰু ভিক্ষুৰ বিষয়েও বুজোৱা হ'ল॥৬২॥

---

[১] বৈকৃন্তক : এবিধ ধাতু।

অভিনেতা, চাৰণ আদিৰ দণ্ড বিধান হ'লে (ধৰ্মস্থই) বিমান পণ দণ্ড বিহিব (তাৰ বিনিময়ত) নিৰ্দয়ভাৱে সিমান বেতৰ কোব মাৰিব॥৬৩॥

অৱশিষ্ট কামবোৰৰ ক্ষেত্ৰত, কাম অনুসৰি শিল্পীৰ বেতন নিৰ্ণয় কৰিব॥৬৪॥

এইদৰে (ৰজাই) বেপাৰী, কাৰিকৰ, অভিনেতা, ভিক্ষু, বাজীকৰ আৰু
এনে ধৰণৰ আন আন লোকক—যিবিলাক চোৰ নামে অভিহিত নহৈও চোৰ
—দেশবাসীক উৎপীড়ন কৰাৰপৰা বিৰত কৰিব॥৬৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টক-শোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "কাৰু-শিল্পীৰ ওপৰত নজৰ" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ৮৭তম) অধ্যায় সমাপ্ত।

# দ্বিতীয় অধ্যায়

## ৭৭তম প্ৰকৰণ : ব্যৱসায়ীসকলৰ ওপৰত নজৰ

বজাৰৰ অধ্যক্ষই বজাৰত স্বত্ব সাব্যস্ত হোৱা পুৰণি মালৰ আধান বা বিক্ৰীৰ ব্যৱস্থা কৰিব॥১॥ জোখা যতন আৰু দগাৰ মানৰ ক্ষেত্ৰত ঠগামি হোৱাৰ সম্ভাৱনা থকা কাৰণে তেওঁ সেইবোৰ পৰীক্ষা কৰি চাব॥২॥

পৰিমাণী আৰু দ্ৰোণৰ ক্ষেত্ৰত আধা পল কম বা বেছি হোৱা অপৰাধ নহয়॥৩॥ এক পল কম বা বেছি হ'লে বাৰ পণ দণ্ড হ'ব॥৪॥ ইয়াৰ দ্বাৰা প্ৰত্যেক অতিৰিক্ত পলৰ (কম-বেছি হোৱাৰ) দণ্ডৰ (পৰিমাণ) বুজোৱা হ'ল॥৫॥ তুলাৰ ক্ষেত্ৰত এক কৰ্ষ কম বা বেছি হোৱাটো কোনো দোষ নহয়॥৬॥ দুই কৰ্ষ কম বা বেছি হ'লে ছয় পণ দণ্ড হ'ব॥৭॥ ইয়াৰ দ্বাৰা প্ৰত্যেক অতিৰিক্ত কৰ্ষ কম বা বেছি হোৱাৰ দণ্ডও বুজোৱা হ'ল॥৮॥ আঢ়কৰ ক্ষেত্ৰত আধা কৰ্ষ কম বা বেছি হোৱাটো দোষ নহয়॥৯॥ এক কৰ্ষ কম বা বেছি হ'লে তিনি পণ দণ্ড হ'ব॥১০॥ ইয়াৰ দ্বাৰা প্ৰত্যেক অতিৰিক্ত কৰ্ষ কম-বেছিৰ দণ্ডৰ কথাও বুজোৱা হ'ল॥১১॥ ইয়াৰপৰা আন আন জোখা যতন আৰু দগাৰ হীন-ভেটি সম্পৰ্কীয় দণ্ড অনুমান কৰি ল'ব॥১২॥

ভাণ্ডৰ দগা আৰু জোখা যতনেৰে কিনি সৰুৰে বেচা ব্যৱসায়ীক উক্ত দণ্ডৰ দুগুণ দণ্ড বিহিব॥১৩॥ যিবোৰ বস্তু গণনা কৰি কিনা-বেচা কৰা হয়, তাৰ মূল্যৰ আঠ ভাগৰ এভাগ চুৰ কৰিলে ছিয়ানবৈ পণ দণ্ড হ'ব॥১৪॥

যি ব্যৱসায়ীয়ে কাঠ, লো বা মণি-মুক্তাৰ বস্তু নাইবা জৰী, চামৰা বা মাটিৰ বস্তু অথবা সূতা, কম্বল বা নোমৰ নকল বস্তুকে আচল বস্তু বুলি বিক্ৰী কৰে বা আধান ৰাখে, তেওঁৰ (সেই সেই বস্তুৰ) মূল্যৰ আঠ গুণ দণ্ড হ'ব॥১৫॥

কমদামী বস্তুক বেছিদামী বুলি, বেলেগ বস্তুক কোনো এক বিশেষ শ্ৰেণীৰ বস্ত বুলি, কৃত্ৰিম বং চৰোৱা বস্তু, জাল বস্তু অথবা পাত্ৰ সলনি কৰি ৰখা বস্তুৰ আধান বা বিক্ৰী কৰিলে, এক পণতকৈ কম মূল্যৰ বস্তু হ'লে (ব্যৱসায়ীৰ) চৌৱন পণ দণ্ড হ'ব, এক পণ মূল্যৰ হ'লে ইয়াৰ দুগুণ দণ্ড হ'ব আৰু দুই পণ মূল্যৰ হ'লে দুশ পণ দণ্ড হ'ব॥১৬॥ ইয়াৰ দ্বাৰা বেছি মূল্যত বেছি দণ্ডৰ কথা বুজোৱা হ'ল॥১৭॥

যিবিলাক কাৰিকৰ আৰু শিল্পীয়ে লগ হৈ কাৰু-কাৰ্যৰ গুণৰ মান কমায়, লাভ বঢ়ায় বা বেচা-কিনাৰ বাধা জন্মায়, তেওঁলোকৰ এহেজাৰ পণ দণ্ড হ'ব॥১৮॥

ব্যৱসায়ীয়েও যদি সম্বন্ধ হৈ মাল নেবেচি আটক কৰি ৰাখে বা উচ্চ মূল্যত বিক্ৰী কৰে এহেজাৰ পণ দণ্ড দিব লাগিব॥১৯॥

ওজন বা পৰিমাণৰ পাৰ্থক্য সম্পৰ্কে অথবা দাম বা গুণাগুণৰ পাৰ্থক্য সম্পৰ্কে হাতৰ কৌশলেৰে যি ওজনকাৰী বা পৰিমাণকাৰীয়ে এক পণ মূল্যৰ কোনো বস্তুৰ আঠ ভাগৰ এভাগ পৰ্যন্ত (ওজন বা পৰিমাণ কৰোঁতে) পাৰ্থক্য ঘটায়, তেওঁৰ দুশ পণ দণ্ড হ'ব॥২০॥ ইয়াৰ দ্বাৰা ক্ৰমে দুশ পণ দুশ পণকৈ দণ্ড বাঢ়ি যোৱাৰ কথা বুজোৱা হ'ল॥২১॥ শস্য, স্নেহ-দ্ৰব্য, গুড়-জাতীয় দ্ৰব্য, লোণ, গন্ধদ্ৰব্য, ঔষধ—এইবোৰ বস্তুৰ লগত একে-জাতীয় বস্তু মিহলি কৰিলে বাৰ পণ দণ্ড হ'ব॥২২॥

পণ্যাধ্যক্ষই (তেওঁৰ তলতীয়া বিক্ৰীদাৰসকলে) দিনটোৰ ভিতৰত কিমানখিনি উপাৰ্জন কৰিলে তাৰ হিচাপ কৰি তেওঁলোকৰ জীৱিকাৰ কাৰণে তেওঁৰ অনুমতিসাপেক্ষে কিমান প্ৰাপ্য স্থিৰ কৰি দিব॥২৩॥

কিনোতা আৰু বেচোঁতাৰ মাজত যি থাকে অৰ্থাৎ খৰিদ কৰা মালৰ যিখিনি বিক্ৰী নোহোৱাকৈ ৰৈ যায় সি লাভতকৈ ভিন্ন বুলি বিবেচিত হ'ব॥২৪॥ তাৰ দ্বাৰা (চৰকাৰৰ) অনুমতিক্ৰমে ব্যৱসায়ীসকলে শস্য আৰু পণ্যদ্ৰব্যৰ ভঁৰাল কৰিব পাৰিব॥২৫॥ আন প্ৰকাৰে দ্ৰব্য মজুত কৰিলে পণ্যাধ্যক্ষই তাক বাজেয়াপ্ত কৰিব॥২৬॥ পণ্যাধ্যক্ষই ইয়াৰ দ্বাৰা এনেভাৱে শস্য আৰু পণ্যদ্ৰব্যৰ ব্যৱসায় চলাব যাতে প্ৰজাবৰ্গৰ উপকাৰ হয়॥২৭॥

পণ্যাধ্যক্ষই (চৰকাৰী) অনুমতিপ্ৰাপ্ত কিনা দামৰ ওপৰত স্বদেশী পণ্য হলে শতকৰা পাঁচ ভাগ আৰু বিদেশী পণ্য হলে শতকৰা দহ ভাগ লাভ ধাৰ্য কৰিব॥২৮॥ যিবিলাকে বস্তু কিনা-বেচাৰ সময়ত তাতকৈ দাম বঢ়াই দিয়ে অথবা (তাতকৈ বেছি লাভ) লয়, তেওঁলোকে প্ৰত্যেক শতকৰা পাঁচ পণ (অতিৰিক্ত) লাভৰ কাৰণে দুশ পণ দণ্ড দিব লাগিব॥২৯॥ ইয়াৰ দ্বাৰা মূল্য বৃদ্ধি কৰি লাভ কৰিলে দণ্ড বৃদ্ধি হোৱা কথা বুজোৱা হ'ল॥৩০॥

ব্যৱসায়ীসকলে যদি বুটীয়াকৈ কোনো বস্তু কিনে আৰু সেই কিনা মাল বিক্ৰী নোহোৱাকৈ থাকে পণ্যাধ্যক্ষই আকৌ বুটীয়াকৈ কিনিবলৈ নিদিব॥৩১॥ মালৰ যদি কিবা ক্ষতি হয়, তেওঁলোকক অনুগ্ৰহ দেখুৱাব॥৩২॥

পণ্য-সামগ্ৰীৰ প্ৰাচুৰ্য হ'লে, পণ্যাধ্যক্ষই সকলো বস্তু একে ঠাইতে বিক্ৰী কৰিব॥৩৩॥ সেইবোৰ পণ্য বিক্ৰী নোহোৱালৈকে, আনে (সেই বস্তু) বেচিব নোৱাৰিব॥৩৪॥ বেচোঁতাসকলে দৈনিক বেতন লৈ প্ৰজাৰ উপকাৰাৰ্থে সেই মাল বিক্ৰী কৰিব॥৩৫॥

কিন্তু, আন দেশৰপৰা অনা আৰু বহুকাল আগতে উৎপন্ন হোৱা
পণ্যৰ ক্ষেত্ৰত, মূল্য নিৰ্ধাৰণত পাকৈত পণ্যাধ্যক্ষই বিহিত মূলধন, বস্তুৰ
উৎপাদন, কৰ, সুত আৰু আন আন খৰচ হিচাপ কৰি দাম বান্ধি দিব॥৩৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টক-শোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "ব্যৱসায়ীসকলৰ ওপৰত নজৰ" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ৭৯তম) অধ্যায় সমাপ্ত।

# তৃতীয় অধ্যায়

## ৭৮তম প্ৰকৰণ : দৈৱিক বিপদৰ প্ৰতিকাৰ

দৈৱিক বিপদ আঠোটা—জুই, পানী, বেমাৰ, দুৰ্ভিক্ষ, এন্দুৰ, বনৰীয়া জন্তু, সাপ আৰু ৰাক্ষস॥১॥ এইবোৰৰ হাতৰপৰা (ৰজাই) দেশক ৰক্ষা কৰা উচিত॥২॥

জহকালি গাওঁবাসীয়ে (ঘৰৰ) বাহিৰত ৰন্ধা-বঢ়া কাম কৰিব অথবা দহবিধ অগ্নি নিবাৰক সজুলিৰ দ্বাৰা ৰক্ষিত হৈ ৰন্ধা-বঢ়া কাম কৰিব॥৩॥

অগ্নি-নিবাৰণ কেনেকৈ কৰিব লাগে সেই কথা "নগৰাধ্যক্ষৰ আচৰণ-বিধি" (২।৩৬) অধ্যায়ত আৰু "ৰাজপ্ৰাসাদবাসীসকলৰ আচৰণ-বিধি" অধ্যায়ৰ অন্তৰ্গত ৰাজ-সম্পত্তিৰ প্ৰসংগত (১।২০।৪) কুজোৱা হৈছে॥৪॥

আৰু আঁউসী আৰু পূৰ্ণিমাত বলি, হোম আৰু মাংগলিক স্তৱৰ দ্বাৰা অগ্নিপূজা কৰাব॥৫॥

বাৰিষা পানীৰ ওচৰত থকা গাওঁবাসীসকলে বানপানীয়ে ঢুকি পোৱা ঠাইৰপৰা দূৰত বসতি কৰিব॥৬॥ আৰু তেওঁলোকে কাঠৰ তক্তা, বাঁহ আৰু নাও যোগাৰ কৰি ৰাখিব॥৭॥ পানীত কোনো মানুহ উটি গ'লে তেওঁক লাউ, চামবাৰ মোনা, ভেল, গছৰ টুকুৰা আৰু জৰীৰে উদ্ধাৰ কৰিব॥৮॥ যিসকলে উদ্ধাৰ কৰিবলৈ আগবাঢ়ি নাযায়, তেওঁলোকৰ বাৰ পণকৈ দণ্ড হ'ব: অৱশ্যে যাৰ ভেল নাই, তেওঁলোকে দণ্ড দিব নালাগে॥৯॥

আঁউসী আৰু পূৰ্ণিমাত নদীপূজা কৰাব॥১০॥ যাদু-মন্ত্ৰ প্ৰয়োগ কৰিব জনা লোকে নাইবা বেদজ্ঞ লোকে বৰষুণ কমাবলৈ মন্ত্ৰ প্ৰয়োগ কৰিব॥১১॥

অনাবৃষ্টি হ'লে (ৰজাই) শচীনাথ (ইন্দ্ৰ), গংগা, পৰ্বত আৰু মহাকচ্ছৰ (বৰুণদেৱতা বা সমুদ্ৰ) পূজা কৰাব॥১২॥

(ঐন্দ্ৰজালিকসকলে) গোপন উপায়ৰ দ্বাৰা, চিকিৎসকসকলে ঔষধৰ দ্বাৰা আৰু যোগ-সিদ্ধ তপস্বীসকলে শান্তি-প্ৰায়শ্চিত্ত কৰ্মৰ দ্বাৰা ৰোগ-ভয়ৰ প্ৰতিকাৰ কৰিব॥১৩॥

ইয়াৰ দ্বাৰা মৰকৰ বিষয়েও বুজোৱা হ'ল॥১৪॥ (ৰজাই প্ৰজাসকলৰ দ্বাৰা) তীৰ্থস্নান কৰাব, মহাকচ্ছৰ পূজা কৰাব, শ্মশানত গাই খীৰোৱাব, (মানুহৰ) প্ৰতিকৃতি দাহ কৰাব আৰু দেৱতাৰ নৈশ পূজা-উৎসৱ পালন কৰাব॥১৫॥

গৰু-ম'হ আদি জন্তুৰ ৰোগ বা মৰক হ'লে, পশুশালা আৰু পশু-সম্পৰ্কীয় আন বস্তুৰ উদ্দেশ্যে প্ৰদীপ জ্বলাই আৰতি কৰাব আৰু পশুবোৰৰ নিজ নিজ দেৱতাৰ (যেনে হাতীৰ সুব্ৰহ্মণ্য, ঘোঁৰাৰ অশ্বিনৰ, গৰুৰ পশুপতি ইত্যাদি) পূজা কৰাব॥১৬॥

দুৰ্ভিক্ষৰ সময়ত ৰজাই শস্যৰ বীজ আৰু খাদ্য-বস্তু সংগ্ৰহ কৰি প্ৰজাৰ উপকাৰ কৰিব অথবা খাদ্যৰ বিনিময়ত প্ৰজাৰ হতুৱাই দুৰ্গ নিৰ্মাণ আৰু জলসিঞ্চন ব্যৱস্থা কৰাব, নাইবা নিজৰ খাদ্য-সম্ভাৰৰ অংশ তেওঁলোকক দিব, নতুবা দেশখনৰ দায়িত্ব আন ৰজাক দিব॥১৭॥ অথবা, মিত্ৰৰজাৰ আশ্ৰয় ল'ব বা (আন দেশলৈ মানুহক যাবলৈ দি) জনসংখ্যা হ্ৰাস কৰিব, বা দেশৰ আন অঞ্চললৈ প্ৰজাসকলক স্থানান্তৰিত কৰিব॥১৮॥ অথবা, নিজে প্ৰজাসকলৰ লগত শস্যসমৃদ্ধ আন দেশলৈ যাব, বা সমুদ্ৰ, হ্ৰদ বা পুখুৰীৰ আশ্ৰয় ল'ব॥১৯॥ অথবা, জলসিঞ্চন-ব্যৱস্থাৰ ওচৰত শস্য, শাক-পাচলি আৰু ফল-মূলৰ খেতি কৰিব নাইবা হৰিণ, পশু-পক্ষী আৰু বন্য-জন্তু চিকাৰ কৰিব আৰু মাছ মাৰিব॥২০॥

এন্দুৰৰপৰা ভয় হ'লে, মেকুৰী আৰু নেউল এৰি দিব লাগে॥২১॥ কোনোবাই যদি মেকুৰী আৰু নেউল ধৰি থয় বা মাৰি পেলায়, তেতিয়া তেওঁৰ বাৰ পণ দণ্ড হ'ব; হাবিয়নিত থকা লোকৰ বাহিৰে আনে যদি কুকুৰ বন্ধ কৰি নাৰাখে, তেওঁৰ বাৰ পণ দণ্ড হ'ব॥২২॥ স্নুহি গছৰ এঠা সানি বা কোনো গোপন ৰাসায়নিক দ্ৰব্য মিহলাই শস্য চটিয়াই দিব॥২৩॥ অথবা, এন্দুৰৰ কৰ (প্ৰত্যেকে নিৰ্দিষ্টসংখ্যক মৰা এন্দুৰ দিব লাগিব, এনে ধৰণৰ) লগাব॥২৪॥ সিদ্ধ তপস্বীসকলে (এন্দুৰ নিবাৰণৰ কাৰণে) শান্তি-স্বস্ত্যয়ন কৰিব॥২৫॥ আঁউসী আৰু পূৰ্ণিমাত এন্দুৰৰ পূজা কৰাব॥২৬॥

ইয়াৰ দ্বাৰা ফাৰিং, চৰাই আৰু পোক-পৰুৱাৰ ভয়ৰ প্ৰতিকাৰ সম্পৰ্কেও বুজোৱা হ'ল॥২৭॥

বনৰীয়া (হিংস্ৰ) জন্তুৰপৰা বিপদ উপস্থিত হ'লে, জন্তুৰ মৰা শৱ মূৰ্চ্ছাকাৰক দ্ৰব্য (মদনৰস—১৪।১।১৬-১৭) সানি পেলাই থ'ব; অথবা জন্তুৰ নাড়ী-ভুৰু বিষমিশ্ৰিত কোদ্ৰৱ শস্যৰে পূৰ্ণ কৰি পেলাই থ'ব॥২৮॥ চৰাইমৰীয়া বা চিকাৰীয়ে গোপন গ'ড়াল বা গাঁত কৰি থ'ব॥২৯॥ মানুহে গাত বৰ্ম পিন্ধি হাতত অস্ত্ৰ লৈ বন্য জন্তুবোৰ বধ কৰিব॥৩০॥ (বন্য জন্তুৰ দ্বাৰা আক্ৰান্ত লোকৰ) সাহায্যাৰ্থে যি নাযায় তেওঁ বাৰ পণ দণ্ড ভৰিব॥৩১॥ হিংস্ৰ জন্তু বধকাৰীয়ে এই একে পৰিমাণৰ অৰ্থ লাভ কৰিব। আৰু ৰজাই আঁউসী আৰু পূৰ্ণিমাত পৰ্বতৰ পূজা কৰাব॥৩৩॥

ইয়াৰ দ্বাৰা হৰিণ, আন জন্তুৰ পাল, চৰাইৰ জাক আৰু ঘঁৰিয়ালে কৰা উপদ্ৰৱৰ প্ৰতিকাৰ সম্পৰ্কেও বুজোৱা হ'ল॥৩৪॥

সাপৰপৰা বিপদ উপস্থিত হ'লে বিষ-চিকিৎসকসকলে মন্ত্ৰ আৰু ঔষধৰ দ্বাৰা বিষৰ প্ৰতিকাৰ কৰিব॥৩৫॥ অথবা, সকলো লোকে গোট খাই সাপ মাৰিব॥৩৬॥ অথবা, অথৰ্ব-বেদবিদ্‌সকলে মন্ত্ৰ প্ৰয়োগ কৰিব॥৩৭॥ আঁউসী আৰু পূৰ্ণিমাত সাপ-পূজা কৰাব॥৩৮॥

ইয়াৰ দ্বাৰা জলচৰ প্ৰাণীৰপৰা হোৱা বিপদৰ প্ৰতিকাৰ সম্বন্ধেও বুজোৱা হ'ল॥৩৯॥

ৰাক্ষসৰপৰা ভয় উপস্থিত হ'লে, অথৰ্ববেদজ্ঞসকলে বা ঐন্দ্ৰজালিকসকলে ৰাক্ষসনাশক কৰ্মৰ অনুষ্ঠান কৰিব॥৪০॥ আঁউসী আৰু পূৰ্ণিমাত ৰজাই বেদী, ছত্ৰ, উল্লোপিকা (খাদ্য-বিশেষ), ক্ষুদ্ৰ পতাকা আৰু ছাগলীৰ মঙহৰ উপহাৰেৰে চৈত্যবৃক্ষৰ (যজ্ঞ-ডিমৰু) পূজা কৰাব॥৪১॥

সকলো প্ৰকাৰ ভয়ৰ ক্ষেত্ৰতে “তোমালোকৰ কাৰণে সিদ্ধান্ন প্ৰস্তুত কৰিছো” এই মন্ত্ৰ পাঠ কৰি দিনে নিশাই বলি অৰ্পণ কৰিব॥৪২॥ সকলো ক্ষেত্ৰতে পীড়িত প্ৰজাসকলক পিতৃৰ দৰে স্নেহ কৰিব॥৪৩॥

সেই কাৰণে দৈৱিক বিপদৰ প্ৰতিকাৰ কৰিবলৈ সক্ষম ঐন্দ্ৰজালিক আৰু  
সিদ্ধ তপস্বীসকলে ৰজাৰ দ্বাৰা পূজিত হৈ সেই ৰজাৰ ৰাজ্যত বসতি  
কৰিব॥৪৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ “কণ্টক-শোধন” নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত “দৈৱিক বিপদৰ প্ৰতিকাৰ” নামৰ তৃতীয় (আৰম্ভণিৰপৰা ৮০তম) অধ্যায় সমাপ্ত।

---

# চতুৰ্থ অধ্যায়

## ৭৯তম প্ৰকৰণ : গোপনে জীৱিকা উপাৰ্জন কৰা লোকসকলৰ বিৰুদ্ধে সতৰ্কতা

'সমাহৰ্তাৰ কাৰ্য' প্ৰকৰণত (২।৩৫) দেশ কেনেকৈ ৰক্ষা কৰিব লাগে তাক কোৱা হৈছে॥১॥ (এতিয়া) দেশৰ কণ্টক নিৰ্মূল কৰাৰ উপায় সম্পৰ্কে কওঁ॥২॥

সমাহৰ্তাই দেশত সিদ্ধ তপস্বী, সন্ন্যাসী, গাৰোৱান, চাৰণ, বাজীকৰ, যাযাবৰ, দৈৱজ্ঞ, লক্ষণবিত, জ্যোতিষী, চিকিৎসক, পাগলা, বোবা লোক, কলা মানুহ, বুদ্ধিহীন লোক, অন্ধ-লোক, বেপাৰী, কাৰিকৰ, শিল্পী, ভাৱৰীয়া, বেশ্যালয় চালক, মদ-বিক্ৰেতা, পিঠা আদি মিঠাই বেচোঁতা, ৰন্ধা মাংস বিক্ৰেতা আৰু ভাত বেচোঁতাৰ বেশত গুপ্তচৰ নিয়োগ কৰিব॥৩॥ তেওঁলোকে গাৱঁৰ বিষয়া আৰু অধ্যক্ষসকলৰ সাধুতা-অসাধুতা সম্পৰ্কে ভু লব॥৪॥ এওঁ-বিলাকৰ মাজত যাক গোপনে জীৱিকা চলোৱা বুলি সন্দেহ কৰিব সত্ৰী নামৰ গুপ্তচৰৰ দ্বাৰা তেওঁৰ গতি-বিধি নিৰীক্ষণ কৰাব॥৫॥

সত্ৰীয়ে কোনো ধৰ্মস্থৰ ওচৰলৈ গৈ তেওঁৰ বিশ্বাস জন্মাই ক'ব—'মোৰ অমুক আত্মীয়-জন (আপোনাৰ আদালতত) অপৰাধী হিচাপে অভিযুক্ত হৈছে; তেওঁক এই বিপদৰপৰা ৰক্ষা কৰক, আপোনাক এইখিনি ধন দিলোঁ, গ্ৰহণ কৰক'॥৬॥ যদি তেওঁ গ্ৰহণ কৰে, ভেটি খোৱা অপৰাধী বুলি গণ্য কৰি তেওঁক নিৰ্বাসন দিব॥৭॥ ইয়াৰ দ্বাৰা প্ৰদেষ্টাৰ কথাও বুজোৱা হ'ল॥৮॥

গাৱঁৰ অধিপতি বা অধ্যক্ষৰ ওচৰলৈ গৈ সত্ৰীয়ে ক'ব—'অমুক দগাবাজ লোকজনৰ বহুত টকা-পইচা আছে; তেওঁৰ এনেকুৱা বিপদ হৈছে; তাৰে সুযোগ লৈ তেওঁৰ পৰা টকা আদায় কৰক'॥৯॥ যদি তেওঁ তাকে কৰে, উৎকোচ গ্ৰহণকাৰী বুলি তেওঁক নিৰ্বাসন দিব॥১০॥

অপৰাধীৰ ভাও ধৰি থকা কোনো গুপ্তচৰে মিছা সাক্ষ্য দিয়া বুলি জনাজাত লোকক প্ৰচুৰ ধনৰ লোভ দেখুৱাই প্ৰৰোচিত কৰিব॥১১॥ তেওঁলোক যদি প্ৰৰোচিত হৈ তেনেকুৱা কৰে (অৰ্থাৎ মিছা সাক্ষ্য দিবলৈ ওলায়) মিছা সাক্ষী বুলি তেওঁলোকক নিৰ্বাসন দিব॥১২॥ ইয়াৰ দ্বাৰা বিধিবিলাকে মিছা সাক্ষ্য দিয়াৰ তেওঁলোকৰ কথাও বুজোৱা হ'ল॥১৩॥

অথবা, মন্ত্ৰ, ঔষধি বা শ্মশান-ক্ৰিয়াৰ দ্বাৰা গোপন প্ৰণয় সংঘটনকাৰী বুলি যাক বিবেচনা কৰিব, সত্ৰীয়ে, তেওঁৰ ওচৰলৈ গৈ ক'ব—'অমুকৰ পত্নী, বোৱাৰী বা কন্যাৰ প্ৰতি মই কামাসক্ত. তেওঁকো মোৰ প্ৰতি কামাসক্তা কৰা; তাৰ কাৰণে এইখিনি ধন লোৱা'॥১৪॥ তেওঁ যদি গ্ৰহণ কৰে, গোপন প্ৰণয়সংঘটনকাৰী বুলি তেওঁক নিৰ্বাসন দিব॥১৫॥ ইয়াৰ দ্বাৰা পিশাচৰ ওজা আৰু কুকৰ্মকাৰীৰ কথাও বুজোৱা হ'ল॥১৬॥

অথবা, যাক বিষপ্ৰস্তুতকাৰী, বিষ কিনোঁতা বা বিষবিক্ৰেতা বুলি জানে, নাইবা যদি কোনো ঔষধ আৰু খাদ্য-দ্ৰব্যৰ ব্যৱসায়ীক বিষ-বিক্ৰেতা বুলি গম পায়, তেওঁৰ ওচৰলৈ গৈ সত্ৰীয়ে ক'ব—'অমুক মোৰ শত্ৰু, তেওঁৰ মৃত্যু ঘটোৱা, তাৰ কাৰণে এয়া টকা লোৱা'॥১৭॥ যদি তেওঁ টকা লয়, বিষপ্ৰয়োগকাৰী বুলি তেওঁক নিৰ্বাসন দিব॥১৮॥ ইয়াৰ দ্বাৰা মূৰ্চ্ছা-কাৰক মিশ্ৰ-দ্ৰব্যৰ ব্যৱসায়ীৰ কথাও বুজোৱা হ'ল॥১৯॥

অথবা যদি কোনো লোকে নানা প্ৰকাৰৰ ধাতু আৰু ক্ষাৰ, অঙ্গাৰ, ভাতী, সাঁড়াহ, হাতুৰী, নিয়াৰি, সাঁচ, ছেনা আৰু ধাতু গলোৱা পাত্ৰ সঘনে কিনি থাকে, এলান্ধু, ছাই আৰু ধোঁৱাৰে

তেওঁৰ হাত আৰু কাপোৰ মলিন হোৱা দেখে আৰু কমাৰৰ সঁজুলি লগত থাকে আৰু সেই কাৰণে তেওঁক জাল মুদ্ৰাকাৰী বুলি সন্দেহ কৰে, সত্ৰীয়ে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰি তেওঁৰ লগত লেনদেন কৰি তেওঁৰ বিশ্বাসভাজন হৈ তেওঁৰ স্বৰূপ প্ৰকাশ কৰিব॥২০॥ স্বৰূপ প্ৰকাশ পালে জালমুদ্ৰাকাৰী বুলি তেওঁক নিৰ্বাসন দিব॥২১॥ ইয়াৰ দ্বাৰা সোণ-ৰূপ আদিৰ বং চুৰ কৰোঁতা আৰু নকল সোণৰ ব্যৱসায়ীৰ কথাও বুজোৱা হ'ল॥২২॥

প্ৰজাৰ অনিষ্টকাৰী উক্ত তেৰ প্ৰকাৰৰ গোপন জীৱিকা চলোৱা লোকক
নিৰ্বাসন দিব, অথবা অপৰাধৰ গুৰুত্ব অনুসাৰি নিষ্ক্ৰয় আদায় কৰিব॥২৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "গোপনে জীৱিকা উপাৰ্জন কৰা লোকসকলৰ বিৰুদ্ধে সতৰ্কতা" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ৮১তম) অধ্যায় সমাপ্ত।

# পঞ্চম অধ্যায়

## ৮০তম প্ৰকৰণ : সাধুবেশী চোৰাংচোৱাৰ দ্বাৰা দুষ্ট লোক ধৰা পেলোৱা

সত্ৰী (গুপ্তচৰ) নিযুক্ত কৰাৰ পিছত সাধুবেশী গূঢ়-পুৰুষে অপৰাধী লোকবোৰক দুৰ্জনৰ প্ৰিয় বিদ্যাৰে প্ৰলোভিত কৰিব—চোৰক টোপনি আনিব পৰা, অদৃশ্য হ'ব পৰা অথবা (বন্ধ) দুৱাৰ মেলিব পৰা মন্ত্ৰেৰে আৰু পৰদাৰ অভিলাষীবিলাকক মোহিনী-মন্ত্ৰেৰে প্ৰলোভিত কৰিব॥১॥

যেতিয়া এইবোৰ লোক (মন্ত্ৰৰ প্ৰমাণ চাবলৈ) উৎসাহিত হ'ব, তেতিয়া ৰাতি সাধুবেশী গূঢ়-পুৰুষসকলে বহুসংখ্যক তেনেকুৱা লোক লগত লৈ এখন গাৱঁলৈ যাওঁ বুলি আন এখন এনে গাৱঁলৈ যাব য'ত পুৰুষ আৰু তিৰোতাসকলক আগতেই সাজু কৰি ৰখা হৈছে; তালৈ গৈ ক'ব—'ইয়াতেই আমাৰ বিদ্যাৰ প্ৰমাণ চোৱা, সিখন গাৱঁলৈ যোৱাটো কষ্টসাধ্য'॥২॥ তাৰ পিছত দুৱাৰ মেলা মন্ত্ৰেৰে দুৱাৰ মেলি তেওঁলোকে ক'ব—'প্ৰৱেশ কৰা'॥৩॥ অন্তৰ্ধান-মন্ত্ৰৰ দ্বাৰা সাৰে থকা চন্তৰীসকলৰ মাজেদি অপৰাধী লোকবিলাকক যাবলৈ দিব॥৪॥ টোপনি অহা মন্ত্ৰেৰে চন্তৰীসকলক নিদ্ৰামগ্ন কৰি অপৰাধী লোকবোৰৰ দ্বাৰা তেওঁলোকক বিচনাৰে সৈতে আঁতৰাই থোৱাব॥৫॥ মোহিনী-মন্ত্ৰেৰে তেওঁলোকে অপৰাধীহঁতক পৰনাৰীৰ ছলেৰে গণিকাক উপভোগ কৰাব॥৬॥ যেতিয়া তেওঁলোকৰ বিদ্যাৰ প্ৰভাৱ সম্পৰ্কে অপৰাধী-হঁতৰ বিশ্বাস উপজিব, তেতিয়া সিহঁতৰ স্বৰূপ ধৰা পেলাবলৈ (সন্ন্যাসীৰ প্ৰাৰম্ভিক কাৰ্য) পুৰশ্চৰণাদি ক্ৰতুৰ আদেশ কৰিব॥৭॥

অথবা, চিহ্নিত বস্তু ৰখা ঘৰত সিহঁতক কাম কৰিবলৈ দিব॥৮॥ অথবা, সিহঁতৰ বিশ্বাসত সোমাই সিহঁতক একে ঠাইতে ধৰাই দিব॥৯॥ চিহ্নিত বস্তু কিনিবলৈ, বেচিবলৈ বা আধান ৰাখিবলৈ অহোঁতে সিহঁতক গ্ৰেপ্তাৰ কৰাব নাইবা ঔষধ মিহলি মদ খাই মতলীয়া হৈ থাকোঁতে গ্ৰেপ্তাৰ কৰাব॥১০॥

গ্ৰেপ্তাৰ কৰাৰ পিছত সিহঁতক আগেয়ে কৰা অপৰাধ আৰু সিহঁতৰ সঙ্গীহঁতৰ সম্পৰ্কে প্ৰশ্ন কৰিব॥১১॥

অথবা পুৰণি চোৰৰ বেশত গূঢ়-পুৰুষে চোৰৰ বিশ্বাসত সোমাই ওপৰত কোৱা ধৰণে চুৰি কৰাব আৰু ধৰাই দিব॥১২॥ গ্ৰেপ্তাৰ কৰাৰ পিছত সমাহৰ্তাই পুৰবাসী আৰু গাওঁ-

বাসীসকলৰ দৃষ্টি আকৰ্ষণ কৰি ক'ব—'বজ্ৰাই চোৰ ধৰা বিদ্যা অধ্যয়ন কৰিছে, তেওঁৰ উপদেশমতে এই চোৰবোৰ ধৰা হৈছে; মই অনবোৰ চোৰকো ধৰিম। (সেই কাৰণে) তোমা-লোকৰ কোনো অসৎ প্ৰবৃত্তিৰ আত্মীয়-স্বজন থাকিলে সিহঁতক সংযত কৰিবা'॥১৩॥

আৰু চোৰাংচোৰাই যোগোৰা বাৰ্তাৰি মতে সিহঁতৰ মাজত যাক বংশুৰলিৰ শলা, গৰু খেদা এছাৰি আদি (সাধাৰণ বস্তু) চুৰ কৰা বুলি জানিব, তাক দেখুৱাই তেওঁলোকক ক'ব—'ই বজাৰ প্ৰভাৱ'॥১৪॥

পুৰাণ চোৰ, গৰখীয়া, চৰাইমৰীয়া আৰু চিকাৰীবেশী (গুপ্তচৰে) বনৰ চোৰ আৰু বনচৰ জাতিৰ বিশ্বাসত সোমাই প্ৰচুৰ পৰিমাণে নকল সোণ আৰু বনজ দ্ৰব্যৰ দ্বাৰা নিৰ্মিত বস্তু লগত থকা সাউদৰ দলসমূহ আৰু গাওঁবোৰ আক্ৰমণ কৰিবলৈ উৎসাহিত কৰিব॥১৫॥ সিহঁতে যদি আক্ৰমণ কৰে, গোপনে ৰখা সৈন্যৰ হতুৱাই অথবা বাটত খাবলৈ লোৱা খোৱা-বস্তুৰ লগত বিষমিশ্ৰিত দৰৱ মিহলাই খুৱাই সিহঁতক বধ কৰাব॥১৬॥ অথবা চুৰি-মালৰ বোজা কঢ়িয়াই দীৰ্ঘ পথ অতিক্ৰম কৰি শ্ৰান্ত হৈ টোপনিত পৰিলে নাইবা উৎসৱ আদিত দৰৱ মিহলি সুৰা পান কৰি মতলীয়া হ'লে সিহঁতক গ্ৰেপ্তাৰ কৰাব॥১৭॥

আৰু সিহঁতক গ্ৰেপ্তাৰ কৰি সমাহৰ্তাই আগৰ দৰে মানুহক দেখুৱাই দেশবাসীৰ মনত ৰজাৰ সৰ্বজ্ঞত্ব ঘোষণা কৰিব॥১৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "সাধুবেশী চোৰাংচোৰাৰ দ্বাৰা দুষ্ট লোক ধৰা পেলোৱা" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ৮২তম) অধ্যায় সমাপ্ত।

---

# ষষ্ঠ অধ্যায়

## ৮১তম প্ৰকৰণ : সন্দেহজনক কৰ্মত লিপ্ত লোকৰ গ্ৰেপ্তাৰ

সাধুবেশী চোৰাংচোৰাৰ পিছত, সন্দেহক্ৰমে, চুৰি-মাল পাই আৰু চুৰি-কৰ্ম কৰা কাৰণে চোৰ ধৰা (সম্পৰ্কে) কোৱা হ'ব॥১॥

যাৰ পৈতৃক সম্পত্তি আৰু পৰিয়াল (আয়) শেষ হৈ গৈছে; যাৰ বেতন অতি সামান্য; যি নিজৰ দেশ, জাতি, বংশ, নাম আৰু কৰ্মৰ মিছা পৰিচয় দিয়ে; যি নিজৰ জীৱিকা আৰু কৰ্ম গোপন কৰে; যি মাংস, মদ, ভোজন, গন্ধদ্ৰব্য, মালা, কাপোৰ, অলঙ্কাৰ আদিত আসক্ত; যি অতিপাত খৰচ কৰে; বেশ্যাত, জুৱাত, আৰু মদৰ দোকানত মদ খোৱাত আসক্ত লোক; যি লোকে পুনঃ পুনঃ বিদেশলৈ অহা-যোৱা কৰে; যাৰ বাস-স্থান আৰু গন্তব্য-স্থান জনা নাযায়; যি অসময়ত নিৰ্জন ঠাই, অৰণ্য আৰু গৃহ-উদ্যানত ঘূৰি ফুৰে; যি আনে নেদেখা বা (সম্ভাব্য) আক্ৰমণৰ পাত্ৰ থকা ঠাইত দীঘলীয়া আলোচনা কৰে বা অকলাই উপস্থিত হয়; যি নতুনকৈ হোৱা জখমৰ কাৰণে লুকাই চিকিৎসা কৰে; যি সদায় ঘৰতে সোমাই থাকে; যি লোকে কাৰোবাক সমুখলৈ অহা দেখিলে উলটি যায়; যি কোনো প্ৰেমিকাৰ প্ৰতি আসক্ত; যি তিৰোতা, বস্তু, ঘৰ (আদি) পৰৰ সম্পত্তিৰ বিষয়ে বাৰে বাৰে প্ৰশ্ন কৰে; নিন্দিত কৰ্ম আৰু বিদ্যাৰ সজুলিৰ লগত যাৰ সম্পৰ্ক; ৰাতি অসময়ত যি লুকাই বেৰৰ ছাঁই ছাঁই ফুৰে; যি বস্তুৰ আকৃতি মলিন কৰি অস্থানত আৰু অসময়ত বেচে; যাৰ মনত শত্ৰুতাৰ ভাব আছে; যি জাতি আৰু কৰ্মত হীন; যি নিজৰ স্বৰূপ লুকাই ৰাখে; যি

ব্ৰহ্মচাৰী নহৈও ব্ৰহ্মচাৰীৰ বেশ লয়; যি ব্ৰহ্মচাৰী হৈও বিৰুদ্ধ আচৰণ কৰে; যি আগেয়ে কোনেয়ে অপৰাধ কৰিছে; নিজৰ কাৰ্যৰ দ্বাৰা যাৰ স্বৰূপ প্ৰকাশিত; যি লোকে নগৰপাল বা কোনো উচ্চপদস্থ বিষয়া দেখিলে লুকায়, আঁতৰি যায়, উশাহ-নিশাহ কাঢ়িবলৈ এৰি যাহি যায়, উদ্বিগ্ন হয় বা যাৰ মাত আৰু মুখৰ বং শুকান হয় আৰু বদলি যায়; হাতত অস্ত্ৰ লৈ অহা বহুত মানুহ দেখিলে যাৰ সন্ত্ৰাস হয়—এইসকল লোকক হয় নৰহত্যাকাৰী, নহয় চোৰ নাইয়া নিধি আৰু ন্যাস আত্মসাৎ কৰি, অথবা শত্ৰুৰ কাম কৰি গোপনে জীৱিকা উপাৰ্জন কৰা লোক বুলি সন্দেহ কৰিব লাগে॥২॥ সন্দেহক্ৰমে গ্ৰেপ্তাৰ কৰা বিষয়টো ইয়াতে শেষ হ'ল।

চুৰি-মালেৰে সৈতে গ্ৰেপ্তাৰ কৰা সম্পৰ্কে—হেৰোৱা বা চুৰি হোৱা বস্তু উদ্ধাৰ নহ'লে মালিকে সেই জাতীয় বস্তুৰ ব্যৱসায়ীক খবৰ দিব॥৩॥ সেই ব্যৱসায়ীসকলে যদি জনাই থোৱা বস্তুটো পাই গোপন কৰে, তেতিয়া তেওঁলোক চুৰি-কাৰ্যৰ সহায়কাৰী হিচাপে অভিযুক্ত হ'ব॥৪॥ যদি নাজানি সেই বস্তুটো ৰাখে, তাক দি দিলেই দোষৰপৰা অব্যাহতি পাব॥৫॥ বজাৰৰ অধ্যক্ষক নজনোৱাকৈ তেওঁলোকে পুৰণি মাল আধান ৰাখিব বা বিক্ৰী কৰিব নোৱাৰিব॥৬॥

(আগতে হেৰোৱা বা চুৰি হোৱা বুলি) খবৰ পোৱাৰ পিছত যদি সেই মাল পায়, 'তুমি ক'ত পালা' বুলি সেই মাল লগত লৈ অহা লোকজনক প্ৰশ্ন কৰিব॥৭॥ মানুহজনে যদি কয়—'মই এই বস্তু উত্তৰাধিকাৰসূত্ৰে পাইছো, অমুকৰপৰা দান স্বৰূপে পাইছো, অমুকৰপৰা কিনিছো, অমুকৰ হতুৱাই কৰাই লৈছো, অমুকৰপৰা গোপন আধান হিচাপে পাইছো, এই ঠাইত এনেকুৱা সময়ত পাইছো, ইমান দামত কিনিছো, ইয়াৰ পৰিমাণ ইমান, এই চিন আৰু ইয়াৰ (উৎপাদন) মূল্য ইমান'—তেতিয়া তেওঁ ইয়াক পোৱা সম্বন্ধে দিয়া জবাব শুদ্ধ হ'লে তেওঁক খালাচ দিব॥৮॥ যাৰ বস্তুটো হেৰাইছে সেই মানুহজনেও যদি একে প্ৰমাণকে দিয়ে, তেতিয়া যিজনে বস্তুটো আগৰেপৰা আৰু বহুদিন ধৰি ভোগ কৰিছে বা যাৰ স্বত্ব স্পষ্ট, বস্তুটো তেওঁৰে বুলি প্ৰমাণিত হ'ব॥৯॥ কাৰণ, দেখা যায় যে চতুষ্পদ জন্তু আৰু মানুহৰ মাজতো একে আকাৰ আৰু একে লক্ষণ থাকে; তেনেহ'লে সজাতীয় উপাদানৰপৰা একে কাৰিকৰে তৈয়াৰ কৰা বনজ দ্ৰব্য, অলঙ্কাৰ (আৰু) আন বস্তুৰ মাজত আকৃতি আৰু লক্ষণৰ সাদৃশ্য নাথাকিব কিয়?॥১০॥

যদি তেওঁ (হেৰোৱা বস্তু লৈ অহা মানুহজনে) কয়—'মই এই বস্তুটো খুজি আনিছো, ভাৰা কৰি আনিছো, আধান বা ন্যাস হিচাপে লাভ কৰিছো, ই এটা গচ্ছিত বস্তু, অমুকৰ বস্তু, পাইকাৰী হিচাপে বিক্ৰী কৰিবলৈ আনিছো, তেতিয়া তেওঁ যে নিৰ্দোষ তাৰ সাক্ষী লৈ তেওঁক খালাচ দিব॥১১॥ যদি সেই সাক্ষ্য দিয়া লোকজনে কয়—'এই কথা সঁচা নহয়'—তেতিয়া সেই বস্তুৰে সৈতে গ্ৰেপ্তাৰ হোৱা লোকজনে বস্তুটো লোকে দিয়াৰ আৰু লোৱাৰ কাৰণ দৰ্শাব, অথবা দিওঁতা, দিয়াওঁতা, লেখক, প্ৰতিগ্ৰহণকাৰী, লিখাৰ পৰামৰ্শদাতা বা সাক্ষীৰ দ্বাৰা বস্তুটো চিনাক্ত কৰিব॥১২॥

কোনো হস্তচ্যুত, হেৰাই যোৱা, (থোৱা ঠাইৰপৰা) নোহোৱা হোৱা বস্তু (পিছত) পালে, পোৱাৰ স্থান, কাল আৰু প্ৰাপ্তি সম্পৰ্কে প্ৰমাণ দিব পাৰিলে দোষৰপৰা মুক্ত হ'ব॥১৩॥ নিৰ্দোষ বুলি প্ৰমাণিত নহ'লে, দ্ৰব্য-লাভকাৰীয়ে সেই বস্তুটো আৰু সমান মূল্যৰ অৰ্থদণ্ড দিব॥১৪॥ ইয়াৰ অন্যথা হ'লে, তেওঁক চুৰি-অপৰাধৰ দণ্ড বিহিব॥১৫॥ চুৰি-মালেৰে সৈতে গ্ৰেপ্তাৰ হোৱা লোক-সম্পৰ্কীয় বিষয়টোৰ ইয়াতে সামৰণি পৰিল।

কৰ্মৰ কাৰণে গ্ৰেপ্তাৰ হোৱা সম্পৰ্কে—চুৰি হোৱা ঘৰৰ ক্ষেত্ৰত দৰজা এৰি আন বাটেৰে ওলোৱা-সোমোৱা হ'লে, দৰজাত গাত কৰিলে বা কব্জা ভাঙিলে, ওপৰ মহলাৰ জাল থকা খিৰিকী বা আওলা ভাঙিলে, উঠা-নমা কৰোঁতে বেৰ ভাঙিলে, বস্তু গোপনে চুৰ কৰিবলৈ বা পুতি থবলৈ গাত খান্দিলে, যদি সন্দেহ দিয়া মতে চুৰি-বস্তু উদ্ধাৰ হয় আৰু কটা চিন, আবৰ্জনা, ভঙা চিন আৰু সা-সৰঞ্জাম ভিতৰফালে পোৱা যায়, ঘৰৰ ভিতৰৰ মানুহৰ দ্বাৰা চুৰি হোৱা বুলি বুজিব লাগিব॥১৬॥ ইয়াৰ বিপৰীত হ'লে বাহিৰৰ লোকৰ দ্বাৰা চুৰি হোৱা বুলি বুজিব লাগিব আৰু এইবোৰ দুয়োফালে পোৱা গ'লে, ঘৰৰ ভিতৰৰ আৰু বাহিৰৰ উভয়ৰ সহযোগত চুৰি হোৱা বুলি ধৰিব লাগিব॥১৭॥

ভিতৰৰ লোকৰ দ্বাৰা চুৰি হোৱা বুলি বুজিলে, ঘনিষ্ঠ সম্পৰ্ক থকা, ব্যসনৰত, নিষ্ঠুৰ সংগী থকা, লগত চোৰৰ সা-সৰঞ্জাম থকা লোকক, অথবা দৰিদ্ৰ ঘৰৰ নাইবা পুৰুষপুৰুষৰত আসক্ত কোনো তিৰোতাক, অথবা অনুৰূপ চৰিত্ৰৰ কোনো পৰিচাৰকক, বা ঘৰকৈ টোপনি মৰা, টোপনিত লাল-কাল হোৱা, উত্তেজিত, শুকান আৰু বিকৃত মাত আৰু মুখৰ চেহেৰাৰ, অস্থিৰ চিত্তৰ, বেছি কথা কোৱা, ওখ ঠাইত উঠা কাৰণে অংগ-প্ৰত্যংগ অচল হোৱা, যাৰ শৰীৰ আৰু কাপোৰ-কানি কটা গৈছে, ঘঁহনি খাই থেতেলা হৈছে আৰু ফাটি-ছিটি গৈছে, ঘাঁ লগা বা ঠৰঙা হাত-ভৰিৰ, চুলি-নখ ধূলি-মাকতিয়ে ভৰি থকা বা চুলি-নখ কটা যোৱা আৰু ভাঁজ খোৱা নাইবা ভালদৰে গা-পা ধুই অনুলেপন লোৱা, গাত তেল ঘঁহা, অলপ আগতে হাত-ভৰি ধোৱা, ধূলি নাইবা বোকাত দেখা ভৰিৰ খোজৰ লগত যাৰ ভৰিৰ খোজ একে তেনে লোকক অথবা যাৰ লগত চুৰি (হোৱা ঘৰৰ) ওলোৱা-সোমোৱা বাটত পোৱা ফুল, মদ, সুগন্ধি দ্ৰব্য, কাপোৰৰ টুকুৰা, অনুলেপন, ঘাম আদিৰ দৰে বস্তু পোৱা যায়, তেনে লোকক পৰীক্ষা কৰি চাব লাগে॥১৮॥ (পৰীক্ষা কৰি) কোন চোৰ, কোন পৰস্ত্ৰীহৰণকাৰী জানি লব লাগে॥১৯॥

> বাহিৰৰ চোৰ হ'লে প্ৰদেষ্টাই গোপ আৰু স্থানিকৰ সহায়ত অনুসন্ধান চলাব আৰু নগৰ-ৰক্ষকে দুৰ্গৰ ভিতৰত উক্ত লক্ষণৰ সহায়ত অনুসন্ধান চলাব॥২০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "সন্দেহজনক কৰ্মত লিপ্ত লোকৰ গ্ৰেপ্তাৰ" নামৰ ষষ্ঠ (আৰম্ভণিৰপৰা ৮৩তম) অধ্যায় সমাপ্ত।

## সপ্তম অধ্যায়

### ৮২তম প্ৰকৰণ : আকস্মিক মৃত্যুৰ পৰীক্ষা

আকস্মিকভাৱে মৰা লোকৰ শৰীৰত তেল ঘঁহি পৰীক্ষা কৰিব॥১॥

যি মৃতকৰ শৌচ-প্ৰস্ৰাৱ বাহিৰ হৈছে, তল-পেটৰ ছাল বায়ুৰে পূৰ্ণ হৈছে, হাত-ভৰি উখহিছে, চকু মেল খাই আছে, গলত দাগ আছে, তাক ডিঙিত চেপি উশাহ বন্ধ কৰি মৰা হৈছে বুলি বুজিব॥২॥ উক্ত লক্ষণযুক্ত মৃতকৰ যদি বাহু আৰু কৰঙণ কোঁচ খোৱা দেখা যায় তাক গলত ফাঁচ লগাই মৰা বুলি বুজিব॥৩॥

যাৰ হাত, ভৰি আৰু তলপেট উখহিছে, চকু বহি গৈছে আৰু নাভি ওপৰ উঠিছে, তেনে লোকক শূলত দি মৰা হৈছে বুলি ধৰিব॥৪॥

যাৰ গুহ্যদ্বাৰ আৰু চকু বন্ধ হৈ গৈছে, জিভা কামোৰ খাইছে আৰু পেট ফিকিছে, তেনে লোকক পানীত (বুৰাই) মৰা হৈছে বুলি বুজিব॥৫॥

যাৰ গাত তেজৰ দাগ লাগি আছে, শৰীৰৰ অংগ ভাগি গৈছে বা সুলকি গৈছে, তেনে লোকক লাঠিৰে বা শিলেৰে আঘাত কৰি মৰা হৈছে বুলি বুজিব॥৬॥

শৰীৰৰ অংগ-প্ৰত্যংগবোৰ ভাগি ছিৰাছিৰ হ'লে, সেই লোকজনক (ওপৰৰপৰা) তললৈ দলিয়াই দিয়া বুলি ধৰিব লাগিব॥৭॥

যদি হাত, ভৰি, দাঁত আৰু নখ ক'লা পৰে, গাৰ মঙহ, নোম আৰু ছাল শিথিল হয় আৰু মুখত ফেন লাগি থাকে, বিষ খুৱাই হত্যা কৰা বুলি বুজিব লাগিব॥৮॥ এনে লোকৰ গাত যদি তেজ লাগি থকা কামোৰৰ চিন দেখা যায়, তেনেহ'লে সাপ বা (আন বিষাক্ত) কীটে দংশন কৰি মৰা বুলি বুজিব॥৯॥

যাৰ গাৰ কাপোৰ-কানি আৰু অংগবোৰ যেনিয়ে-তেনিয়ে পৰি আছে, অতিৰিক্ত বমি আৰু শৌচ হৈছে, তেনে জন মদন-যোগৰ (১৪।১।১৬-১৭) দ্বাৰা নিহত বুলি বুজিব॥১০॥

(প্ৰদেষ্টাই) এইটো জানি ল'ব যে এই কাৰণবোৰৰ কোনো এটাৰ দ্বাৰা মানুহজনৰ মৃত্যু ঘটিছে নে তেওঁক হত্যা কৰি শাস্তিৰ ভয়ত গলত ফাঁচ লগাই বা বেপ দি থোৱা হৈছে॥১১॥

বিষ খুৱাই মৰা (বুলি সন্দেহ কৰা) জনৰ অৱশিষ্ট খাদ্য চৰাইক খুৱাই পৰীক্ষা কৰিব॥১২॥ অথবা, কলিজাৰ অলপমান কাটি আনি জুইত পেলাই দিলে যদি চিট্‌চিট্‌ শব্দ হয়, বা ৰামধেনুৰ ৰঙৰ দৰে ৰং ওলায়, নাইবা শৰীৰটো দাহ কৰিলেও যদি কলিজাটো নোপোৰে, তেতিয়া বিষ প্ৰয়োগ কৰা বুলি ধৰিব॥১৩॥

(মৃতকৰপৰা) গুৰুতৰ কথাৰ আঘাত বা শাৰীৰিক আঘাত পোৱা চাকৰক, নাইবা দুখত অভিভূত বা পৰপুৰুষত আসক্ত তিৰোতাক, অথবা (সেই লোকজনৰ মৃত্যুৰ দ্বাৰা) উত্তৰাধি-কাৰিত্ব, জীৱিকা বা তিৰোতা লাভ কৰিবলৈ মন কৰা আত্মীয়ক বিচাৰি উলিয়াব লাগিব॥১৪॥

হত্যা কৰি গলত ফাঁচ লগাই থোৱা (বুলি সন্দেহ কৰা) লোকৰ ক্ষেত্ৰতো এইদৰেই অনুসন্ধান চলাব॥১৫॥ অথবা, ৰিয়ে নিজে গলত ফাঁচ দি মৰিছে, কোনোবাই অন্যায়ভাৱে তেওঁৰ অপকাৰ কৰিছিল নেকি তাৰ বিচাৰ কৰিব॥১৬॥

সকলোৰে ক্ষেত্ৰত ক্ৰোধৰ গুৰি হ'ল তিৰোতা বা সম্পত্তিলৈ হোৱা অপৰাধ, ব্যৱসায়ত প্ৰতিদ্বন্দ্বিতা, প্ৰতিদ্বন্দ্বীৰ প্ৰতি বিদ্বেষ, ব্যৱসায়ৰ অংশীদাৰিত্ব অথবা আদালতত অভিযোগ আনিব পৰা যি কোনো বিষয়॥১৭॥ ক্ৰোধৰপৰা হত্যা সাধিত হয়॥১৮॥

তেওঁ (প্ৰদেষ্টাই) ওচৰৰ মানুহৰ দ্বাৰা অনুসন্ধান কৰাব, মানুহজনক কোনো লোকে নিজে মাৰিছে নে মানুহ লগাই মৰাইছে, নে ধনৰ লোভত চোৰে মাৰিছে নে আন কাৰো শত্ৰুৰে সাদৃশ্যৰ কাৰণে (তেওঁক শত্ৰু বুলি ভুল কৰি) মাৰিছে॥১৯॥ কোনে তেওঁক মাতি নিছিল, কাৰ লগত আছিল বা গৈছিল, অথবা কোনে তেওঁক হত্যাৰ ঠাইলৈ লৈ আহিছিল, (ওচৰৰ লোকক) এইবোৰ প্ৰশ্ন কৰিব॥২০॥ হত্যা-স্থানৰ ওচৰত থকা লোকবিলাকক মাতি আনি এজন এজনকৈ সুধিব—'কোনে এওঁক ইয়ালৈ লৈ আহিল বা মাৰিলে, তোমালোকে হাতত অস্ত্ৰ লৈ অহা কোনো লোকক দেখিছিলানে? কাকো লুকোৱা দেখিছিলানে? কাৰোবাক উত্তেজিত অৱস্থাত দেখিছিলানে?'॥২১॥ তেওঁলোকে যেনেভাৱে উত্তৰ দিয়ে তেনেভাৱে প্ৰশ্ন কৰি যাব॥২২॥

অনাথ মৃতকে শৰীৰৰ ভোগৰ কাৰণে ব্যৱহাৰ কৰা (মালা আদি) বস্তু, (ছাতি আদি) আৱৰণ, কাপোৰ-কানি, সাজ-পাৰ, অলঙ্কাৰ আদি লক্ষ্য কৰি সেই সেই বস্তুৰ ব্যৱসায়ীক তেওঁলোকে মৃত লোকজনক কেতিয়া লগ পাইছিল, তেওঁলোকৰ থকা ঠাই, তাত বাস কৰাৰ কাৰণ, আৰু তেওঁলোকৰ কৰ্ম আৰু ব্যৱসায় সম্পৰ্কে প্ৰশ্ন কৰি তদন্ত চলাব॥২৩-২৪॥

কাম আৰু ক্ৰোধৰ বশৱৰ্তী হৈ যি পুৰুষে বা পাপৰ দ্বাৰা প্ৰলোভিতা হৈ যি তিৰোতাই জৰী, অস্ত্ৰ বা বিষৰ দ্বাৰা আত্মহত্যা কৰে, তেনে পুৰুষ বা তিৰোতাক চণ্ডালৰ হতুৱাই ৰাজ-আলিয়েদি জৰী লগাই টনাই নিয়াব; সিহঁতৰ শ্মশান-সংস্কাৰ নাই আৰু জ্ঞাতিয়েও প্ৰেতক্ৰিয়া আদি কৰিব নালাগে॥২৫-২৬॥

যি আত্মীয়ই তেনে লোকৰ অন্ত্যেষ্টি ক্ৰিয়া কৰে, তেওঁবো (মৃত্যুৰ) পিছত আত্মঘাতীৰ গতিয়ে লাভ হ'ব আৰু জ্ঞাতিয়ে তেওঁক পৰিত্যাগ কৰিব॥২৭॥

যি লোকে এবছৰ কাল পতিত লোকৰ লগত যজ্ঞ-পূজা আদি কৰি, তেওঁলোকক শিক্ষা দান কৰি আৰু বৈবাহিক সম্পৰ্ক ঘটাই সংসৰ্গ কৰে, তেৰোঁ পতিত হ'ব; আৰু এনে পতিত লোকৰ লগতি সংসৰ্গ কৰিলে আন লেকো পতিত হ'ব॥২৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "আকস্মিক মৃত্যুৰ পৰীক্ষা" নামৰ সপ্তম (আৰম্ভণিৰপৰা ৮৪তম) অধ্যায় সমাপ্ত।

# অষ্টম অধ্যায়

## ৮৩তম প্ৰকৰণ : জেৰা আৰু শাস্তি-প্ৰয়োগৰ দ্বাৰা তদন্ত

যাৰ মাল চুৰি হৈছে তেওঁৰ সম্মুখত আৰু বাহিৰৰ আৰু ভিতৰৰ সাক্ষীক আগত ৰাখি দোষীক তাৰ দেশ, জাতি, বংশ, নাম, ব্যৱসায়, সম্পত্তি, সহায়কাৰী আৰু থকা ঠাই সম্পৰ্কে প্ৰশ্ন কৰিব॥১॥ সেইবোৰ (দোষীৰ উত্তৰবোৰ) (সাক্ষীৰ) জবানবন্দীৰ লগত মিলাই চাব॥২॥ তাৰ পিছত দোষীক আগদিনা কত ফুৰা-চকা কৰিছিল আৰু গ্ৰেপ্তাৰ হোৱাৰ আগলৈকে ৰাতি ক'ত আছিল সেই বিষয়ে প্ৰশ্ন কৰিব॥৩॥ যদি দোষীৰ জবানবন্দীৰ লগত তাক নিৰ্দোষ বুলি কোৱা লোকৰ কথাৰ মিল হয়, দোষীক খালাচ দিব, নহ'লে তাক শাস্তি বিহিব॥৪॥

ঘটনাৰ তিনি দিন পিছত দোষী বুলি সন্দেহ কৰা লোকক গ্ৰেপ্তাৰ কৰিব নোৱাৰিব, কাৰণ (তেতিয়া) জেৰা কৰাৰ অৱকাশ নাথাকে; কিন্তু চুৰিৰ সা-সৰঞ্জাম লগত পালে গ্ৰেপ্তাৰ কৰিব পাৰিব॥৫॥

চোৰ নকৰা লোকক চোৰ বুলি কোৱা আৰু চোৰক লুকাই ৰখা লোকক চোৰৰ সমান দণ্ড বিহিব॥৬॥

শত্ৰুতা বা বিদ্বেষবশতঃ কাৰোবাক চোৰ বুলি অভিযুক্ত কৰিলে তেওঁক দোষৰপৰা মুক্তি

দিব॥৭॥ চুৰি-অপৰাধৰপৰা অব্যাহতি পোৱা লোকক নির্যাতন কৰিলে তেনে লোকৰ প্রথম সাহস-দণ্ড হ'ব॥৮॥

যাক চোৰ বুলি সন্দেহ কৰা হৈছে, তেওঁৰ ক্ষেত্রত চুৰিৰ সা-সৰঞ্জাম, পৰামর্শদাতা, সহায়কাৰী, চুৰি-মাল আৰু সহযোগীৰ প্রমাণ লৈ অপৰাধ নির্ণয় কৰিব॥৯॥ চোৰ বুলি সন্দেহ কৰা লোকৰ (আৰু তেওঁৰ সহযোগীৰ) কর্মৰ তুলনা কৰিব ঘৰত কোন সোমাইছিল, কি মাল চুৰ কৰিছিল আৰু মালৰ অংশ কোনে কিমান পাইছিল, এইবোৰৰ দ্বাৰা॥১০॥

উক্ত কাৰণবোৰ নাথাকিলে, (নিজক চোৰ বুলি) অসংলগ্নভাৱে বকি থাকিলেও তেওঁ চোৰ নহয় বুলি জানিব লাগিব॥১১॥ কাৰণ, দেখা গৈছে যে চুৰি নকৰা লোকো দৈবাৎ চোৰ যোৱা বাটেৰে যোৱাত চোৰৰ সাজ-পাৰ, অস্ত্র-শস্ত্র আৰু বস্তুৰ লগত মিল থকা সাজ-পাৰ, অস্ত্র-শস্ত্র আৰু বস্তু থকা কাৰণে বা চুৰি-মালৰ ওচৰত থকা কাৰণে গ্রেপ্তাৰ হয়; যেনে অণিমাণ্ডব্যই[1] শাস্তিৰ যন্ত্রণাৰ ভয়ত চোৰ নহৈও 'মই চোৰ' বুলি কৈছিল॥১২॥ সেই কাৰণে সকলো প্রমাণ লৈহে দোষীক শাস্তি দিব লাগে॥১৩॥

যাৰ অপৰাধ লঘু, যি নাবালক, বৃদ্ধ, ৰোগী, মতলীয়া, বলিয়া, ভোক, পিয়াহ আৰু পথ-শ্রমত ক্লান্ত, যি অতিভোজন কৰিছে, যাৰ আহাৰ ভালকৈ জীর্ণ নাযায় বা যি দুর্বল, তেনে লোকৰ ওপৰত শাস্তি প্রয়োগ নকৰিব॥১৪॥ একে' স্বভাৱৰ লোক, বেশ্যা, পানী যোগোৱা ঠাইৰ কর্মী, উপদেষ্টা, থকা-খোৱাৰ যোগান ধৰোঁতা—এনেবোৰ লোকৰ দ্বাৰা গোপনে সিহঁতৰ ওপৰত নজৰ ৰখাব॥১৫॥ এইদৰে তেওঁলোকক শ'ল-ঠেকত পেলাব অথবা ন্যাস আত্মসাৎ কৰা প্রসংগত যি উপায় অৱলম্বন কৰিবলৈ কোৱা হৈছে (৩।১২।৩৮—৫০) সেই উপায়বোৰ অৱলম্বন কৰিব॥১৬॥

যাৰ অপৰাধ প্রায় নিশ্চিত তাৰ ওপৰত শাস্তি প্রয়োগ কৰিব, কিন্তু গর্ভৱতী তিৰোতা আৰু সন্তান প্রসৱ হোৱাৰ এমাহ নোহোৱা সূতিকাৰ ওপৰত শাস্তি প্রয়োগ নকৰিব॥১৭॥ অৱশ্যে তিৰোতাৰ ক্ষেত্রত (পুৰুষৰ তুলনাত) আধা শাস্তি প্রয়োগ কৰিব অথবা জেৰাৰ দ্বাৰাই পৰীক্ষা কৰিব॥১৮॥

বেদজ্ঞ ব্রাহ্মণ আৰু তপস্বীৰ ক্ষেত্রত চোৰাংচোৱা নিয়োগ কৰিব॥১৯॥ এই নিয়মৰ ব্যতিক্রম কৰি শাস্তি প্রয়োগ কৰিলে বা মৃত্যু ঘটালে যিয়ে শাস্তি প্রয়োগ কৰে বা কৰায় তেওঁক উত্তম সাহস-দণ্ড বিহিব॥২০॥

সাধাৰণতে চাৰি প্রকাৰ শাস্তি প্রয়োগ প্রচলিত—(১) ছটা লাঠিৰ কোব, (২) সাতোটা চাবুকৰ আঘাত, (৩) জৰীৰে বান্ধি দুৰাৰ ওখ ঠাইৰপৰা ওলোমাই দিয়া আৰু (৪) নাকেৰে লোণ মিহলি পানী সুমুৱাই দিয়া॥২১॥

গুৰুতৰ অপৰাধীৰ ক্ষেত্রত নটা বেতৰ কোব, বাৰটা চাবুকৰ আঘাত, এবাৰ কৰঙণ দুখন আৰু এবাৰ কৰঙণৰ লগত মূৰটো বান্ধি থোৱা, নজমাল গছৰ চেকনিৰে কুৰিটা কোব, বত্রিশটা চৰ, এবাৰ সোঁ-হাত সোঁ-ভৰি লগ কৰি আৰু এবাৰ বাওঁ-হাত আৰু বাওঁ-ভৰি লগ কৰি পাছ-কালে বান্ধি থোৱা, এবাৰ হাত দুখন বান্ধি আৰু এবাৰ ভৰি দুখন বান্ধি ওলোমাই দিয়া, হাতৰ নখৰ তলত বেজীৰে বিন্ধা, ঘাৰ খুৱাই হাতৰ আঙুলিৰ গাঁঠি এটা পুৰি দিয়া, চৰ্বি খুৱাই এদিন বদৰ বা জুইৰ তাপত ৰখা আৰু শীতকালিৰ ৰাতি বনজ ঘাঁহৰ বিচনাত শুৱাই থোৱা—(এই ঠেচ্য প্রকাৰ শাস্তিৰ বিধান আছে)॥২২॥ শাস্তি-প্রয়োগ এই ওঠৰ প্রকাৰ॥২৩॥

[1] অণিমাণ্ডব্য : মহাভাৰত, আদিপর্ব—১০১ অধ্যায় চাওক।

শাস্তিৰ সাঁজ-নি, মাত্ৰা, প্ৰকাৰ, (যোগ্যতা) নিৰ্ধাৰণ আৰু সীমা-নিৰাকৰণ খৰপট্টৰ¹পৰা নিৰ্ণয় কৰি ল'ব॥২৪॥

এদিন এৰি এদিন আৰু এদিনত এবিধকৈ শাস্তিৰ প্ৰয়োগ কৰিব॥২৫॥

যদি পুৰণি অপৰাধী হয়, আগতে দোষ স্বীকাৰ কৰি পিছত অস্বীকাৰ কৰে, (চুৰি) মালৰ এটা অংশ যাৰ লগত পোৱা যায়, চুৰি-কৰ্ম-কৰি থাকোঁতে বা চুৰি-মাল লৈ যাব ধৰোঁতে যি ধৰা পৰে, ৰজাৰ ধন যি লুকোই ৰাখে, বা ৰজাৰ আদেশক্ৰমে যাক শাস্তি দি মাৰিব লাগে তেনে লোকৰ ক্ষেত্ৰত একেলগে, এটা এটাকৈ বা পুনঃ পুনঃ শাস্তিৰ ব্যৱস্থা কৰিব॥২৬॥

সকলো প্ৰকাৰ অপৰাধ সত্ত্বেও ব্ৰাহ্মণক শাস্তি নিদিব॥২৭॥ তেওঁৰ কপালত এটা অপৰাধীৰ চিহ্ন আঁকি দিব, যাতে তেওঁৰ ব্যৱসায় নষ্ট হৈ যায়—চুৰ কৰিলে কুকুৰৰ ছবি, মানুহ মাৰিলে কবন্ধৰ ছবি, গুৰুপত্নী হৰণ কৰিলে স্ত্ৰী-যোনিৰ ছবি, মদ খালে সুৰা ব্যৱসায়ীৰ পতাকা-চিহ্ন অঙ্কন কৰিব॥২৮॥

অপৰাধী ব্ৰাহ্মণৰ অপৰাধ ঘোষণা কৰি (অপৰাধ অনুসৰি উক্ত) চিহ্ন অঙ্কিত কৰি ৰাজ্যৰপৰা নিৰ্বাসন দিব অথবা খনিত থাকিবলৈ দিব॥২৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "জেৰা আৰু শাস্তি প্ৰয়োগৰ দ্বাৰা তদন্ত" নামৰ অষ্টম (আৰম্ভণিৰপৰা ৮৫তম) অধ্যায় সমাপ্ত।

---

# নৱম অধ্যায়

## ৮৪তম প্ৰকৰণ: সকলো বিভাগৰ (কৰ্মচাৰীৰ) ওপৰত নজৰ ৰখা

সমাহৰ্তা আৰু প্ৰদেষ্টাসকলে প্ৰথমে বিভাগীয় ৰৰমুৰীয়া আৰু তেওঁলোকৰ তলতীয়া কৰ্মচাৰীসকলক সংযত কৰি ৰাখিব॥১॥

খনি আৰু মূল্যবান বস্তুৰ কাৰখানাৰপৰা মূল্যবান বস্তু বা বহুমূলীয়া মণি চুৰ কৰা কৰ্মচাৰীক যাতনা নিদিয়াকৈ মৃত্যুদণ্ড বিহিব॥২॥ কমদামী বস্তু প্ৰস্তুত কৰা কাৰখানাৰ-পৰা কোনো কমদামী বস্তু বা সৰঞ্জাম চুৰ কৰিলে প্ৰথম সাহস-দণ্ড বিহিব॥৩॥

পণ্যবস্তুৰ উৎপত্তি-স্থাপনৰপৰা এক মাষৰপৰা চাৰি ভাগৰ এক পণলৈকে দামৰ কোনো ৰাজকীয় পণ্য চুৰ কৰিলে বাৰ পণ দণ্ড হ'ব; (ইয়াৰ ওপৰত) আধা পণলৈকে দামৰ ৰাজকীয় পণ্য চুৰ কৰিলে চৌবিশ পণ দণ্ড হ'ব; চাৰি ভাগৰ তিনি পণ মূল্যলৈকে দামৰ হ'লে ছয়ত্ৰিশ পণ দণ্ড হ'ব; এক পণ মূল্যলৈকে হ'লে আঠচল্লিশ পণ দণ্ড হ'ব; দুই পণ মূল্যলৈকে হ'লে প্ৰথম সাহস-দণ্ড বিহিব; চাৰি পণ মূল্যলৈকে মধ্যম সাহস-দণ্ড বিহিব; আঠ পণ মূল্যলৈকে উত্তম সাহস-দণ্ড বিহিব; আঠ পণৰপৰা দহ পণৰ ভিতৰত হ'লে মৃত্যুদণ্ড হ'ব॥৪॥ ভঁৰাল-ঘৰ, পণ্যাগাৰ, কুপ্যাগাৰ আৰু অস্ত্ৰাগাৰৰপৰা বনজ সম্পদ, প্ৰস্তুত দ্ৰব্য আৰু সা-সৰঞ্জাম আত্মসাৎ কৰিলে ওপৰত উল্লেখ কৰা মূল্যৰ আধাৰ ক্ষেত্ৰতে (যথাক্ৰমে) এই দণ্ডৰ বিধান হ'ব॥৫॥ কোষাগাৰ, ভাণ্ডাগাৰ আৰু অক্ষশালা (সোণ শোধন কৰা গৃহ)ৰপৰা উক্ত মূল্যৰ এক-চতুৰ্থাংশ মূল্যৰ বস্তু আত্মসাৎ কৰিলেও উক্ত দণ্ডৰ দুগুণ দণ্ড হ'ব॥৬॥ (কোষাগাৰ আদি)

---

¹খৰপট্ট: সম্ভৱতঃ চৌৰ্য-কৰ্মৰ শাস্তি-নিৰ্দেশক কোনো গ্ৰন্থ। কাৰো কাৰো মতে খৰপট্ট এজন চৌৰ্যশাস্ত্ৰকাৰ।

ভাঙি চুৰ কৰিলে যন্ত্ৰণা দি মৃত্যুদণ্ড বিহিব॥৭॥ ৰাজকীয় সম্পত্তি সংক্ৰান্ত অপৰাধ সম্পৰ্কে এইদৰে ব্যাখ্যা কৰা হ'ল॥৮॥

আন সম্পত্তিৰ ক্ষেত্ৰত, কোনো চৰকাৰী কৰ্মচাৰীয়ে যদি খেতি-পথাৰ, শস্য বনা ঠাই আৰু ঘৰ আৰু দোকানৰপৰা দিনতে গোপনে এক মাষৰপৰা চৌৱা পণ মূল্যৰ বনজ সম্পদ, প্ৰস্তুত দ্ৰব্য, সা-সৰঞ্জাম আদি চুৰ কৰে, তেওঁৰ তিনি পণ দণ্ড হ'ব, অথবা তেওঁৰ গাত গোবৰ সানি তেওঁৰ অপৰাধৰ কথা ঘোষণা কৰিব; চাৰি ভাগৰ এক পণৰপৰা আধা পণ মূল্যৰ ভিতৰত হ'লে ছয় পণ দণ্ড হ'ব, অথবা গোবৰ পুৰা ছাই গাত ঘঁহি তেওঁৰ অপৰাধ ঘোষণা কৰিব; চাৰি ভাগৰ তিনি পণ মূল্যৰ ভিতৰত হ'লে ন পণ দণ্ড হ'ব, অথবা গোবৰ পুৰা ছাই গাত ঘঁহি বা চৰুৰ খোলাৰ মালা পিন্ধাই অপৰাধ ঘোষণা কৰিব; এক পণলৈকে মূল্যৰ ভিতৰত হ'লে বাৰ পণ দণ্ড হ'ব, অথবা মুণ্ডন কৰি নিৰ্বাসন দিব; দুই পণলৈকে মূল্যৰ ভিতৰত হ'লে চৌবিশ পণ দণ্ড কৰিব, বা মুণ্ডন কৰি ইটাৰ টুকুৰাৰে মাৰিয়াই বাহিৰ কৰি পঠিয়াব; চাৰি পণ মূল্যৰ ভিতৰত হ'লে ছয়ত্ৰিশ পণ দণ্ড কৰিব; পাঁচ পণ মূল্যৰ ভিতৰত হ'লে আঠচল্লিশ পণ দণ্ড কৰিব; দহ পণ মূল্যৰ ভিতৰত হ'লে প্ৰথম সাহস-দণ্ড হ'ব; একুৰি পণ মূল্যৰ ভিতৰত হ'লে দুশ পণ দণ্ড কৰিব; ত্ৰিশ পণ মূল্যৰ ভিতৰত দণ্ড হ'ব পাঁচ শ পণ; চল্লিশ পণ মূল্যৰ ভিতৰত দণ্ড হ'ব এহেজাৰ পণ; পঞ্চাশ পণ মূল্যৰ ভিতৰত হ'লে মৃত্যু-দণ্ড হ'ব॥৯॥ দিনত বা ৰাতি, যাতায়াত নিষিদ্ধ প্ৰহৰত বলপূৰ্বক চুৰ কৰিলে মূল্য (ওপৰত নিৰ্দেশ কৰাৰ) আধা হ'লেও এই একে শাস্তিয়ে হ'ব॥১০॥ দিনত বা ৰাতি হাতত অস্ত্ৰ লৈ বলপূৰ্বক অপহৰণ কৰিলে বস্তুৰ মূল্য (উক্ত মূল্যৰ) এক-চতুৰ্থাংশ হ'লেও দণ্ডৰ মাত্ৰা (উক্ত নিৰিখৰ) দুগুণ হ'ব॥১১॥

গৃহস্থী লোক, অধ্যক্ষ, প্ৰধান বিষয়া আৰু ৰজাৰ নামত জাল কাকত আৰু জাল মোহৰ কৰিলে (যথাক্ৰমে) প্ৰথম, মধ্যম আৰু উত্তম সাহস-দণ্ড আৰু মৃত্যুদণ্ড হ'ব, অথবা অপৰাধ অনুসৰি দণ্ড হ'ব॥১২॥

ধৰ্মস্থই যদি মোকৰ্দমা কৰিবলৈ অহা মানুহক ভীতি-প্ৰদৰ্শন কৰে, ভৰ্ৎসনা কৰে, খেদি পঠিয়ায় বা ধমক দিয়ে তেওঁৰ ওপৰত প্ৰথম সাহস-দণ্ড বিধান কৰিব; কঠোৰ ভাষাৰে মনত আঘাত দিলে দণ্ডৰ পৰিমাণ দুগুণ হ'ব॥১৩॥ যদি তেওঁ যাক জেৰা কৰিব লাগে তাক জেৰা নকৰে, যাক জেৰা কৰিব নালাগে তাক জেৰা কৰে, জেৰা কৰি বিবৃতি লিখি নাৰাখে, (উত্তৰ) শিকাই দিয়ে, মনত পেলাই দিয়ে বা বাক্যৰ প্ৰথম ভাগ কৈ দিয়ে তেওঁক মধ্যম সাহস-দণ্ড বিহিব॥১৪॥

দিব লগীয়া সাক্ষ্য যদি তেওঁ গ্ৰহণ নকৰে, নিদিব লগীয়া গ্ৰহণ কৰে, সাক্ষ্য নোলোৱাকৈ বিচাৰ চলাই যায়, কোনো চেলু উলিয়াই বিচাৰ নাকচ কৰে, সময় অতিবাহিত কৰি সাক্ষীক আমনি দি খেদি পঠিয়ায়, সংলগ্ন বিবৃতিকো অসংলগ্ন কৰি দেখুৱায়, সাক্ষীক বুদ্ধি দি সহায় কৰে আৰু চূড়ান্তভাৱে নিষ্পত্তি হোৱাৰ পিছত যায় দিয়া বিষয় এটাও আকৌ বিচাৰ কৰিবলৈ লয়, তেনে ধৰ্মস্থক উত্তম সাহস-দণ্ড দিব॥১৫॥ অপৰাধ দুনাই কৰিলে দুগুণ দণ্ড হ'ব আৰু কামৰপৰা তেওঁক বৰখাস্ত কৰিব॥১৬॥

যদি কেৰাণীয়ে কোৱা কথা নিলিখে, নোকোৱা কথা লিখে, বেয়াকৈ কোৱা কথা ভালদৰে লিখে, ভালকৈ কোৱা কথা দোষযুক্ত কৰি লিখে অথবা বাক্যৰ অৰ্থৰ পৰিবৰ্তন ঘটায়, তেওঁক প্ৰথম সাহস-দণ্ড বিহিব বা অপৰাধৰ জোখাই দণ্ড বিহিব॥১৭॥

ধৰ্মস্থ বা প্ৰদেষ্টাই যদি দণ্ডৰ অযোগ্য লোকক অৰ্থদণ্ড কৰে তেওঁক তাৰ দুগুণে অৰ্থ-দণ্ড কৰিব, অথবা যদি অৰ্থদণ্ড আইনসম্মত দণ্ডতকৈ কম বা বেছি হয় তাৰ আঠ গুণ দণ্ড বিহিব॥১৮॥ যদি (অন্যায়ভাৱে) কায়িক দণ্ড দিয়ে তেওঁ নিজে কায়িক দণ্ড ভোগ কৰিব, অথবা (যথানিৰূপিত) নিস্ক্ৰয়ৰ দুগুণে দণ্ড দিব লাগিব॥১৯॥ যদি তেওঁ (বিচাৰপ্ৰাৰ্থীৰ প্ৰাপ্য) ন্যায্য ধন দিবলৈ অস্বীকাৰ কৰে আৰু অন্যায্য ধন আদায় কৰে, তেতিয়া তাৰ আঠ গুণ দণ্ড দিব লাগিব॥২০॥

ধৰ্মস্থৰ অধীনত থকা হাজতখানাত বা বন্দীশালত শয়ন, উপবেশন, ভোজন, মল-মূত্ৰ-ত্যাগ আৰু বিচৰণত বাধা জন্মোৱা কাৰণে আৰু (অপৰাধীক) বান্ধি থোৱা কাৰণে তেনে কাৰ্য কৰোঁতা আৰু কৰাওঁতা কৰ্মচাৰীৰ তিনি পণৰপৰা (উক্ত অপৰাধবোৰৰ কাৰণে) ক্ৰমে তিনি পণ তিনি পণকৈ দণ্ড বাঢ়ি যাব॥২১॥

হাজতখানাৰপৰা বন্দীক মুকলি কৰি দিয়া কাৰণে বা পলাই যোৱাৰ সুবিধা কৰি দিয়া কাৰণে (সংশ্লিষ্ট কৰ্মচাৰী) মধ্যম সাহস-দণ্ডৰ দ্বাৰা দণ্ডিত হ'ব আৰু তেওঁ অপৰাধীৰ-পৰা প্ৰাপ্য ধন দণ্ডস্বৰূপে দিব লাগিব; বন্দীশালৰপৰা অপৰাধীক মুকলি কৰি দিলে বা পলাই যোৱাত সহায় কৰিলে সৰ্বস্ব বাজেয়াপ্ত কৰি মৃত্যুদণ্ডেৰে দণ্ডিত কৰিব॥২২॥

(ধৰ্মস্থ বা প্ৰদেষ্টাক) নজনোৱাকৈ বন্দীশালৰ অধ্যক্ষই যদি কয়দীক অ'লৈ ত'লৈ যাতায়াত কৰিবলৈ দিয়ে, তেওঁৰ চৌবিশ পণ দণ্ড হ'ব; কয়দীৰ ওপৰত শাস্তি প্ৰয়োগ কৰিলে বা খোৱা-বোৱাত বাধা-নিষেধ কৰিলে ছিয়ানব্বৈ পণ দণ্ড হ'ব, শাৰীৰিক যন্ত্ৰণা দিলে বা অংগ ঘূৰ্ণীয়া কৰিলে মধ্যম সাহস-দণ্ডেৰে দণ্ডিত হ'ব আৰু মৃত্যু ঘটালে এহেজাৰ পণ দণ্ড হ'ব॥২৩॥

(বন্দীশালৰ অধ্যক্ষই) যদি বিবাহিতা দাসী বা আহিতিকা বন্দীৰ ওপৰত বলাৎকাৰ কৰে, তেওঁ প্ৰথম সাহস-দণ্ডেৰে দণ্ডিত হ'ব; চোৰ বা বিপ্লবকাৰীৰ ঘৈণীয়েকৰ ওপৰত (কয়দী-অৱস্থাত) বলাৎকাৰ কৰিলে মধ্যম সাহস-দণ্ড হ'ব, (বন্দিনী অৱস্থাত) আৰ্য তিৰোতাৰ ওপৰত বলাৎকাৰ কৰিলে তেওঁৰ ওপৰত উত্তম সাহস-দণ্ড বিহিত হ'ব॥২৪॥ কোনো বন্দীয়ে যদি এনেকুৱা কাম কৰে তাক তেতিয়াই তেতিয়াই মৃত্যু-দণ্ড বিহিব॥২৫॥ (ৰাতি) নিষিদ্ধ সময়ত আৰ্য তিৰোতাক গ্ৰেপ্তাৰ কৰা অপৰাধৰ কাৰণেও এই একে দণ্ডকে (মৃত্যু-দণ্ডকে) বুজিব; দাসীক নিষিদ্ধ সময়ত গ্ৰেপ্তাৰ কৰিলে প্ৰথম সাহস-দণ্ড বিহিব॥২৬॥

হাজতখানা নভঙাকৈ বন্দীক পলোৱাত সহায় কৰিলে মধ্যম সাহস-দণ্ড আৰু ভাঙি পলোৱাত সহায় কৰিলে মৃত্যু-দণ্ড বিহিব আৰু বন্দীশালৰপৰা পলোৱাত সহায় কৰিলে যথাসৰ্বস্ব বাজেয়াপ্ত কৰি মৃত্যু-দণ্ড দিব॥২৭॥

> এই দৰে ৰজাই প্ৰথমতে টকা-পইছাৰ লগত সম্পৰ্ক থকা তেওঁৰ বিষয়া-
> সকলৰ ওপৰত দণ্ড বিধান কৰি তেওঁলোকৰ চৰিত্ৰ সংশোধন কৰিব; নিজে
> শুদ্ধ হৈ সেই বিষয়াসকলে নগৰবাসী আৰু গাওঁবাসী প্ৰজাসকলক দণ্ডৰ
> দ্বাৰা সংশোধন কৰিব॥২৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "সকলো বিভাগৰ (কৰ্মচাৰীৰ) ওপৰত নজৰ ৰখা" নামৰ নৱম (আৰম্ভণিৰপৰা ৮৬তম) অধ্যায় সম্পূৰ্ণ।

# দশম অধ্যায়

## ৮৫তম প্ৰকৰণ : অংগহানিৰ পৰিবৰ্তে দণ্ড

তীৰ্থত চুৰ কৰা, গাঁঠি সোলোকাই চুৰ কৰা আৰু বস্তু দাঙি লৈ পলোৱা লোকৰ প্ৰথম অপৰাধৰ ক্ষেত্ৰত হাতৰ বুঢ়া আঙুলি আৰু মাজৰ আঙুলি কাটি দিব অথবা চৌবন পণ দণ্ড কৰিব, দ্বিতীয় অপৰাধ হ'লে পাঁচোটা আঙুলি কাটিব বা এশ পণ দণ্ড কৰিব, তৃতীয় বাৰ অপৰাধ কৰিলে সোঁহাতখন কাটি দিব বা চাৰি শ পণ দণ্ড কৰিব আৰু চতুৰ্থ বাৰ অপৰাধ কৰিলে প্ৰদেষ্টাৰ ইচ্ছা অনুসৰি (শাস্তি দি বা বিনা শাস্তিয়ে) বধ কৰিব॥১॥

পঁচিশ পণতকৈ কম দামৰ কুকুৰা, নেউল, মেকুৰী, কুকুৰ আৰু গাহৰি-পোৱালি চুৰ কৰিলে বা মাৰি পেলালে চৌৱন পণ দণ্ড বিহিব বা নাকৰ আগটো কাটি দিব; চণ্ডাল আৰু বনচৰ লোকৰ ক্ষেত্ৰত দণ্ডৰ মাত্ৰা ইয়াৰ আধা হ'ব॥২॥

ফান্দ, জাল বা লুকাই ৰখা গাঁতত আটক হোৱা হৰিণ, আন জন্তু, চৰাই, হিংস্ৰ জন্তু বা মাছ যিয়ে চুৰ কৰি নিয়ে সেই লোকে সেই সেই প্ৰাণী আৰু তাৰ মূল্যৰ জোখাই অৰ্থদণ্ড দিব লাগিব॥৩॥ মৃগবন আৰু দ্ৰব্যবনৰপৰা হৰিণ বা কোনো দ্ৰব্য চুৰি কৰি নিলে এশ পণ দণ্ড দিব লাগিব॥৪॥ প্ৰদৰ্শনী বা আমোদ-প্ৰমোদৰ কাৰণে ৰখা হৰিণ বা পক্ষী চুৰ কৰি নিলে বা মাৰি পেলালে ইয়াৰ দুগুণ দণ্ড হ'ব॥৫॥

কাৰিকৰ, শিল্পী, অভিনেতা বা তপস্বীৰ সৰু-সুৰা বস্তু চুৰ কৰিলে এশ পণ দণ্ড হ'ব; কোনো ডাঙৰ বস্তু চুৰ কৰিলে আৰু কৃষিজাত বস্তু চুৰ কৰাৰ কাৰণেও দুশ পণ দণ্ড হ'ব॥৬॥

প্ৰৱেশৰ অনুমতি নোহোৱাকৈ দুৰ্গত প্ৰৱেশ কৰিলে অথবা নিক্ষেপ স্বৰূপে ৰখা কোনো বস্তু লৈ নগৰৰ প্ৰাচীৰৰ ছিদ্ৰৰ মাজেদি পলাই গ'লে তাৰ দুই ভৰিৰ পাছফালৰ সিৰ দুডাল কাটি দিব বা দুশ পণ দণ্ড কৰিব॥৭॥

গাড়ী, নাও বা সৰু জন্তু চুৰ কৰিলে এখন ভৰি কাটি দিব বা তিনি শ পণ দণ্ড কৰিব॥৮॥

জাল কড়ি, কূট পাশা, চামৰাৰ ফিটা, হাতী-দাঁতৰ পাশতি অথবা হাতৰ চতুৰালিৰে ছলনা কৰিলে এখন হাত কাটি দিব নাইবা চাৰি শ পণ দণ্ড কৰিব॥৯॥

চোৰ আৰু পৰদাৰত আসক্ত পুৰুষৰ সহায়কাৰিণী আৰু ব্যভিচাৰ আচৰণ কৰি ধৰা পৰা তিৰোতাৰ নাক-কাণ কাটি দিব অথবা পাঁচ শ পণ দণ্ড কৰিব; পুৰুষৰ বেলিকা দণ্ড দুগুণ হ'ব॥১০॥

কোনো ডাঙৰ জন্তু, দাস বা দাসীক চুৰ কৰি নিলে অথবা মৰা-শৰ গাৰপৰা বস্তু নি বিক্ৰী কৰিলে তেনে লোকৰ দুয়োখন ভৰি কাটি দিব বা ছশ পণ দণ্ড কৰিব॥১১॥

উচ্চ বৰ্ণৰ লোকক আৰু গুৰুজনক হাত বা ভৰিৰে আঘাত কৰিলে আৰু ৰজাৰ যান-বাহন আদিত আৰোহণ কৰিলে এখন হাত আৰু এখন ভৰি কাটি দিব, অথবা সাত শ পণ দণ্ড কৰিব॥১২॥

নিজক ব্ৰাহ্মণ বুলি পৰিচয় দিয়া শূদ্ৰৰ, দেৱালয়ৰ সম্পত্তি লুকাই ৰখা লোকৰ, ৰাজদ্ৰোহ-মূলক কাম কৰিবলৈ আদেশ দিয়া লোকৰ, আৰু কাৰোবাৰ দুয়োটা চকু কণা কৰি দিয়া লোকৰ চকু দুটা বিষাক্ত অঞ্জনেৰে কণা কৰি দিব বা আঠ শ পণ দণ্ড কৰিব॥১৩॥

চোৰ আৰু পৰদাৰৰত-লোকক মুক্তি দিয়া লোকৰ, ৰজাৰ শাসন-পত্ৰ লিখোঁতে কথা বাদ

দি বা যোগ দি লিখা লোকৰ, কুমাৰী বা দাসীক ধন-বিত্তেৰে সৈতে অপহৰণ কৰোঁতাৰ, প্ৰৱঞ্চক ব্যৱসায়ীৰ আৰু বেয়া মাংস (২।২৬।১২ চাওক) বিক্ৰেতাৰ বাওঁ হাত আৰু দুয়োখন ভৰি কাটি দিব, অথবা ন শ পণ দণ্ড কৰিব॥১৪॥

মানুহৰ মাংস বিক্ৰী কৰোঁতাৰ মৃত্যু-দণ্ড হ'ব॥১৫॥

দেৱালয়ৰ জন্তু, প্ৰতিমা, মানুহ, খেতি-পথাৰ, ঘৰ, টকা-পইছা, সোণ, মণি-মুকুতা অথবা শস্য চুৰ কৰোঁতাক উত্তম সাহস-দণ্ড বিহিব, অথবা শাস্তি নিদিয়াকৈ মৃত্যু-দণ্ড দিব॥১৬॥

অপৰাধী লোক আৰু অপৰাধ, অভিপ্ৰায়, অপৰাধৰ গুৰুত্ব বা লঘুত্ব,
ভাবী পৰিণাম, বৰ্তমান ফলাফল, আৰু দেশ আৰু কাল'ৰ কথা ভালদৰে
বিবেচনা কৰি চাই প্ৰদেষ্টাই ৰজা আৰু প্ৰজাৰ মাজত নিৰপেক্ষভাৱে থাকি
উচ্চতম দণ্ড বিধান কৰিব নে লঘুতম দণ্ড বিধান কৰিব নে মধ্যম দণ্ড
বিধান কৰিব তাক নিৰ্ণয় কৰিব॥১৭-১৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "অঙ্গহানিৰ পৰিৱৰ্তে দণ্ড" নামৰ দশম (আৰম্ভণিৰপৰা ৮৭তম) অধ্যায় সমাপ্ত।

# একাদশ অধ্যায়

## ৮৬তম প্ৰকৰণ : বিনা শাস্তিয়ে আৰু শাস্তিপূৰ্বক মৃত্যুদণ্ডৰ বিধান

কাজিয়াত যি (ঠাইতে) মানুহক হত্যা কৰে, সেইজনৰ দণ্ড হ'ব শাস্তিপূৰ্বক মৃত্যু॥১॥ সাতদিন পিছত মৰিলে বিনা শাস্তিয়ে মৃত্যু-দণ্ড বিহিব, এক পক্ষ পিছত মৰিলে উত্তম সাহস-দণ্ড আৰু এমাহৰ মূৰত মৰিলে পাঁচ শ পণ আৰু চিকিৎসাৰ খৰচ দণ্ডৰূপে ধাৰ্য হ'ব॥২॥

অস্ত্ৰৰ দ্বাৰা আঘাত কৰাজনৰ উত্তম সাহস-দণ্ড হ'ব॥৩॥ মদৰ নিচাত প্ৰহাৰ কৰোঁতাৰ হাত এখন কাটি দিব আৰু মোহৰ বশৱৰ্তী হৈ প্ৰহাৰ কৰোঁতাক দুশ পণ দণ্ড কৰিব ॥৪॥ মৃত্যু ঘটালে মৃত্যু-দণ্ড হ'ব॥৫॥

প্ৰহাৰ কৰি গৰ্ভপাত কৰোঁতাজনক উত্তম সাহস-দণ্ড বিহিব, ঔষধৰ দ্বাৰা গৰ্ভপাত কৰিলে মধ্যম সাহস-দণ্ড বিহিব আৰু শাৰীৰিক কষ্ট দি কৰিলে প্ৰথম সাহস-দণ্ড বিহিব॥৬॥

যি লোকে বলপূৰ্বক কোনো পুৰুষ বা তিৰোতাক প্ৰহাৰ কৰে, তেওঁলোকক খেদি যায়, বলেৰে দমন কৰি ৰাখে, মাৰিব বুলি ভয় দেখুৱায়, আক্ৰমণ কৰে, খুঁচি দিয়ে, অলিবাটত আৰু ঘৰত ডকাইতি কৰে আৰু ৰজাৰ হাতী, ঘোঁৰা আৰু ৰথ নষ্ট কৰে বা চুৰ কৰে, তেনে লোকক শূলত দিব॥৭॥ যি এনে অপৰাধীৰ (মৃতদেহৰ) সংস্কাৰ-কাৰ্য কৰে, সিও একে দণ্ডই অথবা উত্তম সাহস-দণ্ড ভোগ কৰিব॥৮॥

হত্যাকাৰী বা চোৰক খাদ্য, থকা ঠাই, সা-সঁজুলি আৰু জুইৰ যোগান ধৰিলে বা পৰামৰ্শ দিলে নাইবা সেৱা-শুশ্ৰূষা কৰিলে উত্তম সাহস-দণ্ড বিহিব; নাজানি তেনে কাম কৰিলে তিৰস্কাৰেৰে দণ্ডিত কৰিব॥৯॥ হত্যাকাৰী আৰু চোৰৰ ল'ৰা-তিৰোতাক সিহঁতৰ লগত যোগাযোগ নাথাকিলে এৰি দিব, সহযোগ থাকিলে গ্ৰেপ্তাৰ কৰিব॥১০॥

ৰাজ্যলোভীক, ৰাজ-অন্তঃপুৰ আক্ৰমণকাৰীক, অৰণ্যবাসী জনজাতীয় লোক বা ৰজাৰ শত্ৰুক (ৰজাৰ বিৰুদ্ধে) উৎসাহিত কৰোঁতাজনক অথবা দুৰ্গ, ৰাষ্ট্ৰ আৰু সৈন্যবাহিনীৰ মাজত বিদ্ৰোহ সৃষ্টিকাৰী লোকক হাত আৰু মূৰত জুই লগাই দি বধ কৰাব॥১১॥ (এনেকুৱা) ব্ৰাহ্মণ অপৰাধীক অন্ধকাৰত আৱদ্ধ ৰাখিব॥১২॥

মাতৃ, পিতৃ, পুত্ৰ, ভ্ৰাতৃ, আচাৰ্য আৰু তপস্বীৰ হত্যাকাৰীৰ মূৰৰ ছাল গুচাই তাত অগ্নি সংযোগ কৰাই বধ কৰাব॥১৩॥ এওঁবিলাকক তিৰস্কাৰ কৰিলে জিভা কাটি দিব, কোনো অংগত জখম কৰিলে অপৰাধী সেই অংগৰপৰা বঞ্চিত হ'ব॥১৪॥

আকস্মিকভাৱে কোনো লোকক বধ কৰিলে, জাকে সৈতে গৰু-ম'হ আদি চুৰ কৰিলে শাস্তি নিদিয়াকৈ মৃত্যুদণ্ড বিহিব॥১৫॥ কমেও দহোটা পশুৰে এটা পশুৰ জাক হয় বুলি বুজিব লাগিব॥১৬॥

পানী বন্ধ কৰি ৰখা মথাউৰি ভাঙোঁতাক সেই ঠাইতে পানীত ডুবাই মাৰিব, পানী নাথাকিলে উত্তম সাহস-দণ্ড বিহিব আৰু ভগা-ছিগা পৰিত্যক্ত মথাউৰি হ'লে মধ্যম সাহস-দণ্ড বিহিব॥১৭॥

আনলোকক বিহু খুওৱা পুৰুষক আৰু পুৰুষক হত্যা কৰা অগৰ্ভিণী তিৰোতাক পানীত ডুবাই বধ কৰিব; গৰ্ভিণী তিৰোতাৰ ক্ষেত্ৰত প্ৰসৱৰ অন্ততঃ এমাহ পিছত (একে দণ্ডই প্ৰযোজ্য হ'ব)॥১৮॥ স্বামী, গুৰুজন আৰু নিজৰ সন্তানক বধ কৰা তিৰোতাক, (ঘৰত) জুই দিয়া আৰু বিষ খুওৱা তিৰোতাক আৰু সিন্ধি খান্দি ঘৰত সোমাই চুৰ কৰা তিৰোতাক গৰুৰে গচকাই বধ কৰাব॥১৯॥

চৰণীয়া পথাৰ, খেতি-পথাৰ, ঢেঁকীশাল, ঘৰ, কাঠনি-হাবি আৰু হাতী থকা হাবিত জুই দিয়া লোকক জুইত পুৰি মাৰিব॥২০॥

ৰজাক নিন্দা কৰা, গোপন মন্ত্ৰণা প্ৰকাশ কৰা, অনিষ্টকৰ বাতৰি প্ৰচাৰ কৰা আৰু ব্ৰাহ্মণৰ ৰান্ধনি-ঘৰত সোমাই অন্নাদি ভোজন কৰা লোকৰ জিভা উভালি পেলাব॥২১॥

অস্ত্ৰ-চোৰ আৰু বৰ্ম-চোৰক সৈনিক নহ'লে শৰেৰে বধ কৰাব॥২২॥ যদি সৈনিকে অস্ত্ৰ আৰু বৰ্ম চুৰ কৰে, উত্তম সাহস-দণ্ড বিহিব॥২৩॥

জননেন্দ্ৰিয় আৰু অণ্ডকোষত আঘাতকাৰী লোকৰ জননেন্দ্ৰিয় আৰু অণ্ডকোষ কটাই পেলাব॥২৪॥

জিভা আৰু নাকত আঘাত কৰিলে, হাতৰ মাজৰ আঙুলি আৰু বুঢ়া আঙুলি কটাই দিয়াব॥২৫॥

মহামনা লোকসকলৰ দ্বাৰা ৰচিত শাস্ত্ৰত এইবোৰ যন্ত্ৰণাদায়ক শাস্তিৰ
বিধান দিয়া হৈছে; কিন্তু যিবোৰ অপৰাধ ক্লেশদায়ক নহয় শুদ্ধ বধকে
(কষ্ট নিদি মৰাকে) তাৰ ন্যায্য শাস্তি বুলি বিধান কৰা হৈছে॥২৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "চিত্ৰ শাস্তিয়ে আৰু শাস্তি-পূৰ্বক মৃত্যু-দণ্ডৰ বিধান" নামৰ একাদশ (আৰম্ভণিৰপৰা ৮৮তম) অধ্যায় সম্পূৰ্ণ।

# দ্বাদশ অধ্যায়

## ৮৭তম প্ৰকৰণ : কুমাৰী-ধৰ্ষণ

একে বৰ্ণৰ অপুষ্পিতা কন্যাৰ ওপৰত বলাৎকাৰ কৰিলে তেনে লোকৰ হাত এখন কটাই দিব. অথবা চাৰি শ পণ দণ্ড বিহিব॥১॥ যদি (তেনে) কন্যাৰ মৃত্যু ঘটে, অপৰাধী মৃত্যু-দণ্ডেৰে দণ্ডিত হ'ব॥২॥

পুষ্পিতা কন্যাৰ ওপৰত বলাৎকাৰ কৰিলে মধ্যমা আৰু তৰ্জনী আঙুলি কটাই দিব আৰু দুশ পণ দণ্ড কৰিব॥৩॥ তদুপৰি কন্যাৰ পিতৃক ক্ষতিপূৰণ দিব লাগিব॥৪॥ কন্যাৰ ইচ্ছাৰ বিৰুদ্ধে পুৰুষে কন্যাক বিয়া কৰাব নোৱাৰিব॥৫॥ কন্যাৰ ইচ্ছাসাপেক্ষে সম্ভোগকাৰী পুৰুষৰ চৌৱন পণ দণ্ড হ'ব; তিৰোতাৰ বেলিকা দণ্ড আধা হ'ব॥৬॥ আনে গা-ধন দি ৰাখি থোৱা কন্যাৰ ওপৰত বলাৎকাৰ কৰা পুৰুষৰ হাত এখন কটাই দিব, অথবা চাৰি শ পণ দণ্ড কৰিব আৰু (আগৰ লোকজনে দিয়াৰ সমান) গা-ধন দিব॥৭॥

বিয়াৰ বন্দবস্ত হোৱাৰ পিছত সাত বাৰ ঋতু হৈ যোৱাৰ পিছতো যদি বৰে কন্যাক নাপায়, সেই কন্যাৰ ওপৰত তেওঁৰ বিবাহৰ অধিকাৰ বৰ্তিব আৰু কন্যাৰ পিতৃকো একো ক্ষতিপূৰণ দিব নালাগিব॥৮॥ ঋতু নিষ্ফল কৰা কৰ্মৰ দ্বাৰা সেই কন্যাৰ ওপৰত পিতৃৰ অধিকাৰ নাথাকিব॥৯॥

তিনি বছৰ ঋতুমতী হৈ থকাৰ পিছত (বিয়া নহ'লে) একে বৰ্ণৰ পুৰুষৰ লগত বাস কৰাত ছোৱালীৰ একো দোষ হ'ব নোৱাৰে; তিনি বছৰৰ অধিক কাল লৈ যোৱাৰ পিছত ভিন বৰ্ণৰ পুৰুষৰ লগত বাস কৰাটোও দূষণীয় নহয়; অৱশ্যে ছোৱালীয়ে লগত অলঙ্কাৰ-পাতি লৈ যাব নোৱাৰিব॥১০॥ পিতৃৰ সম্পত্তি লৈ গ'লে চুৰি-অপৰাধত অভিযুক্ত হ'ব॥১১॥

আনৰ কাৰণে কন্যাৰ প্ৰস্তাৱ কৰি নিজে গ্ৰহণ কৰিলে দুশ পণ দণ্ড হ'ব॥১২॥ আৰু ছোৱালীৰ ইচ্ছাৰ বিৰুদ্ধে সেই পুৰুষৰ তেওঁৰ ওপৰত কোনো অধিকাৰ নবৰ্তিব॥১৩॥

এজনী ছোৱালী দেখুৱাই আন এজনী দান কৰিলে, যদি বৰৰ সবৰ্ণৰ হয়, কন্যাদাতাই এশ পণ দণ্ড দিব লাগিব; হীন বৰ্ণৰ হ'লে দণ্ডৰ পৰিমাণ ইয়াৰ দুগুণ হ'ব॥১৪॥

বৈবাহিক সম্ভোগৰ সময়ত অক্ষতযোনি নোহোৱা ছোৱালীয়ে চৌৱন পণ দণ্ড দিব লাগিব আৰু গাধন আৰু বিয়াৰ খৰচ ঘূৰাই দিব লাগিব॥১৫॥ যদি কোনো ছোৱালীয়ে নিজক অক্ষতযোনি বুলি প্ৰতিষ্ঠিত কৰিব খুজি ব্যৰ্থ হয়, সেই ছোৱালীয়ে দুগুণ দণ্ড দিব লাগিব॥১৬॥ আনৰ (আন তিৰোতাৰ) তেজ সানি কৰিলে (অৰ্থাৎ কাপোৰত আনৰ তেজ সানি প্ৰথম সম্ভোগৰ কাৰণে ৰক্ত ক্ষৰিত হোৱা বুলি কৈ নিজৰ কুমাৰী অৱস্থা মিছাই প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিলে) দুশ পণ দণ্ড হ'ব; আকৌ পুৰুষে সতীত্ব নাশ হোৱা বুলি মিছাকৈ তিৰোতাৰ বিৰুদ্ধে অভিযোগ আনিলেও এই একে দণ্ডই হ'ব॥১৭॥ তদুপৰি, সেই পুৰুষে গা-ধন আৰু বিয়াৰ খৰচ আদায় দিব লাগিব॥১৮॥ ছোৱালী অনিচ্ছুক হ'লে সেই পুৰুষৰ তেওঁৰ ওপৰত অধিকাৰ নাথাকিব॥১৯॥

কোনো সম্ভোগকামী কুমাৰীয়ে একে বৰ্ণৰ আন তিৰোতাৰ দ্বাৰা ব্যভিচাৰিতা হ'লে বাৰ পণ দণ্ড দিব লাগিব আৰু ব্যভিচাৰকাৰিণী তিৰোতাই দুগুণ দণ্ড দিব লাগিব॥২০॥ যদি ছোৱালীৰ ইচ্ছা নথকাতো তিৰোতাই তেনে কাম কৰে তেন্তিয়া নিজৰ বাসনা চৰিতাৰ্থ

কৰা কাৰণে এশ পণ দণ্ড আৰু গা-ধন দিব লাগিব॥২১॥ যি ছোৱালীয়ে নিজে নিজৰ যোনি ক্ষত কৰে সেই ছোৱালী ৰজাৰ দাসী হ'ব॥২২॥

গাৱঁৰ বাহিৰত কুমাৰীৰ ওপৰত ব্যভিচাৰ আচৰণ কৰিলে আৰু মিছা অপবাদ দিলে দুগুণ দণ্ড হ'ব॥২৩॥

বলপূৰ্বক ছোৱালী অপহৰণ কৰিলে দুশ পণ দণ্ড হ'ব; সোণৰ অলঙ্কাৰ পৰিহিতা কন্যাক বলেৰে অপহৰণ কৰিলে উত্তম সাহস-দণ্ড হ'ব॥২৪॥ বহু লোকে এজনী ছোৱালী অপহৰণ কৰিলে প্ৰত্যেককে বেলেগে বেলেগে যথাবিহিত দণ্ড দিব॥২৫॥

বেশ্যাৰ ছোৱালীৰ ওপৰত ব্যভিচাৰ কৰিলে চৌৱন পণ দণ্ড আৰু (ছোৱালীৰ) মাকক এবাৰ উপভোগৰ যি মূল্য তাৰ ষোল গুণ গা-ধন স্বৰূপে দিব লাগিব॥২৬॥ নিজে দাসী নহয়, এনে দাসকন্যা বা দাসীকন্যাৰ সতীত্ব নাশ কৰিলে চৌবিশ পণ দণ্ড আৰু গা-ধন আৰু অলঙ্কাৰ দিব লাগিব॥২৭॥ দাসত্বৰপৰা মুক্তি পোৱাৰ যোগ্যা কোনো দাসীৰ ওপৰত বলাৎকাৰ কৰিলে বাৰ পণ দণ্ড হ'ব আৰু তাইক কাপোৰ আৰু অলঙ্কাৰ দিব লাগিব॥২৮॥

কোনো ছোৱালীৰ ওপৰত ব্যভিচাৰ কৰা বিষয়ত সহায় আৰু স্থান দিওঁতা লোকৰো ব্যভিচাৰী পুৰুষৰ সমানে দণ্ড হ'ব॥২৯॥

স্বামী প্ৰবাসত থকা কালত কোনো তিৰোতা আওবাটে গলে স্বামীৰ আত্মীয়স্বজন বা ভৃতাই সেই তিৰোতাৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব ল'ব॥৩০॥ সেইদৰে তত্ত্বাৱধানত থাকি স্বামীলৈ অপেক্ষা কৰিব॥৩১॥ স্বামীয়ে যদি ক্ষমা কৰে, দুয়োকে মুক্তি দিব॥৩২॥ যদি নকৰে, তিৰোতাজনীৰ কাণ আৰু নাক কাটি দিব আৰু উপপতিৰ মৃত্যু-দণ্ড হ'ব॥৩৩॥

যদি কোনোৱে উপপতিক চোৰ বুলি ঘোষণা কৰে পাঁচ শ পণ দণ্ড দিব লাগিব; টকা লৈ তেওঁক এৰি দিলে এৰি দিওঁতাই গৃহীত ধনৰ আঠ গুণ দণ্ড স্বৰূপে দিব লাগিব॥৩৪॥

পৰস্পৰে চুলিত আঙুলি বুলাই দিয়া কাৰ্য দৈহিক সম্ভোগ-চিহ্ন, বিশেষজ্ঞৰ মত অথবা তিৰোতাৰ কথাৰ দ্বাৰা ব্যভিচাৰ-কৰ্ম সংঘটিত হোৱা বুলি জানিব পাৰি॥৩৫॥

শত্ৰুসৈন্য বা বনচৰ জনজাতীয় লোকে অপহৰণ কৰি লৈ যোৱা, পানীৰ সোঁতত উটি যোৱা, অৰণ্যত বা দুৰ্ভিক্ষৰ কাৰণে পৰিত্যক্তা আৰু মৰা বুলি এৰি থৈ যোৱা তিৰোতাক উদ্ধাৰ কৰি কোনো পুৰুষে সেই তিৰোতাক তেওঁৰ সম্মতিক্ৰমে উপভোগ কৰিব পাৰে॥৩৬॥ সেই তিৰোতা যদি উচ্চ জাতিৰ হয়, অনিচ্ছুক হয় বা সন্তান থকা হয়, উদ্ধাৰ-মূল্য লৈ ওভোতাই দিব॥৩৭॥

> চোৰৰ হাতৰপৰা, নদীৰ সোঁতৰপৰা, দুৰ্ভিক্ষৰ কবলৰপৰা, দেশ বিপ্লৱৰপৰা বা অৰণ্যৰপৰা বা আনৰ হেৰোৱা বা মৰা বুলি এৰি থৈ যোৱা তিৰোতাক উদ্ধাৰ কৰি সম্মতিক্ৰমে পুৰুষে সেই তিৰোতাৰ লগত সহবাস কৰিব পাৰে; কিন্তু ৰাজ-ক্ষমতাৰ দ্বাৰা, আত্মীয়-স্বজনৰ দ্বাৰা উদ্ধাৰ হোৱা, উচ্চ বৰ্ণৰ, ইচ্ছা নথকা অথবা সন্তান থকা তিৰোতাৰ লগত সহবাস কৰিব নোৱাৰিব; এনেকুৱা তিৰোতাক উপযুক্ত উদ্ধাৰ-মূল্য লৈ (জাতিৰ ওচৰত) শোধাই দিব॥৩৮-৪০॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "কুমাৰী-প্ৰকৰ্ম" শীৰ্ষক দ্বাদশ (আৰম্ভণিৰপৰা ৮৯তম) অধ্যায় সমাপ্ত।**

# ত্ৰয়োদশ অধ্যায়

## ৮৮তম প্ৰকৰণ : বিধি উল্লংঘনৰ কাৰণে দণ্ড

অপেয় আৰু অভক্ষ্য বস্তু ব্ৰাহ্মণক খুৱালে উত্তম সাহস-দণ্ড, ক্ষত্ৰিয়ক খুৱালে মধ্যম সাহস-দণ্ড আৰু বৈশ্যক খুৱালে প্ৰথম সাহস-দণ্ড বিধান কৰিব; শূদ্ৰক খুৱালে চৌৱন পণ দণ্ড কৰিব॥১॥ নিজ ইচ্ছাত অপেয় পান আৰু অভক্ষ্য ভক্ষণ কৰাজনক ৰাজ্যৰপৰা নিৰ্বাসন দিব॥২॥

লোকৰ ঘৰত দিনত প্ৰৱেশ কৰিলে প্ৰথম সাহস-দণ্ড বিহিব॥৩॥ দিনতে হওক বা ৰাতিয়ে হওক, হাতত অস্ত্ৰ লৈ প্ৰৱেশ কৰিলে উত্তম সাহস-দণ্ড বিহিব॥৪॥ ভিক্ষু আৰু বেপাৰী, মতলীয়া আৰু বলিয়া, বল-প্ৰয়োগৰ দ্বাৰা সন্ত্ৰস্ত বা বিপন্ন, নিকটতম প্ৰতিবাসী আৰু যিসকল লোক সচৰাচৰ (ঘৰলৈ) অহা-যোৱা কৰে তেনে লোক ঘৰত প্ৰৱেশ কৰিলে দণ্ডনীয় নহ'ব; অৱশ্যে এইসকলৰ কোনোবাজন নিষেধ কৰা সত্ত্বেও যদি প্ৰৱেশ কৰে, দণ্ডনীয় হ'ব॥৫॥ কোনোৱে যদি মাজ-নিশাৰ পিছত নিজৰ ঘৰৰ (বাহিৰৰ) দেৱাল বা বেৰৰ ওপৰত উঠে, তেওঁক প্ৰথম সাহস-দণ্ড বিহিব, লোকৰ ঘৰৰ বাহিৰৰ দেৱাল বা বেৰৰ ওপৰত উঠিলে আৰু গাৱঁৰ উদ্যানৰ বেৰ ভাঙিলে মধ্যম সাহস-দণ্ড বিহিব॥৬॥

(গাৱঁৰ বিষয়াক) নিজৰ লগত থকা মূল্যবান বস্তুবোৰৰ কথা জনাই কোনো সাউদৰ দল গাৱঁৰ মাজতে থাকিব পাৰিব॥৭॥ ৰাতি ওলাই নোযোৱা অৱস্থাত তেওঁলোকৰ কোনো বস্তু (জন্তু আদি) চুৰি হ'লে বা কোনোৱে মাৰি পেলালে গাৱঁৰ অধিপতিয়ে সেই ক্ষতি পূৰণ কৰিব॥৮॥ দুখন গাৱঁৰ সীমাৰ মাজত কোনো বস্তু চুৰি হ'লে বা মাৰি পেলোৱা হ'লে. বিবীতাধ্যক্ষই (গৰু-মহ আদিৰ চৰণীয়া পথাৰৰ অধ্যক্ষ) সেই ক্ষতি পূৰণ কৰিব॥৯॥ চৰণীয়া পথাৰ নথকা গাৱঁৰ সীমান্তত চুৰি হ'লে বা মাৰি পেলোৱা হ'লে চোৰৰজ্জুকে (চোৰ ধৰা ৰাজকৰ্মচাৰীয়ে) সেই ক্ষতি পূৰণ কৰিব॥১০॥ তথাপি যদি সাউদসকলৰ বস্তু সুৰক্ষিত নহয়, নিৰ্ধাৰিত সীমা অনুসৰি গাওঁবোৰে (গাৱঁৰ মানুহবোৰে) বস্তু খানাতালাচ কৰি চাবলৈ দিব॥১১॥ নিৰ্ধাৰিত সীমা নাথাকিলে পাঁচখন বা দহখন গাৱঁৰ সমষ্টিয়ে তালাচ কৰি চাবলৈ দিব॥১২॥

দুৰ্বল ঘৰ, সমুখৰ মাৰি ধৰি ৰখাৰ ব্যৱস্থা নোহোৱা গাড়ী, ঢাকনী নোহোৱা অস্ত্ৰ, ঢাকি নোথোৱা গাঁত. কুৱা বা কূট-অৱপাত (হাতী আদি ধৰিবলৈ খান্দি থোৱা লুকাই ৰখা গাঁত) তৈয়াৰ কৰি কাৰোবাক আহত কৰিলে, সি শাৰীৰ হিংসা বুলি গণ্য হ'ব॥১৩॥

গছ কাটি থাকোঁতে. কোনো জন্তুক শিক্ষা দিবলৈ ৰছীৰে বান্ধি লৈ যাওঁতে, যিবোৰ চাৰি-ঠেঙীয়া জন্তুৱে পোহ মনা নাই তেনে জন্তুৰ ওপৰত উঠোঁতে বা তাক লৈ যাওঁতে, কাঠ, মাটিৰ চপৰা, শিল, লাঠি আৰু শৰ নিক্ষেপ কৰোঁতে বা বাহু আফালিয়াওঁতে আৰু যান-বাহন বা হাতীৰ লগত সংঘৰ্ষ উপস্থিত হ'লে যিয়ে 'আঁতৰি যোৱা', 'আঁতৰি যোৱা' বুলি চিঞৰে তেওঁ দণ্ডনীয় নহ'ব॥১৪॥

হাতীৰ খং তুলি (হাতীৰ গচকত) মৰা (মৰিবলৈ ইচ্ছা কৰা) লোকে হাতীক এক দ্ৰোণ পৰিমাণৰ খাদ্য, এটেকেলি মদ, মালা, অনুলেপন (সিন্দূৰ আদি) আৰু দাঁত মচিবৰ কাৰণে এডোখৰ কাপোৰ দিব॥১৫॥ হাতীৰ দ্বাৰা নিহত হোৱাটো অশ্বমেধ যজ্ঞৰ অন্তত কৰা

অবভৃথ স্নান সদৃশ; সেই কাৰণে হাতীৰ এই পূজা॥১৬॥ মাৰিবলৈ অনিচ্ছুক লোকৰ মৃত্যু ঘটিলে মাউতক উত্তম সাহস-দণ্ডেৰে দণ্ডিত কৰিব॥১৭॥

শিং থকা বা দাঁত থকা জন্তুৱে আঘাত কৰিবলৈ ওলোৱা সময়ত যদি গৰাকীয়ে কোনো লোকক ৰক্ষা নকৰে, তেওঁক প্ৰথম সাহস-দণ্ড বিহিব; ৰক্ষা কৰিবলৈ চিঞৰি মতাতো নাহিলে ইয়াৰ দুগুণ দণ্ড হ'ব॥১৮॥ শিং বা দাঁত থকা জন্তুৰ এটাৰ দ্বাৰা আনটোৰ মৃত্যু ঘটালে তেনে জন্তু এটা আৰু তাৰ মূল্যৰ জোখাই অৰ্থদণ্ড দিব লাগিব॥১৯॥

দেৱতাৰ নামত উছৰ্গা কৰা পশু, প্ৰজননকাৰী ষাঁড় আৰু গোৱালিনী নিদিয়া চেউৰীৰে যি লোকে হাল বায় বা গাড়ী আদি টনায়, তেওঁ পাঁচ শ পণ দণ্ড দিব লাগিব; আৰু মাৰি পেলালে উত্তম সাহস-দণ্ডেৰে দণ্ডিত হ'ব॥২০॥ নোম, গাখীৰ, বহন আৰু প্ৰজনন আদিৰ কাৰণে উপকাৰী সৰু জন্তু চুৰ কৰিলে বা মাৰি পেলালে তেনে জন্তু এটা আৰু তাৰ মূল্যৰ জোখাই অৰ্থদণ্ড দিব লাগিব; কিন্তু দেৱকাৰ্য আৰু পিতৃকাৰ্যত বধ কৰিলে দণ্ডনীয় নহ'ব॥২১॥

গাড়ীৰ (বলদৰ) নাকী ছিঙিলে, যুঁৱলি ভাঙিলে, বেঁকাবেঁকিকৈ কাষেৰাৰ ফালে গ'লে বা পিছ হুঁহকি আহিলে, অথবা পশু আৰু মানুহৰ ভিৰ হ'লে যদি কোনো লোক আহত হয়, তেতিয়া চালক দণ্ডনীয় নহ'ব॥২২॥ অন্যথা (এই কাৰণবোৰ নাথাকিলে) মানুহ আৰু পশু-হিংসাৰ ক্ষেত্ৰত বিধান কৰা মতে (২।২৮।২৬ চাওক) চালকৰ দণ্ড হ'ব॥২৩॥ মানুহত বাহিৰে আন প্ৰাণী নিহত হ'লে তেনে প্ৰাণী এটাও (অতিৰিক্ত) দণ্ডৰূপে ধাৰ্য হ'ব॥২৪॥

যানৰ চালক যদি নাবালক হয়, যানত মালিক থাকিলে তেওঁ দণ্ডনীয় হ'ব; মালিক নাথাকিলে আন আৰোহী দণ্ডনীয় হ'ব; প্ৰাপ্তবয়স্ক হ'লে চালকেই দণ্ডনীয় হ'ব॥২৫॥ নাবালকে চলাই নিয়া বা মানুহ নোহোৱাকৈ চলা যান ৰজাই বাজেয়াপ্ত কৰিব॥২৬॥

যাদুবিদ্যা আৰু অভিচাৰ কৰ্মৰ দ্বাৰা (যাদুকৰে) লোকৰ যি (অনিষ্ট) ঘটায় তাকো সেই একে (অনিষ্টকে) ঘটাব॥২৭॥ (স্বামীক) ভাল নোপোৱা ভাৰ্যাৰ প্ৰতি, পাণিপ্ৰাৰ্থীৰ দ্বাৰা কোনো কন্যাৰ প্ৰতি বা পত্নীৰ দ্বাৰা পতিৰ প্ৰতি বশীকৰণ-প্ৰয়োগৰ অনুমতি দিব॥২৮॥ আন কাৰণত বশীকৰণ প্ৰয়োগ কৰি অনিষ্ট ঘটালে মধ্যম সাহস-দণ্ড বিধান কৰিব॥২৯॥

মাহীয়েক, পেহীয়েক, মামীয়েক আচাৰ্যানী, বোৱাৰীয়েক, জীয়েক বা ভনীয়েকৰ প্ৰতি ব্যভিচাৰ আচৰণকাৰীক ত্ৰিলিঙ্গ (জননেন্দ্ৰিয় আৰু অণ্ডকোষ দুটা) ছেদন কৰি প্ৰাণ-দণ্ড দিব॥৩০॥ সম্ভোগৰ ইচ্ছা থাকিলে উক্ত তিৰোতাবো আৰু দাস, ভৃত্য বা আধান স্বৰূপে থকা লোকে উপভোগ কৰা তিৰোতাবো একে শাস্তি হ'ব॥৩১॥

অৰক্ষিত অৱস্থাত থকা ব্ৰাহ্মণৰ তিৰোতাৰ ওপৰত ব্যভিচাৰ কৰা ক্ষত্ৰিয়ক উত্তম সাহস-দণ্ড বিহিব, বৈশ্যৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰিব আৰু শূদ্ৰক খেৰত জুই লগাই পুৰি মাৰিব॥৩২॥

ৰজাৰ স্ত্ৰীৰ ওপৰত ব্যভিচাৰ কৰিলে সকলোৰে ক্ষেত্ৰত শাস্তি হ'ব অপৰাধীক ডাঙৰ কলহৰ ভিতৰত ভৰাই সিন্ধ কৰি বধ কৰা॥৩৩॥

চণ্ডালৰ তিৰোতাৰ লগত অবৈধ সম্পৰ্ক কৰিলে সেই পুৰুষৰ (কপালত) কবন্ধৰ চিন আঁকি দি আন দেশলৈ খেদি পঠিয়াব, অথবা যদি মানুহজন শূদ্ৰ হয় নিজেই চণ্ডাল হ'ব॥৩৪॥

আৰ্য তিৰোতাত উপগত হোৱা চণ্ডালৰ মৃত্যু-দণ্ড হ'ব আৰু তিৰোতাজনীৰ নাক-কাণ কাটি দিব॥৩৫॥

যৰ এৰি থোৱা তিৰোতাৰ লগত অবৈধ সম্পৰ্ক কৰিলে চৌবিশ পণ দণ্ড দিব লাগিব॥৩৬॥ সম্ভোগৰ ইচ্ছা থকা তিৰোতাজনীয়ো একে দণ্ডই ভৰিব॥৩৭॥

বলেৰে বেশ্যাত উপগত হোৱা পুৰুষৰ বাৰ পণ দণ্ড হ'ব॥৩৮॥ কেবাজনো পুৰুষে (জোৰকৈ) এজনী বেশ্যা সম্ভোগ কৰিলে প্ৰত্যেকে চৌবিশ পণকৈ দণ্ড দিব লাগিব॥৩৯॥

স্ত্ৰীযোনিত বাহিৰে আন ঠাইত তিৰোতাৰ ওপৰত ব্যভিচাৰ কৰিলে প্ৰথম সাহস-দণ্ড বিধান কৰিব; পুৰুষৰ লগত মৈথুনে আচৰণকাৰীৰো একে দণ্ডই হ'ব॥৪০॥

ইতৰ যোনিত উপগত দুৰাত্মা লোকৰ ওপৰত বাৰ পণ দণ্ড বিহিব;
দেৱতাৰ প্ৰতিমাৰ ওপৰত ব্যভিচাৰ কৰিলে ইয়াৰ দুগুণ দণ্ড হ'ব॥৪১॥
অদণ্ডনীয় লোকক দণ্ড কৰিলে ৰজাই সেই দণ্ডৰ ত্ৰিশ গুণ ধন প্ৰথমে
বৰুণ দেৱতাৰ নামত পানীত উছৰ্গা কৰি পিছত ব্ৰাহ্মণক দিব॥৪২॥
তাৰ দ্বাৰা দণ্ডৰ অপপ্ৰয়োগৰূপৰা হোৱা ৰজাৰ পাপ সংশোধিত হয়;
কাৰণ মানুহৰ প্ৰতি অন্যায় আচৰণকাৰী ৰজাৰ শাস্তিদাতা বৰুণ॥৪৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণৰ অন্তৰ্গত "বিধি-উল্লঙ্ঘনৰ কাৰণে দণ্ড" এই শিতানৰ ত্ৰয়োদশ (আৰম্ভণিৰপৰা ৯০তম) অধ্যায় সমাপ্ত।

"কণ্টকশোধন" নামৰ চতুৰ্থ অধিকৰণ সমাপ্ত।

# পঞ্চম অধিকৰণ

## যোগবৃত্ত (গোপন আচৰণ)

## প্ৰথম অধ্যায়

### ৮৯তম প্ৰকৰণ : (গোপন) দণ্ডবিধান-সম্পৰ্কীয়

দুৰ্গ আৰু ৰাষ্ট্ৰৰ কণ্টক-শোধনৰ বিষয়ে কোৱা হৈছে॥১॥ এতিয়া (এই অধিকৰণত) ৰজা আৰু তেওঁৰ ৰাজত্বৰ কণ্টক-শোধন সম্পৰ্কে আলোচনা কৰিম॥২॥

ৰজাৰ যিসকল মুখ্য কৰ্মচাৰীয়ে ৰজাক হাতৰ মুঠিত ৰাখি নিজৰ জীৱিকা প্ৰৱৰ্তন কৰে বা যিসকলে শত্ৰুৰ লগত সহযোগ কৰে তেওঁলোকৰ বিৰুদ্ধে প্ৰতিকাৰমূলক ব্যৱস্থা হৈছে আগতে কোৱা ধৰণে (১।১২, ১।১৩) চোৰাংচোৱা নিয়োগ আৰু ভেদযোগ্য পক্ষক (শত্ৰুৰ প্ৰতি ক্ৰুদ্ধ, ভীত লোক) নিজৰ ফালে অনা অথবা উত্তেজন বা গোপন পৰ্যবেক্ষণ যিটো বিষয়ে আমি 'শত্ৰুনগৰ অধিকাৰ-সম্পৰ্কীয়' অধ্যায়ত (১৩।১, ১৩।৩) আলোচনা কৰিম॥৩॥ কিন্তু যিসকল অধ্যক্ষ বা মুখ্য কৰ্মচাৰীয়ে ৰাজ্যৰ দ্ৰোহ আচৰণ কৰে, সঙ্ঘবদ্ধ বা প্ৰিয়পাত্ৰ হোৱা কাৰণে যিসকলক প্ৰকাশ্যে দমন কৰিব নোৱাৰি কৰ্তব্য পালন কৰি সুখ পোৱা ৰজাই তেওঁলোকৰ প্ৰতি গোপন দণ্ডৰ ব্যৱস্থা কৰিব॥৪॥

কোনো ৰাজদ্ৰোহী উচ্চপদস্থ কৰ্মচাৰীৰ দ্বাৰা অসম্মানিত তেওঁৰ ভায়েকক সত্ৰীয়ে (গুপ্তচৰে) উৎসাহিত কৰি ৰজাৰ আগত উপস্থিত কৰিব॥৫॥ ৰজাই তেওঁক তেওঁৰ ৰাজ-দ্ৰোহী ভায়েকৰ (মৃত্যুৰ পিছত) সম্পত্তি ভোগ কৰিবলৈ দিয়াৰ প্ৰতিশ্ৰুতি দি তেওঁক সেই ৰাজদ্ৰোহী ভায়েকৰ বিৰুদ্ধে মুৰ দাঙি উঠিবলৈ উচটনি দিব॥৬॥ যেতিয়া সেই ভায়েকে নিজৰ ভায়েকৰ প্ৰতি অস্ত্ৰ বা বিষ প্ৰয়োগ কৰি বিক্ৰম দেখুৱায়, সেই অপৰাধতে তেওঁক প্ৰাণদণ্ড দি ঘোষণা কৰিব 'তেওঁ তেওঁৰ ভায়েকৰ হত্যাকাৰী'॥৭॥ ইয়াৰ দ্বাৰা উচ্চপদস্থ কৰ্মচাৰীৰ পাৰশৱ পুত্ৰ (৩।৭।২১ চাওক) আৰু দাসীৰ গৰ্ভজাত পুত্ৰ সম্পৰ্কেও কোৱা হল (অৰ্থাৎ ৰজাৰ প্ৰৰোচনাত এইবিলাকেও সম্পত্তিৰ লোভত তেওঁৰ মৃত্যুৰ কাৰণ হ'ব পাৰে)॥৮॥

অথবা, সত্ৰীৰ দ্বাৰা প্ৰোৎসাহিত হৈ ৰাজদ্ৰোহী কৰ্মচাৰীৰ ভায়েকে পিতৃ-সম্পত্তিৰ ভাগ খুজিব॥৯॥ ৰাতি সেই ৰাজদ্ৰোহী কৰ্মচাৰীৰ ঘৰৰ দুৱাৰ-মুখত শুই থকা বা আন ঠাইত থকা সেই সম্পত্তিপ্ৰাৰ্থী ভায়েকক (ৰজাৰ নিযুক্ত) কোনো ঘাতকে হত্যা কৰি ঘোষণা কৰিব —'এই পৈতৃক সম্পত্তিলোভী লোকজনক হত্যা কৰিলে'॥১০॥ তেতিয়া ৰজাই নিহত ভায়েকৰ পক্ষ সমৰ্থন কৰি আন পক্ষক শাস্তি দিব॥১১॥

অথবা ৰাজদ্ৰোহী কৰ্মচাৰীজনৰ ওচৰত থাকি সত্ৰীসকলে পৈতৃক সম্পত্তি বিচৰা ভায়েক-জনক হত্যাৰ ভয় দেখুৱাই তিৰস্কাৰ কৰিব॥১২॥ ৰাতি সেই ৰাজদ্ৰোহী কৰ্মচাৰীৰ...ইত্যাদি বাকীখিনি আগৰ দৰে॥১৩॥

(পৰস্পৰ পিতা-পুত্ৰ আৰু ভাই-ভাই সম্বন্ধ থকা) দুজন উচ্চপদস্থ কৰ্মচাৰীৰ ভিতৰত পুত্ৰই যদি পিতৃৰ কোনো তিৰোতাৰ ওপৰত, অথবা পিতাই পুত্ৰৰ তিৰোতাৰ ওপৰত, অথবা এজন ভায়েকে আনজনৰ তিৰোতাৰ ওপৰত ব্যভিচাৰ কৰে, তেনেহ'লে কাপটিক নামে গুপ্ত-চৰৰ দ্বাৰা পৰস্পৰ কাজিয়াৰ সৃষ্টি কৰি আগতে কোৱাৰ দৰে উভয়কে মৃত্যু ঘটাব॥১৪॥

অথবা সত্ৰীয়ে গৈ ৰাজদ্ৰোহী উচ্চপদস্থ কৰ্মচাৰীজনৰ কোনো নিজৰ সম্পৰ্কে উচ্চ ধাৰণা থকা পুত্ৰক এইদৰে প্ৰৰোচিত কৰিব—'তুমি ৰাজপুত্ৰ, শত্ৰুৰ ভয়ত তোমাক ইয়াত ৰখা হৈছে'॥১৫॥ এই কথাত তেওঁ পতিয়ন গ'লে ৰজাই গোপনে সম্মান প্ৰদৰ্শন কৰি তেওঁক ক'ব—'তোমাৰ যুৱৰাজ পদত অভিষিক্ত হোৱাৰ সময় উপস্থিত হৈছে যদিও সেই মহামাত্ৰৰ ভয়ত মই তোমাৰ অভিষেক পাতিব পৰা নাই'॥১৬॥ সত্ৰীয়ে তেওঁক মহামাত্ৰক বধ কৰিবলৈ উদগনি দিব॥১৭॥ তেওঁ যেতিয়া (সেইদৰে) কাম কৰিব তেওঁক পিতৃহন্তা বুলি ঘোষণা কৰি সেই অপৰাধতে তেওঁৰ মৃত্যু ঘটাব॥১৮॥

অথবা ভিক্ষুণীৰ বেশত কোনো গুপ্তচৰে বশীকৰণ ঔষধৰ দ্বাৰা ৰাজদ্ৰোহী কৰ্মচাৰী-জনৰ ঘৈণীয়েকৰ বিশ্বাসৰ পাত্ৰ হৈ তেওঁৰ লগত একেলগে থাকি বিষ-প্ৰয়োগ কৰি তেওঁলোকক প্ৰতাৰণা কৰিব॥১৯॥

আত্মীয়-স্বজনৰ দ্বাৰা কৌশল-প্ৰয়োগ-সম্পৰ্কীয় বিষয়টো ইয়াতে সমাপ্ত হ'ল॥২০॥

(ৰজাই) হত্যাকাৰী সুযোগাই ৰখা দুৰ্বল সৈন্যদল লগত দি ৰাজদ্ৰোহী উচ্চপদস্থ কৰ্ম-চাৰীজনক বনবাসী জনজাতীয় লোক বা শত্ৰুনগৰ ধ্বংস কৰিবলৈ, বৰ্নানিয়ে আগুৰি থকা কোনো অঞ্চলত ৰাষ্ট্ৰপাল বা অন্তপাল স্থাপন কৰিবলৈ, নগৰপালৰ অধীনস্থ এলেকাৰ বিদ্ৰোহী লোকবোৰক দমন কৰিবলৈ, অথবা শত্ৰুৱে সহজে পুনৰ দখল কৰিব পৰা ভূমি-অঞ্চলৰে সৈতে সীমান্তৰ কোনো বাণিজ্য-পথ অধিকাৰ কৰিবলৈ পঠিয়াই দিব॥২১॥ ৰাতি বা দিনত যেতিয়া যুদ্ধ আৰম্ভ হ'ব, ডকাইতৰ বেশ লৈ (সৈন্যদলত থকা) হত্যাকাৰীয়ে কৰ্ম-চাৰীজনক বধ কৰি প্ৰচাৰ কৰি দিব—'এওঁ যুদ্ধত মৰিল'॥২২॥

অথবা, কোনো মেলা চাবলৈ বা বিহাৰ কৰিবলৈ যাওঁতে ৰজাই ৰাজদ্ৰোহী উচ্চপদস্থ কৰ্মচাৰীসকলক দেখা কৰিবলৈ মাতিব॥২৩॥ এই কৰ্মচাৰীসকলে লগত অস্ত্ৰ লুকাই ৰখা ঘাতকবিলাকৰ লগত একেলগে আহি ভিতৰত প্ৰৱেশৰ অনুমতিৰ কাৰণে মাজৰ কোঠাত নিজৰ শৰীৰ তালাচ কৰিবলৈ দিব॥২৪॥ তেতিয়া দুৱাৰ-ৰখীয়াই ধৰাত ঘাতকবিলাকে ক'ব —'আমাক ৰাজদ্ৰোহী কৰ্মচাৰীবিলাকে নিযুক্ত কৰিছে'॥২৫॥ সিবিলাকে কৰ্মচাৰীসকলক বধ কৰিব॥২৬॥ ঘাতকবিলাকৰ সলনি ৰজাই আন লোকক (বধ্য অপৰাধীক) বধ কৰিব॥২৭॥

অথবা, (নগৰৰ) বাহিৰলৈ বিহাৰ কৰিবলৈ গৈ ৰজাই ৰাজদ্ৰোহী কৰ্মচাৰীসকলক নিজৰ ওচৰতে থাকিবলৈ ঘৰ দি সম্মানিত কৰিব॥২৮॥ ৰাতি তেওঁলোকৰ বাসস্থানত ৰাণীৰ বেশ লোৱা কোনো দুশ্চৰিত্ৰা তিৰোতাক ধৰা পেলাব; তাৰ পিছত বাকী কথা ওপৰত কোৱা ধৰণে একে (অৰ্থাৎ এই অজুহাততে তেওঁলোকক বধ কৰাব)॥২৯॥

অথবা, ৰাজদ্ৰোহী উচ্চপদস্থ কৰ্মচাৰীজনক 'আপোনাৰ ৰান্ধনি বা খাদ্য-প্ৰস্তুতকাৰীজন ভাল' বুলি প্ৰশংসা কৰি ভোজন প্ৰাৰ্থনা কৰিব, নাইবা কেতিয়াবা বাহিৰলৈ যুৰিবলৈ যাওঁতে (কোনো ৰাজদ্ৰোহী উচ্চপদস্থ বিষয়াক) পানী খুজিব॥৩০॥ সেই খোৱা-বস্তু আৰু পানীত বিহ মিহলাই দুয়োজনকে চাকি চাবলৈ দিব॥৩১॥ এই খাদ্য আৰু পানীত বিষ মিহলোৱা বুলি প্ৰচাৰ কৰি দুয়োকে হত্যা কৰাব॥৩২॥

অথবা, সেই কৰ্মচাৰীজন যদি অভিচাৰ-কৰ্মত বিশ্বাসী লোক হয় তেনেহ'লে কোনো সাধুবেশী গুপ্তচৰে সুলক্ষণযুক্ত গুই সাপ, কাছ, কেঁকোৰা আৰু শিং থকা কীট—এইবোৰৰ কোনো এবিধ খালে তোমাৰ মনোবাঞ্ছা পূৰ্ণ হ'ব বুলি তেওঁৰ বিশ্বাস জন্মাব॥৩৩॥ তেওঁ

যদি শাস্তি হয়, অভিচাৰ-কৰ্ম চলি থাকোঁতে তেওঁক বিহ খুৱাই বা লোৰ মুদ্গৰেৰে হত্যা কৰাই অভিচাৰ-কৰ্মৰ কুফলবশতঃ তেওঁৰ মৃত্যু ঘটিছে বুলি প্ৰচাৰ কৰিব॥৩৪॥

অথবা, চিকিৎসকবেশী কোনো গুপ্তচৰে ৰাজদ্ৰোহী বিষয়াজনৰ কোনো মাৰাত্মক বা দুৰাৰোগ্য বেমাৰ হোৱাটো প্ৰতিপন্ন কৰি ঔষধ আৰু পথ্য খুওৱাৰ ছলেৰে তেওঁক বিষ খুৱাই ছলনা কৰিব॥৩৫॥

অথবা, ৰান্ধনি বা খাদ্য পৰিবেশনকাৰীৰ বেশত গুপ্তচৰে ৰাজদ্ৰোহী বিষয়াজনক বিষেৰে প্ৰতাৰণা কৰিব॥৩৬॥

'গোপন উপায়ৰ দ্বাৰা দমন-সম্পৰ্কীয়' (বিষয়টো) ইয়াতে শেষ হ'ল॥৩৭॥

(সম্প্ৰতি এটা উপায়ৰ দ্বাৰা) দুজন ৰাজদ্ৰোহী কৰ্মচাৰীক দমন কৰাৰ বিষয়ে কোৱা হ'ব॥৩৮॥ যত এজন ৰাজদ্ৰোহীক দমন কৰিব লাগিব সেই ঠাইলৈ আন এজন ৰাজদ্ৰোহীক তাকৰীয়া সৈন্য আৰু গুপ্তঘাতকৰ লগত পঠিয়াই ক'ব—'যোৱা, সেই দুৰ্গ, বা ৰাষ্ট্ৰত সৈন্য বা অৰ্থ সংগ্ৰহ কৰাগৈ; (ৰজাৰ) প্ৰিয়পাত্ৰৰপৰা ধন-সোণ আদায় কৰি লোৱাগৈ; তেওঁৰ কন্যাক বলেৰে অপহৰণ কৰি লৈ আহা অথবা দুৰ্গ, সেতু, বণিক-পথ নিৰ্মাণ কৰোৱা, খালী ঠাইত মানুহৰ বসতি কৰোৱা, দ্ৰব্য-বন আৰু হস্তি-বন স্থাপন কৰোৱা, নাইবা ৰাষ্ট্ৰপাল বা অন্তপালৰ (সীমান্তৰ দায়িত্বত থকা বিষয়া) কাম কৰাগৈ; যিয়ে (এই কামত) তোমাক বাধা দিব বা সাহায্য আগ নবঢ়াব তাকেই বান্ধি লৈ আহিবা।'॥৩৯॥ এইদৰে আন লোকলৈ (ৰাজদ্ৰোহী আৰু তেওঁৰ সহায়কাৰী লোকলৈ) বাতৰি পঠিয়াব—'অমুক বিষয়াজনৰ মইমতালিত বাধা দিবা।'॥৪০॥ এনেবোৰ কাজিয়া হ'ব পৰা স্থলত বা কামত বাধা পোৱা অৱস্থাত সেই বিষয়াজন যেতিয়া বাদ-বিসম্বাদত প্ৰবৃত্ত হ'ব, তেতিয়া গুপ্ত ঘাতকহ'তে অস্ত্ৰ নিক্ষেপ কৰি তেওঁক গোপনে হত্যা কৰিব॥৪১॥ এই অপৰাধত আনবোৰকো (অৰ্থাৎ ৰাজদ্ৰোহী আৰু তেওঁৰ সহকাৰীসকলক) শাস্তি দিব॥৪২॥

অথবা, ৰাজদ্ৰোহীসকলৰ নগৰ, গাওঁ বা পৰিয়ালৰ মাজত যদি সীমাৰ খেতি-পথাৰ, মৰণা মৰা ঠাই বা ঘৰৰ সীমাৰ সম্পৰ্কত কোনো সম্পত্তি, সা-সৰঞ্জাম, শস্য নাইবা বাহনৰ ক্ষতি-সাধনৰপৰা, অথবা ভাওনা, ধৰ্মকাৰ্য নাইবা উৎসৱৰ সময়ত কোনো বিবাদ উপস্থিত হয় বা গুপ্ত-ঘাতকহ'তে বিবাদ লগাই দিয়ে, তেতিয়া গুপ্ত ঘাতকহ'তে (গোপনে) অস্ত্ৰ নিক্ষেপ কৰি ক'ব—'এওঁৰ লগত কাজিয়া কৰাসকলৰ প্ৰতি এনেকুৱাই কৰা হয়।'॥৪৩॥ সেই হত্যাৰ অপৰাধ প্ৰচাৰ কৰি (ৰাজদ্ৰোহী বিষয়াকে অপৰাধী সাব্যস্ত কৰি) আন ৰাজদ্ৰোহীবিলাকৰ ওপৰতো শাস্তি বিধান কৰিব॥৪৪॥

যিবিলাক ৰাজদ্ৰোহী কৰ্মচাৰীৰ পৰস্পৰ বদ্ধমূল বৈৰিতা হয়, গুপ্ত ঘাতকসকলে, সেইসকলৰ খেতি-পথাৰ, মৰণা মৰা ঠাই আৰু ঘৰত জুই লগাই দি, অথবা আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আৰু গাড়ী টনা গৰু ঘোঁৰা আদি অস্ত্ৰৰ দ্বাৰা নিহত কৰি প্ৰচাৰ কৰিব—'অমুক লোকে আমাক এই কাৰ্যত নিয়োগ কৰিছে।'॥৪৫॥ সেই অপৰাধৰ কাৰণে আন ৰাজদ্ৰোহীক শাস্তি দিব॥৪৬॥

অথবা, গুপ্তচৰসকলে দুৰ্গৰ ৰাজদ্ৰোহী কৰ্মচাৰী আৰু ৰাষ্ট্ৰৰ ৰাজদ্ৰোহী কৰ্মচাৰীক পৰস্পৰৰ আলহী স্বৰূপে উপস্থিত কৰাব॥৪৭॥ তাতে বিষপ্ৰয়োগকাৰীয়ে বিষ খুৱাব॥৪৮॥ সেই অপৰাধত আন পক্ষৰ ওপৰত শাস্তি বিধান কৰিব॥৪৯

অথবা, ভিক্ষুণীবেশী গুপ্তচৰে ৰাষ্ট্ৰৰ কোনো ৰাজদ্ৰোহী উচ্চপদস্থ বিষয়াক এইদৰে

কন্নুলায়—'ৰাজাৰ অমুক উচ্চপদস্থ বিষয়াৰ পত্নী, বোৱাৰী বা কন্যাই আপোনাক ভাল পায়।'॥৫০॥ তেওঁ পতিয়ন গ'লে তেওঁৰপৰা অলঙ্কাৰ লৈ আহি ৰাজদ্ৰোহী বিষয়াজনক দেখুৱাই ক'ব—'যৌবনমদত মত্তলীয়া অমুক উচ্চপদস্থ বিষয়াজন আপোনাৰ পত্নী, বোৱাৰী বা কন্যাৰ প্ৰতি আসক্ত।'॥৫১॥ তেওঁলোক দুয়োৰে মাজত বিবাদ উপস্থিত হ'লে ৰাতি (গুপ্ত-ঘাতকে গৈ ৰাজদ্ৰোহী বিষয়াজনক হত্যা কৰি সেই অপৰাধ আনজন ৰাজদ্ৰোহী বিষয়াৰ ওপৰত জাপি দি তেওঁৰো শাস্তিৰ ব্যৱস্থা কৰিব) ইত্যাদি আগৰ দৰে॥৫২॥

সসৈন্যে আত্মসমৰ্পণ কৰা ৰাজদ্ৰোহী বিষয়াসকলৰ বৌলিকা যুৱৰাজ বা সেনাপতিয়ে (ৰাজদ্ৰোহী সামন্তৰ) কিছু অন্যায় কৰি (ৰাজ্যৰ) বাহিৰ ওলাই গৈ যুঁজ দিব॥৫৩॥ তেতিয়া ৰজাই (সেই যুৱৰাজ বা সেনাপতিৰ বিৰুদ্ধে) সসৈন্যে আত্মসমৰ্পণ কৰা ৰাজদ্ৰোহী আন সামন্তক দুৰ্বল সৈন্যদল আৰু গুপ্তঘাতক লগত দি পঠিয়াব, ইত্যাদি। এইদৰে সকলো প্ৰকাৰ কৌশলেই আগৰ দৰে॥৫৪॥ নিহত সামন্তসকলৰ জীৱিত পুত্ৰসকলৰ মাজত যিজন ৰাজদ্ৰোহী নহয় তেৱেঁ পিতৃ-সম্পত্তিৰ অধিকাৰী হ'ব॥৫৫॥

এইদৰে (দণ্ডবিধান কৰি চলা) ৰজাৰ ৰাজ্য পুত্ৰপৌত্ৰাদিক্ৰমে চলি থাকে আৰু মানুহে কৰিব পৰা অনিষ্টৰ হাত সাৰি থাকে॥৫৬॥

বৰ্তমান আৰু ভৱিষ্যত ফলাফলৰ কথা মনত ৰাখি নিঃসঙ্কোচে ৰজাই
নিজপক্ষ আৰু শত্ৰুপক্ষ উভয়ৰে প্ৰতি গোপন দণ্ড প্ৰয়োগ কৰিব॥৫৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "যোগবৃত্ত" নামৰ পঞ্চম অধিকৰণৰ অন্তৰ্গত "গোপন দণ্ড-বিধান-সম্পৰ্কীয়" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ৮৯তম) অধ্যায় সমাপ্ত।

# দ্বিতীয় অধ্যায়

## ৯০তম প্ৰকৰণ : ৰাজ-কোষৰ পুনঃ সমৃদ্ধিসাধন

অৰ্থসঙ্কটে দেখা দিলে ৰাজভঁৰাল উদং হোৱা ৰজাই অৰ্থসংগ্ৰহ কৰিব॥১॥

আয়তনত ডাঙৰেই হওক বা সৰুৱেই হওক, বৰষুণৰ ওপৰত নিৰ্ভৰ নকৰা, নদন-বদন খেতি হোৱা কোনো এডোখৰ ঠাইৰপৰা ৰজাই এক তৃতীয়াংশ বা এক চতুৰ্থাংশ শস্য দাবী কৰিব; মজলীয়া বা তল খাপৰ মাটিৰপৰা মাটিৰ গুণ আৰু ফচল অনুপাতে দাবী কৰিব॥২॥ দুৰ্গ, সেতু বা বণিক-পথ নিৰ্মাণৰ উপযোগী মাটি, নতুনকৈ বন্দবস্তি দিয়া পতিত মাটি, খনিজ সম্পদ থকা মাটি, দ্ৰব্য-বন আৰু হস্তিবনৰ উপযোগী মাটি বা সীমান্তত থকা তাকৰীয়া মাটিৰপৰা শস্য সংগ্ৰহ নকৰিব॥৩॥

পতিত মাটি নতুনকৈ আবাদ কৰা লোকক শস্য (বিধান), গৰু-ম'হ আৰু টকা-পইচা আদি দিব॥৪॥

বিধান আৰু খোৱাৰ কাৰণে এৰি উৎপন্ন ফচলৰ এক চতুৰ্থাংশ নগদ টকা দি কিনি ল'ব॥৫॥

হাবিত উৎপন্ন হোৱা শস্যাদি আৰু বেদজ্ঞ ব্ৰাহ্মণৰ সম্পত্তিৰ ভাগ ৰজাই আদায় নকৰিব॥৬॥ তেওঁলোকৰ উপকাৰৰ অৰ্থে তাকো ৰজাই কিনি ল'ব পাৰে॥৭॥

অথবা, তাৰ দ্বাৰা উদ্দেশ্য সিদ্ধি নহ'লে (অৰ্থাৎ ৰাজ-ভঁৰাল পূৰ্ণ নহ'লে) সমাহৰ্তাৰ

অধীনস্থ বিষয়াসকলে গ্ৰীষ্মকালত খেতিয়কসকলৰ দ্বাৰা খেতিৰ কাৰণে মাটি প্ৰস্তুত কৰাব॥৮॥ বীজ ৰপনৰ সময়ত খেতিয়কৰ অৱহেলাৰ কাৰণে যি পৰিমাণে শস্য নষ্ট হ'ব তাৰ দুগুণ দণ্ডৰ বিধান সন্নিৱিষ্ট কৰি এখন বীজলেখ্য (বীজদান সম্পৰ্কীয় চুক্তি-পত্ৰ) কৰিব॥৯॥ শস্য পুৰঠ হ'লে সেউজীয়া বা পকা শস্য লৈ যোৱাটো নিষেধ কৰিব; অৱশ্যে দেৱ-পিতৃৰ পূজাৰ অৰ্থে, দান কৰাৰ অৰ্থে, বা গৰুৰ কাৰণে এমুঠি শাক বা হাতেৰে ছিঙি এমুঠি শস্য নিব পাৰিব॥১০॥ ভিক্ষু আৰু গ্ৰামভৃতকৰ (গাওঁবাসী ভৃত্য—ধোবা নাপিত আদি) কাৰণে শস্যৰ দ'মৰ তলত পৰি থকাখিনি এৰি যাব॥১১॥

খেতিয়কে নিজৰ শস্য চুৰ কৰিলে (লুকাই ৰাখিলে) আঠ গুণ ক্ষতিপূৰণ দিব লাগিব॥১২॥ একে (খেতিয়ক) শ্ৰেণীভুক্ত লোকে যদি আনৰ ফচল চুৰ কৰে (চুৰ কৰা শস্যৰ) পঞ্চাশ গুণ সীতাত্যয় অৰ্থাৎ শস্য-চুঁৰিৰ দণ্ড দিব লাগিব; শ্ৰেণীৰ বাহিৰা হ'লে অৰ্থাৎ অ-খেতিয়কে চুৰ কৰিলে প্ৰাণদণ্ড বিহিব॥১৩॥

শস্যৰ এক চতুৰ্থাংশ, বনত উৎপন্ন হোৱা বস্তু, তুলা, লা, শণ-সূতাৰ কাপোৰ, গছৰ বাকলি, কপাহ, উণ আৰু ৰেচমৰ কাপোৰ, ঔষধ, গন্ধদ্ৰব্য, ফুল, ফল আৰু শাক-পাচলিৰ পণ্যৰ আৰু কাঠ, বাঁহ, মঙহ আৰু শুকান মঙহৰ এক ষষ্ঠাংশ আৰু হাতীৰ দাঁত আৰু চামৰাৰ দুই ভাগৰ এভাগ আদায় কৰিব॥১৪॥ বিনা অনুমতিত এইবোৰ বস্তু বেচিলে প্ৰথম সাহস-দণ্ড বিধান কৰিব॥১৫॥

খেতিয়কৰপৰা (কৰৰ) দাবীৰ বিষয়টো ইয়াতে শেষ হ'ল॥১৬॥

সোণ, ৰূপ, হীৰা, মণি, মুক্তা, প্ৰবাল, ঘোঁৰা আৰু হাতীৰ কাৰবাৰীসকলে পঞ্চাশ ভাগৰ এভাগ কৰ দিব॥১৭॥ সূতা, কাপোৰ, তাম; তীখা, কাঁহ, গন্ধদ্ৰব্য, ঔষধ আৰু মদৰ ব্যৱসায়ীয়ে চল্লিশ ভাগৰ এভাগ কৰ দিব॥১৮॥ শস্য, জুলীয়া বস্তু (তেল, ঘিউ আদি) আৰু ধাতুনিৰ্মিত বস্তুৰ ব্যৱসায়ীয়ে আৰু গাড়ীৰে বেপাৰ কৰা লোকে ত্ৰিশ ভাগৰ এভাগ কৰ দিব॥১৯॥ কাচৰ কাৰবাৰী আৰু ডাঙৰ ডাঙৰ কাৰুশিল্পীয়ে (উপাৰ্জনৰ) কুৰি ভাগৰ এভাগ কৰ স্বৰূপে দিব॥২০॥ সৰু-সুৰা কাৰুশিল্পীয়ে আৰু গণিকাৰ দ্বাৰা জীৱিকা চলোৱা লোকে দহ ভাগৰ এভাগ কৰ দিব॥২১॥ কাঠ, বাঁহ, শিল আৰু মাটিৰ পাত্ৰ, সিদ্ধান্ন আৰু তাতকা শাক-পাচলিৰ ব্যৱসায়ীয়ে পাঁচ ভাগৰ এভাগ কৰ দিব॥২২॥ অভিনেতা আৰু গণিকাই উপাৰ্জনৰ আধা কৰ হিচাপে দিব॥২৩॥

যিবিলাক লোক কৰ্মদক্ষ, তেওঁবিলাকৰপৰা নগদ টকা কৰ হিচাপে লব আৰু তেওঁলোকৰ কোনো অপৰাধকে উপেক্ষা নকৰিব॥২৪॥ কাৰণ, তেওঁলোকে কোনো বস্তু নিজৰ নহয় বুলি ছল কৰি বিক্ৰী কৰিব পাৰে॥২৫॥

ব্যৱসায়ীৰপৰা কৰ-আদায়-সম্পৰ্কীয় বিষয়টো ইয়াতে শেষ হ'ল॥২৬॥

কুকুৰা আৰু গাহৰিৰ মালিকে (আয়ৰ) আধা ভাগ কৰ স্বৰূপে দিব; সৰু জন্তুৰ মালিকে ছয় ভাগৰ এভাগ দিব; গৰু, ম'হ, খচ্চৰ, গাধ আৰু উটৰ মালিকে দহ ভাগৰ এভাগ দিব॥২৭॥

কৰ্মকীপোষকে (গণিকা ৰাখি জীৱিকা চলোৱা লোকে) পৰম ৰূপযৌৱনসম্পন্না ৰাজ-ভৃত্যাৰ সহায়ত ৰাজভঁৰাল সমৃদ্ধ কৰিব॥২৮॥

পোহনীয়া জন্তু আৰু গণিকা ৰখা লোকৰপৰা কৰ-আদায়-সম্পৰ্কীয় বিষয়টো ইয়াতে শেষ হ'ল॥২৯॥

কৰ সম্পৰ্কে দাবী এবাৰ হে কৰিব, দুবাৰ নহয়॥৩০॥

(এইবোৰ উপায়ৰ দ্বাৰা) ৰাজভঁৰাললৈ যথেষ্ট অৰ্থ সংগ্ৰহ নহ'লে সমাহৰ্তাই কোনো কাৰ্য্যৰ কথা উল্লেখ কৰি পুৰবাসী আৰু গাওঁবাসীসকলৰ ওচৰত ধন প্ৰাৰ্থনা কৰিব॥৩১॥ এই উদ্দেশ্যে সমাহৰ্তাই গোপনে নিযুক্ত কৰা লোকসকলে প্ৰথমতে (নিজে) অধিক পৰিমাণে ধন আগ বঢ়াব॥৩২॥ এই কথালৈ আঙুলিয়াই ৰজাই পুৰবাসী আৰু গাওঁবাসীসকলৰ ওচৰত হাত পাতিব॥৩৩॥ কাপটিক নামৰ গুপ্তচৰসকলে তাকৰীয়া সাহায্য আগবঢ়োৱাসকলক নিন্দা কৰিব॥৩৪॥

অথবা, আঢ্যৱন্তসকলৰপৰা তেওঁলোকৰ ধনৰ জোখাই বা তেওঁলোকক দেখুওৱা অনুগ্ৰহৰ উপযোগী হিচাপে ধন প্ৰাৰ্থনা কৰিব, নাইবা তেওঁলোকে স্বইচ্ছাই যি দিয়ে তাকেই গ্ৰহণ কৰিব॥৩৫॥ তেওঁলোকে দিয়া ধনৰ বিনিময়ত ৰজাই তেওঁলোকক পদমৰ্যাদা, ছত্ৰ, শিৰস্ত্ৰাণ, বিভূষণ আদি প্ৰদান কৰিব॥৩৬॥

শাস্ত্ৰীয় মতৰ বিৰোধী লোকৰ সংঘৰ ধন অথবা বেদজ্ঞ ব্ৰাহ্মণৰ ভোগৰ উদ্দেশ্যে নোহোৱা দেৱ-মন্দিৰৰ ধন শাসনকাৰ্য চলোৱা বিষয়াসকলে ৰাজ-ভঁৰাললৈ লৈ আহি প্ৰচাৰ কৰিব যে এই ধন যাৰ ওচৰত গচ্ছিত ৰখা হৈছিল সেই লোকজন মৰিল বা তেওঁৰ ঘৰ পুৰি গ'ল॥৩৭॥

দেৱ-মন্দিৰৰ অধ্যক্ষই দুৰ্গ আৰু ৰাষ্ট্ৰত থকা দেৱ-মন্দিৰৰ ধন একে ঠাইত পৃথকভাৱে জমা কৰিব আৰু একে ধৰণে ৰাজ-ভঁৰালত জমা কৰিব॥৩৮॥

অথবা, ৰাতি কোনো দেৱ-মন্দিৰ বা সিদ্ধ-ক্ষেত্ৰ থাপনা কৰি তাক অলৌকিক ঘটনা বুলি প্ৰচাৰ কৰি সেই ঠাইত যাত্ৰা-উৎসৱ, মেলা আদিৰ আয়োজন কৰি দেৱ-মন্দিৰৰ অধ্যক্ষই জীৱিকা নিৰ্বাহ কৰিব (অৰ্থাৎ তাত সংগৃহীত ধন ৰাজ-ভঁৰালত জমা দিব)॥৩৯॥ অথবা, সেই দেৱ-মন্দিৰৰ উপবনৰ অকালতে ফুল-ফল ধৰা কোনো গছৰ দ্বাৰা (তাত) দেৱতাৰ আবিৰ্ভাৱ হোৱা বুলি প্ৰচাৰ কৰিব॥৪০॥ অথবা, সিদ্ধ-পুৰুষবেশী গুপ্তচৰে (উপবনৰ) কোনো গছত ৰাক্ষস থকাৰ ভয় দেখুৱাই (ৰাক্ষসৰ তৃপ্তিৰ দ্বাৰা ভয় নিবাৰণৰ অৰ্থে) পুৰবাসী আৰু গাওঁবাসী-সকলৰপৰা (নিতৌ) একোজন লোক কৰ হিচাপে দাবী কৰি (মানুহৰ সলনি) ধন লৈ ভয়ৰ প্ৰতিকাৰ কৰিব॥৪১॥ অথবা, সুৰঙ্গৰে সংযোগ কৰা কুৱা এটাৰ ভিতৰত বহু ফণাযুক্ত সাপ দেখুৱাই ধন সংগ্ৰহ কৰিব॥৪২॥ ভিতৰত সাপৰ মূৰ্তি লুকাই ৰাখি মন্দিৰ বা উঁই-হাফলুৰ ছিদ্ৰৰ মাজেদি, পতিয়ন যোৱা লোকক সাপ আবিৰ্ভাৱ হোৱা বুলি দেখুৱাই তাক (যেন) আহাৰ দি অচেতন কৰিছে তেনেকুৱা দেখুৱাব॥৪৩॥ অবিশ্বাসীবিলাকৰ খোৱা বা গা-ধোৱা পানীত বিষ মিহলাই দেৱতাৰ অভিশাপ বুলি প্ৰচাৰ কৰিব, অথবা কোনো প্ৰাণ-দণ্ডেৰে দণ্ডিত লোকক দংশন কৰাব (এইদৰে তেওঁৰ ওপৰত দেৱতাৰ অভিশাপ হোৱা বুলি প্ৰচাৰ কৰিব)॥৪৪॥

অথবা, দৈৱিক বিপদৰ প্ৰতিকাৰ কৰি ৰাজ-কোষ সমৃদ্ধ কৰিব॥৪৫॥

অথবা, বণিকবেশী গুপ্তচৰে বহুতো সহকাৰী লগত লৈ নানা পণ্যদ্ৰব্যৰ ব্যৱসায় আৰম্ভ কৰিব॥৪৬॥ তেওঁ যেতিয়া পণ্যবস্তুৰ মূল্যৰ ওপৰত (আনুহৰপৰা পোৱা) নিক্ষেপ আৰু ধাৰে দিয়া টকাৰ দ্বাৰা প্ৰভূত অৰ্থ সঞ্চয় কৰিব তেতিয়া ৰাতি এই ধন চুৰ কৰাব॥৪৭॥ ইয়াৰ দ্বাৰা মুদ্ৰা-পৰীক্ষক আৰু (ৰাজকীয়) সোণাৰিৰ কথাও বুজোৱা হ'ল (অৰ্থাৎ এইদৰে মুদ্ৰা-পৰীক্ষক আৰু সোণাৰিৰ হাতত জমা হোৱা মুদ্ৰা আৰু সোণো চুৰ কৰাব)॥৪৮॥

অথবা, বেপাৰীবেশী গুপ্তচৰে মেন-মেনক সাধু বুলি জনাজাত হৈ কোনো প্ৰীতি-ভোজৰ অজুহাতত বহুতো সোণ-ৰূপৰ পাত্ৰ খুজি বা ভাৰালৈ আনিব॥৪৯॥ নাইবা, কোনো

উৎসৱৰ উপলক্ষে জন-সমাগম হ'লে তাত নিজৰ সকলো পণ্যদ্ৰব্য প্ৰদৰ্শন কৰি প্ৰচুৰ টকা আৰু সোণ ঋণ স্বৰূপে ল'ব আৰু প্ৰত্যেকটো বিক্ৰেয় বস্তুৰ মূল্যও (বস্তু খৰিদ্দাৰে নিয়াৰ আগতে) গ্ৰহণ কৰিব॥৫০॥এই দুয়ো প্ৰকাৰ ধনকে ৰাতি চুৰ কৰাব॥৫১॥

অথবা, (ৰজাৰ দ্বাৰা নিযুক্ত) সাধ্বীবেশিনী তিৰোতাৰ দ্বাৰা ৰাজদ্ৰোহী কৰ্মচাৰীসকলক বিমোহিত কৰাই সেই তিৰোতাসকলৰ ঘৰতে কৰ্মচাৰীসকলক গ্ৰেপ্তাৰ কৰি তেওঁলোকৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰিব॥৫২॥

ৰাজদ্ৰোহী কৰ্মচাৰীৰ পৰিয়ালে পৰিয়ালে কাজিয়া হ'লে বিষপ্ৰয়োগকাৰী গুপ্তচৰে গৈ (এক পক্ষক) বিষ খুৱাব॥৫৩॥ সেই অপৰাধত আন পক্ষক সম্পত্তিৰপৰা বঞ্চিত কৰিব॥৫৪॥

অথবা, মৃত্যু-দণ্ডপ্ৰাপ্ত কোনো লোকে (ৰজাৰ নিয়োগত) ৰাজদ্ৰোহী লোকৰ ওচৰলৈ গৈ বিশ্বাসযোগ্য অজুহাত দেখুৱাই পণ্যদ্ৰব্য, নিক্ষেপ অথবা টকা, ধাৰলৈ দিয়া ধন বা পৈতৃক সম্পত্তি খুজিব॥৫৫॥ অথবা, সেই লোকজনে ৰাজদ্ৰোহীক দাস বুলি সম্বোধন কৰিব, তেওঁৰ পত্নী, বোৱাৰী বা ছোৱালীক দাসী বা ভাৰ্যা বুলি সম্বোধন কৰিব॥৫৬॥ ৰাজদ্ৰোহীৰ ঘৰৰ দুৱাৰ-মুখত শুই থকা অৱস্থাত, অথবা আন ঠাইত থকা অৱস্থাত এই লোকজনক গুপ্ত-ঘাতকে হত্যা কৰি প্ৰচাৰ কৰিব—'এই অৰ্থলোভী লোকজন নিহত হ'ল।'॥৫৭॥ সেই অপৰাধতে আন লোকৰ (অৰ্থাৎ ৰাজদ্ৰোহী লোকজনৰ) সম্পত্তি বাজেয়াপ্ত কৰিব॥৫৮॥

অথবা, সিদ্ধপুৰুষবেশী গুপ্তচৰে ৰাজদ্ৰোহী লোকজনক যাদুবিদ্যাৰে প্ৰলোভিত কৰি ক'ব—'মই অক্ষয় ধন লাভ কৰিব পৰা, ৰাজ-কাৰেঙৰ দুৱাৰ খুলিব পৰা, তিৰোতাৰ হৃদয় জয় কৰিব পৰা, শত্ৰুৰ বেমাৰ সৃষ্টি কৰিব পৰা, দীৰ্ঘজীৱন অথবা পুত্ৰ লাভ কৰিব পৰা যাদুবিদ্যা জানো।'॥৫৯॥ তেওঁ যদি এই ক্ৰিয়া কৰাত সম্মতি দিয়ে তেতিয়া ৰাতি কোনো মন্দিৰত তেওঁৰ হতুৱাই প্ৰচুৰ মদ, মাংস আৰু গন্ধদ্ৰব্যৰ উপহাৰ দিয়াব॥৬০॥ কোনো মৰা মানুহৰ অংগ বা শিশুৰ মৃতদেহ পৰি থকা ঠাইত আগেয়ে পুতি থোৱা এটা (জাল) টকা দেখুৱাই ক'ব—'ইয়াত অসীম পৰিমাণ ধন।'॥৬১॥ 'প্ৰচুৰ টকা পাবলৈ হ'লে আকৌ উপহাৰ দিব লাগিব, সেই কাৰণে কাইলৈ তুমি এই টকাটোৰে বেছি পৰিমাণৰ উপহাৰ কিনিবা।'॥৬২॥ সেই টকাটোৰে উপহাৰ কিনিবলৈ যাওঁতে তেওঁক গ্ৰেপ্তাৰ কৰিব॥৬৩॥

অথবা, কোনো গুপ্তচৰে মাতৃৰ বেশত গৈ ৰাজদ্ৰোহী লোকজনৰ ওচৰত অভিযোগ কৰি ক'বগৈ—'তুমি মোৰ পুত্ৰক হত্যা কৰিছা।'॥৬৪॥ তেওঁৰ ৰাতি আৰম্ভ কৰা যজ্ঞত বা বনত সম্পাদন কৰা যজ্ঞ বা ক্ৰীড়া-মহোৎসৱত গুপ্তঘাতকে কোনো প্ৰাণ-দণ্ডৰ আজ্ঞা হোৱা লোকক হত্যা কৰি মৃত-দেহটো (সেই যজ্ঞ বা ক্ৰীড়াৰ ঠাইত) গোপনে ৰাখি আহিব (যাতে সেই অপৰাধ ৰাজদ্ৰোহীজনৰ ওপৰত জাপি দি তেওঁৰ যথাসৰ্বস্ব কাঢ়ি আনিব পৰা হয়)॥৬৫॥

অথবা, ৰাজদ্ৰোহী লোকজনৰ ঘৰত ৰজাৰ গুপ্তচৰে চাকৰ সাজি থাকি তেওঁৰ বেতনৰ টকাৰ লগত জাল টকা মিহলাই (ৰজাক) দেখুৱাব॥৬৬॥

অথবা, কমাৰৰ বেশত ৰজাৰ গুপ্তচৰে ৰাজদ্ৰোহীজনৰ ঘৰত কাম কৰি থাকি চোৰৰ সা-সৰঞ্জাম বা জাল টকা কৰা সা-সৰঞ্জাম তেওঁৰ ঘৰত ৰাখি দিব; অথবা চিকিৎসকবেশী গুপ্তচৰে [illegible] [illegible] বিষ ৰাখি আহিব॥৬৭॥

ৰাজদ্ৰোহীৰ ঘৰৰ ওচৰতে থকা কোনো গুপ্তচৰে ৰাজদ্ৰোহীৰ ঘৰত [illegible] [illegible] [illegible] চিঠি ৰাখি [illegible] নামক গুপ্তচৰৰ [illegible] এই [illegible] [illegible] [illegible] আৰু তাৰ উদ্দেশ্যৰ কথাও ক'ব॥৬৮॥

ৰজাই ৰাজদ্ৰোহী আৰু অধাৰ্মিক লোকৰ প্ৰতিহে এনেকুৱা আচৰণ কৰিব, আন লোকৰ প্ৰতি নহয়॥৬৯॥

ফলৰ বাগিচাৰপৰা পকা ফল গ্ৰহণ কৰাৰ দৰে ৰজায়ো ৰাজ্যৰপৰা পৰিণত ফলহে গ্ৰহণ কৰিব; নিজৰ ধ্বংসৰ আশঙ্কা থকা কাৰণে প্ৰজাক বিদ্ৰোহী কৰি তুলিব পৰা কেচা ফল ৰজাই বৰ্জন কৰিব॥৭০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "যোগবৃত্ত" নামৰ পঞ্চম অধিকৰণৰ অন্তৰ্গত "ৰাজ-কোষৰ পুনঃসমৃদ্ধি-সাধন" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ৯২তম) অধ্যায় সমাপ্ত।

# তৃতীয় অধ্যায়

## ৯১তম প্ৰকৰণ : ৰাজ-কৰ্মচাৰীৰ বেতন

ৰজাই দুৰ্গ-ৰক্ষিত নগৰ আৰু গাঁৱৰ সামৰ্থ্য অনুসৰি মুঠ আয়ৰ চাৰি ভাগৰ এভাগ কৰ্মচাৰীৰ বেতনত খৰচ কৰিব, অথবা এনে পৰিমাণে বেতন দিব যাৰ দ্বাৰা কাম চলি থাকে॥১॥ আয়-শৰীৰৰ ওপৰত তেওঁ চকু ৰাখিব, ধৰ্মকাৰ্য আৰু অৰ্থলাভৰ উপায়বোৰৰ বাধা সৃষ্টি নকৰিব॥২॥

ঋত্বিক, আচাৰ্য, মন্ত্ৰী, পুৰোহিত, সেনাপতি, যুৱৰাজ, ৰাজমাতা আৰু ৰাজমহিষী—এওঁলোকৰ প্ৰত্যেকে (বছৰি) আঠচল্লিশ হেজাৰ পণকৈ পাব॥৩॥ এইখিনি বেতন পালে তেওঁলোক (শত্ৰুৰ) প্ৰৰোচনাৰ বশৱৰ্তী হোৱাৰ বা বিদ্ৰোহী হোৱাৰ সম্ভাৱনা নাথাকে॥৪॥

ৰাজপ্ৰাসাদৰ প্ৰধান দ্বাৰপাল, প্ৰধান অন্তঃপুৰৰক্ষক, প্ৰশাস্তা, সমাহৰ্তা আৰু সংনিধাতা (ভঁৰালৰ অধিকাৰ)—এওঁলোকৰ প্ৰত্যেকে (বছৰ) চৌবিশ হেজাৰ পণ পাব॥৫॥ এই পৰিমাণৰ বেতনৰ দ্বাৰা তেওঁলোক কৰ্মদক্ষ হয়॥৬॥

ৰাজকোঁৱৰ, ৰাজকোঁৱৰসকলৰ মাতৃসকল, সেনানায়ক, নগৰৰ প্ৰধান ন্যায়পাল, কাৰখানাৰ অধ্যক্ষ, মন্ত্ৰী-পৰিষদ, ৰাষ্ট্ৰপাল আৰু অন্তপাল (সীমান্তৰ মুখ্য পদাধিকাৰী)—এওঁলোকৰ প্ৰত্যেকে (বছৰি) বাৰ হেজাৰ পণ পাব॥৭॥ কাৰণ, এইখিনি বেতন পালে তেওঁলোকে ৰজাৰ পাৰিষদবৰ্গৰ শক্তি-বৃদ্ধিত সহায় কৰে॥৮॥

শ্ৰেণীসৈন্যৰ দলপতিসকল, হস্ত্যাৰোহী, অশ্বাৰোহী আৰু ৰথাৰোহী সৈন্যদলৰ নায়কসকল আৰু প্ৰদেষ্টাই (মেজিষ্টেট্) (বছৰি) আঠ হেজাৰ পণকৈ পাব॥৯॥ এই পৰিমাণৰ বেতন পালে (তেওঁলোকৰ প্ৰতি) নিজ নিজ দলৰ আনুগত্য অটুট ৰাখিব পাৰিব॥১০॥

পদাতি, অশ্বাৰোহী, ৰথী আৰু হস্ত্যাৰোহী সৈন্যৰ অধ্যক্ষসকল আৰু দ্ৰব্যবনপাল আৰু হস্তিবনপালে (বছৰি) চাৰি হেজাৰ পণকৈ পাব॥১৩॥

দৈৱজ্ঞ, শকুন-শাস্ত্ৰবিদ্, জ্যোতিষী, পুৰাণ-পাঠক, ৰথচালক, স্তুতিপাঠক, পুৰোহিতৰ আল-পৈচানকাৰী আৰু সকলোবোৰ অধ্যক্ষই (বছৰি) এহেজাৰ পণকৈ পাব॥১৩॥

সমৰ-কুশল পদাতি সৈন্য, হিছাপ-ৰক্ষক, কেৰাণী আৰু আন আনসকলে (বছৰি) পাঁচ শ পণকৈ পাব॥১৪॥

অভিনেতাসকলে আঢ়ৈ শ পণকৈ পাব আৰু এওঁলোকৰ মাজত যিসকল বাদ্যশিল্পী (অথবা, বাদ্যযন্ত্ৰ-নিৰ্মাতা), তেওঁলোকে ইয়াৰ দুগুণ বেতন পাব॥১৫॥

কাৰিকৰ আৰু শিল্পীয়ে এশ বিশ পণকৈ পাব॥১৬॥

চতুষ্পদ আৰু দ্বিপদ প্ৰাণীৰ পৰিচাৰক, আল-ধৰা, শুশ্ৰূষাকাৰী আৰু পালক আৰু বনুৱাৰ দফাদাৰবিলাকে (বছৰি) ষাঠি পণকৈ পাব; আৰ্যৰ তত্ত্বাৱধানত থকা আৰোহী, ডকাইত আৰু পৰ্বত কাটোঁতা আৰু সকলো শুশ্ৰূষাকাৰীয়ে এই বেতনকে পাব॥১৭॥

আচাৰ্য আৰু বিদ্বান লোকসকলে যোগ্যতা অনুসৰি পাঁচ শৰপৰা এহেজাৰ পণৰ ভিতৰত বেতন লাভ কৰিব॥১৮॥

মধ্যম শ্ৰেণীৰ দূতে প্ৰতি যোজন পথ অতিক্ৰম কৰাৰ কাৰণে দহ পণকৈ পাব; দহ যোজনৰ ওপৰত এশ যোজন পৰ্যন্ত গ'লে বেতনৰ নিৰিখ ইয়াৰ দুগুণ হ'ব॥১৯॥

ৰাজসূয় আদি যজ্ঞত একে সমান বিদ্বান ঋত্বিকসকলৰ বেতনৰ তিনি গুণ বেতন অথৰ্বৰ্বুৱে পাব॥২০॥

ৰজাৰ সাৰথিয়ে এহেজাৰ পণ পাব॥২১॥

কাপটিক, উদাস্থিত (সন্ন্যাস গ্ৰহণ কৰি পৰিত্যাগ কৰা লোক) আৰু গৃহী, বেপাৰী আৰু তপস্বীবেশী গুপ্তচৰক (বছৰি) এহেজাৰ পণ বেতন দিব॥২২॥

ধোবা, নাপিত, আদি গাৱঁৰ ৰাজহুৱা ভৃত্য, সত্ৰী নামক গুপ্তচৰ, গুপ্তঘাতক, বিষ-প্ৰয়োগকাৰী আৰু ভিক্ষুণীয়ে (বছৰি) পাঁচ শ পণকৈ পাব॥২৩॥

চোৰাংচোৱাগিৰি কৰি ঘূৰি ফুৰা লোকে আঢ়ৈ শ পণ বেতন পাব, অথবা তেওঁলোকৰ পৰিশ্ৰম অনুসৰি বৰ্ধিত বেতন পাব॥২৪॥

এশ আৰু এহেজাৰ সৈন্যৰ দলবোৰৰ অধ্যক্ষসকলে (সৈন্যসকলৰ) খাদ্য আৰু বেতন বিভাগ কৰি দিব, তেওঁলোকক প্ৰশিক্ষণ দিব আৰু থান থান কৰিব॥২৫॥ ৰাজ-সম্পত্তি, নগৰ আৰু গাৱঁৰ ৰক্ষণাবেক্ষণৰ (দায়িত্বত থকা সৈন্যদল) থান থান কৰি দিব নালাগে॥২৬॥ সেই সৈন্যৰ দলবোৰৰ ওপৰত স্থায়ী আৰু কেইবাজনো অধিপতি থাকিব॥২৭॥

ৰজাৰ চাকৰি কৰি থকা অৱস্থাতে কাৰোবাৰ মৃত্যু ঘটিলে তেওঁৰ ভাৰ্যা আৰু পুত্ৰবিলাকে খাদ্য আৰু বেতন পাব॥২৮॥ মৃত কৰ্মচাৰীসকলৰ (পোষ্য) নাবালক, বৃদ্ধ আৰু ৰুগ্ন লোকক ৰজাই সহায় কৰিব॥২৯॥ এওঁলোকৰ প্ৰেতকাৰ্য, ৰোগীৰ চিকিৎসা, জন্মোৎসৱ আদিত ৰজাই টকা-পইছা দিব আৰু সম্মান যাচিব॥৩০॥

ৰাজ-ভঁৰালত কম পৰিমাণৰ ধন থাকিলে ৰজাই বনজ সম্পদ, গৰু-ম'হ, খেতি-মাটি আৰু অলপ টকা দিব॥৩১॥ যদি তেওঁ নতুন মাটি দি মানুহ বহুৱাবলৈ ওলায়, তেতিয়া কেৱল টকাকে দিব; গাৱঁৰ ভিতৰত হোৱা আদান-প্ৰদান স্থিৰ অৱস্থাত ৰখাৰ অৰ্থে গাওঁ দান কৰিব নালাগে॥৩২॥

এইদৰে দক্ষতা আৰু কৰ্ম অনুসৰি স্থায়ী আৰু অস্থায়ী কৰ্মচাৰীসকলৰ খাদ্য আৰু বেতনৰ পৰিমাণৰ কম-বেছি কৰিব॥৩৩॥

বছৰি ষাঠি পণ বেতন পোৱা এজন ভৃত্যৰ কাৰণে এক আঢ়ক (এক দ্ৰোণৰ চাৰি ভাগৰ এভাগ) নিৰ্ধাৰিত কৰি বেতনৰ নগদ টকাৰ অনুপাতে খাদ্যৰ পৰিমাণ স্থিৰ কৰিব॥৩৪॥

পদাতি, অশ্বাৰোহী, হস্ত্যাৰোহী আৰু ৰথী সৈন্যবাহিনীয়ে (অমাৱস্যা, পূৰ্ণিমা আদি) সন্ধিৰ দিনত বাহিৰে প্ৰতিদিনে সূৰ্যোদয় হোৱাত (নগৰৰ) বাহিৰত (নিজৰ নিজৰ সামৰিক) কৌশল অভ্যাস কৰিব॥৩৫॥ ৰজাই তেওঁলোকৰ ওপৰত সততে চকু ৰাখিব আৰু ৰজাই তেওঁলোকৰ সামৰিক কলা-কৌশল পৰিদৰ্শন কৰিব॥৩৬॥

ৰজাৰ নামৰ মোহৰ মৰা অস্ত্ৰ-শস্ত্ৰ আৰু কবচবোৰ (আয়ুধাগাৰৰ অধ্যক্ষই) আয়ুধাগাৰত সুৰক্ষিতভাৱে থ'বলৈ দিব॥৩৭॥

(ৰজাৰ) মোহৰ থকা অনুমতি-পত্ৰ থকাসকলত বাহিৰে আন মানুহে অস্ত্ৰ লৈ ঘূৰি ফুৰিলে বিচৰণ কৰিব॥৩৮॥ (অস্ত্ৰ আৰু কবচ) হেৰুৱালে বা নষ্ট কৰিলে তাৰ দুগুণ মূল্য দিব লাগিব॥৩৯॥ (আয়ুধাগাৰৰ অধ্যক্ষই) নষ্ট হৈ যোৱা অস্ত্ৰ-শস্ত্ৰৰ হিছাপ ৰাখিব॥৪০॥

অন্তপালসকলে বেপাৰীৰ দলৰ অস্ত্ৰ আৰু কবচবোৰ গ্ৰহণ কৰিব, অথবা তাৰ ওপৰত মোহৰ মাৰি এৰি দিব॥৪১॥

অথবা, ৰজাই যুদ্ধ-যাত্ৰাৰ সিদ্ধান্ত কৰিলে সৈন্যবাহিনী প্ৰস্তুত কৰিব॥৪২॥ তেওঁলোকে বণিকবেশী গুপ্তচৰে যাত্ৰাৰ সময়ত সৈন্যসকলক, (যুদ্ধৰ) পিছত দুগুণ ওভোতাই দিয়া বন্দবস্তত, সকলো পণ্য-সামগ্ৰী দিব॥৪৩॥ এইদৰে ৰজাৰ পণ্য-সামগ্ৰীৰ গোপন বিক্ৰী আৰু লগতে সৈন্যসকলক দিয়া বেতনবো প্ৰত্যাৰ্পণ সাধিত হয়॥৪৪॥

এইদৰে আয়-ব্যয়লৈ চকু ৰাখিলে অৰ্থৰ নাটনি আৰু সৈন্যৰ নাটনি অনুভৱ কৰিব লগীয়া নহয়॥৪৫॥

খাদ্য আৰু বেতনৰ বিবিধ ব্যৱস্থাৰ বিষয়ে আলোচনা ইয়াতে শেষ হ'ল॥৪৬॥

সত্ৰী, বেশ্যা, কাৰিকৰ, অভিনেতা আৰু পূৰ্বাণি সৈনিকসকলে যত্ন-
সহকাৰে সৈনিকসকলৰ অনুৰাগ-বিৰাগৰ বিষয়ে জানি ল'ব॥৪৭॥

কৌটিল্যীয় অৰ্থশাস্ত্ৰৰ "যোগবৃত্ত" নামৰ পঞ্চম অধিকৰণৰ অন্তৰ্গত "ৰাজ-কৰ্মচাৰীৰ বেতন" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ৯৩তম) অধ্যায় সমাপ্ত।

# চতুৰ্থ অধ্যায়

## ৯২তম প্ৰকৰণ: ৰজাৰ অনুজীৱীৰ (উপযুক্ত) আচৰণ

লোক-ব্যৱহাৰ জনা লোকে ৰজাৰ প্ৰিয়পাত্ৰ আৰু হিতৈষী লোকৰ যোগেদি আত্ম-সম্পদযুক্ত (৬।১।৩-৬ চাওক) আৰু অমাত্য আদি দ্ৰব্য-সম্পদযুক্ত (৬।১।৮-১১ চাওক) ৰজাক আশ্ৰয় কৰিব লাগে॥১॥ অথবা, ৰজা দ্ৰব্য-সম্পদহীন হ'লেও যদি তেওঁ ভাবে—'মই যিদৰে ৰজাক সেৱা কৰিবলৈ ইচ্ছুক ৰজাও সেইদৰে প্ৰশিক্ষণ দিবলৈ ইচ্ছুক আৰু আভিগমিক গুণ (৬।১।৩ চাওক) থকা', তেনেহ'লে সেই ৰজাক আশ্ৰয় কৰিব; কিন্তু আত্মসম্পদহীন ৰজাক কেতিয়াও আশ্ৰয় নকৰিব॥২॥ কাৰণ, আত্মসম্পদহীন ৰজা নীতিশাস্ত্ৰৰ প্ৰতি বিৰাগবশতঃ নাইবা অহিতকৰ লোকৰ সঙ্গ লোৱা কাৰণে অতুল ৰাজ-ঐশ্বৰ্যৰ গৰাকী হৈও বিনষ্ট হয়॥৩॥

আত্মসম্পদযুক্ত ৰজাৰ সাক্ষাৎ-লাভৰ সুযোগ পালেই অনুজীৱীয়ে নিজৰ (ৰাজনীতি) শাস্ত্ৰ-জ্ঞানৰ পৰিচয় দিব॥৪॥ কাৰণ, (শাস্ত্ৰৰ) লগত তেওঁৰ মত অবিৰোধী হ'লে তেওঁ কামত স্থায়ীভাৱে নিযুক্ত হ'ব পাৰিব॥৫॥ কোনো বুদ্ধিসাধ্য কামৰ বিষয়ে প্ৰশ্ন কৰিলে অনুজীৱীয়ে ৰজাৰ সভাসদসকলৈ ভয় নকৰি বিজ্ঞৰ দৰে বৰ্তমান আৰু ভৱিষ্যত উভয় কালৰে উপযোগী ধৰ্ম আৰু অৰ্থৰ লগত সঙ্গতি থকা আৰু সম্পাদন কৰিব পৰা কামৰ কথা ক'ব॥৬॥

যদি ৰজাই তেওঁৰ কথাত অনুমোদন জনায় তেন্তে ৰজাক এইদৰে প্ৰতিজ্ঞাবদ্ধ কৰিব—

'আপুনি সাধাৰণ লোকৰ ওচৰত ধৰ্ম আৰু অৰ্থ সম্পৰ্কীয় প্ৰশ্ন কৰিব নোৱাৰিব, শক্তিশালী লোকৰ লগত যাৰ সম্পৰ্ক আছে তেনে লোকৰ প্ৰতি শাস্তি বিধান কৰিব নোৱাৰিব, মাইৰা মোৰ সহযোগীসকলৰ প্ৰতিও কোনো তাৎকালিক দণ্ডবিধান কৰিব নোৱাৰিব; মোৰ দল, জীৱিকা আৰু গোপন কথা নষ্ট নকৰিব আৰু কাম আৰু ক্ৰোধৰ বশৱৰ্তী হৈ আপুনি দণ্ড-বিধান কৰিবলৈ ওলালে মই আকাৰে-ইংগিতে আপোনাক বাৰণ কৰিম'॥৭॥

নিযুক্তি পালে অনুমতিক্ৰমে নিৰ্দিষ্ট ঠাইত প্ৰৱেশ কৰিব; তেওঁ ৰজাৰপৰা বৰ দূৰতো নহয়, বৰ ওচৰতো নহয় এনেভাৱে ৰজাৰ কাষত আন এখন আসনত বহিব॥৮॥ (ৰজাৰ ওচৰত) অনুজীৱীয়ে স্পৰ্ধাৰে কথা নক'ব, অমাৰ্জিত, নিজ চকুৰে নেদেখা, অবিশ্বাসযোগ্য আৰু অসত্য কথা উচ্চাৰণ নকৰিব, ৰসিকতাৰ প্ৰসংগ নহ'লে ডাঙৰকৈ নাহাঁহিব আৰু শব্দ হোৱাকৈ বায়ুত্যাগ নকৰিব বা থুই নেপেলাব॥৯॥ তেওঁ কাৰো লগত গোপন আলাপ নকৰিব, মানুহৰ লগত আলোচনা-প্ৰসংগত দন্দ-হাই নকৰিব, ৰজাৰ উপযোগী বা ধুন-পেচ মৰা লোকে ব্যৱহাৰ কৰা বা বহুৰাৰ উপযোগী সাজ নিপিন্ধিব, কোনো মণি-মন্ত্ৰ বা বিশেষ অনুগ্ৰহ প্ৰকাশ্যে নিবিচাৰিব, এটা চকু বা ওঁঠ সংকুচিত নকৰিব, ভ্ৰূকুটি নেদেখুৱাব, কথাৰ মাজত প্ৰতিবন্ধক নজন্মাব, শক্তিশালী লোকৰ লগত সহযোগিতা থকা মানুহৰ বিৰুদ্ধাচৰণ নকৰিব আৰু (অন্তঃপুৰৰ) তিৰোতা, তিৰোতাক (পুনঃ পুনঃ) লগ ধৰা পুৰুষ, সীমান্ত ৰাজ্যৰ কটকী, শত্ৰুপক্ষীয় লোক, পৰিত্যক্ত লোক আৰু অন্যায়কাৰী লোকৰ সংগ লোৱা আৰু এইবিলাকৰ লগত একে উদ্দেশ্য লৈ কাম কৰা আৰু মিলি যোৱা—এইবোৰ বৰ্জন কৰিব॥১০॥

অনুজীৱীয়ে কালাতিপাত নকৰি ৰজাৰ স্বাৰ্থৰ অনুকূল কথা প্ৰকাশ কৰিব, নিজৰ স্বাৰ্থৰ কথা ৰজাৰ প্ৰিয়পাত্ৰ আৰু হিতৈষীজনৰ আগত ক'ব, আনৰ স্বাৰ্থৰ কথা উপযুক্ত স্থান আৰু কালত ক'ব আৰু (সদায়) ধৰ্ম আৰু অৰ্থৰ অনুকূল কথা ক'ব॥১১॥

ৰজাই সুধিলে অনুজীৱীয়ে প্ৰিয় আৰু হিত কথা ক'ব, অহিত প্ৰিয় কথা নকব, অথবা ৰজা যদি শুনিবলৈ ইচ্ছুক হয় আৰু তেওঁ অনুমতি দিয়ে গোপনে তেওঁৰ অপ্ৰিয় অথচ হিত কথাও ক'ব॥১২॥

অথবা, প্ৰশ্নৰ উত্তৰ দিওঁতে শত্ৰু প্ৰভৃতিৰ কথা বৰ্ণনা নকৰি মনে মনে থাকিব; সুদক্ষ হ'লেও ৰজাৰ মনৰপৰা বহিষ্কৃত হোৱাসকলক ৰজাই ভাল নাপায়॥১৩॥

যিসকলে ৰজাৰ মন বুজি চলে, অন্যায়কাৰী হৈও তেওঁলোক ৰজাৰ প্ৰিয়পাত্ৰ হয়; হাঁহিব লগীয়া কথা হ'লে তাত হাঁহিব. কিন্তু বৰ ডাঙৰকৈ নাহাঁহিব॥১৪॥

(ৰজাই) আনক ভীতিপ্ৰদ কথা ক'লে তেওঁ তাক আনকালে ঘূৰাব, লোকক ভীতিপ্ৰদ কথা নক'ব, নিজক তেনে কথা ক'লে তেওঁ পৃথিৱীৰ দৰে ক্ষমাশীল হৈ সহ্য কৰিব॥১৫॥

কাৰণ, জনা লোকে সদায় প্ৰথমে আত্মৰক্ষা কৰিব; কিয়নো ৰজাৰ চাকৰি কৰা লোকৰ অৱস্থা জুইৰ মাজত থকা লোকৰ দৰে বুলি কোৱা হৈছে॥১৬॥

জ্বৰে শৰীৰৰ এটা অংশ বা বৰ বেছি গোটেই শৰীৰটো পুৰিব পাৰে;
ৰজাই লগৰা-তিৰোতাৰে সৈতে বিনাশ কৰিব পাৰে, অথবা তেওঁ উন্নতিও
সাধিব পাৰে॥১৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "যোগবৃত্ত" নামৰ পঞ্চম অধিকৰণৰ অন্তৰ্গত অনুজীৱীৰ (উপযুক্ত) আচৰণ নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ৯৪তম) অধ্যায় সমাপ্ত।

# পঞ্চম অধ্যায়

## ৯৩তম প্ৰকৰণ: পাৰিষদৰ যোগ্য আচৰণ

কোনো কামত নিযুক্ত হ'লে ৰাজকৰ্মচাৰীয়ে খৰচ বাদ দি আয় দেখুৱাব॥১॥ তেওঁ কাম এটা "এই প্ৰকাৰৰ" বুলি কৈ (দুৰ্গৰ) ভিতৰুৱা বা বাহিৰা (অৰ্থাৎ গাওঁ-সম্পৰ্কীয়) প্ৰকাশ্য বা গোপন, জৰুৰী বা ধীৰে-সুস্থিৰে কৰিব পৰা বিধৰ বুলি বিশেষ কৰি দেখুৱাব॥২॥

ৰজা যেতিয়া মৃগয়া, জুৱা, মদ আৰু তিৰোতাত আসক্ত থাকে তেতিয়া (মিছা) প্ৰশংসা কৰি তেওঁৰ মন যোগাব নালাগে॥৩॥ তেওঁৰ ওচৰে ওচৰে থাকি ব্যসনৰপৰা তেওঁক আঁতৰাই আনিবলৈ চেষ্টা কৰিব আৰু শত্ৰুৰ প্ৰৰোচনা, প্ৰৱঞ্চনা আৰু ছলনাৰপৰা তেওঁক ৰক্ষা কৰিব॥৪॥

তেওঁ ৰজাৰ আকাৰ-ইংগিত লক্ষ্য কৰিব॥৫॥ কাৰণ, জ্ঞানীলোকে তেওঁৰ গোপন মন্ত্ৰণা লুকাবলৈ ইংগিত আৰু আকাৰৰ দ্বাৰা ভালপোৱা-বেয়াপোৱা, হৰ্ষ-শোক, দৃঢ়তা-ভয়ৰূপ যুগল ভাববোৰ ওলট-পালট কৰি দেখুৱায় (অৰ্থাৎ বেয়া পালে ভাল পোৱা যেন দেখুৱায়, শোক হ'লে হৰ্ষান্বিত যেন দেখুৱায়, ইত্যাদি)॥৬॥

ৰজাই তেওঁক (মন্ত্ৰী প্ৰভৃতিক) দেখিলে সন্তোষ পায়, তেওঁৰ কথাত প্ৰত্যয় যায়, তেওঁক বহিবলৈ আসন দিয়ে, অকলশৰে দেখা কৰিবলৈ দিয়ে, সন্দেহ কৰিব লগীয়া বিষয়তো বেছি সন্দেহ নকৰে, তেওঁ কথা ক'লে ৰং পায়, কোনো কথা আনক জনাব লগীয়া হ'লে তেওঁক সোধে, তেওঁ কোৱা হিতকৰ কথা (অপ্ৰিয় হ'লেও) সহ্য কৰে, হাঁহিমুখে কামৰ নিৰ্দেশ দিয়ে, হাতেৰে তেওঁক স্পৰ্শ কৰে, প্ৰশংসনীয় বিষয়ত তেওঁক বিদ্ৰূপ নকৰে, অনুপস্থিতিত তেওঁৰ গুণৰ কথা কয়, ভোজনৰ সময়ত তেওঁক স্মৰণ কৰে, তেওঁক লগত লৈ ফুৰিবলৈ যায়, বিপদত তেওঁক সহায় কৰে তেওঁৰ অনুগতসকলক সম্মান কৰে, তেওঁৰ আগত গোপন কথা কয়, তেওঁৰ সম্মান বৃদ্ধি কৰে, তেওঁৰ সা-সুবিধা কৰি দিয়ে, বিপদ নিবাৰণ কৰে—এইবোৰৰপৰা (ৰজা অমাত্য আদিৰ ওপৰত) সন্তুষ্ট হোৱা বুলি বুজিব পাৰি॥৭॥

ইয়াৰে ওলোটাটো অসন্তুষ্ট হোৱাৰ চিন; তাৰ উপৰিও (আৰু কিছুমান অসন্তুষ্টিৰ চিনৰ কথা) কম॥৮॥ তেওঁক দেখিলে খং উঠা, তেওঁৰ কথা নুশুনা বা কথাত বাধা দিয়া, তেওঁক বহিবলৈ আসন নিদিয়া আৰু তেওঁৰ ফালে নোচোৱা, চেহেৰা আৰু মাতৰ পৰিবৰ্তন ঘটা, এটা চকু, এটা ভ্ৰূ আৰু এটা ওঁঠ কোঁচ খোৱা, অকাৰণত ঘাম ওলোৱা, হুমুনিয়াহ কঢ়া আৰু মিচিকিয়াই হঁহা, (তেওঁক বাদ দি) আনৰ লগত মন্ত্ৰণা কৰা, হঠাতে গুচি যোৱা, আনৰ শ্ৰীবৃদ্ধি সাধন কৰা, মাটি আঁচোৰা, গা খজুওৱা, আনক (তেওঁৰ বিৰুদ্ধে) উচটনি দিয়া, তেওঁৰ বিদ্যা, জাতি আৰু দেশৰ নিন্দা কৰা, একে দোষত দোষী আনৰ নিন্দা কৰা, প্ৰত্যেকটো দোষৰে নিন্দা

কৰা, তেওঁৰ বিদ্বেষবাদীসকলৰ প্ৰশংসা কৰা, তেওঁ কৰা ভাল কামৰ প্ৰতি আওকাণ কৰা, বেয়া কামৰ উল্লেখ কৰা, পিছৰ ফালে (অৰ্থাৎ মন্ত্ৰী প্ৰভৃতিৰ মুখলৈ নাচাই) চোৱা, সম্পূৰ্ণভাৱে অৱজ্ঞা কৰা, তেওঁৰ আগত মিছা কথা কোৱা আৰু ৰজাৰ লগত ঘনাই দেখা-সাক্ষাৎ কৰা লোকসকলৰ তেওঁৰ প্ৰতি ভিন্ন আচৰণ॥৯॥

তেওঁ আনকি মানৱেতৰ প্ৰাণীৰো ব্যৱহাৰৰ প্ৰভেদ লক্ষ্য কৰিব॥১০॥ 'এই লোকজনে ওখ ঠাইৰপৰা পানী চটিয়াইছে'[1]—এই কথাতে কাত্যায়নে (ৰজাৰ চাকৰি এৰি দি) গুচি গৈছিল; 'ক্ৰৌঞ্চ পক্ষী বাওঁফালেদি গৈছে'—ইয়াকে দেখি কণিঙ্ক ভাৰদ্বাজে[2] (ৰজাৰ চাকৰি এৰি দি) গুচি গৈছিল; 'কি! বন?'[3] ইয়াকে ভাবি দীৰ্ঘ চাৰায়ণ গুচি গৈছিল; 'কাপোৰখন চেঁচা'[4] ইয়াকে ভাবি ঘোটমুখ গুচি গৈছিল; 'হাতীয়ে পানী চটিয়াইছে'—ইয়াকে দেখি কিঞ্জল্ক গুচি গৈছিল; 'ৰথ আৰু ঘোঁৰাক প্ৰশংসা কৰিছে'[5]—ইয়াকে শুনি পিশুন গুচি গৈছিল; কুকুৰৰ ভুকনি শুনি পিশুনৰ পুতেক গুচি গৈছিল॥১১॥

টকা-পইচা আৰু সম্মান—দুয়োটাৰেপৰা বঞ্চিত হ'লে ৰজাক পৰিত্যাগ কৰিব॥১২॥ অথবা, ৰজাৰ চৰিত্ৰ আৰু নিজৰ দোষৰ কথা উপলব্ধি কৰি তেওঁ প্ৰতিকাৰৰ ব্যৱস্থা কৰিব॥১৩॥ অথবা, তেওঁ ৰজাৰ সমীপৱৰ্তী কোনো মিত্ৰ-ৰজাৰ আশ্ৰয় ল'ব॥১৪॥

আৰু তাতে থাকি বন্ধুবৰ্গৰ যোগেদি নিজৰ দোষ স্খালন কৰিবলৈ
চেষ্টা কৰিব; তাৰ পিছত ৰজা জীয়াই থাকোঁতে বা তেওঁৰ মৃত্যুৰ পিছত
আকৌ উলটি আহিব॥১৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "যোগবৃত্ত" নামৰ পঞ্চম অধিকৰণৰ অন্তৰ্গত "পাৰিষদৰ যোগ্য আচৰণ" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ৯৫তম) অধ্যায় সমাপ্ত।

# ষষ্ঠ অধ্যায়

## ৯৪তম প্ৰকৰণ : ৰাজ্যৰ নিৰন্তৰতা
## ৯৫তম প্ৰকৰণ : প্ৰভুশক্তিৰ অবিচ্ছিন্নতা

ৰজাৰ বিপদ উপস্থিত হ'লে মন্ত্ৰীয়ে এইদৰে তাৰ প্ৰতিকাৰ কৰিব॥১॥

ৰজাৰ মৃত্যুৰ আশঙ্কা উপস্থিত হোৱাৰ আগতে তেওঁ ৰজাৰ প্ৰিয়পাত্ৰ আৰু হিতৈষী-সকলৰ সমৰ্থনক্ৰমে "ৰজা দেশৰ উপদ্ৰৱনাশক, শত্ৰুনাশক, আয়ুবৰ্ধক বা পুত্ৰলাভকাৰক কৰ্মৰ

---

[1] টীকাকাৰসকলৰ মতে বাগিচাৰ কোনো মালীয়ে বোহ ওপৰৰপৰা পানী ছটিওৱাত মন্ত্ৰী কাত্যায়নৰ গা তিতে; মালীৰ এই আচৰণত তেওঁৰ প্ৰতি ৰজাৰ বিদ্বেষ মনোভাৱ প্ৰতিফলিত হোৱা বুলি ভাবি কাত্যায়ন গুচি যায়।

[2] মহাভাৰতৰ শান্তি-পৰ্বৰ ১০৮তম অধ্যায়ত কণিঙ্ক ভাৰদ্বাজৰ ৰাজনৈতিক মতামত ব্যক্ত কৰা হৈছে। এইজন ভাৰদ্বাজেই সম্ভৱতঃ অৰ্থশাস্ত্ৰত কৰাই উল্লেখ কৰা ৰাজনীতি-শাস্ত্ৰকাৰ ভাৰদ্বাজ।

[3] কোনো কোনো টীকাকাৰৰ মতে ৰজাই দীৰ্ঘ চাৰায়ণলৈ ছদ্মবেশে [illegible] পঠিয়াইছিল; ইয়াৰ দ্বাৰা চাৰায়ণে ৰজাৰ মনৰ ভাব ধৰিব পাৰিছিল।

[4] পৰৰ কাপোৰ লগা [illegible] চেঁচা কাপোৰ দিয়াটো অৱজ্ঞাৰ চিন।

[5] ৰথ আৰু ঘোঁৰাৰ প্ৰশংসাৰ দ্বাৰা পৰোক্ষভাৱে মন্ত্ৰী পিশুনৰ [illegible] হৈছে। শকুন্তলা নাটকত ৰজা দুষ্মন্তৰ পিশুন নামে এজন মন্ত্ৰীৰ কথা পোৱা যায়। কৌটিল্যয়ো প্ৰাচীন অৰ্থশাস্ত্ৰকাৰ হিচাপে পিশুনৰ নাম বাৰে বাৰে উল্লেখ কৰিছে।

অনুষ্ঠানত ব্যস্ত আছে" বুলি ভুৱা দি এমাহ বা দুমাহৰ মূৰে মূৰে ৰাজদৰ্শনৰ ব্যৱস্থা কৰিব॥২॥ তেওঁ ৰজাৰ সাদৃশ্য থকা এজন লোকক, বস্তুৰ আকৃতি ভালকৈ চিনিব নোৱাৰা সময়ত (অৰ্থাৎ (সন্ধিয়া) প্ৰজাবৰ্গক আৰু মিত্ৰৰাজ্য আৰু শত্ৰুৰাজ্যৰ দূতসকলক দেখুৱাব॥৩॥ সেই ৰাজসদৃশ পুৰুষজনে মন্ত্ৰীৰ মুখেদিয়ে তেওঁলোকৰ লগত যথোচিত সম্ভাষণ কৰিব॥৪॥ প্ৰধান দ্বাৰপাল আৰু প্ৰধান অন্তঃপুৰ-ৰক্ষকৰ হতুৱাই আগতে উল্লেখ কৰা মতে (১।১৯) ৰজাৰ দৈনন্দিন কৰ্মসমূহ কৰাব॥৫॥ অন্যায়কাৰীৰ প্ৰতি ৰজাৰ সন্তোষ হোৱাকৈ অসম্মান সা অনুগ্ৰহ দেখুৱাব আৰু উপকাৰীৰ প্ৰতি কেৱল অনুগ্ৰহকে দেখুৱাব॥৬॥

(মন্ত্ৰীয়ে) দুৰ্গ আৰু সীমান্তত থকা ৰজাৰ ধন আৰু সেনা বিশ্বাসী লোকৰ তত্ত্বাৱধানত একত্ৰিত কৰিব আৰু কোনো অজুহাত দেখুৱাই ৰাজপৰিয়ালৰ লোকসকলক ৰাজকুমাৰসকলক আৰু মুখ্য বিষয়াসকলকো একে ঠাইত গোট খুৱাব॥৭॥ অথবা, দুৰ্গ বা বনৰ মুখ্য বিষয়াৰ লগত যদি দলভুক্ত লোক থাকে আৰু তেওঁ ৰজাৰ বিপক্ষে থিয় দিয়ে, তেওঁক হাত কৰাব॥৮॥ অথবা, তেওঁক বহু বিপদসঙ্কুল যুদ্ধযাত্ৰা কৰিবলৈ পঠিয়াব, নাইবা কোনো মিত্ৰৰ ঘৰলৈ পঠিয়াব॥৯॥

যি সামন্ত ৰজাৰপৰা তেওঁ বিপদ আশঙ্কা কৰে তেওঁক উৎসৱ, বিবাহ, হাতী-চিকাৰ, ঘোঁৰা-বিক্ৰী অথবা ভূমি-দানৰ ছল কৰি অথবা তেওঁৰ নিজৰ মিত্ৰৰ যোগেদি তেওঁক হাতৰ মুঠিলৈ আনিব॥১০॥ তাৰ পিছত কেতিয়াও বিচ্ছেদ হ'ব নোৱাৰাকৈ সন্ধি স্থাপন কৰিব॥১১॥ অথবা, তেওঁ সেই সামন্ত ৰজাজনৰ লগত অৰণ্য-অঞ্চলৰ চৰ্দাৰৰ বা শত্ৰুপক্ষৰ বিবাদ সৃষ্টি কৰিব॥১২॥ অথবা, তেওঁ সেই (সামন্তৰ) বংশৰ কোনোবা লোকক বা অপ্ৰীতি-ভাজন হোৱা কোনো ৰাজকুমাৰক তেওঁৰ (সামন্তৰ) ৰাজ্যৰ এটা অংশ দিব বুলি কৈ হাত কৰিব॥১৩॥

অথবা, (সামন্ত) ৰজাৰ বংশৰ লোক, ৰাজকুমাৰ আৰু মুখ্য বিষয়াসকলৰ সমৰ্থন লাভ কৰি তেওঁ এজন ৰাজকুমাৰক ইতিমধ্যেই ৰাজপাটত বহুওৱা যেন দেখুৱাব॥১৪॥

অথবা, '(গোপন) দণ্ডবিধানৰ ব্যৱস্থা'—এই প্ৰকৰণত উল্লেখ কৰা ধৰণে তেওঁ ৰাজ্যৰ শত্ৰু নিৰ্মূল কৰি শাসন প্ৰৱৰ্তাব॥১৫॥

যদি কোনো মুখ্য বিষয়া বা সামন্ত ৰজাসকলৰ কোনোজনে (ৰজাৰ বিৰুদ্ধে) বিদ্ৰোহ কৰে, তেওঁক 'আহক, আপোনাক ৰজা পাতিম'—এই বুলি মাতি আনি হত্যা কৰাব॥১৬॥ অথবা, 'বিপদৰ প্ৰতিকাৰ'—এই প্ৰকৰণত (৯।৫) নিৰ্দেশ কৰা মতে কাৰ্য সাধন কৰিব॥১৭॥

অথবা, ক্ৰমে যুৱৰাজৰ ওপৰত ৰাজ্যৰ ভাৰ অৰ্পণ কৰি ৰজাৰ মৃত্যুৰ বাতৰি প্ৰচাৰ কৰিব॥১৮॥

শত্ৰুৰ ৰাজ্যৰ ভিতৰত ৰজাৰ মৃত্যু ঘটিলে শত্ৰুবেশী মিত্ৰৰ দ্বাৰা সেই শত্ৰুৰ লগত সন্ধি স্থাপন কৰাই গুচি আহিব॥১৯॥ অথবা, সামন্ত ৰজাসকলৰ এজনক শত্ৰু (বিজিত) দুৰ্গত স্থাপন কৰি গুচি আহিব॥২০॥ অথবা, (শত্ৰুৰাজ্যৰ) দুৰ্গত ৰাজকুমাৰক অভিষিক্ত কৰি শত্ৰুৰ বিৰুদ্ধে সৈন্য সমবেত কৰিব॥২১॥ অথবা, শত্ৰুৱে যদি আক্ৰমণ কৰে, 'বিপদৰ প্ৰতিকাৰ'—এই প্ৰকৰণত (৯।৫) নিৰ্দেশ কৰা মতে প্ৰতিকাৰ কৰিব॥২২॥

কৌটিল্যই কয়—'এইদৰে মন্ত্ৰীয়ে প্ৰভুশক্তিৰ অবিচ্ছিন্নতা সাধন কৰিব।'॥২৩॥

ভাৰদ্বাজে কয়—'এইদৰে নহয়।'॥২৪॥ 'ৰজা মৰিবলৈ ওলালে মন্ত্ৰীয়ে ৰাজ-পৰিয়ালৰ লোকসমূহ, কুমাৰসকল আৰু মুখ্য বিষয়াসকলৰ পৰস্পৰৰ মাজত বা (আন) মুখ্য বিষয়া-

সকলৰ লগত যুদ্ধ লগাই দিব॥২৫॥ ষিয়ে যুদ্ধ কৰে তেওঁক প্ৰজা-বিক্ষোভ সৃষ্টি কৰি হত্যা কৰাব॥২৬॥ অথবা, ৰাজ-পৰিয়ালৰ লোক, ৰাজকুমাৰ আৰু মুখ্যাবিষয়াসকলক গোপন দণ্ড-বিধানৰ দ্বাৰা নিৰ্মূল কৰি নিজে ৰাজ্যভাৰ গ্ৰহণ কৰিব॥২৭॥ কাৰণ, ৰাজ্যৰ কাৰণে পিতাই পুত্ৰৰ আৰু পুত্ৰই পিতৃৰ লগত যুদ্ধ কৰে; তেনে অৱস্থাত ৰাজ্যৰ একমাত্ৰ ধৰণী মন্ত্ৰীৰ কথা নকʼলেও হʼব॥২৮॥ নিজে আহি হাতত উঠা এই ৰাজ্য তেওঁ উপেক্ষা কৰিব নালাগে॥২৯॥ এটা লোকপ্ৰবাদ আছে যে কোনো তিৰোতা (কামাভিলাষিণী হৈ) নিজে উপস্থিত হʼলে যি পুৰুষে তেওঁক ত্যাগ কৰে, তেওঁ তেওঁক অভিশাপ দিয়ে॥৩০॥

সুযোগৰ অপেক্ষা কৰি থকা লোকৰ ওচৰলৈ সময় এবাৰহে আহে;
কিন্তু কাম কৰিবলৈ ইচ্ছা কৰিলেও সেই সময় সেইজন লোকৰ ওচৰত
আকৌ আহি উপস্থিত নহয়॥৩১॥

কৌটিল্যাই কয়—'এই কথাই প্ৰজা-বিপ্লৱ মাতি আনে, ই ধৰ্মবিগৰ্হিত আৰু ফলৰো কোনো নিশ্চয়তা নাই'॥৩২॥ মন্ত্ৰীয়ে আত্মগুণসম্পন্ন কোনো ৰাজপুত্ৰক ৰাজ্যত থাপিব॥৩৩॥ আত্ম-গুণসম্পন্ন ৰাজপুত্ৰ বিচাৰি নাপালে মন্ত্ৰীয়ে (মৃগয়া, জুৱা আদি) ব্যসনত অনাসক্ত কোনো ৰাজকুমাৰ, কোনো ৰাজকুমাৰী বা কোনো গৰ্ভৱতী ৰাণীক সন্মুখত ৰাখি মুখ্য বিষয়াসকলক গোট খুৱাই কʼব—'এওঁ আপোনালোকৰ ওচৰত ন্যাসস্বৰূপ; এওঁৰ পিতৃৰ ফালে আপোনালোকে লক্ষ্য কৰক আৰু নিজৰ নিজৰ সাধুতা আৰু আভিজাত্যলৈ লক্ষ্য কৰক; এওঁ মাত্ৰ পতাকা-স্বৰূপ হৈ থাকিব, (ৰাজ্যৰ) প্ৰকৃত প্ৰভু হʼব আপোনালোকেই; (আন) কি কৰিব পাৰি কওক।'॥৩৪॥ মন্ত্ৰীয়ে এইদৰে কʼলে গুপ্তচৰসকলে কʼব—'আপুনি যাৰ পৰিচালক সেই জন ৰজাত বাহিৰে আন কোনে চতুৰ্বৰ্ণক ৰক্ষা কৰিব পাৰিব?'॥৩৫॥ 'সেয়ে হʼব' বুলি কৈ মন্ত্ৰীয়ে ৰাজকুমাৰ, ৰাজকুমাৰী অথবা গৰ্ভৱতী ৰাণীক ক্ষমতাত অধিষ্ঠিত কৰি জ্ঞাতি-বন্ধুসকলৰ লগত আৰু মিত্ৰৰাজ্য আৰু শত্ৰুৰাজ্যৰ দূতসকলৰ লগত তেওঁক পৰিচিত কৰাই দিব॥৩৬॥

মন্ত্ৰী আৰু সৈন্যসকলৰ খাদ্য আৰু বেতনৰ পৰিমাণ বঢ়াব আৰু কʼব—'এওঁ (এই ৰাজ-কুমাৰ) ডাঙৰ হʼলে আৰু বঢ়াব।'॥৩৭॥ এইদৰে দুৰ্গ আৰু ৰাষ্ট্ৰৰ মুখ্য বিষয়াসকলক আৰু যোগ্য বিবেচনা কৰি মিত্ৰপক্ষ আৰু শত্ৰুপক্ষকো কʼব॥৩৮॥

ৰাজকুমাৰৰ শিক্ষাদান সম্পৰ্কে চেষ্টা কৰিব॥৩৯॥

অথবা, একে জাতীয় পুৰুষৰ দ্বাৰা ৰাজকুঁৱৰীৰ গৰ্ভত পুত্ৰ উৎপাদন কৰাই সেই পুত্ৰক ৰাজপাটত বহুৱাব॥৪০॥ মাতৃৰ (অৰ্থাৎ উক্ত ৰাজকুঁৱৰীৰ) মনত চঞ্চলতা উপস্থিত হোৱাৰ ভয় কৰি বংশৰ কোনো হীনবীৰ্য লোকক নাইবা সুলক্ষণীয়া কোনো কম-বয়সীয়া লʼৰা এটাক তেওঁৰ ওচৰত ৰাখিব॥৪১॥ ৰজস্বলাৰ সময়ত তেওঁক পহৰা দি ৰাখিব॥ ৪২॥

তেওঁ নিজৰ কাৰণে কোনো উৎকৃষ্ট ভোগৰ সামগ্ৰীৰ ব্যৱস্থা নকৰিব॥৪৩॥ কিন্তু ৰজাৰ কাৰণে গাড়ী-ঘোঁৰা, অলঙ্কাৰ, সাজ-পাৰ, গৃহ আদি ব্যক্তিগত সামগ্ৰীৰ ব্যৱস্থা কৰিব॥৪৪॥

ৰাজকুমাৰে যৌৱনকাল পালে (প্ৰধান) মন্ত্ৰীয়ে তেওঁৰ মন পৰীক্ষা
কৰিবলৈ জিৰণিৰ কাৰণে প্ৰাৰ্থনা জনাব; তেওঁক অসন্তুষ্ট দেখিলে (অৰ্থাৎ
যাবলৈ অনুমতি দিলে) পৰিত্যাগ কৰিব আৰু তুষ্ট দেখিলে (যাবলৈ
অনুমতি নিদিলে) তেওঁৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব পালন কৰি থাকিব॥৪৫॥

অথবা, মন্ত্ৰী যদি ৰজাৰ অপ্ৰীতিভাজন হয় (অথবা, ৰাজকাৰ্য পৰি-
চালনা কৰিবলৈ তেওঁৰ মন নোযোৱা হয়) ৰাজকোঁৱৰৰ ৰক্ষাৰ্থে বছা-বছা

গোপন পৰিজনবৰ্গক নিযুক্ত কৰি (অথবা, পুত্ৰৰ ৰক্ষাৰ অৰ্থে পিতৃ-পিতামহসকলে এৰি থৈ যোৱা গুপ্তধন আৰু তেওঁলোকে নিযুক্ত কৰা গুপ্তচৰসকলৰ কথা ৰাজকুমাৰক জনাই) তেওঁ বনলৈ গুচি যাব বা দীঘলীয়া যজ্ঞানুষ্ঠান আৰম্ভ কৰিব॥৪৬॥

অথবা, ৰজা যদি মুখ্য বিষয়াসকলৰ কবলত পৰে, অৰ্থশাস্ত্ৰজ্ঞ মন্ত্ৰীয়ে ৰজাৰ প্ৰিয়জনৰ আশ্ৰয় লৈ ঐতিহাসিক আৰু পৌৰাণিক কাহিনীৰ যোগেদি তেওঁক (ৰাজনীতিৰ) জ্ঞান দিব॥৪৭॥

অথবা, মন্ত্ৰীয়ে সিদ্ধপুৰুষৰ বেশ লৈ অভিচাৰ আদি ক্ৰিয়াৰ দ্বাৰা ৰজাক হাতৰ মুঠিলৈ আনি "গোপন দণ্ডবিধানৰ ব্যৱস্থা" নামক প্ৰকৰণত উক্ত উপায়ৰ দ্বাৰা ৰাজদ্ৰোহী বিষয়াসকলক দমন কৰিব॥৪৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "যোগবৃত্ত" নামৰ পঞ্চম অধিকৰণৰ অন্তৰ্গত "ৰাজ্যৰ নিৰন্তৰতা" আৰু "প্ৰভু-শক্তিৰ অবিচ্ছিন্নতা" নামৰ ষষ্ঠ (আৰম্ভণিৰপৰা ৯৬তম) অধ্যায় সমাপ্ত।

এইখিনিতে যোগবৃত্ত নামৰ পঞ্চম অধিকৰণ সমাপ্ত হ'ল।

# ষষ্ঠ অধিকৰণ

## মণ্ডলযোনি

(ৰাজ্যৰ আধাৰ মণ্ডল-তত্ত্ব)

## প্ৰথম অধ্যায়

### ৯৬তম প্ৰকৰণ : প্ৰকৃতি-সম্পদ (ৰাজ্যৰ মূলীভূত অঙ্গবোৰৰ বিশিষ্ট গুণবোৰ)

ৰজা, মন্ত্ৰী, ৰাজ্য, দুৰ্গ, ৰাজ-কোষ, সৈন্যবাহিনী আৰু মিত্ৰশক্তিয়েই হৈছে প্ৰকৃতি॥১॥

তাৰ ভিতৰত স্বামী অৰ্থাৎ ৰজাৰ বিশিষ্ট গুণবোৰ হৈছে—॥২॥

অতি উচ্চ বংশত জন্ম লাভ কৰা, ভাগ্যবান, বুদ্ধিমান, তেজস্বী, জ্ঞানবৃদ্ধ আৰু বয়োবৃদ্ধ সকলক মানি চলা, ধাৰ্মিক, সত্যবাদী, সত্যপ্ৰতিজ্ঞ, কৃতজ্ঞ, উদাৰ, মহা উৎসাহী, অদীৰ্ঘসূত্ৰী, দুৰ্বল সামন্ত ৰজাৰ দ্বাৰা পৰিবৃত, স্থিৰসংকল্প, উদাৰমনা মন্ত্ৰীসকলৰ দ্বাৰা যাৰ মন্ত্ৰী-সভা গঠিত আৰু শিক্ষাভিলাষী—এইকেইটা ৰজাৰ আভিগামিক (সহজে ওচৰ চাপিব পৰা) গুণ॥৩॥

শিকিবলৈ ইচ্ছা, (শিক্ষকৰ কথা) শুনা, জ্ঞান লাভ কৰা, ধাৰণ (পাহৰি নোযোৱা), সম্পূৰ্ণ উপলব্ধি, যুক্তিৰে সিদ্ধান্ত কৰা, অসত্য মত পৰিহাৰ কৰা আৰু তত্ত্বৰ প্ৰতি মনোনিৱেশ—এইকেইটা ৰজাৰ প্ৰজ্ঞাগুণ (বুদ্ধিৰ গুণ)॥৪॥

বীৰত্ব, অক্ষমা, শীঘ্ৰতা আৰু দক্ষতা—এইকেইটা উৎসাহগুণ॥৫॥

বাগ্মী, নিৰ্ভীক, স্মৃতিমান, বুদ্ধিমান, বলবান, উন্নতমনা, সহজে সজ বাটলৈ নিব পৰা, শিল্পৰ চৰ্চা কৰা, ব্যসনত আসক্ত নোহোৱা, সেনাৰ নেতৃত্ব কৰিবলৈ সমৰ্থ, নীতি-শাস্ত্ৰৰ বিধান অনুসৰি উপকাৰৰ প্ৰত্যুপকাৰী আৰু অপকাৰৰ প্ৰতিশোধকাৰী, লাজ থকা, বিপদৰ সময়ত আৰু স্বাভাৱিক অৱস্থাত যোগ্য কাৰ্যপন্থা গ্ৰহণ কৰিবলৈ সমৰ্থ, দীৰ্ঘদৰ্শী, দূৰ-দৰ্শী, উপযুক্ত স্থান আৰু কালত আৰু যোগ্য পুৰুষাৰ্থৰ দ্বাৰা কাৰ্য সম্পাদন কৰাত গুৰুত্ব দিওঁতা, সন্ধি-বিগ্ৰহ, ত্যাগ-সংযম (অৰ্থাৎ শত্ৰু প্ৰভৃতিক কোনো বস্তু দান কৰা আৰু দান স্থগিত ৰখা) আৰু চুক্তিপালন-ছিদ্ৰান্বেষণৰ পাৰ্থক্য বুজিবলৈ সমৰ্থ, মন্ত্ৰগোপনকাৰী, অশোভনভাৱে নহঁহা, সৰল ভ্ৰূকুটিহীন দৃষ্টিৰ, কাম, ক্ৰোধ, লোভ, কঠিনতা, চপলতা, উপদ্ৰৱ-কাৰিতা আৰু খল স্বভাৱৰপৰা মুক্ত, কথাত মিঠা, মিচিকিয়া হাঁহিৰে আৰু গাম্ভীৰ্যপূৰ্ণ-ভাৱে ভাষণকাৰী আৰু ডাঙৰৰ উপদেশমতে আচৰণকাৰী—এইবোৰ ৰজাৰ আত্মসম্পদ (ব্যক্তিগত বিশিষ্ট গুণ)॥৬॥

মন্ত্ৰীৰ বিশিষ্ট গুণসমূহৰ কথা আগতে কোৱা হৈছে (১।৯।১)॥৭॥

(ৰাজ্যৰ) কেন্দ্ৰস্থানত আৰু সীমান্তত (দুৰ্গ আদি) শক্তিশালী স্থান থকা, বিপদৰ সময়ত নিজক আৰু আনক (শস্যাদিৰ দ্বাৰা) পুহি ৰাখিব পৰা, সহজতে ৰক্ষা কৰিব পৰা, অনায়াসে জীৱিকা চলাব পৰা, শত্ৰুদ্বেষী (অৰ্থাৎ যত শত্ৰুৰাজ্যৰ প্ৰতি স্বাভাৱিক বিদ্বেষপূৰ্ণ বহু-সংখ্যক লোক থাকে), দুৰ্বল সীমান্ত-ৰজাৰ দ্বাৰা পৰিবৃত, বোকা, শিল, লুণীয়া মাটি, বন্ধুৰ ঠাই, কাইট, বিৰোধী জনতা, হিংস্ৰ জন্তু আৰু ডাঠ হাবি নাইকিয়া, ৰমণীয়, খেতিৰ মাটি, খনি, দ্ৰব্য-বন আৰু হস্তি-বন-সমন্বিত, গৰু-মহৰ উপযোগী, মানুহৰ উপযোগী,

সংৰক্ষিত চৰণীয়া পথাৰ থকা, পণ্ডুৱে ভৰপূৰ, নদী-নলাপূৰ্ণ, জলপথ আৰু স্থলপথযুক্ত, নানা তৰহৰ প্ৰচুৰ মূল্যৱান পণ্য-সামগ্ৰীৰে উৰপূৰ, দণ্ড আৰু কৰৰ বোজা বহন কৰিব পৰা, কৰ্মঠ খেতিয়ক থকা, যাৰ গৰাকী (ৰজা) জ্ঞানী, য'ত অধিকসংখ্যক লোকেই নিম্ন বৰ্ণৰ আৰু য'ত মানুহবিলাক ৰাজভক্ত আৰু শুদ্ধহৃদয়ৰ—এইবোৰ ৰাজ্যৰ বিশিষ্ট গুণ॥৮॥

দুৰ্গৰ বিশিষ্ট গুণৰ কথা আগতে কোৱা হৈছে (২।৩)॥৯॥

পূৰ্বপুৰুষসকলে বা নিজে ন্যায়সঙ্গতভাৱে উপাৰ্জন কৰা, প্ৰচুৰ পৰিমাণে সোণ-ৰূপ থকা, নানা তৰহৰ ডাঙৰ ডাঙৰ মণি-মুক্তা আৰু নগদ-টকাৰে পৰিপূৰ্ণ আৰু দীৰ্ঘকাল ব্যাপী বিপদত যেতিয়া কোনো আয় নাইকিয়া হয় সেই অৱস্থাতো তিষ্ঠি থাকিব পৰা—এইবোৰ ৰাজ-কোষৰ বিশিষ্ট গুণ॥১০॥

পিতৃ-পিতামহৰপৰা লাভ কৰা, সদায় (স্থিৰ) থকা, (ৰজাৰ) বশ্য, যাৰ সৈনিকসকলৰ ভাৰ্যা-পুত্ৰ সন্তুষ্ট থাকে, দীঘলীয়া যুদ্ধ-যাত্ৰাৰ সময়তো যি নিৰুৎসাহ নহয়, কেতিয়াও পৃষ্ঠভঙ্গ নিদিয়া, দুখ-কষ্ট সহিব পৰা, বহু যুদ্ধৰ অভিজ্ঞতা থকা, সকলো প্ৰকাৰ যুদ্ধ-বিদ্যা আৰু অস্ত্ৰ-বিদ্যাত পাৰদৰ্শী, (ৰজাৰ) সম্পদ আৰু বিপদৰ অংশ গ্ৰহণ কৰা কাৰণে পৃথক স্বাৰ্থ নথকা আৰু প্ৰায়ে ক্ষত্ৰিয় জাতিৰ লোকৰ দ্বাৰা গঠিত হোৱা—এইবোৰ সৈন্য-বাহিনীৰ বিশিষ্ট গুণ॥১১॥

পিতৃপৰম্পৰাক্ৰমে লাভ কৰা, সদায় স্থিৰ থকা, বশৱৰ্তী, ৰজাৰ স্বাৰ্থতকৈ পৃথক স্বাৰ্থ নথকা, মহৎ আৰু ক্ষিপ্ৰতাৰে কাৰ্যতৎপৰ হ'ব পৰা—এইবোৰ মিত্ৰৰ বিশিষ্ট গুণ॥১২॥

ৰাজবংশত জন্ম লাভ নকৰা, লোভী, ঠেক মনৰ মন্ত্ৰীৰ দ্বাৰা যাৰ মন্ত্ৰীসভা গঠিত, যাৰ প্ৰজাবৰ্গ অসন্তুষ্ট, অন্যায় আচৰণকাৰী, কৰ্মবিমুখ, ব্যসনাসক্ত উৎসাহশূন্য, দৈৱক ধিয়াই থকা, যথেচ্ছাচাৰী, আশ্ৰয়হীন, সহায়হীন, কাপুৰুষ আৰু সদায় লোকৰ অপকাৰী—এইবোৰ শত্ৰুৰ বিশিষ্ট গুণ॥১৩॥ কাৰণ, এনে শত্ৰুক হেলাৰঙে নিৰ্মূল কৰিব পাৰি॥১৪॥

অৰিত বাদে এই সাতোটা প্ৰকৃতি নিজ নিজ বিশিষ্ট গুণেৰে সৈতে বৰ্ণনা কৰা হ'ল; যেতিয়া এই প্ৰকৃতিৰ গুণবোৰ সক্ৰিয় হয়, তেতিয়া সেইবোৰ ৰজাৰ বিশিষ্ট গুণবোৰৰ অধীন হয়॥১৫॥

আত্মগুণেসম্পন্ন ৰজাই বিশিষ্ট গুণ নথকা প্ৰকৃতিবোৰকো গুণেবিশিষ্ট কৰে; আত্মগুণেহীন ৰজাই সমৃদ্ধ আৰু অনুৰক্ত প্ৰকৃতিকো নষ্ট কৰে॥১৬॥

তেতিয়া আত্মগুণসম্পদহীন দোষযুক্ত প্ৰকৃতিসম্পন্ন সেই ৰজা চাৰি সমুদ্ৰ পৰ্যন্ত বিস্তৃত ৰাজ্যৰ অধিপতি হৈও প্ৰজাৰ দ্বাৰা নিহত হয় নাইবা শত্ৰুৰ কবলত পৰে॥১৭॥

আত্মগুণেসম্পন্ন, নীতিজ্ঞ ৰজাই ক্ষুদ্ৰ ৰাজ্যৰ অধিপতি হৈও প্ৰকৃতিৰ বিশিষ্ট গুণবোৰৰ সহযোগত সমগ্ৰ পৃথিৱীকে জয় কৰে, কেতিয়াও পৰাজয় স্বীকাৰ নকৰে॥১৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "মণ্ডলযোনি" নামৰ ষষ্ঠ অধিকৰণৰ অন্তৰ্গত "প্ৰকৃতি-সম্পদ" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ৯৭তম) অধ্যায় সমাপ্ত।

# দ্বিতীয় অধ্যায়

## ১৭তম প্ৰকৰণ : শান্তি আৰু উদ্যম-সম্বন্ধীয়

শান্তি আৰু উদ্যম যোগক্ষেমৰ (নোপোৱা বস্তু লাভ কৰাই যোগ আৰু পোৱা বস্তু সংৰক্ষণ কৰাই ক্ষেম) মূল কাৰণ॥১॥ আৰম্ভ কৰা কাৰ্য যিটোৱে সুসম্পন্ন কৰে সেয়ে উদ্যম॥২॥ কামৰ ফল উপভোগ কৰাত যিটোৱে নিৰাপত্তা আনি দিয়ে সেয়ে শান্তি॥৩॥

শান্তি আৰু উদ্যমৰ কাৰণ ষাড়্গুণ্য (সন্ধি, বিগ্ৰহ, যান, আসন, সংশ্ৰয় আৰু দ্বৈধীভাব—এই ছটা নীতি)॥৪॥ ষাড়গুণ্যৰ ফল তিনিটা—অৱনতি, স্থিতাৱস্থা আৰু উন্নতি॥৫॥

সুনীতি আৰু দুনীতি মানুহৰ কৰ্ম, সৌভাগ্য আৰু দুৰ্ভাগ্য দৈৱিক কৰ্ম॥৬॥ কাৰণ মানুহৰ কৰ্ম আৰু দৈৱিক কৰ্মই সংসাৰখন চলাই আছে॥৭॥ নেদেখা শক্তিয়ে যি কাৰ্য কৰে সেয়ে দৈৱিক কৰ্ম॥৮॥ সেই ক্ষেত্ৰত ঈপ্সিত ফল লাভ হ'লে সৌভাগ্য হয় আৰু অনীপ্সিত ফল লাভ হ'লে দুৰ্ভাগ্য হয়॥৯॥ দৃষ্ট কৰ্তাই কৰা কামেই মানুহৰ কৰ্ম॥১০॥ এই ক্ষেত্ৰত, যোগক্ষেম লাভ হ'লে সুনীতি হয়, তাৰ বিনাশ ঘটিলে দুনীতি হয়॥১১॥ মানুহৰ কৰ্ম কৰোঁতে চিন্তা কৰি কৰিব পাৰি, দৈৱিক কৰ্ম অচিন্তনীয়॥১২॥

আত্মগুণসম্পন্ন, অমাত্য আদি দ্ৰব্য-প্ৰকৃতিৰ গুণসম্পন্ন আৰু নীতিৰ আধাৰ স্বৰূপ ৰজাই বিজিগীষু (বিজয়ী চক্ৰৱৰ্তী ৰজা হোৱাৰ যোগ্য)॥১৩॥ তেওঁৰ ৰাজ্যৰ গাতে লাগি চাৰিওফাল আগুৰি থকা ৰাজ্যৰ অধিপতি ৰজাক অৰিপ্ৰকৃতি বোলা হয়॥১৪॥ সেইদৰে এখন ৰাজ্য মাজত ব্যৱধান থকা ৰাজ্যখনৰ অধিপতিক মিত্ৰপ্ৰকৃতি বোলা হয়॥১৫॥

সামন্ত ৰজাও যদি শত্ৰুগুণসম্পন্ন হয়, তেওঁ শত্ৰু বুলি গণ্য হ'ব; শত্ৰু বিপদগ্ৰস্ত হ'লে (অথবা ব্যসনত আসক্ত হ'লে) তেওঁৰ বিৰুদ্ধে আক্ৰমণ চলাব; শত্ৰু যদি (দুৰ্গ-মিত্ৰ আদি) আশ্ৰয়হীন হয়, অথবা তেওঁৰ আশ্ৰয় দুৰ্বল হয়, তেওঁক নিৰ্মূল কৰিব লাগে; ইয়াৰ ওলোটা হ'লে (অৰ্থাৎ শক্তিশালী মিত্ৰ বা দুৰ্গ আদি আশ্ৰয় থাকিলে) তেওঁক উৎপীড়ন কৰিব লাগে, নাইবা দুৰ্বল কৰিব লাগে॥১৬॥ এইবোৰ শত্ৰুৰ প্ৰকাৰভেদ॥১৭॥

(শত্ৰুৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰা) বিজিগীষুৰ সন্মুখৰ ফালে ৰাজ্যৰ সান্নিধ্য অনুসৰি, শত্ৰুৰ পিছত মিত্ৰ, অৰিমিত্ৰ, মিত্ৰমিত্ৰ আৰু অৰিমিত্ৰমিত্ৰৰ (শত্ৰুৰ মিত্ৰৰ মিত্ৰ) ৰাজ্য; (অব্যৱহিত) পিছত থাকিব পাৰ্ষ্ণিগ্ৰাহ (পিছফালৰ শত্ৰু), (পাৰ্ষ্ণিগ্ৰাহৰ ৰাজ্যৰ অব্যৱহিত পিছত) আক্ৰন্দ (পিছফালৰ মিত্ৰ), (তেওঁৰ অব্যৱহিত পিছত) পাৰ্ষ্ণিগ্ৰাহাসাৰ (পিছৰ শত্ৰুৰ মিত্ৰ) আৰু (তেওঁৰ অব্যৱহিত পিছত) আক্ৰন্দাসাৰ (পিছৰ মিত্ৰৰ মিত্ৰ)॥১৮॥

বিজিগীষুৰ ৰাজ্যৰ সীমাত মাজত কোনো ব্যৱধান নোহোৱাকৈ যাৰ ৰাজ্য থাকে তেওঁ স্বভাৱ-শত্ৰু; একে বংশত জন্মা শত্ৰু সহজ শত্ৰু, যাৰ লগত বিৰোধিতা কৰা হৈছে বা যি নিজে বিৰোধিতা কৰিছে, তেওঁ কৃত্ৰিম (কাৰ্যৰ দ্বাৰা হোৱা) শত্ৰু॥১৯॥

মাজত এখন ৰাজ্যৰ ব্যৱধান থকাজন স্বভাৱ-মিত্ৰ, পিতৃ-মাতৃৰ লগত সম্বন্ধ থকাজন সহজ-মিত্ৰ আৰু অৰ্থ বা জীৱনৰ কাৰণে আশ্ৰয় লোৱাজন কৃত্ৰিম-মিত্ৰ॥২০॥

অৰি আৰু বিজিগীষুৰ ৰাজ্যৰ একেব্যাৰে ওচৰতে যাৰ ৰাজ্য অৱস্থিত, যি অৰি আৰু বিজিগীষুক একতাবদ্ধ বা পৃথক হোৱা অৱস্থাত সহায় কৰিব পাৰে আৰু উভয়ে পৃথক পৃথক হ'লে উভয়কে দমন কৰিব পাৰে তেওঁক মধ্যম বোলে॥২১॥

যিজন অৰি, বিজিগীষু আৰু মধ্যমৰ পৰিধিৰ বাহিৰত আৰু তেওঁলোকৰ প্ৰকৃতিবোৰতকৈ বেছি শক্তিশালী, একতাবদ্ধ বা পৃথক হোৱা—উভয় অৱস্থাতে এই তিনিও শক্তিক সহায় কৰিব পাৰে আৰু তেওঁলোক পৰস্পৰ পৃথক পৃথক হ'লে তেওঁলোকক দমন কৰিব পাৰে, তেওঁক উদাসীন বোলে॥২২॥

এইবোৰ (ৰাজমণ্ডলৰ) প্ৰকৃতি (অৱয়ৱ)॥২৩॥

অথবা, বিজিগীষু, মিত্ৰ আৰু মিত্ৰমিত্ৰ—এই তিনিটা ইয়াৰ প্ৰকৃতি॥২৪॥ এইবোৰৰ প্ৰত্যেকটো, মন্ত্ৰী, ৰাজ্য, দুৰ্গ, কোষ আৰু সৈন্য—এই পাঁচটা প্ৰকৃতিৰ লগত সংযুক্ত হৈ অষ্টাদশ অৱয়ৱযুক্ত ৰাজমণ্ডল গঠিত কৰে॥২৫॥ ইয়াৰ দ্বাৰা অৰি, মধ্যম আৰু উদাসীন—এই ৰজাসকলৰ প্ৰত্যেকৰে পৃথক ৰাজমণ্ডলৰ কথাও বুজোৱা হৈছে॥২৬॥ এইদৰে সৰ্বমুঠ চাৰিটা ৰাজমণ্ডল হয়॥২৭॥

ৰাজ-প্ৰকৃতি বাৰটা (অৰ্থাৎ দ্বাদশ ৰাজমণ্ডলৰ প্ৰত্যেকেই একোটা প্ৰকৃতি বা অৱয়ৱ) আৰু দ্ৰব্য-প্ৰকৃতি ষাঠিটা (অৰ্থাৎ প্ৰত্যেক ৰজাৰে অমাত্য আদি পাঁচোটাকৈ প্ৰকৃতি হ'লে মুঠ ষাঠিটা হয়); সকলোৱে মিলি বাসত্তৰটা প্ৰকৃতি হয়॥২৮॥ এইবোৰৰ প্ৰত্যেকৰে নিজ নিজ বিশিষ্ট গুণ আছে॥২৯॥

(এতিয়া) শক্তি আৰু সিদ্ধিৰ (কথা কোৱা হৈছে)॥৩০॥ শক্তি হৈছে বল (লাভ কৰা)॥৩১॥ সিদ্ধি হৈছে সুখ (লাভ কৰা)॥৩২॥

শক্তি তিনি প্ৰকাৰ; জ্ঞানৰ বলৰ নাম মন্ত্ৰশক্তি, কোষ আৰু সৈন্যৰ বলৰ নাম প্ৰভুশক্তি আৰু বীৰত্বৰ বলৰ নাম উৎসাহশক্তি॥৩৩॥

এইদৰে সিদ্ধিও তিনি প্ৰকাৰ; মন্ত্ৰশক্তিৰ দ্বাৰা যি সিদ্ধি সাধন কৰা যায় তাক মন্ত্ৰসিদ্ধি বোলে; প্ৰভুশক্তিৰ দ্বাৰা যি সিদ্ধি সাধন কৰা যায় তাক প্ৰভুসিদ্ধি বোলে আৰু উৎসাহশক্তিৰ দ্বাৰা যি সিদ্ধি সাধন কৰা যায় তাক উৎসাহসিদ্ধি বোলে॥৩৪॥

এই শক্তিবোৰৰ দ্বাৰা পৰিপূৰ্ণ হ'লে (বিজিগীষু) ৰজাই শ্ৰেষ্ঠত্ব লাভ কৰে, শক্তিবোৰ হ্ৰাস পালে ৰজা নগণ্য হয় আৰু শক্তিবোৰ সমান থাকিলে (অৰ্থাৎ বৰ বেছিও নহয় কমো নহয় একেভাৱে থাকিলে) ৰজা মধ্যম হয়॥৩৫॥ সেই কাৰণে ৰজাই শক্তি আৰু সিদ্ধিৰ দ্বাৰা নিজক সমৃদ্ধ কৰিবলৈ যত্ন কৰিব, অথবা (বিজিগীষু আৰু অৰি) যদি একে গুণবিশিষ্ট হয়, তেনেহ'লে বিজিগীষুৱে সামীপ্য (অৰ্থাৎ প্ৰথমে ওচৰতে পোৱাটোৰ, পিছত তাৰ ওচৰৰটোৰ, যেনে প্ৰথমে অমাত্যৰ), নাইবা সাধুতা অনুসৰি দ্ৰব্য-প্ৰকৃতিবোৰৰ শক্তি আৰু সিদ্ধি বঢ়াবলৈ চেষ্টা কৰিব॥৩৬॥ অথবা ৰাজদ্ৰোহী লোক আৰু শত্ৰুৰ এই শক্তি আৰু সিদ্ধি হ্ৰাস কৰিবলৈ যত্ন কৰিব॥৩৭॥

অথবা, যদি তেওঁ (বিজিগীষুৱে) দেখে মোৰ শত্ৰুৱে শক্তিযুক্ত হৈ কথাৰ আঘাতেৰে, শাৰীৰিক শাস্তি-বিধানৰ কঠোৰতাৰে, নাইবা টকা-পইচা আত্মসাৎ কৰি তেওঁৰ প্ৰজাবিলাকৰ ক্ষতিসাধন কৰিব, নাইবা সিদ্ধি লাভ কৰি মৃগয়া, জুৱা, মদ আৰু তিৰোতাত আসক্ত হৈ (কৰ্তব্য) অৱহেলা কৰিব, তেতিয়া প্ৰজাবৰ্গ অসন্তুষ্ট হোৱা কাৰণে নাইবা নিজে দুৰ্বল আৰু অসাৱধান হোৱা কাৰণে মই তেওঁক অনায়াসে বশীভূত কৰিব পাৰিম; অথবা যুদ্ধত আক্ৰান্ত হৈ সকলো সৈন্য-সামন্ত একত্ৰিত কৰি তেওঁ একে ঠাইতে থাকিব বা দুৰ্গত সোমাব আৰু তেতিয়া এইদৰে তেওঁৰ সৈন্যবাহিনী একে ঠাইতে গোট খোৱা কাৰণে আৰু নিজে মিত্ৰপক্ষ আৰু দুৰ্গৰপৰা বিচ্ছিন্ন হোৱা কাৰণে তেওঁক মই অনায়াসে বশীভূত কৰিব পাৰিম; বলবান

ৰজাই আনকালে মোৰ শত্ৰুক নিৰ্মূল কৰিবলৈ ইচ্ছা কৰিছে; শত্ৰুক নিৰ্মূল কৰি মোকো নিৰ্মূল কৰিব পাৰে' ইয়াকে ভাবি তেওঁ (মোৰ শত্ৰুৰজাই) সেই বলবান ৰজাৰ দ্বাৰা মই আক্ৰান্ত হ'লে মোক সহায় কৰিব বা মোৰ কাৰ্য ব্যৰ্থ হ'লে মোক সহায় কৰিব; নাইবা, মধ্যম ৰজাক পৰাস্ত কৰিবলৈ হলেও শত্ৰুৰ সহায় লাগে—এনেবোৰ আৰু অন্যান্য কাৰণত তেওঁ (বিজিগীষুৱে) শত্ৰুৰো শক্তিবৃদ্ধি আৰু সিদ্ধিলাভ হোৱাটো ইচ্ছা কৰিব পাৰে॥৩৮॥

বাৰজন ৰজাক প্ৰকৃতি (অৱয়ৱ) স্বৰূপে লৈ যি ৰাজমণ্ডল কল্পিত হয় তাৰ নায়কে (বিজিগীষুৱে) এখন ৰাজ্য মাজত ব্যৱধান থকা ৰজাসকলক চক্ৰৰ পৰিধিৰূপে আৰু অব্যৱহিত ৰাজ্যৰ ৰজাসকলক চক্ৰৰ দাণ্ডাৰূপে আৰু নিজক নাভিৰূপে কল্পনা কৰি প্ৰভাৱ বিস্তাৰ কৰিব॥৩৯॥

কাৰণ, বিজিগীষু আৰু মিত্ৰ—এই উভয়ৰ মাজত অৱস্থিত শত্ৰু যদি বলবানো হয় তাক নিৰ্মূল কৰা বা উৎপীড়ন কৰা সহজ হয়॥৪০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "মণ্ডলযোনি" নামৰ ষষ্ঠ অধিকৰণৰ অন্তৰ্গত "শান্তি আৰু উদ্যম-সম্বন্ধীয়" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ৯৮তম) অধ্যায় সমাপ্ত॥

এইখিনিতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ মণ্ডলযোনি নামৰ ষষ্ঠ অধিকৰণ সমাপ্ত হ'ল॥

# সপ্তম অধিকৰণ

## ষাড়্গুণ্য

## প্ৰথম অধ্যায়

### ৯৮তম প্ৰকৰণ : ষাড়গুণ্যৰ (ছদফীয়া বৈদেশিক নীতিৰ) সমুদ্দেশ
### ৯৯তম প্ৰকৰণ : অৱনতি, স্থিতাৱস্থা আৰু উন্নতিৰ অৱস্থাৰ বিধান

ষাড়্গুণ্যৰ আধাৰ হৈছে দ্বাদশ ৰাজমণ্ডল॥১॥

আচাৰ্যসকলে কয়—সন্ধি (শান্তি), বিগ্ৰহ (যুদ্ধ), আসন (নিষ্ক্ৰিয় হৈ বহি থকা), যান (যুদ্ধ-যাত্ৰা), সংশ্ৰয় (আশ্ৰয়গ্ৰহণ) আৰু দ্বৈধীভাব (দুতৰপীয়া নীতি)—এই ছটা নীতিয়ে ষাড়্গুণ্য॥২॥

বাতব্যাধিয়ে কয়—'দ্বৈগুণ্যম্—অৰ্থাৎ নীতি দুটা।'॥৩॥ কাৰণ, সন্ধি আৰু বিগ্ৰহৰপৰাই ষাড়্গুণ্যৰ সৃষ্টি হয়॥৪॥

কৌটিল্যই কয়—'অৱস্থাৰ ভিন্নতাৰ কাৰণে এই নীতি ছটাই'॥৫॥

তাৰ ভিতৰত বিশেষ বিশেষ চৰ্ত সন্নিৱেশ কৰি চুক্তিবন্ধ হোৱাই সন্ধি॥৬॥ (শত্ৰুৰ) অনিষ্ট আচৰণ কৰাই বিগ্ৰহ॥৭॥ (শত্ৰুক) উপেক্ষা কৰাই আসন॥৮॥ শক্তিৰ বৃদ্ধিয়ে যান (অৰ্থাৎ বিজিগীষুৱে, শত্ৰুতকৈ নিজৰ শক্তি অধিক হ'লে শত্ৰুৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিব পাৰে)॥৯॥ আন ৰজাৰ ওচৰত (আশ্ৰয় বিচাৰি) আত্মসমৰ্পণ কৰাই সংশ্ৰয়॥১০॥ এজনৰ লগত সন্ধি আৰু আন এজনৰ সৈতে যুদ্ধ কৰাই দ্বৈধীভাব॥১১॥ এইবোৰেই বৈদেশিক নীতিৰ ছয় প্ৰকাৰ বিধান॥১২॥

শত্ৰুৰ তুলনাত নিজৰ অধিক অৱনতি ঘটিলে সন্ধি কৰিব॥১৩॥ নিজৰ সমৃদ্ধি হলে যুদ্ধ কৰিব॥১৪॥ (যেতিয়া দেখিব যে) 'মোক শত্ৰুৱে বা মই শত্ৰুক আঘাত কৰিবলৈ অসমৰ্থ' তেতিয়া তেওঁ শত্ৰুক উপেক্ষা কৰিব॥১৬॥ নিজৰ শক্তি টুটি আহিলে তেওঁ (শক্তিশালী ৰজাৰ) আশ্ৰয় ল'ব॥১৭॥ কাৰো সহায়ৰ দ্বাৰা কাৰ্য সিদ্ধি হোৱাৰ সম্ভাৱনা থাকিলে তেওঁ দ্বৈধীভাব অৱলম্বন কৰিব (অৰ্থাৎ দুই শত্ৰুপক্ষৰ মাজত একপক্ষৰ লগত সন্ধি কৰি আনপক্ষৰ লগত যুদ্ধ কৰিব)॥১৮॥ এইদৰে ষাড়্গুণ্য নিৰ্ধাৰণ কৰা হ'ল॥১৯॥

এই ছটা নীতিৰ মাজত যিটো অৱলম্বন কৰিলে বিজিগীষুৱে বুজিব পাৰে—'মই এই নীতি অৱলম্বন কৰি দুৰ্গ-নিৰ্মাণ, সেতু-নিৰ্মাণ, বণিকপথ, পতিত মাটি সংস্থাপন, খনি, দ্ৰব্যবন আৰু হস্তিবন-সম্পৰ্কীয় কামবোৰ চলাই থাকিব পাৰিম আৰু শত্ৰুৰ এই কামবোৰত বাধা জন্মাব পাৰিম' তেওঁ সেই নীতিকে অৱলম্বন কৰিব॥২০॥ এইদৰে নীতিৰ আশ্ৰয় লোৱাকে বৃদ্ধি (উন্নতি) বোলে॥ ২১॥ যেতিয়া দেখে—'মোৰ উন্নতি অধিক সোনকালে হব, মোৰ অপেক্ষাকৃত বেছি উন্নতি হব বা মোৰ উত্তৰোত্তৰ বেছি উন্নতি হব আৰু শত্ৰুৰ ইয়াৰ ওলোটাটো হ'ব' তেতিয়া তেওঁ শত্ৰুৰ উন্নতিৰ প্ৰতি উদাসীন হৈ থাকিব পাৰে॥২২॥ শত্ৰু আৰু তেওঁৰ উন্নতিৰ ফল একে হ'লে তেওঁ শত্ৰুৰ লগত সন্ধি কৰিব॥২৩॥

যি নীতি অৱলম্বন কৰিলে নিজৰ কাৰ্য পণ্ড হয় অথচ শত্ৰুৰ নহয়, সেই নীতিৰ আশ্ৰয় নল'ব॥২৪॥ এনেকুৱা নীতিৰ আশ্ৰয় লোৱাকে ক্ষয় (অৱনতি) বোলে॥২৫॥ যেতিয়া বুজিব—'বহুকাল পিছত, সামান্য পৰিমাণে বা এতিয়া অৱনতি হ'লেও পিছত উত্তৰোত্তৰ উন্নতি হ'ব

আৰু শত্ৰুৰ ইয়াৰ বিপৰীত হ'ব, তেন্তেও নিজৰ অৱনতিৰ প্ৰতি উদাসীন থাকিব পাৰে॥২৬॥ অথবা, শত্ৰু আৰু তেওঁৰ অৱনতি যদি সমান সময় ব্যাপি থাকে বা একে ধৰণৰ ফল হয়, তেতিয়া তেওঁ সন্ধি কৰিব॥২৭॥

যি নীতিৰ আশ্ৰয় ললে নিজৰ কাৰ্যৰ উন্নতি বা অৱনতি নেদেখে সিয়ে স্থান (স্থিতাৱস্থা) সৃষ্টি কৰে॥২৮॥ 'মই স্থিতাৱস্থাত কম সময় থাকিম বা এনেভাৱে থাকিম যে পিছত মোৰ অধিক উন্নতি হ'ব আৰু শত্ৰুৰ ইয়াৰ বিপৰীত হ'ব'—এই কথা উপলব্ধি কৰিলে তেওঁ স্থিতাৱস্থাৰ প্ৰতি উদাসীন হ'ব পাৰে॥২৯॥ আচাৰ্যসকলে কয়—'(শত্ৰু আৰু বিজিগীষুৰ) স্থিতাৱস্থা যদি সমান সময় ব্যাপি থাকে বা ফলাফল একে হয়, বিজিগীষুৱে সন্ধি কৰিব।'॥৩০॥ কৌটিল্যই কয়—'এই কথা অযৌক্তিক নহয়।'॥৩১॥

অথবা, যদি তেওঁ দেখে—'সন্ধি স্থাপন কৰি মোৰ কাৰ্যৰ বিপুল সাফল্যৰ দ্বাৰা শত্ৰুৰ কাৰ্যৰ ক্ষতিসাধন কৰিব পাৰিম, মোৰ কাৰ্যৰ প্ৰচুৰ ফল উপভোগ কৰিব পাৰিম, শত্ৰুৰ কাৰ্যৰ ফলো উপভোগ কৰিব পাৰিম; অথবা, সন্ধি স্থাপনৰ দ্বাৰা শত্ৰুৰ মনত বিশ্বাস জন্মাই গোপন ব্যৱস্থা আৰু গুপ্তচৰৰ যোগেদি শত্ৰুৰ কাৰ্য পণ্ড কৰি দিম; অথবা শত্ৰুৰ কাৰ্য সাধন কৰিব পৰা লোকক মোৰ নিজৰ কাৰ্যৰপৰা অধিক ফললাভৰ (প্ৰলোভনৰ) দ্বাৰা আৰু পুৰস্কাৰ আৰু (কৰ আদিৰ) ৰেহাইৰ সুবিধা আগবঢ়াই সহজে ফুচুলাই আনিম; অথবা অতি শক্তিশালী ৰজাৰে সৈতে সন্ধিবন্ধ হোৱাৰ ফলত শত্ৰুৰ কাৰ্যসমূহ বিনষ্ট হ'ব; অথবা, শত্ৰুৱে যি ৰজাৰ লগত যুদ্ধ কৰি মোৰ লগত সন্ধিবন্ধ হৈছে, সেই ৰজাৰে সৈতে তেওঁৰ যুদ্ধ দীঘলীয়া কৰিম; অথবা, যি মোৰ লগত সন্ধিবন্ধ হৈছে অথচ মোৰ শত্ৰু তেনে ৰজাৰ দেশত তেওঁ উৎপীড়ন চলাব; অথবা, শত্ৰুৰ দ্বাৰা বিধ্বস্ত হোৱা তেওঁৰ দেশ মোৰ হস্তগত হ'ব আৰু ফলস্বৰূপে মোৰ কাৰ্যসমূহৰ উন্নতি হ'ব; অথবা, কাৰ্যসমূহ বিপৎগ্ৰস্ত হোৱাত শত্ৰু সঙ্কটৰ সন্মুখীন হ'ব আৰু মোৰ কাৰ্যত বাধা নিদিব; অথবা, আন ঠাইত (শত্ৰুৰ ৰাজ্যৰপৰা অতিৰিক্ত, আন কোনো ৰজাৰ ৰাজ্যৰ ওচৰত) মোৰ কাৰ্য আৰম্ভ কৰি (শত্ৰু আৰু সেই ৰজা) দুয়োৰে লগত সন্ধিবন্ধ হৈ কাৰ্যৰ উন্নতি সাধিম; অথবা, শত্ৰুৰ লগত সন্ধি কৰি তেওঁৰ প্ৰতি অনুৰক্ত ৰজাসমূহৰ তেওঁৰে সৈতে ভেদ সৃষ্টি কৰি (পিছত) সেইসকলক মই হাত কৰিম; অথবা, শত্ৰুৱে যেতিয়া ৰাজ-মণ্ডলক দমন কৰিবলৈ ইচ্ছা কৰিব, তেতিয়া মই সৈন্যৰ সাহায্য আগবঢ়াই তেওঁক অনুগৃহীত কৰি ৰাজ-মণ্ডলৰ লগত তেওঁৰ বিদ্বেষ সৃষ্টি কৰিম আৰু (এইদৰে) বিদ্বেষৰ সন্মুখীন হোৱা তেওঁক সেই ৰাজ-মণ্ডলৰ দ্বাৰাই বিনষ্ট কৰাম', তেতিয়া তেওঁ সন্ধিৰ দ্বাৰা নিজৰ সমৃদ্ধি সাধনৰ চেষ্টা কৰিব॥৩২॥

অথবা, যদি তেওঁ এনেকুৱা দেখে—'ক্ষত্ৰিয় জাতি বা সঙ্ঘবদ্ধ সৈনিকসকলৰ দ্বাৰা জনপূৰ্ণ, মাইমা গিৰিদুৰ্গ, বনদুৰ্গ বা নদীদুৰ্গ যাৰ একমাত্ৰ সুৰক্ষিত দ্বাৰ তেনেকুৱা মোৰ দেশে শত্ৰুৰ আক্ৰমণ ওলোটাই পঠিয়াবলৈ সক্ষম হ'ব; অথবা, দেশৰ সীমান্তৰ কোনো ঠাইত থকা দুৰ্ভেদ্য দুৰ্গত আশ্ৰয় লৈ মই শত্ৰুৰ কাৰ্য ব্যৰ্থ কৰি দিব পাৰিম; অথবা, কোনো দুৰ্যোগৰ দ্বাৰা নিপীড়িত হৈ নিৰুৎসাহ হোৱা শত্ৰুৰ কাৰ্যসমূহ নষ্ট হৈ যোৱাৰ সময় উপস্থিত হৈছে; অথবা, তেওঁ যেতিয়া আনকালে সংগ্ৰামত লিপ্ত থাকিব, সেই সময়ত মই তেওঁৰ দেশৰ লোকবোৰক ফুচুলাই মোৰ দেশলৈ ভগাই আনিব পাৰিম', তেতিয়া তেওঁ যুদ্ধৰ আশ্ৰয় লৈ নিজৰ সমৃদ্ধি বৃদ্ধি কৰিব॥৩৩॥

যদি তেওঁ ভাবে—'শত্ৰুৱে মোৰ কাৰ্য নষ্ট কৰিব নোৱাৰে, মই শত্ৰুৰ কাৰ্য নষ্ট কৰিব

নোৱাৰোঁ; অথবা, শত্ৰু বিপদগ্ৰস্ত হৈছে বা কুকুৰ আৰু গাহৰিৰ দৰে (জীৱন-মৰণ) সংগ্ৰামত লিপ্ত হৈছে, (গতিকে এই সুবিধাতে) মই নিজৰ কাৰ্য অনুষ্ঠান কৰি উন্নতি কৰিব পাৰিম', তেতিয়া তেওঁ আসন অৱলম্বন কৰিব॥৩৪॥

অথবা, যদি ভাবে—'যুদ্ধ-যাত্ৰা কৰি মই শত্ৰুৰ কাৰ্যসমূহ নষ্ট কৰিব পাৰোঁ আৰু মোৰ কাৰ্যসমূহ ৰক্ষা কৰাৰ ব্যৱস্থা কৰা হৈছে', তেওঁ যুদ্ধ-যাত্ৰা কৰিব॥৩৫॥

অথবা, যদি ভাবে—'শত্ৰুৰ কাৰ্যসমূহ নষ্ট কৰিবলৈ মই অসমৰ্থ নাইবা নিজৰ কাৰ্য-সমূহকো ধ্বংসৰ হাতৰপৰা ৰক্ষা কৰিব নোৱাৰোঁ', তেওঁ কোনো শক্তিশালী ৰজাৰ আশ্ৰয় লৈ নিজ কাৰ্যসমূহৰ অনুষ্ঠান কৰি অৱনতিৰপৰা স্থিৰ অৱস্থা আৰু স্থিৰ অৱস্থাৰপৰা উন্নত অৱস্থা লাভ কৰিবলৈ অভিলাষী হ'ব॥৩৬॥

অথবা, যদি ভাবে—'এফালে (এজনৰ লগত) সন্ধি কৰি নিজৰ কাৰ্যসমূহ চলাই যাম আৰু আনফালে (আন এজনৰ বিৰুদ্ধে) যুদ্ধ কৰি শত্ৰুৰ কাৰ্যসমূহ নষ্ট কৰিম'—তেতিয়া তেওঁ দ্বৈধীভাৱ অৱলম্বন কৰি আগবাঢ়ি যাবলৈ চেষ্টা কৰিব॥৩৭॥

এইদৰে দ্বাদশ ৰাজ-মণ্ডলৰ ভিতৰত অৱস্থিত (বিজিগীষু) ৰজাই
এই ছটা নীতিৰ ব্যৱস্থা কৰি নিজ কাৰ্যত অৱনতিৰপৰা স্থিৰ অৱস্থা
আৰু স্থিৰ অৱস্থাৰপৰা উন্নত অৱস্থা লাভ কৰিবলৈ বিচাৰিব॥৩৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "ষাড়্‌গুণ্যৰ সমুদ্দেশ আৰু অৱনতি, স্থিতাৱস্থা আৰু উন্নতিৰ অৱস্থাৰ বিধান" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ৯৯তম) অধ্যায় সমাপ্ত॥

# দ্বিতীয় অধ্যায়

## ১০০তম প্ৰকৰণ : আশ্ৰয় বিচৰাজনৰ প্ৰতি ব্যৱহাৰ

যদি শান্তি আৰু যুদ্ধ—দুয়োক্ষেত্ৰতে সমানে উন্নতি লাভ হয় তেনেহ'লে শান্তিৰ আশ্ৰয় লব॥১॥ কাৰণ, যুদ্ধ কৰিলে প্ৰাণীক্ষয়, খৰচ, প্ৰবাস (দেশৰপৰা আঁতৰি থকা) আৰু (নানা) বিপদ-বিঘিনি হয়॥২॥ ইয়াৰ দ্বাৰা আসন আৰু যানৰ ভিতৰত (সমান উন্নতিৰ ক্ষেত্ৰত) যে আসনৰ আশ্ৰয় লব লাগে—এই কথাও বুজোৱা হ'ল॥৩॥

দ্বৈধীভাৱ আৰু সংশ্ৰয়ৰ ভিতৰত (সমান উন্নতিৰ ক্ষেত্ৰত) দ্বৈধীভাৱৰ আশ্ৰয় লব লাগে॥৪॥ কাৰণ, দ্বৈধীভাৱ গ্ৰহণ কৰিলে নিজৰ কাৰ্যক প্ৰাধান্য দিয়া হয় আৰু তাৰ দ্বাৰা নিজৰ উপকাৰ সাধন কৰা হয়; সংশ্ৰয়ত আনৰ উপকাৰ কৰা হয়, নিজৰ নহয়॥৫॥

সীমান্তৱৰ্তী ৰাজ্যৰ (শত্ৰু) ৰজাতকৈ অধিক শক্তিশালী ৰজাৰ আশ্ৰয় গ্ৰহণ কৰিব॥৬॥ তেওঁতকৈ (শত্ৰু ৰজাতকৈ) অধিক শক্তিশালী ৰজা বিচাৰি নাপালে তেওঁকেই (সামন্ত শত্ৰুকে) আশ্ৰয় কৰিব আৰু তেওঁৰ চকুৰ আঁতৰত থাকি ধন-বিত্ত, সৈন্য আৰু ভূমি—এই তিনিটাৰ যি কোনো এটা দি তেওঁৰ উপকাৰ সাধিবলৈ যত্নবান হব॥৭॥ শত্ৰুৰ লগত যুদ্ধৰত হোৱাত বাহিৰে আন সময়ত অধিক বলশালী ৰজাৰ আশ্ৰয় গ্ৰহণ কৰাটো ৰজাৰ পক্ষে বৰ অনিষ্ট-কৰ কথা॥৮॥

যদি এই কাম সম্ভৱপৰ নহয় (অৰ্থাৎ সামন্ত শত্ৰু-ৰজাই ধন-বিত্ত, সৈন্য আদি গ্ৰহণ নকৰে), তেওঁ সসৈন্যে তেওঁৰ ওচৰত আত্মসমৰ্পণ কৰা যেন দেখুৱাব॥৯॥ যেতিয়া দেখিব

যে শত্ৰু কোনো মাবাত্মক ৰোগৰ দ্বাৰা আক্ৰান্ত হৈছে, আভ্যন্তৰীণ বিদ্ৰোহৰ সম্মুখীন হৈছে, তেওঁৰ (শত্ৰুৰ) শত্ৰুৰ (শক্তি) বৃদ্ধি হৈছে বা মিত্ৰৰ বিপদ উপস্থিত হৈছে আৰু সেই কাৰণে নিজৰ সমৃদ্ধি হব পাৰে বুলি ভাবে, তেতিয়া কোনো সন্তৰণৰ ৰোগৰ বা ধৰ্মকাৰ্য সম্পাদনৰ অজুহাত দেখুৱাই আঁতৰি যাব॥১০॥ অথবা, যদি তেওঁ (সেই সময়ত) নিজৰ ৰাজ্যত থাকে, তেতিয়া শত্ৰুৰ ওচৰলৈ নাযাব॥১১॥ অথবা, যদি তেওঁ শত্ৰুৰ ওচৰতে থাকে তেওঁৰ ছিদ্ৰ চাই আঘাত কৰিব॥১২॥

দুজন প্ৰবলতৰ ৰজাৰ মাজত পৰিলে, যি তেওঁক ৰক্ষা কৰিব পাৰে, তেওঁ সেইজনৰ আশ্ৰয় ল'ব বা তেওঁ যাৰ দুৰ্বল প্ৰতিবেশী ৰজা তেওঁৰ আশ্ৰয় লব, অথবা দুয়োজনৰে আশ্ৰয় ল'ব॥১৩॥ দুয়োজনৰ প্ৰত্যেককে পৈতৃক সম্পত্তি (ৰাজ্য আদি) গ্ৰাস কৰিবলৈ ষড়যন্ত্ৰ কৰা বুলি মিছাকৈ লগাই নিজে কপাল-সন্ধিৰ[১] (৭।৩।৩০) আশ্ৰয় ল'ব॥১৪॥ অথবা, ইজনৰ আগত সিজনৰ বিৰুদ্ধে লগাই পৰস্পৰ ভেদ সৃষ্টি কৰিব আৰু দুয়োৰে পৰস্পৰ বিৰোধ ঘটিলে গোপন দণ্ড-বিধানৰ ব্যৱস্থা কৰিব॥১৫॥

অথবা, দুই বলবান ৰজাৰ কাষত থাকিলে, তেওঁ আসন্ন বিপদৰ বিৰুদ্ধে প্ৰতিকাৰৰ ব্যৱস্থা ল'ব॥১৬॥ অথবা, দুৰ্গত থাকি দ্বৈধীভাৱ অবলম্বন কৰিব॥১৭॥ অথবা, তেওঁ সন্ধি আৰু বিগ্ৰহৰ আশ্ৰয় লোৱাৰ যি কাৰণ সেই অনুসৰি কাম কৰিব॥১৮॥ উভয় পক্ষৰে, (বিৰুদ্ধে মূৰ দাঙি উঠা) ৰাজদ্ৰোহী কৰ্মচাৰী, শত্ৰু আৰু অৰণ্যৰ চৰাবসকলৰ প্ৰতি অনুগ্ৰহ দেখুৱাব॥১৯॥ এই দুজনৰ এজনৰ লগ হৈ আনজনৰ বিপদত এইসকলৰ (ৰাজ-দ্ৰোহী কৰ্মচাৰী প্ৰভৃতিৰ) সহায়তে আক্ৰমণ কৰিব॥২০॥

অথবা, দুয়োজনে যদি তেওঁক হেঁচি ধৰে, তেতিয়া তেওঁ ৰাজ-মণ্ডলৰ আশ্ৰয় ল'ব নাইবা মধ্যম বা উদাসীন ৰজাৰ আশ্ৰয় ল'ব॥২১॥ তেওঁৰে সৈতে এজনক সমৰ্থন কৰি আনজনক নিৰ্মূল কৰিব, অথবা দুয়োজনকে নিৰ্মূল কৰিব॥২২॥

অথবা, যদি তেওঁ দুয়োজনৰ দ্বাৰাই আক্ৰান্ত হয়, তেতিয়া তেওঁ মধ্যম আৰু উদাসীন ৰজাৰ নাইবা তেওঁলোকৰ সমৰ্থনকাৰীসকলৰ মাজৰ কোনো ন্যায়পৰায়ণ ৰজাৰ আশ্ৰয় গ্ৰহণ কৰিব॥২৩॥ সমানে ন্যায়পৰায়ণসকলৰ মাজত, যাৰ প্ৰজাবৰ্গই তেওঁক সুখী কৰিব পাৰে, যাৰ লগত থাকি তেওঁ নিজক উদ্ধাৰ কৰিব পাৰিব, যাৰ ওচৰলৈ তেওঁৰ পূৰ্বপুৰুষসকলো অহা-যোৱা কৰিছিল, যাৰ লগত তেওঁৰ ওচৰ সম্বন্ধ আছে বা যাৰ ওচৰলৈ গ'লে তেওঁ বহুসংখ্যক বা শক্তিশালী মিত্ৰ লাভ কৰিব পাৰে, তেনেজনৰ আশ্ৰয় গ্ৰহণ কৰিব॥২৪॥

> তেওঁ যাৰ প্ৰিয় বা যি তেওঁৰ প্ৰিয়—এই দুজনৰ কোনজনৰ আশ্ৰয়
> লব? (ইয়াৰ উত্তৰ হৈছে) তেওঁ যাৰ প্ৰিয় সেইজনৰে আশ্ৰয় গ্ৰহণ কৰিব;
> আশ্ৰয় গ্ৰহণৰ এইটোৱে উৎকৃষ্ট পন্থা॥২৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত 'আশ্ৰয় বিচাৰজনৰ প্ৰতি ব্যৱহাৰ' নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ১০০তম) অধ্যায় সমাপ্ত॥

---

[১] কপাল-সন্ধি : কপাল শব্দৰ অৰ্থ মাটিৰ পাত্ৰৰ খোলা। কপালসন্ধিৰ অৰ্থ হৈছে দুৰ্বল ৰজাই নিজৰ সকলো যোজনা-উদ্যোগৰ ব্যৰ্থতাৰ কাৰণে নিঃস্ব হোৱাৰ অৰ্থাৎ লাও-খোলা ল'ব লগীয়া হোৱাৰ অজুহাত দেখুৱাই অৰ্থপ্ৰদানৰপৰা অব্যাহতি বিচাৰি কৰা সন্ধি। অত্যধিক অৰ্থ দিব লগীয়া হোৱাত নিজে ভিকাৰ জুলি লগীয়া হোৱা অৰ্থতো কপাল-সন্ধি হয়।

# তৃতীয় অধ্যায়

## ১০১তম প্ৰকৰণ : সমবল, হীনবল আৰু শ্ৰেষ্ঠবল ৰজাৰ অনুসৃত নীতি
## ১০২তম প্ৰকৰণ : দুৰ্বল ৰজাৰ সন্ধি

বিজিগীষুৱে নিজৰ ক্ষমতাৰে চাই ষাড়্‌গুণ্যৰ প্ৰয়োগ কৰিব॥১॥ সমান আৰু অধিক শক্তিশালীৰ লগত সন্ধি কৰিব আৰু দুৰ্বলৰ লগত যুদ্ধ কৰিব॥২॥ কাৰণ, অধিক শক্তিশালীৰ লগত যুদ্ধ কৰিবলৈ গ'লে মাটিত থাকি হাতীৰে সৈতে যুদ্ধ কৰিবলৈ যোৱাৰ দৰে হ'ব॥৩॥ সমানৰ লগত যুদ্ধ কৰিবলৈ গ'লে এটা এৰা টেকেলি আন এটা এৰা টেকেলিৰে খুন্দা খোৱাৰ দৰে দুয়ো পক্ষৰে ক্ষতি হ'ব॥৪॥ দুৰ্বলৰ লগত যুদ্ধ কৰিলে এটা শিলে মাটিৰ কলহৰ লগত সংঘৰ্ষলৈ অহাৰ দৰে সম্পূৰ্ণ কৃতকাৰ্যতা লাভ কৰে॥৫॥

অধিক বলবান ৰজা যদি সন্ধিৰ প্ৰস্তাৱত মান্তি নহয়, তেতিয়া বিজিগীষুৱে সসৈন্যে আত্মসমৰ্পণ কৰা ৰজাৰ দৰে (৭।১৫।২১) আচৰণ কৰিব, অথবা দুৰ্বল ৰজাৰ কাৰণে নিৰ্দিষ্ট ব্যৱস্থা (১২শ অধিকৰণ) গ্ৰহণ কৰিব॥৬॥

সমান বলশালী ৰজা যদি সন্ধিৰ প্ৰস্তাৱত মান্তি নহয়, বিজিগীষুৰ প্ৰতি তেওঁ যিমান অন্যায় আচৰণ কৰিব, বিজিগীষুৱেও সেই পৰিমাণে তেওঁৰ অন্যায় কৰিব॥৭॥ কাৰণ, উত্তাপেই সন্ধিৰ (জোৰা লগাৰ) কাৰণ॥৮॥ লো তপত নহলে লোৰে সৈতে জোৰা নালাগে॥৯॥

দুৰ্বল ৰজাই যদি সকলো ক্ষেত্ৰতে সেও হৈ থাকে, বিজিগীষুৱে তেওঁৰ লগত সন্ধি কৰিব পাৰে॥১০॥ কাৰণ, বনপোৰা জুইৰ দৰে দুখ আৰু ক্ৰোধৰপৰা ওপজা শক্তিয়ে মানুহক বীৰৰ দেখুওৱাত প্ৰবৃত্ত কৰে॥১১॥ তেওঁ ৰাজ-মণ্ডলৰো অনুগ্ৰহৰ পাত্ৰ হয়॥১২॥

বিজিগীষুৱে (শত্ৰু ৰজাৰ লগত) সন্ধি কৰি থকা অৱস্থাত যদি দেখে—'শত্ৰুৰ প্ৰজাবৰ্গ লোভী, দৰিদ্ৰ বা বিতুষ্ট হৈছে আৰু আকৌ ধৰি নিয়াৰ ভয়ত মোৰ (বিজিগীষুৰ) পক্ষ লোৱা নাই' তেতিয়া দুৰ্বল হলেও তেওঁ যুদ্ধ কৰিব॥১৩॥

বিজিগীষুৱে (শত্ৰু-ৰজাৰ লগত) যুদ্ধৰত অৱস্থাত যদি দেখে—'শত্ৰুৰ প্ৰজাবৰ্গ লোভী, দৰিদ্ৰ বা বিতুষ্ট হৈও যুদ্ধৰ বিভীষিকাৰ কাৰণে মোৰ পক্ষ লোৱা নাই' তেতিয়া তেওঁ অধিক শক্তিশালী হলেও সন্ধি কৰিব অথবা যুদ্ধৰ বিভীষিকা দূৰ কৰিব॥১৪॥

বিজিগীষু আৰু শত্ৰু দুয়ো যদি একে সময়তে বিপদগ্ৰস্ত হয় আৰু 'মোৰ বিপদ গুৰু আৰু শত্ৰুৰ বিপদ লঘু আৰু সেই কাৰণে তেওঁ হেলাৰঙে সেই বিপদ অতিক্ৰম কৰি মোক আক্ৰমণ কৰিব পাৰে'—বিজিগীষুৱে যদি এইদৰে ভাবে, তেওঁ অধিক বলবান হলেও সন্ধি কৰিব॥১৫॥

সন্ধি বা যুদ্ধ কৰি যদি শত্ৰুৰ ক্ষয় [illegible] নিজৰ সমৃদ্ধিৰ সম্ভাৱনা নেদেখে অধিক বলবান হলেও (বিজিগীষুৱে) আসন অৱলম্বন কৰিব॥১৬॥

শত্ৰুৰ বিপদ যদি প্ৰতিকাৰৰ অতীত হয়, দুৰ্বল হলেও (বিজিগীষুৱে) যুদ্ধ-যাত্ৰা কৰিব॥১৭॥

যাৰ বিপদ প্ৰতিকাৰৰ অতীত আৰু আসন্ন তেনে বিজিগীষুৱে অধিক বলবান হলেও (আন ৰজাৰ) আশ্ৰয় গ্ৰহণ কৰিব॥১৮॥

যদি তেওঁ এজনৰ লগত সন্ধি কৰি আৰু আন এজনৰ লগত যুদ্ধ কৰি নিজৰ কাৰ্য-

সন্ধিৰ সম্ভাৱনা লক্ষ্য কৰে, তেতিয়া অধিক বলবান হলেও দ্বৈধীভাৱ অৱলম্বন কৰিব॥১৯॥

সমান শক্তিসম্পন্ন ৰজায়ো এই একেই প্ৰকাৰে ষাড্‌গুণ্যৰ প্ৰয়োগ কৰিব লাগিব॥২০॥

এই সম্পৰ্কে (ষাড্‌গুণ্যৰ প্ৰয়োগ সম্পৰ্কে) কেইটামান বিশেষ বিশেষ কথা হৈছে—॥২১॥

বলবান ৰজাই সৈন্যদল আগবঢ়াই দি দুৰ্বল ৰজাক আক্ৰমণ কৰিলে তেওঁ ততালিকে সন্ধিৰ প্ৰস্তাৱ কৰি ৰাজকোষ, সৈন্যবাহিনী আৰু ৰাজ্যৰে সৈতে আত্মসমৰ্পণ কৰিব॥২২॥

তেওঁ নিজেই নিৰ্দিষ্টসংখ্যক সৈন্যেৰে অথবা অধিকসংখ্যক সৈন্যেৰে (বলবান ৰজাৰ) সেৱাত আত্মনিয়োগ কৰিব; এই সন্ধিক আত্মামিষ-সন্ধি (যি সন্ধিত আত্মা বা নিজক আমিষ বা ভক্ষ্যৰূপে অৰ্পণ কৰা হয়) বোলা হয়॥২৩॥

যি সন্ধিমতে সেনাপতি আৰু যুৱৰাজে (বলবান ৰজাৰ) সেৱা কৰিব লাগে, তাৰ নাম পুৰুষান্তৰ-সন্ধি (আন লোকক সমৰ্পণ কৰি হোৱা) বোলা হয়; এই সন্ধিত দুৰ্বল ৰজাই নিজক সমৰ্পণ কৰিব নালাগে, গতিকে ই নিজক ৰক্ষা কৰা সন্ধি॥২৪॥

যি সন্ধিত (শত্ৰুৰজাৰ কাৰ্যসাধনৰ কাৰণে) ৰজা নাইবা তেওঁৰ সেনা-দল অকলে আন ঠাইলৈ যাব লাগে, তাক অদৃষ্টপুৰুষ-সন্ধি (অৰ্থাৎ যি সন্ধিত ৰজা নাইবা তেওঁৰ সেনা শত্ৰুৰ চকুৰ আগত নাথাকে) বোলে; ইয়াত সেনাৰ মুখিয়ালসকল আৰু ৰজা নিজে ৰক্ষা পৰে॥২৫॥

উক্ত প্ৰথম দুই প্ৰকাৰ সন্ধিত দুৰ্বল ৰজাই (দুয়ো পক্ষৰ) মুখ্য লোক-সকলৰ মাজত বৈবাহিক সম্বন্ধ ঘটাব; শেষৰ প্ৰকাৰত তেওঁ শত্ৰুক গোপনে আতৰাব; এই তিনি প্ৰকাৰ সন্ধিকে দণ্ডোপনত-সন্ধি (অৰ্থাৎ দণ্ড সেনাক শত্ৰুৰ ওচৰত সমৰ্পণ কৰা হয়) বোলা হয়॥২৬॥

যি সন্ধিত অৱশিষ্ট অমাত্য আদি প্ৰকৃতিক ৰাজ-কোষৰ বিনিময়ত উদ্ধাৰ কৰি অনা হয় তাক পৰিক্ৰয়-সন্ধি (অৰ্থাৎ মূল্য দি কিনা) বোলে; যেতিয়া দুৰ্বল ৰজাৰ সুবিধা অনুসৰি কেইবা কিস্তিতো ধন দিয়াৰ চুক্তি সম্পাদন কৰা হয়, তেতিয়া সেই সন্ধিক উপগ্ৰহ-সন্ধি (অৰ্থাৎ যি সন্ধিত কিস্তিৰ সুবিধা দি দুৰ্বল ৰজাক সহায় কৰা হয়) বোলা হয়; নিৰ্দিষ্ট সময় আৰু ঠাইত দিব লগীয়া [illegible]॥২৭-২৮॥

যি সন্ধিত অৰ্থৰ বোজা বহন কৰিব পৰা যিবৰ আৰু তাকো ভৱিষ্যৎ কালতহে দিব লগীয়া [illegible] সহনীয় হয়, [illegible] বৈবাহিক সম্বন্ধও ঘটোৱা হয়, (গতিকে) [illegible] (বিজিগীষু আৰু শত্ৰুৰ) মিলন ঘটাব পৰা সেই সন্ধিক [illegible] বোলা হয়॥২৯॥

ইয়াৰ ওলোটা হলে সেই সন্ধিৰ নাম হয় কপাল-সন্ধি; (কোনো, কিছুমানৰ [illegible] ইয়াত [illegible] দিব লাগে যে তেওঁ কপাল অৰ্থাৎ ভিক্ষাৰ [illegible] হয়হেঁতেন, [illegible] কাৰণে এই নাম দিয়া হয়। প্ৰথম দুই প্ৰকাৰ সন্ধিৰ ক্ষেত্ৰত (অৰ্থাৎ পৰিক্ৰয় আৰু

উপগ্ৰহ (সন্ধিত) ৰজাই বনজ সম্পদ অথবা বিষপ্ৰয়োগ কৰা হাতী আৰু ঘোঁৰা দিব লাগে॥৩০॥

তৃতীয় প্ৰকাৰ সন্ধিত (সুৱৰ্ণ-সন্ধিত) (দিব লগীয়া) ধন দি দিব লাগে; চতুৰ্থ প্ৰকাৰ সন্ধিত (কপাল-সন্ধিত) নিজৰ কাৰ্যসমূহৰ অৱনতিৰ কথা কৈ (দিওঁ দিওঁ বুলি) ৰৈ থাকিব; এই কেইটা কোশোপনত-সন্ধি (অৰ্থাৎ অৰ্থ দান কৰি কৰা সন্ধি)॥৩১॥

য'ত ৰাজ্যৰ এক অংশ দান কৰি অমাত্য প্ৰভৃতি অৱশিষ্ট প্ৰকৃতিক ৰক্ষা কৰা হয়, সেই সন্ধিৰ নাম আদিষ্ট-সন্ধি; গুপ্তচৰ আৰু দস্যু নিয়োগ কৰি (শত্ৰুৰ) অন্যায় সাধন কৰিব খুজিলে এই সন্ধি বাঞ্ছনীয়॥৩২॥

ৰাজধানীত বাদে সকলো মূল্যবান বস্তু আঁতৰাই নি কোনো মাটি শত্ৰুক দান কৰি যি সন্ধি কৰা হয় তাৰ নাম উচ্ছিন্ন-সন্ধি (য'ত মাটিৰপৰা মূল্যবান সকলো বস্তু উচ্ছেদ কৰি নিয়া হয়); শত্ৰুৰ বিপদ কামনা কৰিলে এই সন্ধি বাঞ্ছনীয়॥৩৩॥

মাটিৰ ফচল দান কৰি-মাটি ৰক্ষা কৰি যি সন্ধি কৰা হয় তাৰ নাম অৱক্ৰয়-সন্ধি; মাটিৰ ফচল পূৰামাত্ৰাই দান কৰি যি সন্ধি কৰা হয় তাক পৰিদূষণ-সন্ধি (অৰ্থাৎ দুৰ্বল ৰজাৰ কাৰণে বিশেষ অনিষ্টকাৰক) বোলে॥৩৪॥

প্ৰথম দুই প্ৰকাৰ সন্ধিত (আদিষ্ট আৰু উচ্ছিন্ন-সন্ধিত) তেওঁ (শত্ৰুৰ বিপদৰ কাৰণে) বাট চাই থাকিব; পিছৰ দুই প্ৰকাৰত (অৱক্ৰয় আৰু পৰি-দূষণ-সন্ধিত) নিজে মাটিৰ ফচল আদায় কৰি লৈ 'দুৰ্বল ৰজাৰ কাৰণে নিৰ্দিষ্ট ব্যৱস্থা' (১২শ অধিকৰণ) অৱলম্বন কৰিব। এই কেইটা দেশোপনত-সন্ধি (অৰ্থাৎ ৰাজ্যৰ মাটি সমৰ্পণ কৰি কৰা সন্ধি)॥৩৫॥

দুৰ্বল ৰজাই স্থান আৰু কাল অনুসৰি নিজৰ কাৰ্যৰ তাগিদাত 'দুৰ্বল ৰজাৰ কাৰণে নিৰ্দিষ্ট ব্যৱস্থা'ৰূপে এই তিনি প্ৰকাৰ সন্ধিৰ আশ্ৰয় লব॥৩৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "সমবল, হীনবল আৰু শ্ৰেষ্ঠবল ৰজাৰ অনুসৃত নীতি" আৰু "দুৰ্বল ৰজাৰ সন্ধি" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ১০১তম) অধ্যায় সমাপ্ত॥

## চতুৰ্থ অধ্যায়

১০৩তম প্ৰকৰণ : যুদ্ধ কৰি 'আসন' অৱলম্বন
১০৪তম প্ৰকৰণ : সন্ধি কৰি 'আসন' অৱলম্বন
১০৫তম প্ৰকৰণ : যুদ্ধ (ঘোষণা) কৰি যুদ্ধ-যাত্ৰা
১০৬তম প্ৰকৰণ : সন্ধি কৰি যুদ্ধ-যাত্ৰা
১০৭তম প্ৰকৰণ : (আন ৰজাৰে সৈতে) একেলগে যুদ্ধ-যাত্ৰা

সন্ধি আৰু বিগ্ৰহৰ সমৰূত আসন আৰু যুদ্ধ-যাত্ৰা সম্পৰ্কে (এতিয়া) ব্যাখ্যা কৰা হৈছে॥১॥

স্থিতি, আসন আৰু উপেক্ষণ—এই তিনিটা আসনৰ পৰ্যায় শব্দ॥২॥ তথাপি প্ৰভেদ হৈছে—যেতিয়া গুণবোৰ (৬।১।১৫) আংশিকভাৱে থাকে তেতিয়া আসন অৱলম্বন কৰাৰ নাম স্থিতি; নিজৰ সমৃদ্ধিৰ অৰ্থে অৱলম্বন কৰিলে নাম হয় আসন; উপায়বোৰ প্ৰয়োগ নকৰাৰ নাম উপেক্ষণ॥৩॥

যেতিয়া শত্ৰু আৰু বিজিগীষুৱে পৰস্পৰে পৰস্পৰক চেৰ পেলাই যাবলৈ ইচ্ছা কৰি কোনেও কাৰো অপকাৰ কৰিব নোৱাৰে, তেতিয়া যুদ্ধ কৰি বা সন্ধি কৰি আসন অৱলম্বন কৰিব॥৪॥ যেতিয়া তেওঁ ভাবে—'মোৰ নিজৰ, মিত্ৰৰ বা বনচৰসকলৰ সৈন্যবলেৰে মই মোৰ সমকক্ষ বা অধিক বলবান ৰজাক দুৰ্বল কৰিব পাৰিম', তেতিয়া তেওঁ বাহিৰে-ভিতৰে (ৰাষ্ট্ৰ আৰু দুৰ্গত) সতৰ্কতামূলক ব্যৱস্থা অৱলম্বন কৰি যুদ্ধ কৰি আসন অৱলম্বন কৰিব॥৫॥

অথবা, যেতিয়া ভাবে—'মোৰ প্ৰকৃতিবিলাক উৎসাহী, একতাবদ্ধ সমৃদ্ধিশালী আৰু (সেই কাৰণে) নিজৰ নিজৰ কাৰ্য নিৰ্বাধে কৰি যাব পাৰিব অথবা শত্ৰুৰ কাৰ্যসমূহ নষ্ট কৰি দিব পাৰিব', তেতিয়া তেওঁ যুদ্ধ কৰি আসন অৱলম্বন কৰিব॥৬॥

অথবা, যেতিয়া দেখিব—'শত্ৰুৰ প্ৰজাবিলাক বিদ্ৰোহী, নিঃস্ব, লুব্ধ নাইবা (শত্ৰুৰ) নিজৰ সৈন্য দস্যু বা বনচৰহঁতৰ দ্বাৰা উৎপীড়িত (গতিকে) আপোনা-আপুনি বা প্ৰৰোচনাৰ বশীভূত হৈ মোৰ লগ লব; মোৰ ৰাজ্যত জীৱিকাৰ উপায়বোৰ উন্নত অৱস্থাত আছে, শত্ৰুৰ জীৱিকাৰ উপায়বোৰ বাধাগ্ৰস্ত, (গতিকে) তেওঁৰ প্ৰজাবোৰে দুৰ্ভিক্ষৰ তাড়নাত মোৰ ফলীয়া হব; মোৰ জীৱিকাৰ উপায়বোৰ বাধাগ্ৰস্ত, শত্ৰুৰ বোৰ উন্নত অৱস্থাত, মোৰ প্ৰজাবিলাক তেওঁৰ ফলীয়া নহ'ব, যুদ্ধ কৰি তেওঁৰ খেতিৰ ফচল, গৰু-মহ, টকা-কড়ি আনিব পাৰিম; অথবা, শত্ৰুৰ বিবোৰ পণ্য-সামগ্ৰীয়ে মোৰ পণ্য-সামগ্ৰীৰ প্ৰচলনত বাধা দিয়ে সেইবোৰৰ প্ৰচলন মই বন্ধ কৰি দিম; নাইবা শত্ৰু মোৰ লগত যুদ্ধৰত হ'লে তেওঁৰ বাণিজ্য-পথৰপৰা অতি মূল্যবান বস্তুবোৰ মোৰ হাতলৈ আহিব, আনৰ হাতলৈ নাযায়; নাইবা, মোৰ লগত যুদ্ধৰত হ'লে তেওঁ ৰাজদ্ৰোহী, শত্ৰু বা বনচৰসকলক দমন কৰিব নোৱাৰিব বা এইসকলৰ লগতেই যুঁজ কৰিব লগীয়াত পৰিব; অথবা মোৰ মিত্ৰভাবী (৭।৯।৪৩) মিত্ৰৰ বিৰুদ্ধে অভিযান চলাই কম সময়ৰ ভিতৰতে সামান্য সৈন্যক্ষয় আৰু অৰ্থব্যয় কৰি প্ৰচুৰ অৰ্থ লাভ কৰিব, নাইবা সহজে অধিকাৰ কৰিব পৰা উৎকৃষ্ট ভূমি লাভ কৰিব; মোক অৱজ্ঞা কৰি সকলোবোৰ সৈন্য-সামন্ত লৈ অভিযান চলাবলৈ ওলোৱা শত্ৰুক যি কোনো প্ৰকাৰে বাধা দিব পাৰিম', তেতিয়া শত্ৰুৰ উন্নতিত বাধা দিবলৈ আৰু নিজৰ ক্ষমতা প্ৰতিষ্ঠিত কৰিবলৈ যুদ্ধ কৰি আসন অৱলম্বন কৰিব॥৭॥ আচাৰ্যসকলে কয়—'(সকলো সৈন্য-সামন্ত লৈ অভিযান কৰিবলৈ ওলোৱা) শত্ৰুৱে উভতি আহি তেওঁকেই (বিজিগীষুকেই) গ্ৰাস কৰিব পাৰে।'॥৮॥ কৌটিল্যাই কয়—'নোৱাৰে।'॥৯॥ সেই শত্ৰুৱে বিপদগ্ৰস্ত নোহোৱা বিজিগীষুক অলপ দুৰ্বল মাথোন কৰিব পাৰে, কিন্তু সমৃদ্ধিৰ দ্বাৰা পুষ্ট হ'লে তেওঁ বিজিগীষুক নিৰ্মূল কৰিব পাৰে॥১০॥ যদি বিজিগীষুৱে যুদ্ধ কৰি আসন অৱলম্বন কৰে, শত্ৰুৰ দ্বাৰা আক্ৰান্ত হবলৈ ওলোৱা ৰজাই বিনাশৰপৰা ৰক্ষা পাই বিজিগীষুক সাহায্য দান কৰিব পাৰিব॥১১॥ গতিকে সকলো সৈন্য-সামন্ত লৈ অভিযান চলাবলৈ ওলোৱা শত্ৰুৰ বিৰুদ্ধে যুদ্ধ কৰি আসন অৱলম্বন কৰা উচিত॥১২॥

যুদ্ধ কৰি আসন অৱলম্বন কৰাৰ বিবোৰ কাৰণৰ কথা কোৱা হৈছে, তাৰ ওলোটাটো হলে সন্ধি কৰি আসন অৱলম্বন কৰিব॥১৩॥

যুদ্ধ কৰি আসন অৱলম্বন কৰাৰ বিবোৰ কাৰণ সেইবোৰৰ দ্বাৰা যেতিয়া শক্তিশালী হ'ব তেতিয়া তেওঁ যুদ্ধ ঘোষণা কৰি যুদ্ধ-যাত্ৰা কৰিব; অৱশ্যে (শত্ৰুৱে) সকলো সৈন্য-সামন্ত লৈ আগবাঢ়িলে যুদ্ধযাত্ৰা নকৰি আসনকে অৱলম্বন কৰিব॥১৪॥

যেতিয়া দেখিব—'শত্ৰু বিপদৰ সন্মুখীন হৈছে; অথবা তেওঁৰ প্ৰকৃতিবোৰৰ কোনো এটা বিপন্ন হৈছে আৰু বাকীবোৰ প্ৰকৃতিৰ দ্বাৰা সেই বিপদ প্ৰতিকাৰৰ অতীত; তেওঁৰ প্ৰজাবৰ্গ তেওঁৰেই সৈন্যসকলৰ দ্বাৰা নিপীড়িত অথবা তেওঁৰ প্ৰতি বিতুষ্ট হৈ দুৰ্বল আৰু নিৰুৎসাহী হৈ পৰিছে, যাইবা পৰস্পৰৰ মাজত বিভেদৰ সৃষ্টি হৈছে, গতিকে তেওঁবিলাকক ফুচুলাই আনিব পৰা যাব; জুই, বানপানী, বেমাৰ, মাৰি-মৰক বা দুৰ্ভিক্ষৰ কাৰণে তেওঁৰ গাড়ী টনা গৰু-ঘোঁৰা, (কৰ্মী) পুৰুষ, ভঁৰাল আৰু ৰক্ষা-ব্যৱস্থা (দুৰ্গ আদি) আদি বিধ্বস্ত তেওঁ দুৰ্বল হৈ পৰিছে', তেতিয়া যুদ্ধ ঘোষণা কৰি যুদ্ধ-যাত্ৰা কৰিব॥১৫॥

অথবা, যেতিয়া দেখিব—'মোৰ (সন্মুখৰ ফালে থকা) মিত্ৰ আৰু আক্ৰন্দ (পিছ ফালৰ মিত্ৰ) উভয়ৰে প্ৰজাবৰ্গ সাহসী, সমৃদ্ধ আৰু অনুৰক্ত আৰু শত্ৰু, পাৰ্ষ্ণিগ্ৰাহ (পিছ ফালৰ শত্ৰু) আৰু আসাৰ (পিছৰ শত্ৰুৰ মিত্ৰ)—এওঁলোকৰ প্ৰজাবৰ্গ ইয়াৰ ওলোটা, (গতিকে) মিত্ৰৰ দ্বাৰা আসাৰক আৰু আক্ৰন্দৰ দ্বাৰা পাৰ্ষ্ণিগ্ৰাহক যুদ্ধৰত ৰাখি (শত্ৰুৰ (বিৰুদ্ধে) যুদ্ধ-যাত্ৰা কৰিব পাৰিম', তেতিয়া যুদ্ধ ঘোষণা কৰি যুদ্ধ-যাত্ৰা কৰিব॥১৬॥

অথবা, যদি তেওঁ দেখে যে অকলে কম সময়ৰ ভিতৰতে (অভীষ্ট) ফল লাভ কৰিব পাৰি তেতিয়া পাৰ্ষ্ণিগ্ৰাহ আৰু আসাৰৰ লগত যুদ্ধ কৰি যুদ্ধ-যাত্ৰা কৰিব॥১৭॥

ইয়াৰ ওলোটা হ'লে তেওঁ সন্ধি কৰি যুদ্ধ-যাত্ৰা কৰিব॥১৮॥

অথবা, যেতিয়া দেখিব—'অকলে যুদ্ধ-যাত্ৰা কৰা সম্ভৱপৰ নহয়, কিন্তু যুদ্ধ-যাত্ৰা অৱশ্যে কৰিব লাগিব', তেতিয়া তেওঁ (নিজৰ) সমকক্ষ, (নিজতকৈ) দুৰ্বল আৰু অধিক বলশালী ৰজাসকলৰ লগত একেলগ হৈ যুদ্ধ-যাত্ৰা কৰিব; যুদ্ধ এঠাইত কৰিব লাগিলে ফলৰ অংশ (প্ৰত্যেকৰ কাৰণে) নিৰ্দিষ্ট কৰি লব আৰু কেবা ঠাইতো যুঁজ কৰিব লগীয়া হলে অংশৰ নিৰ্দেশ নকৰাকৈয়ে যুদ্ধ-যাত্ৰা কৰিব॥১৯॥ তেওঁলোক যদি একেলগ হব নোৱাৰে, (অৰ্থাৎ কোনোজনে যদি সম্বত যোগ নিদিয়ে) নিৰ্দিষ্ট লভ্যাংশৰ বিনিময়ত তেওঁৰ ওচৰত সৈন্য খুজিব॥২০॥ অথবা, লাভ নিশ্চিত হলে নিৰ্দিষ্ট অংশৰ আৰু অনিশ্চিত হলে যি লাভ হয় তাৰে এটা অংশ দিওঁ বুলি কৈ একেলগ হৈ যুদ্ধ-যাত্ৰা কৰিম বুলি (প্ৰতিশ্ৰুতি দি) তেখেতসকলৰ পৰা সৈন্য ল'ব॥২১॥

সৈন্যৰ সংখ্যা অনুপাতে নিৰূপণ কৰা লভ্যাংশ প্ৰথম শ্ৰেণীৰ: যত্নৰ
অনুপাতে স্থিৰ কৰা লভ্যাংশ উত্তম; অথবা, (প্ৰত্যেকে) লুট-পাত কৰি যি
পায় সেয়ে তেওঁৰ লাভৰ অংশ; অথবা (এই উদ্যোগত) যিয়ে যি পৰিমাণে
ধন খটুৱায় সেই অনুপাতে তেওঁৰ লভ্যাংশ নিৰূপিত হ'ব॥২২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "যুদ্ধ কৰি আসন অৱলম্বন, সন্ধি কৰি আসন অৱলম্বন", "যুদ্ধ (ঘোষণা কৰি) যুদ্ধ-যাত্ৰা", "সন্ধি কৰি যুদ্ধ-যাত্ৰা" আৰু "একেলগে যুদ্ধ-যাত্ৰা" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ১০২তম) অধ্যায় সমাপ্ত॥

# পঞ্চম অধ্যায়

## ১০৮তম প্ৰকৰণ : আক্ৰমণীয় ৰজা আৰু (অৰিতাৰ) শত্ৰুৰ ওপৰত আক্ৰমণ-সম্পৰ্কীয় বিবেচনা
## ১০৯তম প্ৰকৰণ : প্ৰজাৰ ক্ষয়, লোভ আৰু বিৰাগৰ কাৰণসমূহ
## ১১০তম প্ৰকৰণ : সমবায়ভুক্ত ৰজাসকলৰ সম্বন্ধে বিচাৰ

যাতব্য আৰু শত্ৰু—দুয়োৰে ওপৰত সীমাত থকা শত্ৰুৰপৰা সমান বিপদ উপস্থিত হ'লে বিজিগীষুৱে (প্ৰথমে) যাতব্যৰ (আক্ৰমণীয় ৰজাৰ) বিৰুদ্ধে অভিযান চলাব নে শত্ৰুৰ বিৰুদ্ধে? তেওঁ শত্ৰুৰ বিৰুদ্ধে অভিযান চলাব; শত্ৰুৰ বিৰুদ্ধে অভিযান সফল হলে যাতব্যৰ বিৰুদ্ধে অভিযান চলাব॥১॥ কাৰণ, যাতব্যই শত্ৰুৰ বিৰুদ্ধে অভিযান সফল কৰাত সহায় কৰিব পাৰে, কিন্তু যাতব্যৰ বিৰুদ্ধে অভিযান সফল কৰাত শত্ৰুৱে সহায় নকৰে॥২॥

গুৰুতৰ বিপদৰ সম্মুখীন হোৱা যাতব্যৰ বিৰুদ্ধে (প্ৰথমে) যুদ্ধ-যাত্ৰা কৰিব নে লঘু বিপদৰ সম্মুখীন হোৱা শত্ৰুৰ বিৰুদ্ধে (প্ৰথমে) যুদ্ধ-যাত্ৰা কৰিব? আচাৰ্যসকলে কয়—'গুৰুতৰ বিপদৰ সম্মুখীন হোৱাজনক যিহেতু অনায়াসে দমন কৰিব পাৰি, তেওঁৰ বিৰুদ্ধেই প্ৰথমে যাত্ৰা কৰা উচিত'॥৩॥ কৌটিল্যই কয়—'সেইটো নহয়'॥৪॥ লঘু বিপদত পৰা শত্ৰুৰ বিৰুদ্ধে (প্ৰথমে) অভিযান চলাব॥৫॥ আক্ৰান্ত হ'লে লঘু বিপদো গুৰুতৰ হৈ উঠে॥৬॥ ই সঁচা যে (এই ক্ষেত্ৰত) গুৰু বিপদো গুৰুতৰ হৈ উঠে॥৭॥ কিন্তু লঘু বিপদত পৰা শত্ৰুক যদি আক্ৰমণ কৰা নহয়, তেওঁ হেলাৰঙে সেই বিপদ অতিক্ৰম কৰি যাতব্যক লগ পাব পাৰে, নাইবা পিছফালৰপৰা আক্ৰমণ কৰিব পাৰে॥৮॥

একে সময়তে যদি কেবাজনো যাতব্য থাকে আৰু এজন গুৰুতৰ বিপদৰ সম্মুখীন, কিন্তু ন্যায়পৰায়ণ আৰু আন এজনৰ বিপদ লঘু কিন্তু তেওঁ অন্যায়পৰায়ণ বা তেওঁৰ প্ৰজাবৰ্গ বিৰক্ত, তেতিয়া যাৰ প্ৰজাবৰ্গ বিৰক্ত সেইজনৰ বিৰুদ্ধে (প্ৰথমে) অভিযান চলাব॥৯॥ গুৰুতৰ বিপদত পৰা ন্যায়পৰায়ণ ৰজাক আক্ৰমণ কৰিলে প্ৰজাবৰ্গই তেওঁক সহায় কৰে; লঘু বিপদত পৰা অন্যায়শীল ৰজাৰ প্ৰতি প্ৰজাবৰ্গ উদাসীন হৈ থাকে; কিন্তু প্ৰজা বিৰক্ত হ'লে বলবান ৰজাকো নিৰ্মূল কৰে॥১০॥ গতিকে যাৰ প্ৰজাবৰ্গ বিৰক্ত তেনে ৰজাৰ বিৰুদ্ধেই যুদ্ধ-যাত্ৰা কৰিব॥১১॥

যাৰ প্ৰজাবৰ্গ দৰিদ্ৰ আৰু লুভীয়া আৰু যাৰ প্ৰজাবৰ্গ বিদ্ৰোহী—এই দুই প্ৰকাৰ ৰজাৰ কোনজনৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিব, এই সম্পৰ্কে আচাৰ্যসকলে কয়—'যাৰ প্ৰজাবৰ্গ দৰিদ্ৰ আৰু লুভীয়া তেওঁৰ বিৰুদ্ধেই যুদ্ধ-যাত্ৰা কৰিব, কিয়নো, দৰিদ্ৰ আৰু লুভীয়া প্ৰজা সহজে প্ৰৰোচনাৰ বশ হয় বা উৎপীড়নত হাৰ মানে, কিন্তু বিদ্ৰোহী প্ৰজা বশ নহয় বা হাৰ নামানে; তেওঁলোকক পৰাভূত কৰিব পাৰি তেওঁলোকৰ নেতাসকলক দমন কৰি।'॥১২॥ কৌটিল্যই কয়—'নহয়'॥১৩॥ কাৰণ স্বামীৰ প্ৰতি অনুৰক্ত দৰিদ্ৰ আৰু লুভীয়া প্ৰজাই 'বহুতে প্ৰীতি আছে অৰ্থকো গুণ'—এই নীতিৰ দ্বাৰা স্বামীৰ কল্যাণাৰ্থে নিজক নিজে বাধে, নাইবা প্ৰৰোচনা ব্যৰ্থ কৰি দিয়ে॥১৪॥ গতিকে যিজন ৰজাৰ প্ৰজাবৰ্গ বিদ্ৰোহী, তেওঁৰ বিৰুদ্ধেহে যুদ্ধ-যাত্ৰা কৰিব॥১৫॥

অন্যায়পৰায়ণ বলৱন্ত ৰজা আৰু ন্যায়পৰায়ণ দুৰ্বল ৰজা—এই দুজনৰ মাজত অন্যায়-পৰায়ণ বলৱন্ত ৰজাৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিব॥১৬॥ অন্যায়পৰায়ণ বলৱন্ত ৰজাক আক্ৰমণ

কৰিলে তেওঁবু প্ৰজাসকলে তেওঁক সহায় নকৰে, তেওঁলোকে সেই ৰজাক খেদি পঠিয়ায় অথবা শত্ৰুৰ লগ লয়॥১৭॥ কিন্তু ন্যায়পৰায়ণ দুৰ্বল ৰজাক আক্ৰমণ কৰিলে প্ৰজাসকলে সকলো প্ৰকাৰে তেওঁক সহায় কৰে, অথবা তেওঁ পলাই যাব লগীয়া হলে (তেওঁক) অনুসৰণ কৰে॥১৮॥

কাৰণ, ৰজাই যদি সাধুলোকক পৰিত্যাগ কৰি অসাধুক অনুগ্ৰহ দেখুৱায়, অভূতপূৰ্ব ধৰ্মবিগৰ্হিত হিংসাকাৰ্য প্ৰৱৰ্তন কৰে, সচৰাচৰ চলি অহা ধৰ্মিষ্ঠ আচৰণ এৰি পেলায়, অধৰ্মত ৰতি কৰি ধৰ্মক তল পেলাই থয়, অকাৰ্য কৰে, কৰিব লগীয়া কামত ব্যাঘাত জন্মায়, দিব লগীয়া বস্তু নিদিয়ে, দিব নলগীয়া বস্তু আদায় কৰে, দণ্ডনীয় লোকক দণ্ড নকৰে, অদণ্ডনীয় লোকক দণ্ড কৰে, যাক গ্ৰেপ্তাৰ কৰিব নালাগে তাক গ্ৰেপ্তাৰ কৰি গ্ৰেপ্তাৰ কৰিব লগীয়াজনক নকৰে, অনিষ্টকাৰক কাৰ্য কৰে আৰু ফলদায়ক কাৰ্যত ব্যাঘাত জন্মায়, চোৰৰ হাতৰপৰা (প্ৰজাক) ৰক্ষা নকৰে আৰু নিজে (তেওঁলোকক) শোষণ কৰে, যত্ন (কৰ্ম) ত্যাগ কৰে আৰু কৰ্মৰ গুণ নষ্ট কৰে, মুখিয়াল লোকসকলৰ অনিষ্ট কৰে, মান্যৱন্তসকলক অপমান কৰে, বয়সীয়া লোকসকলৰ বিৰুদ্ধাচৰণ কৰে, পক্ষপাতিতা আৰু মিছাৰ আশ্ৰয় গ্ৰহণ কৰে, কামৰ (উপকাৰৰ) প্ৰতিদান নিদিয়ে, চলিত প্ৰথা (মানি লোৱা চুক্তি) পালন নকৰে, অসাৱধান আৰু এলেহুৱা হয়, মংগলৰ ব্যাঘাত জন্মায়, তেনেহ'লে প্ৰজাসকল দৰিদ্ৰ, লোভী আৰু বিৰক্ত হয়॥১৯—২৬॥

দৰিদ্ৰ হ'লে প্ৰজাসকল লুভীয়া হয়, লুভীয়া হ'লে বিৰক্ত হয়, বিৰক্ত হ'লে হয় তেওঁলোকে শত্ৰুৰ পক্ষ লয়, নহয় নিজেই স্বামীক (ৰজাক) বধ কৰে॥২৭॥

সেই কাৰণে প্ৰজাসকলৰ দাৰিদ্ৰ্য, লোভ আৰু বিৰাগৰ কাৰণ সৃষ্টি কৰিব নালাগে; কাৰণ উপস্থিত হ'লেও ততালিকে প্ৰতিকাৰৰ ব্যৱস্থা কৰিব লাগে॥২৮॥

দৰিদ্ৰ, লুভীয়া আৰু বিৰক্ত (এই তিনি শ্ৰেণীৰ প্ৰজাৰ কোনটো আটাইতকৈ বেয়া ?)॥২৯॥ দুখীয়া প্ৰজাই উৎপীড়ন আৰু বিনাশৰ ভয়ত বেগতে সন্ধি, যুদ্ধ বা পলায়ন কৰাটো পচন্দ কৰে॥৩০॥ লুভীয়া প্ৰজাই লোভৰ কাৰণে অসন্তুষ্ট হৈ স্ব-ইচ্ছাই শত্ৰুৰ প্ৰৰোচনাৰ বশ হয়॥৩১॥ বিৰক্ত প্ৰজাই শত্ৰুৱে আক্ৰমণ কৰিলে বিদ্ৰোহ কৰে॥৩২॥

তেওঁলোকৰ মাজত নগদ টকা আৰু শস্যৰ হানি হ'লে সি আন সকলোৰে ক্ষতিকাৰক হয় আৰু তাৰ প্ৰতিকাৰো কষ্টসাধ্য হয়; হাতী-ঘোঁৰা আদি বাহন আৰু লোকৰ হানি হলে নগদ টকা আৰু শস্য দি তাৰ প্ৰতিকাৰ কৰিব পাৰি॥৩৩॥ লোভ প্ৰজাবৰ্গৰ এক অংশৰ মাজত সীমাবদ্ধ হয়, (বিশেষকৈ) মুখিয়ালসকলৰ মাজত আৰু তাক শত্ৰুৰ সম্পত্তিৰ কামে পৰিচালিত কৰি দমন কৰিব পাৰি অথবা (কোনো বস্তু দি) লুভীয়াক সন্তোষ দিব পাৰি॥৩৪॥ মুখ্য লোকসকলক দমন কৰি বিৰাগৰ প্ৰতিকাৰ কৰিব পাৰি॥৩৫॥ কাৰণ, মুখিয়াল নাইকিয়া প্ৰজাসকলক সহজে শাসন কৰিব পাৰি, তেওঁলোক আনৰ প্ৰৰোচনাৰ বশ নহয়; কিন্তু তেওঁলোকে বিপদ সহ্য কৰিব নোৱাৰে॥৩৬॥ কিন্তু প্ৰজাৰ মুখিয়ালসকলক (বেলেগে বেলেগে) অনুগ্ৰহ দেখুওৱাৰ ফলত বহু ভাগত বিভক্ত হোৱা প্ৰজাসকল ৰক্ষিত হয় আৰু বিপদ সহিব পৰাও হয়॥৩৭॥

সমবায়ভুক্ত মিত্ৰশক্তিৰ ভিতৰতো সন্ধি বা বিগ্ৰহৰ কাৰণবোৰ বিবেচনা কৰি তেওঁলোকৰ মাজত বিসকল শক্তিশালী আৰু ন্যায়পৰায়ণ সেইসকলৰ লগত সম্বন্ধ হৈ যুদ্ধ-যাত্ৰা কৰিব॥৩৮॥ কাৰণ, শক্তিশালী ৰজা পিছফালে আক্ৰমণ চলাবলৈ অথবা যুদ্ধ-যাত্ৰাত সাহায্য দিবলৈ সমৰ্থ; ন্যায়পৰায়ণ ৰজাই কৃতকাৰ্যতা লাভ হওক বা নহওক উভয় ক্ষেত্ৰতে নিৰ্দিষ্ট কৰ্তব্য পালন কৰে॥৩৯॥

তেওঁলোকৰ মাজত এজন অধিক শক্তিশালী ৰজাৰ লগত একেলগ হৈ যুদ্ধ-যাত্ৰা কৰা আৰু দুজন সমান শক্তিশালী ৰজাৰ লগত একেলগ হৈ যুদ্ধ-যাত্ৰা কৰা—এই দুটাৰ ভিতৰত দুজন সমান শক্তিশালী ৰজাৰ লগত একেলগ হৈ যুদ্ধ-যাত্ৰা কৰাটো শ্ৰেয়ঃ॥৪০॥ কাৰণ, অধিক শক্তিশালী ৰজাৰ লগত তেওঁ তেওঁৰ দ্বাৰা পৰাভূত হৈ চলিব লাগে; দুজন সমান শক্তিশালীৰ লগত হলে নিজে আগভাগ লোৱাৰ সম্ভাবনা থাকে॥৪১॥ সমান শক্তিশালী দুজনৰ মাজত সহজতে ভেদ-ভাব ওপজাব পাৰি, এজনে বিশ্বাসঘাতকতা কৰিলে দুজনে মিলি তেওঁক সহজে দমন কৰিব পাৰি অথবা তেওঁৰ পক্ষৰ লোকৰ মাজত ভেদভাব সৃষ্টি কৰি তেওঁক কবায়ত্ত কৰিব পাৰি॥৪২॥

এজন সমান শক্তিশালী আৰু দুজন নিজতকৈ দুৰ্বল ৰজা—ইয়াৰ মাজত দুৰ্বল দুজনৰ লগ লোৱাই ভাল॥৪৩॥ কাৰণ, তেওঁলোক দুজনে দুটা কাম সিদ্ধ কৰিব পাৰিব আৰু বশ্যতা স্বীকাৰ কৰি চলিব॥৪৪॥

অৱশ্যে, কাৰ্যসিদ্ধি হোৱাৰ পিছত—

তেওঁৰ (বিজিগীষুৰ) কাৰ্যসাধন কৰা, (অথচ) অন্যায়পৰায়ণ অধিক শক্তিশালী ৰজাৰ ওচৰৰপৰা তেওঁ কোনো অজুহাতত গোপনে আঁতৰি যাব; যদি সেই ৰজাজন ন্যায়পৰায়ণ হয়, তেওঁ বিদায় নিদিয়া পৰ্যন্ত বিজিগীষুৱে অপেক্ষা কৰিব॥৪৫॥

অথবা, তিৰোতাসকলক স্থানান্তৰত থৈ যি কোনো বিপদসংকুল অৱস্থাৰপৰা তেওঁ যত্ন সহকাৰে আঁতৰি যাব; কাৰণ, কাৰ্যসাধন কৰা সমশক্তিসম্পন্নৰপৰাও বিশ্বাসকাৰীজনৰ ভয় থাকে॥৪৬॥

আকৌ, সমশক্তিসম্পন্ন ৰজাও কাৰ্যসিদ্ধিৰ পিছত অধিক শক্তিশালী হ'ব পাৰে; শক্তি বৃদ্ধি হ'লে তেওঁ বিশ্বাসৰ অযোগ্য হয়; সম্পদে মনৰ পৰিবৰ্তন ঘটাব পাৰে॥৪৭॥

তেওঁতকৈ অধিক শক্তিশালীজনৰপৰা অলপীয়া অংশ পালেও বা মুঠেই নাপালেও তেওঁ মুখত সন্তুষ্টিৰ ভাব লৈ গুচি আহিব; তাৰ পিছত নিজৰ ক্ষমতাত অধিষ্ঠিত হলে তেওঁক আক্ৰমণ কৰি দুগুণ আদায় কৰিব॥৪৮॥

বিজিগীষুৱে নিজে কাৰ্যত সিদ্ধি লাভ কৰিলে সমবায়ভুক্ত মিত্ৰবৰ্গক বিদায় দিব; প্ৰয়োজন হ'লে তেওঁ নিজৰ অংশকে এৰি দিব, তেওঁলোকৰ ওপৰত নিজৰ জয় নিবিচাৰিব; এইদৰে তেওঁ ৰাজ-মণ্ডলৰ প্ৰিয়পাত্ৰ হব পাৰিব॥৪৯॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "আক্ৰমণীয় ৰজা আৰু শত্ৰুৰ ওপৰত আক্ৰমণ-সম্পৰ্কীয় বিবেচনা", "প্ৰজাৰ ক্ষয়, লোভ আৰু বিৰাগৰ কাৰণসমূহ" আৰু "সমবায়ভুক্ত ৰজাসকলৰ সম্বন্ধে বিচাৰ" নামৰ পঞ্চম (আৰম্ভণিপৰা ১০৫তম) অধ্যায় সমাপ্ত॥**

# ষষ্ঠ অধ্যায়

## ১১১তম প্ৰকৰণ : (দুজন) সন্ধিবদ্ধ ৰজাৰ যুদ্ধযাত্ৰা-সম্বন্ধীয়
## ১১২তম প্ৰকৰণ : পৰিপণিত (চৰ্তসাপেক্ষ), অপৰিপণিত (চৰ্তৰহিত) আৰু অপসৃত (দলত্যাগকাৰীৰ লগত হোৱা) সন্ধি

বিজিগীষুৱে ৰাজ-মণ্ডলৰ দ্বিতীয় প্ৰকৃতিক (অৰ্থাৎ অৰিক) এইদৰে প্ৰবঞ্চিত কৰিব॥১॥ সীমান্তৱৰ্তী ৰজাৰ লগত সন্ধি কৰি তেওঁক এইদৰে প্ৰলোভিত কৰিব—'আপুনি এইফালে যুদ্ধ-যাত্ৰা কৰক, মই আনফালে যাত্ৰা কৰিম; যি লাভ হব তাক আমি উভয়ে সমানে ভগাই ল'ম।'॥ ২॥ দুয়োৰে সমান লাভ হলে সন্ধি কৰিব, লাভ অসমান হলে (অৰ্থাৎ অৰিয়ে যদি অধিক লাভ কৰে) যুদ্ধ কৰিব॥৩॥

সন্ধি পৰিপণিত (চৰ্তসাপেক্ষ) বা অপৰিপণিত (চৰ্তৰহিত) হ'ব পাৰে॥৪॥ 'আপুনি এই দেশলৈ যুদ্ধ-যাত্ৰা কৰক, মই ইখন দেশলৈ যাত্ৰা কৰিম'—এইটো স্থান-সম্বন্ধীয় পৰিপণিত-সন্ধি॥৫॥ 'আপুনি ইমান সময় পৰ্যন্ত প্ৰযত্ন কৰক, মই ইমান সময় পৰ্যন্ত কৰিম'—এইটো কাল-সম্বন্ধীয় পৰিপণিত-সন্ধি॥৬॥ 'আপুনি এইখিনি কাম কৰক, মই এই কাৰ্য কৰিম'—এইটো কাৰ্য-সম্বন্ধীয় পৰিপণিত-সন্ধি॥৭॥

যদি তেওঁ ভাবে—'শত্ৰুৱে এনেকুৱা দেশৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিব, য'ত গিৰিদুৰ্গ, বনদুৰ্গ আৰু নদীদুৰ্গ আছে, য'ত অৰণ্যৰ ব্যৱধান আছে, শস্য আৰু মানুহৰ যোগান আৰু মিত্ৰসৈন্যৰপৰা যি বিচ্ছিন্ন, য'ত ঘাহ, খৰি আৰু পানী পোৱা নাযায়, যি অপৰিচিত আৰু দূৰৱৰ্তী, অথবা যাৰ অধিবাসীসকল (আক্ৰমণকাৰীৰ প্ৰতি) বিৰুদ্ধ-ভাবাপন্ন, অথবা য'ত সৈন্যৰ যুদ্ধ-কাৰ্যৰ কাৰণে ঠাই পোৱা নাযায় আৰু মই ইয়াৰ ওলোটা গুণ থকা দেশ এখনৰ বিৰুদ্ধে যাত্ৰা কৰিম'—এনে অৱস্থাত তেওঁ দেশ-সম্বন্ধীয় পৰিপণিত-সন্ধি কৰিব॥৮॥

অথবা যদি তেওঁ ভাবে—'শত্ৰুৱে এনে সময়ত কাৰ্য আৰম্ভ কৰিব যেতিয়া প্ৰবল বৰষুণ, উত্তাপ বা শীত হব, যেতিয়া ৰোগে ব্যাপকভাৱে দেখা দিব, যেতিয়া খোৱা-বস্তু আৰু আন ব্যৱহাৰ্য সামগ্ৰী নাইকিয়া হ'ব, যি সৈন্যৰ যুদ্ধ-কাৰ্যৰ প্ৰতিকূল আৰু কাৰ্যসিদ্ধিৰ কাৰণে বৰ চুটি বা বৰ দীঘলীয়া আৰু মই তাৰ বিপৰীত সময়ত যাত্ৰা কৰিম'—এনে অৱস্থাত তেওঁ কাল সম্বন্ধীয় পৰিপণিত-সন্ধি কৰিব॥৯॥

অথবা যদি ভাবে—'শত্ৰুৱে এনে কাৰ্য কৰিব যিটোৰ ফল (তেওঁৰপৰা) সহজে কাঢ়ি লৈ যাব পাৰি, যাৰ ফলত প্ৰজাৰ মাজত বিক্ষোভ সৃষ্টি হ'ব, যিটো সাধন কৰোঁতে দীঘলীয়া সময় লাগিব আৰু প্ৰচুৰ ক্ষতি আৰু খৰচ হ'ব, যিটোৰ ফল তুচ্ছ, ভৱিষ্যতৰ কাৰণে বিপদজনক, অকল্যাণকৰ, ধৰ্মবিৰুদ্ধ, মধ্যম আৰু উদাসীন ৰজাৰ বিৰোধী নাইবা মিত্ৰপক্ষৰো বিনাশকাৰক, আৰু মই ইয়াৰ ওলোটা কাৰ্য সাধন কৰিম'—এনে অৱস্থাত তেওঁ কাৰ্য-সম্বন্ধীয় পৰিপণিত সন্ধি কৰিব॥১০॥

এইদৰে দেশ আৰু কাল, কাল আৰু কাৰ্য, দেশ আৰু কাৰ্য আৰু দেশ, কাল আৰু কাৰ্য ধাৰ্য কৰি সাত প্ৰকাৰ পৰিপণিত-সন্ধি হয়॥১১॥

এই পৰিপণিত-সন্ধি কৰাৰ আগতেই বিজিগীষুৱে নিজৰ কাৰ্যসমূহ আৰম্ভ কৰি প্ৰতিষ্ঠিত কৰিব আৰু তাৰ পিছত শত্ৰুৰ কাৰ্যসমূহ আক্ৰমণ কৰিব॥১২॥

যি বিজিগীষুৱে ব্যসনশীল, খৰখেদাকৈ কাম কৰা, অৱজ্ঞাশীল বা এলেহুৱা শত্ৰুক

প্ৰবঞ্চিত কৰিবলৈ ইচ্ছা কৰে তেওঁ দেশ, কাল আৰু কাৰ্য ধাৰ্য নকৰাকৈ 'আমি দুয়োজনে সন্ধি-পাশত আবদ্ধ হলো' বুলি কৈ মনত বিশ্বাস জন্মাই শত্ৰুৰ ছিদ্ৰ চাই প্ৰহাৰ কৰিব; এই সন্ধিৰ নাম অপৰিগণিত-সন্ধি॥১৩॥

এই সম্পৰ্কে এই কথা আছে—॥১৪॥

বুদ্ধিমান বিজিগীষুৱে এজন সীমান্তবৰ্তী ৰজাক আন এজন সীমান্তবৰ্তী ৰজাৰ লগত যুদ্ধৰত কৰি আন এজন ৰজাৰ নিজ পক্ষভুক্ত লোকসকলক চাৰিওফালৰপৰা বিচ্ছিন্ন কৰি ৰাজ্য কাঢ়ি লব॥১৫॥

সন্ধিৰ বিষয়ে এই কেইটা কথা আছে—নকৰা সন্ধি কৰাৰ ইচ্ছা, কৰা সন্ধিৰ প্ৰতি আনুগত্য, কৰা সন্ধি নষ্ট কৰা আৰু ভাঙি যোৱা সন্ধি নতুনকৈ স্থাপন কৰা॥১৬॥ যুদ্ধ সম্বন্ধে এই কেইটা কথা আছে—প্ৰকাশ্য যুদ্ধ, গোপন যুদ্ধ আৰু মৌন যুদ্ধ॥১৭॥ সন্ধি আৰু যুদ্ধৰ এয়ে প্ৰকাৰভেদ॥১৮॥

সাম আদি উপায় আৰু তাৰ ফলাফলৰ সম্পৰ্কত নতুন সন্ধিৰ বিষয়ে সম্যক পৰীক্ষা কৰি চোৱা আৰু শক্তিলৈ চাই সমবল, দুৰ্বল আৰু অধিকবল ৰজা স্থিৰ কৰি লোৱাই হৈছে 'নকৰা সন্ধি কৰাৰ ইচ্ছা'॥১৯॥

প্ৰিয় আৰু হিতকৰ আচৰণৰ দ্বাৰা উভয়পক্ষই স্থাপিত সন্ধি ৰক্ষা কৰি চলা, মানি লোৱা চৰ্তবোৰ পালন কৰা আৰু আন পক্ষৰ লগত যাতে বিচ্ছেদ নহয় সেইভাৱে তাক ৰক্ষা কৰাই হৈছে 'কৰা সন্ধিৰ প্ৰতি আনুগত্য'॥২০॥

ৰাজদ্ৰোহী লোকৰ দ্বাৰা শত্ৰুক প্ৰতাৰণা কৰি তেওঁৰ লগত সন্ধি বিচ্ছেদ কৰাৰ যুক্তি-যুক্ততা স্থাপন কৰি (সন্ধি) লঙ্ঘন কৰাই 'কৰা সন্ধি নষ্ট কৰা'॥২১॥

কোনো দোষত গুচি যোৱা ভৃত্য বা মিত্ৰৰ লগত পুনৰ সম্ভাৱ স্থাপন কৰাই 'ভাঙি যোৱা সন্ধি নতুনকৈ স্থাপন কৰা'॥২২॥ এই সন্ধিত গুচি গৈ ফিৰি অহা চাৰি প্ৰকাৰ—কোনো উপযুক্ত কাৰণত গুচি গৈ উলটি অহা, ইয়াৰ ওলোটাটো, কাৰণবশতঃ গুচি গৈ অকাৰণত উলটি অহা আৰু ইয়াৰ ওলোটাটো॥২৩॥

প্ৰভুৰ দোষত গুচি গৈ গুণৰ কাৰণে উলটি অহা বা শত্ৰুৰ গুণৰ কাৰণে গুচি গৈ দোষৰ কাৰণে উলটি অহাই 'উপযুক্ত কাৰণত গুচি গৈ উলটি অহা' আৰু তেনে লোকৰ লগত সন্ধি স্থাপন কৰা উচিত॥২৪॥

যিজনে নিজৰ দোষত (প্ৰভুৰ ওচৰৰপৰা) গুচি যায় আৰু নিজৰ দোষতে (শত্ৰুৰ ওচৰৰ-পৰা) গুচি আহে আৰু দুয়োজনৰে গুণ উপেক্ষা কৰে তেওঁ 'অকাৰণত গুচি গৈ অকাৰণত উলটি অহা' লোক, তেওঁ চঞ্চল মনৰ আৰু তেওঁৰ লগত সন্ধি কৰা অনুচিত॥২৫॥

প্ৰভুৰ দোষৰ কাৰণে গুচি গৈ পিছত নিজৰ দোষৰ কাৰণে (শত্ৰুৰ ওচৰৰপৰা) গুচি অহাজন 'উপযুক্ত কাৰণত গুচি গৈ অকাৰণত উলটি অহা' লোক; তেওঁৰ বিষয়ে বিজিগীষুৱে এইদৰে বিচাৰ কৰি চাব—'এওঁ শত্ৰুৰ দ্বাৰা প্ৰৰোচিত হৈ অথবা নিজৰ দুষ্টামিৰ কাৰণে মোৰ অনিষ্ট সাধন কৰিবলৈ আহিছে নেকি? অথবা মোৰ শত্ৰুক শত্ৰু নিৰ্মূলকাৰী বুলি জানিব পাৰি প্ৰতিশোধৰ ভয়ত আহিছে, নে মোক উচ্ছেদ কৰিবলৈ ওলোৱা শত্ৰুক পৰিত্যাগ কৰি দয়াপৰবশ হৈ মোৰ ওচৰলৈ আহিছে?'॥২৬॥ এই কথা বুজি লৈ তেওঁৰ অভিপ্ৰায় যদি সৎ বুলি জানে তেওঁক আদৰ-সাদৰকৈ নিজৰ ওচৰত ৰাখিব আৰু অভিপ্ৰায় আন ৰকমৰ বুলি জানিলে তেওঁক দূৰ কৰি পঠিয়াব॥২৭॥

নিজৰ দোষত গুচি গৈ শত্ৰুৰ দোষত উলটি অহাজনেই অকাৰণত গুচি গৈ কাৰণবশতঃ উলটি অহা (ভৃত্য বা মিত্ৰ); তেওঁৰ সম্পৰ্কে এইদৰে বিচাৰ কৰি চাব—'এওঁ মোৰ ত্ৰুটি পূৰণ কৰিব জানো? এওঁ ইয়াত থকাত অভ্যস্ত নে? এওঁৰ লোকসকল শত্ৰুৰ ওচৰত আনন্দেৰে থকা নাইতো? মোৰ মিত্ৰৰ লগত এওঁ সন্ধি কৰিছে নেকি? মোৰ শত্ৰুৰ লগত এওঁৰ জানো সংঘৰ্ষ হৈছে? লোভী আৰু নিষ্ঠুৰ শত্ৰুৰ অথবা শত্ৰুৰে সন্ধি-পাশত আবদ্ধ শত্ৰুৰ ভয়ত এওঁ ভীত জানো?'॥২৮॥ এই কথা জানি লৈ তেওঁৰ অভিপ্ৰায় অনুৰূপে তেওঁক ৰাখিব॥২৯॥

আচাৰ্যসকলে কয়—'কৰা কাম নষ্ট হ'লে, ক্ষমতা হ্ৰাস পালে, বিদ্যাক পণ্যৰূপে ব্যৱহাৰ কৰিলে, আশা কৰি নিৰাশ হলে, আন দেশ চোৱাৰ প্ৰতি লোভ হলে, বিশ্বাস হেৰুৱালে অথবা প্ৰবলৰ লগত বিৰোধ ঘটিলে ভৃত্যই প্ৰভুক পৰিত্যাগ কৰিব পাৰে'॥৩০॥ কৌটিল্যই কয়—'ভয়, জীৱিকাৰ অভাৱ আৰু অপমান-বোধেই পৰিত্যাগৰ মূল কাৰণ'॥৩১॥

(যি ভৃত্যই) বিজিগীষুৰ অনিষ্ট কৰে তেওঁক ত্যাগ কৰিব, শত্ৰুৰ অনিষ্টকাৰীৰ লগত সন্ধি কৰিব, উভয়ৰে অন্যায়কাৰীৰ সম্বন্ধে আগতে কোৱাৰ দৰে বিচাৰ কৰি চাব॥৩২॥

(প্ৰভুক পৰিত্যাগ কৰি ঘূৰি অহা) সন্ধিৰ অযোগ্য ভৃত্যাদিৰ লগত সন্ধি কৰাটো অপৰিহাৰ্য হ'লে, যি বিষয়ত (কোষ, দণ্ড প্ৰভৃতি) আন পক্ষ প্ৰভাৱশালী সেই বিষয়ত তেওঁ সতৰ্কতামূলক ব্যৱস্থা ল'ব॥৩৩॥

ভাঙি যোৱা সন্ধি আকৌ সংস্থাপন কৰা বিষয়ত বিজিগীষুৱে (তেওঁৰ ওচৰলৈ অহা) তেওঁৰ হিতকাৰী শত্ৰুপক্ষীয় লোকক (তেওঁৰপৰা [illegible]ত) জীৱনৰ অন্তিম অৱস্থালৈকে নজৰবন্দী কৰি ৰাখিব॥৩৪॥

অথবা, তেওঁ তেওঁক (শত্ৰুৰ পক্ষ এৰি অহা কোনো লোকক) তেওঁৰ প্ৰভুৰ বিৰুদ্ধে যুদ্ধত প্ৰবৃত্ত কৰাব, নাইবা যদি সম্পূৰ্ণ নিৰ্ভৰযোগ্য বুলি ভাবে তেওঁক শত্ৰু আৰু অৰণ্যবাসী ফৈদসমূহৰ বিৰুদ্ধে সেনানায়ক পাতি দিব বা সীমান্তৰ কোনো অঞ্চলত তেওঁক স্থাপন কৰিব॥৩৫॥

অথবা, যদি সম্পূৰ্ণ নিৰ্ভৰযোগ্য নহয়, তেওঁক পণ্যসামগ্ৰী হিছাপে ব্যৱহাৰ কৰিব (শত্ৰুৰ ওচৰত তেওঁক বিক্ৰী কৰিব), নাইবা শত্ৰুৰ লগত সন্ধি কৰাৰ উদ্দেশ্যে নিৰ্ভৰযোগ্যজনকো নিৰ্ভৰযোগ্য নোহোৱাজনৰ দোষতে দোষী কৰি (শত্ৰুৰ ওচৰত) পণ্যসামগ্ৰীৰূপে ব্যৱহাৰ কৰিব॥৩৬॥

অথবা, ভৱিষ্যতৰ মঙ্গলৰ কাৰণে এওঁক মনে মনে হত্যা কৰিব আৰু যদি দেখে যে এবাৰ গুচি গৈ আকৌ উলটি অহা ভৃত্য তেওঁক ভৱিষ্যতে বধ কৰিবলৈ ইচ্ছুক, তেনেহলে তেওঁক (প্ৰকাশ্যভাৱেই) হত্যা কৰিব॥৩৭॥

শত্ৰুৰ ওচৰৰপৰা অহা লোক শত্ৰুৰ লগত থকা কাৰণে বিপদৰ কাৰণ; শত্ৰুৰ লগত থকাটো সাপৰ লগত থকাৰ দৰে; ই সদায়ে উদ্বেগ সৃষ্টি কৰিব পৰা দোষৰ দ্বাৰা দূষিত॥৩৮॥

পাকৰী গছৰ গুটি খোৱা কপো-চৰাই শিমলু গছৰ কাৰণে যেনে বিপদজনক এনে লোকো বিজিগীষুৰ কাৰণে সদায়ে তেনে উদ্বেগজনক আৰু পিছলৈকো ভয়াবহ হয়॥৩৯॥

নিৰ্দিষ্ট ঠাই আৰু সময়ত কৰা যুদ্ধই প্ৰকাশ্য যুদ্ধ; ভয়, দুওৱা,

অতৰ্কিতে আক্ৰমণ কৰা, ভুল কৰিলে বা বিপদগ্ৰস্ত হলে আঘাত কৰা, একে ঠাইতে যুদ্ধ কৰিবলৈ এৰি দি (পৰাজিত হোৱা যেন দেখুৱাই) উলটি আক্ৰমণ কৰা—এইবোৰ কূট-যুদ্ধৰ প্ৰকাৰভেদ; গোপনক্ৰিয়া (বিষাদি প্ৰয়োগ) আৰু গোপনে (শত্ৰুৰ মাজত) ভেদভাব জন্মাই দিয়াটো মৌন যুদ্ধৰ লক্ষণ॥৪০-৪১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "(দুৰ্জন) সন্ধিবদ্ধ ৰজাৰ যুদ্ধযাত্ৰা-সম্বন্ধীয়" আৰু "পৰিপণিত, অপৰিপণিত আৰু অপসৃত সন্ধি" নামৰ ষষ্ঠ (আৰম্ভণিৰপৰা ১০৪তম) অধ্যায় সমাপ্ত॥

# সপ্তম অধ্যায়

## ১১৩তম প্ৰকৰণ: দুতৰপীয়া-নীতি-জড়িত সন্ধি-বিগ্ৰহ

বিজিগীষুৱে (ৰাজমণ্ডলৰ) দ্বিতীয় প্ৰকৃতিক (অৰ্থাৎ অৰিক) এইদৰে মিত্ৰৰূপে গ্ৰহণ কৰিব॥১॥ বিজিগীষুৱে সীমান্তৱৰ্তী শত্ৰুৰ লগত একেলগ হৈ আন সীমান্তৱৰ্তী ৰজাৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিব, যদিহে তেওঁ ভাবে—'(মই মিত্ৰৰূপে গ্ৰহণ কৰা) এই সীমান্তৱৰ্তী ৰজাই মোক পাছফালৰপৰা আক্ৰমণ নকৰিব, আন কোনোৱে পাছফালৰ পৰা আক্ৰমণ কৰিলে তেওঁক বাধা দিব, যাৰ বিৰুদ্ধে মই অভিযান চলাইছোঁ তেওঁক সাহায্য দিবলৈ নাযাব আৰু মোৰ সৈন্যবল দুগুণ হব, তেওঁ মোক আৱশ্যকীয় সামগ্ৰী আৰু মিত্ৰ-সৈন্যৰ যোগান দি থাকিব, শত্ৰুই এইবোৰৰ যোগান পোৱাত বাধা দিব, বহু বাধা-বিঘিনিৰে ভৰপূৰ মোৰ যাত্ৰা-পথৰ কাইটবোৰ মোহাৰি পেলাব, (শত্ৰুৰ) আশ্ৰয়স্থল দুৰ্গ আৰু অৰণ্যত তেওঁ তেওঁৰ সৈন্যবাহিনী লৈ আক্ৰমণ চলাব, মই যাৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিম সেই ৰজাক বিষম সঙ্কটত পেলাব অথবা সন্ধি কৰিবলৈ বাধ্য কৰিব, নাইবা তেওঁৰ নিজৰ প্ৰাপ্য লাভৰ অংশ লাভ কৰি মোৰ আন আন শত্ৰুৰ মনতো মোৰ প্ৰতি বিশ্বাস ওপজাব'॥২॥

অথবা, দুতৰপীয়া নীতিৰ (দ্বৈধীভাৱৰ) আশ্ৰয় লৈ সীমান্তৱৰ্তী ৰজাসকলৰ কোনো-জনৰপৰা অৰ্থৰ বিনিময়ত সৈন্য বা সৈন্যৰ বিনিময়ত অৰ্থ লাভ কৰিবলৈ বিচাৰিব॥৩॥ তেওঁলোকৰ মাজত যিজন অধিক শক্তিসম্পন্ন তেওঁৰপৰা অধিক অংশ, সমান শক্তিসম্পন্নজনৰ-পৰা সমান অংশ আৰু দুৰ্বলজনৰপৰা তাকৰীয়া অংশ গ্ৰহণ কৰাৰ যি চুক্তি সম্পাদন কৰা হয় তাক সমসন্ধি বোলে॥৪॥ ইয়াৰ ওলোটা হ'লে বিষমসন্ধি হয়॥৫॥ এই দুই প্ৰকাৰ সন্ধিত বিশেষ অংশ লাভ কৰিলে অতিসন্ধি (প্ৰৱঞ্চনা) হয়॥৬॥

অধিক বলবান ৰজাও যদি বিপদত পৰে, ব্যসনত আসক্ত হয় বা অনুবিধাৰ সন্মুখীন হয়, তেতিয়া অপেক্ষাকৃত দুৰ্বল ৰজাৰো সৈন্যৰ জোগাই লাভৰ অংশ বাচি চুক্তি কৰিব পাৰে॥৭॥ যাৰ লগত চুক্তি কৰা হয়, তেওঁ যদি (বিজিগীষুৰ) অনিষ্ট সাধন কৰিবলৈ সমৰ্থ হয়, তেতিয়া যুদ্ধ কৰিব, নহলে সন্ধিত আবদ্ধ হোৱা উচিত॥৮॥

এই একে অৱস্থাত পৰা হীনবল ৰজাৰো সৈন্যৰ জোগাই হোৱাতকৈ অধিক লাভৰ অংশ বাচি তেওঁৰ টুটি যোৱা শক্তি আৰু ক্ষমতা পূৰণ কৰিবলৈ অথবা সম্ভাব্য উদ্দেশ্য সাধন কৰিবলৈ অথবা তেওঁৰ মূলস্থান (দুৰ্গ আদি) আৰু পাছফাল ৰক্ষাৰ কাৰণে অধিক শক্তি-সম্পন্ন ৰজাৰ লগত চুক্তিবদ্ধ হ'ব পাৰে॥৯॥ যাৰ লগত চুক্তিবদ্ধ হোৱা যায় তেওঁ যদি

বিজিগীষুৰ অভিপ্ৰায় সৎ বুলি বুজে তেওঁক সহায় কৰিব, নহলে তেওঁৰ লগত যুদ্ধ কৰিব॥১০॥

দুৰ্গৰ ভিতৰত সুৰক্ষিত বা মিত্ৰশক্তিৰ দ্বাৰা সুসহায়সম্পন্ন হীনবল বিজিগীষুৱে শত্ৰুৰ বিৰুদ্ধে যদি অলপ দূৰ বাটৰ যুদ্ধ-যাত্ৰা কৰিব খোঁজে, অথবা বিনা যুদ্ধই অভীষ্ট লাভ কৰিব খোঁজে, নাইবা যি লাভ সুনিশ্চিত তাক পাব খোজে, তেনেহলে বিপদগ্ৰস্ত, প্ৰজাৰ ওচৰত দুৰ্বলতা থকা, নাইবা অসুবিধাৰ সম্মুখীন হোৱা অধিক বলী ৰজাৰে সৈতে তেওঁৰ সৈন্যৰ জোখতকৈ কম লাভৰ অংশ যাচি চুক্তিবন্ধ হব পাৰে॥১১॥ যাৰ লগত চুক্তি কৰা হয় তেওঁ যদি অনিষ্ট সাধিবলৈ সমৰ্থ হয় যুদ্ধ কৰিব, নহলে সন্ধি কৰা উচিত॥১২॥

যদি বেয়াভাৱে কাৰ্য আৰম্ভ কৰা (দুৰ্বল) ৰজাৰ অধিক পৰিমাণে হানি আৰু ব্যয় কৰিব খোজে, বা (নিজৰ) ৰাজদ্ৰোহী সৈন্যবোৰ নিহত কৰাব খোজে, নাইবা যেতিয়া (দুৰ্বল ৰজাৰ) ৰাজদ্ৰোহী সৈন্যসকলক নিজৰ ফলীয়া কৰিবলৈ ইচ্ছা কৰে, অথবা উৎপীড়ন আৰু বিনাশ কৰিব লগীয়া (নিজৰ) শত্ৰুক দুৰ্বল ৰজাৰ হতুৱাই কষ্ট দিয়াব খোজে, বা যদি সৎ অভিপ্ৰায়ে সন্ধিৰ ওপৰত গুৰুত্ব আৰোপ কৰিব খোজে, তেনেহলে কোনো দুৰ্বলতা বা বিপদ নথকা সত্ত্বেও অধিক বলী ৰজায়ো কম লাভৰ অংশ গ্ৰহণ কৰিব পাৰে॥১৩॥ সজ অভিপ্ৰায় থকা (দুৰ্বল) ৰজাৰ লগত একযোগ হৈ অভীষ্ট সিদ্ধি কৰিবলৈ চাব, নহলে যুদ্ধ কৰিব॥১৪॥

এইদৰে সমানে সমানক প্ৰৱঞ্চনা কৰিব বা সহায় কৰিব॥১৫॥

শত্ৰুৰ বিশেষ শ্ৰেণীৰ সৈন্যৰ বিৰুদ্ধে যুঁজিবলৈ সমৰ্থ, বা (শত্ৰুৰ) মিত্ৰ বা বনচৰ সৈন্যৰ লগত যুঁজিবলৈ সমৰ্থ, অথবা শত্ৰুৰ কাৰণে অসুবিধাজনক ঠাইত পথ-প্ৰদৰ্শক হব পৰা সৈন্যৰ বিনিময়ত, অথবা (দুৰ্গ আদি) মূলস্থান আৰু পাৰ্ষ্ণি (পাছফাল) ৰক্ষা কৰিবলৈ সমৰ্থ সৈন্যৰ বিনিময়ত সমান-শক্তি ৰজাই সৈন্যৰ জোখাই লাভৰ অংশ লৈ চুক্তি কৰিব পাৰে॥১৬॥ যাৰ লগত চুক্তি কৰা হয় তেওঁ যদি বিজিগীষুৰ অভিপ্ৰায় সজ দেখে, তেওঁক অনুগ্ৰহ দেখুৱাব, নহলে যুদ্ধ কৰিব॥১৭॥

যি বিপদগ্ৰস্ত, প্ৰজাৰ ওচৰত যাৰ কোনো দুৰ্বলতা আছে, যাৰ বিৰুদ্ধে বহু ৰজাই মূৰ দাঙি উঠিছে, তেনে সমশক্তি (সীমান্তৱৰ্তী) ৰজাৰ লগত আন সমশক্তি ৰজাই সৈন্যৰ জোখতকৈ কম লাভৰ অংশ যাচি চুক্তিবন্ধ হব, অথবা যদি তেওঁ নিজে আন ঠাইৰপৰা সহায় তেওঁ যদি বিজিগীষুৰ অনিষ্ট কৰিবলৈ সমৰ্থ হয়, যুদ্ধ কৰিব নহলে তেওঁৰ লগত সন্ধি কৰিব॥১৯॥

সমশক্তি বিজিগীষুৰ নিজৰ যদি উক্ত অৱস্থা হয়, আৰু যদি সীমান্তৱৰ্তী (শত্ৰু) ৰজাৰ ওপৰত তেওঁৰ কাৰ্যসিদ্ধি নিৰ্ভৰ কৰে, অথবা তেওঁৰ শক্তি সংগঠিত কৰিব লগীয়া হয়, তুল্য-বল ৰজাৰ লগতো সৈন্যৰ জোখতকৈ অধিক লাভৰ অংশ যাচি চুক্তিবন্ধ হ'ব॥২০॥ যাৰ লগত চুক্তি কৰা হয় তেওঁ যদি বিজিগীষুৰ অভিপ্ৰায় সজ দেখে, অনুগ্ৰহ দেখুৱাব, নহলে যুদ্ধ কৰিব॥২১॥

বিজিগীষুৱে যদি বিপদগ্ৰস্ত বা প্ৰজাৰ ওচৰত দুৰ্বলতা থকা ৰলবান, দুৰ্বল বা সম-শক্তি ৰজাক আক্ৰমণ কৰিব খোজে বা সুপৰিকল্পিতভাৱে আৰম্ভ কৰা তেওঁৰ কাৰ্য বা বিক্ৰমৰ সিদ্ধি সুনিশ্চিত তেনে কাৰ্য নষ্ট কৰিব খোজে, বা (দুৰ্গ আদি) মূলস্থানত বা (শত্ৰুৰ বিৰুদ্ধে) যুদ্ধ-যাত্ৰা কৰা সময়ত তেওঁক আক্ৰমণ কৰিবলৈ ইচ্ছা কৰে, অথবা যাৰ বিৰুদ্ধে

শত্ৰুৰে যুদ্ধ-যাত্ৰা কৰিব তেওঁৰপৰা অধিক লাভৰ আশা কৰে, তেনেহলে বলবান, দুৰ্বল বা সমশক্তি ৰজাৰ ওচৰত অধিক লাভৰ অংশ দাবী কৰিব পাৰে॥২২॥ যাৰ ওচৰত অধিক লাভৰ অংশ দাবী কৰা হয়, তেওঁ যদি শত্ৰুৰ সৈন্যৰ দ্বাৰা আনৰ দুৰ্জেয় দুৰ্গ, মিত্ৰসৈন্য বা বনচৰ সৈন্য মৰিমূৰ কৰি নিজৰ সৈন্যবল ৰক্ষা কৰিবলৈ ইচ্ছা কৰে, সুদূৰ ঠাইত দীৰ্ঘকাল ধৰি চলা অভিযানত শত্ৰুৰ সৈন্যক ক্লান্ত আৰু খৰচান্ত কৰিব খোজে, শত্ৰুৰ সৈন্যৰ দ্বাৰা সমৃদ্ধ হৈ নিজেই তেওঁক নিৰ্মূল কৰিবলৈ বিচাৰে, অথবা শত্ৰুৰ সেনাদল ৰুৱাৰস্ত কৰিব খোজে, তেনেহলে অধিক লাভৰ অংশ দিব পাৰে॥২৩॥

বলবান ৰজাই যদি কোনো ৰজাৰ বিৰুদ্ধে অভিযান চলোৱাৰ ছলেৰে হীনবল ৰজাক নিজৰ হাতৰ মুঠিলৈ আনিব খোজে, শত্ৰুক উচ্ছেদ কৰি তেওঁকো উচ্ছেদ কৰিবলৈ ইচ্ছা কৰে, অথবা (অধিক লাভ) ত্যাগ কৰি আকৌ কাঢ়ি লবলৈ মন কৰে, তেনেহলে তেওঁ সৈন্যৰ জোখতকৈ অধিক লাভৰ অংশ দি চুক্তি কৰিব পাৰে॥২৪॥ যাৰ লগত চুক্তি কৰা হয় তেওঁ যদি বিজিগীষুৰ অনিষ্ট সাধন কৰিবলৈ সমৰ্থ হয় তেওঁক আক্ৰমণ কৰিব, নহলে সন্ধি কৰিব॥২৫॥ অথবা, তেওঁ (বিজিগীষুৱে) যাৰ বিৰুদ্ধে অভিযান চলাব সেই ৰজাৰ লগত সন্ধি কৰিব, বা তেওঁক ৰাজদ্ৰোহী সৈন্য, শত্ৰুসৈন্য বা বনচৰ সৈন্য দি সহায় কৰিব॥২৬॥

অধিক বলী ৰজা যদি বিপন্ন হয় বা প্ৰজাৰ ওচৰত তেওঁৰ কোনো দুৰ্বলতা থাকে, তেওঁ হীনবল ৰজাক সৈন্যৰ জোখাই লাভৰ অংশ দি তেওঁৰ লগত চুক্তি কৰিব॥২৭॥ যাৰ লগত চুক্তি কৰা হয়, সেই ৰজা যদি অধিক বলী বিজিগীষুৰ অপকাৰ কৰিবলৈ সমৰ্থ হয় তেওঁক আক্ৰমণ কৰিব, নহলে সন্ধি কৰিব॥২৮॥

এই অৱস্থাত পৰা হীনবল ৰজাৰ লগত অধিক বলী ৰজাই সৈন্যৰ জোখতকৈ কম লাভৰ অংশ দি চুক্তিবদ্ধ হব॥২৯॥ যাৰ লগত চুক্তি কৰা হয়, তেওঁ যদি অধিক বলী বিজিগীষুৰ অপকাৰ কৰিবলৈ সমৰ্থ হয়, তেওঁক আক্ৰমণ কৰিব, নহলে তেওঁৰ লগত সন্ধি কৰিব॥৩০॥

যাৰ ওচৰত চুক্তিৰ প্ৰস্তাৱ কৰা হয় আৰু যিয়ে প্ৰস্তাৱ কৰে সেই
উভয়ে প্ৰথমে উভয়ৰ অভিপ্ৰায় বুজিবলৈ চেষ্টা কৰিব; তাৰ পিছত উভয়
পক্ষৰ বিষয়ে চিন্তা কৰি যি কৰিলে নিজৰ কল্যাণ হয় তাকে কৰিব॥৩১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "দ্বৈতৰপীয়া-নীতিজড়িত সন্ধি-বিগ্ৰহ" নামৰ সপ্তম (আৰম্ভণিৰপৰা ১০৫তম) অধ্যায় সমাপ্ত॥

# অষ্টম অধ্যায়

## ১১৪তম প্ৰকৰণ: আক্ৰান্তপ্ৰায় ৰজাৰ যোগ্য আচৰণ
## ১১৫তম প্ৰকৰণ: সাহায্য পাবৰ যোগ্য বিভিন্ন মিত্ৰ

আক্ৰান্ত হবলৈ ওলোৱা যাতব্য ৰজাই তেওঁৰ বিৰুদ্ধে সহযোগ কৰাসকলৰ মাজত সন্ধিৰ কাৰণ দূৰ কৰাৰ বা নষ্ট কৰাৰ অভিপ্ৰায়ে লাভৰ অংশৰ দুগুণ বাচি সমবায়ভুক্ত ৰজাসকলৰ এজনৰ লগত চুক্তিবদ্ধ হব॥১॥ চুক্তিৰ প্ৰস্তাৱ কৰি তেওঁ (সম্ভাব্য) লোকক্ষয়, অৰ্থব্যয়, (দুৰ্গত) প্ৰৱাস, বিপদ-বিঘিনি, শত্ৰুৰ উপকাৰ আৰু (নিজৰ) শাৰীৰিক কষ্টৰ কথা সেই ৰজাৰ ওচৰত বৰ্ণনা কৰিব॥২॥ তেওঁ যদি সেইবোৰ মানি লয় জোতিদ্বা তেওঁক

(প্ৰীতিপ্ৰদ্‌ত) ধন বাচিব॥৩॥ অথবা, আন ৰজাসকলৰ প্ৰতি তেওঁৰ বৈৰিতা সৃষ্টি কৰি তেওঁ-লোকৰপৰা তেওঁক বিচ্ছিন্ন কৰিব॥৪॥

কোনো ৰজাই যদি কাৰ্য আৰম্ভ কৰোঁতে ভুল কৰা ৰজাৰ আৰু অধিক লোকক্ষয় আৰু অৰ্থব্যয় ঘটাবলৈ ইচ্ছা কৰে, তাহলেৰে আৰম্ভ কৰা অভিযানৰ কৃতকাৰ্যতাত বাধা জন্মাব খোজে, (দুৰ্গ আদি) মূলস্থানত বা অভিযান চলাই থকা অৱস্থাত তেওঁক আক্ৰমণ কৰিবলৈ ইচ্ছা কৰে, আক্ৰান্তপ্ৰায় ৰজাৰ লগত সন্ধি কৰি আকৌ তেওঁৰপৰা অধিক অৰ্থ পাবলৈ ইচ্ছা কৰে, তেঁতিয়া টকা-পইচাৰ নাটনি হলেও, বা সেই ৰজাক বিশ্বাস কৰিব নোৱাৰিলেও তেওঁ সেই সময়ত অলপীয়া ধন লৈ ভৱিষ্যতে অধিক পাবলৈ বিচাৰিব॥৫॥

মিত্ৰৰ উপকাৰ আৰু শত্ৰুৰ হানিৰ লগতে নিজৰ সা-সুবিধা অবিচ্ছিন্নভাৱে চলি থকা দেখিলে, অথবা আগেয়ে উপকাৰ কৰা ৰজাৰ হতুৱাই আকৌ উপকাৰ কৰাব খুজিলে, উপস্থিত কালত প্ৰচুৰ লাভ পৰিত্যাগ কৰি ভৱিষ্যতেও কম লাভৰ আশা কৰা উচিত॥৬॥

ৰাজদ্ৰোহী কৰ্মচাৰী আৰু শত্ৰুৰ দ্বাৰা, অথবা ৰাজ্য কাঢ়ি নিবলৈ ওলোৱা বলৱন্ত ৰজাৰ দ্বাৰা আক্ৰান্ত কোনো ৰজাক উদ্ধাৰ কৰিব খুজিলে, (সেই ৰজাৰ হতুৱাই) নিজৰ তেনেকুৱা উপকাৰ সাধন কৰাবলৈ ইচ্ছা কৰিলে, অথবা (পৰম্পৰৰ মাজত থকা) সম্বন্ধৰ প্ৰতি শ্ৰদ্ধা দেখুৱাব খুজিলে বৰ্তমান আৰু ভৱিষ্যত উভয় কালতে কোনো লাভ গ্ৰহণ নকৰিব॥৭॥

সন্ধি কৰি তাক লঙ্ঘন কৰিব খুজিলে, শত্ৰুৰ প্ৰজাবৰ্গক দুৰৱস্থাত পেলাবলৈ বা মিত্ৰ আৰু শত্ৰুৰ লগত শত্ৰুৱে কৰা সন্ধিৰ বিচ্ছেদ কৰিবলৈ ইচ্ছা কৰিলে, অথবা শত্ৰুৰ আক্ৰমণৰ আশঙ্কা কৰিলে, অপ্ৰাপ্ত লাভ বা অধিক লাভ দাবী কৰিব॥৮॥ লাভ আদায় কৰা সম্পৰ্কে আনপক্ষই বৰ্তমান আৰু ভৱিষ্যৎ কালৰ ক্ৰম (অৰ্থাৎ বৰ্তমানত কি কৰা ভাল আৰু ভৱিষ্যতে কি কৰা ভাল, তাক) বিবেচনা কৰি চাব॥৯॥ ইয়াৰ দ্বাৰা আগতে উল্লেখ কৰাসকলৰ (সূঃ ৫।৬।৭) কথাও বুজোৱা হ'ল॥১০॥

অৰি আৰু বিজিগীষুৱে নিজ নিজ মিত্ৰক সহায় কৰিব খুজিলে যিয়ে সম্ভৱপৰ, নিৰ্দোষ আৰু ফলদায়ক কাৰ্য আৰম্ভ কৰে, যিজন কাৰ্য সম্পাদন কৰাত দৃঢ়সঙ্কল্প বা যাৰ প্ৰজাবৰ্গ অনুৰক্ত তেনে মিত্ৰক সহায় কৰিলে বিশেষ সুবিধা হয়॥১১॥ সম্ভৱপৰ কাৰ্য আৰম্ভ কৰাজনে নিজৰ সামৰ্থ্য অনুসৰি কাৰ্য আৰম্ভ কৰে; নিৰ্দোষ কৰ্ম আৰম্ভ কৰাজনে খুঁত নোহোৱাকৈ কাৰ্য কৰে আৰু ফলদায়ক কাৰ্য আৰম্ভ কৰাজনে ভৱিষ্যতে শুভ ফলদায়ক কাৰ্য কৰে॥১২॥ কাৰ্য সম্পাদনত যি দৃঢ়সঙ্কল্প তেওঁ কাম শেষ নকৰাকৈ নেৰে॥১৩॥ যাৰ প্ৰজাবৰ্গ অনুৰক্ত তেওঁৰ যোগ্য সহায়-সাৰথি থকা বাবে তেওঁ সামান্য সাহায্য লাভ কৰিয়ে কাৰ্য সাধন কৰে॥১৪॥ এইসকল মিত্ৰই (সাহায্য লাভ কৰি) নিজৰ কাৰ্যসিদ্ধি কৰিব পাৰিলে সহজে আৰু প্ৰভূত পৰিমাণে প্ৰত্যুপকাৰ কৰে॥১৫॥ ইয়াৰ ওলোটা স্বভাৱৰ মিত্ৰ সহায়ৰ অযোগ্য॥১৬॥

অৰি আৰু বিজিগীষু দুয়ো যদি এজনকে সহায় কৰে, যিজনে মিত্ৰক বা (উভয়ৰে মিত্ৰ হলেও নিজৰ লগত) অধিক মিত্ৰতা থকা লোকক সহায় কৰে, তেওঁ আনজনতকৈ অধিক ফল লাভ কৰে॥১৭॥ কাৰণ, মিত্ৰৰপৰা তেওঁ নিজৰ সমৃদ্ধি লাভ কৰে, আনজনৰ ভাগত পৰে (কেৱল) লোকক্ষয়, অৰ্থব্যয়, প্ৰৱাস আৰু শত্ৰুৰ উপকাৰ সাধন॥১৮॥ আৰু নিজৰ উদ্দেশ্য সিদ্ধ হ'লে শত্ৰু (স্বাভাৱিকতে) বিৰোধী হৈ উঠে॥১৯॥

কিন্তু যেতিয়া দুয়োজনে মধ্যম ৰজাক সহায় কৰে, তাৰ ভিতৰত যিজনে মিত্ৰৰূপে বা

বেছি ভাল মিত্ৰৰূপে থকা মধ্যম ৰজাক সহায় কৰে তেওঁ আনজনতকৈ বেছি সুবিধা লাভ কৰে॥২০॥ কাৰণ, মিত্ৰৰপৰা তেওঁ নিজৰ সমৃদ্ধি লাভ কৰে, আনজনৰ ভাগত পৰে (কেৱল) লোকক্ষয়, অৰ্থব্যয়, প্ৰৱাস আৰু শত্ৰুৰ উপকাৰ সাধন॥২১॥ সহায় লাভ কৰাৰ পিছত যদি মধ্যম ৰজা বিৰোধী হৈ উঠে, শত্ৰুৱে বিজিগীষুতকৈ অধিক সুবিধা লাভ কৰে॥২২॥ কাৰণ, শত্ৰুৱে মধ্যম ৰজাক সহায় কৰিবলৈ যত্নপৰ (আৰু পিছত) মধ্যমৰ শত্ৰু হৈ তেওঁক পৰিত্যাগ কৰি এক সাধাৰণ উদ্দেশ্য লৈ (মধ্যমৰ প্ৰতি শত্ৰুভাৱ কৰি) উপস্থিত হোৱা বিজিগীষুক (মিত্ৰৰূপে) লাভ কৰে॥২৩॥

ইয়াৰ দ্বাৰা (অৰ্থাৎ মধ্যম ৰজাক সহায় কৰা নীতিৰ দ্বাৰা) উদাসীন ৰজাক সহায় কৰাৰ কথাও (অৰ্থাৎ একে নীতিৰে তেওঁকো যে সহায় কৰিব লাগে) বুজোৱা হ'ল॥২৪॥

মধ্যম আৰু উদাসীন ৰজাক সৈন্যবাহিনীৰ কিছু অংশ দিব লগীয়া হ'লে, যিয়ে সাহসী, অস্ত্ৰপটু, কষ্টসহিষ্ণু আৰু অনুৰক্ত সৈন্য দি সহায় কৰিব তেওঁ ঠগ খাব॥২৫॥ ইয়াৰ ওলোটা কৰাজনে তেওঁক ঠগিব॥২৬॥

কিন্তু য'ত সৈন্য পঠিয়ালে সেই সৈন্যই নিৰ্দিষ্ট লক্ষ্য সাধন কৰাৰ উপৰিও আন কাৰ্য সাধন কৰে, সেই ক্ষেত্ৰত স্থান আৰু কাল জনা থাকিলে মৌল (পুৰুষানুক্ৰমিক), ভৃত (বেতন-ভোগী), শ্ৰেণী (সঙ্ঘবদ্ধ সৈন্য), মিত্ৰ আৰু অটবী (বনচৰ) সৈন্যৰ মাজৰ যি কোনো এবিধ দি সহায় কৰিব; অথবা দূৰ দেশলৈ আৰু দীৰ্ঘকালৰ কাৰণে পঠিয়াব লাগিলে শত্ৰু আৰু অটবী-সৈন্য দি সহায় কৰিব॥২৭॥

কিন্তু কোনো ৰজাৰ সম্বন্ধে যদি বিজিগীষুৱে ভাবে—'প্ৰয়োজন সিদ্ধি হোৱাৰ পিছত এওঁ মোৰ সৈন্যবোৰ হাত কৰিব, সিহঁতক শত্ৰু বা অটবী-সৈন্যৰ লগত থাকিবলৈ দিব, অনুপ-যোগী ঠাই বা সময়ত ৰাখি থ'ব, অথবা সিহঁতক অকামিলা কৰি পেলাব', তেতিয়া সৈন্যবাহিনী (আনকালে) কামত ব্যস্ত থকাৰ অজুহাত দেখুৱাই সহায় নকৰিব॥২৮॥ এইদৰে তেওঁক সহায় আগবঢ়োৱাটো যদি অপৰিহাৰ্য হৈ উঠে তেনেহ'লে সেই বিশেষ সময়ৰ উপযোগী সৈন্য দি সহায় কৰিব॥২৯॥ আৰু (অভিযান) শেষ নহয় মানে তেওঁ সেই সেনাক (উপযুক্ত ঠাইত) থকা-মিলাৰ সুবিধা কৰাব আৰু যুদ্ধ কৰিব দিব আৰু সেনাৰ বিবোৰ বিপদ হ'ব পাৰে সেইবোৰৰপৰা ৰক্ষা কৰিব॥৩০॥ প্ৰয়োজন সিদ্ধ হোৱাৰ পিছত কোনো অজুহাতত সেই সৈন্য তেওঁৰপৰা ঘূৰাই আনিব॥৩১॥ অথবা, তেওঁক ৰাজদ্ৰোহী সৈন্য, শত্ৰুসৈন্য বা অটবী-সৈন্য দিব॥৩২॥ অথবা, যাতব্যৰ (আক্ৰান্তপ্ৰায়) লগত সন্ধি কৰি তেওঁক প্ৰতাৰণা কৰিব॥৩৩॥

কাৰণ, যেতিয়া (উভয়ৰ) সমানে লাভ হয়, তেতিয়া সন্ধি কৰিব লাগে
আৰু লাভ অসমান হলে সমান, দুৰ্বল আৰু বলৱন্ত ৰজাৰ কাৰণে যুদ্ধ
কৰা বিধেয়; সন্ধি আৰু যুদ্ধৰ কথা এইদৰে বৰ্ণনা কৰা হ'ল॥৩৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "আক্ৰান্তপ্ৰায় ৰজাৰ যোগ্য আচৰণ" আৰু "সাহায্য পাবৰ যোগ্য বিভিন্ন মিত্ৰ" নামৰ অষ্টম (আৰম্ভণিৰপৰা ১০৬তম) অধ্যায় সমাপ্ত॥

# নবম অধ্যায়

## ১১৬তম প্ৰকৰণ : মিত্ৰসন্ধি, হিৰণ্যসন্ধি, ভূমিসন্ধি আৰু কৰ্মসন্ধিৰ অন্তৰ্গত মিত্ৰসন্ধি আৰু হিৰণ্যসন্ধি

সন্ধি কৰি যুদ্ধ-যাত্ৰা কৰাৰ ফলত লাভ হোৱা মিত্ৰ, হিৰণ্য (টকা-পইছা) আৰু ভূমিৰ ভিতৰত আগৰটোতকৈ পাছৰটো বেছি ভাল॥১॥ কাৰণ, ভূমি লাভ হলে মিত্ৰ আৰু হিৰণ্য লাভ হয়, হিৰণ্য লাভ হলে মিত্ৰ লাভ হয়॥২॥ অথবা, যিটো লাভ হলে বাকী দুটাৰ এটা সিদ্ধ কৰিব পাৰে সেই লাভেই প্ৰশস্ত॥৩॥

'আমি উভয়ে মিত্ৰ লাভ কৰোঁহক'—এই সন্ধি আৰু এনে ধৰণৰ সন্ধিক সমসন্ধি বোলা হয়॥৪॥ 'আপুনি মিত্ৰ লাভ কৰক (আৰু মই হিৰণ্য বা ভূমি লাভ কৰোঁ)'—এই সন্ধি আৰু এনে ধৰণৰ সন্ধিক বিষম-সন্ধি বোলা হয়॥৫॥ এই দুই প্ৰকাৰ সন্ধিতে কোনোজনৰ বিশেষ লাভ হলে প্ৰতাৰণা হয়॥৬॥

কিন্তু সমসন্ধিত যিয়ে মিত্ৰসম্পদযুক্ত (৬।১।১২) মিত্ৰক লাভ কৰে অথবা সেই মিত্ৰ বিপন্ন হোৱা সময়ত তেওঁক লাভ কৰে, তেওঁ বিশেষ লাভবান হয়॥৭॥ কাৰণ, বিপদে মিত্ৰত্ব দৃঢ় কৰে॥৮॥

মিত্ৰৰ বিপদৰ সময়তো যিজন মিত্ৰ স্থিৰ কিন্তু বশৱৰ্তী নহয় আৰু যিজন অস্থিৰ অথচ বশৱৰ্তী—এই দুজনৰ মাজত কোনজনক গ্ৰহণ কৰিব? এই সম্পৰ্কে আচাৰ্যসকলে কয়—'বশৱৰ্তী নহলেও স্থিৰজনকে গ্ৰহণ কৰিব, কাৰণ তেনে মিত্ৰই উপকাৰ কৰিব নোৱাৰিলেও অপকাৰ নকৰে'॥৯॥ কৌটিল্যাই কয়—'সেইটো নহয়।'॥১০॥ অস্থিৰ হলেও বশৱৰ্তীজনকে পচন্দ কৰিব॥১১॥ যেতিয়ালৈকে উপকাৰ কৰি থাকিব, তেতিয়ালৈকে তেওঁ মিত্ৰ, কাৰণ মিত্ৰৰ লক্ষণেই হৈছে উপকাৰ কৰা॥১২॥

আচাৰ্যসকলে কয়—'এজন পৰ্যাপ্ত সহায়কাৰী অথচ অস্থিৰ, আনজন ক্ষুদ্ৰ সহায়কাৰী কিন্তু স্থিৰ, এনে দুজন বশৱৰ্তী হলেও (যদি তেওঁলোকৰ মাজত এজনক বাচি লব লগীয়া হয় সেই ক্ষেত্ৰত) যিজন পৰ্যাপ্ত সহায়কাৰী অথচ অস্থিৰ তেওঁকে প্ৰথম স্থান দিব লাগিব, কিয়নো অস্থিৰ হলেও পৰ্যাপ্ত সহায়কাৰীজনে কম সময়ৰ ভিতৰতে প্ৰচুৰ সাহায্য আগবঢ়াই বিপুল ব্যয়ৰ প্ৰতিবিধান কৰে।'॥১৩॥ কৌটিল্যাই কয়—'নহয়'॥১৪॥ অাকণীয়া সাহায্য আগবঢ়ালেও স্থিৰজনেই শ্ৰেয়ঃ॥১৫॥ পৰ্যাপ্ত সহায় কৰাৰ সামৰ্থ্য থকা অস্থিৰ মিত্ৰই উপকাৰ কৰাৰ ভয়ত আঁতৰি যাব পাৰে, নাইবা উপকাৰ কৰি প্ৰত্যুপকাৰ বিচাৰিব পাৰে॥১৬॥ ক্ষুদ্ৰ সহায়কাৰী স্থিৰ মিত্ৰই অনবৰত ক্ষুদ্ৰ সাহায্য কৰি কৰি দীৰ্ঘকালৰ অন্তত প্ৰচুৰ সাহায্য কৰে॥১৭॥

আচাৰ্যসকলে কয়—'এজন সবল মিত্ৰ, কিন্তু সৈন্য-সামন্ত সাজু কৰি উলিয়াওঁতে তেওঁৰ বহুত সময় লাগে, আনজন দুৰ্বল মিত্ৰ, কিন্তু ততালিকে সৈন্য-বল প্ৰস্তুত কৰিব পাৰে—এই দুজনৰ মাজত সৈন্য-সামন্ত সাজু কৰোঁতে দীঘলীয়া সময় লাগিলেও সবলজনৰ সাহায্যহে গৌৰৱজনক; সৈন্য-সামন্ত সাজু কৰি উঠাৰ পিছত কাৰ্যসাধন কৰিবলৈ তেওঁ সক্ষম হব।'॥১৮॥ কৌটিল্যাই কয়—'নহয়'॥১৯॥ ততালিকে সৈন্যবল প্ৰস্তুত কৰিব পৰা দুৰ্বল মিত্ৰই কাৰ্যসাধনৰ সময় নষ্ট নকৰে আৰু দুৰ্বল কাৰণে তেওঁক যেনে ইচ্ছা তেনেভাৱে ব্যৱহাৰ কৰিব পাৰি; কিন্তু বিশাল ৰাজ্যৰ অধিপতি আনজনক নোৱাৰি'॥২১॥

আচাৰ্যসকলে কয়—ভাগ ভাগ হৈ থকা সৈন্যসমূহ আৰু বশ নমনা সৈন্যসমূহ—এই দুই শ্ৰেণীৰ মাজত বশ মনা কাৰণে ভাগ ভাগ হৈ থকা সৈন্যসমূহক পুনৰ একত্ৰিত কৰিব পাৰি।'॥২২॥ কৌটিল্যই কয়—'নহয়'॥২৩॥ বশ নমনা সৈন্যদলেই ভাল॥২৪॥ কিয়নো, বশ নমনাসকলক সাম আদি উপায়ৰ দ্বাৰা বশ মনাব পাৰি, কিন্তু ভাগ ভাগ হৈ কাৰ্যত ব্যস্ত থকা আনপক্ষক একগোট কৰিব নোৱাৰি॥২৫॥

আচাৰ্যসকলে কয়—জনবল দি সহায় কৰা আৰু টকা-পইছা দি সহায় কৰা—এই দুই মিত্ৰৰ ভিতৰত 'জন-বল দি সহায় কৰা মিত্ৰই শ্ৰেয়ঃ; মানুহ দি সহায় কৰা মিত্ৰই গৌৰব বঢ়ায় আৰু তেওঁ জন-বল লৈ প্ৰস্তুত হৈ উঠিলে কাৰ্যসাধন কৰিব পাৰে।'॥২৬॥ কৌটিল্যই কয়—'নহয়'॥২৭॥ টকা-পইছা দি সহায় কৰা মিত্ৰই ভাল॥২৮॥ কাৰণ, টকা-পইছা সদায় কামত খটুৱাব পাৰি, সৈন্য-বল কদা-কাচিতহে দৰ্কাৰ হয়॥২৯॥ টকা-পইছা হলে সৈন্য-বল আৰু আন আন অভীষ্ট বস্তুও সংগ্ৰহ কৰিব পাৰি'॥৩০॥

টকা-পইছা দি সহায় কৰা আৰু ভূ-সম্পত্তি দি সহায় কৰা—এই দুই প্ৰকাৰ মিত্ৰৰ ভিতৰত 'টকা-পইছা দি সহায় কৰা মিত্ৰই টকা-পইছা সচল কাৰণে সকলো প্ৰকাৰ ব্যয় বহন কৰিব পাৰে'—এই বুলি আচাৰ্যসকলে কয়॥৩১॥ কৌটিল্যই কয়—'নহয়॥৩২॥ আগতে কোৱা হৈছে যে ভূ-সম্পত্তি লাভ হলে তাৰ দ্বাৰা মিত্ৰ আৰু টকা-পইছাও লাভ হয়॥৩৩॥ সেই কাৰণে ভূ-সম্পত্তি দান কৰি সহায় কৰা মিত্ৰ শ্ৰেয়ঃ'॥৩৪॥

(দুই মিত্ৰপক্ষৰপৰা) জন-বলৰ সাহায্য সমান পৰিমাণৰ হলে সাহস, কষ্টসহিষ্ণুতা, আনুগত্য নাইবা মিত্ৰপক্ষৰপৰা সমগ্ৰ সৈন্যবাহিনী লাভ বিশেষ গুণ (বুলি বিবেচিত হ'ব)॥৩৫॥

(দুই মিত্ৰপক্ষৰপৰা) টকা-পইছাৰ সাহায্য সমান হলে প্ৰাৰ্থিত অৰ্থলাভ, প্ৰচুৰ লাভ লঘুপ্ৰয়াস আৰু সততে পোৱা সাহায্য বিশেষ গুণ (বুলি বিবেচিত হ'ব)॥৩৬॥

এই বিষয়ে এনেকুৱা কথা আছে—॥৩৭॥

> বিশিষ্ট মিত্ৰৰ ছটা গুণ থকা বুলি কোৱা হয়। সেই ছটা গুণ হৈছে —স্থিৰতা, বশ্যতা, শীঘ্ৰে সৈন্যবল প্ৰস্তুত কৰিব পৰা, বংশক্ৰমিকতা, মহত্ত্ব আৰু অকপটতা॥৩৮॥
>
> টকা-পইছাৰ বিবেচনা নকৰি স্নেহবশতঃ যাক ৰক্ষা কৰা হয় আৰু যি ৰক্ষা কৰে আৰু দীৰ্ঘকাল ধৰি যাৰ লগত সম্বন্ধ ঘনিষ্ঠ হৈ উঠে, সেইজনেই স্থিৰ মিত্ৰ॥৩৯॥
>
> বশৱৰ্তী মিত্ৰ তিনি প্ৰকাৰ—সৰ্বস্ব দি সহায় কৰোঁতা, বিবিধ বস্তু দি সহায় কৰোঁতা আৰু অপৰিমিত বস্তু দি সহায় কৰোঁতা; আন তিনি প্ৰকাৰ বশৱৰ্তী মিত্ৰ হৈছে—একফালে, উভয় ফালে আৰু সকলো ফালে (৭।১৬।১০-১৫ চাওক) সহায় কৰোঁতা॥৪০॥
>
> সহায় গ্ৰহণকাৰীয়ে হওক বা দানকাৰীয়ে হওক যি শত্ৰুৰ অনিষ্ট সাধন কৰি জীৱিকা নিৰ্বাহ কৰে আৰু আত্মৰক্ষা কৰিবলৈ যাৰ দুৰ্গ বা অৰণ্য আছে, তেওঁ অবশীভূত নিত্য (স্থিৰ) মিত্ৰ॥৪১॥
>
> যি আনৰ লগত যুদ্ধৰত হৈ বা সাধাৰণ বিপদত পৰিয়ে (পৰস্পৰৰ) উপকাৰৰ অৰ্থে সন্ধি কৰে, তেওঁ বশীভূত, কিন্তু অস্থিৰ মিত্ৰ॥৪২॥

পৰস্পৰৰ মাজত এক উদ্দেশ্যৰ সম্পৰ্ক থকা, উপকাৰক আৰু অবিচলিত মিত্ৰই প্ৰকৃত মিত্ৰৰ গুণ থকা মিত্ৰ, যি বিপদ কালতো কপট আচৰণ নকৰে॥৪৩॥

(একান্ত) বন্ধুভাৱসম্পন্ন মিত্ৰই স্থিৰ মিত্ৰ, শত্ৰুৰ প্ৰতি সহানুভূতি থকা মিত্ৰ অস্থিৰ, (শত্ৰু মিত্ৰ) উভয়ৰে প্ৰতি অনুৰাগ নাথাকিলে উদাসীন আৰু উভয়ৰ প্ৰতি অনুৰাগ থাকিলে উভয়ভাৱী (অৰ্থাৎ দুয়োৰো প্ৰতি সহানুভূতিশীল)॥৪৪॥

(দুটা প্ৰবল ৰাজশক্তিৰ) মাজত অৱস্থিত বিজিগীষুৰ শত্ৰুও (এক প্ৰকাৰ) মিত্ৰ; তেনে মিত্ৰই কোনো বাধ্য-বাধকতাৰ অভাৱত বা সামৰ্থ্যৰ অভাৱত উপকাৰ নকৰে॥৪৫॥

শত্ৰুৰ স্নেহ, আশ্ৰয় বা পূজাৰ পাত্ৰ হৈও অথবা শত্ৰুৰ লগত সম্বন্ধ থকা সত্ত্বেও যিয়ে (বিজিগীষুৰ) উপকাৰ সাধন কৰে, তেওঁ (বিজিগীষু আৰু শত্ৰু উভয়ৰে) উমৈহতীয়া মিত্ৰ॥৪৬॥

যি মিত্ৰ বিশাল ৰাজ্যৰ অধিপতি, (যি আছে তাতেই) সন্তুষ্ট, বলৱান, এলেহুৱা প্ৰকৃতিৰ আৰু ব্যসনাসক্ত হোৱা কাৰণে (লোকৰ) অশ্ৰদ্ধাৰ পাত্ৰ হৈছে, তেনে মিত্ৰ (উপকাৰ কৰা সম্পৰ্কে) উদাসীন হয়॥৪৭॥

নিজৰ দুৰ্বলতাৰ কাৰণে যি শত্ৰু আৰু বিজিগীষু উভয়ৰে উন্নতিৰ ওপৰত নিৰ্ভৰশীল, উভয়ে যাক শত্ৰুভাৱে নাচায়, তেওঁ উভয়ভাৱী (উভয়ৰ প্ৰতি সহানুভূতিশীল) মিত্ৰ॥৪৮॥

কোনো কাৰণ বশতঃ বা অকাৰণতে গুচি গৈ কাৰণ বশতঃ বা অকাৰণতে আকৌ উলটি অহা মিত্ৰক যিয়ে উপেক্ষা কৰে, তেওঁ মৃত্যুক আলিঙ্গন কৰে॥৪৯॥

ততালিকে হোৱা তাকৰীয়া লাভ আৰু দীৰ্ঘকালৰ অন্তত হোৱা অপৰিমিত লাভ—এই দুই প্ৰকাৰ লাভৰ মাজত আচাৰ্যসকলৰ মতে 'কাৰ্য, স্থান আৰু কালৰ উপযোগী হলে ততালিকে হোৱা তাকৰীয়া লাভেই শ্ৰেয়ঃ'॥৫০॥ কৌটিল্যই কয়—নহয়॥৫১॥ বিনষ্ট হৈ যোৱাৰ সম্ভাৱনা নাথাকিলে, (শস্যৰ) বীজৰ দৰে গুণাবিশিষ্ট (অৰ্থাৎ ভৱিষ্যতে বিপুল ফলপ্ৰসূ) দীৰ্ঘকালৰ মূৰত হোৱা অপৰিমিত লাভেই শ্ৰেয়ঃ, ইয়াৰ বিপৰীত হলে আগৰটোৱে শ্ৰেয়ঃ'॥৫২॥

এইদৰে বিজিগীষুৱে নিশ্চিত লাভ বা লাভাংশৰ গুণাগুণ বুজি,
নিজৰ স্বাৰ্থসিদ্ধিৰ প্ৰতি মনোনিৱেশ কৰি সামন্ত ৰজাসকলৰ লগত
সন্ধিবদ্ধ হৈ (শত্ৰুৰ বিৰুদ্ধে) যুদ্ধ-যাত্ৰা কৰিব॥৫৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "মিত্ৰ-সন্ধি, হিৰণ্য-সন্ধি, ভূমি-সন্ধি আৰু কৰ্মসন্ধিৰ অন্তৰ্গত মিত্ৰ-সন্ধি আৰু হিৰণ্য-সন্ধি" নামৰ নৱম (আৰম্ভণিৰপৰা ১০৭তম) অধ্যায় সমাপ্ত॥

# দশম অধ্যায়

## ১১৬তম প্ৰকৰণ : মিত্ৰ-সন্ধি, হিৰণ্য-সন্ধি, ভূমি-সন্ধি আৰু কৰ্ম্ম-সন্ধিৰ অন্তৰ্গত ভূমি-সন্ধি

'তুমি আৰু মই দুয়ো ভূমি লাভ কৰিম'—এইদৰে চুক্তিবদ্ধ হোৱাই ভূমি-সন্ধি॥১॥

তেওঁলোকৰ মাজত যিজনে প্ৰয়োজন উপস্থিত হলে গুণসম্পন্ন (৬।১।৮ চাওক) ভূমি লাভ কৰিবলৈ সক্ষম হয়, তেওঁ (আনজনৰ তুলনাত) অধিক লাভবান হয়॥২॥

যদি দুয়োজনেই সমান গুণসম্পন্ন ভূমি লাভ কৰে, তেনেহলে যিজনে বলবান ৰজাক আক্ৰমণ কৰি ভূমি লাভ কৰে তেওঁ অধিক লাভবান হয়॥৩॥ কিয়নো, তেওঁ ভূমিও লাভ কৰিলে, শত্ৰুকো দুৰ্বল কৰিলে আৰু গৌৰৱো আৰ্জ্জিলে॥৪॥ দুৰ্বল ৰজাৰপৰা ভূমি লাভ কৰা সহজ-সাধ্য—এই কথা সঁচা॥৫॥ কিন্তু দুৰ্বল ৰজাৰপৰা লাভ কৰা ভূমিও নিকৃষ্ট আৰু (আগতে) মিত্ৰ হৈ থকা তেওঁৰ (দুৰ্বল ৰজাৰ) সীমান্তবৰ্তী ৰজাও শত্ৰুত পৰিণত হয়॥৬॥

সমান বলশালী শত্ৰুৰ ভিতৰত যি বিজিগীষুৱে (নিজ দুৰ্গত) সুপ্ৰতিষ্ঠিত শত্ৰুক নিৰ্মূল কৰি ভূমি লাভ কৰে, তেওঁৰ অধিক লাভ হয়॥৭॥ কাৰণ, দুৰ্গ লাভ হলে নিজৰ ৰাজ্যৰ ৰক্ষাৰ ব্যৱস্থা হয় আৰু শত্ৰু আৰু আটবিকসকলকো (অৰণ্যবাসী কৈদসমূহকো) প্ৰতিহত কৰাত সুবিধা হয়॥৮॥

অপ্ৰতিষ্ঠিত (দুৰ্গাদিবিহীন) শত্ৰুৰপৰা ভূমি লাভ হলে, সেই শত্ৰু যদি সীমান্তবৰ্তী দুৰ্বল ৰজা হয়, তেতিয়া বিশেষ লাভ হয়॥৯॥ কাৰণ, দুৰ্বল সীমান্তবৰ্তী ৰজাৰ ভূমিৰ ৰক্ষণাবেক্ষণ আৰু শ্ৰীবৃদ্ধিসাধন শীঘ্ৰে সম্ভৱপৰ হয়॥১০॥ বলৱান সীমান্তবৰ্তী ৰজাৰ ভূমিৰ ক্ষেত্ৰত ইয়াৰ ওলোটাটো হয়; সেই ভূমি বিজিগীষুৰ ৰাজ-কোষ আৰু সৈন্যৰ ক্ষতি-সাধক হয়॥১১॥

স্থায়ী শত্ৰুৰ গুণসম্পন্ন ভূমি আৰু অস্থায়ী শত্ৰুৰ কম গুণসম্পন্ন ভূমিৰ মাজত কোনটো শ্ৰেয়ঃ? আচাৰ্যসকলে কয়—'স্থায়ী শত্ৰুৰ গুণসম্পন্ন ভূমিয়ে শ্ৰেয়ঃ, কিয়নো, গুণসম্পন্ন ভূমিয়ে ৰাজ-কোষ আৰু সৈন্য সংগ্ৰহত সহায় কৰে আৰু এই দুটাই শত্ৰু নিৰ্মূল কৰে।'॥১২॥ কৌটিল্যাই কয়—'নহয়'॥১৩॥ স্থায়ী শত্ৰুৰ ভূমি-লাভৰপৰা গুৰুতৰ শত্ৰু লাভ হয়॥১৪॥ যি স্থায়ী শত্ৰু তাৰ উপকাৰে কৰক বা অপকাৰে কৰক সি শত্ৰুই হৈ থাকে, কিন্তু যি অস্থায়ী শত্ৰু তাৰ উপকাৰ কৰিলে বা অপকাৰ নকৰাকৈ থাকিলে সি শান্ত হয়॥১৫॥

যি ভূমিৰ সীমান্তৰ সিপাৰে বহুত দুৰ্গ থাকে, যত ডকাইত আৰু ম্লেচ্ছ-জাতীয় অৰণ্যবাসী লোকসমূহ বিচৰণ কৰি ফুৰে সেই ভূমিকে নিত্যামিত্ৰা (অৰ্থাৎ স্থায়ী শত্ৰুযুক্ত) বোলা হয় আৰু ইয়াৰ ওলোটা হলে সেই ভূমিক অনিত্যামিত্ৰা (অৰ্থাৎ স্থায়ী শত্ৰুহীন) বোলা হয়॥১৬॥

(নিজ ৰাজ্যৰ) ওচৰত থকা কম পৰিমাণৰ ভূমি আৰু দূৰত থকা বেছি পৰিমাণৰ ভূমিৰ মাজত ওচৰৰ কম পৰিমাণৰ ভূমি-লাভেই শ্ৰেয়ঃ॥১৭॥ কিয়নো, ইয়াক পোৱাও সহজ আৰু ৰক্ষা কৰাও সহজ আৰু (প্ৰয়োজন হলে) ইয়াত আশ্ৰয় লোৱাও সহজ॥১৮॥ কিন্তু দূৰত থকা ভূমি ইয়াৰ বিপৰীত॥১৯॥

দূৰৱৰ্তী দুই ভূমিৰ ভিতৰতো, সৈন্যৰ দ্বাৰা ৰক্ষিত ভূমি আৰু আপোনা-আপুনি ৰক্ষিত হোৱা ভূমি—ইয়াৰ মাজত আপোনা-আপুনি ৰক্ষিত হোৱা ভূমিয়ে শ্ৰেয়ঃ॥২০॥ কাৰণ,

আপোনা-আপুনি ৰক্ষিত হোৱা ভূমি সেই ভূমিৰপৰা উৎপন্ন হোৱা ৰাজস্ব আৰু তাৰেই সৈন্যৰ দ্বাৰা ৰক্ষিত হয়॥২১॥ সৈন্যৰ দ্বাৰা ৰক্ষিত ভূমি ইয়াৰ বিপৰীত, ই (কেৱল) সৈন্যৰ থকা ঠাই (হে হয়)॥২২॥

মূৰ্খ ৰজাৰপৰা ভূমি-লাভ আৰু জ্ঞানী ৰজাৰপৰা ভূমি-লাভ—এই দুটাৰ ভিতৰত মূৰ্খ ৰজাৰপৰা ভূমি-লাভ শ্ৰেয়ঃ॥২৩॥ কাৰণ, ইয়াক সহজে লাভ কৰিব পাৰি আৰু সহজে ৰক্ষা কৰিব পাৰি আৰু পুনৰ ঘূৰাই দিব লগীয়াও নহয়॥২৪॥ জ্ঞানী ৰজাৰ ভূমিৰ ক্ষেত্ৰত ইয়াৰ বিপৰীত হয়: সেই ভূমি (অৰ্থাৎ তাত থকা প্ৰজাবৰ্গ) ৰজাৰ প্ৰতি অনুৰক্ত॥২৫॥

পীড়ন কৰিব লগীয়া শত্ৰু আৰু নিৰ্মূল কৰিব লগীয়া শত্ৰু—এই দুজনৰ ভূমি লাভ কৰাৰ প্ৰশ্ন উঠিলে নিৰ্মূল কৰিব লগীয়া শত্ৰুৰপৰা ভূমি-লাভ কৰা শ্ৰেয়ঃ॥২৬॥ নিৰ্মূল কৰিব লগীয়া শত্ৰু হয় নিৰাশ্ৰয়, নহয় দুৰ্বলাশ্ৰিত; তেওঁক আক্ৰমণ কৰিলে তেওঁ ৰাজ-কোষ আৰু সৈন্য-বাহিনী লগত লৈ পলাব খুজিলে প্ৰজাবৰ্গই তেওঁক পৰিত্যাগ কৰিব; কিন্তু দুৰ্গ বা মিত্ৰৰ দ্বাৰা সুৰক্ষিত উৎপীড়নযোগ্য শত্ৰুৰ ক্ষেত্ৰত তেনে নহয়॥২৭॥

দুৰ্গাশ্ৰিতৰ ভিতৰতো, স্থল-দুৰ্গত আশ্ৰয় লোৱা আৰু নদী-দুৰ্গত আশ্ৰয় লোৱা—এই দুজনৰ মাজত স্থল-দুৰ্গত আশ্ৰয় লোৱাজনৰ ভূমি-লাভ শ্ৰেয়ঃ॥২৮॥ কাৰণ, স্থল-দুৰ্গ সহজে অৱৰোধ কৰিব পাৰি, বিধ্বস্ত কৰিব পাৰি আৰু অতৰ্কিতে আক্ৰমণ কৰিব পাৰি; শত্ৰুও ইয়াৰপৰা পলাই সাৰিব নোৱাৰে॥২৯॥ নদী-দুৰ্গৰ ক্ষেত্ৰত হলে দুগুণ আয়াস লাগে; শত্ৰুৱে ইয়াত খোৱা-পানী পায় আৰু নদীয়ে শত্ৰুৰ জীৱিকা (মাছ আদিৰে, নাইবা নৌকা আদিৰে যোগান ধাৰাব্যৱস্থাৰ সুবিধা দি) সাধন কৰে॥৩০॥

নদী-দুৰ্গাশ্ৰিত আৰু পৰ্বত-দুৰ্গাশ্ৰিত—এই দুজনৰ ভূমিৰ ভিতৰত নদী-দুৰ্গাশ্ৰিতৰ ভূমি-লাভ শ্ৰেয়ঃ॥৩১॥ কাৰণ, হাতী, কাঠৰ খুটাৰ দলং, বান্ধ আৰু নাৱৰ দ্বাৰা নদীদুৰ্গ কৰায়ত্ত কৰিব পাৰি; নদীৰ পানীৰ গভীৰতাও সদায় সমান নহয় আৰু পানী (আনফালে) বোৱাই দিব পাৰি॥৩২॥ পৰ্বত-দুৰ্গ কিন্তু সহজে ৰক্ষা কৰিব পাৰি, ইয়াক অৱৰোধ কৰা কষ্টসাধ্য, ইয়াৰ ওপৰত উঠাও টান; এফালে ভাঙিব পাৰিলেও চাৰিওফাল নষ্ট নহয়: মহা ক্ষতিসাধনকাৰী শত্ৰুৰ ওপৰত (ইয়াৰপৰা) শিল আৰু গছ নিক্ষেপ কৰিব পাৰি॥৩৩॥

পানীৰপৰা যুদ্ধ কৰা আৰু মাটিৰপৰা যুদ্ধ কৰা—এই দুই শত্ৰুৰ ভিতৰত পানীৰপৰা যুদ্ধ কৰা শত্ৰুৰ ভূমি-লাভ শ্ৰেয়ঃ॥৩৪॥ কাৰণ, পানীৰপৰা যুদ্ধ কৰাসকলৰ যুদ্ধৰ স্থান আৰু কাল বন্ধা থাকে, মাটিৰপৰা যুদ্ধ কৰাসকলে যি কোনো ঠাইতে, যি কোনো সময়তে যুদ্ধ কৰিব পাৰে॥৩৫॥

খাল কাটি তাৰপৰা যুদ্ধ কৰা আৰু মুকলি ঠাইৰপৰা যুদ্ধ কৰা—এই দুজনৰ মাজত খাল কাটি যুদ্ধ কৰা শত্ৰুৰপৰা ভূমি-লাভ শ্ৰেয়ঃ॥৩৬॥ কাৰণ, খাল কাটি যুদ্ধ কৰাসকলৰ খাল আৰু অস্ত্ৰ দুয়োটাৰে প্ৰয়োজন হয়, কিন্তু মুকলি ঠাইৰপৰা যুদ্ধ কৰাসকলে কেৱল অস্ত্ৰৰ দ্বাৰাই যুদ্ধ কৰে॥৩৭॥

অৰ্থশাস্ত্ৰবিদ (বিজিগীষুৱে) এনে প্ৰকাৰৰ ৰজাৰপৰা ভূমি লাভ কৰি
সন্ধিবদ্ধ ৰজাসকল আৰু আন শত্ৰুসকলৰ তুলনাত অধিক সুবিধা লাভ
কৰে॥৩৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "মিত্ৰ-সন্ধি, হিৰণ্য-সন্ধি, ভূমি-সন্ধি আৰু কৰ্ম-সন্ধি" নামৰ প্ৰকৰণৰ অন্তৰ্ভুক্ত "ভূমি-সন্ধি" নামক দশম (আৰম্ভণিৰপৰা ১০৮তম) অধ্যায় সমাপ্ত॥

# একাদশ অধ্যায়

## ১১৬তম প্রকৰণ : মিত্ৰ-সন্ধি, হিৰণ্য-সন্ধি, ভূমি-সন্ধি আৰু কৰ্ম-সন্ধিৰ অন্তৰ্গত অনৱসিত-সন্ধি (জনবসতিহীন মাটি-সম্পৰ্কীয় সন্ধি)

'তুমি আৰু মই দুয়ো পতিত মাটিত জনবসতি স্থাপন কৰোঁহক'—ইহাকে অনৱসিত-সন্ধি বোলে॥১॥

দুয়োৰে ভিতৰত যেয়ে প্ৰয়োজন উপস্থিত হলে আগতে উল্লেখ কৰা গুণসম্পন্ন ভূমিত জনবসতি স্থাপন কৰে তেওঁ অধিক লাভবান হয়॥২॥

উক্ত গুণসম্পন্ন ভূমিৰ ভিতৰতো, (নদী-নলা নোহোৱা) শুকান ভূমি আৰু (নদী-নলা থকা) জলপূৰ্ণ ভূমি—এনেকুৱা দুখণ্ড ভূমিৰ ভিতৰত বৃহৎ পৰিমাণৰ শুকান ভূমিতকৈ কম পৰিমাণৰ জলপূৰ্ণ ভূমি শ্ৰেয়ঃ; কাৰণ, তেনে মাটিত শস্যাদিৰ নিৰ্দিষ্ট ফচল সদায় পোৱা যায়॥৩॥

দুডোখৰ জলপূৰ্ণ ভূমিৰ ভিতৰতো, শস্যৰ বীজ বপনৰ উপযোগী মাটি বীজ বপনৰ অনুপযোগী মাটিতকৈ ভাল॥৫॥

এই দুই প্ৰকাৰ মাটিৰ অলপ পৰিমাণ ভাল নে অধিক পৰিমাণ হলে ভাল—এই সম্পৰ্কে কʼবলৈ হলে শস্যৰ উপযোগী অলপ পৰিমাণৰ মাটিতকৈ শস্যৰ অনুপযোগী হলেও অধিক পৰিমাণৰ মাটিয়ে ভাল॥৬॥ কাৰণ, ভূমিৰ আয়তন বিশাল হলে তাত স্থলজ আৰু জলজ গছ-গছনি হব পাৰে॥৭॥ দুৰ্গ-নিৰ্মাণ আদি কামো তাত বহলভাৱে কৰিব পাৰি॥৮॥ কাৰণ, মাটিৰ গুণ মানুহে নিজ হাতেৰে সৃষ্টি কৰিব পাৰে॥৯॥

খনিৰ ফল আৰু শস্যৰ ফলৰ ভিতৰত খনিৰ ফলৰপৰা ৰাজ-কোষ গঢ়ি উঠে আৰু শস্যৰ ফলৰপৰা ৰাজ-কোষ আৰু শস্যৰ ভঁৰাল হয়॥১০॥ কাৰণ, দুৰ্গাদি নিৰ্মাণ কাৰ্য শস্যৰ ওপৰত নিৰ্ভৰশীল॥১১॥ অথবা, খনিৰ ফলো (অৰ্থাৎ খনিপ্ৰধান ভূমিও) শ্ৰেয়ঃ হব পাৰে, যদি খনিজাত দ্ৰব্যৰ বিক্ৰীৰ কাৰণে বহুসংখ্যক খৰিন্দাৰ পোৱা যায়॥১২॥

আচাৰ্যসকলে কয়—'(বৃক্ষাদি বস্তু উৎপন্ন হোৱা) দ্ৰব্যবন আৰু হস্তি-বনৰ উপকাৰিতা সম্বন্ধে কবলৈ হলে, দ্ৰব্যবন সকলো কাৰ্যৰে মূল আৰু ইয়াৰপৰা প্ৰচুৰ অৰ্থসঞ্চয় হব পাৰে, কিন্তু হস্তিবনৰ উপযোগিতা ইয়াৰ ওলোটা।'॥১৩॥ কৌটিল্যই কয়—'নহয়।'॥১৪॥ অনেক ডোখৰ ভূমিত অনেক প্ৰকাৰ দ্ৰব্যবন ৰোপণ কৰিব পাৰি, কিন্তু হস্তিবন সৃষ্টি কৰিব নোৱাৰি॥১৫॥ আনহাতে, শত্ৰুৰ সেনা নিপাত কৰাৰ প্ৰধান আহিলা হাতী॥১৬॥

জল-পথ আৰু স্থল-পথৰ উপযোগিতাৰ ভিতৰত, জল-পথৰ স্থায়ী উপযোগিতা নাই, স্থল-পথৰ উপযোগিতা স্থায়ী॥১৭॥

যʼত মানুহৰ মাজত একতা নাই তেনে ভূমি আৰু যʼত মানুহ সঙ্ঘবদ্ধ তেনে ভূমিৰ মাজত মানুহৰ মাজত একতা নোহোৱা ভূমিয়ে শ্ৰেয়ঃ॥১৮॥ মানুহৰ মাজত একতা নোহোৱা ভূমি ভোগ কৰিবলৈ সহজ হয়, ই (ইয়াৰ অধিবাসীসকল) লোকৰ প্ৰৰোচনাৰ বশীভূত নহয়; আনহাতে কিন্তু বিপদ সহ্য কৰিব নোৱাৰে॥১৯॥ যʼত মানুহ সঙ্ঘবদ্ধ সেই ভূমি ইয়াৰ ওলোটা; প্ৰজা বিদ্ৰোহী হৈ উঠিলে ই বিপদসঙ্কুল হয়॥২০॥

চাৰিও বৰ্ণৰ লোকৰ বসতি স্থাপন কৰা সম্পৰ্কে বিবেচনা কৰিবলৈ হলে নিম্নবৰ্ণৰ লোকবহুল ভূমিয়ে শ্ৰেয়ঃ, কাৰণ, তেনে ভূমি সকলো প্ৰকাৰ ভোগ্য বস্তু উৎপন্ন কৰাৰ

উপযোগী; প্ৰচুৰ আৰু নিৰ্দিষ্ট পৰিমাণে খেতি হোৱা কাৰণে কৃষকবহুল ভূমি প্ৰশস্ত; খেতি আৰু আন কাৰ্যৰ প্ৰৱৰ্তন কৰা কাৰণে গোপালনকাৰী লোকৰ বসতিপূৰ্ণ ভূমিও প্ৰশস্ত; পণ্যসম্ভাৰ আৰু ঋণ দানৰ দ্বাৰা উপকাৰ সাধিব পৰা কাৰণে আঢ্যৱন্ত বণিকৰ বসতিপূৰ্ণ ভূমি প্ৰশস্ত॥২১॥

ভূমিৰ গুণসমূহৰ মাজত আশ্ৰয়দান কৰাই শ্ৰেষ্ঠ গুণ॥২২॥

দুৰ্গক আশ্ৰয় কৰা ভূমি আৰু মানুহক আশ্ৰয় কৰা ভূমিৰ মাজত মানুহক আশ্ৰয় কৰা ভূমিয়ে শ্ৰেয়॥২৩॥ কাৰণ, য'ত মানুহ থাকে, সেয়ে ৰাজ্য॥২৪॥ জনশূন্য ৰাজ্যই ৰাজী গাইৰ দৰে কি বস্তু উৎপন্ন কৰিব?॥২৫॥

যি ভূমিত জনবসতি পাতিবলৈ হলে যুদ্ধৰ ক্ষতি আৰু ব্যয়ৰ সম্ভাৱনা থাকে, তেনে ভূমি লাভ কৰিবলৈ ইচ্ছুক বিজিগীষুৱে প্ৰথমে কোনো দুৰ্বল, ৰাজবংশৰ লগত তেজৰ সম্পৰ্ক নথকা, উৎসাহবিহীন, নিৰ্দলীয়, অন্যায় আচৰণকাৰী, ব্যসনাসক্ত, ভাগ্যক ধিয়াই থকা নাইবা যথেচ্ছাচাৰী খৰিদ্দাৰৰ লগত সেই মাটিৰ দৰদাম সম্পৰ্কে চুক্তি কৰিব॥২৬॥

কাৰণ, যি ভূমিত জনবসতি পাতিবলৈ হলে যুদ্ধৰ ক্ষতি আৰু ব্যয় হয় তাত যদি ৰাজবংশৰ কোনো দুৰ্বল ৰজাই বসতি কৰিবলৈ লয়, ক্ষতি আৰু ব্যয়ৰ কাৰণেই অনুৰক্ত প্ৰজাবৰ্গৰে সৈতে তেওঁ বিনাশপ্ৰাপ্ত হয়॥২৭॥ সবল অথচ ৰাজবংশীয় নহয়, এনে ৰজাই তেনে মাটিত বসতি কৰিবলৈ ল'লে, ক্ষতি আৰু ব্যয়ৰ ভয়ত তেওঁৰ অননুৰক্ত প্ৰজাবৰ্গই তেওঁক পৰিত্যাগ কৰে॥২৮॥

কিন্তু উৎসাহবিহীন ৰজাই নিজৰ সৈন্য-বাহিনী থকা সত্ত্বেও তাক ব্যৱহাৰ নকৰি ক্ষতি আৰু ব্যয়ৰ কাৰণে সসৈন্যে বিনষ্ট হয়॥২৯॥

ৰাজ-কোষ থাকিলেও যি ৰজাৰ স্বপক্ষীয় লোক নাই (নিজৰ মানুহৰ অভাৱত) সেই মাটিৰ ওপৰত ক্ষতি আৰু ব্যয় স্বীকাৰ কৰিবলৈ অসমৰ্থ হৈ তাৰপৰা কোনো ফল লাভ কৰিব নোৱাৰে॥৩০॥

অন্যায় আচৰণকাৰীয়ে বসতিপূৰ্ণ ভূমিকো জনশূন্য কৰি পেলায়॥৩১॥ লোকৰ বসবাস নোহোৱা মাটিত তেওঁ কেনেকৈ মানুহ বহুৱাব?॥৩২॥ ইয়াৰ দ্বাৰা ব্যসনাসক্ত ৰজাৰ কথাও কোৱা হ'ল (অৰ্থাৎ ব্যসনাসক্ত ৰজাৰ ক্ষেত্ৰতো একেই কথা)॥৩৩॥

দৈৱক ধিয়াই থকাজন মনুষ্যোচিত চেষ্টাৰ অভাৱত কাৰ্য আৰম্ভ নকৰা কাৰণে বা আৰম্ভ কৰিলেও ব্যৰ্থ হোৱা কাৰণে বিপদত পৰে॥৩৪॥

যি যথেচ্ছাচাৰী তেওঁ কোনো কাৰ্য সাধন কৰিব নোৱাৰে॥৩৫॥ তেওঁ এইসকলৰ (আঠ-প্ৰকাৰ দুৰ্বল আদি ৰজাৰ) ভিতৰত নিকৃষ্ট॥৩৬॥ আচাৰ্যসকলে কয়—'যি ৰজাই যি মন যায় তেনে কাৰ্য আৰম্ভ কৰে তেওঁ দৈৱক্ৰমে বিজিগীষুৰ ছিদ্ৰ বিচাৰি পাব পাৰে।'॥৩৭॥ কৌটিল্যই কয়—'যেনেকৈ ছিদ্ৰ বিচাৰি পাব পাৰে তেনেকৈ বিনাশপ্ৰাপ্তও হব পাৰে।'॥৩৮॥

উক্ত প্ৰকাৰৰ কোনো খৰিদ্দাৰ নাপালে পাৰ্ষ্ণিগ্ৰাহক (পাছফালৰ শত্ৰুক) আক্ৰমণ কৰা প্ৰসঙ্গত (৭।১৬।১৬) কোৱা ধৰণে মাটিত জনসংস্থাপন কৰিব॥৩৯॥

ইয়াৰ নাম অভিহিত-সন্ধি (কথাৰে সম্পন্ন হোৱা সন্ধি)॥৪০॥

কোনো (অধিক) বলশালী ৰজাই যদি (বিজিগীষুতকৈ গুণসম্পন্ন, নাইবা তেওঁ বলেৰে দখল কৰিব পৰা মাটি) কিনিবলৈ বিচাৰে, বিজিগীষুৱে সন্ধিপূৰ্বক সেই মাটি দান কৰিব॥৪০॥ এই সন্ধিৰ নাম অনিভৃত-সন্ধি (প্ৰকাশ্য সন্ধি)॥৪১॥ যেতিয়া কোনো সমশক্তি-

'সম্পন্ন বজাই এনেকুৱা মাটি বিচাৰে তেওঁ 'এই মাটি মই আকৌ ঘূৰাই পাম, যা ই মোৰ আয়ত্তৰ ভিতৰত; এই মাটিৰ লগত জড়িত হৈ শত্ৰুৱে মোৰ বশ্যতা স্বীকাৰ কৰিব; নাইবা, এই মাটি বেচি মই মিত্ৰ আৰু ধন লাভ কৰিম, যাৰ দ্বাৰা মোৰ কাৰ্যশক্তি বাঢ়িব'—এই কাৰণবোৰ বিবেচনা কৰি মাটি দি দিব॥৪৩॥ ইয়াৰ দ্বাৰা দুৰ্বল ৰজাৰ ওচৰত মাটি বিক্ৰী কৰা সম্পৰ্কেও বুজোৱা হ'ল॥৪৪॥

এইদৰে অৰ্থশাস্ত্ৰবিদ বিজিগীষুৱে মিত্ৰ, হিৰণ্য আৰু জনবসতিপূৰ্ণ বা জনবসতিশূন্য ভূমি-লাভ কৰি সন্ধিবন্ধ ৰজাসকলৰ তুলনাত অধিক লাভবান হয়॥৪৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "মিত্ৰ-সন্ধি, হিৰণ্য-সন্ধি, ভূমি-সন্ধি আৰু কৰ্ম-সন্ধি"ৰ অন্তৰ্গত "অনৱসিত সন্ধি" নামৰ একাদশ (আৰম্ভণিৰপৰা ১০৯তম) অধ্যায় সমাপ্ত॥

# দ্বাদশ অধ্যায়

## ১১৬তম প্ৰকৰণ : মিত্ৰ-সন্ধি, হিৰণ্য-সন্ধি ভূমি-সন্ধি আৰু কৰ্ম-সন্ধিৰ অন্তৰ্গত কৰ্ম-সন্ধি

আপুনি আৰু মই (একেলগে) দুৰ্গ নিৰ্মাণ কৰোঁহক—এয়ে কৰ্ম-সন্ধি॥১॥

তেওঁবিলাক দুজনৰ যিজনে প্ৰকৃতি-ৰচিত অলপ খৰচৰ, অনাক্ৰমণীয় দুৰ্গ নিৰ্মাণ কৰায় তেওঁ (আনজনক) প্ৰৱঞ্চনা কৰে॥২॥ স্থল-দুৰ্গ, নদীৰ পাৰৰ দুৰ্গ আৰু পৰ্বতৰ দুৰ্গ—এইবিলাকৰ ভিতৰত ক্ৰমান্বয়ে পিছত উল্লেখ কৰাটো আগেয়ে উল্লেখ কৰাটোতকৈ উৎকৃষ্ট॥৩॥

দুটা সেতুবন্ধৰ (জলাশয়ৰ) ভিতৰত সংগৃহীত জলবটোতকৈ প্ৰাকৃতিক জলবটো শ্ৰেয়ঃ॥৪॥ প্ৰাকৃতিক জলৰ দুটাৰ ভিতৰতো বপনৰ কাৰণে বিস্তৃত ভূমিখণ্ড থকাটো শ্ৰেয়ঃ॥৫॥

বনজ সম্পদ থকা দুখন হাবিৰ ভিতৰত যিজনে নৈৰ পানীয়ে ধুৱাই থকা, সীমান্তত অৱস্থিত, মূল্যবান বনসম্পদযুক্ত ডাঙৰ হাবিখন ভাঙিবলৈ লয় (আনজনৰ ওপৰত) তেওঁৰ জিত হয়॥৬॥ কাৰণ, নদীমাতৃক বন জীৱিকাৰ সুন্দৰ উপায় আৰু বিপদত আশ্ৰয়ৰ থল হয়॥৭॥

যিজনে দুখন হস্তিবনৰ ভিতৰত বহুত ক্ৰূৰ জন্তু-অধিষ্ঠিত, দুৰ্বল চুবুৰীয়া ৰজাযুক্ত আৰু অনন্ত উপদ্ৰৱ কৰা হস্তিবন নিজ ৰাজ্যৰ সীমান্তত প্ৰতিষ্ঠা কৰিবলৈ লয়, তেওঁ (অন্যজনক) প্ৰৱঞ্চনা কৰে॥৮॥ তাৰো আকৌ 'বহুত ভোদা হাতী থকা আৰু অলপ সাহিয়াল হাতী থকা দুখনৰ ভিতৰত তাকৰীয়া সংখ্যক সাহিয়াল হাতী থকা বন শ্ৰেষ্ঠ; কাৰণ, সাহসীৰ মাজতহে যুদ্ধ হয়; অলপ সাহসীয়ে বহুত দুৰ্বলীক পৰাস্ত কৰে আৰু পৰাজিত হৈ সিঁহতে নিজৰ সৈন্যকে বধ কৰে—আচাৰ্যসকলৰ এনে মত আছে॥৯॥ কৌটিল্যৰ মতে সেইটো নহয়॥১০॥ বহুত মূৰ্খ হাতীয়েই শ্ৰেষ্ঠ, কাৰণ সৈন্য হিচাপে প্ৰয়োগ কৰাৰ হেতুকে সিহঁতে অনেক কাম নিষ্পন্ন কৰি যুদ্ধত নিজৰ (সৈন্যৰ) আশ্ৰয় হয় আৰু অপ্ৰতিৰোধ্য হৈ শত্ৰুৰ ত্ৰাসৰ কাৰণ হয়॥১১॥ বহুত মূৰ্খক শিক্ষাৰ যোগে সাহসী কৰিব পাৰি, কিন্তু শৌৰ্যপূৰ্ণ অলপ সংখ্যক হাতীক কেতিয়াও বহুসংখ্যক কৰিব নোৱাৰি॥১২॥

দুটা খনিৰ ভিতৰত প্ৰভূত সম্পদযুক্ত, সুগম বাট-পথেৰে সংলগ্ন আৰু অলপ-ব্যয়ৰ কাম

প্ৰকাশৰ খনি যিজনে লয়, তেওঁ (অন্যজনক) প্ৰতাৰণা কৰে॥১৩॥ তাৰে আকৌ অলপ পৰিমাণৰ বহুমূলীয়া সম্পদ আৰু অলপ মূল্যৰ বহুত সম্পদ—ইয়াৰ ভিতৰত "অলপ পৰিমাণৰ বহুমূলীয়া সম্পদ শ্ৰেষ্ঠ, কাৰণ হীৰা, মুকুতা, পোৱাল, সোণ আৰু ৰূপ আদি ধাতুবিলাকে সস্তীয়া বহুত ধাতুক গ্ৰাস কৰে"—এই বুলি আচাৰ্যসকলে কয়॥১৪॥ কৌটিল্যই কয়—'সেইটো নহয়।'॥১৫॥ মূল্যবান ধাতুৰ খৰিদ্দাৰ বহুত দিনৰ মূৰত কেইজন-মান পোৱা যায়; কিন্তু সস্তীয়া ধাতুৰ সততে চাহিদা থকা বাবে বহুত খৰিদ্দাৰ হয়॥১৬॥

ইয়াৰ দ্বাৰা বাণিজ্য-পথ ব্যাখ্যা কৰা হ'ল॥১৭॥

আচাৰ্যসকলে কয়—'তাতো আকৌ জল-পথ আৰু স্থল-পথৰ মাজত জল-পথেই ভাল, কাৰণ ই অলপ ব্যয়যুক্ত, অলপ কষ্টপ্ৰদায়ক আৰু বহুত বেগেৰে সামগ্ৰীৰ উৎপাদক'॥১৮॥ কৌটিল্যই কয়—'ই নহয়।'॥১৯॥ (কাৰণ) বাৰি-পথৰ গতিৰ বোধ হয়, ই সকলো সময়তে ব্যৱহাৰ্য নহয় আৰু বহুত প্ৰতিকাৰবিহীন ভয়ৰ কাৰণ; কিন্তু স্থল-পথ ইয়াৰ বিপৰীত॥২০॥

জল-পথৰো উপকূল-পথ আৰু গভীৰ সমুদ্ৰ-পথৰ মাজত বন্দৰ-বহুলতাৰ কাৰণে উপকূল-পথ শ্ৰেয়ঃ। নাইবা সততে ব্যৱহাৰৰ উপযোগী হোৱাৰ কাৰণে, আৰু বাধা-বিঘিনিবোৰ অতিক্ৰম কৰিবৰ উপায় থকাৰ হেতুকে নদী-পথো শ্ৰেয়ঃ॥২১॥

স্থল-পথৰো 'হিমালয়ৰ পথ দক্ষিণাপথতকৈ উৎকৃষ্ট; কাৰণ, হাতী, ঘোঁৰা, সুবাসিত দ্ৰব্য, হাতীৰ দাঁত, চৰ্ম, ৰূপ আৰু সোণ আদি পণ্য-বস্তু অতি মূল্যবান'—এই বুলি আচাৰ্যসকলে কয়॥২২॥ কৌটিল্যই কয়—'সেইটো নহয়।'॥২৩॥ কম্বল, চৰ্ম আৰু অশ্বাদি পণ্য-বস্তুত বাদে শঙ্খ, হীৰা, মুকুতা আৰু সোণ আদি বেপাৰৰ বস্তু দক্ষিণাপথত প্ৰচুৰ পোৱা যায়॥২৪॥

দক্ষিণাপথৰো বহু খনি থকা, মূল্যবান পণ্যবস্তু পোৱা, অলপ কষ্টেৰে যাব পৰা বেপাৰৰ সুগম বাটবোৰ শ্ৰেষ্ঠ; নাইবা (বিক্ৰীৰ ব্যাপক সুবিধা থকা) সস্তা দামৰ অনেক বস্তু পোৱা পথ (শ্ৰেষ্ঠ)॥২৫॥

ইয়াৰ দ্বাৰাই পূবৰ আৰু পশ্চিমৰ বাণিজ্য-পথো ব্যাখ্যা কৰা হ'ল॥২৬॥

তাতো আকৌ খোজ কাঢ়ি যোৱা বাট আৰু গাড়ীৰ বাটৰ ভিতৰত গাড়ীৰ বাট বহুল প্ৰচেষ্টাৰ যোগ্য কাৰণে শ্ৰেষ্ঠ, নাইবা গাধ আৰু উটৰ পথো দেশ-কাল অনুসৰি শ্ৰেষ্ঠ॥২৭॥ ইয়াৰ দ্বাৰাই স্কন্ধ-পথ (কান্ধেৰে বস্তু কঢ়িয়াই নিব পৰা পথ) ব্যাখ্যা কৰা হ'ল॥২৮॥

> শত্ৰুৰ কাৰ্যৰ সমৃদ্ধি মানে নায়কৰ (বিজিগীষুৰ) ধ্বংস আৰু তাৰ বিপৰীতে (নায়কৰ) সমৃদ্ধি। কাৰ্যৰ গতি তুল্য হলে বিজিগীষুৱে সেইটো নিজৰ স্থিৰ অৱস্থা বুলি জানিব॥২৯॥
>
> অলপ লাভ আৰু অতিমাত্ৰ ব্যয়ে ধ্বংস আনে। তাৰ বিপৰীতে সমৃদ্ধি। উদ্যোগবিলাকত সমান আয়-ব্যয়ে (মাত্ৰ) স্থিৰ অৱস্থাকে বুজায়॥৩০॥
>
> সেই কাৰণে দুৰ্গাদি (নিৰ্মাণৰ নিচিনা) কাৰ্যত অলপ ব্যয়াত্মক আৰু মহাসমৃদ্ধিজনক কৰ্ম কৰিলে বিশেষ সুবিধা লাভ হয়। এয়ে কৰ্ম-সন্ধিৰ বৰ্ণনা॥৩১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ "মিত্ৰ-সন্ধি, হিৰণ্য-সন্ধি, ভূমি-সন্ধি, কৰ্ম-সন্ধি"ৰ অন্তৰ্গত "কৰ্ম-সন্ধি" নামৰ দ্বাদশ (আৰম্ভণিৰপৰা ১১০তম) অধ্যায় সমাপ্ত॥

# ত্ৰয়োদশ অধ্যায়

## ১১৭তম প্ৰকৰণ : পাৰ্ষ্ণিগ্ৰাহ-চিন্তা (পাছৰফালৰপৰা আক্ৰমণকাৰী ৰজাৰ বিষয়ে বিবেচনা)

শত্ৰু আৰু বিজিগীষু একেলগ হৈ শত্ৰুৰ লগত যুদ্ধত লিপ্ত দুই শত্ৰুক পাছৰ ফালৰপৰা আক্ৰমণ কৰিব খুজিলে, তেওঁলোকৰ যিজনে শক্তিসমৃদ্ধ ৰজাৰ পৃষ্ঠসৈন্য আক্ৰমণ কৰে (আন-জনৰ ওপৰত) তেওঁৰ জিত হয়॥১॥ কাৰণ, শক্তিসম্পন্নজনে শত্ৰুক উচ্ছেদ কৰাৰ পিছত আক্ৰমণকাৰীৰ সৈন্যপৃষ্ঠ উচ্ছেদ কৰিব পাৰে, লাভ নোপোৱা হীনশক্তিৰ জনে নোৱাৰে॥২॥

শক্তিৰ সমতা থকা দুজনৰ ভিতৰত যিজনে ব্যাপক যুদ্ধ চলোৱাজনৰ সৈন্যপৃষ্ঠ আক্ৰমণ কৰে, তেওঁ (প্ৰকৃততে অন্যজনক) প্ৰতাৰণা কৰে॥৩॥ বিপুল উদ্যমশীলজনে শত্ৰুক উচ্ছেদ কৰাৰ পিছত পাৰ্ষ্ণিগ্ৰহণ কৰাজনক উচ্ছেদ কৰিব, কিন্তু অলপীয়া প্ৰৱৃত্ত যি সৈন্য ব্যস্ত ৰাখে তেওঁ নোৱাৰে॥৪॥

সমান কৰ্মত ৰত দুজনৰ ভিতৰত যিজনে সকলো সৈন্য লৈ আগবাঢ়ি যোৱাজনৰ সৈন্যপৃষ্ঠ আক্ৰমণ কৰে তেওঁৰ জিত হয়॥৫॥ মূল-স্থান শূন্য হোৱাজন সিজনৰ কাৰণে সহজবশ্য হয়; এক অংশ সৈন্য ৰাখি যি পৃষ্ঠ-ৰক্ষণৰ বিধান কৰে তেওঁ সহজবশ্য নহয়॥৬॥

সংগৃহীত সৈন্য সমান হ'লে যিজনে চলন্ত (দুৰ্গহীন) শত্ৰু আক্ৰমণকাৰীৰ সৈন্যপৃষ্ঠত আঘাত কৰে তেওঁ সুবিধা লাভ কৰে॥৭॥ কাৰণ, চলন্ত শত্ৰুৰ বিৰুদ্ধে অভিযানকাৰীৰ বিৰুদ্ধে যোৱাজনে অনায়াসে সিদ্ধি লাভ কৰি পাৰ্ষ্ণিগ্ৰহণ কৰাজনক উচ্ছেদ কৰিব, কিন্তু দুৰ্গস্থিত সৈন্যৰ বিৰুদ্ধে যোৱাজনে নোৱাৰে॥৮॥ দুৰ্গত ভেটা পাই পাৰ্ষ্ণিগ্ৰহণৰ কাৰণে প্ৰতিনিবৃত্ত হওঁতে দুৰ্গস্থিত শত্ৰুৱে তেওঁক বাধা দিয়ে॥৯॥

ইয়াৰ দ্বাৰা আগতে উল্লেখ কৰা (ৰজা) সকলৰ কথাও বুজোৱা হ'ল॥১০॥

শত্ৰু সমানবলৰ হলে, যি ধাৰ্মিক ৰজাৰ আক্ৰমণকাৰীৰ পাৰ্ষ্ণিগ্ৰহণ কৰে তেওঁ অধিক লাভবান হয়॥১১॥ ধাৰ্মিক ৰজাৰ লগত যুদ্ধত ৰত হলে নিজ প্ৰজাৰে অপ্ৰিয় হয়, কিন্তু অধাৰ্মিক ৰজাৰ বিৰুদ্ধে অভিযান কৰিলে প্ৰীতিভাজন হয়॥১২॥

ইয়াৰ দ্বাৰাই মূলহৰ, তাদাত্বিক আৰু কদৰ্য[১] বিলাকৰ বিৰুদ্ধে অভিযান কৰাসকলৰো পাৰ্ষ্ণিগ্ৰহণৰ বিষয়ে বুজোৱা হ'ল॥১৩॥

মিত্ৰপক্ষক আক্ৰমণ কৰাসকলৰ ক্ষেত্ৰতো পাৰ্ষ্ণিগ্ৰহণৰ যুক্তি তেনেদৰেই প্ৰযুক্ত হ'ব॥১৪॥

শত্ৰুপক্ষক আক্ৰমণ কৰা আৰু মিত্ৰপক্ষক আক্ৰমণ কৰা—এই দুজনৰ ভিতৰত মিত্ৰপক্ষক আক্ৰমণ কৰাজনৰ পাৰ্ষ্ণিগ্ৰহণ যিজনে কৰিব তেওঁ লাভবান হয়॥১৫॥ কাৰণ, মিত্ৰৰ বিপক্ষে যাত্ৰা কৰাজনে অনায়াসে সিদ্ধি লাভ কৰি পাৰ্ষ্ণিগ্ৰহণ কৰাজনক উচ্ছেদ কৰে॥১৬॥ মিত্ৰৰ লগত সন্ধি কৰা সহজ, শত্ৰুৰ লগত নহয়॥১৭॥

মিত্ৰ আৰু শত্ৰু উন্মূলন কৰা দুজনৰ ভিতৰত যিজনে শত্ৰু ধ্বংসকাৰীজনৰ পাৰ্ষ্ণিগ্ৰহণ কৰে তেওঁ লাভবান হয়॥১৮॥ কাৰণ, মিত্ৰশক্তি বাঢ়ি যোৱাজনেহে শত্ৰু ধ্বংস কৰি পাৰ্ষ্ণিগ্ৰহণ কৰাজনক উচ্ছেদ কৰিব পাৰে; নিজ পক্ষক আঘাত কৰা অন্যজনে নোৱাৰে॥১৯॥

লাভৰ অংশ নাপাই উলটি অহা দুই (শত্ৰুৰ) বিষয়ত, তেওঁবিলাক দুজনৰ যিজনে ক্ষয়

---

[১] মূলহৰ, তাদাত্বিক, কদৰ্য : এই গ্ৰন্থৰ ২।৯।২১-২৩ সূত্ৰত এই তিনি শ্ৰেণীৰ চৰকাৰী বিষয়াৰ বিৱৰণ দিয়া হৈছে। এই প্ৰসংগত সেই অৰ্থতে তিনি শ্ৰেণীৰ ৰজাক বুজোৱা হৈছে।

আৰু ব্যয়ৰ আধিক্য হেতুকে লাভ কৰিব নোৱাৰা শত্ৰুৰ পাৰ্ষ্ণিগ্ৰহণ কৰে তেওঁ সুবিধাপ্ৰাপ্ত হয়॥২০॥ (আৰু) লাভৰ অংশ গ্ৰহণ কৰি উলটি অহাৰ ক্ষেত্ৰত, যাৰ শত্ৰুৰ লাভো নাই বা শক্তিতো হীন নাইবা অভিযুক্ত ৰজা যুদ্ধত শত্ৰুৰ অপকাৰৰ কাৰণে সক্ষম তেনে শত্ৰুৰ পাৰ্ষ্ণিগ্ৰাহে সুবিধা আদায় কৰে॥২১॥

দুজন পাৰ্ষ্ণিগ্ৰাহৰ ভিতৰত যিজনে কাৰ্যক্ষম সৈন্য আহৰণ কৰিব পাৰে, নাইবা যাৰ সৈন্য অৱৰুদ্ধ, নাইবা যি (শত্ৰু) সৈন্যৰ পাৰ্শ্বত অৱস্থিত তেওঁ সুবিধা লাভ কৰিব পাৰে॥২২॥ কাৰণ, পাৰ্শ্বস্থিতজন আক্ৰান্তপ্ৰায় ৰজাৰ সাহায্যৰ কাৰণে আগবাঢ়িব পাৰে আৰু (শত্ৰুৰ) মূল-স্থানৰ কাৰণেও বিপজ্জনক হয়; কিন্তু পিছত থকাজন (অকল) মূল-স্থানৰ কাৰণেহে বিপজ্জনক॥২৩॥

তিনি প্ৰকাৰ পাৰ্ষ্ণিগ্ৰাহেহেই শত্ৰুৰ উদ্যম নিৰোধ কৰে বুলি জানিব লাগিব—পিছত থকা সামন্তবৰ্গ আৰু দুই পাৰ্শ্বত থকা প্ৰতিবেশী দুজন॥২৪॥

শত্ৰু আৰু বিজিগীষুৰ মাজত থকা দুৰ্বল ৰজাক অন্তৰ্ধি (মধ্যস্থ) বোলে। তেওঁৰ যদি দুৰ্গ আৰু মহাৰণ্য আদি পলোৱা ঠাই থাকে, তেতিয়া বলীসকলৰো তেওঁ বলবান বাধক হয়॥২৫॥

বিজিগীষু আৰু শত্ৰুৱে মধ্যস্থ ৰজাক আয়ত্ত কৰিবৰ উদ্দেশ্যে যেতিয়া তেওঁৰ পাৰ্ষ্ণিগ্ৰহণ কৰে, তেতিয়া যিজনে লাভপ্ৰাপ্ত হৈ অহা মধ্যমজনক মিত্ৰৰূপৰ আঁতৰাই আনে আৰু পূৰ্বৰ কোনো শত্ৰুক নতুন মিত্ৰ হিচাপে সামৰি লব পাৰে তেওঁ চাতুৰ্য প্ৰদৰ্শন কৰি সুবিধাপ্ৰাপ্ত হয়॥২৬॥ উপকাৰ কৰা শত্ৰুৰ লগতো মিত্ৰতা কৰিব, মিত্ৰভাৱৰূপৰ আঁতৰি যোৱা বন্ধুৰ লগত নকৰিব॥২৭॥

ইয়াৰ দ্বাৰাই মধ্যস্থ ৰজা লাভ কৰাৰ ইচ্ছাও ব্যাখ্যাত হ'ল॥২৮॥

'পাৰ্ষ্ণিগ্ৰহণ আৰু (প্ৰকৃত) যুদ্ধাভিযান—ইয়াতকৈ কূটনৈতিক যুদ্ধৰূপৰ সমৃদ্ধি (বেছি) হয়॥২৯॥ কাৰণ, ব্যায়াম-যুদ্ধ[1]ত ক্ষয় আৰু ব্যয়ৰ দ্বাৰা উভয় পক্ষৰে ধ্বংস হয়॥৩০॥ জয়লাভ কৰিলেও তেওঁৰ সৈন্য কমি যোৱাত আৰু ৰাজ-ভঁৰাল উদং হোৱাত পৰাজয়েই হয়'—এনে মত আচাৰ্যসকলে পোষণ কৰে॥৩১॥ 'সেইটো নহয়'—এই বুলি কৌটিল্যই কয়॥৩২॥ অতি বেছি সৈন্যনাশ আৰু ধনক্ষয় কৰিও শত্ৰু ধ্বংস কৰিব লাগে॥৩৩॥

সৈন্যনাশ আৰু ধনক্ষয় সমান হলে যি প্ৰথমে দ্ৰোহ আচৰণ কৰা সৈন্যক বধ কৰি নিষ্কণ্টক হয় আৰু পিছত অনুগত সৈন্যৰে যুদ্ধ কৰে, তেওঁ সুবিধাপ্ৰাপ্ত হয়॥৩৪॥ দ্ৰোহ আচৰণ কৰা সৈন্যক প্ৰথমে প্ৰহাৰ কৰা দুজনৰো যিজনে বহুল শক্তিসম্পন্ন আৰু অত্যন্ত দ্ৰোহীবিলাকক ধ্বংস কৰে তেওঁ সুবিধা লাভ কৰে॥৩৫॥

ইয়াৰ দ্বাৰা শত্ৰু আৰু আটৱিক সৈন্যৰ ধ্বংসও ব্যাখ্যাত হ'ল॥৩৬॥

যেতিয়া বিজিগীষু নিজে পাৰ্ষ্ণিগ্ৰাহ, অভিযোক্তা নাইবা যাতব্য (আক্ৰমণীয়) হয়, তেতিয়া তেওঁ নায়কৰ উপযোগী (তলত দিয়া) এইখিনি আচৰণ কৰিব॥৩৭॥

বিজিগীষুৱে মিত্ৰক আক্ৰমণ কৰা শত্ৰুৰ পাৰ্ষ্ণিগ্ৰহণ কৰিব। এনে

[1] ব্যায়াম-যুদ্ধ : কূটনৈতিক যুদ্ধৰ বিপৰীত। ৰণক্ষেত্ৰত অৱতীৰ্ণ হৈ জনত প্ৰয়োগ কৰি কৰা যুদ্ধই ব্যায়াম-যুদ্ধ।

কৰোঁতে পাৰ্ষ্ণিগ্ৰাহে (বিজিগীষুৰে) পূৰ্বতে তেওঁৰ পাৰ্ষ্ণিগ্ৰহণ কৰা শত্ৰুক সহায়ক পাৰ্ষ্ণিগ্ৰাহৰ দ্বাৰা অভিযুক্ত কৰি ৰাখিব (অৰ্থাৎ তেওঁৰো পাৰ্ষ্ণি-গ্ৰাহক নিজ মিত্ৰ-পাৰ্ষ্ণিগ্ৰাহৰ দ্বাৰা যুদ্ধত লিপ্ত ৰাখিব)॥৩৮॥

আক্ৰন্দৰ লগত যুদ্ধ কৰি থাকোঁতে পাৰ্ষ্ণিগ্ৰাহক নিবাৰণ কৰিব। তেনেকৈয়ে আক্ৰন্দৰ সহায়কক পাৰ্ষ্ণিগ্ৰাহৰ দ্বাৰা নিবাৰণ কৰিব॥৩৯॥

নিজৰ মিত্ৰ আৰু শত্ৰুৰ মিত্ৰপক্ষৰ যুদ্ধ সম্মুখত সংঘটন কৰাব। আৰু শত্ৰুৰ মিত্ৰৰ মিত্ৰপক্ষকো নিজ মিত্ৰপক্ষৰ মিত্ৰৰ দ্বাৰা বাৰণ কৰিব॥৪০॥

যেতিয়া তেওঁ আক্ৰান্ত হয়, তেওঁ নিজ মিত্ৰৰ দ্বাৰা শত্ৰুৰ পাৰ্ষ্ণিগ্ৰহণ কৰাব আৰু মিত্ৰৰ মিত্ৰৰ দ্বাৰা আক্ৰন্দক পাৰ্ষ্ণিগ্ৰহণ কৰাবপৰা বিৰত ৰাখিব॥৪১॥

এনেদৰেই বিজিগীষুৱে পূৰ্ব আৰু পৃষ্ঠভাগত নিজ স্বাৰ্থৰ অনু-ৰোধত মিত্ৰ নামৰ প্ৰকৃতিৰ সম্পদ-বিশিষ্ট ৰাজ-মণ্ডলৰ সন্নিৱেশ কৰিব॥৪২॥

আৰু সমগ্ৰ ৰাজ-মণ্ডলৰ ভিতৰত দূত আৰু গুপ্তচৰবিলাকক ৰাখিব। শত্ৰুৰ লগত মিতিৰালি কৰি গুপ্তভাৱে বাৰে বাৰে প্ৰহাৰ কৰিব॥৪৩॥

বিশেষ ক্ষেত্ৰত কৃতকাৰ্য হলেও মন্ত্ৰ গোপন নথকাজনৰ কৰ্ম মহাসাগৰত ভঙা নাওৰ দৰে বিপন্ন হয় যে সন্দেহ নাই॥৪৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "পাৰ্ষ্ণিগ্ৰাহ-চিন্তা" নামৰ ত্ৰয়োদশ (আৰম্ভণিৰপৰা ১১১তম) অধ্যায় সমাপ্ত॥

# চতুৰ্দশ অধ্যায়

## ১১৮তম প্ৰকৰণ : হীনশক্তি-পূৰণ

যদু ৰজাই একেলগ হৈ আক্ৰমণ কৰিলে বিজিগীষুৱে তেওঁলোকৰ প্ৰধানজনক (এনেকৈ) কব—'আপোনাৰ লগত মোৰ সন্ধি (আপোচ) হওক; এয়া টকা লওক, মোকো মিত্ৰ হিচাপে গ্ৰহণ কৰক; মিত্ৰৰ ভাও দিয়া শত্ৰুক নিজৰ সৰ্বনাশ কৰি বৰ্ধন কৰাটো উচিত নহয়, কাৰণ ইহঁতে শক্তিশালী হৈ আপোনাকেই ধ্বংস কৰিব।'॥১॥

নাইবা, (পৰস্পৰৰ মাজত) ভেদ সৃষ্টি কৰিবলৈ কব—'(কোনো) অপকাৰ নকৰাকৈয়ে এওঁবিলাকে দল লগাই যেনেকৈ মোৰ বিৰুদ্ধে অভিযান কৰিছে, তেনেকৈয়ে সম্পদত বা বিপদত আপোনাৰ বিৰুদ্ধেও এওঁবিলাকে শক্তিশালী হৈ উঠিলেই অভিযান কৰিব; শক্তিয়ে মনৰ বিকাৰ ঘটায়; সেই কাৰণে এওঁবিলাকক ধ্বংস কৰক।'॥২॥

ভেদ সৃষ্টি হোৱা মাত্ৰকে মুখ্যজনৰ পক্ষ অৱলম্বন কৰি হীনজনৰ ওপৰত বিক্ৰম দেখুৱাব নাইবা দুৰ্বলজনক সাহায্য দি তেওঁৰ যোগেদি মুখ্যজনক আক্ৰমণ কৰিব, অথবা যিটোকে শ্ৰেয়ঃ বুলি বিবেচনা কৰে তাকে কৰিব॥৩॥ নাইবা, আনবিলাকৰ লগত বৈৰীভাৱ পোষণ কৰাই তেওঁ এজনক তেওঁলোকৰপৰা বিচ্ছিন্ন কৰি পেলাব॥৪॥

নাইবা, গোপনে মুখ্যজনক অধিক লাভ বাচি (তেওঁৰ যোগে) সন্ধি সংঘটিত কৰিব ॥৫॥ নতুবা, উভয়পক্ষৰ বেতনভোগীসকলে 'আপোনালোক প্ৰতাৰিত হৈছে' বুলি অধিক লাভ দেখুৱাই সমবায়ভুক্ত ৰজাসকলৰ মন দূষিত কৰিব ॥৬॥ (তেওঁলোকৰ) মন কলুষিত হলে তেওঁ সন্ধি উলংঘা কৰিব ॥৭॥ তেতিয়া উভয়পক্ষৰ বেতনভোগীসকলে আকৌ এওঁলোকৰ মাজত বিভেদ সৃষ্টি কৰিবলৈ কব—'আমি ঠিক এইটোকে আঙুলিয়া দিছিলোঁ।' ॥৮॥ বিভেদ নিষ্পন্ন হোৱা মাত্ৰকেই এজনক সমৰ্থন কৰি কাম কৰিব ॥৯॥

সমবায়ভুক্ত ৰজাসকলৰ মুখিয়ালজনৰ অনুপস্থিতিত তেওঁলোকৰ ভিতৰত (তলৰ তালিকাত দিয়াসকলৰ) পিছৰজনৰ অভাৱত আগৰজনক হাত কৰিব—উৎসাহ প্ৰদানকৰ্তা, কৰ্মত স্থিৰজন, অনুৰক্ত প্ৰজা থকাজন, লোভত নাইবা ভয়ত সংঘত সোমোৱাজন, বিজিগীষুৰ (তেওঁৰ) প্ৰতি ভয়প্ৰাপ্ত হোৱাজন, নিজ ৰাজ্যত আবদ্ধ থকাজন, মিত্ৰ নাইবা চলন্ত শত্ৰু— উৎসাহ প্ৰদানকৰ্তাক আত্মসমৰ্পণৰ দ্বাৰা, স্থিৰকৰ্মাজনক অনুনয়-বিনয় কৰি, যিজনৰ প্ৰজা অনুৰক্ত তেওঁৰ লগত কন্যা আদান-প্ৰদান কৰি, লুভীয়াজনক ভাগৰ দুগুণ প্ৰদান কৰি, ভয়প্ৰাপ্ত হোৱাজনক ধন আৰু সৈন্য প্ৰদান কৰি, নিজক (বিজিগীষুক) ভয় কৰাজনক কোনো জামিন থৈ বিশ্বাস জন্মাই, নিজ ৰাজ্যত আবদ্ধ থকাজনক তেওঁৰ সৈতে ঐক্য প্ৰতিপাদন কৰি, মিত্ৰজনক প্ৰিয়হিত কৰি নাইবা (নিজ) লাভ ত্যাগ কৰি, চলন্ত শত্ৰুক অপকাৰৰপৰা বিৰত থকাৰ আৰু উপকাৰ কৰাৰ প্ৰতিশ্ৰুতি দি ॥১০॥ অথবা, যাক যেনেকৈ আঁতৰাই আনিব পাৰি, তেওঁক তেনেকৈয়ে হাত কৰিব নাইবা "আপৎ" প্ৰকৰণত (৯।৫।৭) ব্যাখ্যা কৰাৰ নিচিনাকৈ সাম, দান, ভেদ, দণ্ডাদি উপায়ৰ দ্বাৰা হাত কৰিব ॥১১॥

নাইবা, বিপদত পৰি খৰধৰ কৰিব লগীয়া হলে স্থান, কাল আৰু কাৰ্যৰ চৰ্ত নিশ্চয় কৰি কোষ আৰু সৈন্য সমৰ্পণ কৰি সন্ধি কৰিব ॥১২॥ সন্ধিৰ পিছত নিজৰ দুৰ্বলতাৰ প্ৰতিকাৰ কৰিব ॥১৩॥

যদি দল দুৰ্বল হয়, মিত্ৰপক্ষ আৰু সম্বন্ধীয় মানুহৰ দল এটা গঠন কৰিব, নাইবা দুৰ্ধৰ্ষ দুৰ্গ নিৰ্মাণ কৰি লব ॥১৪॥ কিয়নো, দুৰ্গ আৰু মিত্ৰৰ দ্বাৰা ৰক্ষিত হলে স্বপক্ষ আৰু শত্ৰুপক্ষৰ (উভয়ৰে) পূজ্য হয় ॥১৫॥

মন্ত্ৰশক্তিত হীন হলে জ্ঞানীপুৰুষ সংগ্ৰহ কৰি লব, নাইবা বিদ্যাত পাৰ্গতসকলৰ লগত যোগাযোগ ৰাখিব ॥১৬॥ কাৰণ, তেনেকৈয়ে ততালিকে কল্যাণ লাভ কৰিব ॥১৭॥

ক্ষমতাত হীন হলে প্ৰজাৰ সমৃদ্ধিৰ কাৰণে যত্ন কৰিব ॥১৮॥ জনপদেই সকলো কৰ্মৰ উৎপত্তিস্থান আৰু তাৰপৰাই প্ৰভাৱ বাঢ়ে ॥১৯॥ বিপদত দুৰ্গই জনপদবাসীৰ আৰু নিজৰ আশ্ৰয়স্থান ॥২০॥ সেতুবন্ধ (জলাশয়ৰ সৃষ্টি কৰা প্ৰভৃতিৰ) শস্যবিলাকৰ মাতৃ ॥২১॥ কাৰণ, বৰষুণ পৰিলে শস্যৰ যি উপকাৰ হয়, জলসিঞ্চন প্ৰণালীৰ যোগে, পানী যোগোৱা শস্যৰ সেই উপকাৰ অবিচ্ছিন্নভাৱে হয় ॥২২॥ বণিক-পথ শত্ৰুক প্ৰতাৰণা কৰাৰ উপায় ॥২৩॥ বণিক-পথবিলাকেই সৈন্য আৰু গুপ্তচৰবিলাকক (শত্ৰুৰ ৰাজ্যলৈ) পঠিওৱা হয় আৰু অস্ত্ৰ-শস্ত্ৰ, আৰু যান-বাহনৰ ক্ৰয়, প্ৰৱেশ আৰু নিষ্ক্ৰমণ কৰা হয় ॥২৪॥ খনি যুদ্ধসামগ্ৰীৰ উৎপত্তিস্থান। দ্ৰব্যবন দুৰ্গকৰ্মৰ আৰু যান-বাহনৰ, হস্তিবন হাতীৰ, চৰণীয়া পথাৰবিলাক গৰু, ঘোঁৰা, গাধ আৰু উটবিলাকৰ উৎপত্তিস্থান ॥২৫॥ সেইবিলাক নাথাকিলে বন্ধু আৰু মিত্ৰপক্ষৰপৰা সংগ্ৰহ কৰিব লাগে ॥২৬॥

উদ্যমহীনজনে ডকাইতৰ দলৰপৰা, আটৱিক আৰু ম্লেচ্ছ জাতিৰপৰা বীৰ (কৰ্মঠ)

শ্ৰেণীবিলাকৰপৰা বীৰপুৰুষ আৰু শত্ৰুৰ অপকাৰ কৰিব পৰা গুপ্তচৰবিলাক পাৰ্শ্বস্থানে সংগ্ৰহ কৰিব॥২৭॥

নাইবা, শত্ৰুৰ বিৰুদ্ধে পৰ্বাভিগ্ৰাপ্ৰতিকাৰ (৯।৬।১১ চাওক) অবলম্বন কৰিব, নহলে দুৰ্বল ৰজাৰ দৰে ব্যৱহাৰ কৰিব॥২৮॥

এইদৰে মিত্ৰপক্ষ, মন্ত্ৰণা, দ্ৰব্য আৰু সৈন্যসম্পন্ন হৈ শত্ৰুৰ প্ৰতিবন্ধক
ওকোৱাই পেলাবলৈ যুদ্ধ-যাত্ৰা কৰিব॥২৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্‌গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "হীনশক্তি-পূৰণ" নামৰ চতুৰ্দশ (আৰম্ভণিৰপৰা ১১২তম) অধ্যায় সমাপ্ত॥

# পঞ্চদশ অধ্যায়

## ১১৯তম প্ৰকৰণ : বলৱান ৰজাৰে সৈতে যুদ্ধ কৰি নিজক (দুৰ্গত) বন্ধ কৰি ৰখাৰ কাৰণ
## ১২০তম প্ৰকৰণ : সসৈন্যে আত্মসমৰ্পণ কৰা ৰজাৰ (যোগ্য) আচৰণ

দুৰ্বল ৰজাক বলৱানে আক্ৰমণ কৰিলে তেওঁতকৈ বিশিষ্টবল এনে এজন ৰজাৰ আশ্ৰয় ল'ব যাক সিজনে (শত্ৰুৱে) মন্ত্ৰশক্তিৰ দ্বাৰা ঠগিব নোৱাৰিব॥১॥ সমান মন্ত্ৰশক্তিসম্পন্ন দুজন ৰজাৰ ভিতৰত এজনৰ উৎকৰ্ষ সাধিত হয় মন্ত্ৰণাদাতা ব্যক্তিৰ বৈশিষ্ট্যৰ কাৰণে, নাইবা জ্ঞান-বৃদ্ধৰ সংযোগৰ দ্বাৰা॥২॥

অধিকবলী নাথাকিলে বলৱানৰ বিৰুদ্ধে সমবল ৰজা নাইবা বলৱান ৰজাৰ সমকক্ষ ৰজাৰ লগ লাগি থাকিব; সিবিলাকক মন্ত্ৰশক্তি আৰু প্ৰভুশক্তিৰ দ্বাৰা (বলৱান ৰজাই) প্ৰভাৱান্বিত কৰিব নোৱাৰিব॥৩॥ মন্ত্ৰশক্তি আৰু প্ৰভুশক্তিত তুল্য ৰজাসকলৰ ভিতৰত উদ্যোগৰ আধিক্যৰ কাৰণে এজন বিশিষ্ট হয়॥৪॥

সমান বলীৰ অভাৱ হলে বলৱান শত্ৰুৰ বিৰোধী, ধাৰ্মিক আৰু উৎসাহী দুৰ্বল ৰজাৰ লগ লাগি থাকিব; সিবিলাকক তেওঁ (বলৱান ৰজাই) মন্ত্ৰ-শক্তি, প্ৰভু-শক্তি আৰু উৎসাহ-শক্তিৰ দ্বাৰা প্ৰভাৱান্বিত কৰিব নোৱাৰিব॥৫॥ উৎসাহশক্তিত তুল্যসকলৰ ভিতৰত যি নিজৰ যুদ্ধোপযোগী ক্ষেত্ৰ পায় তেওঁৰ বৈশিষ্ট্য হয়॥৬॥ সমান সুবিধাৰ যুদ্ধক্ষেত্ৰ পোৱাসকলৰ ভিতৰত যি নিজৰ কাৰণে যুদ্ধৰ উপযোগী সময় পায় তেওঁৰ বৈশিষ্ট্য হয়॥৭॥ সমতুল্য যুদ্ধক্ষেত্ৰ আৰু সময় পোৱাসকলৰ ভিতৰত ভাৰ-বোৱা জন্তু, অস্ত্ৰ আৰু বৰ্ম পোৱাজনৰ বৈশিষ্ট্য হয়॥৮॥

সহায়কাৰীৰ অভাৱ হলে (এনে) দুৰ্গত আশ্ৰয় লব য'ত শত্ৰুৱে বিশাল সৈন্যবাহিনী লৈও আহাৰ, ঘাঁহ, খৰি আৰু পানী বন্ধ কৰি দিব নোৱাৰিব আৰু য'ত (শত্ৰু) নিজেই ক্ষয় আৰু ব্যয়ৰ সন্মুখীন হব॥৯॥ সমানে দুৰ্গৰ দুৰ্গৰ ভিতৰত খাদ্য-সম্ভাৰ আৰু আশ্ৰয়ৰ [illegible] দ্বাৰাই শ্ৰেষ্ঠত্ব নিৰ্ণীত হয়॥১০॥ 'মানুহ, খাদ্য-সামগ্ৰী আৰু [illegible] এই (দুৰ্গবাসীৰ) [illegible] দুৰ্গ [illegible]'—এয়ে কৌটিল্যৰ মত॥১১॥

১. [illegible] দুৰ্বল [illegible], [illegible] নাইবা [illegible]

দুখিয়াল), পৰিয়ালৰ ষড়যন্ত্ৰকাৰীজন আৰু অপ্ৰিয় ৰাজকুমাৰ—এওঁবিলাকৰ একজনৰ দ্বাৰা তেওঁৰ ৰাজ্য দখল নাইবা ধ্বংস কৰাম; নাইবা, তেওঁৰ পক্ষৰ সহজে হাত কৰিব পৰা লোক-সকলৰ দ্বাৰা তেওঁৰ ৰাষ্ট্ৰত, দুৰ্গত বা ছাউনীত বিদ্ৰোহ কৰাম; অস্ত্ৰ, অগ্নি, বিষ আৰু গূঢ় মন্ত্ৰৰ দ্বাৰা ওচৰলৈ আহোঁতে ইচ্ছামতে হত্যা কৰিম; নাইবা, মই নিজে গূঢ়-ক্ৰিয়া প্ৰয়োগ কৰি খৰচ আৰু হানি কৰাম; এইদৰে খৰচ, হানি আৰু প্ৰবাসৰ দ্বাৰা অতিষ্ঠ হোৱা এওঁৰ মিত্ৰবৰ্গক আৰু সৈন্যবিলাকক লাহে লাহে তেওঁৰ বিৰুদ্ধে প্ৰৰোচিত কৰিম; নাইবা, যোগান-ব্যৱস্থা, সৈন্য-সাহায্য, অশ্বাদিৰ খাদ্য সংগ্ৰহকাৰী সৈন্যদল ধ্বংস কৰি সৈন্য-ছাউনী দখল কৰিম; বা, যেতিয়া তেওঁ নিৰুৎসাহ হব তেতিয়া মই ইচ্ছানুসৰি সন্ধি কৰাই লম; বা, মোৰ লগত যুদ্ধত লিপ্ত থাকোঁতে চাৰিওপিনে বিদ্ৰোহ জ্বলি উঠিব; নাইবা, সৈন্য নাইকিয়া এওঁৰ পৃষ্ঠদেশ মিত্ৰপক্ষ নাইবা আটৱিক সৈন্যৰ দ্বাৰা মৰ্দন কৰাম; বা, ইয়াতে থাকি বিশাল ৰাজ্যৰ কল্যাণ সাধন কৰিম; যদি মই ইয়াত থাকো মোৰ আৰু মোৰ মিত্ৰপক্ষৰ বিক্ষিপ্ত সৈন্য এঠাইত গোট খাই অপৰাজেয় হব; জল-যুদ্ধত, খাল খান্দি কৰা যুদ্ধত আৰু ৰাত্ৰি-যুদ্ধত বিশাৰদ মোৰ সৈন্যই বাটত বাধামুক্ত হৈ ওচৰ চাপি অহা শত্ৰুৰ ওপৰত আঘাত কৰিব; আৰু অসময়ত এই প্ৰতিকূল দেশত আহি পৰাৰ কাৰণে ক্ষয় আৰু হানিৰ কাৰণে নিজেই লোপ পাব, কাৰণ ইয়াত দুৰ্গ, হাবি আৰু আশ্ৰয় প্ৰচুৰ পৰিমাণে থকাৰ কাৰণে এই দেশ মহা ক্ষয় আৰু হানিৰ থল; ই বাহিৰা মানুহৰ কাৰণে ৰোগকাৰক; তেওঁলোকৰ সৈন্য-প্ৰয়োগৰ নিমিত্তে উপযুক্ত ঠাই ইয়াত নাই, গতিকে আপদত পৰিহে ইয়াত সোমাব আৰু সোমালে বাহিৰ ওলাব নোৱাৰিব'॥১২॥

(এনে) কাৰণৰ অভাৱত, নাইবা শত্ৰুৰ যদি শক্তি বেছি হয়, তেতিয়া দুৰ্গ ত্যাগ কৰি গুচি আহিব॥১৩॥ নাইবা চগা জুইত পৰাৰ দৰে শত্ৰুৰ মাজত (জপিয়াই) পৰিব॥১৪॥ দুটাৰ এটা নহয় এটা সিদ্ধি (জয়লাভ বা মৃত্যু) আত্মত্যাগীসকলে লাভ কৰে'—এই বুলি আচাৰ্য-সকলে কয়॥১৫॥ 'সেই কথা নহয়'—এয়ে কৌটিল্যৰ মত॥১৬॥ নিজৰ আৰু শত্ৰুৰ মাজত সন্ধিৰ সম্ভাব্যতা সম্পৰ্কে আলোচনা কৰি সন্ধি কৰিব॥১৭॥ ইয়াৰ বিপৰীতে বিক্ৰম দেখুৱাই সন্ধি কৰিব, নহলে পলাব॥১৮॥ কাবোবাৰ লগত সন্ধি হলে দূত পঠিয়াব॥১৯॥ নাইবা, তেওঁ পঠিওৱাজনক টকা-পইছা আৰু সম্মানেৰে আদৰণি জনাই কব—'এয়া ৰজাৰ কাৰণে উপহাৰৰ বস্তু; ৰাণী আৰু কুমাৰসকলে প্ৰদান কৰা এইবিলাক ৰাণী আৰু কুমাৰসকলৰ; এই ৰাজ্য আৰু আমি আপোনাৰেই অধীন'॥২০॥

আশ্ৰয়প্ৰাপ্ত হলে মহাৰাজৰ প্ৰতি "পাৰিষদৰ যোগ্য আচৰণ" প্ৰকৰণত (৫।৫) নিৰ্দেশ দিয়াৰ দৰে ব্যৱহাৰ কৰিব॥২১॥ দুৰ্গ-নিৰ্মাণ আদি কাৰ্য, বিবাহত (কন্যা) প্ৰদান আৰু গ্ৰহণ, কুমাৰৰ অভিষেক, অশ্বক্ৰয়, হাতীখেদা, যাগ-যজ্ঞ আৰু আমোদৰ কাৰণে কৰা যাত্ৰা—এইবিলাক অনুমতি লৈহে কৰিব॥২২॥ নিজৰ ৰাজ্যত অৱস্থিত প্ৰকৃতিৰ লগত সন্ধি বা অনুগতা ত্যাগকাৰীসকলক শাস্তিদান—এই সকলোবিলাক অনুমতি লৈহে কৰিব॥২৩॥

নগৰবাসী আৰু সাধাৰণ প্ৰজাসকলে যদি বিদ্বেষাচৰণ কৰে, তেওঁ ন্যায় ব্যৱহাৰত থাকি অন্য স্থানৰ কাৰণে প্ৰাৰ্থনা কৰিব॥২৪॥ নাইবা, দুষ্কৰ্মীৰ চক্ৰৰ মানুহৰ দৰে গোপন শাস্তিৰে প্ৰতিবিধান কৰিব॥২৫॥ মিত্ৰপৰা (আনি) দিয়া উপযুক্ত মাটিও গ্ৰহণ নকৰিব॥২৬॥

মহাৰাজক সাক্ষাৎ কৰিব নোৱাৰিলে মন্ত্ৰী, পুৰোহিত, সেনাপতি আৰু যুৱৰাজ, এওঁ-লোকৰ যি কোনো একজনক দেখা কৰিব আৰু যথাশক্তি এওঁলোকৰ উপকাৰ কৰিব॥২৭॥

দেৱতা-পূজা আৰু স্বস্তি-বাচনত তেওঁক আশীৰ্বাদ প্ৰদান কৰিব॥২৮॥ সকলো ক্ষেত্ৰতে আত্মসমৰ্পণৰ গুণ বখানিব॥২৯॥

বলৰ দ্বাৰা বশীভূতজন মহাৰাজৰ লগত সম্পৰ্ক থকা বলৱানজনৰ সেৱা কৰি, ৰজাই শঙ্কা কৰাসকলৰ বিৰোধিতা কৰি তেওঁৰ ওচৰত নিৰন্তৰ অনুগত হৈ চলিব॥৩০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "বলৱান ৰজাৰে সৈতে যুদ্ধ কৰি নিজক (দুৰ্গত) বন্ধ কৰি ৰখাৰ কাৰণ" আৰু "সসৈন্যে আত্মসমৰ্পণ কৰা ৰজাৰ (যোগ্য) আচৰণ" নামৰ পঞ্চদশ (আৰম্ভণিৰপৰা ১১৩তম) অধ্যায় সমাপ্ত॥

# ষোড়শ অধ্যায়

## ১২১তম প্ৰকৰণ : শক্তিৰে (আন ৰজাক) বশীভূত কৰা ৰজাৰ (যোগ্য) আচৰণ

সন্ধিৰ চৰ্তবোৰ মানি লোৱা সত্ত্বেও উদ্বেগকাৰী শত্ৰুক জয় কৰিবলৈ ইচ্ছা কৰা বলৱান ৰজাই সেইদিনে যুদ্ধযাত্ৰা কৰিব যিদিনে তেওঁৰ সৈন্যৰ কাৰণে উপযুক্ত ভূমিভাগ, জলবায়ু আৰু খাদ্য-সামগ্ৰী থাকে, যিদিনে শত্ৰুৰ দুৰ্গৰূপে আশ্ৰয় নাই, সিহঁতৰ মিত্ৰপক্ষও নাই আৰু যত নিজৰ পাৰ্ষ্ণিগ্ৰাহ হব নোৱাৰে॥১॥ ইয়াৰ বিপৰীত হলে ৰক্ষাৰ উপায় অৱলম্বন কৰিহে যুদ্ধযাত্ৰা কৰিব॥২॥

সাম আৰু দানৰ যোগে দুৰ্বলসকলক, ভেদ আৰু দণ্ডৰ যোগে বলীসকলক আয়ত্ত কৰিব॥৩॥ আৰু তেওঁ উপায়বিলাকৰ কেৱল নিৰ্দিষ্ট এটা, যিকোনো এটা বা একাধিক প্ৰয়োগৰ যোগে (৯।৭।৭৩-৭৬) সীমান্তত অৱস্থিত ৰজাৰ আৰু (এখন) ৰাজ্যৰ ব্যৱধান থকা ৰজাৰ নিজ মণ্ডলৰ প্ৰকৃতিসমূহ আয়ত্ত কৰিব॥৪॥

গাৱঁৰ আৰু হাবিৰ বাসিন্দাসকলৰ, গৰু-মহৰ পালৰ, বণিকপথৰ নিৰাপত্তা বিধান কৰি, পৰিত্যক্তসকলক, দলত্যাগীসকলক আৰু অপকাৰীসকলক অৰ্পণ কৰি সাম আচৰণ কৰিব॥৫॥ মাটি, সম্পত্তি আৰু কন্যাপ্ৰদান আৰু নিৰাপত্তাৰ প্ৰতিশ্ৰুতি—এই কেইটাৰ যোগে দান আচৰণ কৰিব॥৬॥ সামন্ত, আটৱিক-প্ৰধান, কুলৰ দাবী প্ৰতিষ্ঠাপক আৰু অপৰুদ্ধ—এই কেইজনৰ এজনৰ পক্ষ সমৰ্থন কৰি কোষ, সৈন্য, ভূমি নাইবা উত্তৰাধিকাৰিত্ব দাবী কৰিব—এয়ে ভেদ-আচৰণ॥৭॥ সমুখ-যুদ্ধ, কূট-যুদ্ধ, গোপন-যুদ্ধ, দুৰ্গ গ্ৰহণ কৰাৰ উপায়—এই কেইটাৰ যোগে শত্ৰুক বশ কৰাটোৱেই দণ্ড-আচৰণ॥৮॥

এইদৰে তেজস্বীসকলক এনেকৈ স্থাপন কৰিব যাতে তেওঁলোক সৈন্যৰ উপকাৰত আহে, শক্তিমন্তসকলক এনেকৈ স্থাপন কৰিব যাতে তেওঁলোক কোষৰ উপকাৰত আহে আৰু বুদ্ধিমন্তসকল এনেকৈ স্থাপন কৰিব যাতে তেওঁলোক ভূমিৰ উপকাৰত আহে॥৯॥

তেওঁবিলাকৰ ভিতৰত যিজনে বন্দৰত, গাৱঁত আৰু খনিত উৎপন্ন বা, মূল্যবান বস্তু, সস্তীয়া বস্তু আৰু বনজসম্পদ প্ৰদান কৰি নাইবা দ্ৰব্যাদি, হস্তিবন আৰু গৰু-মহৰ পালৰপৰা উৎপন্ন হোৱা যান-বাহন প্ৰদান কৰি নানা প্ৰকাৰে সহায় কৰে, তেওঁ বিভিন্ন উপকাৰী মিত্ৰ॥১০॥ যিজনে সৈন্য নাইবা অৰ্থেৰে সহায় কৰে তেওঁ মহোপকাৰী মিত্ৰ॥১১॥ সৈন্য, অৰ্থ আৰু ভূমিৰে সহায় কৰাজন সৰ্বোপকাৰী মিত্ৰ॥১২॥

যিজনে শত্ৰুক এক পাৰ্শ্বত বাধা দিয়ে, তেওঁ একাংশ উপকাৰী মিত্ৰ॥১৩॥ যিজনে শত্ৰুক

আৰু (শত্ৰুৰ) মিত্ৰক উভয় পাৰ্শ্বত বাধা দিয়ে তেওঁ দুই কালে উপকাৰী মিত্ৰ॥১৪॥ বিজনে শত্ৰুক, (শত্ৰুৰ) মিত্ৰক, প্ৰতিবেশী আৰু সামন্ত ৰজাক সকলো ফালৰপৰা আক্ৰমণ কৰে তেওঁ সকলো ফালৰপৰা উপকাৰী মিত্ৰ॥১৫॥

আটৱিক, সৈন্যাধ্যক্ষ নাইবা যদি শত্ৰু নিজেই পাৰ্ষ্ণিগ্ৰাহ হয় আৰু যদি ভূমি দান কৰি হাত কৰিব পৰা যায়, নিকৃষ্ট ভূমি দান কৰি এওঁক হাত কৰিব; বিচ্ছিন্ন ভূমি দান কৰি দুৰ্গস্থজনক, জীৱিকাৰ সম্বল যোগাব নোৱৰা ভূমিৰে আটৱিকক, পুনৰ উদ্ধাৰ কৰিব পৰা ভূমিৰে শত্ৰুৰ কুলৰ ষড়যন্ত্ৰকাৰীক, বলেৰে কাঢ়ি লʼব পৰা ভূমিৰে শত্ৰুৰ বিৰোধজনক মিত্ৰ-ৰাজক, শত্ৰু নিগাজিকৈ বহি থকা ভূমিৰে সৈন্যৰ দল থকাজনক, বলী সামন্ত ৰজা ওচৰত থকা ভূমিৰে সুসংগঠিত সৈন্য থকাজনক, এই দুয়োটা গুণ থকা ভূমিৰে যুদ্ধত প্ৰতিকূল (আচৰণ কৰা)জনক, সামৰিক ব্যায়াম সম্ভৱ নোহোৱা মাটিৰে উৎসাহীজনক, ছন পৰা মাটিৰে শত্ৰুৰ দলভুক্তজনক, অনুৰ্বৰ মাটিৰে প্ৰলোভন দেখুৱাই আঁতিৰোৱাজনক, দখলৰ উপযোগী কৰি লোৱাত বহুত খৰচ আৰু লোকচান ভাৰিব লগা মাটিৰে দললৈ ঘূৰি অহাজনক, আশ্ৰয়হীন ভূমিৰে (শত্ৰুৰ) পক্ষ এৰি (নিজপক্ষলৈ) অহাজনক, অইনে দখল কৰিব নোৱৰা মাটিৰে সেই মাটিৰ স্বয়ং মালিকক হাত কৰিব॥১৬॥

তেওঁবিলাকৰ মাজত মহা উপকাৰী আৰু আনুগত্যত অপৰিবৰ্তিতজনক (আগৰ দৰেই) বাহাল ৰাখিব॥১৭॥ বিৰোধীজনক গুপ্তভাৱে নিৰ্মূল কৰিব॥১৮॥ উপকাৰীক (নিজৰ) উপকাৰ কৰিব পৰা শক্তি অনুসৰি তুষ্ট কৰি ৰাখিব॥১৯॥ উদ্যম অনুসৰি ধন আৰু সম্মান প্ৰদান কৰিব আৰু বিপদত সহায় কৰিব॥২০॥ স্বয়ং উপস্থিত হোৱাসকলক প্ৰাৰ্থনা অনুসৰি দৰ্শন প্ৰদান কৰিব আৰু (তেওঁলোকৰ) অভ্যৰ্থনাৰ দিহা কৰিব॥২১॥ আৰু, এওঁবিলাকৰ প্ৰতি অপমান, হিংসা, নিন্দা আৰু কদৰ্থনা প্ৰয়োগ নকৰিব॥২২॥ আৰু অভয়দান কৰাৰ পিছত পিতাৰ দৰে এওঁলোকক অনুগ্ৰহ কৰিব॥২৩॥

(এওঁবিলাকৰ) কোনোবাই যদি এওঁৰ অপকাৰ কৰে, তেতিয়া তেওঁৰ দোষ ঘোষণা কৰি প্ৰকাশ্যভাৱে তেওঁক বধ কৰিব॥২৪॥ অন্যবিলাকৰ মাজত ভয়ৰ সঞ্চাৰ কৰিব পাৰে বুলি "দণ্ডবিধান-সম্পৰ্কীয়" প্ৰকৰণত (৫।১।২৭) নিৰ্দেশ দিয়াৰ দৰে ব্যৱহাৰ কৰিব॥২৫॥ নিহতজনৰ ভূমি, সম্পত্তি, লʼৰা আৰু তিৰোতা আত্মসাৎ নকৰিব॥২৬॥ তেওঁৰ পৰিয়ালৰ মানুহবিলাককো উপযুক্ত স্থানত স্থাপন কৰিব॥২৭॥ যুদ্ধত মৃতজনৰ পুত্ৰক সিংহাসনত প্ৰতিষ্ঠা কৰিব॥২৮॥

এনে কৰিলে সৈন্যৰ হাতত পৰাভূত হৈ আত্মসমৰ্পণ কৰা (অনুৰাজ) সকল এওঁৰ পুত্ৰ-পৌত্ৰসকলৰ প্ৰতিও অনুৰক্ত হৈ থাকিব॥২৯॥

কিন্তু বিজনে যুদ্ধত বশ্যতা স্বীকাৰ কৰাজনক হত্যা কৰে, নাইবা বন্দী কৰে আৰু তেওঁৰ ভূমি, সম্পত্তি আৰু লʼৰা-তিৰোতাক গ্ৰহণ কৰে, তেওঁৰ অনুগত ৰাজমণ্ডলে ভয় খাই (তেওঁক) ধ্বংস কৰিবলৈ উঠি-পৰি লাগে॥৩০॥ নিজ নিজ দেশত থকা এওঁৰ অধীনস্থ মন্ত্ৰী-সকলেও ভয় খাই অন্য ৰাজমণ্ডলৰ আশ্ৰয় লয়॥৩১॥ নাইবা নিজে এওঁৰ ৰাজ্য বা জীৱন নাশ খোজে॥৩২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ 'ষাড়্গুণ্য' নামৰ 'সপ্তম' অধিকৰণৰ-অন্তৰ্গত [illegible] কৰা ৰজাৰ (বোধ) আচৰণ নামৰ ষোড়শ (অধ্যায়) [illegible]

# সপ্তদশ অধ্যায়

## ১২২তম প্ৰকৰণ : সন্ধিকৰ্ম
## ১২৩তম প্ৰকৰণ : সমাধিমোক্ষ (মনুষ্যপণৰ দ্যুতি)

শম, সন্ধি আৰু সমাধি—এই তিনিওটাই একে অৰ্থকে বুজায়॥১॥ ৰজাসকলৰ মাজত বিশ্বাস জন্মোৱাই শম, সন্ধি আৰু সমাধিৰ উদ্দেশ্য॥২॥

আচাৰ্যসকলৰ মতে সত্যৰ দোহাই দি নাইবা শপত খাই কৰা সন্ধি অস্থায়ী, জামিন বা বন্ধক ৰাখি কৰা সন্ধি স্থায়ী॥৩॥ কৌটিল্যৰ মতে সেইটো নহয়॥৪॥ সত্য নাইবা শপতত প্ৰতিষ্ঠিত সন্ধি ইহলোক আৰু পৰলোকতো স্থায়ী হয়, জামিন আৰু বন্ধকৰ সন্ধি ইহ-লৌকিক আৰু শক্তিৰ ওপৰত নিৰ্ভৰশীল (মাত্ৰ)॥৫॥

'সন্ধিত আবদ্ধ হলোঁ'—এই বুলি পূৰ্বৰ কালত ৰজাসকলে নিজৰ কথা ৰাখি সত্যেৰেই সন্ধি কৰিছিল॥৬॥ ইয়াক উলংঘা কৰিলে (উলংঘা কৰাৰ ভয় থাকিলে) জুই, পানী, নাঙলৰ সীৰলুৰ মাটি, দুৰ্গৰ মাটি, হাতীৰ কান্ধ, ঘোঁৰাৰ পিঠি, ৰথৰ সন্মুখ, অস্ত্ৰ, ৰত্ন, বীজ, সুগন্ধি বস্তু, জুলীয়া পদাৰ্থ, সোণ আৰু চিকা-ৰূপ হাতেৰে চুই (এনে) শপত গ্ৰহণ কৰিব —'যি সন্ধি ভঙ্গ কৰিব তেওঁক এইবিলাক বস্তুৱে মাৰিব নাইবা ত্যাগ কৰিব'॥৭॥

শপত উলংঘন কৰিলে (উলংঘন কৰাৰ ভয় থাকিলে) ডাঙৰ মানুহ, তপস্বী নাইবা মুখিয়াল লোকক জামিনত ৰাখিব পাৰিলে নিৰাপদ হয়॥৮॥ তাৰ ভিতৰত যিজনে শত্ৰুক বশীভূত কৰিব পৰা জামিন গ্ৰহণ কৰে, তেওঁ সুবিধা লাভ কৰে॥৯॥ ইয়াৰ বিপৰীতে প্ৰৱঞ্চিত হয়॥১০॥

জ্ঞাতি নাইবা মুখ্য বিষয়াৰ গ্ৰহণেই বন্ধক॥১১॥ তাতে যিজনে বিশ্বাসঘাতক মন্ত্ৰী নাইবা পুত্ৰ প্ৰদান কৰে, তেওঁ সুবিধা ভোগ কৰিব॥১২॥ ইয়াৰ বিপৰীতজন প্ৰতাৰিত হব॥১৩॥ বন্ধক গ্ৰহণ কৰোঁতে বিশ্বাস কৰাজনক কোনো কুণ্ঠা বোধ নকৰাকৈয়ে শত্ৰুৱে জেদু চাই প্ৰহাৰ কৰে॥১৪॥

অপত্য বন্ধক ৰখাৰ ক্ষেত্ৰত কন্যা বা পুত্ৰ সমৰ্পণ কৰিব লগীয়া হলে, কন্যা সমৰ্পণ কৰাজনৰ সুবিধা হয়॥১৫॥ কাৰণ, কন্যাৰ উত্তৰাধিকাৰিত্ব-স্বত্ব নাই, এওঁলোক পৰৰ ব্যৱহাৰৰ কাৰণে মাত্ৰ আৰু অত্যাচাৰৰ পাত্ৰ নহয়॥১৬॥ পুত্ৰ (কিন্তু) ইয়াৰ বিপৰীত॥১৭॥

দুজন পুত্ৰৰ ভিতৰতো যিজনে অস্ত্ৰবিদ্যাত নিপুণ, বীৰ, জ্ঞানী ঔৰস পুত্ৰ নাইবা একমাত্ৰ পুত্ৰক প্ৰদান কৰে, তেওঁ ঠগ খায়॥১৮॥ ইয়াৰ বিপৰীতজনে ঠগে॥১৯॥ উত্তৰাধিকাৰী-সূত্ৰ লুপ্ত হোৱাৰ কাৰণে ঔৰস পুত্ৰতকৈ অবৈধ পুত্ৰ, মন্ত্ৰ-শক্তি বিলোপ হোৱাৰ কাৰণে জ্ঞানী পুত্ৰতকৈ মূৰ্খ পুত্ৰ, উৎসাহ-শক্তি নথকাৰ কাৰণে সাহসীতকৈ ভীৰু পুত্ৰ, আঘাত কৰিব পৰা শক্তি নথকাৰ কাৰণে অস্ত্ৰবিদ্যাত নিপুণজনতকৈ অনিপুণজন, (সেইদৰে) আশা নথকাৰ কাৰণে একমাত্ৰ পুত্ৰতকৈ অনেক (পুত্ৰৰ মাজত একজনক) বন্ধক ৰখা ভাল॥২০॥

বৈধ আৰু জ্ঞানী পুত্ৰৰ ভিতৰত মূৰ্খ হলেও বৈধ পুত্ৰৰ লগত সাৰ্বভৌমত্বৰ গুণ থাকে, অবৈধ জ্ঞানী পুত্ৰৰ মন্ত্ৰাধিকাৰহে থাকে॥২১॥ মন্ত্ৰণা বিষয়তো বৈধজনেই জ্ঞানবৃদ্ধৰ সঙ্গ লাভি জ্ঞানী পুত্ৰক অতিক্ৰম কৰিব পাৰে॥২২॥

জ্ঞানী আৰু সাহসী পুত্ৰৰ ভিতৰত ভীৰু হলেও জ্ঞানী পুত্ৰই বুদ্ধিমত্তাৰ কৰ্ম কৰিব

পাৰে আৰু অজ্ঞানী হলেও সাহসী পুত্ৰই বিক্ৰমৰ কাৰ্য কৰিব পাৰে ॥২৩॥ বিক্ৰমৰ কাৰ্যতো, চিকাৰীয়ে হাতীক ঠগাৰ দৰে জ্ঞানীয়ে সাহসীজনক চেৰ পেলাব পাৰে ॥২৪॥

সাহসী আৰু অস্ত্ৰকুশল—এই দুজনৰ ভিতৰত সাহসীজনকহে সাহসী আচৰণে অনুসৰণ কৰে, যদিও তেওঁ অস্ত্ৰবিদ্যাত শিক্ষাপ্ৰাপ্ত নহয় আৰু সাহসী নহলেও অস্ত্ৰকুশলজনে লক্ষ্য-ভেদৰ গুণ আয়ত্ত কৰে ॥২৫॥ লক্ষ্য-ভেদৰ ক্ষেত্ৰতো সাহসীজনে স্থিৰতা, বোধশক্তি আৰু নিৰীক্ষণ-শক্তিৰ গুণত অস্ত্ৰকুশলজনক চেৰ পেলাব পাৰে ॥২৬॥

বহু পুতেক থকা আৰু এজন পুতেক থকা দুজন ৰজাৰ ভিতৰত যিজনৰ বহু পুত্ৰ আছে তেওঁ এজনক দি দিলেও বাকীবোৰৰ সহায়ত সন্ধি ভংগ কৰিব পাৰে, আনজনে নোৱাৰে ॥২৭॥

একমাত্ৰ পুত্ৰকে অৰ্পণ কৰি যদি সন্ধি কৰা যায়, সেই পুত্ৰৰ সন্তানৰপৰা বিশেষ ফল পোৱা যায় ॥২৮॥ সমানে পুত্ৰৰ সন্তান থকা দুজনৰ ভিতৰত প্ৰজনন-শক্তি থকাজনে উৎকৰ্ষ লাভ কৰে ॥২৯॥ প্ৰজনন-শক্তি থকা দুজনৰ ভিতৰতো যিজনৰ পুত্ৰ-জন্ম আসন্ন, তেওঁ সুবিধা লাভ কৰে ॥৩০॥

ক্ষমতাশালী একেজন পুত্ৰ যদি থাকে আৰু নিজৰ পুত্ৰোৎপাদনৰ শক্তি যদি লোপ পায়, তেতিয়া হলে নিজকে সমৰ্পণ কৰিব, একেটি মাত্ৰ পুত্ৰক নকৰিব ॥৩১॥ শক্তি বৃদ্ধি হলে বন্ধক ৰখাজনক মুকলি কৰাব ॥৩২॥

গুপ্তচৰবিলাকে খনিকৰ, শিল্পী আদিৰ ভাও ধৰি কুমাৰৰ আশে-পাশে কাম কৰি থাকিব আৰু ৰাতি সুৰুঙা খান্দি কুমাৰক অপহৰণ কৰিব ॥৩৩॥

নাইবা অভিনেতা, নৰ্তক, গায়ক, বাদক, কথক, কুশীলৱ, ৰছীৰ ওপৰত নচা মানুহ আৰু ছায়াবাজী দেখুওৱা মানুহ পূৰ্বতে প্ৰেৰিত হৈ শত্ৰুৰ পৰিচাৰকৰূপে থাকিব ॥৩৪॥ তেওঁ-বিলাকে ইজনৰ পাছত সিজনকৈ ৰাজকুমাৰসকলৰ আলপৈচান ধৰিব ॥৩৫॥ তেওঁ (কুমাৰে) সময়ৰ কোনো বাধা-নিষেধ নোহোৱাকৈ তেওঁবিলাকৰ প্ৰৱেশ, স্থিতি আৰু বহিৰ্গমন নিৰ্ধাৰণ কৰিব ॥৩৬॥ তাৰ পিছত তেওঁবিলাকৰে এজনৰ বেশ লৈ ৰাতি প্ৰস্থান কৰিব ॥৩৭॥ ইয়াৰ দ্বাৰাই বেশ্যা আৰু পত্নীৰ ভাও ধৰা মহিলাৰ কথাও কোৱা হ'ল ॥৩৮॥

নাইবা, তেওঁবিলাকৰ বাদ্য-যন্ত্ৰ বা অন্যান্য বস্তুৰ বাকচ কঢ়িয়াই লৈ গুচি যাব ॥৩৯॥

নাইবা, ৰান্ধনি, পৰিচাৰক, গাধোৱা ঘৰৰ লিগিৰা, মালিচ কৰা মানুহ, বিচনা ঠিক কৰা মানুহ, নাপিত, প্ৰসাধন কৰোঁতা আৰু পানী-যোগাৰী—এইবিলাকে বস্তু-বেহানি, কাপোৰ-কানিৰ বাকচ আৰু ব্যৱহৃত আসন, শয্যা আদিৰ লগত তেওঁক পলুৱাই নিব ॥৪০॥

নাইবা, জেহেৰা নিৰ্ণয় কৰিব নোৱৰা সময়ত কিবা এটা হাতত লৈ চাকৰৰ বেশত পলাব; নহলে সুৰুঙাইদি নিশাৰ পূজাৰ কাৰণে (উপহাৰৰ লগত লৈ) গুচি যাব ॥৪১॥ নহলে সৰোবৰ বা পূৰ্বোক্ত বৰুণযোগ[1] অৱলম্বন কৰিব ॥৪২॥

নাইবা, বেপাৰীৰ ছদ্মবেশ ধৰি গুপ্তচৰবিলাকে প্ৰহৰীবিলাকক বিহ মিহলোৱা সিদ্ধান্ন আৰু ফল উপহাৰ দিব ॥৪৩॥

---

[1] বৰুণযোগ : পুৰাণৰ মতে বৰুণ পানীৰ দেৱতা; তেওঁ পানীৰ মাজতে থাকে। ইয়াত বৰুণ-যোগৰ অৰ্থ দীৰ্ঘকাল পানীৰ তলত থকা আৰু তাৰ পিছত যি ঠাইত বুৰ মৰা হয় তাৰপৰা বহু দূৰত গৈ ওলোৱা।

নাইবা, দেৱতাৰ পূজা, শ্ৰাদ্ধ বা বনভোজ উপলক্ষে প্ৰহৰীবিলাকক বেছি কৰা আহাৰ-পানী বা বিহ খুৱাই, নহলে তেওঁলোকক প্ৰলোভন দি ফুচুলাই আঁতৰ হ'ব॥৪৪॥

অথবা, নাগৰ, কুশীলৱ, চিকিৎসক বা সিদ্ধান্নৰ ফেৰিৱালাৰ ভাও ধৰি গুপ্তচৰবিলাকে নিশা ধনী মানুহবিলাকৰ নাইবা পহৰীয়াবিলাকৰ ঘৰত জুই দিব॥৪৫॥ নহলে বেপাৰীবেশী চোৰাংচোৱাবোৰে বজাৰত জুই লগাব॥৪৬॥ অথবা খেদি যোৱাৰ ভয় হেতুকে আন মানুহ জুইত পেলাই দি নিজ ঘৰতে জুই লগাই দিব॥৪৭॥ তাৰ পিছত সিন্ধি, নলা বা সুৰুঙাইদি পলায়ন কৰিব॥৪৮॥

নহলে কলহত বস্তু ভৰাই সাজি কৰি লৈ যোৱাৰ ভাও দি প্ৰস্থান কৰিব॥৪৯॥ নাইবা, মূৰ খুৱোৱা আৰু জটাধাৰী সন্ন্যাসীৰ অস্থায়ী কুটীৰত সোমাই তেওঁবিলাকৰ ভাও ধৰি পলাব; নহলে এইবিলাকৰ এটা উপায়ৰ যোগে (পলাব)—আকাৰ পৰিবৰ্তন, ৰোগৰ সৃষ্টি আৰু বনচৰৰ ছদ্ম॥৫০॥

নাইবা, মৰা শ যেন দেখুৱাই গুপ্তচৰবিলাকে ভাৰ বৈ লৈ যাব॥৫১॥ নাইবা স্ত্ৰীবেশেৰে শৱযাত্ৰা অনুসৰণ কৰিব॥৫২॥

বনচৰৰ ভাও ধৰি থকা মানুহে (এওঁৰ গুপ্তচৰবিলাকে) এওঁ এফালে গ'লে অন্যফালে যোৱা বুলি মিছাকৈয়ে দেখুৱাব॥৫৩॥ তাৰ পিছত অন্যফালে গুচি যাব॥৫৪॥ নহ'লে গৰোৱানৰ গাড়ীবোৰৰ মাজেদি পলাব॥৫৫॥

খেদি খেদি ওচৰ পালে লুকাই থাকিব॥৫৬॥ (উপযুক্ত) লুকোৱা ঠাইৰ অভাৱত টকা নাইবা বিহ মিহলোৱা খাদ্য ৰাস্তাৰ দুই কাষে চটিয়াই থ'ব॥৫৭॥ তাৰ পিছত অন্য ফালে পলাব॥৫৮॥

ধৰা পৰিলে সাম আদি উপায় কৰি, নাইবা ৰাস্তাত বিহ মিহলোৱা আহাৰেৰে খেদা দলটোক প্ৰতাৰণা কৰিব॥৫৯॥

নহলে বাৰুণ-যোগ আৰু অগ্নিকাণ্ড আদিত আন মানুহক নিক্ষেপ কৰি 'তহঁতে মোৰ ল'ৰাক মাৰিলি' বুলি শত্ৰুক অভিযুক্ত কৰিব॥৬০॥

নাইবা, গোপনকৈ ৰখা অস্ত্ৰ হাতত লৈ নিশা পহৰাদাৰৰ ওপৰত
জাপিয়াই পৰি গুপ্তচৰবিলাকেৰে সৈতে বেগী ঘোঁৰাত উঠি পলাব॥৬১॥

# অষ্টাদশ অধ্যায়

## ২৪তম প্ৰকৰণ : মধ্যম ৰজাৰ প্ৰতি ব্যৱহাৰ
## ২৫তম প্ৰকৰণ : নিৰপেক্ষ ৰজাৰ প্ৰতি ব্যৱহাৰ
## ২৬তম প্ৰকৰণ : ৰাজ-মণ্ডলৰ প্ৰতি ব্যৱহাৰ

মধ্যম ৰজাৰ কাষৰপৰা বিজিগীষু নিজে আৰু তৃতীয় আৰু পঞ্চম প্ৰকৃতি মিত্ৰ-প্ৰকৃতি॥১॥ দ্বিতীয়, চতুৰ্থ আৰু ষষ্ঠ প্ৰকৃতি অমিত্ৰ-প্ৰকৃতি॥২॥

মধ্যম ৰজাই যদি উভয়কে অনুগ্ৰহ কৰে, বিজিগীষু মধ্যমৰ অনুকূল হ'ব॥৩॥ আৰু উভয়কে অনুগ্ৰহ নকৰিলে মিত্ৰ-প্ৰকৃতিৰ অনুকূল হ'ব॥৪॥

মধ্যম ৰজাই যদি বিজিগীষুৰ মিত্ৰভাৱাপন্ন মিত্ৰক কাঢ়ি লব খোজে, তেতিয়া হলে নিজৰ

মিত্ৰক আৰু স্বামিত্ৰক উত্তেজিত কৰি আৰু মধ্যম ৰজা আৰু মিত্ৰৰ ভেদ সৃষ্টি কৰি মিত্ৰক (আত্মপক্ষত) বাঁধিব॥৫॥ নহলে 'এই মধ্যম ৰজা অতি সমৃদ্ধিশালী হৈ আমাৰ বিনাশৰ কাৰণে উঠি-পৰি লাগিছে; আমি একগোট হৈ তেওঁৰ অভিযান ব্যৰ্থ কৰোঁহক' এই বুলি তেওঁ ৰাজ-মণ্ডলক উত্তেজিত কৰিব॥৬॥ যদি ৰাজ-মণ্ডলে সেই কথা অনুমোদন কৰে, মধ্যম ৰজাক দমন কৰি নিজৰ প্ৰতিপত্তি বঢ়াব॥৭॥ সেইটো যদি ৰাজ-মণ্ডলৰ দ্বাৰা অনুমোদিত নহয়, মিত্ৰক সৈন্য আৰু টকাৰ সহায় দি তেওঁ (বিজিগীষুৱে) মধ্যম ৰজাৰ পৰস্পৰে সহায় কৰি থকা, অথবা যাৰ এজনক হাত কৰিলে বহুতক হাত কৰা যায় বা যাৰ মাজত পৰস্পৰে পৰস্পৰক ভয় কৰাৰ কাৰণে বিদ্ৰোহ নহয়, তেনে বহুত শত্ৰুৰপৰা সাম আৰু দানৰ যোগে মুখ্যজনক নাইবা অতি ওচৰত থকাজনক হাত কৰিব॥৮॥ এইদৰে দুগুণ হৈ দ্বিতীয়জনক আৰু তিনিগুণ হৈ তৃতীয়জনক (হাত কৰিব)॥৯॥ এইদৰে ক্ষমতা বৰ্ধিত হলে মধ্যম ৰজাক দমন কৰিব॥১০॥ নাইবা, স্থান কাল উকলি যাব লগীয়া হলে মধ্যম ৰজাৰে সৈতে সন্ধি কৰিব আৰু মিত্ৰৰ উপকাৰ কৰিব বা কৰ্মবিশেষৰ কাৰণে (মধ্যম ৰজাৰ) দ্ৰোহীবিলাকৰ লগত সন্ধি কৰিব॥১১॥

যদি মধ্যম ৰজাই এওঁৰ দুৰ্বল-মিত্ৰক লগীয়া মিত্ৰক হাত কৰিবৰ ইচ্ছা কৰে, তেতিয়া 'মই তোমাক ত্ৰাণ কৰিম' বুলি কৈ বেতিয়ালৈকে এওঁ দুৰ্বল নহয় এওঁক প্ৰতিপাল কৰিব॥১২॥ দুৰ্বল হলে এওঁক ৰক্ষা কৰিব॥১৩॥

যদি মধ্যম ৰজাই এওঁৰ (বিজিগীষুৰ) উচ্ছেদ কৰিব লগীয়া মিত্ৰক লাভ কৰিবলৈ ইচ্ছা কৰে, তেতিয়া মধ্যম ৰজাৰ সমৃদ্ধিৰ ভয়ত দুৰ্বল হোৱা এওঁক ৰক্ষা কৰিব॥১৪॥ আৰু যদি উচ্ছিন্ন হয়, তেতিয়াও ভূমিদান কৰি এওঁক হাত কৰিব, কাৰণ এওঁ অন্যকালে গুচি যোৱাৰ ভয় থাকে॥১৫॥

দুৰ্বল নাইবা উচ্ছেদ কৰিব লগীয়া এওঁৰ মিত্ৰ যদি মধ্যম ৰজাৰ সহায়ক হয়, অন্য পুৰুষৰ যোগে সন্ধি কৰিব॥১৬॥ যদি সেই দুয়োৰে মিত্ৰপক্ষ বিজিগীষুক দমন কৰিবলৈ সমৰ্থ যেন দেখা যায়, তেতিয়া (মধ্যমৰ লগত) সন্ধি কৰিব॥১৭॥

মধ্যম ৰজাই যদি এওঁৰ শত্ৰুক আক্ৰমণ কৰিব খোজে, তেতিয়া সন্ধি কৰিব॥১৮॥ এনেকৈয়ে স্বাৰ্থ সিদ্ধি হব আৰু মধ্যম ৰজাও তুষ্ট হব॥১৯॥

আৰু যদি মধ্যম ৰজাই বন্ধু-ভাব থকা নিজৰ (বিজিগীষুৰ) মিত্ৰক গ্ৰহণ কৰিব খোজে (অৰ্থাৎ আক্ৰমণ কৰে), অন্য পুৰুষৰ যোগে সন্ধি কৰিব॥২০॥ এওঁ যদি বিজিগীষুৰ প্ৰতি অনুৰক্ত হয় 'মিত্ৰক উচ্ছেদ কৰা উচিত নহয়' এই বুলি কৈ বাৰণ কৰিব॥২১॥ 'নিজ পক্ষীয় লোকক বধ কৰা কাৰণে ৰাজ-মণ্ডল এওঁৰ ওপৰত ক্ৰুদ্ধ হওক'—এই বুলি উপেক্ষাও কৰিব পাৰে॥২২॥

মধ্যম ৰজাই যদি নিজৰ শত্ৰুক হাত কৰিব খোজে, এওঁক নেদেখাকৈ টকা আৰু সৈন্য দি সহায় কৰিব॥২৩॥

উদাসীন (নিৰপেক্ষ) ৰজাক যদি মধ্যম ৰজাই হাত কৰিবলৈ ইচ্ছা কৰে তেতিয়া "উদাসীনৰ লগত ভেদ হওক" এনে ভাবেৰে (বিজিগীষুৱে) এওঁক সাহায্য দিব॥২৪॥ মধ্যম ৰজা আৰু উদাসীনৰ ভিতৰত যিজন ৰাজ-মণ্ডলৰ প্ৰিয়, (বিজিগীষুৱে) তেওঁক আশ্ৰয় কৰিব॥২৫॥

মধ্যমৰ প্ৰতি ব্যৱহাৰৰ দ্বাৰা উদাসীনৰ প্ৰতি ব্যৱহাৰো ব্যাখ্যাত হল॥২৬॥

উদাসীন ৰজাই যদি মধ্যম ৰজাক হাত কৰিবলৈ ইচ্ছা কৰে, তেতিয়া হ'লে তেওঁ (বিজিগীষুৱে) সেইকালে যাৰ বিৰুদ্ধে শত্ৰুক প্ৰতাৰণা, মিত্ৰক উপকাৰ নাইবা উদাসীনক সৈন্যৰ দ্বাৰা সহায় কৰিব পাৰিব॥২৭॥

এনেদৰে আত্মশক্তি বঢ়াই অৰিপ্ৰকৃতিক দুৰ্বল কৰিব আৰু মিত্ৰপ্ৰকৃতিক সহায় কৰিব॥২৮॥

(সকলো সামন্ত ৰজাৰ মনত) শত্ৰুভাৱ থাকিলেও তাৰ ভিতৰত মনৰ স্থিৰতা নথকা, নিত্য অপকাৰী, শত্ৰুৰ লগত চুক্তি কৰা পাৰ্ষ্ণিগ্ৰাহ শত্ৰু, বিপদগ্ৰস্ত হেতু আক্ৰমণযোগ্য, নায়কৰ বিপদত তেওঁক আক্ৰমণকাৰী—এইবিলাক সামন্ত ৰজা অৰি-ভাৱৰ; একে উদ্দেশ্যত অভিযানকাৰী, পৃথক উদ্দেশ্য লৈ অভিযানকাৰী, সৈন্য লগ লগাই অভিযানকাৰী, সন্ধি কৰি অভিযানকাৰী, নিজ স্বাৰ্থত অভিযানকাৰী, (বিজিগীষুৰে সৈতে) সমুত্থানকাৰী, কোশ বা সৈন্য বেচি বা কিনি দ্বৈতনীতি অৱলম্বী—এইবিলাক সামন্ত মিত্ৰভাৱৰ; বলৱান ৰজাৰ প্ৰতিবন্ধক হিচাপে অন্তৰ্বৰ্তী বা সমীপবৰ্তী বা পাৰ্ষ্ণিগ্ৰাহ, শক্তিৰ ওচৰত নিজে নিজে সেও মনা নাইবা ক্ষমতাৰ ভাবিয়াজিত সেও মনা—এইবিলাক সামন্ত ভৃত্যভাৱৰ॥২৯॥ এইবিলাকৰ দ্বাৰাই (মাজত) এখন ৰাজ্যই পৃথক কৰা (ৰজা) সকলৰ প্ৰতি ব্যৱহাৰো ব্যাখ্যাত হ'ল ৩০॥

এইবিলাকৰ ভিতৰত, শত্ৰুৰ লগত বিৰোধ উপস্থিত হ'লে যি মিত্ৰই তেওঁৰ লগত এক হৈ আগবাঢ়িব, সেই মিত্ৰক যেনে শক্তিৰে শত্ৰুৰ লগত বিৰোধিতা কৰিব তেনে শক্তিৰেই সহায় কৰিব॥৩১॥

শত্ৰুক মষিমূৰ কৰি যি মিত্ৰৰ শক্তি বাঢ়ে আৰু অদমনীয় হয়, তেওঁক (তেওঁৰ) সামন্ত ৰজা আৰু এখন ৰাজ্যই পৃথক কৰা প্ৰকৃতিৰ লগত সংঘৰ্ষলৈ আনিব॥৩২॥

নহ'লে তেওঁৰ কুলৰ উত্তৰাধিকাৰী-স্বত্ব দাবী কৰাজনৰ দ্বাৰা, নাইবা অননুগৃহীত ৰাজকুমাৰৰ দ্বাৰা তেওঁৰ ৰাজ্য অপহৰণ কৰাব, নতুবা অনুগ্ৰহ লাভ কৰি যেন বশীভূত হৈ থাকে তেনে ব্যৱস্থা কৰিব॥৩৩॥

অতি দুৰ্বল কৰিলে মিত্ৰই উপকাৰ নকৰি শত্ৰুৰ লগ লাগিব পাৰে। সেই কাৰণে অৰ্থশাস্ত্ৰজ্ঞজনে মিত্ৰক অতি দুৰ্বল কৰি নাইবা অতি শক্তিমন্ত কৰি প্ৰতিষ্ঠা নকৰে॥৩৪॥

যি অস্থিৰ মিত্ৰ, কেৱল অৰ্থলাভৰ উদ্দেশ্যেৰে সন্ধি-সূত্ৰত আবদ্ধ হয়, তেনে মিত্ৰৰ আঁতৰি যোৱা হেতুবিলাক দূৰ কৰিব, যাতে তেওঁ ইতস্ততঃ নকৰে॥৩৫॥

যদি কোনো মিত্ৰ শত্ৰুৰ (আৰু তেওঁৰ) সাধাৰণ মিত্ৰ হৈ থাকে, সেই শঠ আৰু শত্ৰুৰ মাজত ভেদ সৃষ্টি কৰিব; ভেদ কৰাৰ পিছত উচ্ছেদ কৰিব, তাৰ পিছত (আচল) শত্ৰুক নিৰ্মূল কৰিব॥৩৬॥

আৰু যদি কোনো মিত্ৰ উদাসীন হৈ থাকে, সামন্ত ৰজাৰ লগত তেওঁৰ বিৰোধ ঘটাব। পিছত যুদ্ধত অতিশয় পীড়িত হ'লে তেওঁক উপকৃত কৰিব॥৩৭॥

শত্ৰু আৰু বিজিগীষুৰ কাষ চপা দুৰ্বল মিত্ৰক সৈন্যেৰে সহায় কৰিব যাতে তেওঁৰপৰা পৰাঙ্মুখ নহয় (আনকালে নাযায়)॥৩৮॥

নাইবা সৈন্যৰ সহায় পোৱা কাৰণে সেই দেশত আগতে অন্য এজন মিত্ৰক ৰহুৱাই তেওঁক তাৰপৰা আঁতৰাই অন্য দেশত স্থাপন কৰিব॥৩৯॥

যি মিত্ৰই অপকাৰ কৰিব পাৰে, নাইবা সমৰ্থ হৈও আপদত সহায় নকৰে বিশ্বাস কৰি ধৰা দিলে সেই মিত্ৰক নিশ্চয় নিৰ্মূল কৰিব॥৪০॥

মিত্ৰ বিপন্ন হোৱা কাৰণে কোনো প্ৰতিবন্ধক নোপোৱাকৈ যি শত্ৰুৱে মূৰ তুলি উঠে, সেই শত্ৰুক মিত্ৰৰ বিপদ আঁতৰাই তেওঁৰ দ্বাৰাই পৰাভূত কৰিব॥৪১॥

শত্ৰুৰ বিপদৰ হেতুকে উৎপাতি কৰা মিত্ৰ যদি অনুৰাগবিহীন হয়, শত্ৰুৰ বিপদ খণ্ডন কৰি দি (সেই) শত্ৰুৰ দ্বাৰাই তেওঁক পৰাভূত কৰিব॥৪২॥

যি অৰ্থশাস্ত্ৰজ্ঞ তেওঁ বৃদ্ধি, ক্ষয়, স্থৈৰ্য, দুৰ্বলীকৰণ, উচ্ছেদকৰণ—এই সকলোবোৰ উপায় প্ৰয়োগ কৰা উচিত॥৪৩॥

এনেকৈ ষাড়্গুণ্যক যিজনে পৰস্পৰ সম্পৃক্ত বুলি বুজে তেওঁ বুদ্ধিৰ শিকলিৰ দ্বাৰা ৰজাসকলক বান্ধি তেওঁলোকৰ লগত ইচ্ছামতে খেলা কৰে॥৪৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ষাড়্গুণ্য" নামৰ সপ্তম অধিকৰণৰ অন্তৰ্গত "মধ্যম ৰজাৰ প্ৰতি ব্যৱহাৰ", "নিৰপেক্ষ ৰজাৰ প্ৰতি ব্যৱহাৰ" আৰু "ৰাজ-মণ্ডলৰ প্ৰতি ব্যৱহাৰ" নামৰ অষ্টাদশ (আৰম্ভণিৰপৰা ১১৬তম) অধ্যায় সমাপ্ত॥

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ ষাড়্গুণ্য নামৰ সপ্তম অধিকৰণ সমাপ্ত হ'ল॥

---

# অষ্টম অধিকৰণ

## ব্যসনাধিকাৰিক (ব্যসন-বিষয়ক)

## প্ৰথম অধ্যায়

### ১২৭তম প্ৰকৰণ : প্ৰকৃতিৰ ব্যসন (বিপদ)সমূহ

(বহুত) ব্যসন একেলগে আহিলে ব্যসন সম্বন্ধে আলোচনা কৰিব লগীয়া হয় যে সৌকৰ্য অনুসৰি (সহজতে সম্পাদন কৰিব পৰা অনুসৰি) যুদ্ধযাত্ৰা কৰিব, নে (নিজক) ৰক্ষা কৰিব।।১।।

মনুষ্যকৃতই হওক বা দৈৱকৃতই হওক, প্ৰকৃতিৰ ব্যসন কুনীতি আৰু দুৰ্ভাগ্যৰ ফল স্বৰূপে হয়।।২।।

বিৰুদ্ধ গুণ, (প্ৰকৃতিসমূহৰ কোনোটোৰ) অভাৱ, বৈকল্য (ডাঙৰ খুত), আসক্তি, ক্লেশ—এই কেইটাই ব্যসন।।৩।। মানুহক শ্ৰেয়সৰ (কল্যাণৰ)পৰা আঁতৰাই পেলায় কাৰণে ব্যসন বোলা হয়।।৪।।

"স্বামী, অমাত্য, জনপদ, দুৰ্গ, কোশ, দণ্ড, মিত্ৰ—এইবিলাকৰ আগৰটোৰ ব্যসন ক্ৰমে পাছৰটোতকৈ গুৰুতৰ"—এই বুলি আচাৰ্যসকলে কয়।।৫।।

ভাৰদ্বাজে কয়—"সেইটো নহয়"।।৬।। "স্বামী আৰু অমাত্যৰ ব্যসনৰ ভিতৰত অমাত্যৰ ব্যসন গুৰুতৰ।।৭।। মন্ত্ৰণা, মন্ত্ৰণাৰ ফললাভ, কৰ্মসাধন, আয়-ব্যয় নিয়ন্ত্ৰণ, শাস্তি-প্ৰদান, শত্ৰু আৰু বনচৰ জনজাতিক খেদি পঠিওৱা, ৰাজ্যৰ ৰক্ষণ, আপদৰ প্ৰতিকাৰ, কুমাৰৰ নিৰাপত্তা আৰু অভিষেক—এই সকলোবিলাক মন্ত্ৰীৰ অধীন।।৮।। সেইসকলৰ অভাৱত সেই সেই কৰ্মৰ অভাৱ ঘটে; আৰু পাখি-ছিগা চৰাইৰ চেষ্টাৰ দৰে ৰজাৰ সকলো উদ্যম ব্যৰ্থ হয়।।৯।। আৰু (এইসকলৰ) ব্যসন হলে শত্ৰুৰ গুপ্ত প্ৰৰোচনা আসন্ন হৈ পৰে।।১০।। আৰু এইসকল বিৰোধী হলে ৰজাৰ প্ৰাণৰ শঙ্কা হয়, কাৰণ এইসকল ৰজাৰ আশেপাশে থাকে।।১১।।

কৌটিল্যই কয়—"সেইটো নহয়"।।১২।। ৰজাইহে মন্ত্ৰী, পুৰোহিত আদি ভৃত্যবৰ্গক নিযুক্তি দিয়ে আৰু অধ্যক্ষবিলাকৰ কৰ্মৰ নিৰ্দেশ কৰে, মনুষ্য-প্ৰকৃতি আৰু দ্ৰব্য-প্ৰকৃতিৰ ব্যসনৰ প্ৰতিকাৰ কৰে আৰু সেইবিলাকৰ উন্নতিৰ বিধান কৰে।।১৩।। যদি মন্ত্ৰীসকল ব্যসন-প্ৰাপ্ত হয়, ব্যসনপ্ৰাপ্ত নোহোৱা আনক নিয়োগ কৰে।।১৪।। সন্মানৰ যোগ্যজনৰ পূজা আৰু ৰাজদ্ৰোহীবিলাকক দমন কৰাত সদায় তৎপৰ হয়।।১৫।। স্বামী গুণবিশিষ্ট হলে, নিজৰ সুসম্পন্নভাৱে প্ৰকৃতিৰ বৈশিষ্ট্য সম্পাদন কৰে।।১৬।। তেওঁৰ যি স্বভাৱ, সেই স্বভাৱৰেই প্ৰকৃতিবিলাকো হয়, কাৰণ (সেইবিলাকৰ) উদ্যম আৰু আলস্যৰ মূলতে তেওঁ।।১৭।। ৰজা সেইবিলাকৰ শিৰ স্বৰূপ।।১৮।।

"অমাত্য আৰু জনপদৰ ব্যসনৰ ভিতৰত জনপদৰ ব্যসন গুৰুতৰ"—এই বুলি বিশালাক্ষই কয়।।১৯।। (কাৰণ) কোষ, দণ্ড (সৈন্য), কুপ্য (বনজ সম্পদ), শ্ৰমিক, বাহন আৰু [illegible]-ভাণ্ডাৰ জনপদৰপৰাই (ৰাজ্যৰপৰাই) সংগৃহীত হয়।।২০।। জনপদ নহলে সেইবিলাকো নাইকিয়া হয়, লগে লগে স্বামী আৰু অমাত্যও ([illegible])।।২১।।

কৌটিল্যই কয়—"সেইটো নহয়"।।২২।। সকলো কৰ্মৰ [illegible], [illegible] আৰু

নিজৰ আৰু শত্ৰুৰ লোকবিলাকৰ নিৰাপত্তা, ব্যসনৰ প্ৰতিকাৰ, শূন্য ভূমিৰ সংস্থাপন আৰু সমৃদ্ধিসাধন, কৰ আৰু জৰিমনাৰ উপকাৰ-প্ৰদান—এই সকলোবিলাক প্ৰবন্ধৰ মূলতে আছে অমাত্য॥২৩॥

'জনপদ আৰু দুৰ্গৰ ব্যসনৰ ভিতৰত দুৰ্গৰ ব্যসন গুৰুতৰ'—এই বুলি পৰাশৰ-সম্প্ৰদায়ে কয়॥২৪॥ 'কাৰণ দুৰ্গবিলাকেই কোশ আৰু দণ্ডৰ (সৈন্যৰ) উদ্ভৱ হয় আৰু ইয়েই ৰাজ্যৰ (প্ৰজাৰ) আপৎকালীন আশ্ৰয়॥২৫॥ নগৰবাসী প্ৰজা গাৱঁলীয়া প্ৰজাতকৈ শক্তিসম্পন্ন আৰু (ৰাজভক্তিত) অবিচল কাৰণে বিপদত ৰজাৰ সহায় হয়॥২৬॥ আৰু আনহাতে গাৱঁৰ প্ৰজা শত্ৰুৰ (আৰু ৰজাৰ) সাধাৰণ (মিত্ৰ) হয়'॥২৭॥

কৌটিল্যই কয়—'সেইটো নহয়'॥২৮॥ দুৰ্গ, কোশ, সৈন্য আৰু জলাসিঞ্চন-ব্যৱস্থাৰ প্ৰতিষ্ঠাৰ আৰু জীৱিকাৰ মূলতে গাৱঁলীয়া অঞ্চল॥২৯॥ বীৰত্ব, স্থিৰত্ব, নৈপুণ্য আৰু বিপুলসংখ্যা গাওঁবাসীসকলৰ মাজতে পোৱা যায়॥৩০॥ জনপদৰ (গাৱঁলীয়া অঞ্চলৰ) অভাৱত পৰ্বত-দুৰ্গ আৰু দ্বীপ-দুৰ্গত বসবাস নহয়॥৩১॥ কিন্তু কৃষকপ্ৰধান জনপদত দুৰ্গ-ব্যসন আৰু সামৰিক লোকপ্ৰধান জনপদত জনপদ-ব্যসন গুৰুতৰ॥৩২॥

'দুৰ্গ আৰু কোশৰ ব্যসনৰ ভিতৰত কোশ-ব্যসন গুৰুতৰ' এই বুলি পিশুনে কয়॥৩৩॥ 'দুৰ্গৰ সংস্কাৰ, দুৰ্গ-ৰক্ষণ, জনপদ, মিত্ৰ আৰু শত্ৰুৰ নিয়ন্ত্ৰণ, অন্য দেশত থকাসকলক উৎসাহ প্ৰদান আৰু সশস্ত্ৰ বাহিনীৰ প্ৰয়োগ—এই সকলোবিলাকৰ মূলতে আছে কোশ॥৩৪॥ কোশৰ যোগেদি দুৰ্গ শত্ৰুৰ গুপ্ত প্ৰৰোচনাগ্ৰাহী হয়॥৩৫॥ আৰু বিপদত কোশ লগত লৈ পলাব পাৰি, দুৰ্গ লৈ নোৱাৰি'॥৩৬॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৩৭॥ কোশ, সশস্ত্ৰ সৈন্য, গোপন যুদ্ধ, নিজৰ পক্ষৰ নিয়ন্ত্ৰণ, সৈন্যবলৰ প্ৰয়োগ, মিত্ৰপক্ষৰ সৈন্যগ্ৰহণ, শত্ৰুসৈন্য আৰু সামন্ত ৰজাক ভেটা দিয়া—এই সকলোবিলাক দুৰ্গৰ ওপৰত নিৰ্ভৰ কৰে॥৩৮॥ দুৰ্গৰ অভাৱত কোশ শত্ৰুৰ হাতত (পৰিব)॥৩৯॥ দেখা যায় যে দুৰ্গ থকাসকল উচ্ছিন্ন নহয়॥৪০॥

'কোশ আৰু সৈন্যৰ ব্যসনৰ ভিতৰত সৈন্য-ব্যসন গুৰুতৰ'—এই বুলি কৌণপদন্তই কয়॥৪১॥ 'কাৰণ, মিত্ৰ আৰু শত্ৰুৰ নিৰোধ, বিদেশী সৈন্যক উৎসাহ-প্ৰদান আৰু নিজৰ যোদ্ধাসকলক নতুন সৈন্যৰ যোগান দিয়া—এই সকলোবিলাক সৈন্যবাহিনীৰ ওপৰতে নিৰ্ভৰ কৰে'॥৪২॥ সৈন্যৰ অভাৱত কোশহানি নিশ্চিত॥৪৩॥ (আৰু) কোশৰ অভাৱ হলেও কনজ সম্পদ আৰু ভূমি গ্ৰহণ কৰি, নাইবা প্ৰত্যেক (সৈন্যকে) শত্ৰুভূমি স্বয়ং গ্ৰহণ কৰিবলৈ দিও সৈন্য সংগ্ৰহ কৰিব পাৰি; আৰু সৈন্য থাকিলেই কোশ (উৎপন্ন হব)॥৪৪॥ আৰু ৰজাৰ সন্নিকটত থকা কাৰণে সৈন্যবাহিনী অমাত্যৰে সৈতে একে পৰ্যায়ৰ॥৪৫॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৪৬॥ কোশেই সৈন্যৰ মূল॥৪৭॥ কোশৰ অভাৱত সৈন্য শত্ৰুৰ ফালে যায়, নাইবা প্ৰভুক হত্যা কৰে॥৪৮॥ সকলো উদ্যোগৰ কাৰক কোশ হৈছে ধৰ্মকাৰ্য আৰু ইন্দ্ৰিয়সুখৰ হেতু॥৪৯॥ অৱশ্যে দেশ, কাল আৰু কৰ্ম অনুসৰি কোশ আৰু সৈন্য—এই দুটাৰ এটা গুৰুত্বপূৰ্ণ হয়॥৫০॥ কাৰণ, কোশ লাভ কৰা আৰু ৰক্ষা কৰাৰ উপায় হৈছে সৈন্য; আৰু কোশ কোশ আৰু সৈন্য লাভ কৰাৰ মাধ্যম॥৫১॥ যিহেতু ই সকলো দ্ৰব্যৰে সাধক, সেই কাৰণে কোশ-ব্যসন গুৰুতৰ॥৫২॥

বাতব্যাধিয়ে কয়—'সৈন্য আৰু মিত্ৰৰ ব্যসনৰ ভিতৰত মিত্ৰ-ব্যসন গুৰুতৰ॥৫৩॥ মিত্ৰই কোনো পাৰিশ্ৰমিক নোলোৱাকৈয়ে কাম (সহায়) কৰে, দূৰত্বতো পৰিস্থিতি, ...ৰ মিত্ৰ,

শত্ৰু আৰু আটৱিকক খেদি পঠিয়াই আৰু (প্ৰভুৰ) ব্যসনতো একযোগ হৈ কোশ, দণ্ড (সৈন্য) আৰু ৰাজ্য প্ৰদান কৰি উপকাৰ কৰে॥৫৪॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৫৫॥ সৈন্য থকাজনহে মিত্ৰ মিত্ৰভাৱে ৰয়, (আনকি) শত্ৰুও মিত্ৰভাৱে থাকে॥৫৬॥ কিন্তু সৈন্যবাহিনী আৰু মিত্ৰপক্ষৰ (কৰণীয়) কৰ্ম সাধাৰণ হলে (অৰ্থাৎ উভয়ে নিষ্পাদন কৰিব পৰা হলে), আপেক্ষিক শক্তি আৰু নিজ নিজ যুদ্ধ-প্ৰণালীৰ কাৰণে সময় আৰু স্থান পোৱা নোপোৱা লৈ বৈশিষ্ট্য নিৰূপণ কৰা যায়॥৫৭॥ শত্ৰু আৰু আটৱিকৰ বিৰুদ্ধে তুৰন্তে অভিযান কৰিব লগীয়া হলে, নাইবা আভ্যন্তৰীণ বিদ্ৰোহ হলে মিত্ৰ কোনো কামত নাহে॥৫৮॥ (বিজিগীষু আৰু শত্ৰু) একেলগে ব্যসনপ্ৰাপ্ত হলে আৰু শত্ৰুৰ ক্ষমতা বৰ্ধিত হলে মিত্ৰই নিজৰ স্বাৰ্থ সাধন কৰাতহে ব্যস্ত থাকে॥৫৯॥

এনেকৈয়ে প্ৰকৃতিৰ ব্যসনসমূহৰ (লঘুত্ব-গুৰুত্ব) নিৰ্ধাৰণ উক্ত হ'ল॥৬০॥

ব্যসনৰ বিশেষ বিশেষ অৱস্থা অনুসৰি প্ৰকৃতিসমূহৰ অংগবিলাকৰ বহুত্ব নাইবা সেইবিলাকৰ নিষ্ঠা নাইবা সেইবিলাকৰ শক্তি কাৰ্যসাধক হয়॥৬১॥

কিন্তু যেতিয়া দুই প্ৰকৃতিৰ ব্যসন (ব্যসনৰ তীব্ৰত্ব) সমান হয়, বাকী প্ৰকৃতিবিলাকৰ উৎকৰ্ষ যদি অকাৰ্যকৰী নহয়, তেতিয়া গুণৰ হ্ৰাসৰ দ্বাৰা পাৰ্থক্য নিৰূপিত হয়॥৬২॥

কিন্তু, এটা প্ৰকৃতিৰ ব্যসনৰ দ্বাৰা যেতিয়া বাকী প্ৰকৃতিবিলাকৰ বিনাশ হব পাৰে, সেই ব্যসন প্ৰবল, লাগিলে ই প্ৰধান প্ৰকৃতিৰেই হওক বা অপ্ৰধান প্ৰকৃতিৰেই হওক॥৬৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ব্যসনাধিকাৰ" নামৰ অষ্টম অধিকৰণৰ অন্তৰ্গত "প্ৰকৃতিৰ ব্যসনসমূহ" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১১৭তম) অধ্যায় সমাপ্ত॥

# দ্বিতীয় অধ্যায়

## ১২৮তম প্ৰকৰণ : ৰজা আৰু ৰাজ্যৰ ব্যসন সম্পৰ্কে বিবেচনা

ৰজা আৰু ৰাজ্যই মুঠতে প্ৰকৃতি॥১॥

ৰজাৰ (ৰাজ্যত) অন্তৰ্বিদ্ৰোহ (৯।৩।১২) নাইবা বহিৰ্বিদ্ৰোহৰ (৯।৩।২২) আশংকা থাকে॥২॥ (ঘৰৰ ভিতৰৰ) সাপৰ বিপদৰ দৰে বহিৰ্বিদ্ৰোহতকৈ অন্তৰ্বিদ্ৰোহ বেছি ভয়ানক আৰু অন্তৰমাত্য-বিদ্ৰোহ (৯।৩।২০) অন্তৰ্বিদ্ৰোহতকৈ অধিক মাৰাত্মক॥৩॥ সেই কাৰণে কোশবল আৰু সৈন্যবল নিজৰ হাতত ৰাখিব॥৪॥

'দ্বৈৰাজ্য (দুজন ৰজাৰ শাসন) আৰু বৈৰাজ্যৰ (ন্যায়সংগত ৰজাৰ ঠাইত আন ৰজাই কৰা শাসন) ভিতৰত দ্বৈৰাজ্য পৰস্পৰৰ পক্ষৰ প্ৰতি বিদ্বেষ আৰু অনুৰাগ বা পৰস্পৰ সংঘৰ্ষৰ কাৰণে বিনাশপ্ৰাপ্ত হয়; কিন্তু বৈৰাজ্যই প্ৰজাৰ অন্তৰত সোমাবলৈ যত্ন কৰাত আনে থাকে মানে তাক উপভোগ কৰে'—এই বুলি আচাৰ্যসকলে মত পোষণ কৰে॥৫॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৬॥ পিতা-পুত্ৰৰ নাইবা দুই ভ্ৰাতৃৰ দ্বৈৰাজ্যত সমানে সম্পদ আৰু নিৰাপত্তা ভোগ কৰিব পাৰি আৰু মন্ত্ৰীসকল নিয়ন্ত্ৰিত হয়; সেই কাৰণে দ্বৈৰাজ্য

বৰ্তি থাকে॥৭॥ আৰু বৈৰাজ্যত তেতিয়াও প্ৰাণ ধাৰণ কৰি থকা আন লোকৰ ন্যায্য অধিকাৰ থাপিয়াই আনি “এইটো মোৰ নহয়” এনে ভাবি শোষণ কৰি, অপহৰণ কৰি, বিক্ৰী কৰি নাইবা (প্ৰজাসকল তেতিয়াও) অননুৰক্ত হৈ থাকিলে একেবাৰে এৰি দি (ৰাজ্যাপহাৰী) গুচি যাব পাৰে॥৮॥

(অৰ্থ) শাস্ত্ৰান্ধ আৰু শাস্ত্ৰাৰ্থ জলাঞ্জলি দিয়া দুজন ৰজাৰ ভিতৰত শাস্ত্ৰজ্ঞানহীন অন্ধজনে যিহকে তিহকে কৰি আকোৰগোজ হৈ আৰু লোকৰ দ্বাৰা চালিত হৈ অন্যায়ৰ দ্বাৰা ৰাজ্য ধ্বংস কৰে। শাস্ত্ৰৰ পৰামৰ্শলৈ আওকাণ কৰি শাস্ত্ৰজ্ঞান ত্যাগ কৰাজনক অনুনয় কৰিব পাৰি’—এই বুলি আচাৰ্যসকলে কয়॥৯॥

কৌটিল্যই কয়—‘সেইটো নহয়’॥১০॥ শাস্ত্ৰান্ধ ৰজাক (তেওঁৰ) সহযোগীসকলে নিজৰ গুণোৎকৰ্ষৰ দ্বাৰা যিফালে ইচ্ছা কৰে সেইফালে নিব পাৰে॥১১॥ শাস্ত্ৰাৰ্থ জলাঞ্জলি দিয়াজনে কিন্তু শাস্ত্ৰাৰ্থ এৰি আন কথাত মনোনিবেশ কৰাৰ কাৰণে অন্যায়ৰ দ্বাৰা ৰাজ্য আৰু নিজকো ধ্বংস কৰে॥১২॥

ব্যাধিগ্ৰস্ত ৰজা আৰু নতুন ৰজা, এই দুজনৰ ভিতৰত—‘ব্যাধিগ্ৰস্ত ৰজাৰ শাসন অমাত্যৰ দ্বাৰা উন্মূলিত হব পাৰে, নাইবা শাসনত লাগি থাকোঁতেই এনে ৰজাৰ মৃত্যু হব পাৰে; নতুন ৰজাই স্বধৰ্মপালন, অনুগ্ৰহ, পৰিহাৰ (ৰেহাই), দান, সম্মান অৰ্পণ আদি কামৰ যোগে প্ৰজাৰঞ্জনত ব্যস্ত থাকে’—এই বুলি আচাৰ্যসকলে কয়॥১৩॥

কৌটিল্যই কয়—‘সেইটো নহয়’॥১৪॥ ব্যাধিগ্ৰস্ত ৰজাই আগৰ দৰেই শাসনৰ নিয়মবোৰ অনুসৰণ কৰে॥১৫॥ অৱশ্যে নতুন ৰজাই, বলেৰে দখল কৰা ৰাজ্যক ‘এয়া মোৰ ৰাজ্য’ বুলি স্বেচ্ছাচাৰী হৈ কোনো বাধ্যবাধকতা নমনাকৈ চলে॥১৬॥ নাইবা বিদ্ৰোহী পাৰিষদবৰ্গৰ ক্ষমতাৰ কৱলত পৰি ৰাজ্যৰ ধ্বংস চাই থাকিব লগীয়া হয়॥১৭॥ প্ৰজাৰ মনত সোমাব নোৱাৰাত তেওঁক উচ্ছেদ কৰিবলৈও উজু হয়॥১৮॥

ব্যাধিগ্ৰস্ত ৰজাৰ ভিতৰতো পাপৰোগী আৰু অপাপৰোগী এই দুজনৰ মাজত পাৰ্থক্য আছে॥১৯॥ নতুন ৰজাৰো সদ্বংশজাত আৰু অসদ্বংশজাত (এই পাৰ্থক্য আছে)॥২০॥

সদ্বংশজাত দুৰ্বল ৰজা আৰু অসদ্বংশজাত বলী ৰজা এই দুজনৰ ভিতৰত—‘প্ৰজা-সকলে অভিজাত দুৰ্বল ৰজাৰ দুৰ্বলতালৈ লক্ষ্য কৰি তেওঁৰ প্ৰস্তাৱ মানি লব নোখোজে, কিন্তু বলবান অনভিজাতজনৰ শক্তিলৈ লক্ষ্য কৰি অনায়াসে মানি লয়’—এই বুলি আচাৰ্য-সকলে কয়॥২১॥

কৌটিল্যই কয়—‘সেইটো নহয়’॥২২॥ প্ৰজাসকলে অভিজাত দুৰ্বল ৰজাক নিজেই মানি চলে, কাৰণ সদ্বংশজাতজনক শাসন কৰিব পৰা ক্ষমতাই অনুসৰণ কৰে॥২৩॥ আৰু নীচজন্মা বলৱানজনৰ প্ৰস্তাৱ এওঁলোকে ব্যৰ্থ কৰি দিয়ে, কাৰণ অনুৰাগ থাকিলেহে সকলো গুণ থাকে॥২৪॥ অনেক পৰিশ্ৰম বিফলে যোৱা কাৰণে কঠীয়া নষ্ট হোৱাতকৈ খেতি নষ্ট হোৱাটো বেছি অনিষ্টকৰ; জীৱিকা নষ্ট কৰাৰ কাৰণে অতিবৃষ্টিতকৈ অনাবৃষ্টি বেছি অনিষ্টকৰ॥২৫॥

অভিযান আৰু আসনৰ (অৱস্থানৰ) কাৰণ হিচাপে পৰম্পৰাগত ক্ৰম
ৰক্ষা কৰি দুটা দুটা প্ৰকৃতিৰ ব্যসনৰ (আপেক্ষিক) গুৰুত্ব-লঘুত্বৰ কথা
কোৱা হ'ল॥২৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ “ব্যসনাধিকাৰ” নামৰ অষ্টম অধিকৰণৰ অন্তৰ্গত “ৰজা আৰু ৰাজ্যৰ ব্যসন সম্পৰ্কে বিবেচনা” নামৰ দ্বিতীয় (আৰম্ভণিৰ পৰা ১১৮তম) অধ্যায় সমাপ্ত॥

# তৃতীয় অধ্যায়

## ১২৯তম প্ৰকৰণ : মানুহৰ ব্যসনসমূহ

বিদ্যাশিক্ষাৰ অভাৱেই পুৰুষৰ ব্যসনৰ কাৰণ ॥১॥ ব্যসনৰ দোষ বিদ্যাশিক্ষা নকৰা মানুহৰ চকুত নপৰে ॥২॥ আমি সেইবোৰৰ আলোচনা কৰিম ॥৩॥

ক্ৰোধৰপৰা তিনিটা ব্যসন আৰু কামৰপৰা চাৰিটা ব্যসন উৎপন্ন হয় ॥৪॥

এই দুইৰ ভিতৰত ক্ৰোধ গুৰুতৰ ॥৫॥ কাৰণ, ক্ৰোধ সৰ্বত্ৰ বিৰাজমান হয় ॥৬॥ প্ৰায়েই ক্ৰোধৰ বশীভূত হোৱা ৰজাসকল প্ৰজাৰ বিদ্ৰোহত নিহত হোৱা শুনা যায় আৰু কামৰ বশৱৰ্তী হোৱাসকল ক্ষয়প্ৰাপ্ত হোৱা কাৰণে শত্ৰু আৰু ৰোগৰ দ্বাৰা নিহত হয়। ॥৭॥

ভাৰদ্বাজে কয়—'সেইটো নহয়' ॥৮॥ 'ক্ৰোধ শত্ৰুৰ ওপৰত পোতক তুলিব পৰা, (নিজৰ) অপমান নাশ কৰিব পৰা আৰু মানুহক ভয় খুৱাব পৰা সৎপুৰুষৰ যোগ্য আচৰণ' ॥৯॥ 'পাপ প্ৰতিৰোধ কৰিবৰ কাৰণে নিতৌ ক্ৰোধৰ আৱশ্যক ॥১০॥ কাম সিদ্ধিলাভ, শান্তি স্থাপন, ত্যাগশীলতা আৰু প্ৰীতিভাৱৰ সাধন ॥১১॥ 'আৰু, কৰা কামৰ ফল ভোগৰ লগতো কামৰ নিত্য সম্বন্ধ আছে' ॥১২॥

কৌটিল্যই কয়—'সেইটো নহয়' ॥১৩॥ কোপে মানুহক ঘৃণাৰ পাত্ৰ কৰে, শত্ৰু সৃষ্টি কৰে আৰু দুখৰ লগত সম্বন্ধ ঘটায় ॥১৪॥ অপমান, সম্পত্তিনাশ আৰু চোৰ, জুৱাৰী, চিকাৰী, গায়ন আৰু বায়ন আদি অনিষ্টকাৰী মানুহৰ সংসৰ্গই কাম ॥১৫॥ এইবোৰৰ ভিতৰত অপমানতকৈ ঘৃণাৰ পাত্ৰ হোৱাটো বেছি বেয়া ॥১৬॥ অপমানিতজন স্বজনৰ আৰু অইন মানুহৰ হস্তগত হয়; কিন্তু ঘৃণিতজন উন্মূলিত হয় ॥১৭॥ সম্পত্তিনাশতকৈ শত্ৰু সৃষ্টি কৰাটো বেছি অনিষ্টকাৰক ॥১৮॥ সম্পত্তিনাশে কোশ বিপন্ন কৰে; শত্ৰুৰ সৃষ্টিয়ে জীৱন বিপন্ন কৰে ॥১৯॥ অপকাৰী মানুহৰ সংসৰ্গতকৈ দুঃখ-সংযোগ গুৰুতৰ ॥২০॥ অপকাৰী মানুহৰ সংসৰ্গ মুহূৰ্ততে প্ৰতিকাৰ কৰিব পাৰি (এৰিব পাৰি), কিন্তু দুখৰ লগত সংস্পৰ্শই দীৰ্ঘক্লেশ জন্মায় ॥২১॥ সেই কাৰণে ক্ৰোধ গুৰুতৰ ॥২২॥

বাক্‌পাৰুষ্য, অৰ্থদূষণ আৰু দণ্ডপাৰুষ্য (এইকেইটাও ক্ৰোধৰপৰা হয়) ॥২৩॥

'বাক্‌পাৰুষ্য আৰু অৰ্থদূষণ—এই দুটাৰ ভিতৰত বাক্‌পাৰুষ্য অধিক দূষণীয়'—এই যুক্তি বিশালাক্ষই কয় ॥২৪॥ 'কাৰণ, তেজস্বীজনক কৰ্কশবাক্য প্ৰয়োগ কৰিলে তেজস্বিতাৰেই প্ৰত্যুত্তৰ দিব ॥২৫॥ কটুবাক্যৰ বাণে হৃদয়ত সংৰোপিত হৈ মনত দুখ দিয়ে আৰু ইন্দ্ৰিয়ক সন্তাপিত কৰে' ॥২৬॥

কৌটিল্যই কয়—'সেইটো নহয়' ॥২৭॥ অৰ্থৰে পূজা কৰি কটুবাক্যৰ বাণ উভালিব পাৰি, কিন্তু অৰ্থদূষণে জীৱিকাৰ বিলোপ কৰে ॥২৮॥ (লোকৰ) সম্পত্তি নিদিয়া, জোৰেৰে হৰণ কৰা, নষ্ট কৰা বা এৰি দিয়া—এয়ে অৰ্থদূষণ ॥২৯॥

'অৰ্থদূষণ আৰু দণ্ডপাৰুষ্য—এই দুটাৰ ভিতৰত অৰ্থদূষণ গুৰুতৰ'—এই যুক্তি পৰাশৰ-সম্প্ৰদায়ে কয় ॥৩০॥ 'ধৰ্ম আৰু কামৰ মূলতে আছে অৰ্থ' ॥৩১॥ আৰু গোটেই পৃথিৱী অৰ্থতে বান্ধ খাই আছে ॥৩২॥ ইয়াৰ (অৰ্থৰ) নাশ (বেছি) অনিষ্টকৰ' ॥৩৩॥

কৌটিল্যই কয়—'সেইটো নহয়' ॥৩৪॥ বহুত অৰ্থপ্ৰাপ্তিৰ বিনিময়তো লোকেও প্ৰাণ হানি কৰিব নোখোজে ॥৩৫॥ আৰু দণ্ডপাৰুষ্যৰ দ্বাৰা আনৰ হাতত মানুহৰ এক বিপদেই (প্ৰাণহানি) হয় ॥৩৬॥

এয়ে ক্ৰোধৰপৰা ওপজা ব্যসন তিনিটাৰ সমূহ॥৩৭॥

মৃগয়া, দ্যূত (জুৱা বা পাশাখেল), স্ত্ৰী আৰু সুৰাপান—এয়ে কামজ ব্যসন চাৰিটাৰ সমূহ॥৩৮॥

'তাৰ ভিতৰত মৃগয়া আৰু দ্যূত—এই দুটাৰ ভিতৰত মৃগয়া অধিক দূষণীয়'—এই বুলি পিশুনে কয়॥৩৯॥ '(কাৰণ) ইয়াত ডকাইত, শত্ৰু, হিংস্ৰজন্তু, বনপোৰা জুই আৰু পিচলি পৰাৰ ভয়, দিশ হেৰুওৱা আৰু ভোক-পিয়াহে প্ৰাণৰ সঙ্কট সৃষ্টি কৰে॥৪০॥ দ্যূত-ক্ৰীড়াত কিন্তু জয়ৎসেন, দুৰ্যোধন আদিৰ দৰে পাশা মৰাত নিপুণজনৰে জয় হয়'॥৪১॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৪২॥ দুই (পক্ষৰ) ভিতৰত তাতো এক পক্ষৰ পৰাজয় আছে; নল আৰু যুধিষ্ঠিৰৰ কথা ইয়াৰ উদাহৰণ॥৪৩॥ আৰু সেই জিতত পোৱা টকাই প্ৰলোভনৰ বস্তু হয় আৰু শত্ৰুতা সৃষ্টি কৰে॥৪৪॥ থকা অৰ্থৰ অনিশ্চয়তা, নথকা অৰ্থৰ উপাৰ্জন, উপভোগ কৰাৰ আগতে বস্তুৰ বিনাশ আৰু মলমূত্ৰৰ বেগধাৰণ, ভোক আদিৰ দ্বাৰা ৰোগ—এইবিলাকেই জুৱা-খেলৰ কুফল॥৪৫॥ কিন্তু ব্যায়াম, কফ-পিত্তৰ পৰিহাৰ, চৰ্বিনাশ, নেখামোৱা, গতিশীল আৰু স্থিৰ শৰীৰৰ লক্ষ্যভেদ, ক্ৰোধ, ভয় আৰু সুস্থিৰ অৱস্থাত জন্তুৰ মানসিক অৱস্থাৰ জ্ঞান, অনিত্য (অৱসৰ অনুসৰি) অভিযান—এইবিলাক (উপকাৰ) মৃগয়াত আছে॥৪৬॥

'স্ত্ৰী-ব্যসন আৰু দ্যূত-ব্যসনৰ ভিতৰত দ্যূতব্যসন বেছি অহিতকৰ'—এই বুলি কৌণপদন্তই কয়॥৪৭॥ 'নিশা চাকিৰ পোহৰত, (আনকি) মাক মৰিলেও জুৱাৰীয়ে অবিৰাম খেলিয়েই থাকে॥৪৮॥ সঙ্কটত পৰি কিবা সুধিলে খং কৰে॥৪৯॥ স্ত্ৰী-ব্যসনত কিন্তু স্নান, প্ৰসাধন আৰু ভোজনৰ সময়ত ধৰ্মাৰ্থৰ আলোচনা হব পাৰে॥৫০॥ তিৰোতাক ৰজাৰ হিতৰ অৰ্থে নিয়োগ কৰিব পাৰি, গোপন শাস্তি নাইবা ব্যাধিৰ দ্বাৰা আঁতৰাব পাৰি নাইবা বাহলৈ বাধ্য কৰিব পাৰি'॥৫১॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৫২॥ 'জুৱাখেলৰপৰা উদ্ধাৰ আছে, কিন্তু স্ত্ৰী-ব্যসনৰপৰা নাই'॥৫৩॥ দৰ্শনদানৰ অভাৱ, কৰ্ম-বিমুখতা, কাল অতিপাত হোৱাৰ কাৰণে অৰ্থ আৰু ধৰ্মনাশ, শাসনৰ শিথিলতা আৰু অবিৰাম মদ্যপান—এইবিলাক স্ত্ৰীৰ প্ৰতি আসক্তিৰ ফল'॥৫৪॥

'স্ত্ৰীব্যসন আৰু পানব্যসন—ইয়াৰ ভিতৰত স্ত্ৰী-ব্যসন অধিক দূষণীয়'—এই বুলি বাত-ব্যাধিয়ে কয়॥৫৫॥' "ৰাজপ্ৰাসাদবাসীসকলৰ আচৰণ-বিধি" (১।২০) প্ৰকৰণত ব্যাখ্যা কৰাৰ দৰে স্ত্ৰীৰপৰা বিপদ অনেক ধৰণৰ হব পাৰে॥৫৬॥ মদ্যপানত কিন্তু শব্দ আদি ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ উপভোগ, প্ৰীতিৰ উপহাৰ প্ৰদান, অনুচৰবৰ্গৰ তোষণ আৰু কামৰ ত্যাগৰ পৰাহোৱা—এইবিলাকৰ সুবিধা আছে'॥৫৭॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৫৮॥ স্ত্ৰীৰ প্ৰতি আসক্তিৰ ক্ষেত্ৰত, (নিজৰ) ঘৰুৱা পত্নীৰ গৰ্ভত সন্তান উৎপাদন আৰু আত্মসংৰক্ষণ হয়, [illegible] স্ত্ৰীৰ বেলিকা ইয়াৰ বিপৰীত ফল হয় আৰু অযোগ্য স্ত্ৰীৰ ক্ষেত্ৰত সকলোৱেই সৰ্বনাশ ঘটায়॥৫৯॥ পান-ব্যসনত এই সকলো দোষেই আছে॥৬০॥ পানৰ (নিচা) দুষ্পৰিণাম হৈছে—চেতনা নাশ, সুস্থজনৰ [illegible], জীৱিত অৱস্থাতে মৃতসদৃশ হোৱা, [illegible], [illegible], [illegible], বুদ্ধি, বল, মিত্ৰ আৰু [illegible] হানি, সজ্জনৰ সৈতে বিচ্ছেদ, অনিষ্টকাৰী লোকৰ [illegible] আৰু [illegible] অৰ্থহানিকৰ আসক্তি॥৬১॥

৬০॥ [illegible]

দ্যূতক্ৰীড়া আৰু মদ্যপান—ইয়াৰ ভিতৰত দ্যূতক্ৰীড়া অধিক দূষণীয়॥৬২॥ পণৰ কাৰণে হোৱা এক পক্ষৰ জয় বা পৰাজয়ে চেতন বা অচেতন বস্তু লৈ দুটা দল সৃষ্টি কৰি প্ৰজাৰ মাজত বিদ্ৰোহৰ সৃষ্টি কৰে॥৬৩॥ আৰু, বিশেষকৈ সঙ্ঘ আৰু সঙ্ঘধৰ্মী ৰাজপৰিয়ালৰ দ্যূত-ক্ৰীড়াৰ নিমিত্তে ভেদ আৰু তাৰ নিমিত্তেই বিনাশ হয়; গতিকে অসৎজনক অনুগ্ৰহ কৰা আৰু শাসনযন্ত্ৰক দুৰ্বল কৰাৰ হেতুকে ই পাপৰ ভিতৰত নীচতম॥৬৪॥

অসাধুজনৰ প্ৰতি অনুগ্ৰহেই কাম, সাধুৰ দমনেই ক্ৰোধ; দোষবহুল কাৰণে দুয়োটাই অন্তহীন ব্যসন॥৬৫॥

সেই কাৰণে ধীৰ ৰজাই জিতেন্দ্ৰিয় হৈ বৃদ্ধজনৰ উপদেশ গ্ৰহণ কৰি বাপতিসাহোন হৰণকাৰী কাম আৰু ক্ৰোধক সকলো ব্যসনৰ প্ৰৱৰ্তক বুলি ত্যাগ কৰিব॥৬৬॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ব্যসনাধিকাৰিক" নামৰ অষ্টম অধিকৰণৰ অন্তৰ্গত "আনুহৰ ব্যসনসমূহ" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ১১৯তম) অধ্যায় সমাপ্ত॥

# চতুৰ্থ অধ্যায়

**১৩০তম প্ৰকৰণ : পীড়নসমূহ**

**১৩১তম প্ৰকৰণ : অন্তৰায়সমূহ**

**১৩২তম প্ৰকৰণ : কোশসঙ্গসমূহ (ৰাজকোষৰ ক্ষতিসমূহ)**

দৈৱপীড়ন (ক্লেশ)সমূহ হৈছে—জুই, পানী, বেমাৰ, আকাল আৰু মৰক॥১॥

'অগ্নিপীড়ন আৰু উদকপীড়ন—ইয়াৰ ভিতৰত অগ্নিপীড়নৰ প্ৰতিকাৰ কৰিব নোৱাৰি, আৰু ই সকলোকে গ্ৰাস কৰে; কিন্তু উদকপীড়নৰ হাত সাৰিব পাৰি আৰু ইয়াৰপৰা হোৱা বিপদ পাৰ হব পাৰি"—এই বুলি আচাৰ্যসকলে কয়॥২॥ কৌটিল্যই কয়—'সেইটো নহয়'॥৩॥ (কাৰণ) অগ্নিয়ে এখন গাওঁ বা আধাখন গাওঁ দহন কৰিব পাৰে, কিন্তু পানীয়ে শ শ গাওঁ উটাই নিব পাৰে॥৪॥

'ৰোগ আৰু দুৰ্ভিক্ষৰ ভিতৰত ৰোগে মৃত্যু, ৰোগ আৰু কষ্টৰ যোগে শ্ৰমিকৰ শ্ৰমৰ বিঘিনি কৰি কাৰ্যবিলাক নাশ কৰে, কিন্তু দুৰ্ভিক্ষই কাৰ্য ধ্বংস নকৰে আৰু টকা আৰু জন্তুৰূপে কৰ দান কৰে—এই বুলি আচাৰ্যসকলে কয়॥৫॥ কৌটিল্যই কয়—'সেইটো নহয়'॥৬॥ ৰোগে দেশৰ এক অংশতহে পীড়ন কৰে আৰু ইয়াৰ প্ৰতিকাৰ কৰিব পাৰি; দুৰ্ভিক্ষ কিন্তু গোটেই দেশৰে উৎপীড়ক আৰু প্ৰাণীৰ মৃত্যুকাৰক॥৭॥"

ইয়াৰ দ্বাৰা মৰক (সংক্ৰামক ৰোগো) ব্যাখ্যাত হ'ল॥৮॥

'সাধাৰণ প্ৰজা আৰু মুখিয়াল লোকৰ হানি (মৃত্যু)—এই দুটাৰ ভিতৰত সাধাৰণ প্ৰজাৰ হানিয়ে কৰ্মসমূহৰ নিৰাপত্তা নাইকিয়া কৰে; মুখিয়াল লোকৰ হানিয়ে কৰ্মানুষ্ঠানত ব্যাঘাত সৃষ্টি কৰে—এই বুলি আচাৰ্যসকলে কয়॥৯॥ কৌটিল্যই কয়—'সেইটো [illegible]॥১০॥ সাধাৰণ প্ৰজাৰ সংখ্যাবাহুল্য হেতুকে তেওঁলোকৰ ক্ষতি পূৰণ কৰিব পাৰি, কিন্তু মুখ্যসকলৰ ক্ষতি পূৰাব নোৱাৰি॥১১॥ [illegible] আৰু প্ৰজাৰ [illegible] আৰু সাধাৰণ প্ৰজাৰ [illegible]

নিৰ্ভৰশীলতাৰ কাৰণে হাজাৰজন সাধাৰণ প্ৰজাৰ মাজত এজন মুখিয়াল লোক ওলাব পাৰে, নোলাবও পাৰে॥১২॥

'নিজ সৈন্যবাহিনী আৰু শত্ৰু-সৈন্যবাহিনী—এই দুটাৰ ভিতৰত নিজ সৈন্যবাহিনীয়ে অভিযানতহে বল প্ৰয়োগ আৰু কৰ গ্ৰহণ কৰি উৎপীড়ন কৰে আৰু ইয়াক নিবাৰণ কৰিব নোৱাৰি; কিন্তু শত্ৰুসৈন্যৰ লগত যুদ্ধ কৰিব পাৰি, নাইবা পলাই বা সন্ধি কৰি তাৰ হাত সাৰিব পাৰি'—এই বুলি আচাৰ্যসকলে কয়॥১৩॥ কৌটিল্যই কয়—'সেইটো নহয়'॥১৪॥ মুখ্য বিষয়াবিলাকৰ প্ৰধানসকলক সন্তুষ্ট কৰি নাইবা হত্যা কৰি নিজা সৈন্যৰ উৎপীড়ন বাৰণ কৰিব পাৰি অথবা নিজ সৈন্যই দেশৰ একাংশতহে অত্যাচাৰ কৰিব পাৰে, কিন্তু শত্ৰু-সৈন্যই গোটেই দেশতে অত্যাচাৰ কৰি, লুণ্ঠন, হত্যা, অগ্নিকাণ্ড, ধ্বংস সংঘটিত কৰি আৰু (মানুহক) অপহৰণ কৰি দেশ ছাৰখাৰ কৰে॥১৫॥

'প্ৰজাৰ বিবাদ আৰু ৰাজ পৰিয়ালৰ বিবাদ—ইয়াৰ ভিতৰত প্ৰজাৰ মাজৰ বিবাদে প্ৰজাৰ মাজত ভেদৰ সৃষ্টি কৰি শত্ৰুৰ আক্ৰমণ মাতি আনে, কিন্তু ৰাজ-পৰিয়ালৰ বিবাদে প্ৰজাৰ কাৰণে দুগুণ আহাৰ আৰু বেতনৰ যোগান ধৰে আৰু খাজনাৰ ৰেহাই দিয়ে'—এই বুলি আচাৰ্যসকলে কয়॥১৬॥ কৌটিল্যই কয়—'সেইটো নহয়'॥১৭॥ প্ৰজাৰ বিবাদ প্ৰজাৰ নেতৃস্থানীয় লোকসকলক হাত কৰি নাইবা বিবাদৰ কাৰণ দূৰ কৰি নিবাৰণ কৰিব পাৰি॥১৮॥ বিবাদ কৰা প্ৰজাই পৰস্পৰ বিৰুদ্ধাচৰণৰ দ্বাৰা (ৰজাৰ) উপকাৰহে কৰে॥১৯॥ ৰাজ-পৰিয়ালৰ বিবাদ কিন্তু প্ৰজাৰ ক্লেশ আৰু উচ্ছেদৰ কাৰণ; ইয়াক দুগুণ আয়াসৰ দ্বাৰাহে থমাব পাৰি॥২০॥

'দেশবাসীৰ আমোদ-প্ৰমোদ আৰু ৰজাৰ আমোদ-প্ৰমোদ—এই দুইৰ ভিতৰত দেশবাসীৰ আমোদ-প্ৰমোদে তিনিও কালৰে কৰ্মফল ধ্বংস কৰে; কিন্তু ৰজাৰ আমোদ-প্ৰমোদে খনিকৰ, শিল্পী, অভিনেতা, চাৰণ, নটী আৰু বেপাৰীৰ উপকাৰ কৰে'—এই বুলি আচাৰ্যসকলে কয়॥২১॥ কৌটিল্যই কয়—'সেইটো নহয়'॥২২॥ দেশবাসীৰ আমোদ-প্ৰমোদত কামৰ ভাগৰ পলুৱাবৰ কাৰণে অলপহে ব্যয় হয় আৰু ব্যয় কৰি আকৌ (তেওঁলোক) কামত ব্ৰতী হয়, কিন্তু ৰজাৰ আমোদ-প্ৰমোদত ৰজাই নিজে আৰু তেওঁৰ প্ৰিয়পাত্ৰসকলে খুচিমত দ্ৰব্য আদায় কৰা, দিব লগীয়া বুলি দ্ৰব্য দাবী কৰি অনা দ্ৰব্য উপহাৰ স্বৰূপে লোৱা আৰু (প্ৰজাৰ) কামৰ ফল (নিজে) উপভোগ কৰাৰ দ্বাৰা (প্ৰজাক) পীড়ন কৰে॥২৩॥

'ৰজাৰ প্ৰেয়সী আৰু ৰাজকুমাৰ—এই দুজনৰ ভিতৰত কুমাৰে নিজে আৰু প্ৰিয়পাত্ৰসকলে খুচিমতে দ্ৰব্য আদায় কৰা, দিব লগীয়া বুলি দ্ৰব্য দাবী কৰি অনা, দ্ৰব্য উপহাৰ স্বৰূপে লোৱা আৰু (প্ৰজাৰ) কামৰ ফল নিজে উপভোগ কৰাৰ দ্বাৰা (প্ৰজাক) পীড়ন কৰে; প্ৰেয়সীয়ে বিলাস-উপভোগৰ দ্বাৰা'—এয়ে আচাৰ্যসকলৰ মত॥২৪॥ কৌটিল্যই কয়—'সেইটো নহয়'॥২৫॥ মন্ত্ৰী আৰু পুৰোহিতৰ দ্বাৰা কুমাৰক বাৰণ কৰিব পাৰি, কিন্তু মূৰ্খামিৰ কাৰণে আৰু অনিষ্টকাৰক মানুহৰ সঙ্গ লোৱা হেতুকে প্ৰেয়সীক নোৱাৰি॥২৬॥

'(মজিয়াৰু) শ্ৰেণী আৰু মুখ্যৰ ভিতৰত, বহুজনৰ শ্ৰেণীয়ে সংখ্যাধিক্য হেতুকে দুৰ্দমনীয় হৈ ডকাইতি আৰু বলপ্ৰয়োগৰ যোগে উৎপীড়ন কৰে, কিন্তু মুখ্যজনে কাৰ্যত অনুগ্ৰহ দেখুৱাই আৰু কাৰ্য নষ্ট কৰি উৎপীড়ন কৰে'—এই বুলি আচাৰ্যসকলে কয়॥২৭॥ কৌটিল্যই কয়—'সেইটো নহয়'॥২৮॥ একে স্বভাৱ বা ব্যসন হেতুকে নাইবা শ্ৰেণীৰ প্ৰধানজনক বা

সিহঁতৰ এক অংশক হাত কৰি মুজাৰ-শ্ৰেণীক সহজে নিষেধ কৰিব পাৰি॥২৯॥ উপৰত মুখ্যই কিন্তু পৰৰ জীৱন আৰু সম্পত্তি নাশ কৰি উৎপীড়ন কৰে॥৩০॥

'সংনিধাতা (ভঁৰালৰ অধিকাৰী বিষয়া) আৰু সমাহৰ্তা—এই দুজনৰ ভিতৰত সংনিধাতাই কৰা কামৰ খুঁত উলিয়াই আৰু দণ্ড বিধান কৰি অত্যাচাৰ কৰে; সমাহৰ্তাই কিন্তু স্বৰিক্তাগত অধিষ্ঠিত হৈ প্ৰাপ্য ফল মাত্ৰ ভোগ কৰে'—এনেকৈ আচাৰ্যসকলে কয়॥৩১॥ কৌটিল্যই কয়—'সেইটো নহয়'॥৩২॥ সংনিধাতাই কোশত থব লগীয়া আইনৰ প্ৰতিশ্ৰুত জমা গ্ৰহণ কৰে; সমাহৰ্তাই কিন্তু আগতে অৰ্থ আত্মসাৎ কৰে, পিছত ৰজাৰ কাৰণে গোটায় নাইবা নষ্ট হৈ যাবলৈ দিয়ে আৰু আনৰ অৰ্থ গ্ৰহণ কৰোঁতে নিজ কৰ্তৃত্বতে চলে॥৩৩॥

'অন্তপাল (সীমান্তাধিকাৰ) আৰু বণিক—এই দুজনৰ ভিতৰত অন্তপালে ডকাইতৰ কাৰ্যকলাপ চলি থাকিবলৈ দি আৰু অতিৰিক্ত শুল্ক আদায় কৰি বাণিজ্য-পথৰ বাধা সৃষ্টি কৰে; বণিকসকলে পৰিবহন কৰা আৰু বিনিময় কৰা বস্তুৰ যোগে ইয়াৰ উন্নতি সাধন কৰে'—এই বুলি আচাৰ্যসকলে কয়॥৩৪॥ কৌটিল্যই কয়—'সেইটো নহয়'॥৩৫॥ অন্তপালে একেলগে দ্ৰব্য-সংগ্ৰহৰ অনুমোদন কৰি (বাণিজ্য-পথ) সংৰক্ষণ কৰে, কিন্তু বেপাৰীবিলাকে লগ লাগি পণ্যবস্তুৰ দাম বঢ়াই বা কমাই এক পণত এশ পণ বা এক কুম্ভত (১ কুম্ভ= ২০ দ্ৰোণ বা দোণ) এশ কুম্ভ লাভ কৰে॥৩৬॥

'সম্ভ্ৰান্ত লোকে অধিকাৰ কৰা মাটি আৰু গৰু-ম'হৰ পালে অধিকাৰ কৰা মাটি—এই দুই মাটিৰ ভিতৰত সম্ভ্ৰান্ত মানুহে দখল কৰা মাটিৰপৰা প্ৰচুৰ শস্য উৎপন্ন হলেও সৈন্য-যোগানৰ উপযোগী হলে, বিপদৰ ভয় হব পাৰে বুলি তাক মুকলি কৰিব নোৱাৰি; কিন্তু চৰণীয়া মাটি কৃষিৰ উপযোগী হোৱা কাৰণে পুনৰ উদ্ধাৰ কৰি লোৱাৰ যোগ্য॥৩৭॥ কাৰণ, চৰণীয়া মাটিক খেতিৰ মাটিয়ে বাধাপ্ৰাপ্ত কৰে (অৰ্থাৎ চৰণীয়া পথাৰে খেতিৰ পথাৰক ঠাই এৰি দিব লাগে'—এয়ে আচাৰ্যসকলৰ মত॥৩৮॥ কৌটিল্যই কয়—'সেইটো নহয়'॥৩৯॥ সম্ভ্ৰান্ত লোকে অধিকাৰ কৰা ভূমি অতি বেছি উপকাৰ প্ৰদান কৰা সত্ত্বেও বিপদৰ ভয় থকা কাৰণে মুকলি কৰিবৰ যোগ্য, কিন্তু চৰণীয়া পথাৰ হিচাপে বন্ধ হৈ থকা ভূমি কোশ আৰু পৰিবহনৰ উপকাৰী কাৰণে মুকলি কৰা উচিত নহয়; খেতিৰ বাধা সৃষ্টি কৰিলেহে তাক মুকলি কৰা উচিত॥৪০॥

'ৰাজমাৰ্গৰ দস্যু আৰু অৰণ্যবাসী জনজাতীয় লোক—ইয়াৰ ভিতৰত ৰাজমাৰ্গৰ দস্যুৱে ৰাতি খাপ দি মানুহক আক্ৰমণ কৰে, নিতৌ শ শ হেজাৰ হেজাৰ টকা অপহৰণ কৰে আৰু মুখিয়াল লোকসকলৰ কোপ জন্মায়; কিন্তু অৰণ্যবাসী জনজাতীয় লোকে দূৰৈত থকা সীমান্তৰ অৰণ্যবোৰৰ মাজত দেখাকৈ আৰু জ্ঞাত হৈ বিচৰণ কৰে আৰু দেশৰ একাংশতহে উপদ্ৰৱ কৰে'—এই বুলি আচাৰ্যসকলে কয়॥৪১॥ কৌটিল্যই কয়—'সেইটো নহয়'॥৪২॥ দস্যুবিলাকে অসাৱধানবিলাকৰ (ধন) অপহৰণ কৰে, ইহঁত তাকৰসংখ্যক, ক্ষমতাত হীন আৰু ইহঁতক চিনিবলৈ আৰু ধৰিবলৈ ভাল, (কাৰণ) ইহঁত নিজৰ ঠাইতে থাকে; কিন্তু অৰণ্যবাসী জনজাতীয় লোক বহুত, সিহঁত সাহসী, দেখাদেখিকৈ যুদ্ধত প্ৰবৃত্ত হয় আৰু ৰজাৰ সকলো লক্ষণেৰে যুক্ত হৈ দেশ অধিকাৰ আৰু ধ্বংস কৰে॥৪৩॥

মৃগবন আৰু হস্তিবন—ইয়াৰ ভিতৰত মৃগৰ সংখ্যা বহুত কাৰণে প্ৰচুৰ মাংস আৰু ছাল উৎপন্ন হয়, ঘাঁহৰ কাৰণে আহুকাল নাই আৰু সিহঁতক সহজে দমাব পাৰি॥৪৪॥ আৰু হাতী ইয়াৰ বিপৰীত আৰু খেদাৰ পিছত গুণ্ডা হাতীয়ে দেশৰ অনিষ্ট কৰে॥৪৫॥

শত্ৰুৰ স্থানীয় (২।৩।৩ চাওক) আৰু নিজৰ স্থানীয়ক প্ৰদান কৰা উপকাৰৰ ভিতৰত নিজৰ স্থানীয়ক প্ৰদত্ত উপকাৰ যেনে, ধান, জন্তু, টকা আৰু বন্য-সামগ্ৰী—এইবিলাক বিপদত দেশৰ মানুহৰ জীৱিকাৰ উপায় হব পাৰে॥৪৬॥ কিন্তু শত্ৰুৰ স্থানীয়ক কৰা উপকাৰৰ ফল ইয়াৰ বিপৰীত॥৪৭॥

পীড়নৰ বৰ্ণনা ইয়াতে অন্ত হ'ল॥

ৰৰমুখীয়াসকলে সৃষ্টি কৰা অন্তৰায় আভ্যন্তৰীণ অন্তৰায়, শত্ৰু আৰু আটৱিকে সৃষ্টি কৰা অন্তৰায় বাহ্য অন্তৰায়॥৪৮॥

এই দুই অন্তৰায়ৰ দ্বাৰা আৰু আগতে কোৱা পীড়নসমূহৰ দ্বাৰা সৃষ্টি হোৱা বাধা, মুখ্যসকলৰ দ্বাৰা আত্মসাৎকৰণ, ৰেহাই দানৰ যোগে হোৱা ক্ষতি, সিঁচৰতি হৈ থকা, অন্যায়ভাৱে কৰা কৰ নিৰ্ধাৰণ আৰু সামন্ত ৰজা আৰু আটৱিকৰ দ্বাৰা অপহৰণ—এইকেইটাই কোশসংগ (কোশৰ ক্ষতি)॥৪৯॥

> পীড়নৰ যাতে উৎপত্তি নহয়, উৎপত্তি হ'লেও যাতে বাৰণ হয়, অন্তৰায়
> আৰু কোশসংগৰ যাতে নাশ হয়—এইবিলাকত চকু দি ৰাজ্যৰ সমৃদ্ধিৰ
> কাৰণে (ৰজাই) যত্ন কৰা উচিত॥৫০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ব্যসনাধিকাৰিক" নামৰ অষ্টম অধিকৰণৰ, "পীড়নসমূহ, অন্তৰায়সমূহ আৰু কোশসংগসমূহ" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ১২০তম) অধ্যায় সমাপ্ত॥

# পঞ্চম অধ্যায়

## ১৩৩তম প্ৰকৰণ : সৈন্যৰ ব্যসনসমূহ
## ১৩৪তম প্ৰকৰণ : মিত্ৰৰ ব্যসনসমূহ

অসন্মানিত হোৱা, অপমানিত কৰা, বেতন নোপোৱা, ৰোগাক্ৰান্ত হোৱা, নতুনকৈ অহা, দূৰৰপৰা অহা, শ্ৰান্ত হোৱা, সংখ্যাত কমি যোৱা, প্ৰতিহত হোৱা, প্ৰথম আক্ৰমণতে ছিন্নবিচ্ছিন্ন হোৱা, অনুপযোগী ঋতুত আক্ৰান্ত হোৱা, অস্থানত আক্ৰান্ত হোৱা, আশাভংগ, (নায়কৰ দ্বাৰা) পৰিত্যক্ত হোৱা, মাজত তিৰোতা মানুহ থকা, ভিতৰি আথেজ থকা, বিদ্ৰোহী মূল (মুখ্য) থকা, আভ্যন্তৰীণ বিভেদ, পলায়ন, অতিপাত বিক্ষিপ্ত হৈ থকা, ওচৰতে ছাউনী পতা, সম্পূৰ্ণৰূপে গ্ৰস্ত হোৱা, অৱৰুদ্ধ হোৱা, পৰিবেষ্টিত হোৱা, ৰচদ আৰু মানুহৰ যোগান কাটি দিয়া, নিজৰ দেশত আৰু মিত্ৰৰ দেশত বিক্ষিপ্ত হোৱা, ৰাজদ্ৰোহী লোকৰ দ্বাৰা যুক্ত হোৱা, [illegible] পাইকালে থকা, মূৰ্খি খালি হোৱা (গাড়ী আৰু সকল ঠাইত সৈন্য নাইকিয়া হোৱা), শাৰীৰ (ৰজাৰ) লগত ঐক্য নাইকিয়া হোৱা, নায়ক ছিন্ন হোৱা আৰু অন্ধ হোৱা (চকুৰে দেখি [illegible] পন্থা নিৰ্ণয় কৰিব পৰা শক্তি নাইকিয়া হোৱা)—এইবিলাকেই সৈন্যবাহিনীৰ ব্যসন (বিপদ বা দোষ)॥১॥

এইবিলাকৰ ভিতৰত অসন্মানিত আৰু অপমানিত—ইয়াৰ ভিতৰত অসন্মানিত সৈন্যবাহিনীয়ে টকা-কড়িৰে সন্মান প্ৰদান কৰিলে যুদ্ধ কৰিব, কিন্তু [illegible] অপমানিত সেনাই নকৰে॥২॥

কেৱল নোপোৱা আৰু ৰোগগ্ৰস্ত হোৱা—এই দুইৰ ভিতৰত বেতন নোপোৱাই যোজিলাই বেতন পালে যুদ্ধ কৰিব, অকৰ্মণ্য কাৰণে ৰোগগ্ৰস্তৰবাৰে নোৱাৰে॥৩॥

নৱাগত আৰু দূৰৰপৰা অহা—এই দুই সৈন্যবাহিনীৰ ভিতৰত নৱাগতই সেই ঠাইৰ বিষয়ে আইনৰপৰা জানি আৰু পূৰ্বৰ সৈন্যৰ লগত মিশ্ৰিত হৈ যুদ্ধ কৰে, দূৰৰপৰা অহা সৈন্যদলে দূৰ ভ্ৰমণৰ ক্লান্তিৰ কাৰণে নোৱাৰে॥৪॥

পৰিশ্ৰান্ত আৰু পৰিক্ষীণ (সংখ্যা কমি যোৱা) সৈন্যদলৰ ভিতৰত, পৰিশ্ৰান্ত সৈন্যদলে স্নান, ভোজন আৰু শয়নৰ পিছত বিশ্ৰাম কৰি যুদ্ধ কৰিব পাৰে, কিন্তু অন্য ঠাইৰ যুদ্ধত পুৰুষ আৰু ভাৰবাহী জন্তুৰ হানি হোৱা কাৰণে পৰিক্ষীণ সৈন্যদলে নোৱাৰে॥৫॥

প্ৰতিহত আৰু প্ৰথম আক্ৰমণতে বিচ্ছিন্ন হোৱা—এই দুই সৈন্যদলৰ ভিতৰত প্ৰথম সংঘাতডে হোঁহোকাই পঠিওৱা প্ৰতিহত সৈন্যদলে প্ৰকৃষ্ট বীৰ সৈন্য গোটাই লৈ যুদ্ধ কৰিব পাৰে, কিন্তু প্ৰথম আক্ৰমণতে বিচ্ছিন্ন হোৱা সৈন্যই (সিহঁতৰ) বীৰ সৈন্যবোৰ নিহত হোৱা কাৰণে নোৱাৰে॥৬॥

অনুপযোগী ঋতু আৰু অস্থানত আক্ৰান্ত হোৱা সৈন্যৰ ভিতৰত অনুপযোগী ঋতুত আক্ৰান্ত হোৱা সৈন্যই সেই ঋতুৰ উপযোগী যান-বাহন, অস্ত্ৰ আৰু আৱৰণ (কৱচ) পালে যুদ্ধ কৰিব পাৰে; অস্থানত আক্ৰান্ত সৈন্যই ইয়াৰ প্ৰসাৰ (ঘাঁহ-পানী সংগ্ৰহৰ অভিযান) আৰু ব্যায়াম (আক্ৰমণ কাৰ্য) বাধাগ্ৰস্ত হয় কাৰণে নোৱাৰে॥৭॥

আশাভংগ হোৱা আৰু পৰিত্যক্ত হোৱা সৈন্যৰ ভিতৰত আশাভংগ হোৱা সৈন্যই আশা পূৰণ হ'লে যুদ্ধ কৰিব পাৰে; কিন্তু নায়ক পলাই গুচি যোৱা পৰিত্যক্ত সৈন্যই নোৱাৰে॥৮॥

মাজত তিৰোতা মানুহ থকা আৰু অন্তৰত আখেজ থকা—এই দুই সৈন্যৰ মাজত, মাজত তিৰোতা মানুহ থকা সৈন্যই মাইকী মানুহ আঁতৰাই যুদ্ধ কৰিব পাৰে, কিন্তু অন্তৰত শত্ৰুভাৱ থকা কাৰণে অন্তৰত আখেজ থকা সৈন্যই নোৱাৰে॥৯॥

বিদ্ৰোহী মূলৰ আৰু আভ্যন্তৰীণ বিভেদ থকা সৈন্যৰ ভিতৰত বিদ্ৰোহী মূলৰ সৈন্যই সামাদিৰ দ্বাৰা কোপ শান্ত হ'লে যুদ্ধ কৰিব পাৰে, কিন্তু আভ্যন্তৰীণ বিভেদ থকা সৈন্যই পৰস্পৰ বিভেদ হেতু নোৱাৰে॥১০॥

পলাই যোৱা আৰু অতিশয় বিক্ষিপ্ত হৈ থকা সৈন্যৰ ভিতৰত পলাই যোৱা সৈন্যই এখন ৰাজ্যত উপস্থিত হৈ কূটনীতি আৰু সামৰিক কাৰ্যৰ যোগে দুৰ্গ আৰু মিত্ৰক আশ্ৰয় কৰি যুঁজিব পাৰে; কিন্তু অতি বিক্ষিপ্ত হৈ থকা সৈন্যই অনেক ৰাজ্যলৈ গৈ বহুবাধাপ্ৰাপ্ত হোৱা কাৰণে নোৱাৰে॥১১॥

(শত্ৰুৰ) ওচৰতে ছাউনী পতা আৰু সম্পূৰ্ণৰূপে গ্ৰস্ত হোৱা—এই দুই সৈন্যৰ ভিতৰত ওচৰতে ছাউনী পতা সৈন্যই [illegible] অভিযান চলাই আৰু বিশ্ৰাম গ্ৰহণ কৰি শত্ৰুক প্ৰতাৰণা কৰি যুদ্ধ কৰিব পাৰে, কিন্তু সম্পূৰ্ণৰূপে গ্ৰস্ত হোৱা সৈন্যই বিশ্ৰাম আৰু অভিযান [illegible] হৈ যোৱা কাৰণে নোৱাৰে॥১২॥

অৱৰুদ্ধ [illegible] আৰু পৰিবেষ্টিত হোৱা—এই দুই সৈন্যৰ ভিতৰত অৱৰুদ্ধ হোৱা সৈন্যই [illegible] ওলাই হৈ অৱৰোধ [illegible] লগত যুদ্ধ কৰিব পাৰে, কিন্তু পৰিবেষ্টিত হোৱা সৈন্যই [illegible] পৰিবেষ্টিত হোৱা কাৰণে নোৱাৰে॥১৩॥

[illegible] আৰু [illegible] বাট দিয়া—এই দুই সৈন্যৰ ভিতৰত [illegible] কাটি

দিয়া সৈন্যই অইন ক'ৰবাৰপৰা বস্তু আনি নাইবা মঙহ আৰু শাক-পাচোলি ভোজন কৰি যুদ্ধ কৰিব পাৰে, কিন্তু মানুহৰ যোগান কাটি দিয়া সৈন্যই মানুহৰ যোগান বন্ধ হোৱা কাৰণে সহায়ৰ অভাৱত নোৱাৰে॥১৪॥

নিজৰ দেশত আৰু মিত্ৰৰ দেশত বিক্ষিপ্ত হোৱা—এই দুই প্ৰকাৰৰ সৈন্যৰ ভিতৰত নিজৰ দেশত বিক্ষিপ্ত হোৱা কাৰণে বিপদৰ সময়ত সিহঁতক একগোট কৰিব পাৰি, মিত্ৰৰ দেশত বিক্ষিপ্ত হোৱা সৈন্যক কাল আৰু স্থানৰ ব্যৱধান হোৱা কাৰণে নোৱাৰি॥১৫॥

ৰাজদ্ৰোহী লোকেৰে যুক্ত আৰু সক্ৰিয় শত্ৰু পাছফালে থকা—এই দুইৰ ভিতৰত বিশ্বস্ত অধিকাৰী নিযুক্ত হ'লে আৰু (সৈন্যদল) আঁতৰাই ৰাখিলে ৰাজদ্ৰোহীযুক্ত সৈন্যই যুদ্ধ কৰিব পাৰে, কিন্তু পৃষ্ঠত সক্ৰিয় শত্ৰু থকা সৈন্যই পৃষ্ঠআক্ৰমণৰ ভয়ত যুদ্ধ কৰিব নোৱাৰে॥১৬॥

পুৰী খালি হোৱা আৰু স্বামীৰ লগত ঐক্য নাইকিয়া—এই দুই সৈন্যৰ ভিতৰত পুৰী খালি হোৱা সৈন্যই গাঁওবাসী আৰু নগৰবাসীৰ দ্বাৰা ৰক্ষিত হৈ সৈন্য-সামন্ত যোগাৰ কৰি প্ৰস্তুত হৈ যুঁজিব পাৰে, কিন্তু ৰজা আৰু সেনাপতিহীন হোৱাৰ কাৰণে স্বামীৰ লগত ঐক্য নাইকিয়া সৈন্যই নোৱাৰে॥১৭॥

নায়ক ছিন্ন হোৱা আৰু অন্ধ হোৱা—এই দুই সৈন্যৰ ভিতৰত নায়ক ছিন্ন হোৱা সৈন্যই অন্য নায়ক লৈ যুদ্ধ কৰিব পাৰে, কিন্তু কণা হোৱা সৈন্যই পথপ্ৰদৰ্শকৰ অভাৱত নোৱাৰে॥১৮॥

দোষবিলাক গুচোৱা, নতুন সৈন্য ভৰ্তি কৰণ, সুৰক্ষিত ঠাইত থাপ দি
শত্ৰুক প্ৰতাৰণা কৰা, শক্তিশালী পক্ষৰ লগত সন্ধি—এইবিলাকৰ যোগেদি
সৈন্যৰ ব্যসন আঁতৰাব পাৰি॥১৯॥

নিতৌ উদ্যমশীল হৈ নিজ সৈন্যক বিপদত শত্ৰুৰপৰা ৰক্ষা কৰিব।
সদায় তৎপৰ হৈ শত্ৰুসৈন্যৰ ছিদ্ৰ চাই আঘাত কৰিব॥২০॥

যি যি কাৰণত প্ৰকৃতিসমূহৰ ব্যসন উৎপন্ন হ'ব পাৰে অতন্দ্ৰিতভাৱে
আগতে সেই কাৰণবিলাকৰ প্ৰতিকাৰ কৰিব॥২১॥

যাৰ বিৰুদ্ধে অইনৰ লগ লাগি বা অইনৰ বশ হৈ অভিযান কৰে, নাইবা লোভ, অক্ষমতা বা (অইনৰ প্ৰতি) মিত্ৰতা হেতু যাক ত্যাগ কৰা যায়, যুদ্ধৰপৰা পশ্চাদপসৰণ কৰি অথবা দ্বৈতনীতিৰ আশ্ৰয় লৈ অইনফালে অইন শত্ৰুক আক্ৰমণ কৰাৰ অভিপ্ৰায়ে যাক (যি মিত্ৰক) আক্ৰমণকাৰীৰ ওচৰত বিক্ৰী কৰি দিয়া হয়, পৃথক বা সহাভিযানৰ দ্বাৰা বিশ্বাস জন্মাই যাক প্ৰতাৰণা কৰা যায়, ভয়, অপমান আৰু আলস্যৰ হেতুকে যাক ব্যসনৰপৰা মুক্ত কৰা নহয়, যি নিজৰ দেশৰপৰা (অইনৰ দেশত) অৱৰোধপ্ৰাপ্ত হোৱা কাৰণে (অইনৰ) ভয়ত (বিজিগীষুৰ) পক্ষ ত্যাগ কৰি যায়, কোনো বস্তু বলেৰে লৈ অহা কাৰণে বা কোনো বস্তু নিদিয়া কাৰণে নাইবা দিয়া কাৰণেও যি অপমানিত হয়, বা যাৰ সম্পত্তি (বিজিগীষুৱে) নিজেই কাঢ়ি লয় বা আনৰ যোগে অপহৰণ কৰায়, দূৰৈ কাৰ্যত নিয়োগ কৰাত যি ভাগি পৰি (বিজিগীষুৰ) পক্ষ এৰি শত্ৰু-পক্ষ গ্ৰহণ কৰে, দুৰ্বলতাৰ কাৰণে উপেক্ষিত হৈ পিছত (কিবা 'কাৰ্য' কাৰণে) অনুৰোধ

কৰাত যি বিৰোধী হৈ উঠে, তেনে মিত্ৰক হাত কৰা অতি কষ্টকৰ আৰু হাত কৰিলেও সোনকালে বিৰক্ত হয়॥২২-২৭॥

উদ্যমশীল, সন্মানাৰ্হ কিন্তু (বিজিগীষুৰ) বুদ্ধিহীনতাৰ কাৰণে অসন্মানিত বা যথাযোগ্য সন্মানপ্ৰাপ্ত নোহোৱা বা যি শক্তি আহৰণ কৰাৰ-পৰা নিবাৰিত, (অইন) মিত্ৰৰ ওপৰত কৰা আক্ৰমণৰ দ্বাৰা যি ত্ৰস্ত, শত্ৰুৰ সৈতে সন্ধি কৰাৰ কাৰণে যি শঙ্কিত, ৰাজদ্ৰোহীজনৰ দ্বাৰা (ভিতৰি) বিভেদিত—এনে মিত্ৰক হাত কৰা সহজ আৰু হাত কৰাৰ পিছতো অনুগত হৈ থাকে॥২৮-২৯॥

সেই কাৰণে মিত্ৰধ্বংসকাৰী এনে দোষবোৰ উৎপন্ন হবলৈ নিদিব; আৰু উৎপন্ন হলেও দোষ ধ্বংসকাৰী গুণৰ যোগে প্ৰশমন কৰিব॥৩০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ “ব্যসনাধিকাৰিক” নামৰ অষ্টম অধিকৰণৰ অন্তৰ্গত “সৈন্যৰ ব্যসনসমূহ” আৰু “মিত্ৰৰ ব্যসনসমূহ” নামৰ পঞ্চম (আৰম্ভণিৰপৰা ১২১তম) অধ্যায় সমাপ্ত॥

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ “ব্যসনাধিকাৰিক” নামৰ অষ্টম অধিকৰণ সমাপ্ত হ'ল॥

# নৱম অধিকৰণ

## অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য

## প্ৰথম অধ্যায়

### ১৩৫তম প্ৰকৰণ : শক্তি[1], স্থান আৰু কালৰ (আপেক্ষিক) সবলতা-দুৰ্বলতা নিৰ্ণয়

### ১৩৬তম প্ৰকৰণ : যুদ্ধ-যাত্ৰাৰ কাল

(বিজিগীষুৱে) নিজৰ আৰু শত্ৰুৰ শক্তিসমূহ'ৰ, স্থানৰ আৰু কালৰ, যাত্ৰাকালৰ, সৈন্য-সংগ্ৰহৰ কালৰ, পৃষ্ঠবিদ্ৰোহৰ, ব্যয়ৰ, লাভ-লোকচানৰ আৰু বিপদৰ সবলতা-দুৰ্বলতা নিৰ্ণয় কৰি যদি শক্তিত নিজক শ্ৰেষ্ঠ বুলি জানে তেতিয়া অভিযান কৰিব, নহলে আসন অৱলম্বন কৰিব॥১॥

উৎসাহ-শক্তি আৰু প্ৰভু-শক্তিৰ ভিতৰত উৎসাহ-শক্তি শ্ৰেষ্ঠ॥২॥ (কাৰণ) সাহসী, বলী, নিৰোগী, অস্ত্ৰবিদ্যাত পাৰ্গত ৰজাই অকল সৈন্যৰ সহায়তে প্ৰভাৱশালী ৰজাক জয় কৰিবলৈ সক্ষম হয়॥৩॥ আৰু তেনে ৰজাৰ তাকৰীয়া সৈন্যয়ো সাহসেৰে কৰিব লগীয়া কাম সম্পাদন কৰে॥৪॥ নিৰুৎসাহী ৰজা প্ৰভুশক্তিসম্পন্ন হলেও বিক্ৰমৰ দ্বাৰা অভিভূত হলে বিনষ্ট হয়'—এই বুলি আচাৰ্যসকলে কয়॥৫॥

কৌটিল্যই কয়—'সেইটো নহয়'॥৬॥ প্ৰভাৱসম্পন্ন ৰজাই প্ৰভাৱৰ যোগে তেওঁতকৈ (শত্ৰুতকৈ) উৎসাহত শ্ৰেষ্ঠ অন্য এজনক আক্ৰমণ কৰি নাইবা প্ৰকৃষ্ট বীৰপুৰুষক কিনি বা বেতন দি আনি উৎসাহী ৰজাক চেৰ পেলাব পাৰে॥৭॥ আৰু প্ৰচুৰ শক্তি, ঘোঁৰা, হাতী, ৰথ আৰু উপকৰণেৰে এওঁৰ সৈন্য ক্ষমতাসম্পন্ন হৈ সকলো ঠাইতে অপ্ৰতিহতভাৱে চলিব পাৰে॥৮॥ উৎসাহীসকলক হাত কৰি আৰু কিনি লৈ প্ৰভাৱশালী হলে আনকি তিৰোতা, লৰা-ছোৱালী, কোঙা আৰু অন্ধসকলেও পৃথিবী জয় কৰিব পাৰে॥৯॥

'প্ৰভুশক্তি আৰু মন্ত্ৰশক্তি—ইয়াৰ ভিতৰত প্ৰভুশক্তি শ্ৰেষ্ঠ॥১০॥ কাৰণ, প্ৰভাৱহীনজন মন্ত্ৰশক্তিসম্পন্ন হলেও নিষ্ফল বুদ্ধিৰ হয়॥১১॥ আৰু খৰাং বতৰে গে'ৰ ধান নষ্ট কৰাৰ নিচিনাকৈ প্ৰভাৱৰ অভাৱে এওঁৰ মন্ত্ৰণা কৰি কৰা কাম নষ্ট কৰে'—এই বুলি আচাৰ্যসকলে কয়॥১২॥

কৌটিল্যই কয়—'সেইটো নহয়'॥১৩॥ মন্ত্ৰশক্তি শ্ৰেষ্ঠ॥১৪॥ কাৰণ, বুদ্ধি আৰু শাস্ত্ৰৰ চকুৰে কাম কৰা ৰজাই অলপ আয়াসতে মন্ত্ৰণা গ্ৰহণ কৰিবলৈ সমৰ্থ হয় আৰু সামাদি উপায় আৰু গুপ্ত কৌশলৰ দ্বাৰা উৎসাহ আৰু প্ৰভাৱযুক্ত শত্ৰুকো চেৰ পেলাবলৈ সমৰ্থ হয়॥১৫॥

এইদৰেই উৎসাহ, প্ৰভাৱ আৰু মন্ত্ৰ—এই শক্তিকেইটাৰ ক্ৰমান্বয়ে পাছৰ পাছৰটোৰ আধিক্য থকা ৰজাই (শত্ৰুক) প্ৰতাৰণা কৰিব পাৰে (অৰ্থাৎ শত্ৰু জয় কৰাত কৃতকাৰ্য হয়)॥১৬॥

স্থান মানে পৃথিবী॥১৭॥ তাত দীঘে সমুদ্ৰৰপৰা উত্তৰে হিমালয় পৰ্বতলৈ পথালি (পূবৰপৰা পশ্চিমলৈ) এহেজাৰ যোজন পৰিমাণৰ ভূমিখণ্ড চক্ৰবৰ্তীক্ষেত্ৰ॥১৮॥ তাত জংঘলী, গাৱলীয়া, পৰ্বতীয়া, জলাভূমি, খৰাং, সমান, অসমান—এই বিশেষ বিশেষ প্ৰকাৰৰ ভূমি-

[1] শক্তিসমূহ : প্ৰভু-শক্তি, মন্ত্ৰ-শক্তি আৰু উৎসাহশক্তি।

খণ্ডৰোৰ আছে॥১৯॥ সেইবিলাকত (বিজিগীষুৱে) নিজৰ বল বৃদ্ধি কৰিবৰ কাৰণে যথাযোগ্য কৰ্ম আৰম্ভ কৰিব॥২০॥

যি ভূমিখণ্ড নিজৰ সৈন্য সঞ্চালন কৰিবৰ কাৰণে উপযুক্ত, পৰৰ (শত্ৰুৰ) কাৰণে অনুপ-যুক্ত, সেয়েই উত্তম ভূমি; তাৰ ওলোটা হলে অধম আৰু দুয়োৰে কাৰণে একে হলে মধ্যম॥২১॥ শীত, উত্তাপ আৰু বৃষ্টি—এয়ে কালৰ প্ৰকৃতি॥২২॥ ইয়াৰ বিশেষ বিশেষ ভাগবোৰ, যেনে—দিন, ৰাতি, পখ, মাহ, ঋতু, (উত্তৰ আৰু দক্ষিণ) অয়ন, বছৰ আৰু যুগ॥২৩॥ এইবোৰত নিজৰ শক্তিবৃদ্ধিৰ কাৰণে কৰ্ম আৰম্ভ কৰিব॥২৪॥

নিজৰ সৈন্য সঞ্চালনৰ কাৰণে যি ঋতু উপযুক্ত আৰু শত্ৰুৰ কাৰণে অনুপযুক্ত সেই সময় উত্তম সময়, বিপৰীত হলে অধম আৰু দুয়োৰে সাধাৰণ হলে মধ্যম॥২৫॥

'শক্তি, দেশ আৰু কালৰ ভিতৰত শক্তি শ্ৰেষ্ঠ'—এই বুলি আচাৰ্যসকলে কয়॥২৬॥ 'কাৰণ, শক্তিশালীজন জলাতক আৰু খৰাং ঠাইৰ (অসুবিধাবোৰৰ) আৰু শীত, উত্তাপ আৰু বৃষ্টিৰ প্ৰতিকাৰ কৰিবলৈ সক্ষম হয়'॥২৭॥ কোনো কোনোৱে কয়—'দেশ (ইয়াৰ ভিতৰত) শ্ৰেষ্ঠ'॥২৮॥ 'কাৰণ, বামত থাকি কুকুৰে ঘৰিয়ালক টানিব পাৰে, পানীৰপৰা ঘৰিয়ালে কুকুৰক টানে'॥২৯॥ কোনো কোনোৱে কয়—'কাল শ্ৰেষ্ঠ'॥৩০॥ কাৰণ, দিনত কাউৰীয়ে ফেঁচাক মাৰে আৰু ৰাতি ফেঁচাই কাউৰীক মাৰে॥৩১॥ কৌটিল্যই কয়—সেইটো নহয়'॥৩২॥ শক্তি, দেশ আৰু কালৰ মাজত এটা আনটোৰ সহায়ক হয়॥৩৩॥

এই তিনিওটাতে শক্তিশালী হৈ সৈন্যবাহিনীৰ এক তৃতীয়াংশ বা এক চতুৰ্থাংশৰ দ্বাৰা গুৰি (দেশ), পাছফাল আৰু সীমান্ত অঞ্চলৰ হাবিৰ ৰক্ষাৰ বিধান কৰি কাৰ্যসাধনযোগ্য পুঁজি আৰু সৈন্য লগত লৈ পুৰণি খাদ্য-সামগ্ৰী শেষ হৈ যোৱা, নতুন খাদ্য শস্য আহৰণ নকৰা আৰু দুৰ্গ মেৰামত নকৰা শত্ৰুৰ বিৰুদ্ধে বাৰিষাৰ শস্য আৰু শীতকালৰ গুটি সিঁচা নষ্ট কৰিবলৈ অঘোণত অভিযান কৰিব॥৩৪॥ হেমন্ত-কালৰ শস্য আৰু বসন্ত-কালৰ গুটি সিঁচ ধ্বংস কৰিবৰ কাৰণে চ'তমহীয়া অভিযান কৰিব॥৩৫॥ ঘাঁহ, কাঠ, পানীৰ সঞ্চয় শেষ হোৱা, দুৰ্গ মেৰামত নকৰা শত্ৰুৰ বিৰুদ্ধে বসন্তকালীন শস্য ধ্বংস আৰু বাৰিষা-কালৰ গুটি সিঁচা নষ্ট কৰিবৰ কাৰণে জেঠ মাহত অভিযান চলাব॥৩৬॥

অতি গৰম বা অলপীয়া ঘাঁহ, খৰি বা পানী থকা দেশৰ বিৰুদ্ধে হেমন্ত-কালত অভিযান কৰিব॥৩৭॥ বৰফ পৰি থকা, অগাধ জলেৰে ভৰপুৰ বা অতি ঘন ঘাঁহনি আৰু হাবি থকা দেশৰ বিৰুদ্ধে গ্ৰীষ্ম-কালত অভিযান কৰিব॥৩৮॥ নিজ সৈন্য সঞ্চালনৰ উপযুক্ত আৰু শত্ৰুসৈন্য সঞ্চালনৰ অনুপযুক্ত দেশৰ বিৰুদ্ধে বৰষুণৰ সময়ত অভিযান কৰিব॥৩৯॥

আঘোণ আৰু পুহৰ পূৰ্ণিমাৰ ভিতৰত দীৰ্ঘকালীন অভিযানৰ কাৰণে যাত্ৰা কৰিব; চ'ত আৰু বহাগৰ পূৰ্ণিমাৰ ভিতৰত মধ্যমকালীন জেঠ আৰু আহাৰৰ পূৰ্ণিমাৰ মাজত হ্ৰস্ব-কালীন আৰু বিপদত শত্ৰুক ব্যৱহাৰ কৰিবৰ কাৰণে চতুৰ্থবাৰ অভিযান আৰম্ভ কৰিব॥৪০॥ (শত্ৰুৰ) ব্যসনত অভিযানৰ বিষয়ে "যুদ্ধ কৰি বুদ্ধযাত্ৰা" (৭।৪) নামৰ প্ৰকৰণত ব্যাখ্যা কৰা হৈছে॥৪১॥

শত্ৰুৰ ব্যসনত অভিযান কৰিব লাগে—এই বুলি আচাৰ্যসকলে সমানে উপদেশ দিছে॥৪২॥ কৌটিল্যই কয়—'যেতিয়া নিশ্চিত শক্তি বৃদ্ধি হলে অভিযান কৰিব॥৪৩॥ নাইবা, যেতিয়া শত্ৰুক দুৰ্বল বা উচ্ছেদ কৰিব পাৰিব, তেতিয়া অভিযান আৰম্ভ কৰিব॥৪৪॥

যি সময়ত গৰমৰ প্ৰকোপ কমে, তেতিয়া সাধাৰণতে হস্তিসৈন্য লৈ অভিযান কৰিব॥৪৫॥ কাৰণ, ভিতৰি ঘামিলে হাতীৰ কুষ্ঠ হয়॥৪৬॥ আৰু পানীত ডুব মাৰিবলৈ নাপালে বা পানী খাবলৈ নাপালে ভিতৰি ভিতৰি হিমেজু ওলোৱা কাৰণে কণা হয়॥৪৭॥ সেই কাৰণে বহুত পানী থকা দেশত নাইবা বৰষুণৰ সময়ত হস্তিবহুল সৈন্য লৈ অভিযান কৰিব॥৪৮॥ ইয়াৰ বিপৰীতে, প্ৰায় বৰষুণ আৰু বোকা নথকা দেশত গাধ, উট আৰু ঘোঁৰা বেছি থকা সৈন্য লৈ অভিযান কৰিব॥৪৯॥ মৰু-দেশত চতুৰঙ্গ বল লৈ বৰষুণ দি থাকোঁতে অভিযান কৰিব॥৫০॥

বাটৰ সমতা আৰু খলা-বমা, পানী থকা আৰু নথকা আৰু তাৰ হ্ৰস্বতা আৰু দীৰ্ঘতা অনুসৰি অভিযান নিয়ন্ত্ৰিত কৰিব॥৫১॥

অথবা, কৰ্মৰ লঘুত্ব অনুসৰি সকলোবিলাক অভিযানেই চমু সময়ৰ
হব নাইবা কৰ্মৰ গুৰুত্ব অনুসৰি বেছি সময়ৰ হব। তেতিয়া শত্ৰুৰ দেশত
বাৰিষা-কালত ছাউনী পতাবো আৱশ্যক হব পাৰে॥৫২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ অন্তৰ্গত "শক্তি, স্থান আৰু কালৰ (আপেক্ষিক) সবলতা-দুৰ্বলতা নিৰ্ণয়" আৰু "যুদ্ধযাত্ৰাৰ কাল" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১২২তম) অধ্যায় সমাপ্ত॥

# দ্বিতীয় অধ্যায়

## ১৩৭তম প্ৰকৰণ : সৈন্যপ্ৰয়োগৰ সময়
## ১৩৮তম প্ৰকৰণ : সমৰ-সজ্জাৰ গুণ
## ১৩৯তম প্ৰকৰণ : শত্ৰুসৈন্যৰ বিৰুদ্ধে সৈন্যপ্ৰয়োগ-কাৰ্য

বংশানুক্ৰমিক সৈন্যৰ, ভেৰণীয়া সৈন্যৰ, শ্ৰেণীসৈন্যৰ, মিত্ৰসৈন্যৰ, বিদেশী সৈন্যৰ আৰু আটবিক সৈন্যৰ প্ৰয়োগৰ (যুদ্ধত ব্যৱহাৰৰ) সময় হৈছে—॥১॥

বংশানুক্ৰমিক সৈন্য মূল (দেশ) ৰক্ষা কৰিব লগাতকৈ যেতিয়া সংখ্যাত অধিক থাকে; বহুত সংখ্যক ৰাজদ্ৰোহী লোক মাজত সোমাই থকাত যেতিয়া বংশানুক্ৰমিক সৈন্যই দেশত বিপ্লৱ কৰাৰ সম্ভাৱনা থাকে; শত্ৰুৰ অনেক অনুৰক্ত বংশানুক্ৰমিক সৈন্য নাইবা তেজী সৈন্য থকা হেতুকে যেতিয়া যুদ্ধত সামৰিক কৌশলৰ আৱশ্যক হয়; নাইবা দীঘলীয়া বাটৰ বা সময়ৰ অভিযানত বংশানুক্ৰমিক সৈন্যই লোকচান আৰু ব্যয় বহন কৰিব পৰা কাৰণে; (শত্ৰুৰ) বহুত অনুৰক্ত সৈন্য সংগৃহীত হোৱাত ভেৰণীয়া আদি অন্য সৈন্যৰ বিশ্বাসযোগ্যতাৰ অভাৱত শত্ৰুৰ গুপ্ত প্ৰৰোচনাৰ যেতিয়া ভয় থাকে; যেতিয়া সকলো সৈন্য দুৰ্বল হৈ পৰে—এইবিলাকেই বংশানুক্ৰমিক সৈন্যৰ প্ৰয়োগৰ সময়॥২॥

(বিজিগীষুৱে যেতিয়া ভাবে) 'মোৰ ভেৰণীয়া সৈন্য বহুত, বংশানুক্ৰমিক সৈন্য কম; নাইবা শত্ৰুৰ বংশানুক্ৰমিক সৈন্য ভাকৰীয়া বা অননুৰক্ত আৰু ভেৰণীয়া সৈন্য অকামিলা বা দুৰ্বল; কূটনীতিৰে অলপ সৈন্য লৈ যুদ্ধ কৰিব লাগিব; দূৰৰ কম নাইবা (যুদ্ধ) অলপ সময়ৰ কাৰণে চলিব আৰু অলপ লোকচান আৰু খৰচ বেছি নহয়; মোৰ সৈন্যবাহিনীত ৰাজদ্ৰোহী সেনা প্ৰায় নাই, এই বাহিনীয়ে (শত্ৰুৰ) গুপ্তপ্ৰৰোচনা ব্যৰ্থ কৰি দিছে আৰু ই

বিশ্ৰান্ত; শত্ৰুৱে অলপীয়া সৈন্যেৰে কৰা আক্ৰমণ ওফৰাব লাগে'—এইবিলাকেই শ্ৰেণীয়া সৈন্যৰ প্ৰয়োগৰ বিশেষ সময়॥৩॥

(বিজিগীষুৱে যেতিয়া ভাবে) 'মোৰ শ্ৰেণীসৈন্য বহুত, ইহঁতক দেশত আৰু অভিযানৰ সময়ত প্ৰয়োগ কৰিব পৰা যাব; (যুদ্ধ কৰিব লগা) দেশ ওচৰতে আৰু শত্ৰুৱেও শ্ৰেণী-সৈন্যবহুল ফৌজ লৈ কূটনীতিৰে আৰু সামৰিক কাৰ্য-কলাপৰ যোগে যুদ্ধ কৰিব খোজে; সশস্ত্ৰ বাহিনী ব্যৱহাৰ কৰিব লাগিব'—এনেবিলাকেই শ্ৰেণীবল (দলবদ্ধ সৈন্য) প্ৰয়োগৰ বিশেষ সময়॥৪॥

(যেতিয়া বিজিগীষুৱে ভাবে), 'মোৰ মিত্ৰ-সৈন্য বহুত, দেশ-ৰক্ষাৰ কাৰণে আৰু অভি-যানত ব্যৱহাৰ কৰিব পৰা যাব; যুদ্ধৰ প্ৰবাস (যুদ্ধ হোৱা বিদেশী ঠাই) ওচৰতে, কূটনীতিৰ যুদ্ধতকৈ সৈন্য-প্ৰয়োগৰ যুদ্ধহে ব্যাপকভাৱে হব; আগেয়ে (শত্ৰুৰ) আটৱিক সৈন্যৰ লগত, নগৰৰ যুদ্ধক্ষেত্ৰত আৰু মিত্ৰসৈন্যৰ লগত মোৰ মিত্ৰসৈন্যৰ যুদ্ধ পাতি পিছত (মোৰ) নিজা সৈন্যেৰে শত্ৰুৰ লগত যুদ্ধ কৰিম; নাইবা মিত্ৰপক্ষ আৰু মোৰ অভিযান উদ্দেশ্যহতীয়া; নাইবা মোৰ কৃতকাৰ্যতা মিত্ৰৰ অধীন, বা মোৰ মিত্ৰ ওচৰতে, গতিকে সহায়যোগ্য; নাইবা এওঁৰ (মিত্ৰৰ) সৈন্যত ৰাজদ্ৰোহীসকলৰ অত্যাধিক্য নাশ কৰিম';—এইবিলাক মিত্ৰসৈন্য প্ৰয়োগৰ উপলক্ষ॥৫॥

(যেতিয়া বিজিগীষুৱে ভাবে) 'মোৰ শত্ৰুসৈন্য বহুত, শত্ৰুসৈন্যৰ দ্বাৰাই শত্ৰুৰ নগৰত বা শত্ৰুৰ আটৱিক সৈন্যৰ লগত যুদ্ধ কৰিম আৰু তেতিয়া কুকুৰ আৰু গাহৰিৰ যুদ্ধত চণ্ডালে যি কোনো এফালে লাভ কৰাৰ দৰে মই এফালে সিদ্ধি লাভ কৰিম; নাইবা এইবিলাকক মই মিত্ৰপক্ষৰ বা আটৱিক সৈন্যৰ কণ্টক নিৰ্মূল কৰাৰ উপায় স্বৰূপে ব্যৱহাৰ কৰিম'; নাইবা যেতিয়া শত্ৰুসৈন্যৰ সংখ্যা অতিপাত বাঢ়ি যায়, আভ্যন্তৰ বিদ্ৰোহৰ ভয় নাথাকিলে শত্ৰু-সৈন্যই নাথাকিলে বিদ্ৰোহ কৰাৰ ভয় হেতুকে তেওঁ সদায় শত্ৰুসৈন্য অতি ওচৰতে ৰাখিব; আৰু যেতিয়া নিজৰ বাচি লোৱা যুদ্ধৰ সময় শত্ৰুৱে বাচি লোৱা যুদ্ধৰ সময়তকৈ পিছত হয়—এইবিলাকেই শত্ৰুসৈন্যৰ প্ৰয়োগৰ বিশেষ সময়॥৬॥

ইয়াৰ দ্বাৰা আটৱিক সৈন্যৰ প্ৰয়োগৰ সময় ব্যাখ্যাত হল॥৭॥ বাট দেখুওৱাত সহায়ক হলে; (শত্ৰুৰ) যুদ্ধভূমিত (প্ৰয়োগৰ) উপযুক্ত হলে; শত্ৰুৰ যুদ্ধকৌশলৰ প্ৰতিবিধায়ক হলে; শত্ৰুৰ আটৱিক সৈন্য প্ৰচুৰ হলে, বিল্বফল বিল্বফলেৰেহে নষ্ট কৰা উচিত (এই নীতিৰে); (শত্ৰুৰ) অলপীয়া সৈন্যৰে কৰা আক্ৰমণ ওফোৰাই পেলাবলৈ হলে—এইবিলাকেই আটৱিক সৈন্যৰ প্ৰয়োগৰ (অতিৰিক্ত) বিশেষ সময়॥৮॥

একে বিভাগতে নথকা আৰু অনেক ঠাইৰপৰা অহা, আদেশ দিলে বা নিদিলেও লুটপাতৰ কাৰণে প্ৰস্তুত সৈন্যই ঔৎসাহিক (স্বয়ংসেৱক) সৈন্য। এনে সৈন্যদলক আহাৰ আৰু বেতন দিয়া নহয়, লুটপাত আৰু পৰিশ্ৰম কৰি ই বিক্ৰম দেখুৱায়। শত্ৰুৱে ইয়াক সহজে বিভক্ত কৰিব পাৰে, (ইয়াৰ সকলোৰে) একে ঠাই, জাতি, বা ব্যৱসায় হলে ই বিভেদ্য নহয়—এইবিলাকেই (বিভিন্ন) সৈন্যৰ প্ৰয়োগৰ সময়॥৯॥

ইয়াৰ ভিতৰত শত্ৰুসৈন্যক আৰু আটৱিক সৈন্যক বন্য-সম্পদেৰে নাইবা লুণ্ঠনৰ বস্তুৰে বেতন দিব॥১০॥ নাইবা, শত্ৰুৰ সৈন্য-সংগ্ৰহৰ কোনো উপলক্ষ উপস্থিত হলে, শত্ৰুসৈন্যক নিজৰ অধীনত ৰাখিব, নহলে সিহঁতক অন্য ঠাইলৈ পঠিয়াব, নাইবা সিহঁতক অকৰ্মণ্য কৰিব, নহলে সিঁচৰতি কৰি ৰাখিব আৰু প্ৰয়োজন অতীত হলে মুক্ত কৰি দিব॥১১॥

আৰু শত্ৰুৰ এনে সৈন্যসংগ্ৰহত ব্যাঘাত জন্মাব; নিজে সৈন্য সংগ্ৰহ কৰিব॥১২॥

ইহঁতৰ ভিতৰত পূৰ্বৰ পূৰ্বৰটো (পাছৰটোতকৈ) যুদ্ধৰ কাৰণে প্ৰস্তুত কৰা ভাল॥১৩॥

তেওঁৰ (বিজিগীষুৰ) সৈতে একে ভাবেৰে অনুপ্ৰাণিত হোৱাৰ কাৰণে আৰু সদায় সম্মান পোৱা কাৰণে ভেৰণীয়া সৈন্যতকৈ বংশানুক্ৰমিক সৈন্য শ্ৰেষ্ঠ॥১৪॥

সদায় ওচৰতে থকা কাৰণে, কাৰ্যত ক্ষিপ্ৰ উত্থানশীল হোৱা কাৰণে আৰু নিজৰ বশীভূত হৈ থকা কাৰণে ভেৰণীয়া সৈন্য শ্ৰেণী-সৈন্যতকৈ শ্ৰেষ্ঠ॥১৫॥

স্বদেশীয় আৰু একে উদ্দেশ্যত অনুপ্ৰাণিত হোৱা কাৰণে আৰু বিজিগীষুৰ লগত বিৰোধ, ক্ৰোধ, সাফল্য আৰু লাভ তুল্য হোৱা কাৰণে শ্ৰেণী-সৈন্য মিত্ৰ-সৈন্যতকৈ প্ৰশস্ত॥১৬॥

দেশ আৰু কালৰ প্ৰতিবন্ধক নথকা কাৰণে আৰু একে উদ্দেশ্যপ্ৰাপ্ত হোৱা কাৰণে মিত্ৰ-সৈন্য শত্ৰু-সৈন্যতকৈ শ্ৰেষ্ঠ॥১৭॥

আৰ্যৰ অধিনায়কত্বত থকা কাৰণে শত্ৰু-সৈন্য আটবিক সৈন্যতকৈ শ্ৰেষ্ঠ॥১৮॥ উভয়ৰে লুণ্ঠন কৰাই উদ্দেশ্য॥১৯॥ লুণ্ঠনৰ অভাৱত বা বিপদত এই দুয়োবোপৰাই সাপৰপৰা ভয় হোৱাৰ দৰে ভয় হয়॥২০॥

'ব্ৰাহ্মণ, ক্ষত্ৰিয় বৈশ্য আৰু শূদ্ৰ-সৈন্যৰ ভিতৰত তেজস্বিতাৰ কাৰণে পূৰ্বৰ পূৰ্বৰ জন (পাছৰ পাছৰ জনতকৈ) যুদ্ধৰ কাৰণে প্ৰস্তুত ৰাখিবলৈ ভাল (যুদ্ধপ্ৰৱণ কৰি ৰাখিব পাৰি)' —এই বুলে আচাৰ্যসকলে কয়॥২১॥ কৌটিল্যই কয়—'সেইটো নহয়'॥২২॥ শত্ৰুৱে প্ৰণিপাত কৰি ব্ৰাহ্মণ সৈন্যক হাত কৰিব পাৰে॥২৩॥ অস্ত্ৰ-বিদ্যাত শিক্ষিত ক্ষত্ৰিয়-সৈন্য শ্ৰেষ্ঠ, নাইবা প্ৰভূত শক্তিশালী বৈশ্য আৰু শূদ্ৰ-সৈন্য শ্ৰেষ্ঠ॥২৪॥

সেই কাৰণে 'শত্ৰুৰ এনেকুৱা সৈন্য আছে আৰু ইহঁতৰ বিৰুদ্ধে এইবিলাক প্ৰতিসৈন্য হব'—এই কথা মনত ৰাখি সৈন্য নিয়োগ কৰিব॥২৫॥

হাতী, যন্ত্ৰ আৰু ৰথ মাজত থকা, পঁচা, যাঠি, শূল, টোকোন আৰু কাঁৰেৰে সজ্জিত সৈন্য হস্তিসৈন্যৰ প্ৰতিসৈন্য॥২৬॥ এই সৈন্যৰে যদি বেছি ভাগ পাথৰ, লাঠি, কবচ, অঙ্কুশ আৰু কচগ্ৰহৰে (আঁকুহি) সজ্জিত হয় সেই সৈন্য ৰথ-সৈন্যৰ প্ৰতিসৈন্য॥২৭॥ এই সৈন্যই নাইবা কবচধাৰী হস্তিসৈন্য অথবা কবচধাৰী অশ্বাৰোহী সৈন্য অশ্বাৰোহী সৈন্যৰ প্ৰতিসৈন্য॥২৮॥ কবচধাৰী ৰথসৈন্য আৰু বৰ্মযুক্ত পদাতি-সৈন্য চতুৰঙ্গ সৈন্যৰ প্ৰতিসৈন্য॥২৯॥

এনেকৈয়ে নিজ সৈন্যৰ শক্তি আৰু অঙ্গ-বিভাগ অনুসৰি তেওঁ শত্ৰু-
সৈন্যক ভেটা দিবৰ কাৰণে সৈন্য সংগ্ৰহ কৰিব॥৩০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ অন্তৰ্গত "সৈন্যপ্ৰয়োগৰ সময়", "সমৰসজ্জাৰ গুণ" আৰু "শত্ৰুসৈন্যৰ বিৰুদ্ধে সৈন্য প্ৰয়োগ-কাৰ্য" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ১২৩তম) অধ্যায় সমাপ্ত॥

# তৃতীয় অধ্যায়

## ১৪০তম প্ৰকৰণ : পৃষ্ঠ-বিদ্ৰোহৰ বিষয়ে বিবেচনা
## ১৪১তম প্ৰকৰণ : প্ৰকৃতিৰ বাহ্যিক আৰু আভ্যন্তৰিক বিদ্ৰোহৰ প্ৰতিকাৰ-ব্যৱস্থা

পৃষ্ঠত সৰুসুৰা বিদ্ৰোহ আৰু সম্মুখত মহা লাভ—এই দুটাৰ ভিতৰত পৃষ্ঠত ক্ষুদ্ৰ-বিদ্ৰোহ গুৰুতৰ॥১॥ কাৰণ, তেওঁ যেতিয়া অভিযান চলাবলৈ যায়, তেতিয়া ৰাজদ্ৰোহী লোক, শত্ৰু আৰু আটবিক সৈন্যই ক্ষুদ্ৰ বিদ্ৰোহ কেউপিনে জ্বলাই দিব পাৰে, নাইবা প্ৰকৃতিসমূহেও বিদ্ৰোহৰ জুই জ্বলাব পাৰে॥২॥ আৰু এনেকুৱা হলে ভৃত্য, মিত্ৰ, লোকচান আৰু খৰচে সম্মুখৰ মহালাভকো গ্ৰাস কৰে॥৩॥ পৃষ্ঠত বিদ্ৰোহ হলে সম্মুখ লাভৰ সুবিধা এহেজাৰত এটা নাইবা (অধিক হলে) এশত এটা; সেই কাৰণে (তেনে অৱস্থাত) অভিযান নকৰিব॥৪॥ "বিপৰ্দবিলাকৰ বেজীৰ আগৰ দৰে মুখ"—এনে এটা লোকপ্ৰবাদ আছে॥৫॥

পৃষ্ঠ-বিদ্ৰোহত সাম, দান, ভেদ আৰু দণ্ডৰ (এই চাৰি উপায়ৰ) প্ৰয়োগ কৰিব॥৬॥ সম্মুখত লাভ হলে সেনাপতি নাইবা কুমাৰক সৈন্যৰ অধ্যক্ষ পাতিব॥৭॥ নাইবা পৃষ্ঠবিদ্ৰোহ দমনৰ কাৰণে যদি ৰজা যথেষ্ট শক্তিশালী হয়, তেতিয়াহে সম্মুখ লাভ গ্ৰহণৰ কাৰণে যাব॥৮॥

আভ্যন্তৰ বিদ্ৰোহৰ আশংকা থাকিলে সন্দিগ্ধসকলক লগত লৈ অভিযান কৰিব; বাহ্যিক বিদ্ৰোহৰ আশংকা থাকিলে এওঁলোকৰ ল'ৰা-তিৰোতাক লগত লৈ (অৰ্থাৎ এওঁলোকক লগত জামিন স্বৰূপে ৰাখি) অভিযান কৰিব॥৯॥

আভ্যন্তৰ বিদ্ৰোহ দমন কৰি একাধিক নায়কৰ তলত বহুশ্ৰেণীৰ সৈন্যসহ ৰাজপ্ৰতিনিধি নিযুক্ত কৰি অভিযান কৰিব, নহলে নকৰিব॥১০॥ আভ্যন্তৰ বিদ্ৰোহ বাহ্যিক বিদ্ৰোহতকৈ বেছি বিপদজনক—এই কথা আগতে কোৱা হৈছে॥১১॥

মন্ত্ৰী, পুৰোহিত, সেনাপতি, যুৱৰাজ—এইবিলাকৰ যি কোনো এজনৰ বিদ্ৰোহেই আভ্যন্তৰ বিদ্ৰোহ॥১২॥ নিজৰ দোষ পৰিহাৰ কৰি, নাইবা সিবিলাকৰ শক্তি আৰু অপৰাধলৈ লক্ষ্য কৰি তাক অতিক্ৰম কৰিব॥১৩॥ মহা অপৰাধ কৰিলেও পুৰোহিতক পোতাশালত থলে বা নিৰ্বাসন দিলে শাস্তি দিয়া হ'ব; যুৱৰাজে মহা অপৰাধ কৰিলে বন্দী কৰি থলে নাইবা অন্য গুণবান পুত্ৰ থাকিলে মৃত্যুদণ্ড দিলে শাস্তি দিয়া হব॥১৪॥

ৰাজ্য অন্যায়ভাৱে গ্ৰহণ কৰিব খোজা পুত্ৰ, ভ্ৰাতৃ নাইবা বংশৰ অন্য কোনোবাক উৎসাহ-শক্তিৰে দমন কৰিব; উৎসাহৰ অভাৱত যিখিনি নিয়ে তাত সম্মতি দি আৰু সন্ধি কৰি (বিপদ) অতিক্ৰম কৰিব, নহলে তেওঁ শত্ৰুৰ লগ লগাৰ ভয় থাকে॥১৫॥ নাইবা তেওঁৰ নিচিনা অইন কোনোবাক ভূমিদান কৰি তেওঁৰ বিশ্বাস জন্মাব॥১৬॥ নাইবা, যি পাৰে তাকে বলেৰে গ্ৰহণ কৰাৰ অনুমতি দি তেওঁৰ সৈন্যতকৈ শ্ৰেষ্ঠ সৈন্য পঠাব, নাইবা সামন্তৰজা আৰু আটবিকক তেওঁৰ বিৰুদ্ধে পঠিয়াব আৰু ইহঁতৰ লগত যুঁজ কৰি থাকোঁতে এওঁক প্ৰতাৰণা কৰিব॥১৭॥ অথবা, কোনো অননুগৃহীত ৰাজকুমাৰক হাত কৰিবৰ কাৰণে উপায় কৰিব, নাইবা শত্ৰুৰ নগৰ দখল কৰিবৰ কাৰণে গোপন কৌশল অৱলম্বন কৰিব॥১৮॥ ইয়াৰ দ্বাৰা মন্ত্ৰী আৰু সেনাপতি (তেওঁলোকৰ বিদ্ৰোহৰ কথা) ব্যাখ্যাত হ'ল॥১৯॥

মন্ত্ৰীৰ বাহিৰে ভিতৰ মহলৰ যি কোনো অমাত্যৰ বিদ্ৰোহ আভ্যন্তৰ-অমাত্য-বিদ্ৰোহ॥২০॥ তেনে স্থলতো যথাযথ উপায় প্ৰয়োগ কৰিব॥২১॥

ৰাষ্ট্ৰপ্ৰধান (সমাহৰ্তা আদি), অন্তপাল (সীমান্তাধিকাৰী) আটৱিক, সৈন্যৰ শক্তিৰ যোগে সেও হোৱাজন—এইবিলাকৰ এজনৰ বিদ্ৰোহ বাহ্যিক বিদ্ৰোহ॥২২॥ ইয়াৰ এটাৰ দ্বাৰা আনটো দমন কৰিব॥২৩॥ নাইবা, যদি তেওঁ দুৰ্গত সুৰক্ষিত হৈ থাকে সামন্ত ৰজা, আটৱিক (জংঘলী ৰজাৰ মুখ্যজন বা বনচৰ-প্ৰধান), স্বকুলৰ দাবী উপস্থাপক আৰু অননুগৃহীত ৰাজকুমাৰ—এইসকলৰ যি কোনো এজনৰ যোগে তেওঁক দমন কৰাব॥২৪॥ যাতে শত্ৰুৰ পক্ষ নলয় তেনেকৈ তেওঁক মিত্ৰৰ যোগে আয়ত্ত কৰিব॥২৫॥

নাইবা বিপৰীত ধৰি নিজ শত্ৰুৰপৰা (এনেদৰে কৈ) এওঁক আঁতৰাব—"এওঁ তোমাক চোৰাংচোৱা বুলি ভাবি প্ৰভুৰ বিৰুদ্ধে যুঁজাব আৰু উদ্দেশ্য পূৰণ হলে তোমাক সৈন্যৰ নায়ক হিচাপে প্ৰয়োগ কৰি শত্ৰু বা আটৱিকৰ বিৰুদ্ধে বা দুষ্কৰ কাৰ্যত লগাব, নাইবা ল'ৰা-তিৰোতাৰপৰা আঁতৰাই সীমান্তত ৰাখিব॥২৬॥ তুমি বিক্ৰমত পৰাস্ত হ'লে তোমাক পণ্য হিচাপে ব্যৱহাৰ কৰিব বা তোমাৰ যোগে সন্ধি কৰি তোমাৰ প্ৰভুক সন্তুষ্ট কৰিব॥২৭॥ (গতিকে) এওঁৰ উৎকৃষ্ট মিত্ৰৰ লগ লাগা"॥২৮॥ যদি তেওঁ ৰাজী হয়, তেওঁৰ অভিলাষ পূৰণ কৰি সন্মানিত কৰিব॥২৯॥ যদি নহয়, তেতিয়া তেওঁত আশ্ৰয় লোৱাজনক এনেদৰে কৈ ফালি আনিব—"তেওঁক তোমাৰ বিৰুদ্ধে গুপ্তচৰ হিচাপে ৰখা হৈছে"॥৩০॥ আৰু সেই গুপ্তচৰজনে মৃত্যুদণ্ডপ্ৰাপ্ত হোৱা মানুহে লৈ অহা ৰজাৰ শাসনৰ যোগে, নাইবা চোৰাংচোৱাৰ যোগে এওঁক হত্যা কৰাব॥৩১॥ নহ'লে অভিলাষ পূৰণ কৰি এওঁৰ লগৰীয়া বীৰপুৰুষসকলক নিজৰ ফলীয়া কৰিব॥৩২॥ সেই গুপ্তচৰে তেতিয়া তেনে বীৰপুৰুষকসকলক তেওঁৰ (ৰজাৰ) নিয়োজিত বুলি ঘোষণা কৰিব॥৩৩॥ এনেকৈয়ে কৃতকাৰ্যতা লাভ কৰিব॥৩৪॥

আৰু তেওঁ শত্ৰুৰ বিৰুদ্ধে এনে বিদ্ৰোহবিলাক জলাই তুলিব আৰু নিজৰ বিৰুদ্ধে হোৱা বিদ্ৰোহ প্ৰশমন কৰিব॥৩৫॥

যি বিদ্ৰোহ কৰিব পাৰে বা দমাব পাৰে তেনেজনক গোপনে প্ৰৰোচিত কৰিব॥৩৬॥

যি সত্যপ্ৰতিজ্ঞ, যি কৰ্মঠ, যি কৰ্ম সমাধা কৰা আৰু তাক সফল কৰাত সহায় কৰিব পাৰে আৰু ধ্বংসৰ সময়ত ৰক্ষা কৰিব পাৰে, তেনে মানুহক গুপ্ত প্ৰৰোচনা যোগাব; আৰু বিচাৰ কৰি চাব তেওঁ সজ বুদ্ধিৰ নে প্ৰৱঞ্চক॥৩৭॥

সীমান্তৰ দুষ্ট বিষয়াই অভ্যন্তৰৰ বিষয়াক (বিদ্ৰোহ কৰিবলৈ) এনেবোৰ অভিপ্ৰায়ে গুপ্ত প্ৰৰোচনা দিব পাৰে—'প্ৰভুক হত্যা কৰি যদি মোক প্ৰভু বুলি স্বীকাৰ কৰে, তেতিয়া শত্ৰুবধ আৰু ৰাজ্যলাভ—এই দুই লাভ মোৰ হব; যদি শত্ৰুৱে এওঁক বধ কৰে, তেতিয়া তেওঁৰ বন্ধুপক্ষ হত হোৱাৰ কাৰণে আৰু সদৃশ অপৰাধৰ কাৰণে শাস্তিবিধান হেতু ভীত (তেওঁৰ লগৰীয়া)সকল মোৰ কাৰণে প্ৰলুব্ধ কৰিব নোৱৰা বিপুল পক্ষ হব; নাইবা (ৰজা) যেতিয়া তেওঁৰ নিচিনা অন্য বিষয়াৰ প্ৰতিও শংকিত হব, তেতিয়া তেওঁৰ আন আন মুখ্য বিষয়াক মৃত্যুদণ্ডপ্ৰাপ্ত হোৱা মানুহে লৈ অহা ৰাজকীয় আজ্ঞা-পত্ৰৰ যোগে এজন এজনকৈ হত্যা কৰাম'॥৩৮॥

অথবা, অভ্যন্তৰৰ দুষ্ট বিষয়া এজনে সীমান্তৰ বিষয়া এজনক এনে অভিপ্ৰায়ে প্ৰৰোচনা দিব পাৰে—'মই এওঁৰ কোশ হৰণ কৰিম, এওঁৰ সৈন্যবোৰ বধ কৰিম, দুষ্ট ৰজাক এওঁৰ দ্বাৰা বধ কৰাম, তেওঁ যেতিয়া বিশ্বাস কৰি ধৰা দিব তেতিয়া সীমান্তৰ বিষয়াক (এনে অভিপ্ৰায়ে) শত্ৰু আৰু আটৱিকৰ লগত যুদ্ধত লিপ্ত কৰিম'—"এওঁৰ সৈন্য আটক হৈ পৰক, এওঁৰ শত্ৰুতা দৃঢ় হওক, তেতিয়া তেওঁ মোৰ অধীনলৈ আহিব, তাৰ পিছত ৰজাৰ লগত সন্ধি কৰিম বা

নিজেই ৰাজ্যৰ দখল ল'ম। নাইবা, এওঁক কাৰাৰুদ্ধ কৰি সীমান্তৰ বিষয়াৰ ৰাজ্য আৰু ৰজাৰ ৰাজ্য দুয়োটাকে লাভ কৰিম, নহলে মোক বিশ্বাস কৰা আৰু (ৰজাৰ) বিৰুদ্ধাচৰণ কৰা সীমান্তৰ বিষয়াক আমন্ত্ৰণ জনাই বধ কৰাম; বা তেওঁৰ অনুপস্থিতিত সৈনাৰ মূল দখল কৰিম"॥৩৯॥

কল্যাণকামী মানুহে লগৰীয়াসকলৰ কাৰণে (বিদ্ৰোহ কৰিবলৈ অইনক) উচটনি দিয়ে॥৪০॥

ভাল উদ্দেশ্যৰ মানুহবে সৈতে সন্ধি কৰিব; "এনেকৈয়ে হওক"—এই বুলি সমৰ্থন কৰি খলুৱাজনক প্ৰতাৰণা কৰিব॥৪১॥

> এই সকলোবিলাক বুজি জ্ঞানী (ৰজাই) আনক আনৰপৰা, নিজৰ লোকক নিজৰ লোকৰপৰা, নিজৰ লোকক আনৰপৰা আৰু আনক নিজৰ লোকৰপৰা ৰক্ষা কৰিব আৰু সদায় নিজৰ মানুহৰপৰা আৰু লোকৰপৰা নিজক ৰক্ষা কৰিব॥৪২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ অন্তৰ্গত "পৃষ্ঠ-বিদ্ৰোহৰ বিষয়ে বিবেচনা" আৰু "প্ৰকৃতিৰ বাহ্যিক আৰু আভ্যন্তৰিক বিদ্ৰোহৰ প্ৰতিকাৰ-ব্যৱস্থা" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ১২৪তম) অধ্যায় সমাপ্ত॥

# চতুৰ্থ অধ্যায়

## ১৪২তম প্ৰকৰণ : লোকচান, খৰচ আৰু লাভৰ বিবেচনা

ভাৰবাহী জন্তু আৰু পুৰুষৰ হ্ৰাসেই লোকচান॥১॥ টকা-পইছা আৰু ধান-চাউলৰ হানিয়েই খৰচ॥২॥

এই দুটাৰ তুলনাত বহুত বেছি গুণযুক্ত লাভৰ কাৰণে অভিযান কৰিব॥৩॥

আদেয়, প্ৰত্যাদেয়, প্ৰসাদক, প্ৰকোপক, হ্ৰস্বকাল, তনুক্ষয়, অল্পব্যয়, মহৎ, বৃদ্ধ্যুদয়, কল্য (নিৰাপদ), ধৰ্ম্য (ন্যায়সঙ্গত) আৰু পুৰোগ—এইবিলাক লাভৰ গুণ॥৪॥

সহজতে পাব পৰা আৰু ৰাখিব পৰা আৰু শত্ৰুৱে উদ্ধাৰ কৰিব নোৱৰা বস্তুৰ গ্ৰহণেই আদেয় (লাভ)॥৫॥ ইয়াৰ ওলোটাটো প্ৰত্যাদেয় লাভ॥৬॥ এই প্ৰত্যাদেয় লাভ গ্ৰহণ কৰা আৰু তাকে খামোচ মাৰি ধৰাজন বিনাশপ্ৰাপ্ত হয়॥৭॥

যদি ভাবে যে—'প্ৰত্যাদেয় লাভ গ্ৰহণ কৰি (শত্ৰুৰ) কোশ, দণ্ড (সৈন্য), ভাণ্ডাৰ আৰু প্ৰতিৰক্ষাৰ বিধানবিলাকৰ লোপ কৰাম; খনি, দ্ৰব্যবন, হস্তিবন, জলসিঞ্চন-বান্ধ আৰু বাণিজ্য-পথৰ সাৰ কাঢ়ি লম; এওঁৰ প্ৰজাবিলাকক দৰিদ্ৰ কৰিম, ফালৰি কটাম, নাইবা উপযুক্ত উপায় অৱলম্বন কৰি সন্তুষ্ট কৰিম, তাৰ পিছত সিহঁতক (শত্ৰুৱে) ওলোটা উপায় অৱলম্বন কৰি ক্ৰুদ্ধ কৰিব; নাইবা ইয়াক (এই লাভক) শত্ৰুৰ ওচৰত বিক্ৰী কৰিম; (তেওঁৰ) মিত্ৰক বা অননুগৃহীত যুৱৰাজক (এইটো) গ্ৰহণ কৰাম; এই লাভকে লৈ থাকি মিত্ৰৰ নাইবা মোৰ

ৰাজ্যৰ ওপৰত ডকাইত আৰু শত্ৰুৰ উৎপীড়নৰ প্ৰতিকাৰ কৰিম; নাইবা তেওঁৰ (শত্ৰুৰ) মিত্ৰক বা অন্য আশ্ৰয়দাতাক তেওঁৰ ত্ৰুটিবিলাক দেখুৱাই দিম যাতে শত্ৰুৰ প্ৰতি বিতুষ্ট হৈ তেওঁ নাইবা তেওঁৰ কুলৰ (ৰাজপাটৰ) দাবী কৰোঁতা কোনোবা যুৱৰাজৰ লগ লাগে; নহলে (তেওঁৰপৰা কাঢ়ি লোৱা) দেশ ঘূৰাই দি সন্মান প্ৰদৰ্শন কৰিম যাতে বহুকাল মোৰ লগত সহযোগ কৰা আৰু একতা পাশত থকা এজন মিত্ৰ লাভ কৰিব পাৰোঁ'—এনেকুৱা ক্ষেত্ৰত প্ৰত্যাদেয় লাভ গ্ৰহণ কৰিব॥৮॥

এইদৰে আদেয় আৰু প্ৰত্যাদেয় লাভ ব্যাখ্যাত হ'ল॥৯॥

ধাৰ্মিক ৰজাই অত্যাচাৰী ৰজাৰপৰা লাভ আদায় কৰিব পাৰিলে নিজৰ প্ৰজাৰ আৰু অন্য-জনৰো প্ৰসাদক (সন্তুষ্টিকাৰক) হয়॥১০॥ ইয়াৰ বিপৰীতে প্ৰকোপক (ক্ৰোধজনক) হয়॥১১॥

মন্ত্ৰীৰ উপদেশ অনুসৰি অপ্ৰাপ্ত লাভেই প্ৰকোপক (এওঁবিলাকৰ মাজত বিদ্ৰোহৰ হেতু) হব, (কাৰণ এওঁবিলাকে ভাবিব)—'এওঁৰ লোকচান আৰু খৰচৰ নিমিত্ত আমিয়েই'॥১২॥ দ্ৰোহী মন্ত্ৰীক উপেক্ষা কৰি পোৱা লাভ প্ৰকোপক (বিদ্ৰোহৰ কাৰণ), (কাৰণ তেওঁবিলাকে ভাবিব) 'উদ্দেশ্য সিদ্ধ কৰিলে যেতিয়া এওঁ আমাক বিনাশ কৰিব'॥১৩॥ ইহাৰ বিপৰীতে প্ৰসাদক হয়॥১৪॥

এইদৰে প্ৰসাদক আৰু প্ৰকোপক লাভ ব্যাখ্যাত হ'ল॥১৫॥

(নিৰ্দিষ্ট ঠাইলৈ) গ'লেই যি লাভ হয় তেনে লাভক হ্ৰস্বকাল বোলা হয়॥১৬॥ মন্ত্ৰণাৰ যোগে লাভ কৰা যায় বুলি তনুক্ষয় (অলপ খৰচতে হোৱা) লাভ বোলা হয়॥ ১৭॥ কেৱল আহাৰৰ খৰচতে পোৱা যায় বুলি অল্পব্যয় লাভ॥১৮॥ সেই সময়ত বিপুল কাৰণে মহৎ॥১৯॥ এটাৰ পিছত আনটো সুবিধা হয় কাৰণে বৃদ্ধ্যুদয় লাভ॥২০॥ বিপদ নাই কাৰণে কল্য (বা নিৰাপদ) লাভ॥২১॥ প্ৰশংসনীয়ভাৱে গ্ৰহণ কৰা যায় কাৰণে ধৰ্ম্য লাভ॥২২॥ সঙ্ঘৰ সভ্য-সকলৰ মাজত কোনো আপত্তি নোহোৱাকৈ প্ৰাপ্ত হয় বুলি পুৰোগ (প্ৰধান) লাভ॥২৩॥

যেতিয়া (দুটা অভিযানৰপৰা) সমান লাভ হয়, তেতিয়া দেশ আৰু কাল, শক্তি আৰু উপায়, প্ৰীতি আৰু অপ্ৰীতি, গতিশীলতা আৰু গতিহীনতা, সামীপ্য আৰু দূৰত্ব, সেই সময়ৰ আৰু ভৱিষ্যৎ কালৰ ফল, মূল্যৱত্তা আৰু ধাৰাবাহিকতা, পৰ্যাপ্ততা আৰু বহুগুণযুক্ত আদি বিচাৰ কৰি বহুগুণযুক্ত লাভ গ্ৰহণ কৰিব॥২৪॥

লাভৰ বিঘিনি এইবিলাক—কাম, ক্ৰোধ, ভয়, কৰুণা, লাজ, অসাধুতা, অভিমান, সহানুভূতি, পৰলোকলৈ ভয়, ধাৰ্মিক স্বভাৱ, ত্যাগশীলতাৰ অভাৱ, কাতৰ স্বভাৱ, হিংসাভাৱ, হাততে পোৱা বস্তুক আওকাণ কৰা, দুষ্টালি, বিশ্বাসৰ অভাৱ (সন্দেহশীল স্বভাৱ), ভয়, প্ৰতিকাৰ কৰিবলৈ অক্ষমতা, শীত, উত্তাপ আৰু বৰষুণ সহিব নোৱাৰা আৰু মাংগলিক তিথি আৰু নক্ষত্ৰলৈ বাট চাই থকা স্বভাৱ॥২৫॥

সততে নক্ষত্ৰৰ কথা পৰামৰ্শ কৰি থকা মূৰ্খৰ অভীষ্ট আঁতৰি যায়;
অভীষ্টই অভীষ্টৰ নক্ষত্ৰ; গ্ৰহবিলাকে কি কৰিব॥২৬॥

যোগ্যহীন মানুহে শত যত্ন কৰিলেও অভীষ্ট লাভ কৰিব নোৱাৰে।
অৰ্থেৰেহে অৰ্থ পাব পাৰি যেনেকৈ হাতীৰ পাছত হাতী লগাই হাতী
ধৰা যায়॥২৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ অন্তৰ্গত "লোকচান, খৰচ আৰু লাভৰ বিবেচনা" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ১২৫তম) অধ্যায় সমাপ্ত॥

# পঞ্চম অধ্যায়

## ১৪৩তম প্ৰকৰণ: (ৰাজকৰ্মচাৰীবিলাকৰ পৰা হোৱা) বাহ্যিক আৰু আভ্যন্তৰিক বিপদ

সন্ধি আদি ষাড়্গুণ্যৰ যথাশাস্ত্ৰ অপ্ৰয়োগেই অপনয় (দুৰ্নীতি বা বাজনীতি)॥১॥ তাৰ দ্বাৰাই (বিদ্ৰোহ বা ষড়যন্ত্ৰজনিত) বিপদ সৃষ্টি হয়॥২॥

ভিতৰৰপৰা প্ৰবোচনা পাই বাহিৰত প্ৰবৃত্ত, বাহিৰৰপৰা প্ৰবোচনা পাই ভিতৰত প্ৰবৃত্ত, বাহিৰৰপৰা প্ৰবোচনা পাই বাহিৰত প্ৰবৃত্ত, ভিতৰত প্ৰবোচনা পাই ভিতৰত প্ৰবৃত্ত—এনেকুৱা (চাৰি প্ৰকাৰৰ) বিপদ॥৩॥

য'ত বাহিৰৰ লোকে অভ্যন্তৰৰ লোকক প্ৰবোচনা যোগায়, নাইবা অভ্যন্তৰৰ লোকে বাহিৰৰ লোকক প্ৰবোচনা যোগায়, এই দুই ক্ষেত্ৰতে, য'ত দুয়ো প্ৰকাৰ প্ৰবোচনাৰ মাজত যোগাযোগ আছে, প্ৰবোচনাৰ পাত্ৰ হোৱাজনক জয় কৰিব পাৰিলে বিশেষ লাভ হয়॥৪॥ কাৰণ, প্ৰবোচনা গ্ৰহণ কৰাসকল কপটেৰে পৰিপূৰ্ণ, দানকৰাসকল নহয়॥৫॥ যেতিয়া এইসকলক দমন কৰা যায়, প্ৰবোচনাকাৰীসকলে আনক প্ৰবোচিত কৰিব নোৱাৰে॥৬॥ কাৰণ, ভিতৰৰ মানুহক বাহিৰৰ মানুহে বা সিবিলাককো এওঁবিলাকে (অৰ্থাৎ বাহিৰৰ মানুহে ভিতৰৰ মানুহক) গুপ্ত প্ৰবোচনাত লিপ্ত কৰা টান॥৭॥ আনৰ (প্ৰবোচনাকাৰীসকলৰ) মহা প্ৰযত্ন অথলে যায় আৰু (ৰজাৰ) নিজৰ সুবিধাও লেঠাৰি নিছিগাকৈ হয়॥৮॥

অভ্যন্তৰৰ মানুহ গুপ্তপ্ৰবোচনাত ধৰা দিলে সাম আৰু দানৰ প্ৰয়োগ কৰিব॥৯॥ (যথাযোগ্য) উচ্চস্থান আৰু সন্মান প্ৰদান কৰাই সাম॥১০॥ অনুগ্ৰহ, পৰিহাৰ, (ৰেহাই প্ৰদান) আৰু (উপযুক্ত কৰ্মত) নিয়োগ—এয়ে দান॥১১॥

বাহিৰৰ লোক গুপ্ত প্ৰবোচনাত ধৰা দিলে ভেদ আৰু দণ্ডৰ প্ৰয়োগ কৰিব॥১২॥ মিতিৰৰ ভাও ধৰি চোৰাংচোৱাবিলাকে বাহিৰৰ লোকবিলাকক গোপন বাৰ্তাৰ হিচাপে এইদৰে কব— এই ৰজাই ইহঁতক (ভিতৰৰ লোকসকলক) বিদ্ৰোহী সাজি তোমালোকক প্ৰতাৰণা কৰিব খুজিছে, সাৱধান'॥১৩॥ ৰাজদ্ৰোহীৰ ভাও দিয়া চোৰাংচোৱাবিলাকে (অভ্যন্তৰৰ) দ্ৰোহী-বিলাকক বাহিৰৰ মানুহৰপৰা, নাইবা বাহিৰৰ মানুহবিলাকক (অভ্যন্তৰৰ) দ্ৰোহীবিলাকৰপৰা ভিন্ন কৰিব॥১৪॥ নাইবা দ্ৰোহীবিলাকৰ মাজত ঘাতক সোমাই ইহঁতক অস্ত্ৰ নাইবা বিহেৰে মাৰিব॥১৫॥ নাইবা, বাহিৰৰসকলক (ৰাজধানীলৈ) মাতি আনি হত্যা কৰাব॥১৬॥

য'ত বাহিৰৰ লোকে বাহিৰৰ লোকক প্ৰবোচনা দিয়ে বা ভিতৰৰ লোকে ভিতৰৰ কোনো লোকক প্ৰবোচনা দিয়ে, এই ক্ষেত্ৰত, য'ত যোগাযোগ কেৱল এপিনে হয়, প্ৰবোচনা দিয়াসকলক হাত কৰাত কৃতকাৰ্যতা বেছি॥১৭॥ কাৰণ, ৰাজদ্ৰোহৰ দোষ আঁতৰাব পাৰিলে ৰাজদ্ৰোহী মানুহ নাথাকে॥১৮॥ কিন্তু (ৰাজদ্ৰোহৰ) প্ৰবোচনাৰ পাত্ৰসকলক হাত কৰিলে, সেই দোষে আকৌ আন লোকক দ্ৰোহী কৰিব॥১৯॥

সেই কাৰণে, বাহিৰৰ মানুহে প্ৰবোচনা যোগালে ভেদ আৰু দণ্ড প্ৰয়োগ কৰিব॥২০॥ মিতিৰৰ ভাও ধৰি চোৰাংচোৱাবিলাকে ক'ব—'এই ৰজাই নিজে আপোনালোকক ধৰিবৰ বাবে ধুধি পাতিছে; আপোনালোক এই ৰজাৰ লগত যুদ্ধত ৰত, সাৱধান'॥২১॥ নাইবা, প্ৰবোচনা গ্ৰহণকাৰীৰ দূতৰ সৈন্যৰ মাজত সোমাই ঘাতকসকলে অস্ত্ৰ, বিহ আদিৰে এওঁবিলাকৰ (প্ৰবোচনাদাতাসকলৰ) বসতি-স্থলত আঘাত কৰিব॥২২॥ ইয়াৰ পিছত গুপ্তচৰবিলাকে প্ৰবোচনা গ্ৰহণকাৰীক (এই অপৰাধৰ বাবে) অপবাদী কৰিব॥২৩॥

ভিতৰৰসকলে ভিতৰৰ লোকক প্ৰৰোচনাৰ যোগান ধৰিলে যথাযথ উপায় প্ৰয়োগ কৰিব॥২৪॥ অসন্তুষ্ট হৈও সন্তুষ্ট যেন দেখুওৱা বা ইয়াৰ ওলোটাজনৰ প্ৰতি সাম প্ৰয়োগ কৰিব॥২৫॥ সততা আৰু কাৰ্যদক্ষতাৰ (শলাগ লোৱাৰ) চেলু লৈ, নাইবা বিপদ-সম্পদৰ বিবেচনা কৰি যি মাননি দিয়া যায় সেয়ে দান॥২৬॥ নাইবা, বন্ধুৰ ভাও ধৰি (গুপ্তচৰে) এওঁবিলাকক কব—'মনোভাব জানিবৰ কাৰণে ৰজাই তোমালোকক পৰীক্ষা কৰিব; তোমালোকে তাক প্ৰকাশ কৰিবা'॥২৭॥ নাইবা, এওঁবিলাকৰ পৰস্পৰ ভেদ সৃষ্টি কৰিব—'অমুকে তোমালোকৰ বিৰুদ্ধে ৰজাক চৰ্চিছে'; এনেকৈয়ে ভেদৰ প্ৰয়োগ কৰিব॥২৮॥ 'গোপন শাস্তি-বিধান-সম্পৰ্কীয়' প্ৰকৰণত (৫।১) কোৱাৰ দৰে দণ্ডবিধান কৰিব॥২৯॥

এই চাৰি প্ৰকাৰ বিপদৰ ভিতৰত আগতে আভ্যন্তৰ বিপদৰ প্ৰতিকাৰ কৰিব॥৩০॥ সাপৰপৰা হোৱা ভয়ৰ দৰে বাহিৰৰ বিদ্ৰোহতকৈ ভিতৰৰ বিদ্ৰোহ যে বেছি ভয়াবহ, এই কথা আগতে কোৱা হৈছে॥৩১॥

> বিপদৰ ভিতৰত পূৰ্বৰ পূৰ্বৰটো (৩নং সূত্ৰ চাওক) পাছৰ
> পাছৰটোতকৈ লঘু, অথবা বলশালীজনৰপৰা উদ্ভৱ হোৱা বিপদ গুৰুতৰ:
> ইয়াৰ ওলোটাটো লঘু—এই কথা বুজি ৰাখিব॥৩২॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ অন্তৰ্গত "বাহ্যিক আৰু আভ্যন্তৰিক বিপদ" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ১২৬তম) অধ্যায় সমাপ্ত॥

# ষষ্ঠ অধ্যায়

## ১৪৪তম প্ৰকৰণ : ৰাজদ্ৰোহী আৰু শত্ৰুৱে সৃষ্টি কৰা বিপদ

অকল ৰাজদ্ৰোহীৰপৰা, অকল শত্ৰুৰপৰা—এই দুবিধ শুদ্ধ (বিপদ)॥১॥

ৰাজদ্ৰোহীজনৰপৰা শুদ্ধ বিপদ হলে গাওঁবাসী আৰু নগৰবাসীৰ প্ৰতি দণ্ডৰ বাহিৰে (অন্য কেইটা) উপায় প্ৰয়োগ কৰিব॥২॥ (কাৰণ) দণ্ড সৰহসংখ্যকৰ ওপৰত প্ৰয়োগ কৰিব নোৱাৰি॥৩॥ প্ৰয়োগ কৰিলেও উদ্দেশ্য সাধন নহয় আৰু অনা বিপদৰ সৃষ্টি কৰিব পাৰে॥৪॥ কিন্তু এওঁবিলাকৰ মুখিয়াসকলৰ লগত "গোপন শাস্তিবিধান-সম্পৰ্কীয়" প্ৰকৰণত (৫।১) দিয়া ব্যৱস্থা অনুসৰি আচৰণ কৰিব॥৫॥

শত্ৰুৰপৰা হোৱা শুদ্ধ বিপদৰ ক্ষেত্ৰত, শত্ৰু যত থাকিব—প্ৰধান শত্ৰুৱেই হওক বা তেওঁৰ নিযোজ্যই হওক, তাতে সাম আদি উপায়ৰ দ্বাৰা সিদ্ধি লিপ্সা কৰিব॥৬॥ প্ৰধান শত্ৰুৰ ওপৰত সাফল্য ৰজাৰ ওপৰত, তলতীয়াবিলাকৰ ওপৰত সাফল্য মন্ত্ৰীৰ ওপৰত আৰু উভয়ৰে ওপৰত সাফল্য উভয়ৰে ওপৰত নিৰ্ভৰশীল॥৭॥

দ্ৰোহী আৰু অদ্ৰোহী লগ লাগিলে আমিশ্ৰ (বিপদ) হয়॥৮॥ আমিশ্ৰ বিপদত অদ্ৰোহীক হাত কৰি সিদ্ধি লাভ কৰিব পাৰি॥৯॥ কাৰণ, আশ্ৰয়ৰ অভাৱ হলে আশ্ৰিত বস্তু থাকিব নোৱাৰে॥১০॥

মিত্ৰ আৰু শত্ৰু এক হলে (লগ লাগিলে), পৰমিশ্ৰ (শত্ৰুকৃত বিপদ) হয়॥১১॥ পৰমিশ্ৰ বিপদত মিত্ৰক হাত কৰি সিদ্ধি (লাভ কৰিব পাৰি)॥১২॥ কাৰণ, মিত্ৰৰ লগত সন্ধি কৰা সহজ, শত্ৰুৰ লগত নহয়॥১৩॥

মিত্ৰই যদি সন্ধি কৰিবৰ ইচ্ছা নকৰে, তেওঁক সততে গোপনে প্ৰৰোচনা যোগাব॥১৪॥ তাৰ পিছত গুপ্তচৰে লগাই শত্ৰুৰপৰা তেওঁক ভিন্ন কৰি নিজৰ ফলীয়া কৰিব॥১৫॥ অথবা, মিত্ৰসম্বৰ মাজত বিজন সীমান্তৱৰ্তী ৰজা তেওঁক নিজৰ ফলীয়া কৰিব॥১৬॥ সীমান্তৱৰ্তী জনক লাভ কৰিলে মধ্যভাগত থকাসকলৰ মাজত বিভেদ আহিব॥১৭॥ নাইবা, মধ্যভাগত থকাজনক হাত কৰিব॥১৮॥ মধ্যভাগত থকাজনক হাত কৰিলে প্ৰান্তত থকা কেইজন লগ লাগিব নোৱাৰে॥১৯॥

যাতে এওঁবিলাকৰ (সম্বৰ) আশ্ৰয়দাতাজনৰ (সম্বৰ মুখিয়ালজনৰ) লগত ভেদ হয় তেনে উপায় প্ৰয়োগ কৰিব॥২০॥

জাতি, কুল, বিদ্যা আৰু চৰিত্ৰৰ প্ৰশংসা কৰি, (উভয়ৰে) পূৰ্বপুৰুষৰ সম্বন্ধৰ কথা উল্লেখ কৰি অথবা ত্ৰৈকালিক উপকাৰ কৰি নাইবা অপকাৰৰপৰা বিৰত থাকি ধাৰ্মিক ৰজাক শান্ত কৰিব॥২১॥ উৎসাহ লুপ্ত হোৱাজনক, যুদ্ধ কৰি ক্লান্ত হোৱাজনক, উদ্যোগ ব্যৰ্থ হোৱাজনক, খৰচ, হানি আৰু বিদেশ-যুদ্ধৰ দ্বাৰা সন্তপ্তজনক, (নিজৰ) সততাৰে অইনক (মিত্ৰৰূপে পাবলৈ) বাঞ্ছা কৰি থকাজনক, অইনক ভয় কৰি থকাজনক, মিত্ৰৰ ওপৰত গুৰুত্ব আৰোপ কৰাজনক বা সৎ অভিপ্ৰায় থকাজনক সাম উপায়ৰ দ্বাৰা হাত কৰিব॥২২॥

কোনো তপস্বী নাইবা মুখ্যলোকক জামিন ৰাখি লুভীয়া বা দুৰ্বল হোৱা ৰজাক দানেৰে হাত কৰিব॥২৩॥ দান পাঁচবিধ—দিব লগীয়াখিনিৰ ত্যাগ, (আনে) নিয়াখিনি মানি লোৱা, পোৱাখিনি ঘুৰাই দিয়া, আগেয়ে নিদিয়া দ্ৰব্যৰ দান আৰু পৰৰ দ্ৰব্য গ্ৰহণ কৰাৰ অনুমতি॥২৪॥ এয়ে দান-কৰ্ম॥২৫॥

পৰস্পৰ দ্বেষ, শত্ৰুতা বা ভূমিহৰণৰ ভয়ত থকাজনৰ ইয়াৰ যি কোনো এটাৰে ভেদ-ভাব সৃষ্টি কৰিব॥২৬॥ ভীৰু ৰজাৰ মনত প্ৰতিফলৰ ভয় দেখুৱাই ভেদভাব সৃষ্টি কৰিব—'সন্ধিৰ পিছত এই ৰজাই তোমাৰ ওপৰত ব্যৱস্থা লব, তেওঁৰ মিত্ৰক (আলোচনাৰ কাৰণে) পঠিয়াইছে, সন্ধিৰ আলোচনাতো তোমাক অন্তৰ্ভুক্ত কৰা নাই'॥২৭॥

কেতিয়াবা ৰজাৰ কাৰণে নিজ দেশৰ নাইবা আনৰ দেশৰ কোনো বস্তু যদি উপহাৰৰূপে আহে তেতিয়া গুপ্তচৰবিলাকে, যাৰ বিৰুদ্ধে অভিযান কৰিব ওলাইছে সেই ৰজাৰপৰা এওঁ এইবিলাক পাইছে বুলি প্ৰচাৰ কৰিব॥২৮॥ এই কথাৰ বহুল প্ৰচাৰ হলে কোনো মৃত্যুদণ্ড-প্ৰাপ্ত লোকৰ হতুৱাই ঘোষণা-পত্ৰ জাহিৰ কৰিব—'এইবিলাক বস্তু মই তোমাৰ কাৰণে উপহাৰস্বৰূপে পঠিয়াইছোঁ, ৰাজসম্বৰ বিৰুদ্ধে বিক্ৰম দেখুওৱা, নহলে সেই সম্ব ত্যাগ কৰা, তেতিয়াহে বাকী প্ৰতিশ্ৰুত বস্তুখিনি পাবা'॥২৯॥ তেতিয়া চোৰাংচোৱাবিলাকে অইনক কৰুৱাব—'এই বস্তু শত্ৰুৱে প্ৰদান কৰিছে'॥৩০॥

অথবা, শত্ৰুৰ বুলি জনাজাত কোনো এটা বস্তু মনে মনে বিজিগীষুৰ হাতত পেলাব॥৩১॥ বেপাৰীৰ ভাওত গুপ্তচৰবিলাকে শত্ৰুৰ প্ৰধান প্ৰধান মানুহৰ মাজত ইয়াক বিকিব॥৩২॥ তেতিয়া চোৰাংচোৱাবিলাকে অইনক কৰুৱাব—'এই বস্তু শত্ৰুপ্ৰদত্ত'॥৩৩॥

নাইবা, গুৰুতৰ অপৰাধীবিলাকক অৰ্থ আৰু সন্মানেৰে অনুগৃহীত কৰি সিহঁতক শত্ৰুৰ বিৰুদ্ধে অস্ত্ৰ, বিহ আৰু অগ্নি প্ৰয়োগ কৰাত নিযুক্ত কৰিব॥৩৪॥ তাৰ পিছত এজন মন্ত্ৰীক তেওঁক ত্যাগ কৰাৰ (ত্যাগ কৰাৰ ভাও দিয়াব)॥৩৫॥ তেওঁৰ লৰা-তিৰোতা ধৰি আনি ৰাতি মাৰি পেলোৱা হ'ল বুলি প্ৰচাৰ কৰিব॥৩৬॥ তাৰ পিছত সেই মন্ত্ৰীজনে (শত্ৰুৰ ওচৰত) এজন এজনকৈ সিহঁতৰ (সেই অপৰাধীবোৰৰ) ভেদ ভাঙিব॥৩৭॥ সিহঁতে যদি

কোনো মতেই কৰে, তেওঁ সিহঁতক আটক নকৰিব॥৩৮॥ যদি অক্ষমতা প্ৰকাশ কৰে জব্দ কৰি ৰাখিব॥৩৯॥ (মন্ত্ৰীয়ে) শত্ৰুৰ বিশ্বাসত সোমাই (সন্ধৰ) মুখ্যজনৰপৰা নিজকে ৰক্ষা কৰিব লাগে বুলি এওঁক (শত্ৰুক) কব॥৪০॥ তাৰ পিছত মুখ্যজনক বধ কৰিবৰ কাৰণে শত্ৰুৱে পঠিওৱা আদেশ উভয় পক্ষৰ বেতনভোগী চোৰাংচোৱাৰ হতুৱাই জব্দ কৰাই ৰাখিব॥৪১॥

নাইবা, উৎসাহ-শক্তিসম্পন্নজনলৈ পত্ৰ প্ৰেৰণ কৰিব—'অমুকৰ ৰাজ্য দখল কৰা, আমাৰ সন্ধি (মিত্ৰতা) আগৰ দৰেই আছে'॥৪২॥ তেতিয়া গুপ্তচৰসকলে ইয়াক শত্ৰুৰ মাজত জব্দ কৰাব॥৪৩॥

(বিজিগীষুৰ এজেণ্টসকলে সন্ধৰ) কোনো এজনৰ ছাউনী, যোগান নাইবা মিত্ৰ-সৈন্য ধ্বংস কৰিব॥৪৪॥ অন্যবিলাকৰ লগত মিত্ৰতাৰ কথা কৈ তেওঁবিলাকে এনেকৈ প্ৰৰোচনা দিব—'তোমাক ইহঁতে ধ্বংস কৰিবলৈ বিচাৰিছে'॥৪৫॥

নাইবা, কোনো জনৰ প্ৰকৃষ্ট যোদ্ধা, হাতী বা ঘোঁৰা মৰিলে অথবা চোৰাংচোৱাৰ হতুৱাই মৰালে বা অপহৰণ কৰালে (অন্য) গুপ্তচৰে অইনে মাৰিছে বুলি ঘোষণা কৰিব॥৪৬॥ তেতিয়া অভিযুক্তজনলৈ চিঠি লিখিব—'এই কাম আৰু বেছিকৈ কৰিব, তেতিয়া নিৰ্দিষ্ট বিত্তৰ বাকী অংশ পাব'॥৪৭॥ উভয় পক্ষৰ বেতনভোগী গুপ্তচৰে এই চিঠি আটক কৰিব॥৪৮॥

(তেওঁবিলাক তেনেকৈ) বিভক্ত হলে এজনক হাত কৰিব॥৪৯॥

ইয়াৰ দ্বাৰাই সেনাপতি, কুমাৰ আৰু সৈন্যাধ্যক্ষৰ মনোমালিন্য ব্যাখ্যাত হ'ল॥৫০॥

সন্ধৰ কাৰণে বিহিত ভেদৰ (১১।১ চাওক) প্ৰয়োগ কৰিব॥৫১॥ ভেদ-কাৰ্য এয়েই॥৫২॥

গূঢ় পুৰুষসকলে উগ্ৰ, তেজস্বী, ব্যসনপ্ৰাপ্ত নাইবা দুৰ্গত অৱস্থিত শত্ৰুক অস্ত্ৰ, অগ্নি, বিহ আদিৰ দ্বাৰা নিধন কৰিব; অথবা, সহজসাধ্য কাৰণে তেওঁলোকৰ এজনে (এই কাম কৰিব)॥৫৩॥ কাৰণ, এজন গুপ্তঘাতকে অকলে অস্ত্ৰ, বিহ আৰু অগ্নিৰ যোগে (এনে উদ্দেশ্য) সাধন কৰিব পাৰে॥৫৪॥ এওঁ এটা সম্পূৰ্ণ সৈন্য-বাহিনীৰ কাৰ্য বা তাতকৈ অধিক কাৰ্য কৰে॥৫৫॥

এয়ে চাৰি উপায়ৰ সমূহ॥৫৬॥ ইয়াৰ পূৰ্বৰ পূৰ্বৰটো পাছৰ পাছৰটোতকৈ লঘু॥৫৭॥ সাম একগুণবিশিষ্ট॥৫৮॥ সাম-পূৰ্বক দান দুগুণ॥৫৯॥ সাম আৰু দানপূৰ্বক ভেদ ত্ৰিগুণ॥৬০॥ সাম, দান আৰু ভেদপূৰ্বক দণ্ড চাৰি গুণ॥৬১॥

আক্ৰমণকাৰীসকলৰ বিৰুদ্ধে কেনেকুৱা ব্যৱস্থা লব লাগে কোৱা হ'ল॥৬২॥

নিজৰ ৰাজ্যত থকাসকলৰ বিৰুদ্ধেও সেইবিলাক উপায়েই (প্ৰয়োজ্য)॥৬৩॥ অৱশ্যে, বিশেষ বিশেষ ব্যৱস্থাও আছে (যেনে:—)॥৬৪॥ নিজ ৰাষ্ট্ৰত থকাসকলৰ যি কোনো এজনৰ ওচৰলৈ জনাজাত মুখ্য দূতসকলক ঘনাই উপহাৰ সহ পঠিয়াব॥৬৫॥ তেওঁবিলাকে তেওঁক সন্ধিৰ কাৰণে নাইবা সন্ধৰ অন্য এজনক হত্যা কৰিবৰ কাৰণে প্ৰণোদিত কৰিব॥৬৬॥ যদি তেওঁ মান্তি নহয় তেতিয়া তেওঁলোকে ঘোষণা কৰিব—'আমি সন্ধি কৰিলোঁ'॥৬৭॥ উভয় পক্ষৰ বেতনভোগ কৰি থকা চোৰাংচোৱাসকলে এই কথা ঘোষণা কৰি কব—'তোমালোকৰ এই ৰজা দুষ্ট'॥৬৮॥

তেওঁবিলাকৰ (সন্ধৰ) যদি কাৰোবাৰ প্ৰতি কাৰোবাৰ ভয়, শত্ৰুতা বা হিংসা থাকে তেনেজনক সিজনৰপৰা এনেদৰে কৈ বিভক্ত কৰিব—'এওঁ আপোনাৰ শত্ৰুৰ লগত সন্ধি

কৰিছে, আগতে আপোনাক ঠগিছে, লৰালৰিকৈ সন্ধি কৰক আৰু তেওঁক ৰখাই ৰাখিবলৈ তৎপৰ হওক'॥৬৯॥

কন্যাগ্ৰহণ বা সম্প্ৰদানৰ যোগে সম্পৰ্ক স্থাপন কৰি (পৰস্পৰ) এনেকুৱা সম্পৰ্ক নথকা-সকলৰ মাজত বিভেদ সৃষ্টি কৰিব॥৭০॥

সামন্ত, আটৱিক, কুলৰ (ৰাজপাটৰ) দাবী কৰোঁতা, অননুগৃহীত যুৱৰাজ—এইবিলাকৰ যোগে তেওঁবিলাকৰ ৰাজ্য ধ্বংস কৰাব নাইবা বেপাৰৰ গাড়ী, গৰু-মহৰ পাল আৰু বন, নাইবা সহায়ৰ কাৰণে আগবাঢ়ি অহা সৈন্য ধ্বংস কৰাব॥৭১॥ আৰু জাতিৰ সম্বন্ধীবিলাকে পৰস্পৰৰ আশ্ৰয়ত তেওঁলোকক ছিদ্ৰ চাই আঘাত কৰিব আৰু গূঢ়পুৰুষবিলাকে অগ্নি, বিহ আৰু শস্ত্ৰেৰে প্ৰহাৰ কৰিব॥৭২॥

> আৰু, পৰামিশ্ৰ বিপদত (মিত্ৰ আৰু শত্ৰুৰে লগ লাগি সৃষ্টি কৰা বিপদত), তেওঁ (বিজিগীষুৱে) শঠৰ দৰে আচৰণ কৰি গাত আৱৰণ লৈ আৰু মাংসৰ প্ৰলোভন দি (চৰাই ধৰা) চিকাৰীৰ দৰে বিশ্বাস ওপজাই গোপন উপায়েৰে শত্ৰুক বধ কৰিব॥৭৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ অন্তৰ্গত "ৰাজদ্ৰোহী আৰু শত্ৰুৰে সৃষ্টি কৰা বিপদ" নামৰ ষষ্ঠ (আৰম্ভণিৰপৰা ১২৭তম) অধ্যায় সমাপ্ত॥

## সপ্তম অধ্যায়

### ১৪৫তম প্ৰকৰণ : সুবিধা, অসুবিধা আৰু অনিশ্চয়তাজনিত বিপদ
### ১৪৬তম প্ৰকৰণ : বিভিন্ন উপায়-প্ৰয়োগৰ দ্বাৰা এইবোৰৰ সমাধান

কাম আদি অমিতাচাৰবিলাকে নিজৰ প্ৰকৃতিবোৰক বিদ্ৰোহী কৰে, দুষ্ট নীতিয়ে বিদেশৰ প্ৰকৃতিবোৰক বিদ্ৰোহী কৰে॥১॥ এই উভয়েই আসুৰিক আচৰণ॥২॥ নিজৰ মানুহৰ বিকাৰেই বিদ্ৰোহ॥৩॥

শত্ৰুৰ উন্নতিৰ কাৰণবিলাকত আপদৰ্থ, অনৰ্থ আৰু সংশয় আহি পৰে॥৪॥

যি সুবিধা ল'ব নোৱাৰিলে শত্ৰুৰ সম্পদৰ কাৰণ হয়, ল'লেও শত্ৰুৰ প্ৰত্যাদেয় হয় (অৰ্থাৎ শত্ৰুৱে যাক পুনৰ কাঢ়ি লব পাৰে) আৰু যিটো গ্ৰহণ কৰি থকা অৱস্থাতে সম্পদৰ ক্ষেত্ৰত ক্ষতি আৰু ব্যয় কৰে সেয়ে আপদৰ্থ॥৫॥ যেনে—কোনো সামন্তৰ ব্যসনৰপৰা হোৱা লাভক আন সামন্তসকলৰ কাৰণে টোপস্বৰূপ হোৱা যি লাভ, বা শত্ৰুৰ প্ৰাৰ্থিত আৰু তেওঁবিলাকৰ সহজলভ্য লাভ, অথবা পৃষ্ঠবিদ্ৰোহৰ বাধা বা পৃষ্ঠশত্ৰুৰে লাভ কৰিবলৈ প্ৰতিদ্বন্দ্বিতা চলোৱা সন্মুখ-লাভ, নাইবা মিত্ৰৰ উচ্ছেদ বা সন্ধিৰ উলঙ্ঘন হোৱা কাৰণে ৰাজমণ্ডলৰ অননুমোদিত লাভ—এইবিলাকেই আপদৰ্থ (আপদীয়া লাভ)॥৬॥

নিজৰ পক্ষ নাইবা শত্ৰু-পক্ষৰপৰা হোৱা ভয়ৰ উৎপত্তিয়েই অনৰ্থ (অসুবিধা)॥৭॥

এই দুইৰ ভিতৰত 'এইটো সুবিধাজনক হয় নে নহয়?, এইটো অসুবিধা হয় নে নহয়?, এই সুবিধা (যথাৰ্থতে) অসুবিধা নেকি? আৰু এই অসুবিধাই (যথাৰ্থতে) সুবিধা

নেকি ?'—এয়ে সংশয় (অনিশ্চয়তা)॥৮॥ "শত্ৰুৰ মিত্ৰৰ গা উঠাই দিলে সুবিধা হ'ব নে নহয় ?" —এনেকুৱা ভাবেই সংশয়॥৯॥ টকা-কড়ি আৰু সম্মান যাচি শত্ৰুসৈন্যক আমন্ত্ৰণ কৰি অনাটো অসুবিধা হয় নে নহয় সেয়ে সংশয়॥১০॥ চুবুৰীয়া বলী ৰজাৰ ভূমি কাঢ়ি অনাটো লাভৰ কথা নে লোকচানৰ কথা ইয়াকে লৈ সংশয়॥১১॥ বলিষ্ঠ ৰজাৰ লগ লাগি যুদ্ধ কৰা অনৰ্থটো (অসুবিধাটো কেনেবাকৈ) সুবিধা হ'ব পাৰে নেকি ইও সংশয়॥১২॥ তাৰ ভিতৰত সুবিধাৰ (লাভৰ) সংশয় হলে আগবাঢ়িব॥১৩॥

সুবিধাক ধাৰাবাহিক ফল হিছাপে প্ৰদান কৰা সুবিধা, নিষ্ফল সুবিধা, অসুবিধাক ধাৰাবাহিক ফল হিছাপে প্ৰদান কৰা সুবিধা, সুবিধাক ধাৰাবাহিক ফল হিছাপে প্ৰদান কৰা অসুবিধা নিষ্ফল অসুবিধা, অসুবিধাক ধাৰাবাহিক ফল হিছাপে প্ৰদান কৰা অসুবিধা - এয়ে ফলাফল-ষড়্‌বৰ্গ॥১৪॥ (সম্মুখৰ) শত্ৰুক বিধ্বস্ত কৰি পাছৰ শত্ৰুক কাবু কৰাৰ ফল স্বৰূপে সুবিধাৰ পিছত সুবিধা হয়॥১৫॥ পুৰস্কাৰৰ প্ৰতিদান স্বৰূপে উদাসীন ৰজাক সৈন্যেৰে সহায় কৰা সুবিধা নিষ্ফল সুবিধা॥১৬॥ শত্ৰুৰ অন্তৰ্বৰ্তী ৰাজ্য (শত্ৰু আৰু নিজৰ দেশৰ মাজত থকা নিৰপেক্ষ ৰাজ্য) উচ্ছেদ কৰি যি সুবিধা পোৱা হয় তাৰ ফল স্বৰূপে অসুবিধাৰ পিছত অসুবিধা হয়॥১৭॥ টকা-কড়ি আৰু সৈন্যেৰে শত্ৰুৰ প্ৰতিবেশীক অনুগৃহীত কৰাৰ ফল স্বৰূপে যি অসুবিধা হয় তাৰ ফল স্বৰূপে সুবিধাৰ পিছত সুবিধা হয়॥১৮॥ দুৰ্বল ৰজাক উত্তেজিত কৰি বিৰত হোৱাটোৱেই নিষ্ফল অসুবিধা॥১৯॥ সবল ৰজাক উত্তেজিত কৰি বিৰত হোৱাৰ ফলত অসুবিধাৰ পিছত অসুবিধা হয়॥২০॥ এইবিলাকৰ ভিতৰত পূৰ্বৰ পূৰ্বৰটো পোৱাটো পাছৰ পাছৰটোতকৈ ভাল॥২১॥

এইদৰে কাৰ্যৰ (উদ্যমৰ) স্বৰূপ প্ৰতিপাদন কৰা হ'ল॥২২॥

চাৰিওফালৰপৰা একেলগে সুবিধাই দেখা দিলে কেউফালৰপৰা সুবিধাৰ বিপদ হয়॥২৩॥ আৰু সেইটোৱেই কেউফালৰপৰা সুবিধাৰ সংশয়স্বৰূপ হ'ব যদি পৃষ্ঠশত্ৰুৱে তাত প্ৰতিদ্বন্দ্বিতা কৰে॥২৪॥ এই দুই ক্ষেত্ৰত মিত্ৰ আৰু পৃষ্ঠমিত্ৰৰ সাহায্য লৈ কৃতকাৰ্যতা লাভৰ চেষ্টা কৰিব॥২৫॥

শত্ৰুৰপৰা কেউফালে ভয়ৰ উৎপত্তি হলে কেউফালৰপৰা 'অনৰ্থৰ বিপদ হয়॥২৬॥ আৰু তাতে যদি মিত্ৰপক্ষই প্ৰতিদ্বন্দ্বিতা কৰে তেতিয়া অনৰ্থ-সংশয়ৰ আপদ কেউফালৰপৰা আহি পৰে॥২৭॥ এই দুই ক্ষেত্ৰতে চলন্ত শত্ৰু আৰু পৃষ্ঠমিত্ৰৰ সাহায্য লৈ নাইবা পৰমিশ্ৰ (শত্ৰু-মিশ্ৰিত) বিপদৰ কাৰণে অনুমোদিত প্ৰতিকাৰ গ্ৰহণ কৰি সিদ্ধিলাভৰ চেষ্টা কৰিব॥২৮॥

এই ফালৰপৰাও লাভ, সেই ফালৰপৰাও লাভ—এনেকৈয়ে দুই ঠাইৰপৰা সুবিধা পোৱাৰ সম্ভাৱনাই সুবিধাৰ বিপদ॥২৯॥ এই ক্ষেত্ৰত, আৰু কেউফালৰপৰা সুবিধা পোৱাৰ বিপদত লাভৰ বিশিষ্ট গুণযুক্ত সুবিধা গ্ৰহণৰ অৰ্থে যুদ্ধ-যাত্ৰা কৰিব॥৩০॥ যদি লাভৰ গুণ তুল্য হয় তেওঁ সেই সুবিধাৰ অৰ্থে অভিযান কৰিব যিটো প্ৰধান, আসন্ন, অবিলম্বিত আৰু যিটো তেওঁৰ নাই॥৩১॥

ইয়াতো অসুবিধা, অন্য ঠাইতো অসুবিধা—এয়ে উভয় পক্ষত অসুবিধাৰ আপদ॥৩২॥ এই বিপদত আৰু কেউফালৰপৰা অহা বিপদত মিত্ৰপক্ষৰ যোগে সিদ্ধি বাঞ্ছা কৰিব॥৩৩॥ মিত্ৰৰ অভাৱত একালে হোৱা বিপদ প্ৰকৃতিসমূহৰ ভিতৰত যিটো অপ্ৰধান তাক সমৰ্পণ কৰি অতিক্ৰম কৰিব, দুই ফালৰ বিপদ এটা প্ৰধান প্ৰকৃতিক সমৰ্পণ কৰি অতিক্ৰম কৰিব আৰু কেউফালৰ বিপদ ৰাজ্য সমৰ্পণ কৰি প্ৰতিকাৰ কৰিব॥৩৪॥ যদি (তেনে কৰিবলৈ) সক্ষম নহয়, সকলো-

বিলাক এৰি গুচি যাব॥৩৫॥ কাৰণ, জীয়াই থকাজনক সিংহাসনত পুনৰ প্ৰতিস্থাপিত হোৱা দেখা যায়, যেনে সুৰাষ্ট্ৰ (নলৰজা) আৰু উদয়ন॥৩৬॥

এফালে লাভ হলে আৰু অন্যফালে ৰাজ্য আক্ৰমণ কৰিলে উভয়পক্ষীয় সুবিধা আৰু অসুবিধাৰ বিপদ হয়॥৩৭॥ তেনেকুৱা হলে, বিপদৰ প্ৰতিকাৰ কৰিব পৰা বস্তু গ্ৰহণ কৰিবৰ কাৰণে অভিযান কৰিব॥৩৮॥ নহলে ৰজাৰ ওপৰত হোৱা আক্ৰমণ প্ৰতিৰোধ কৰিব॥৩৯॥ ইয়াৰ দ্বাৰা কেউফালে হোৱা সুবিধা আৰু অসুবিধাৰ বিপদ ব্যাখ্যাত হ'ল॥৪০॥

যেতিয়া এফালে বিপদ, অন্যফালে সুবিধাৰ সংশয় হয়—এয়ে উভয়পক্ষত বিপদ আৰু সুবিধাৰ সংশয় (অৰ্থাৎ দুই ফালৰ এফালে বিপদ আৰু অন্যফালে সংশয়যুক্ত সুবিধা)॥৪১॥ ইয়াত প্ৰথমে বিপদ প্ৰতিৰোধ কৰিব আৰু তাৰ পিছতহে সন্দেহজনক সুবিধালৈ হাত মেলিব॥৪২॥ ইয়াৰ দ্বাৰা কেউফালে বিপদ আৰু সুবিধাৰ সংশয় ব্যাখ্যাত হ'ল॥৪৩॥

এফালে লাভ আৰু অন্যফালে বিপদৰ সংশয়—এয়ে লাভ আৰু বিপদৰ সন্দেহৰ আপদ॥৪৪॥ ইয়াৰ দ্বাৰা কেউফালে লাভ আৰু বিপদৰ সংশয়ৰ কথাও ব্যাখ্যাত হ'ল॥৪৫॥ সেই অৱস্থাত প্ৰকৃতিবিলাকৰ পাছৰ পাছৰটোতকৈ পূৰ্বৰ পূৰ্বৰটোক (যেনে অমাত্যৰ আগতে স্বামী, জনপদৰ আগত অমাত্য) সম্ভাব্য বিপদৰপৰা উদ্ধাৰ কৰিবলৈ যত্ন কৰিব॥৪৬॥ কাৰণ, সৈন্য বিপদৰ সংশয়ত পৰাতকৈ মিত্ৰ পৰাই ভাল; তেনেকৈয়ে (সৈন্য আৰু কোশৰ ভিতৰত) সৈন্য বিপদৰ সংশয়ত পতিত হোৱাই শ্ৰেয়ঃ, কোশ নহয়॥৪৭॥ যদি সমূহপ্ৰকৃতিক মুক্ত কৰিব নোৱাৰি প্ৰকৃতিৰ কিছু অংশ মুক্ত কৰিবৰ কাৰণে চেষ্টা কৰিব॥৪৮॥ আকৌ, প্ৰকৃতিসমূহৰ ভিতৰত যিবোৰ মানুহক লৈ গঠিত তাৰ মাজৰপৰা তীক্ষ্ন (উগ্ৰ স্বভাৱৰ বা ফন্দিয়ক মানুহক) আৰু লুভীয়া লোকক বাদ দি যিটোত মানুহৰ সংখ্যাধিক্য আছে বা অনুৰক্ত লোক আছে তাক আৰু দ্ৰব্য-প্ৰকৃতিসমূহৰ মূল্যৱানটোক আৰু মহা উপকাৰীটোক (তেওঁ উদ্ধাৰ কৰিব)॥৪৯॥ সন্ধি কৰি বা আসন কৰি (মনে মনে বহি থাকি) বা দ্বৈত-নীতিৰ যোগে ক্ষুদ্ৰ প্ৰকৃতিক উদ্ধাৰ কৰিব; (ইয়াৰ) ওলোটা উপায়েৰে গুৰু প্ৰকৃতিক উদ্ধাৰ কৰিব॥৫০॥ আৰু ক্ষতি, স্থিতাৱস্থা আৰু সমৃদ্ধিৰ ভিতৰত পূৰ্বৰ পূৰ্বৰটোতকৈ পাছৰ পাছৰটো পাবলৈ বাঞ্ছা কৰিব॥৫১॥ নাইবা, বিশেষ ফললৈ লক্ষ্য ৰাখি ক্ষতি আদিক বিপৰীত ক্ৰমেৰে গ্ৰহণ কৰিব পাৰে॥৫২॥

এনেকৈয়ে বিপদসমূহৰ স্থান নিৰ্দেশ কৰা হ'ল॥৫৩॥

ইয়াৰ দ্বাৰা অভিযানৰ আদি, মধ্য আৰু অন্তত হোৱা লাভ, বিপদ আৰু সংশয়ৰ ব্যাখ্যা দিয়া হ'ল॥৫৪॥

লাভ, বিপদ আৰু সংশয়ৰ ফল তাৎকালিক হেতুকে অভিযানৰ আদিতে লাভ বা সুবিধা গ্ৰহণ কৰিব পাৰিলে ভাল, কাৰণ ই পাৰ্ষ্ণিগ্ৰাহ আৰু তেওঁৰ মিত্ৰক প্ৰতিঘাত কৰাত আৰু লোকচান, খৰচ আৰু অভিযানৰ ক্ষতিপূৰণ প্ৰত্যুদ্ধাৰ কৰাত আৰু দেশৰ প্ৰতিৰক্ষাত সহায়ক হয়॥৫৫॥ তেনেকৈয়ে বিপদ বা সংশয় নিজৰ ৰাজ্যত থকাজনৰ কাৰণে সহনীয় হয়॥৫৬॥

অভিযানৰ মাজত হোৱা লাভ, বিপদ আৰু সংশয়প্ৰাপ্তি ইয়াৰ দ্বাৰা ব্যাখ্যাত হ'ল॥৫৭॥ অভিযানৰ অন্তত দুৰ্বল বা উচ্ছেদ কৰিব লগীয়া শত্ৰুক দুৰ্বল বা উচ্ছেদ কৰি লাভ গ্ৰহণ কৰাই ভাল, বিপদ বা সংশয়প্ৰাপ্ত নোহোৱাই ভাল, কাৰণ শত্ৰুৰপৰা বিপদৰ ভয় থাকে॥৫৮॥ ৰাজসংঘৰ নেতৃত্ব গ্ৰহণ নকৰাজনৰ পক্ষে অভিযানৰ মাজত বা শেষত বিপদ নাইবা সংশয়ৰ সমুখীন হোৱা ভাল, কাৰণ ই নিৰ্বিশেষে সকলোকে স্পৰ্শ কৰে॥৫৯॥

অৰ্থ, ধৰ্ম, কাম—এয়ে অৰ্থ-ত্ৰিবৰ্গ॥৬০॥ ইয়াৰ পূৰ্বৰ পূৰ্বটো পাছৰ পাছৰটো পোৱাতকৈ ভাল॥৬১॥

অনৰ্থ, অধৰ্ম, শোক—এয়ে অনৰ্থ-ত্ৰিবৰ্গ॥৬২॥ ইয়াৰ পাছৰ পাছৰটোতকৈ পূৰ্বৰ পূৰ্বটোৰ প্ৰতিকাৰ কৰা ভাল॥৬৩॥

'অৰ্থ নে অনৰ্থ?' 'ধৰ্ম নে অধৰ্ম?', 'কাম নে শোক?'—এয়ে সংশয়-ত্ৰিবৰ্গ॥৬৪॥ ইয়াৰ (প্ৰত্যেকৰ ক্ষেত্ৰতে) পাছৰটোক দমন কৰি পূৰ্বৰটো লাভ কৰা ভাল॥৬৫॥

এইদৰে (বিপদৰ) কালৰ ব্যৱস্থাপন কৰা হ'ল॥৬৬॥

এইদৰে বিপদ নামৰ বিষয়টোৰ (আলোচনা) শেষ হ'ল॥

এইবিলাক অতিক্ৰম কৰাৰ উপায়বোৰ (তলত দিয়া হ'ল)॥৬৭॥

পুত্ৰ, ভ্ৰাতৃ আৰু বন্ধুৰপৰা (বিপদ হলে) সাম আৰু দানৰ যোগে, নগৰবাসীৰ, গাওঁবাসীৰ আৰু সৈন্যৰ নায়কসকলৰপৰা (বিপদ হলে) দান আৰু ভেদৰ যোগে, সামন্ত আৰু আটৱিকৰপৰা (বিপদ হলে) ভেদ আৰু দণ্ডৰ যোগে॥৬৮॥ এইটোৱেই অনুলোম নীতি, বিপৰীতে প্ৰতিলোম॥৬৯॥

মিত্ৰ আৰু শত্ৰুৰ ক্ষেত্ৰত মিশ্ৰিত উপায়ত সিদ্ধিলাভ হয়॥৭০॥ (কাৰণ) উপায়বিলাক পৰস্পৰ সহায়ক॥৭১॥

শত্ৰুৱে সন্দেহ কৰা অমাত্যসকলৰ ক্ষেত্ৰত সাম প্ৰয়োগ কৰিলে, আনবোৰ উপায় প্ৰয়োগ কৰাৰ প্ৰয়োজন নাথাকে; ৰাজদ্ৰোহী অমাত্যৰ ক্ষেত্ৰত দান, ৰাজসংঘৰ ক্ষেত্ৰত ভেদ আৰু শক্তিমন্তসকলৰ ক্ষেত্ৰত দণ্ড প্ৰয়োগ কৰিলে আনবোৰ উপায় প্ৰয়োগ কৰাৰ প্ৰয়োজন নাথাকে॥৭২॥

বিপদৰ গুৰুত্ব আৰু লঘুত্ব অনুসৰি (উপায়বিলাকৰ প্ৰয়োগত) নিয়োগ, বিকল্প আৰু সমুচ্চয় হয়॥৭৩॥ এইটো উপায়হে প্ৰযোজ্য, অন্য নহয়—এয়ে নিয়োগ॥৭৪॥ এইটো উপায়েৰে বা অন্য উপায়েৰে—এয়ে বিকল্প॥৭৫॥ এইটোৰে আৰু অন্যেৰে—এয়ে সমুচ্চয়॥৭৬॥

এই উপায়বোৰৰ ভিতৰত এবাৰত এটা এটাকৈ প্ৰয়োগ কৰিলে চাৰি বাৰ হয়, সেইদৰে তিনিটা তিনিটাকৈ প্ৰয়োগ কৰিলেও চাৰি বাৰ হয়, দুটা দুটাকৈ প্ৰয়োগ কৰিলে ছয় বাৰ হয়; চাৰিওটা একে সময়তে প্ৰয়োগ কৰিলে এবাৰ হয়॥৭৭॥ এনেকৈয়ে পোন্ধৰ (প্ৰকাৰে উপায় প্ৰয়োগ কৰিব পাৰি)॥৭৮॥ উপায়বোৰৰ ওলোটা প্ৰয়োগো পোন্ধৰ প্ৰকাৰ হয়॥৭৯॥

ইয়াৰে এটা উপায়ৰ যোগে সিদ্ধি একসিদ্ধি, দুটাৰে দ্বিসিদ্ধি, তিনিটাৰে ত্ৰিসিদ্ধি, চাৰিটাৰে চতুঃসিদ্ধি (লাভ হয়)॥৮০॥ যিহেতু ধৰ্মৰ মূলতে আছে অৰ্থ আৰু যিহেতু ই কামৰ ফলপ্ৰদায়ক, অৰ্থৰ যোগে ধৰ্ম, অৰ্থ আৰু কামৰ যি সিদ্ধি সি সৰ্বাৰ্থসিদ্ধি॥৮১॥

এয়ে সিদ্ধি (বিপদৰ হাত সাৰিবৰ উপায়)॥

অগ্নি, বানপানী, বেমাৰ, সংক্ৰামক ৰোগ, আতঙ্ক, দুৰ্ভিক্ষ, আসুৰী সৃষ্টি (এন্দুৰ, সাপ, ভূত-প্ৰেত আদি)—এইবিলাক দৈৱী বিপদ॥৮২॥ দেৱতা আৰু ব্ৰাহ্মণক প্ৰণিপাত কৰিলে এইবিলাকৰ খণ্ডন হয়॥৮৩॥

অতিবৃষ্টি, অনাবৃষ্টি, আসুৰীসৃষ্টি—এইবিলাক বিপদ বুলি আছে
ইহঁতৰ প্ৰতিকাৰৰ উপায় হৈছে অথৰ্ববেদ-বিহিত কৰ্ম আৰু সিদ্ধ পুৰুষ-
সকলৰ প্ৰচেষ্টা॥৮৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য" নামৰ নৱম অধিকৰণৰ অন্তৰ্গত "সুবিধা, অসুবিধা আৰু অনিশ্চয়তাজনিত বিপদ,", "বিভিন্ন উপায় প্ৰয়োগৰ দ্বাৰা এইবোৰৰ সমাধান" নামৰ সপ্তম (আৰম্ভণিৰপৰা ১২৮তম) অধ্যায় সমাপ্ত॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ 'অভিযান কৰিবলৈ ওলোৱা ৰজাৰ কাৰ্য' নামৰ নৱম অধিকৰণ সমাপ্ত॥

# দশম অধিকৰণ

## সংগ্ৰামিক ( যুদ্ধ-সম্পৰ্কীয় )

## প্ৰথম অধ্যায়

### ১৪৭তম প্ৰকৰণ : শিবিৰ-স্থাপন

বিপদৰ সময়ত আৰু সৈন্যই বিশ্ৰাম লব লগীয়া হলে স্থাপত্যবিদসকলৰ দ্বাৰা অনুমোদিত স্থানত নায়ক, তক্ষক (মিস্ত্ৰি) আৰু দৈৱজ্ঞসকলে বৃত্তাকাৰ, আয়তাকাৰ নাইবা বৰ্গক্ষেত্ৰাকাৰ নাইবা সেই ভূমিখণ্ডৰ গঠন অনুসৰি যি কোনো আকৃতিৰ চাৰিখন তোৰণ, ছটা বাট আৰু নটা বিভাগ থকা খাল, দেৱাল, গড়, দুৱাৰ আৰু মিনাৰযুক্ত শিবিৰ নিৰ্মাণ কৰাব॥১॥

মাজভাগৰপৰা উত্তৰফালে নৱমাংশত এশ ধনুঃ দীঘল আৰু তাৰ আধা বহল ৰাজ-ভৱন আৰু পশ্চিম অৰ্ধত ৰাজ-অন্তঃপুৰ নিৰ্মাণ কৰাব॥২॥ পহৰাদাৰী সৈন্যবিলাক প্ৰান্তভাগত ৰাখিব॥৩॥ সমুখত ৰাজচ'ৰা, সোঁফালে কোশ-গৃহ আৰু শাসন-কাৰ্যালয় আৰু বাওফালে ৰজাৰ ব্যৱহাৰ্য হস্তী, অশ্ব আৰু ৰথৰ স্থান (নিৰ্মাণ কৰাব)॥৪॥

ইয়াৰপৰা পৰস্পৰ এশ ধনুঃ আঁতৰত গাড়ী, কাঁইটীয়া ডাল, খুটা আৰু দেৱালযুক্ত চাৰি খণ্ড ঘেৰি থোৱা ঠাই (নিৰ্মাণ কৰাব)॥৫॥

সন্মুখত প্ৰথম খণ্ডত মন্ত্ৰী আৰু পুৰোহিত (থাকিব), সোঁফালে খাৰঘৰ আৰু ৰন্ধনশালা আৰু বাঁওফালে বন্যসম্পদ-গৃহ আৰু অস্ত্ৰাগাৰ (নিৰ্মাণ কৰাব)॥৬॥ দ্বিতীয় খণ্ডত মৌল সৈন্য আৰু ভৰণীয়া সৈন্য, অশ্বাৰোহী, ৰথী আৰু সেনাপতিৰ (আবাসগৃহ নিৰ্মাণ কৰাব)॥৭॥ তৃতীয় খণ্ডত হাতী, শ্ৰেণীসৈন্য আৰু প্ৰশাস্তাৰ (নিবাস প্ৰস্তুত কৰাব)॥৮॥ চতুৰ্থ খণ্ডত শ্ৰমিকসংস্থাৰ, সেনানায়কৰ আৰু নিজ নিজ বিষয়াৰ দ্বাৰা প্ৰশাসিত মিত্ৰ, অমিত্ৰ আৰু আটৱিক সৈন্যৰ (শিবিৰ নিৰ্মাণ কৰাব)॥৯॥ সদাগৰ আৰু গণিকাৰ বাসগৃহ ৰাস্তাৰ কাষে কাষে কৰাব॥১০॥

বাহিৰত ঢোল আৰু জুইৰে সৈতে ব্যাধ আৰু চিকাৰীৰ আৰু গুপ্ত ৰক্ষীপুৰুষসকলৰ (শিবিৰ কৰাব)॥১১॥

শত্ৰুৰ আগবঢ়া বাটত (গুপ্ত) কুঁৱা, গাত আৰু কাঁইটীয়া তাঁৰ স্থাপন কৰাব॥১২॥

অষ্টাদশ-বৰ্গৰ সৈন্যৰ আৰক্ষীৰ সালসলনি কৰিব॥১৩॥ গোপন বাৰ্তা বহনৰ ওপৰত চকু ৰাখিবৰ কাৰণে দিনতো প্ৰহৰী ৰাখিব॥১৪॥

বিবাদ, মদ্যপান, উৎসৱ আৰু জুৱাখেল বাৰণ কৰিব আৰু মুদ্ৰা (সাঁচ বা মোহৰ) সুৰক্ষিত কৰিব॥১৫॥

লিখিত আদেশ নোহোৱাকৈ সৈন্যদল এৰি অহা যোদ্ধাক শূন্যপালে (ৰাজ-প্ৰতিনিধিয়ে) আটক কৰিব॥১৬॥

প্ৰশস্তাই বাটেৰে আগবাঢ়ি গৈ মিস্ত্ৰি আৰু শ্ৰমিকৰ যোগে ৰক্ষণৰ আৰু পানীৰ ব্যৱস্থা সম্পূৰ্ণৰূপে কৰাব॥১৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "সাংগ্ৰামিক" নামৰ দশম অধিকৰণৰ অন্তৰ্গত "শিবিৰ-স্থাপন" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১২১তম) অধ্যায় সমাপ্ত॥

# দ্বিতীয় অধ্যায়

## ১৪৮তম প্ৰকৰণ : শিবিৰৰপৰা যাত্ৰা

## ১৪৯তম প্ৰকৰণ : বিপদ আৰু আক্ৰমণৰ সময়ত সৈন্যৰক্ষণ

গাঁই, খৰি আৰু পানীৰ যোগান অনুসৰি গাওঁ আৰু অৰণ্য অঞ্চলত বাটত যোৱাৰ আৰু স্থান, আসন আৰু গমনৰ কাল হিছাপ কৰি অভিযান আৰম্ভ কৰিব॥১॥ তাৰ আৱশ্যকতা পূৰণ কৰিব পৰাকৈ দুগুণ আহাৰ আৰু উপকৰণ পৰিবহন কৰাব॥২॥ (তেনেকৈ যোগাৰ কৰিবলৈ) সক্ষম নহলে সৈন্যক ভাৰ দিব, নহলে সময়ে সময়ে আহৰণ কৰিব॥৩॥

সম্মুখত সেনা-নায়ক, মাজত তিৰোতা মানুহ আৰু ৰজা, দুই কাষে বাহুৰে প্ৰতিবন্ধক জন্মাব পৰাকৈ অশ্বাৰোহী সৈন্য, সৈন্যৰ শেষত হাতী নাইবা আক্ৰমণকাৰী সৈন্য আৰু পাছত সেনাপতি যাব আৰু সাময়িক অৱস্থান কৰিব॥৪॥

প্ৰৱৰ্তনৰ উপায় কেউফালে হাবিৰপৰা গ্ৰহণ কৰাই প্ৰসাৰ॥৫॥ নিজ দেশৰপৰা (দ্ৰব্য-সম্ভাৰৰ) যোগানেই বীবধ॥৬॥ মিত্ৰ-বলেই (মিত্ৰ সৈন্যৰ দ্বাৰা ক্ষীণ বল পূৰণ) আসাৰ॥৭॥ তিৰোতা মানুহ বখা ঠাইক অপসাৰ বোলে॥৮॥

সম্মুখ আক্ৰমণত মকৰ-ব্যূহ, পৃষ্ঠ-আক্ৰমণত বথ-ব্যূহ, পাৰ্শ্ব-আক্ৰমণত বজ্ৰ-ব্যূহ, চাৰিওফালৰ আক্ৰমণত সৰ্বতোভদ্ৰ-ব্যূহ আৰু য'ত কেৱল এটাৰ পাছত এটাকৈ শাৰী পাতিহে যাব পাৰি তাত সূচী-ব্যূহ (বেজী) কৰি (১।১০।৬ চাওক) যাত্ৰা কৰিব॥৯॥ দুটা বৈকল্পিক ৰাস্তা হ'লে নিজৰ সুবিধাৰ ঠাই অনুসৰি গমন কৰিব॥১০॥ কাৰণ, নিজৰ উপযুক্ত যুদ্ধ-ক্ষেত্ৰত থকাসকলে তেনে ভূমিত নথকাসকলক সফলভাৱে প্ৰতিৰোধ কৰিব পাৰে॥১১॥

এক যোজন গমন অধম, এক আৰু আধা যোজন মধ্যম, দ্বিযোজন উত্তম নাইবা গমনৰ নিৰিখ (ৰজাৰ) যি ৰকমেই সম্ভৱ হয় (সেয়ে ভাল)॥১২॥

যেতিয়া (শত্ৰুক) আশ্ৰয় দিয়া নাইবা (নিজৰ) সমৃদ্ধিশালী ভূমি ধ্বংস কৰা পৃষ্ঠ-শত্ৰুৰ বিৰুদ্ধে, (সিহঁতৰ) মিত্ৰ-বলৰ বিৰুদ্ধে, নাইবা মধ্যম বা উদাসীন ৰজাৰ বিৰুদ্ধে ব্যৱস্থা লব লগীয়া হয়, যেতিয়া সঙ্কটৰ পথ মুকলি কৰিব লগীয়া হয়, যেতিয়া কোশ, সৈন্যবাহিনী, মিত্ৰ-সৈন্য, বিদেশী-সৈন্য আৰু আটৱিক সৈন্যৰ কাৰণে আৰু শ্ৰমিক বা উপযুক্ত সময়ৰ কাৰণে প্ৰতীক্ষা কৰিব লগীয়া হয়, (আৰু যদি এনেবোৰ ভাব থাকে)—'(শত্ৰুৰ) দুৰ্গ-ৰক্ষাৰ কৰ্মৰ, পৰ্নুজৰ আৰু প্ৰতিৰক্ষাৰ সাৱধানতাৰ অৱনতি ঘটিব, শত্ৰুৰ ক্ৰীত সৈন্য নাইবা মিত্ৰ-সৈন্য নিৰুৎসাহ হৈ পৰিব, গুপ্ত প্ৰৰোচকবোৰে অতি খৰখেদাকৈ কাম কৰিব পৰা নাই, নাইবা শত্ৰুৱে মোৰ উদ্দেশ্য পূৰণ কৰিব,' তেতিয়া লাহে লাহে যাত্ৰা কৰিব আৰু ইয়াৰ বিপৰীত হলে শীঘ্ৰে অভিযান কৰিব॥১৩॥

হাতী, খুটাৰ দলং, মথাউৰি, নাও, কাঠ আৰু বাঁহৰ ভুৰ, অলাবু (ভাওৰ ভাওৰ লাও), চামৰাৰ পাচি, ছাল, তৰী, গোটা কাঠ আৰু বৰী—এইবোৰৰ সহায়েৰে তেওঁ তেওঁৰ সৈন্যক পানীৰ ওপৰেদি পাৰ কৰাব॥১৪॥ পাৰ হোৱা ঠাই (শত্ৰুৰ দ্বাৰা) গৃহীত হলে নিশাৰ ভিতৰতে আন ঠাইৰে হাতী আৰু ঘোঁৰাৰে সৈন্য পাৰ কৰাই জোপ লৈ থাকিব॥১৫॥

পানী নাইকিয়া ঠাই হ'লে গাড়ী আৰু জন্তুৰ যোগে বাটৰ দৈৰ্ঘ্য আৰু সিহঁতৰ শক্তি অনুসৰি পানী কঢ়িওৱাব॥১৬॥

দীৰ্ঘযাত্ৰাত ডাঙৰ হাবিৰ মাজত পানী নোপোৱা অৱস্থাত, ঘাঁহ, খৰি আৰু খোৱা-পানী

নাইকিয়া অৱস্থাত, দুৰ্গম পথ অতিক্ৰম কৰিব লগীয়া হলে, আক্ৰমণৰ দ্বাৰা বিচ্ছিন্ন হলে, ভোক-পিয়াহত ক্লান্ত আৰু পথশ্ৰান্ত হলে, গভীৰ বোকা-পানী থকা নৈ পাৰ হওঁতে, অধিত্যকা আৰু পৰ্বত আৰোহণ-অৱৰোহণ কৰোঁতে, একবাট পথত (সৈন্যদল এশাৰীকৈ যাব পৰা বাটত) হেঁচা-চেপাত পৰিলে, পৰ্বতীয়া থলা-বমা ঠাইত, ঠেক ঠাইত, নিৱেশত (অৱস্থানত) বা প্ৰস্থানত যুদ্ধৰ সামগ্ৰী নাইকিয়া হলে, ভোজন কৰি থকা অৱস্থাত, দীঘলীয়া ভ্ৰমণ কৰি ক্লান্ত হৈ থকা অৱস্থাত, সুপ্ত অৱস্থাত, ব্যাধি, সংক্ৰামক বেমাৰ আৰু দুৰ্ভিক্ষৰ দ্বাৰা পীড়িত অৱস্থাত, পদাতিসৈন্য, ঘোঁৰা আৰু হাতীৰ বেমাৰত, অনভ্যস্ত ভূমিত (দেশত) নাইবা সৈন্যৰ বিপদত নিজৰ সৈন্যক ৰক্ষা কৰিব, আৰু (এনেকুৱা অৱস্থাত) শত্ৰুসৈন্যক আঘাত কৰিব॥১৭॥

একবাট পথত প্ৰস্থান কৰা সেনা, ঘাঁহ, আহাৰ, প্ৰস্তুত শয্যা, বন্ধা চোকা, নিচান আৰু অস্ত্ৰৰ সংখ্যা গণনা কৰি শত্ৰুৰ সৈন্য-বলৰ জ্ঞান হয় (বা পাব পাৰি)॥১৮॥ সেই সকলোবিলাক নিজৰ বেলিকা গোপন কৰি ৰাখিব॥১৯॥

> অপসৰণ কৰিব পৰাৰ নাইবা সংৰক্ষিত সৈন্য-বাহিনী ৰখাৰ উপায় থকা পৰ্বত-দুৰ্গ বা বন-দুৰ্গ পৃষ্ঠত ৰাখি তেওঁ যুদ্ধ কৰিব আৰু নিজৰ উপযুক্ত স্থানত নিৱেশ কৰিব॥২০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "সাংগ্ৰামিক" নামৰ দশম অধিকৰণৰ অন্তৰ্গত "শিবিৰৰপৰা যাত্ৰা", আৰু "বিপদ আৰু আক্ৰমণৰ সময়ত সৈন্যৰক্ষণ" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ১৩০তম) অধ্যায় সমাপ্ত॥

# তৃতীয় অধ্যায়

## ১৫০তম প্ৰকৰণ : বিভিন্ন কূটনৈতিক যুদ্ধ
## ১৫১তম প্ৰকৰণ : নিজৰ সৈন্যক উৎসাহ প্ৰদান
## ১৫২তম প্ৰকৰণ : নিজ সৈন্যেৰে শত্ৰুসৈন্যৰ প্ৰতিবোধ

সৈন্যশক্তিত বিশিষ্ট হলে, গুপ্ত প্ৰৰোচনা সম্পূৰ্ণ কৰি আৰু সময়ৰ অসুবিধাৰ প্ৰতিবিধান কৰি নিজৰ সুচল ঠাইত প্ৰকাশ্য যুদ্ধত অৱতীৰ্ণ হব॥১॥ (আৰু) ইয়াৰ ওলোটা হলে কূটযুদ্ধ কৰিব॥২॥

শত্ৰুৰ সৈন্য বিপন্ন হলে নাইবা আক্ৰমণৰ উপযুক্ত সময় হলে বা নিজে যেতিয়া সুবিধাজনক ঠাইত থাকে আৰু শত্ৰু অসুবিধাজনক ঠাইত থাকে, নাইবা শত্ৰু সুবিধাজনক ঠাইত থাকিলেও যদি তেওঁ (নিজে) প্ৰকৃতিবিলাকৰ সমৰ্থন পায়, তেতিয়া শত্ৰুক প্ৰহাৰ কৰিব॥৩॥

ৰাজদ্ৰোহী, বিদেশী আৰু আটবিক সৈন্যৰ হাতত নিজৰ পৰাজয়ৰ ভাও জুৰি, (যেদি অহা) শত্ৰু যেতিয়া অসুবিধাজনক ঠাইত উপস্থিত হব তেতিয়া তেওঁ আক্ৰমণ কৰিব॥৪॥

(শত্ৰু) সৈন্য সংহত হলে হাতীৰে ভিন্ন কৰিব॥৫॥

আগতে পৰাজয়ৰ ভাও দিয়া হেতুকে পাছে পাছে খেদি অহা আৰু তেনেকৈ আহোঁতে ভাগি পৰা শত্ৰুক নিজে ভাগি নপৰা অৱস্থাত থাকি ঘূৰি আঘাত কৰিব॥৬॥

নাইবা, সন্মুখত আক্ৰমণ কৰোঁতে লব মৰা বা পৰাঙ্মুখ হোৱা শত্ৰুক পাছফালৰপৰা হাতী আৰু ঘোঁৰাৰ দ্বাৰা আক্ৰমণ কৰাব॥৭॥ পৃষ্ঠত আক্ৰমণ কৰোঁতে লব মৰা বা পৰাঙ্মুখ

হোৱা শত্ৰুক সম্মুখত বলী সৈন্যেৰে আঘাত কৰিব॥৮॥ ইয়াৰ দ্বাৰা পাৰ্শ্বত কৰা আঘাত সম্পৰ্কেও ব্যাখ্যা কৰা হ'ল॥৯॥ নাইবা, য'তে (শত্ৰুৰ) ৰাজদ্ৰোহী বা দুৰ্বল সৈন্য থাকিব তাতে আঘাত কৰিব॥১০॥

সম্মুখৰ ফালে অসমান ভূমি হ'লে পৃষ্ঠদেশত আক্ৰমণ কৰিব॥১১॥ পাছফালে খলা-বমা হলে সম্মুখত আক্ৰমণ কৰিব॥১২॥ এক পাৰ্শ্বত খলা-বমা ভূমি হলে অন্য পাৰ্শ্বৰপৰা আঘাত কৰিব॥১৩॥

ৰাজদ্ৰোহী সৈন্য, বিদেশী সৈন্য আৰু আটবিক সৈন্যৰ লগত শত্ৰুক প্ৰথমতে যুঁজাই অৱসন্ন কৰি নিজে তেজী হৈ থাকি আক্ৰমণ কৰিব॥১৪॥

অথবা, ৰাজদ্ৰোহী সৈন্যৰ দ্বাৰা নিজে পৰাজিত হোৱাৰ বিশ্বাস ওপোজাই 'জয় কৰিলো-হ'ক' বুলি ভবা শত্ৰুক নিজে হুঁচিয়াৰ হৈ খাপ লৈ থাকি আঘাত কৰিব॥১৫॥

বেপাৰীৰ দল, গৰুৰ জাক, শিবিৰ আৰু যান-বাহন লুট কৰি অন্যমনস্ক হৈ থাকোঁতে নিজে সতৰ্ক হৈ (শত্ৰুক) আক্ৰমণ কৰিব॥১৬॥

নাইবা, বলী সৈন্যক দুৰ্বল সৈন্যেৰে আঁৰ কৰি শত্ৰুৰ বীৰসকলৰ মাজত সোমাই আঘাত কৰিব॥১৭॥

অথবা, গৰু-ম'হ কাঢ়ি লোৱাৰ বা (বনৰীয়া) জন্তুৰ চিকাৰৰ প্ৰতি শত্ৰুৰ বোন্ধাক প্ৰলুব্ধ কৰি গোপন ঠাইত লুকাই থাকি আঘাত কৰিব॥১৮॥

নাইবা, ৰাতি অতৰ্কিত আক্ৰমণ কৰি (শত্ৰু-সৈন্যক) উজাগৰে ৰাখি নিদ্ৰাক্ৰান্ত বা নিদ্ৰা-মগ্ন হৈ থাকোঁতে দিনত সিহঁতক হত্যা কৰিব॥১৯॥

নাইবা, ভৰিত চামৰাৰ মোনা পিন্ধোৱা হাতীৰে ৰাতি শুই থাকোঁতে আক্ৰমণ কৰিব॥২০॥

গোটেই দিনটো যুদ্ধৰ কাৰণে সন্তপ্ত হৈ থকাৰ কাৰণে ভাগৰি পৰিলে আবেলি আঘাত কৰিব॥২১॥

অথবা, ঘূৰণীয়া শিলগুটি ভৰোৱা শুকান ছালৰ মোনা কাঢ়িয়াই নিয়া আৰু (সেই কাৰণে) ভয় পোৱা গৰু, ম'হ আৰু উটৰ (জাকৰ) যোগে (শত্ৰুৰ) হাতী আৰু ঘোঁৰা অকামিলা হোৱাত পৰাজিত হৈ ছত্ৰভঙ্গ দিয়া শত্ৰুক নিজে অখণ্ডিত থাকি আঘাত কৰিব॥২২॥

নাইবা, বেলিৰ ফালে মুখ কৰা বা বতাহৰ ফালে মুখ কৰা সকলো প্ৰকাৰ সৈন্যক আঘাত কৰিব॥২৩॥

মৰুভূমি, হাবি, দুৰ্গম বাট, বোকাযুক্ত ঠাই, পাহাৰ, দ ঠাই, অসমান ঠাই, নাও, গৰুৰ পাল, গাড়ীৰ জুম, কুঁৱলী আৰু ৰাতি—এইবিলাকেই (জপিয়াই পৰি আক্ৰমণ কৰিবৰ কাৰণে) গোপনীয় ঠাই॥২৪॥

আগতে উল্লেখ কৰা আক্ৰমণৰ সময়বিলাকেই (১০.২.১৭) কূটযুদ্ধৰো সময়॥২৫॥

নিৰ্দিষ্ট কালত আৰু সময়ত কৰা মুকলি যুদ্ধই ধৰ্ম-যুদ্ধ॥২৬॥

সৈন্যাৰ্থিনিক সমবেত কৰি ক'ব—'আপোনালোকৰ দৰেই মৰো বেতনভোগী, আপোনা-লোকৰ লগত এই ৰাজ্য ভোগ কৰিব লাগিব, মোৰ উপদেশ অনুসৰি শত্ৰুক আঘাত কৰিব'॥২৭॥

দক্ষিণা প্ৰদান কৰি সমাপ্ত কৰা যজ্ঞৰ অন্তিম স্নানৰ প্ৰসঙ্গত বেদতো কোৱা হৈছে—"বীৰসকলৰ যি গতি সেয়ে তোমাৰো"॥২৮॥ এই প্ৰসঙ্গত দুটা শ্লোক কথিত আছে॥২৯॥

'বহু যজ্ঞ, তপস্যা আৰু সংপাত্ৰত দান আদিৰ যোগে স্বৰ্গকামী ব্ৰাহ্মণ-
সকল যি লোকলৈ যায়, সুযুদ্ধত প্ৰাণ পৰিত্যাগ কৰা বীৰসকলে পলকতে
সেই লোক অতিক্ৰম কৰে (অৰ্থাৎ তাতোকৈ উৰ্ধ্বলোকলৈ গতি কৰে)'॥৩০॥

'স্বামীৰ অন্নৰ বিনিময়ত যিয়ে যুদ্ধ নকৰে, নতুন, জলপূৰ্ণ,
সুসংস্কৃত, কুশৰ উত্তৰীয়েৰে আবৃত পাত্ৰ যেন তেওঁৰ ভাগত নপৰে আৰু
তেওঁৰ যেন নৰকলৈ গতি হয়'॥৩১॥

মন্ত্ৰী আৰু পুৰোহিতৰ যোগে (সৈন্যৰ) ব্যূহৰ উৎকৰ্ষৰ কথা কোৱাই যোদ্ধাসকলক উৎসাহ প্ৰদান কৰাব॥৩২॥

দৈৱজ্ঞ আদি স্বপক্ষীয়সকলে এওঁৰ (ৰজাৰ) সৰ্বজ্ঞত্ব আৰু দেৱতাৰ লগত যোগাযোগৰ কথা ঘোষণা কৰি নিজ পক্ষক উৎসাহ দিব আৰু শত্ৰু-পক্ষক উদ্বিগ্ন কৰাব॥৩৩॥

যেতিয়া 'কাইলৈ যুদ্ধ হ'ব' তেতিয়া (যুদ্ধৰ আগদিনা) উপবাসে থাকি শস্ত্ৰ আৰু বাহনৰ ওচৰত শুব॥৩৪॥ অথৰ্ব-মন্ত্ৰেৰে অগ্নিতে আহুতি দিব॥৩৫॥ বিজয়-লাভ আৰু স্বৰ্গপ্ৰাপ্তিৰ কাৰণে (ব্ৰাহ্মণৰ হতুৱাই) আশিস প্ৰাৰ্থনা কৰাব॥৩৬॥ আৰু নিজক ব্ৰাহ্মণ-সকলৰ তত্ত্বাৱধানত ৰাখিব॥৩৭॥

তেওঁ শৌৰ্যযুক্ত শিল্পনিপুণ, আভিজাত্যপূৰ্ণ আৰু অনুৰক্ত আৰু অৰ্থ আৰু সম্মান প্ৰদানৰ ক্ষেত্ৰত যিসকল প্ৰতাৰিত হোৱা নাই তেনে সৈন্যক সৈন্যবাহিনীৰ কেন্দ্ৰত ৰাখিব॥৩৮॥

পিতৃ, পুত্ৰ আৰু ভ্ৰাতৃ সম্পৰ্ক থকা যোদ্ধাৰে গঠিত, পতাকাহীন খালী সৈন্যবাহিনীয়ে ৰজাৰ আশ্ৰয়॥৩৯॥ অশ্বাৰোহী সৈন্যৰ দ্বাৰা বেষ্টিত ৰথ নাইবা হাতী ৰজাৰ বাহন স্বৰূপে ব্যৱহৃত হব॥৪০॥ যি বাহন তেওঁৰ সৈন্যত অধিক পৰিমাণে আছে বা যিটোত উঠাত তেওঁ অভ্যস্ত, তাতে তেওঁ আৰোহণ কৰিব॥৪১॥ ৰজাৰ ছদ্মবেশত এজনক সৈন্যৰচনাৰ অধিকাৰত (নায়ক হিচাপে) ৰাখিব॥৪২॥

চাৰণ আৰু স্তুতিপাঠকসকলে বীৰসকলৰ স্বৰ্গপ্ৰাপ্তিৰ, ভীৰুবিলাকৰ স্বৰ্গ-অপ্ৰাপ্তিৰ বৰ্ণনা কৰিব আৰু যোদ্ধাবিলাকৰ জাতি, সঙ্ঘ, কুল, কৰ্ম আৰু স্বভাৱৰ গুণগান কৰিব॥৪৩॥ পুৰোহিতৰ মানুহে যাদু-মন্ত্ৰ আৰু অভিচাৰৰ বিষয়ে কব; যান্ত্ৰিক, মিস্ত্ৰি আৰু দৈৱজ্ঞসকলে নিজৰ কাৰ্যৰ সাফল্য আৰু শত্ৰুৰ কাৰ্যৰ বৈফল্যৰ কথা ঘোষণা কৰিব॥৪৪॥

টকা-কড়ি আৰু সম্মানেৰে তুষ্ট কৰি সেনাপতিয়ে সৈন্যবৰ্গক কব—'শত্ৰু-ৰজাক বধ কৰিব পাৰিলে এক লাখ, সেনাপতি বা কুমাৰক বধ কৰিব পাৰিলে পঞ্চাশ হেজাৰ, মুখ্য যোদ্ধাক বধ কৰিব পাৰিলে দহ হেজাৰ, হস্তিসৈন্য বা ৰথাৰোহী সৈন্যক (এজনক) বধ কৰিব পাৰিলে পাঁচ হেজাৰ, অশ্বাৰোহীৰ (এজনক) বধ কৰিব পাৰিলে এহেজাৰ, পদাতি সৈন্যৰ মুখিয়াল এজনক বধ কৰিব পাৰিলে এশ, (পদাতি সৈন্যৰ) একোজনক বধ কৰিলে কুৰি (পণ) পুৰস্কাৰ পাব; তদুপৰি দৰমহা দুগুণ হব, লগে লগে (যুদ্ধত) সংগৃহীতখিনি নিজৰ হব'॥৪৫॥ এওঁবিলাকৰ (সৈন্যৰ) দশৱৰ্গাধিপতি (দহোটাৰ বৰ্গৰ অধিপতি) সকলে (১০।৬।৪৫ চাওক) এই কথা জানিব (লাগিব)॥৪৬॥

অস্ত্ৰ-চিকিৎসাৰ কাৰণে অস্ত্ৰ, বস্ত্ৰ, ঔষধ, তেল আৰু পটী লগত ৰাখি চিকিৎসকসকল আৰু আহাৰ-পানীত চকু দিয়া আৰু পুৰুষক উৎসাহিত কৰিব পৰা তিৰোতাসকল (সৈন্য-বাহিনীৰ) পাছত থাকিব॥৪৭॥

দক্ষিণফালে মুখ নকৰি, সূৰ্যক পাছফালে ৰাখি, অনুকূল বায়ুৰ দিশে নিজৰ কাৰণে

উপযুক্ত ৰণক্ষেত্ৰত সৈন্যৰ ব্যূহ প্ৰস্তুত কৰি ৰাখিব॥৪৮॥ শত্ৰুৱে উপযুক্ত ৰণক্ষেত্ৰত ব্যূহ প্ৰস্তুত কৰিব ধৰিলে যোঁৱা মেলি দিব॥৪৯॥

য'ত ব্যূহই খোপনি পুতি ৰক্ষৰ কাৰণে নাইবা দ্ৰুত গতিৰে চলাচল কৰাৰ কাৰণে উপযুক্ত ঠাই নাই, তাত খোপনি পুতি থাকিলেও নাইবা দ্ৰুত গতিৰে গমন কৰিলেও তেওঁক পৰাজয় কৰিব॥৫০॥ ইয়াৰ ওলোটা হলে দুই ৰকমতে—স্থিৰ হৈ থাকিলেও বা দ্ৰুতগতিশীল হলেও জয়ী হব॥৫১॥

যদি যুদ্ধভূমি সমান, থলা-বমা নাইবা মিশ্ৰিত হয়, তেতিয়া সন্মুখত, পাৰ্শ্বত আৰু পৃষ্ঠত (ইয়াৰ স্বৰূপ) বুজি লব॥৫২॥ সমভূমিত দণ্ডব্যূহ আৰু মণ্ডলব্যূহ, বিষম ভূমিত ভোগব্যূহ আৰু অসংহতব্যূহ (১০।৬ চাওক), মিশ্ৰিত ভূমিত মিশ্ৰিতব্যূহ (নিৰ্মাণ কৰিব)॥৫৩॥

বিশিষ্ট বলৰ শত্ৰুক প্ৰতিহত কৰাৰ পিছত সন্ধি কৰিবলৈ বিচাৰিব॥৫৪॥ সমান বলৰজনে যদি অনুৰোধ কৰে তেতিয়া সন্ধি কৰিব॥৫৫॥ হীনশক্তিজনক ধাৰে বাৰে আঘাত কৰিব, কিন্তু যিজন নিজৰ দেশত উপস্থিত হৈছে বা যিজনে নিজৰ প্ৰাণ বিসৰ্জন দিব খুজিছে তেওঁক কেতিয়াও (আঘাত) নকৰিব॥৫৬॥

জীৱনৰ মমতা ত্যাগ কৰি যুদ্ধ-ক্ষেত্ৰলৈ পুনৰ ঘূৰি অহাজনৰ বেগ
ধাৰণ কৰিব নোৱৰা হয়; সেই কাৰণে প্ৰতিহত শত্ৰুক পীড়া নকৰিব॥৫৭॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "সাংগ্ৰামিক" নামৰ দশম অধিকৰণৰ অন্তৰ্গত "বিভিন্ন কূটনৈতিক যুদ্ধ", "নিজ সৈন্যক উৎসাহ-প্ৰদান", "নিজ সৈন্যোৰে শত্ৰুসৈন্যৰ প্ৰতিৰোধ" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ১০১তম) অধ্যায় সমাপ্ত॥

# চতুৰ্থ অধ্যায়

## ১৫৩তম প্ৰকৰণ : যুদ্ধৰ (উপযুক্ত) স্থান

## ১৫৪তম প্ৰকৰণ : পদাতি, অশ্বাৰোহী, ৰথ আৰু হাতীৰ কৰ্ম

যুদ্ধ কৰিবলৈ আৰু ছাউনী পাতিবলৈ পদাতি, অশ্বাৰোহী, ৰথী আৰু হস্তি-সৈন্যৰ কাৰণে উপযুক্ত স্থান লাগে॥১॥

মৰুভূমি, হাবি, পানী বা স্থলত যুঁজা সৈনিকসকলৰ বাবে, যিসকলে খাল আৰু মুকলি ঠাইত দিনত আৰু ৰাতি যুদ্ধ কৰে সেইসকলৰ বাবে নদী, পৰ্বত, জলাহ আৰু হ্ৰদৰপৰা অহা হাতীৰ বাবে আৰু ঘোঁৰাৰ বাবে যুঁজৰ উপযুক্ত ভূমি আৰু সময় বাঞ্ছনীয়॥২॥

সমান, স্থিৰ, স্পষ্টকৈ দেখা পোৱা, জোকাৰণি সৃষ্টি নকৰা, চকা বা খুৰা পোত নোযোৱা, ধুৰা লাগি নথকা, গছ-গছনি, লতা, গা-গছ, হোলা, গাঁত, উঁই-হাফলু, বালি আৰু বোকাৰ দ্বাৰা (চোৰ দবে) ওখ-চাপৰ নোহোৱা আৰু (ফাট) নথকা ভূমিয়ে ৰথৰ উপযুক্ত ভূমি; এনেকুৱা ভূমি স্বাভাৱিক আৰু জটিল উভয় অৱস্থাতে যুদ্ধ কৰা আৰু ছাউনী পতাৰ কাৰণে আৰু হাতী, ঘোঁৰা আৰু মানুহৰো উপযোগী॥৩॥

সৰু সৰু শিল আৰু গছ থকা, জাপ মাৰি পাৰ হব পৰা, সৰু গাঁত থকা আৰু সৰু সৰু ফাট থকা ভূমি ঘোঁৰাৰ কাৰণে উপযোগী॥৪॥

ডাঙৰ ডাঙৰ বৃক্ষস্তম্ভ (গছ-গছনি), শিল, গছ, লতা, উঁই-হাফলু আৰু জোপোহা গছ থকা ঠায়ে পদাতি-ভূমি॥৫॥

পাৰ হব পৰা পৰ্বত, পানী আৰু খলা-বমা ঠাই থকা, উভালিব পৰা গছ থকা, কাটিব পৰা লতা থকা, মাজে মাজে বোকা থকা আৰু ফাট নাইকিয়া স্থানেই হস্তিভূমি॥ ৬॥

কণ্টকবিহীন, বৰ খলা-বমা নোহোৱা, পিছু হুঁহকি যাবৰ ঠাই থকা ভূমিয়েই পদাতিৰ কাৰণে উৎকৃষ্ট ভূমি॥৭॥

পিছ হুঁহকি যাবৰ সুবিধাৰ কাৰণে দুগুণ ঠাই থকা, বোকা-পানী আৰু পিটনি নথকা আৰু সৰু সৰু পাথৰ নাইকিয়া ভূমিয়েই ঘোঁৰাৰ কাৰণে উৎকৃষ্ট ভূমি॥৮॥

ধূলি, বোকা-পানী, নল-খাগৰি আৰু বৰতা থকা, গোক্ষুৰ বৃক্ষ নথকা আৰু ডাঙৰ ডাঙৰ গছৰ ডালে ব্যাঘাত সৃষ্টি নকৰা স্থলেই উৎকৃষ্ট হস্তিভূমি॥৯॥

জলাশয় থকা, আশ্রয়ৰ সুবিধা থকা, জোকাৰণি সৃষ্টি নকৰা, হোলা নাইকিয়া আৰু ঘূৰাবলৈ সুচল থকা ভূমিয়েই ৰথৰ কাৰণে উৎকৃষ্ট ভূমি॥১০॥

সকলোবে (উপযুক্ত) ভূমি উক্ত হ'ল॥১১॥

ইয়াৰ দ্বাৰা সকলো প্ৰকাৰৰ সৈন্যৰ যুদ্ধৰ আৰু সেনা-নিবেশৰ কথাও কোৱা হ'ল॥১২॥ ভূমিৰ, জিৰণি লোৱা ঠাইৰ আৰু বনৰ অনুসন্ধান, খলা-বমা নোহোৱা, পানী নথকা, জান-জুৰি নাইকিয়া, (বিবুদ্ধ) বতাহ নথকা আৰু বেলিমুখীয়া নোহোৱা ঠাই অধিকাৰ কৰা, যোগান আৰু ভাণ্ডাৰ ধ্বংস নাইবা ৰক্ষা কৰা, সৈন্যৰ শোধন আৰু স্থিৰীকৰণ, আক্ৰমণ বৃদ্ধি কৰা, বাহুৰ দ্বাৰা কৰাৰ দৰে (শত্ৰু-সেনাক) বিতাৰণ কৰা, প্ৰথমতে আক্ৰমণ কৰা, অভ্যন্তৰত প্ৰৱেশ কৰা, ভেদ কৰা, আশ্বাস দিয়া, বন্দী কৰা, মুকলি কৰা, অনুধাৱনৰ মাৰ্গৰ পৰিবৰ্তন কৰা, কোশ আৰু কুমাৰ হৰণ কৰা, পাৰ্শ্ব আৰু দুই শীৰ্ষত (সৈন্য-মুখত আৰু পৃষ্ঠত) আঘাত কৰা, দুৰ্বলজনৰ অনুসৰণ, লগে লগে যোৱা আৰু (ছিন্নভিন্ন হ'লে সৈন্যক) একত্ৰিত কৰা—এই-বিলাকেই অশ্বাৰোহীৰ কৰ্ম॥১৩॥

সেনাৰ আগত যোৱা, নতুন পথ, জিৰণিৰ ঠাই আৰু পাৰ-ঘাট প্ৰস্তুত কৰা, বাহুৰ দ্বাৰা কৰাৰ দৰে (শত্ৰুসেনাক) বিতাৰণ কৰা, উৎসাৰণ, পানীত নমা আৰু পাৰ হোৱা, স্থিৰ হৈ থকা, আগ বাঢ়ি যোৱা আৰু নামি যোৱা, দুৰ্গম আৰু জনাকীৰ্ণ স্থানত প্ৰৱেশ কৰা, অগ্নি সংযোগ আৰু নিৰ্বাপণ কৰা, অকলে বিজয় লাভ কৰা, ছেদেলি-ভেদেলি হোৱা সৈন্যক একত্ৰিত কৰা, (শত্ৰুৰ) সংহত সৈন্যক ছেদেলি-ভেদেলি কৰা, বিপদত উদ্ধাৰ কৰা, আঘাত কৰা, ভয় উৎপাদন কৰা, ভয় দেখুওৱা, উদাৰতা দেখুওৱা, বন্দী কৰা, মুকলি কৰা, দেৱাল, দ্বাৰ আৰু অট্টালিকা ভঙা, ধনৰ টোপোলা অনা-নিয়া কৰা—এইবিলাকেই হস্তি-সৈন্যৰ কৰ্ম॥১৪॥

স্বপক্ষীয় সৈন্যৰ ৰক্ষণ, যুদ্ধত চতুৰঙ্গ সৈন্যক ভেটা দিয়া, বন্দী কৰা আৰু মুকলি কৰা, ছিন্নভিন্ন হ'লে সৈন্যক লগ লগোৱা, (শত্ৰুৰ) সংহত সৈন্যক ছিন্নভিন্ন কৰা, ত্ৰাস সঞ্চাৰ কৰা, উদাৰতা দেখুওৱা আৰু ভয়ানক কোলাহল সৃষ্টি কৰা—এইবিলাকেই ৰথীৰ কৰ্ম॥১৫॥

সকলো ঠাইতে আৰু সময়তে অস্ত্ৰ-শস্ত্ৰ বহন কৰা আৰু সামৰিক ক্ৰিয়া-কলাপ—এয়ে পদাতি-কৰ্ম॥১৬॥

শিবিৰ, মাৰ্গ, পানী-যোগান-কেন্দ্ৰ, কুঁৱা আৰু ঘাট পৰিষ্কাৰ কৰা, যন্ত্ৰ, অস্ত্ৰ-শস্ত্ৰ, কৱচ, উপকৰণ আৰু আহাৰ কঢ়িয়াই লৈ ফুৰা আৰু যুদ্ধক্ষেত্ৰৰপৰা অস্ত্ৰ, কৱচ আৰু আহতসকলৰ অপসাৰণ—এয়ে শ্ৰমিকৰ কৰ্ম॥১৭॥

ৰজাৰ যদি ঘোঁৰা অলপসংখ্যক হয়, তেতিয়া ৰথত বলদ আৰু ঘোঁৰাৰ ব্যৱহাৰ কৰিব; আৰু অলপসংখ্যক হাতী থাকিলে (সৈন্যৰ) মাজ ভাগত গাধ আৰু উটৰ গাড়ী ৰাখিব॥১৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "সাংগ্ৰামিক" নামৰ দশম অধিকৰণৰ অন্তৰ্গত "যুদ্ধৰ (উপযুক্ত) স্থান" আৰু "পদাতি, অশ্বাৰোহী, ৰথ আৰু হাতীৰ কৰ্ম" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ১৩২তম) অধ্যায় সমাপ্ত॥

# পঞ্চম অধ্যায়

## ১৫৫তম প্ৰকৰণ : সৈন্যৰ বল অনুসৰি প্ৰান্ত, পাৰ্শ্ব আৰু মধ্য-ব্যূহ-বিভাগ
## ১৫৬তম প্ৰকৰণ : বলী আৰু দুৰ্বল সৈন্যৰ বিভাজন
## ১৫৭তম প্ৰকৰণ : পদাতি, অশ্বাৰোহী, ৰথী আৰু হস্তি-সৈন্যৰ যুদ্ধৰ প্ৰকাৰ

পাঁচশ ধনুঃ দূৰত, অথবা স্থানৰ প্ৰকৃতি অনুসৰি (কম-বেছি দূৰত) দুৰ্গ প্ৰতিষ্ঠা কৰি যুদ্ধত নিবিষ্ট হ'ব॥১॥

সেনামুখ্যসকলক বিভিন্ন দায়িত্ব ভাগ কৰি দি সৈন্যক (শত্ৰুৰ) দৃষ্টিৰ বাহিৰত ৰাখি সেনাপতি আৰু নায়কে ব্যূহ ৰচনা কৰিব॥২॥

তেওঁ এজন পদাতিক (আনজনৰ পৰা) এক শম (চৈধ্য অংগুল) আঁতৰত, তিনি শম আঁতৰত অশ্বাৰোহীক, পাঁচ শম আঁতৰে আঁতৰে ৰথ বা হাতীক স্থাপন কৰিব॥৩॥ অথবা, ইয়াৰ দুগুণ বা তিনি গুণ আঁতৰত ব্যূহ পাতিব॥৪॥ এইদৰে ঠাহ খাই নপৰাকৈ সুখেৰে যুঁজিব॥৫॥

পাঁচ অৰত্নিয়ে এক ধনুঃ॥৬॥ সিমানত (দূৰত্বত) এজন কাঁড়ীক থ'ব, তিনি ধনুসত এজন অশ্বাৰোহী আৰু পাঁচ ধনুঃ দূৰত্বত এখন ৰথ বা এটা হাতী স্থাপন কৰিব॥৭॥

প্ৰান্ত, পাৰ্শ্ব আৰু মধ্য-ব্যূহৰ সৈন্যবাহিনীৰ মাজত (পৰস্পৰ) পাঁচ ধনুঃ ব্যৱধান থাকিব॥৮॥

এক অশ্বাৰোহীৰ কাৰণে তিনিজন (পদাতি) প্ৰতিযোদ্ধা ৰাখিব॥৯॥ ৰথী আৰু হস্তি-সৈন্যৰ প্ৰত্যেকৰে কাৰণে পোন্ধৰজন (পদাতি) আৰু পাঁচজন অশ্বাৰোহী থাকিব॥১০॥ ঘোঁৰা, ৰথ আৰু হাতীৰ কাৰণে সেই একেসংখ্যক পাদৰক্ষকৰ বিধান কৰিব॥১১॥

মাজ ভাগত তিনি শাৰীৰ তিনিটা ৰথ-বাহিনী ৰাখিব আৰু সেইদৰে দুয়োফালে সমানে পাৰ্শ্ব-সৈন্য আৰু প্ৰান্ত-সৈন্য ৰাখিব॥১২॥ এইদৰে এক ৰথ-ব্যূহত পঞ্চত্ৰিংশখন ৰথ, দুশ পঁচিশটা ঘোঁৰা, ছশ পঁচাত্তৰজন সম্মুখযোদ্ধা আৰু একেসংখ্যক পাদ-ৰক্ষক থাকিব॥১৩॥

ইয়েই সমব্যূহ॥১৪॥ এনে ব্যূহত দুখন দুখনকৈ ৰথ বঢ়াই একৈশখন পৰ্যন্ত বঢ়াব পাৰি॥ ১৫ ॥ এইদৰে তিনিখনৰপৰা একৈশখন ৰথলৈকে দহ প্ৰকাৰ সমব্যূহ ৰচনা হ'ব পাৰে॥১৬॥

পাৰ্শ্ব, প্ৰান্ত আৰু মধ্যত পৰস্পৰ বিষম সংখ্যা হলে বিষমব্যূহ হয়॥১৭॥ এনে ব্যূহতো দুখন দুখনকৈ ৰথ বঢ়াই একৈশখনলৈকে নিব পাৰি॥১৮॥ এইদৰে বিষমব্যূহও দহ প্ৰকাৰ হ'ব পাৰে॥১৯॥

এনেকৈ ব্যূহ ৰচনা কৰাৰ পিছত বাকী থকা যোদ্ধা সৈন্য (ব্যূহৰ মাজত) আও ভাও

ভৰাই দিব॥২০॥ ৰথৰ দুই-তৃতীয়াংশ প্ৰান্তত ভৰ্তি কৰিব, বাকীখিনি মাজত ৰাখিব॥২১॥ (ব্যূহৰ মুঠ ৰথৰ) এক-তৃতীয়াংশ কম কৰি (সকলো) ৰথ এনেকৈ ভৰাব॥২২॥

ইয়াৰ দ্বাৰাই হস্তী আৰু অশ্ব ভৰোৱাৰ কথাও কোৱা হ'ল॥২৩॥ সৈন্য এনেভাৱে ভৰাব যাতে ঘোঁৰা, ৰথ আৰু হাতীৰ যুদ্ধৰ কাৰণে ঠাই খাই নপৰে॥২৪॥

সৈন্যৰ আধিক্যই আৱাপ॥২৫॥ পদাতিৰ আধিক্যই প্ৰত্যাৱাপ॥২৬॥ এক অংগৰ আধিক্যই অন্বাৱাপ॥২৭॥ ৰাজদ্ৰোহী সৈন্যৰ আধিক্যই অত্যাৱাপ॥২৮॥

শক্তি অনুসৰি শত্ৰুৰ আৱাপ আৰ প্ৰত্যাৱাপৰ চাৰিগুণ বা আঠগুণ পৰ্যন্ত সৈন্যৰ আৱাপ কৰিব॥২৯॥

ৰথব্যূহৰ দ্বাৰা হস্তিব্যূহও ব্যাখ্যা কৰা হ'ল॥৩০॥

নাইবা, ব্যূহ হস্তী, ৰথ আৰু অশ্বেৰে সানমিহলিও হব পাৰে—হাতীবিলাক সৈন্যৰ প্ৰান্তত, দুই পাৰ্শ্বত ঘোঁৰা আৰু মাজত ৰথ থাকিব॥৩১॥ মাজত হাতী, দুই পাৰ্শ্বত ৰথ আৰু দুই প্ৰান্তত ঘোঁৰা—এয়ে মধ্যভেদী (ব্যূহ)॥৩২॥ ইয়াৰ ওলোটা হলে অন্তভেদী (ব্যূহ) হয়॥৩৩॥

কেৱল হাতীৰে ৰচনা কৰা শুদ্ধ ব্যূহত যুদ্ধৰ কাৰণে প্ৰস্তুত হাতী মাজত, আৰোহণীয় হাতী পৃষ্ঠত আৰু গুণ্ডা হাতী দুই প্ৰান্তত থাকিব॥৩৪॥

শুদ্ধ অশ্ব-ব্যূহত কৱচধাৰী ঘোঁৰা মাজত আৰু কৱচহীন ঘোঁৰা পাৰ্শ্ব আৰু প্ৰান্তত থাকিব॥৩৫॥

শুদ্ধ পদাতি-ব্যূহত সম্মুখত বৰ্মধাৰী আৰু পৃষ্ঠত কাঁড়ী সৈন্য থাকিব॥৩৬॥ এই-ৰোৰেই শুদ্ধব্যূহ॥৩৭॥

দুই প্ৰান্তত পদাতি-সৈন্য, দুই পাৰ্শ্বত অশ্ব, পৃষ্ঠত হাতী আৰু সম্মুখত ৰথ থাকিব অথবা শত্ৰুৰ ব্যূহ অনুসৰি ইয়াৰ বিপৰীত সংযোজনাও হব পাৰে॥৩৮॥ এয়ে দুই অংগৰ সৈন্যৰ সন্নিৱেশ॥৩৯॥ ইয়াৰ দ্বাৰা তিনি অংগৰ সৈন্যৰ সন্নিৱেশো ব্যাখ্যাত হ'ল॥৪০॥

মানুহৰ ক্ষেত্ৰত সৈন্যবাহিনীৰ উৎকৃষ্ট গুণবোৰেই (দণ্ডসম্পদ—৬।১।১১ চাওক) শ্ৰেষ্ঠ সেনা তৈয়াৰ কৰে॥৪১॥ হাতী আৰু ঘোঁৰাৰ বৈশিষ্ট্য হ'ল—বংশ, জাত, উৎসাহ, তাৰুণ্য, শক্তি, উচ্চতা, বেগ, তেজস্বিতা, প্ৰশিক্ষণ, স্থিৰ স্বভাৱ, মুৰ দাঙি থকা স্বভাৱ, বশ্যতা, সুলক্ষণ আৰু সজ আচৰণ॥৪২॥

উত্তম পদাতি, অশ্বাৰোহী, ৰথী আৰু হস্তি-সৈন্যৰ এক-তৃতীয়াংশ মাজত দিব, দুই-তৃতীয়াংশ প্ৰান্ত আৰু পাৰ্শ্ব হিচাপে দুইকাষে প্ৰয়োগ কৰিব; ইয়াৰ পিছতে দ্বিতীয় শ্ৰেণীৰ উত্তম সৈন্যৰ অনুলোম সন্নিৱেশ কৰিব; তৃতীয় শ্ৰেণীৰ উত্তম সৈন্যক ইয়াৰ প্ৰতিলোমে (বিৰুদ্ধক্ৰমে) সন্নিৱেশ কৰিব; দুৰ্বল সৈন্যকো বিৰুদ্ধক্ৰমে স্থাপন কৰিব॥৪৩॥ এইদৰে সকলোকে কামত লগাব॥৪৪॥

দুৰ্বল সৈন্য প্ৰান্তত দি বেগেৰে (শত্ৰুক) অভিভূত কৰিব পাৰিব॥৪৫॥

উত্তম সৈন্য সম্মুখত ৰাখি অন্তত দ্বিতীয় শ্ৰেণীৰ উত্তম সৈন্য ৰাখিব, তৃতীয় শ্ৰেণীৰ উত্তম সৈন্য পৃষ্ঠত ৰাখিব আৰু মাজত দুৰ্বল সৈন্য ৰাখিব॥৪৬॥ এইদৰে ই (ব্যূহ) প্ৰতিৰোধ-ক্ষম হ'ব॥৪৭॥

ব্যূহ স্থাপন কৰি প্ৰান্ত, পাৰ্শ্ব আৰু মধ্য—ইয়াৰ (যিকোনো) এটা বা দুটাৰ দ্বাৰা প্ৰহাৰ কৰিব আৰু বাকীখিনিৰে সহায়তা কৰিব॥৪৮॥

শত্ৰুৰ যিটো বাহিনী দুৰ্বল, হাতী আৰু ঘোঁৰা যত নাই, যিটোৰ আধিকাৰিকবিলাক দ্ৰোহবুদ্ধিৰ আৰু যিটো গুপ্তপ্ৰৰোচনাৰ দ্বাৰা প্ৰণোদিত তেনে সৈন্যবাহিনীক বহুত উৎকৃষ্ট সৈন্যৰে আঘাত কৰিব॥৪৯॥ নাইবা, শত্ৰুৰ যদি সৈন্য বৰ বেছি বলবান হয়, তেতিয়া দুগুণ উৎকৃষ্ট সৈন্যৰে আঘাত কৰিব॥৫০॥ যিটো অংগত অলপ মাত্ৰ শ্ৰেষ্ঠ সৈন্য থাকে তাক বহুত শ্ৰেষ্ঠ সৈন্যৰে শক্তিশালী কৰিব॥৫১॥ যত শত্ৰু ক্ষতিগ্ৰস্ত হৈছে, নাইবা য'ত বিপদৰ ভয় আছে তাৰ ওচৰতে ব্যূহ পাতিব॥৫২॥

(শত্ৰুসেনাৰ) ওচৰলৈ খেদি যোৱা, (শত্ৰুসেনাক) চাৰিওফালৰপৰা আগুৰি লৈ আক্ৰমণ কৰা, (শত্ৰুসেনাৰ) ব্যূহ ভেদ কৰি ওলাই যোৱা, পুনৰ ঘূৰি অহা, (শত্ৰুক) মৰিমূৰ কৰি একত্ৰিত হোৱা, দুফালৰপৰা বেজীৰ দৰে বাট কৰি আগবঢ়া, বেঁকাবেঁকিকৈ যোৱা, ঘেৰি ধৰা, (শত্ৰুসেনা) ছেদেলি-ভেদেলি কৰা, পলাই গৈ (পলাই যোৱাৰ ভাও ধৰি) উভতি আক্ৰমণ কৰা, সম্মুখ, পাৰ্শ্ব আৰু পৃষ্ঠদেশত বিচ্ছিন্ন হোৱা সৈন্য-পংক্তিক ৰক্ষণাবেক্ষণ দিয়া, ছেদেলি-ভেদেলি হোৱা (শত্ৰু) সৈন্যক অনুসৰণ কৰা—এইবোৰ বিভিন্ন প্ৰকাৰৰ অশ্বযুদ্ধ॥৫৩॥

'ছেদেলি-ভেদেলি কৰা'ত বাদে এই (ওপৰোক্ত) সকলোবিলাক, একগোট হৈ বা বেলেগে বেলেগে থকা চতুৰংগসেনাক আঘাত কৰা, প্ৰান্ত, পাৰ্শ্ব বা মধ্যত থকা সৈন্যক লণ্ডভণ্ড কৰি দিয়া, অতৰ্কিত আক্ৰমণ, সুপ্তসকলক আঘাত কৰা—এইবিলাকেই হস্তি-যুদ্ধ॥৫৪॥

'মৰিমূৰ কৰি একত্ৰিত হোৱা'ত বাদে এই(সকলো)বিলাক, নিজৰ উপযুক্ত ৰণক্ষেত্ৰত থাকি অভিযান, শত্ৰুসেনাক পৰাজিত কৰি আঁতৰি যোৱা আৰু একে ঠাইতে থাকি যুদ্ধ কৰা —এইবিলাকেই ৰথ-যুদ্ধ॥৫৫॥

সকলো ঠাইতে আৰু সকলো সময়তে (শত্ৰুক) আক্ৰমণ কৰা আৰু মনে মনে (শত্ৰু) নিধন কৰা—এইবিলাকেই পদাতি-সৈন্যৰ যুদ্ধৰ ধৰণ॥৫৬॥

> এইদৰে সম-ব্যূহ আৰু বিষম-ব্যূহ এনেকৈ প্ৰস্তুত কৰিব যাতে চতু-
> ৰংগ-সৈন্যৰ শক্তি সমানভাৱে ব্যৱহৃত হয়॥৫৭॥
>
> দুশ ধনুঃ আঁতৰি গৈ ৰজা পৃষ্ঠত থাকিব; তাৰপৰাই ভিন্ন হোৱা
> সৈন্য লগ লগাব পাৰিব: পৃষ্ঠত সংৰক্ষিত সৈন্য নোহোৱাকৈ যুদ্ধ
> নকৰিব॥৫৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "সাংগ্ৰামিক" নামৰ দশম অধিকৰণৰ অন্তৰ্গত "সৈন্যবল অনুসৰি প্ৰান্ত, পাৰ্শ্ব আৰু মধ্য-ব্যূহ-বিভাগ", "বলী আৰু দুৰ্বল সৈন্যৰ বিভাজন"; "পদাতি, অশ্বাৰোহী, ৰথী আৰু হস্তি-সৈন্যৰ যুদ্ধৰ প্ৰকাৰ" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ১৩৩তম) অধ্যায় সমাপ্ত॥

---

## ষষ্ঠ অধ্যায়

### ১৫৮তম প্ৰকৰণ : দণ্ডব্যূহ, সৰ্পব্যূহ, মণ্ডলব্যূহ আৰু অসংহত-ব্যূহ স্থাপন
### ১৫৯তম প্ৰকৰণ : এইবোৰৰ প্ৰতিব্যূহ স্থাপন

দুই প্ৰান্ত, মধ্য আৰু প্ৰতিগ্ৰহ (মজুত ৰখা সৈন্য)—উশনাৰ মতে এই (তিনি প্ৰকাৰ) ব্যূহ-বিভাগ॥১॥ দুই প্ৰান্ত, দুই পাৰ্শ্ব, মধ্য আৰু প্ৰতিগ্ৰহ—বৃহস্পতিৰ মতে এই চাৰি প্ৰকাৰ ব্যূহ-বিভাগ॥২॥

উত্তৰৰ মতে প্ৰান্ত, পাৰ্শ্ব আৰু মধ্য-ব্যূহই প্ৰকৃতি (মূল)-ব্যূহ—দণ্ড, ভোগ, মণ্ডল আৰু অসংহত (এই চাৰি প্ৰকাৰ)॥৩॥ তাৰ ভিতৰত তিৰ্যকভাৱে যুদ্ধ কৰাটোৱে হৈছে দণ্ড-ব্যূহ॥৪॥ সকলোবিলাকৰে ইটোৰ পিছত সিটোৰ যুদ্ধ-ক্ৰিয়াই ভোগ-ব্যূহ॥৫॥ অগ্ৰসৰ হোৱা বাহিনীৰ চাৰিওকালে যুদ্ধ কৰাই মণ্ডল-ব্যূহ॥৬॥ যথাৱস্থিত বাহিনীৰ পৃথক পৃথক সমৰ-ক্ৰিয়াই অসংহত-ব্যূহ॥৭॥

প্ৰান্ত, পাৰ্শ্ব আৰু মধ্যত সমানভাৱে নিযুক্ত সেনাৰ ব্যূহক দণ্ড-ব্যূহ বোলে॥৮॥ পাৰ্শ্ব অতিক্ৰম কৰি আগবাঢ়ি যোৱা দণ্ডব্যূহক প্ৰদৰ-ব্যূহ বোলে॥৯॥ প্ৰান্ত আৰু পাৰ্শ্বৰ লগত পিছুৱালে সিয়েই দৃঢ়ক-ব্যূহ হয়॥১০॥ প্ৰান্তৰে সৈতে আগবাঢ়ি যোৱাক অসহ্য-ব্যূহ বোলে॥১১॥ প্ৰান্তক স্থিতাৱস্থাত ৰাখি মধ্যেৰে অভিযান চলালে শ্যেন-ব্যূহ হয়॥১২॥ ইয়াৰ ওলোটা হলে এই চাৰিটাক ক্ৰমে চাপ-ব্যূহ, চাপকুক্ষি-ব্যূহ, প্ৰতিষ্ঠ-ব্যূহ আৰু সুপ্ৰতিষ্ঠ-ব্যূহ বোলে॥১৩॥ যি ব্যূহৰ প্ৰান্তভাগ ধনুৰ নিচিনাকৈ গঠিত তাৰ নাম সঞ্জয়-ব্যূহ॥১৪॥ সঞ্জয়-ব্যূহই যদি মধ্যভাগেৰে আগবাঢ়ি যায় তেতিয়া তাৰ নাম হয় বিজয়-ব্যূহ॥১৫॥ দুই প্ৰান্ত হাতীৰ কাণৰ দৰে হলে তাৰ নাম স্থূণাকৰ্ণ-ব্যূহ (স্তম্ভকৰ্ণ)॥১৬॥ স্থূণাকৰ্ণ-ব্যূহৰ প্ৰান্তদ্বয়তকৈ দুগুণ ডাঙৰ প্ৰান্ত হলে তাৰ নাম বিশালবিজয়-ব্যূহ॥১৭॥ দুই প্ৰান্তত তিনি বাহিনীতকৈ বেছি সৈন্য থাকিলে তাৰ নাম হয় চমূমুখ-ব্যূহ॥১৮॥ ইয়াৰ ওলোটা হলে ঝষাস্য (মাছমুখীয়া) ব্যূহ॥১৯॥ সৰল-ৰেখাৰ গঢ়ৰ দণ্ডব্যূহক সূচী-ব্যূহ বোলে॥২০॥ দুটা দণ্ডব্যূহ লগ লাগি বলয়-ব্যূহ হয়॥২১॥ চাৰিটা দণ্ডব্যূহ লগ লাগি দুৰ্জয়-ব্যূহ হয়॥২২॥ এইবিলাকেই দণ্ড-ব্যূহ॥২৩॥

প্ৰান্ত, পাৰ্শ্ব আৰু মধ্যৰ দ্বাৰা অসমানভাৱে আগবাঢ়ি গ'লে ভোগ (সৰ্প-ব্যূহ হয়॥২৪॥ ভোগব্যূহ দুই প্ৰকাৰ—সৰ্পসাৰী (সাপৰ দৰে যাৰ গতি) বা গোমূত্ৰিকা (গৰুৱে মুতিলে হোৱাৰ দৰে বেঁকা গতি যাৰ)॥২৫॥ মধ্যত দুটা বাহিনী থাকি প্ৰান্তত দণ্ডব্যূহ থাকিলে শকট (গাড়ী)-ব্যূহ হয়॥২৬॥ ইয়াৰ ওলোটা হলে মকৰ-ব্যূহ হয়॥২৭॥ শকট-ব্যূহ হাতী, ঘোঁৰা আৰু ৰথেৰে সন্নিবিষ্ট হলে পাৰিপতন্তক (কেউফালে জপিওৱা)-ব্যূহ হয়॥২৮॥ এই-বিলাকেই ভোগ-ব্যূহ॥২৯॥

যেতিয়া প্ৰান্ত, পাৰ্শ্ব আৰু মধ্য ভাগ লগালগি হয়, তেতিয়া মণ্ডল-ব্যূহ হয়॥৩০॥ কেউফালে যুদ্ধ কৰি সজোৱা মণ্ডল-ব্যূহক সৰ্বতোভদ্ৰ-ব্যূহ বোলে॥৩১॥ আঠোটা বাহিনী থকা মণ্ডল-ব্যূহক দুৰ্জয়-ব্যূহ বোলে॥৩২॥ এইবিলাকেই মণ্ডল-ব্যূহ॥৩৩॥

প্ৰান্ত, পাৰ্শ্ব আৰু মধ্যৰ সংহতি নাথাকিলে অসংহত-ব্যূহ হয়॥৩৪॥ পাঁচোটা বাহিনীৰে আকৃতি প্ৰদান কৰা যায় যদি বজ্ৰ বা গোধা (গুই)-ব্যূহ বোলে॥৩৫॥ চাৰিটা বাহিনীৰে উদ্ধানক (উধান) বা কাকপদী-ব্যূহ হয়॥৩৬॥ তিনিটাৰে অৰ্ধচন্দ্ৰক বা কৰ্কটকশৃংগী-ব্যূহ হয়॥৩৭॥ এইবোৰ অসংহত-ব্যূহ॥৩৮॥

মধ্যত ৰথ, পাৰ্শ্বত হাতী, পৃষ্ঠত অশ্ব থাকিলে অৰিষ্ট-ব্যূহ হয়॥৩৯॥ পদাতি, অশ্ব, ৰথ আৰু হাতী, ইটোৰ পিছত সিটোকৈ থাকিলে অচল-ব্যূহ হয়॥৪০॥ হাতী ৰথ, অশ্ব আৰু পদাতি ইটোৰ পিছত সিটোকৈ থাকিলে অপ্ৰতিহত-ব্যূহ হয়॥৪১॥

ইয়াৰ ভিতৰত "প্ৰদৰ"ক "দৃঢ়ক"ৰ যোগে আঘাত কৰিব, "দৃঢ়ক"ক "অসহ্য"ৰ যোগে, "চাপে"ৰে "শ্যেন"ক, "সুপ্ৰতিষ্ঠ"ৰ দ্বাৰা "প্ৰতিষ্ঠ"ক, "বিজয়"ৰ দ্বাৰা "সঞ্জয়"ক, "বিশাল-

বিজয়”ৰ দ্বাৰা “স্থূণাকৰ্ণ”ক “সৰ্বতোভদ্ৰ”ৰ দ্বাৰা “পাৰিপতন্তক”ক (আঘাত কৰিব)॥৪২॥ “দুৰ্জয়”-ব্যূহৰ যোগে সকলো ব্যূহৰ প্ৰতিকাৰ কৰিব॥৪৩॥

পদাতি, ঘোঁৰা, ৰথ আৰু হাতী—এইবোৰৰ পূৰ্বৰ পূৰ্বৰটোক পাছৰ পাছৰটোৱে আঘাত কৰিব আৰু নিকৃষ্ট অংগক উচ্চাংগৰ সৈন্যেৰে আঘাত কৰিব॥৪৪॥ দহোটা অংগৰ (১০।৫।৯-১১ চাওক) মুৰব্বীজনক পতিক, দহজন পতিকৰ মুৰব্বীজনক সেনাপতি আৰু তাৰো দহজনৰ মুৰব্বীক নায়ক বোলে॥৪৫॥ ব্যূহৰ অংগবিলাকক শ্ৰেণীবিভক্ত হ'বৰ কাৰণে, লগ লাগিবৰ কাৰণে, ৰ'বৰ কাৰণে, গমনৰ কাৰণে, ঘূৰিবৰ কাৰণে আৰু প্ৰহাৰ কৰিবৰ কাৰণে ঢোলৰ শব্দ আৰু ধ্বজ আৰু পতাকাৰ যোগে নিৰ্দেশ দিব॥৪৬॥

(শত্ৰুৰ লগত) ব্যূহ সমান হ'লে উপযুক্ত স্থান, কাল আৰু শক্তি লাভ কৰিব পাৰিলে সিদ্ধি হয়॥৪৭॥

> যন্ত্ৰেৰে, গোপন ক্ৰিয়াৰে, আন কামত ব্যস্ত থকা লোকৰ হত্যাকাৰীৰ যোগে, যাদুবিদ্যাৰে, দৈৱশক্তিৰ অনুগ্ৰহ লাভ কৰা যেন দেখুৱাই, ৰথেৰে, হাতীৰে ভয় খুৱাই, ৰাজদ্ৰোহীসকলক জগাই তুলি, গৰু-ম'হৰ পালেৰে, শিবিৰত জুই দি, দুই মূৰ আৰু পৃষ্ঠত আঘাত কৰি নাইবা দূতবেশী গুপ্তচৰৰ যোগে ভেদ সৃষ্টি কৰি শত্ৰুৰ ভীতি সঞ্চাৰ কৰি কোৱাব, “তোমাৰ দুৰ্গ পুৰি পেলালে, জয় কৰিলে, বংশৰ মানুহেই তোমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে, নাইবা তোমাৰ শত্ৰুৱে বা আটবিকে তোমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে”॥৪৮-৫০॥
>
> কাঁড়ীয়ে কাঁড় মাৰিলে এজনকহে মাৰিব, এজনকো নামাৰিবও পাৰে; কিন্তু জ্ঞানীজনৰ পৰিচালিত বুদ্ধিয়ে গৰ্ভত থকা সন্তানকো হত্যা কৰে॥৫১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ “সাংগ্ৰামিক” নামৰ দশম অধিকৰণৰ অন্তৰ্গত “দণ্ড-ব্যূহ, ভোগ-ব্যূহ, মণ্ডল-ব্যূহ আৰু অসংহত-ব্যূহ স্থাপন” আৰু “এইবোৰৰ প্ৰতিব্যূহ স্থাপন” নামৰ ষষ্ঠ (আৰম্ভণিৰপৰা ১৩৪তম) অধ্যায় সমাপ্ত॥

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ সাংগ্ৰামিক নামৰ দশম অধিকৰণ সমাপ্ত হ'ল॥

# একাদশ অধিকৰণ

## সঙ্ঘৰ প্ৰতি ব্যৱহাৰ

## প্ৰথম অধ্যায়

### ১৬০তম প্ৰকৰণ : ভেদনীতিৰ প্ৰয়োগসমূহ

### ১৬১তম প্ৰকৰণ : গোপন দণ্ড (শাস্তি)

সৈন্য আৰু মিত্ৰ লাভ কৰাতকৈ সঙ্ঘ লাভ কৰা ভাল॥১॥ কাৰণ সঙ্ঘবিলাক সুসংহত; গতিকে এইবিলাক শত্ৰুৰ অনাক্ৰমণীয়॥২॥ তাৰ (সঙ্ঘবোৰৰ) অনুকূলবিলাকক সাম আৰু দানেৰে হাত কৰিব আৰু প্ৰতিকূলবিলাকক ভেদ আৰু দণ্ডেৰে (হাত কৰিব)॥৩॥

কাম্বোজ, সুৰাষ্ট্ৰ, ক্ষত্ৰিয়, শ্ৰেণী আৰু অন্যান্যসকলে অৰ্থকৰী ব্যৱসায় আৰু অস্ত্ৰ অৱলম্বন কৰি জীৱিকা নিৰ্বাহ কৰে॥৪॥ লিচ্ছিৱিক, বৃজিক, মল্লক, মদ্ৰক, কুকুৰ, কুৰু, পাঞ্চাল আৰু আইন কিছুমানে 'ৰজা' উপাধি ব্যৱহাৰ কৰে॥৫॥

চোৰাংচোৱাবিলাক ওচৰতে থাকি সকলো সঙ্ঘৰে পৰস্পৰৰ ত্ৰুটি আৰু তেওঁলোকৰ মাজত হৈ পৰা হিংসা, শত্ৰুতা আৰু কাজিয়াৰ ক্ষেত্ৰবিলাক বুজি-বাজি লৈ ক্ৰমে ক্ৰমে পতিয়ন যোৱাজনক "তেওঁ তোমাক (এনেদৰে) নিন্দা কৰিছে" এই বুলি কৈ ভেদ সঞ্চাৰ কৰিব॥৬॥ এইদৰে দুয়োপক্ষৰ উত্তেজনাৰ ৰোষ বাঢ়ি যাব আচাৰ্যবেশী গুপ্ত পুৰুষসকলে বিদ্যা, শিল্প, জুৱা আৰু খেলৰ উত্তৰ দিয়া আদি লৈ শিষ্যসকলৰ মাজত বিবাদ সৃষ্টি কৰিব॥৭॥

নাইবা, তীক্ষ্ণ (ঘাতক) সকলে বেশ্যালয়ত বা মদৰ আড্ডাত বিৰোধীসকলৰ প্ৰশংসাৰ দ্বাৰা নাইবা হাত কৰিব পৰা পক্ষক সমৰ্থন কৰি সঙ্ঘৰ মুখিয়ালসকলৰ অনুগামীসকলৰ মাজত কাজিয়াৰ সৃষ্টি কৰিব॥৮॥

বিশেষ বিশেষ উপভোগৰ প্ৰলোভন দেখুৱাই হীনসুখৰ কুমাৰসকলক বিদ্ৰোহৰ কাৰণে উত্তেজিত কৰিব॥৯॥

হীনসকলৰ লগত উচ্চসকলৰ খিয়া-খাদ্য, খোৱা-বোৱা বাৰণ কৰিব॥১০॥ নাইবা, বিশিষ্ট-সকলৰ লগত হীনসকলক খোৱা-বোৱাত নাইবা বিবাহ-সম্বন্ধত জড়িত কৰিব॥১১॥ নাইবা অতি হীনসকলক বংশ, সাহস নাইবা মৰ্যাদাৰ পৰিবৰ্তনৰ ক্ষেত্ৰত সমান স্থান পাবৰ কাৰণে (উদগনি দিব)॥১২॥

নাইবা সম্পন্ন হোৱা লেনদেন বিপৰীত মত স্থাপন কৰি ব্যৰ্থ কৰিব॥১৩॥

অথবা, কোনো বিবাদৰ ক্ষেত্ৰত ৰাতি সম্পত্তি, পশু আৰু মানুহৰ ক্ষতি কৰি তীক্ষ্ণসকলে (ঘাতকসকলে) কলহৰ সৃষ্টি কৰিব॥১৪॥

সকলো বিবাদৰ ক্ষেত্ৰতে ৰজাই টকা-কড়ি আৰু সৈন্যৰ সহায় দি দুৰ্বল পক্ষক (নিজৰ) বিৰুদ্ধ পক্ষক ধ্বংস কৰিবৰ কাৰণে নিয়োগ কৰিব॥১৫॥ বিভেদপ্ৰাপ্ত হোৱাসকলক পলুৱাই লৈ যাব॥১৬॥ খেতিৰ যোগ্য মাটিত এওঁলোকৰ পাঁচ ঘৰৰ বা দহ ঘৰৰ একোটা চুবুৰী বহুৱাব॥১৭॥ কাৰণ, একে ঠাইতে থুপ খুৱালে (লগ লাগি) অস্ত্ৰ-শস্ত্ৰ গ্ৰহণৰ কাৰণে সমৰ্থ হব পাৰে॥১৮॥ আৰু এওঁবিলাক একেলগ হলে দণ্ড নিৰ্ধাৰণ কৰিব॥১৯॥

"ৰজা" উপাধি ব্যৱহাৰ কৰাসকলৰ অনুমোদিত নাইবা তাত সম্বংশজাত সদাচাৰসম্পন্ন কোনো একোক মুখিয়াল হিচাপে স্থাপন কৰিব॥২০॥ আৰু দৈবজ্ঞ আদি পুৰুষসকলে সঙ্ঘৰ

সভ্যসকলৰ মাজত এওঁৰ ৰাজলক্ষণযুক্ততা প্ৰকাশ কৰিব॥২১॥ ধাৰ্মিক সংঘমুখ্যসকলক প্ৰৰোচিত কৰি ক'ব—'অমুক ৰজাৰ পুতেক বা ভায়েকৰ প্ৰতি স্বকৰ্তব্য সম্পাদন কৰা'॥২২॥ তেওঁলোক সন্মত হলে ফচুলনিত ভোল যোৱাসকলৰ সাহায্যাৰ্থে টকা-পইচা আৰু সৈন্য পঠিয়াব॥২৩॥ যুদ্ধৰ সময়ত সুৰা-বেপাৰীৰ ভাও দিয়া গুপ্ত পুৰুষসকলে লৰা বা তিৰোতা মৰাৰ ছলেৰে মৃতকৰ উদ্দেশ্যে তৰ্পণ হিচাপে যেহুচ কৰা ৰসযুক্ত মদৰ কলহ শ শই প্ৰদান কৰিব॥২৪॥

আৰু গুপ্তচৰসকলে কোনো পবিত্ৰ স্থান বা মন্দিৰৰ দুৱাৰ-ডলিত আৰু প্ৰতিষ্কাৰ স্থানত চুক্তিৰ আমানতস্বৰূপে কোনো বস্তু, যেনে মোহৰেৰে ছাপ মৰা টকাৰ মোনা আৰু টকা থকা পাত্ৰ লুকাই থোৱা দেখুৱাই দিব॥২৫॥ যেতিয়া সংঘৰ সভ্যসকলক দেখা পোৱা যাব, তেওঁবিলাকে তেতিয়া ঘোষণা কৰিব—'এইবিলাকৰ গৰাকী ৰজা'॥২৬॥ ইয়াৰ পিছত আক্ৰমণ কৰিব॥২৭॥

অথবা, সংঘৰপৰা বাহন আৰু টকা সাময়িক ঋণস্বৰূপে লৈ সংঘৰ প্ৰধানজনক কিবা এটা প্ৰখ্যাত দ্ৰব্য প্ৰদান কৰিব॥২৮॥ এইটো এওঁবিলাকে ঘূৰাই বিচাৰিলে 'অমুক মুখ্যজনক দিলোঁ' বুলি ক'ব॥২৯॥

ইয়াৰ দ্বাৰা (শত্ৰুৰ) শিবিৰত আৰু আটবিকৰ মাজত বিভেদ (সৃষ্টি কৰাৰ প্ৰণালী) ব্যাখ্যাত হ'ল॥৩০॥

নাইবা আত্মগৌৰৱসম্পন্ন সংঘমুখ্যৰ পুত্ৰক গুপ্তপুৰুষে বিশ্বাস ওপজাই ক'ব—'তুমি অমুক ৰজাৰ পুত্ৰ, শত্ৰুৰ ভয়ত ইয়াত ৰখা হৈছে'॥৩১॥ তেওঁ পতিয়ন গলে টকা আৰু সৈন্যেৰে সহায় কৰি সংঘৰ বিৰুদ্ধে যুঁজাব॥৩২॥ উদ্দেশ্য সিদ্ধ হ'লে তেওঁকো হত্যা কৰাব॥৩৩॥

গুপ্তচৰ হিচাপে নিযুক্ত হোৱা বেশ্যালয়ৰ গিৰিহঁত, খেলোৱাৰ, ভাৱৰীয়া, নাচনীয়াৰ বা বাজীকৰসকলে অতিশয় ৰূপৱতী আৰু যৌৱনসম্পন্না তিৰোতাৰ যোগে সংঘৰ মুখ্যসকলক উন্মাদিত কৰাব॥৩৪॥ কামোন্মাদনা প্ৰবল হ'লে এজনৰ প্ৰতি (ভাল পোৱা থকা বুলি) বিশ্বাস ওপজাই একালে লৈ গৈ নাইবা আন এজনৰ দ্বাৰা অপহৰণ কৰাই কাজিয়াৰ সৃষ্টি কৰিব॥৩৫॥ কাজিয়াৰ মাজতে ঘাতকসকলে 'এনেকৈয়ে এই কামুক নিহত হ'ল' এই বুলি কৈ (নিজৰ) কাম কৰিব॥৩৬॥ বিফলমনোৰথ হৈও যদি কোনোৱে (কামুকে) সহ্য কৰি থাকে, তিৰোতাজনীয়ে কাষ চাপি ক'ব—'সেই মুখ্যজনে আপোনাক ভাল পোৱা কাৰণে মোক দিগদাৰি দিছে; যেতিয়ালৈকে তেওঁ জীয়াই থাকে তেতিয়ালৈকে মই ইয়াত নাথাকোঁ'—এই বুলি কৈ তেওঁৰ হত্যাৰ কাৰণে উদগনি দিব॥৩৭॥ বলেৰে যদি অপহৃতা হয়, তেতিয়া উদ্যানৰ প্ৰান্তত নাইবা ক্ৰীড়া-গৃহত ৰাতি ঘাতকৰ যোগে অপহৰণকাৰীক হত্যা কৰাব, নাইবা নিজেই বিহ দি মাৰিব॥৩৮॥ তাৰ পিছত 'মোৰ প্ৰিয়জনক অমুকে হত্যা কৰিলে' বুলি ঘোষণা কৰিব॥৩৯॥

নাইবা সাধুৰ ভাও দিয়া গুপ্তচৰে বশীকৰণ-ঔষধৰ যোগে কামাসক্ত সংঘমুখ্যৰ প্ৰত্যয় জন্মাই বিহ খুৱাই তেওঁক হত্যা কৰি আঁতৰি যাব॥৪০॥ তেওঁ গুচি গলে চোৰাংচোৱাবিলাকে এইটো আনজনৰ (প্ৰতিদ্বন্দ্বী মুখ্যৰ) কাম বুলি ঘোষণা কৰিব॥৪১॥

চোৰাংচোৱা হিচাপে নিযুক্ত তিৰোতাই ধনী বিধবা বা গোপন কাৰ্যৰেৰে জীৱিকা চলোৱা তিৰোতাৰ বেশত উত্তৰাধিকাৰৰ কাৰণে বা কোনো নিক্ষেপৰ কাৰণে বিবাদ কৰাৰ ভাও দি সংঘৰ মুখ্যসকলৰ মন মুগ্ধ কৰিব, নাইবা অদিতিকৌশিক, নৰ্তকী বা গায়িকা

তিৰোতাই (এনে কৰিব)॥৪২॥ এনেকৈ বিশ্বাস কৰি ৰাতি সমাগমৰ কাৰণে বেতিয়া গোপন গৃহত প্ৰৱেশ কৰিব, তেতিয়া ঘাতকসকলে হত্যা কৰিব নাইবা বন্দী কৰি লৈ যাব॥৪৩॥

সঙ্ঘলৈ তিৰোতাৰ কাৰণে লালায়িত সঙ্ঘমুখ্যক কব—'অমুক গাৱঁৰপৰা এজন দৰিদ্ৰ লোকৰ পৰিয়াল এটাই সেই ঠাই এৰি যাবলৈ ওলাইছে; তেওঁৰ বৈণীয়েক ৰজাৰ উপযুক্ত, সেই তিৰোতাজনী লৈ আহক'॥৪৪॥ তেওঁক (তেনেকৈ) গ্ৰহণ কৰা হ'লে সাধুবেশী গুপ্তচৰে পোন্ধৰ দিন পিছত সঙ্ঘৰ বিদ্ৰোহী মুখ্যসকলৰ মাজত চিঞৰি চিঞৰি কব—'সেই মুখ্যজনে মোৰ তিৰোতা, বোৱাৰী, ভনী বা ছোৱালীজনীৰ পবিত্ৰতা নষ্ট কৰিছে'॥৪৫॥ সঙ্ঘই যদি এওঁৰ শাস্তি বিধান কৰে, ৰজাই (বিজিগীষুৱে) এওঁৰ পক্ষ লৈ এওঁক তেওঁৰ বিৰোধীসকলৰ বিৰুদ্ধে যুদ্ধ কৰাব॥৪৬॥ যদি শাস্তি বিধান নকৰে ঘাতকসকলে সাধুবেশী গুপ্তচৰজনক ৰাতি হত্যা কৰিব॥৪৭॥ তাৰ পিছত একে বেশ লোৱা আন কিছুমানে চিঞৰি ক'ব—'সেইজন ব্ৰহ্মবধী আৰু ব্ৰাহ্মণীৰ উপপতি'॥৪৮॥

অইন মুখ্যই পছন্দ কৰা কন্যাৰ বিষয়ে অইন এজনৰ ওচৰত দৈৱজ্ঞৰ ভাও ধৰা গুপ্তচৰ-বিলাকে এনেকৈ বৰ্ণনা কৰিব—'অমুকৰ কন্যা ৰাজপত্নী আৰু ৰাজমাতৃ হ'ব, সৰ্বস্ব দান কৰি নাইবা বল প্ৰয়োগ কৰি হলেও এওঁক গ্ৰহণ কৰক'॥৪৯॥ লাভ কৰিব নোৱাৰিলে অন্য-পক্ষক (অৰ্থাৎ প্ৰথমে পছন্দ কৰাজনক) উত্তেজিত কৰিব॥৫০॥ লাভ কৰিব পাৰিলেই কাজিয়া আৰম্ভ হ'ব॥৫১॥

নাইবা সন্ন্যাসিনী এগৰাকীয়ে পত্নীৰ প্ৰতি অনুৰাগী মুখ্য এজনক কব—'সেই মুখিয়ালজনে যৌবনোন্মত্ত হৈ আপোনাৰ ভাৰ্যাৰ ওচৰলৈ মোক পঠিয়াইছে; তেওঁৰ ভয়ত মই তেওঁৰপৰা চিঠি আৰু অলঙ্কাৰ লৈ আহিছোঁ; আপোনাৰ ভাৰ্যা নিৰ্দোষিণী; গোপনে ইয়াৰ প্ৰতিকাৰ কৰক; ইতিমধ্যে মই তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰা যেন দেখুৱাম'॥৫২॥

এনেকুৱা এনেকুৱা কাজিয়াৰ স্থানত, সেই কাজিয়া লাগিলে নিজেই উৎপন্ন হওক বা ঘাতকসকলেই উৎপাদিত কৰক, দুৰ্বল পক্ষক ৰজাই টকা-কড়ি আৰু সৈন্য-সমন্তৰ দ্বাৰা সহায় কৰি বিৰোধী পক্ষৰ লগত যুজাব নাইবা পলুৱাই লৈ যাব॥৫৩॥

সঙ্ঘৰ বিৰুদ্ধে একনীয়া ৰজাই এনেকৈয়ে আচৰণ কৰিব॥৫৩॥

সঙ্ঘয়ো একনীয়া ৰজাৰ এই প্ৰতাৰণাবোৰৰপৰা নিজক ৰক্ষা কৰিব॥৫৫॥

আৰু সঙ্ঘৰ মুখিয়ালজনে সঙ্ঘৰ সভ্যসকলৰ লগত ন্যায্য আচৰণ কৰি তেওঁলোকৰ হিত আৰু প্ৰিয় কাৰ্য কৰিব; তেওঁ সংযমী হ'ব, অনুৰক্ত লোকসকলক লগত ৰাখিব আৰু সকলোৰে ইচ্ছাৰ অনুবৰ্তন কৰিব॥৫৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "সঙ্ঘৰ প্ৰতি ব্যৱহাৰ" নামৰ একাদশ অধিকৰণৰ অন্তৰ্গত "ভেদনীতিৰ প্ৰয়োগ-সমূহ" আৰু "গোপন দণ্ড" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১৩৫তম) অধ্যায় সমাপ্ত॥

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ "সঙ্ঘৰ প্ৰতি ব্যৱহাৰ" নামৰ একাদশ অধিকৰণৰ সমাপ্ত হ'ল॥

# দ্বাদশ অধিকৰণ

## দুৰ্বল ৰজা-সম্বন্ধীয়

## প্ৰথম অধ্যায়

### ১৬২তম প্ৰকৰণ : দূতৰ কৰ্ম

'দুৰ্বল ৰজাই, পৰাক্ৰমী ৰজাৰ দ্বাৰা আক্ৰান্ত হলে সদায় পানীৰ সোঁতত বেত লেউসেউ হৈ থকাৰ নিচিনাকৈ সেইমান স্বভাৱ অৱলম্বন কৰিব॥১॥ কাৰণ বলীজনক নমস্কাৰ কৰা মানে ইন্দ্ৰক নমস্কাৰ কৰা'—এই বুলি ভাৰদ্বাজে কয়॥২॥

'সকলো সৈন্য সাজু কৰি (ৰজাই) যুদ্ধ কৰিব॥৩॥ কাৰণ, পৰাক্ৰমেহে ব্যসন (আপদ) বিনাশ কৰে॥৪॥ যুদ্ধত জয়েই হওক বা পৰাজয়েই হওক, ই ক্ষত্ৰিয়ৰ স্বধৰ্ম'—এই বুলি বিশালাক্ষই কয়॥৫॥

'সেইটো নহয়'—এই বুলি কৌটিল্যই কয়॥৬॥ সকলো ঠাইতে বিনীত হলে জাকৰপৰা আঁতৰি অহা ভেড়াৰ দৰে জীৱনৰ আশা ত্যাগ কৰি জীয়াই থাকিব লগীয়া হয়॥৭॥ তাকৰীয়া সৈন্যেৰে যুদ্ধ কৰাজন ডিঙা নোহোৱাকৈ সাগৰত জাপ দিয়াজনৰ দৰে ধ্বংসপ্ৰাপ্ত হয়॥৮॥ নিজতকৈ বিশিষ্ট ৰজাৰ নাইবা অনাক্ৰমণীয় দুৰ্গৰ আশ্ৰয় লৈ প্ৰযত্ন চলাব॥৯॥

অভিযানকাৰী তিনি প্ৰকাৰ—ধৰ্মবিজয়ী, লোভবিজয়ী আৰু অসুৰবিজয়ী॥১০॥ ইয়াৰ ভিতৰত আত্মসমৰ্পণতেই ধৰ্মবিজয়ী তুষ্ট হয়॥১১॥ তেওঁৰ ওচৰত সেও হব, অইনৰপৰা ভয় থাকিলেও (সেও হব)॥১২॥ ভূমি আৰু দ্ৰব্য (সম্পত্তি) গ্ৰহণ কৰি লোভবিজয়ী তুষ্ট হয়॥১৩॥ তেওঁক অৰ্থপ্ৰদান কৰিব॥১৪॥ ভূমি, সম্পত্তি, পুত্ৰ, পৰিয়াল আৰু প্ৰাণ হৰণ কৰি অসুৰ-বিজয়ী তুষ্ট হয়॥১৫॥ নিজে ধৰা নিদিয়াকৈ থাকি, ভূমি আৰু সম্পত্তি প্ৰদান কৰি তেওঁৰ বিৰুদ্ধে প্ৰতিষেধক ব্যৱস্থা লব॥১৬॥

বৌতিয়া এওঁলোকৰ এজনে যুদ্ধ-যাত্ৰাৰ কাৰণে প্ৰস্তুতি চলায়, তেতিয়া সন্ধি, মন্ত্ৰণাযুদ্ধ বা কূটযুদ্ধৰ যোগে প্ৰতিষেধক ব্যৱস্থা লব॥১৭॥ এওঁৰ শত্ৰুপক্ষৰ প্ৰতি সাম আৰু দান আৰু মিত্ৰপক্ষৰ প্ৰতি ভেদ আৰু দণ্ড প্ৰয়োগ কৰিব॥১৮॥

নাইবা, এওঁৰ দুৰ্গ, ৰাষ্ট্ৰ আৰু শিবিৰ, অস্ত্ৰ, বিহ আৰু অগ্নি আদিৰ যোগে গুপ্তচৰ-সকলে ধ্বংস কৰিব॥১৯॥ কেউফালৰপৰা তেওঁৰ পাৰ্ষ্ণিগ্ৰহণ কৰাব॥২০॥ আটৱিকৰ দ্বাৰা ৰাজ্য বিনষ্ট কৰাব, নাইবা তেওঁৰ কুলৰ দাবী প্ৰতিষ্ঠাপক বা অনন্দগৃহীত যুৱৰাজৰ দ্বাৰা ৰাজ্য হৰণ কৰাব॥২১॥ (এনে) অপকাৰ কৰি (মিত্ৰতা স্থাপনৰ কাৰণে) দূত পঠিয়াব॥২২॥ নাইবা, (কোনো) অপকাৰ নকৰাকৈয়ে সন্ধিৰ প্ৰাৰ্থনা কৰিব॥২৩॥

তথাপিও যদি অভিযান কৰে কোশ আৰু সৈন্যৰ এক-চতুৰ্থাংশ এক-চতুৰ্থাংশ কৰাই নাইবা ক্ৰমে এদিন এৰাতিকৈ বৃদ্ধি কৰি সন্ধিৰ প্ৰস্তাৱ কৰিব॥২৪॥

যদি তেওঁ সৈন্যৰ বিনিময়ত সন্ধি কৰিবলৈ বিচাৰে তেন্তে দুৰ্বল হাতী-ঘোঁৰা দিব, নহ'লে বিহ খুৱোৱা শক্তিশালী হাতী-ঘোঁৰা দিব॥২৫॥

যদি মানুহৰ বিনিময়ত সন্ধি কৰিব খোজে, তেতিয়া হ'লে গুপ্তচৰ, সেৱক, ৰাজদ্ৰোহী, বিদেশী আৰু আটৱিক সৈন্য প্ৰদান কৰিব॥২৬॥ যাতে উভয়ৰ (শত্ৰু আৰু প্ৰেৰিত সৈন্যৰ) বিনাশ হয় তেনে বিধান কৰিব॥২৭॥ নহলে তিখৰ সৈন্য দিব যি অৱমাননাপ্ৰাপ্ত হলে

এওঁক বিনাশ কৰিব বা অনুৰক্ত মৌল (মুজোৱ্দ শ্ৰেণীৰ) সৈন্য দিব যি ব্যসনত এওঁক আঘাত কৰিব॥২৮॥

যদি টকা-পইছাৰে সন্ধি কৰিব খোজে, তেতিয়া এনে বেছি দামী বস্তু এওঁক দিব যিবোৰৰ খৰিদ্দাৰ এওঁ নাপাব, নহ'লে যুদ্ধৰ অযোগ্য বন্যসম্পদ (প্ৰদান কৰিব)॥২৯॥

যদি ভূমি-সন্ধি বিচাৰে, তেতিয়া হলে পুনৰ ঘূৰাই লব পৰা, সদায় শত্ৰু থকা, আশ্ৰয়-বিহীন অথবা য'ত বসতি কৰা মহা ক্ষতিকৰ আৰু ব্যয়যুক্ত হব, তেনে মাটি প্ৰদান কৰিব॥৩০॥

নহলে অন্য এজন পৰাক্ৰমী ৰজাৰ লগত ৰাজধানীত বাদে সৰ্বস্ব প্ৰদান কৰি হলেও সন্ধিৰ প্ৰস্তাৱ কৰিব॥৩১॥

> যিটো আনে বল কৰি লৈ যাব পাৰে উপায়ৰ আশ্ৰয় লৈ তেনে বস্তু
> প্ৰদান কৰিব। নিজৰ দেহ ৰক্ষা কৰিব, ধন ৰক্ষা কৰিব নালাগে; কাৰণ
> অনিত্য ধনৰ কাৰণে কিনো মমতা থাকিব পাৰে॥৩২॥

**কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্বল ৰজা-সম্বন্ধীয়" নামৰ দ্বাদশ অধিকৰণৰ অন্তৰ্গত "দূতৰ কৰ্ম" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১৩৬তম) অধ্যায় সমাপ্ত॥**

# দ্বিতীয় অধ্যায়

## ১৬৩তম প্ৰকৰণ : মন্ত্ৰ-যুদ্ধ

## ১৬৪তম প্ৰকৰণ : (শত্ৰুৰ) সেনাধ্যক্ষৰ হত্যা (প্ৰথম ভাগ)

যদি তেওঁ (বলবান ৰজাই) সন্ধিত আবদ্ধ হব নোখোজে, তেতিয়া তেওঁক কব—'অৰিষড়্‌বৰ্গৰ (১।৬ চাওক) বশীভূত হৈ এই ৰজাসকল বিনষ্ট হৈছে, আত্মসংযমহীন এওঁলোকক অনুসৰণ কৰা উচিত নহয়॥১॥ ধৰ্ম আৰু অৰ্থৰ প্ৰতি মনোনিবেশ কৰক॥২॥ কাৰণ, সেইসকল মিত্ৰৰ মুখ্যা শিন্ধা শত্ৰু যিসকলে আপোনাক উদ্ধত, ধৰ্মৰহিত আৰু অৰ্থোন্নতি ব্যাহত কৰা কামত লিপ্ত কৰোৱা॥৩॥ আত্মাহুতি দিবলৈ প্ৰস্তুত হোৱা বীৰ-সকলৰ লগত যুদ্ধ কৰাই উদ্ধত কৰ্ম; দুয়োপক্ষৰ জনক্ষয় কৰাই ধৰ্মৰহিত কৰ্ম, হাতৰ মুঠিত থকা ভাল বস্তু আৰু নিৰ্দোষ মিত্ৰ ত্যাগ কৰাই অৰ্থোন্নতিৰ ব্যাঘাত॥৪॥ সেই ৰজা মিত্ৰযুক্ত আৰু এই (একে) উদ্দেশ্য লৈয়ে তেওঁ পুনৰ মিত্ৰৰ সমাৱেশ কৰিব যিসকলে আপোনাক সকলো ফালৰপৰা আক্ৰমণ কৰিব॥৫॥ তেওঁ মধ্যম বা উদাসীন ৰজা অথবা ৰাজমণ্ডলৰ দ্বাৰা অপৰিত্যক্ত অথচ আপুনি পৰিত্যক্ত; আপুনি যুদ্ধৰ কাৰণে সাজু হৈ থকা কাৰণে তেওঁ-বিলাকে (এই ধাৰণাৰে) বাট চাই আছে—'তেওঁ আৰু ক্ষয়প্ৰাপ্ত হওক, মিত্ৰসকলৰপৰাও বিচ্ছিন্ন হওক; আৰু যেতিয়া পৈত্ৰিক ৰাজ্য ত্যাগ কৰিব তেতিয়া অনায়াসে তেওঁক উচ্ছেদ কৰিমহ'ক'॥৬॥ '(গতিকে) মিত্ৰৰ মুখা শিন্ধা শত্ৰুৰ কথা শুনা, মিত্ৰসকলক ভয় খুৱোৱা, শত্ৰুসকলক ঐশ্বৰ্যযুক্ত কৰা, প্ৰাণ সংশয়াপন্ন কৰা আৰু বিপদগ্ৰাপ্ত হোৱা আপোনাৰ উচিত নহয়'—এইদৰে নিৰস্তিত কৰিব॥৭॥

তথাপিতো যদি যুদ্ধযাত্ৰা কৰে তেতিয়া "সংঘৰ প্ৰতি ব্যৱহাৰ" (১১।১) আৰু "যোগ-বামন" (১৩।২) অধ্যায়ত কোৱাৰ দৰে এওঁৰ প্ৰকৃতিবিলাকক উচটনি দিব॥৮॥ ঘাতক আৰু

বিহ খুওৱা লোক নিয়োগ কৰিব॥৯॥ "নিজৰ শৰীৰ-ৰক্ষা-সম্বন্ধীয়" অধ্যায়ত (১।২১) বিবিলাক বস্তু ৰক্ষণীয় বুলি ঘোষণা কৰা হৈছে, সেইবিলাকত ঘাতক আৰু বিষপ্ৰদাসকলক নিয়োগ কৰিব॥১০॥

বেশ্যালয়ৰ পিৰিহ'তে সেনামুখ্যসকলক পৰম ৰূপযৌৱনসম্পন্না তিৰোতাৰে উন্মাদিত কৰিব॥১১॥ বহুত নাইবা দুজন সেনামুখ্যৰ এগৰাকী নাৰীৰ প্ৰতি প্ৰীতি হলে ঘাতকসকলে তেওঁলোকৰ মাজত কাজিয়াৰ সৃষ্টি কৰিব॥১২॥ কাজিয়াত পৰাজিত পক্ষক অন্যকালে পলাই যাবলৈ নাইবা প্ৰভুৰ অভিযানত সাহায্য প্ৰদানৰ কাৰণে (গুপ্তচৰসকলে) টানি ধৰিব॥১৩॥

নাইবা সাধুবেশী গুপ্তচৰসকলে মুখ্যসকলৰ মাজত যিসকল কামাসক্ত তেওঁলোকক ঠগিবলৈ প্ৰেমবিজয়ী ঔষধৰ লগত বিহ প্ৰদান কৰাব॥১৪॥

কোনোজনে বেপাৰীৰ ভাওত (শত্ৰুৰ প্ৰিয় মহিষীৰ অন্তৰংগা পৰিচাৰিকাক প্ৰেমৰ কাৰণে টকাৰে ওপোচাই দি পিছত ত্যাগ কৰিব॥১৫॥ আৰু তেওঁৰেই (বেপাৰীৰ) পৰিচাৰকৰ ভাও দিয়া গুপ্তচৰৰ দ্বাৰা প্ৰশংসিত, সিদ্ধৰ ভাও দিয়া চোৰাংচোৰাই প্ৰেম-বিজয়ী ঔষধ (বন্য দৰৱ) দি কব—'সেই বেপাৰীৰ শৰীৰত প্ৰয়োগ কৰিব'॥১৬॥ এইটো সফল হলে ৰাজমহিষীকো এই প্ৰতিকাৰ-ব্যৱস্থা গ্ৰহণ কৰাৰ উপদেশ কি কব—'ৰজাৰ শৰীৰত ইয়াক প্ৰয়োগ কৰিব লাগে'॥১৭॥ তাৰ পিছত বিহ দি প্ৰতাৰণা কৰিব॥১৮॥

জ্যোতিষীবেশী গুপ্তচৰে লাহে লাহে কোনো উচ্চপদস্থ বিষয়াৰ বিশ্বাসত সোমাই তেওঁৰ গাত ৰাজলক্ষণ আছে বুলি ঘোষণা কৰিব॥১৯॥ নাইবা, কোনো ভিক্ষুকীয়ে (ভিক্ষুকীবেশী গুপ্তচৰে), এওঁৰ পত্নীক কব—'আপুনি ৰাজৰাণী বা ৰাজমাতা হব'॥২০॥

কোনো বৰমুৰীয়া বিষয়াৰ ভাৰ্যা হোৱা গুপ্তচৰ তিৰোতাই তেওঁক (স্বামীক) ক'ব—'ৰজাই মোক তেওঁৰ অন্তেবপুৰত ৰাখিব খোজে; এজনী পৰিব্ৰাজিকাই এইখন চিঠি আৰু এই অলঙ্কাৰবোৰ আপোনাৰ ঘৰলৈ আনিছে'॥২১॥

নাইবা ৰান্ধনি বা পৰিচাৰকৰ ভাও দি কোনো এজনে (গুপ্তচৰে) বিহ খুৱাবলৈ ৰজাই দিয়া উপদেশৰ কথা আৰু তেওঁক প্ৰলোভিত কৰিবলৈ দিয়া টকাৰ কথা ক'ব॥২২॥ আৰু তেওঁৰ এই কথা সদাগৰৰূপী (অন্য) এজনে সমৰ্থন কৰিব আৰু এই কাৰ্যৰ সিদ্ধিৰ কথা ক'ব॥২৩॥

এনেদৰেই এটা, দুটা বা তিনিটা উপায় অবলম্বন কৰি এওঁৰ উচ্চ বিষয়াসকলক এজন এজনকৈ এওঁক ত্যাগ কৰিবলৈ নাইবা এওঁৰ বিৰুদ্ধে যুঁজিবলৈ উচটনি দিব॥২৪॥

শূন্যপালৰ ওচৰত থকা এওঁৰ চোৰাংচোৱাবিলাকে দুৰ্গবিলাকৰ আশে-পাশে (থকা) নগৰ আৰু গাওঁবাসীসকলক (যেন) মিত্ৰতাৰ কাৰণতহে জনাব—'সৈনিক আৰু বিভাগীয় বৰমুৰীয়া-সকলক শূন্যপালে কৈছে—'ৰজা সঙ্কটাপন্ন হৈছে, জীয়াই থাকি আহিবও পাৰে, নাহিবও পাৰে, বলেৰে ধন অৰ্জা আৰু তোমালোকৰ শত্ৰুক ধ্বংস কৰা॥২৫॥ আৰু এনে গুজৱ প্ৰচাৰ হোৱাৰ লগে লগে ঘাতকসকলে নিশা পুৰবাসীসকলক লুণ্ঠন কৰিব আৰু মুখ্যসকলক হত্যা কৰিব (আৰু কব)—'শূন্যপালৰ সেৱা নিয়ে নকৰে তেওঁৰ এনে দশা হয়'॥২৬॥ আৰু শূন্য-পালৰ গৃহত তেজৰ দাগ থকা অস্ত্ৰ, টকা আৰু বহী আদি পেলাই থ'ব॥২৭॥ তাৰ পিছত গুপ্তচৰবিলাকে 'শূন্যপালে মাৰিছে আৰু লুণ্ঠন কৰিছে' বুলি ঘোষণা কৰিব॥২৮॥

এনেদৰেই গাওঁবাসী মানুহকো সমাহৰ্তাৰ (মুখ্যবিষয়াৰ)পৰা আঁতৰাই আনিব॥২৯॥

আৰু সমাহৰ্তাৰ মানুহক গাৱঁৰ মাজত ৰাতি ঘাতকসকলে হত্যা কৰি ঘোষণা কৰিব— 'যিসকলে দেশৰ ভিতৰুৱা অঞ্চলত অধৰ্মেৰে পীড়া কৰে, তেওঁলোকৰ অৱস্থা এনে হয়' ॥৩০॥

আৰু এনেকৈয়ে গণ্ডগোল আৰম্ভ হলে প্ৰজা-বিদ্ৰোহৰ যোগে শূন্যপাল নাইবা সমাহৰ্তাক বধ কৰাব ॥৩১॥ তেওঁৰ পৰিয়ালৰ, ৰাজপাটৰ দাবী কৰোঁতা কোনোবা এজনক নাইবা কোনো অননুগৃহীত যুৱৰাজক প্ৰতিষ্ঠা কৰিব ॥৩২॥

ৰাজপ্ৰাসাদত, নগৰৰ দুৱাৰত আৰু দ্ৰব্যৰ আৰু শস্যৰ ভঁৰালত জুই দিব
নাইবা তাত থকা বিষয়াসকলক হত্যা কৰিব আৰু কৰুণ স্বৰেৰে চিঞৰি
চিঞৰি তেওঁৰে (শূন্যপাল বা সমাহৰ্তাৰ) কাম বুলি ঘোষণা কৰিব ॥৩৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্বল ৰজা-সম্বন্ধীয়" নামৰ দ্বাদশ অধিকৰণৰ অন্তৰ্গত "মন্ত্ৰযুদ্ধ" আৰু "(শত্ৰুৰ) সেনাধ্যক্ষৰ হত্যা" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ১৩৭তম) অধ্যায় সমাপ্ত॥

# তৃতীয় অধ্যায়

## ১৬৪তম প্ৰকৰণ : (শত্ৰুৰ) সেনাধ্যক্ষৰ হত্যা (দ্বিতীয় ভাগ)
## ১৬৫তম প্ৰকৰণ : ৰাজ-মণ্ডলৰ মাজত উত্তেজনা-সৃষ্টি

(শত্ৰু) ৰজা আৰু তেওঁৰ প্ৰিয়পাত্ৰসকলৰ ওচৰত থকা চোৰাংচোৱাবিলাকে পদাতি, অশ্বাৰোহী আৰু হস্তিসৈন্যৰ মুখ্যসকলৰ মিত্ৰস্থানীয়সকলক বন্ধুভাৱে বিশ্বাসতে কব— 'এওঁলোকৰ ওপৰত ৰজা ক্ৰুদ্ধ হৈছে' ॥১॥ এই কথাৰ বহুল প্ৰচাৰ হলে ঘাতকসকল ৰাতি ফুৰাৰ বিপদৰপৰা সাৱধান হৈ তেওঁবিলাকৰ ঘৰলৈ যাব আৰু কব—'মহাৰাজৰ আদেশ অনুসৰি আপোনালোক (আমাৰ লগত) আহক' ॥২॥ ওলাই অহাৰ লগে লগেই তেওঁবিলাকক হত্যা কৰিব; ওচৰত থকাসকলক মহাৰাজৰ আদেশ (অনুসৰি বধ কৰা হৈছে) বুলি কব ॥৩॥ আৰু যিসকলক হত্যা কৰা হোৱা নাই, তেওঁবিলাকক গুপ্তচৰবিলাকে কব—'এই কথাকেই আমি আপোনালোকক কৈছিলোঁ; যাৰ বাচি থাকিবৰ ইচ্ছা আছে পলাই যাওক' ॥৪॥

বিচৰা সত্ত্বেও ৰজাই কোনো বস্তু নিদিয়াসকলক চোৰাংচোৱাবিলাকে কব—'ৰজাই শূন্য-পালক কৈছে—সেই সেই লোকে নুখুজিব লগীয়া বস্তু মোক খুজিছে; মোৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ শত্ৰুৰ লগ লাগিছে; তেওঁবিলাকক মষিমূৰ কৰিবৰ কাৰণে যত্নপৰ হওক' ॥৫॥ তাৰ পিছত পূৰ্বতে (২-৪ সূত্ৰত) কোৱাৰ দৰে আচৰণ কৰিব ॥৬॥

খুজিলে (কোনো বস্তু) ৰজাই দিয়াসকলক চোৰাংচোৱাবিলাকে কব—'শূন্যপালক ৰজাই কৈছে—'সেই সেই লোকে নুখুজিব লগীয়া বস্তু মোক খুজিছে; বিশ্বাস ওপোজাবৰ কাৰণে মই সেই বস্তু তেওঁবিলাকক দিছোঁ; তেওঁবিলাক (এতিয়া) শত্ৰুৰ লগ লাগিছে; তেওঁবিলাকক মষিমূৰ কৰিবৰ কাৰণে যত্নপৰ হওক' ॥৭॥ তাৰ পিছত আগতে কোৱাৰ দৰে আচৰণ কৰিব ॥৮॥

আৰু যিসকলে এওঁক খুজিব লগীয়া বস্তু নোখোজে তেওঁবিলাকক চোৰাংচোৱাবিলাকে কব—'শূন্যপালক ৰজাই কৈছে—'সেই সেই লোকে খুজিব লগীয়া বস্তু মোক খোজা নাই; নিজৰ অপৰাধৰ শঙ্কাৰ বাহিৰে ইয়াত অন্য কি থাকিব পাৰে? তেওঁবিলাকৰ ধ্বংসৰ কাৰণে যত্নপৰ হওক' ॥৯॥ তাৰ পিছত পূৰ্বতে কোৱাৰ দৰে আচৰণ কৰিব ॥১০॥

ইয়াৰ দ্বাৰা হাত কৰিব পৰা সকলো লোকৰ সম্বন্ধেও বুজোৱা হ'ল ॥১১॥

নহলে চোৰাংচোৰাই (শত্ৰু) ৰজাৰ কাষ চাপি ক'ব—'আপোনাৰ সেই সেই মুখ্য বিষয়াই শত্ৰুৰ মানুহৰ লগত কথা-বতৰা চলাইছে'॥১২॥ বিশ্বাস উপজিলে এওঁৰ পত্ৰ লৈ যোৱা ৰাজ-দ্ৰোহীসকলক দেখুৱাব আৰু ক'ব—'এয়াই সেই'॥১৩॥

নাইবা, সেনাৰ মুখিয়ালসকলৰ মাজত প্ৰধান বিষয়াকেইজনক ভূমি বা টকাৰ লোভ দেখুৱাই নিজৰ সৈন্যৰ লগতে যুঁজাব, নহলে আঁতৰাই লৈ যাব॥১৪॥

ওচৰতে থকা বা দুৰ্গত বাস কৰা তেওঁৰ (শত্ৰু-ৰজাৰ) পুত্ৰেকক চোৰাংচোৰাৰ যোগে প্ৰবোচিত কৰিব—'আপুনি বেছি গুণসম্পন্ন পুত্ৰ, তথাপিতো আপোনাক বঞ্চিত কৰিলে; তথাপি আপুনি উদাসীন হৈ আছে কিয়? বিক্ৰম দেখুৱাওক আৰু (ৰাজ্য) দখল কৰক; নহলে সোনকালে যুৱৰাজে আপোনাৰ সৰ্বনাশ কৰিব'॥১৫॥

তেওঁৰ কুলৰ ৰাজপাটৰ দাবী কৰোঁতাজনক নাইবা অননুগৃহীত যুৱৰাজক টকাৰ প্ৰলোভন দেখুৱাই ক'ব—'এওঁৰ (ৰাজ্যৰ) অভ্যন্তৰত বা সীমান্তত থকা সৈন্য নাইবা দুৰ্গ ধ্বংস কৰক'॥১৬॥

আটৱিকসকলক টকা আৰু সম্মানেৰে হাত কৰি এওঁৰ ৰাজ্য বিনষ্ট কৰাব॥১৭॥

নাইবা এওঁৰ পাৰ্ষ্ণিগ্ৰাহক (পৃষ্ঠশত্ৰুক) ক'ব—'এই ৰজাই মোক উচ্ছেদ কৰি আপোনাকো উচ্ছিন্ন কৰিব এওঁক পাছফালৰপৰা আক্ৰমণ কৰক; তেওঁ আপোনাক উভতি ধৰিলে মই (তেওঁক) পাছফালৰপৰা আক্ৰমণ কৰিম'॥১৮॥

নহলে এওঁৰ (শত্ৰুৰ) মিত্ৰসকলক ক'ব—'মই আপোনালোকৰ ভেঁটা; মই ভাগি পৰিলে আপোনালোক সকলোকে এই ৰজাই উটুৱাই দিব; একেলগ হৈ এওঁৰ অভিযান ব্যৰ্থ কৰোঁহক'॥১৯॥

সেই কাৰণে যিসকল তেওঁৰ লগত একেলগ আৰু যিসকল পৃথক উভয় পক্ষলৈ পত্ৰ প্ৰেৰণ কৰিব—'এই ৰজাই মোক নিৰ্মূল কৰি আপোনালোকৰ বিৰুদ্ধেও ব্যৱস্থা ল'ব; সাৱধান হ'ব; আপোনালোকে মোক সহায় কৰাই ভাল হ'ব'॥২০॥

ৰক্ষা পাবৰ কাৰণে সৰ্বস্ব নিবেদন কৰিও সান্নিধ্য অনুসৰি মধ্যম বা
উদাসীন ৰজাৰ যি কোনো এজনৰ ওচৰত পুনৰ আবেদন কৰিব॥২১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্বল ৰজা-সম্বন্ধীয়" নামৰ দ্বাদশ অধিকৰণৰ অন্তৰ্গত "(শত্ৰুৰ) সেনাধ্যক্ষৰ হত্যা" (দ্বিতীয় ভাগ) আৰু "ৰাজ-মণ্ডলৰ মাজত উত্তেজনা-সৃষ্টি" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ১৩৮তম) অধ্যায় সমাপ্ত॥

# চতুৰ্থ অধ্যায়

## ১৬৬তম প্ৰকৰণ : অস্ত্ৰ, অগ্নি আৰু বিহৰ গোপন ব্যৱহাৰ
## ১৬৭তম প্ৰকৰণ : (শত্ৰুৰ) যোগান, সৈন্যকৰণুৰণ আৰু অতৰ্কিত আক্ৰমণৰ নিৰোধ

বেপাৰীৰ বেশত এওঁৰ (শত্ৰুৰ) দুৰ্গৰ চাৰিওকাষে বাস কৰা, গৃহস্থৰ বেশত গাৱঁত বাস কৰা, সীমান্তৰ দুৰ্গ বা গাৱঁত গৰখীয়া আৰু সন্ন্যাসীৰ বেশত বাস কৰা চোৰাংচোৰা-বিলাকে উপহাৰ প্ৰদানপূৰ্বক সামন্ত, আটৱিক, কুলৰ দাবী-প্ৰতিষ্ঠাপক আৰু অননুগৃহীত

দূত্ৰবাজলৈ (বাণী) পঠিয়াব—'এই দেশ অধিকাৰ কৰিব পাৰি'॥১॥ আৰু বৈতিয়া এওঁবিলাকৰ চোৰাংচোৱাবিলাক দুৰ্গৰ চাৰিকালৰ এলাকাত আহি পৰিব তেওঁবিলাকক অৰ্থ আৰু সম্মানেৰে সংকাৰ কৰি প্ৰকৃতিসমূহৰ ছিদ্ৰবিলাক দেখুৱাই দিব॥২॥ সেইবিলাকত তেওঁবিলাকৰ লগতে প্ৰহাৰ কৰিব॥৩॥

নহ'লে এওঁৰ শিবিৰত এজন চোৰাংচোৱাই মদ বেচোঁতাৰ ভাও ধৰি মৃত্যুদণ্ডৰ আদেশ হোৱা এজন মানুহক পুত্ৰ বুলি দেখুৱাব আৰু আক্ৰমণৰ সময়ত বিহ খুৱাই মাৰি মৃতকৰ উদ্দেশ্যে "তৰ্পণ" বুলি মদৰ কলহ শ শই প্ৰদান কৰিব॥৪॥ প্ৰথম দিনা নিভাঁজ নাইবা এক-চতুৰ্থাংশ বিহ মিহলোৱা মদ দিব, ইয়াৰ পিছৰ দিনা বিহ মিহলি থকা (মদ) প্ৰদান কৰিব॥৫॥ নহলে বিশুদ্ধ মদ সেনাৰ মুখ্যসকলক প্ৰদান কৰি নিচা লগাৰ সময়ত বিহ মিহলি মদ প্ৰদান কৰিব॥৬॥

নাইবা এজন চোৰাংচোৱাই সেনাৰ মুখ্য বিষয়াৰ ভাও দি মৃত্যুদণ্ডপ্ৰাপ্ত এজন মানুহক পুত্ৰৰূপে দেখুৱাব আৰু ইত্যাদি ইত্যাদি, আগৰ দৰেই॥৭॥

নাইবা, সিজোৱা মাংস, ভাত, মদ, আৰু পিঠাৰ বেপাৰীৰ ভাওত চোৰাংচোৱাবিলাকে নিজৰ নিজৰ বিশিষ্ট পণ্যদ্ৰব্যৰ জাননী দি পৰস্পৰ প্ৰতিযোগিতাৰ মাজত শত্ৰুক আহ্বান কৰি জনাব—'এইটো কালিয়নেও পাব, দামো সস্তা' আৰু নিজৰ বিক্ৰী কৰিব লগীয়া বস্তুত বিহ মিহলাব॥৮॥

মদ, গাখীৰ, দৈ, ঘিউ, তেল সেই সেই বেপাৰীৰ হাতৰপৰা তিৰোতা আৰু ল'ৰা-ছোৱালীয়ে কিনি লৈ তলিত বিহ থকা নিজৰ নিজৰ পাত্ৰত ভৰাব॥৯॥ 'এই দামত দিয়া; আৰু ভাল ধৰণৰ বস্তু দিয়া'—এনেকৈ কৈ তাতে (আগৰ ঠাইত) ঢালি দিব॥১০॥ বেপাৰীৰ ভাও দিয়া চোৰাংচোৱাবিলাকে নাইবা বেপাৰীৰ সম্ভাৰ গোটোৱাসকলে (ফেৰিৱালাবোৰে) সেই একেবোৰকে (বিক্ৰী কৰিব)॥১১॥

ওচৰত থকাসকলে হাতী আৰু ঘোঁৰাৰ আহাৰ আৰু ঘাঁহত বিহ প্ৰদান কৰিব॥১২॥ বনুৱাৰ ভাও দিয়া চোৰাংচোৱাবিলাকে বিহ মিহলোৱা ঘাঁহ আৰু পানী বিক্ৰী কৰিব॥১৩॥

নাইবা, বহুদিন ধৰি (শত্ৰুৰ) শিবিৰৰ লগত সম্পৰ্ক থকা গৰুৰ বেপাৰীবিলাকে আক্ৰমণৰ সময়ত শত্ৰুৰ খেলিমেলি লগাব পৰা ঠাইত গৰু, ছাগলী বা ভেৰাৰ পাল মেলি দিব; দুষ্ট ঘোঁৰা, গাধ, উট আৰু ম'হবিলাকো (মেলি দিব)॥১৪॥ নহলে সেই ভাওকে দি চোৰাংচোৱাবিলাকে চিকাৰ তেজেৰে চকুবোৰ বাগুলী কৰা জন্তুবোৰ এৰি দিব॥১৫॥ নহলে চিকাৰীৰ ভাও দি সজাৰপৰা হিংস্ৰ জন্তুবোৰ এৰি দিব, সাপ ধৰা মানুহৰ ভাও দি উগ্ৰ বিষযুক্ত সাপ, অথবা হাতীৰে জীৱিকা চলোৱা মানুহ হৈ হাতী (এৰি দিব)॥১৬॥ নহলে অগ্নিজীৱী-সকলে বস্তুবোৰত জুই দিব॥১৭॥

নাইবা গুপ্তচৰবিলাকে ছদ্মভঙ্গ দিয়া পদাতি, অশ্বাৰোহী আৰু হস্তিসৈন্যৰ মুখিয়াল-সকলক হত্যা কৰিব বা মুখিয়াল বিষয়াৰ আবাসবিলাকত জুই দিব॥১৮॥

নাইবা বিদ্ৰোহী, শত্ৰু আৰু আটবিকৰ ভাও দি (শত্ৰুৰ, কামত নিযুক্ত হৈ পৃষ্ঠত আক্ৰমণ কৰিব, নাইবা (দুৰ্বল বজাই কৰা) আক্ৰমণত সহায় কৰিব॥১৯॥

বা বনৰ মাজত লুকাই থাকি সীমান্তত থকা সৈন্যক প্ৰলোভন দি বাহিৰলৈ আনি হত্যা কৰিব, নাইবা একপংক্তি-অভিযানত যোগান, সৈন্য-অনুপূৰণ আৰু আচম্বিত আক্ৰমণ ধ্বংস কৰিব॥২০॥

নাইবা ৰাত্রি-যুদ্ধত (আগতে) সঙ্কেতৰূপে ধাৰ্য কৰা বহুত ঢোল কোবাব আৰু ঘোষণা কৰিব—'আমি প্ৰৱেশ কৰিলোঁহঁক, (গতিকে) ৰাজ্যও লাভ হ'ল'॥২১॥

নহলে ৰজাৰ আৱাসত সোমাই গণ্ডগোলৰ মাজতে ৰজাক হত্যা কৰিব॥২২॥ যদি পলাই যাব খোজে ম্লেচ্ছ সৈন্য আৰু আটবিকৰ সৈন্যৰ নেতাসকলে খাপ লৈ থাকি নাইবা গছৰ বেৰাৰ আঁৰ লৈ এওঁক হত্যা কৰিব॥২৩॥ নাইবা আক্ৰমণৰ ছুলস্থলীয়া অৱস্থাত গূঢ় যুদ্ধৰ উপযুক্ত সময়ত (অৰ্থাৎ অকলশৰীয়াকৈ পালে) ব্যাধৰ ভাওত থকা চোৰাংচোৱাবিলাকে এওঁক হত্যা কৰিব॥২৪॥ নাইবা, নিজৰ সুবিধাজনক ঠাই অনুসৰি, তেওঁ যেতিয়া এনে বাটত উপস্থিত হ'ব য'ত এটাৰ পাছত এটা সৈন্য গৈহে যুদ্ধ কৰা সম্ভৱ, নাইবা পৰ্বতত, গা-গছৰ বেৰাৰ আঁৰত, পিৰ্তানিত বা পানীৰ মাজত (এওঁক) আঘাত কৰিব॥২৫॥ অথবা, নদী, হ্রদ বা পুখুৰীৰ বান্ধ ভাঙি পানীৰ সোঁতত ডুবাই মাৰিব॥২৬॥ যদি তেওঁ মৰুভূমি, হাবি নাইবা পানীৰ মাজৰ দুৰ্গত থাকে তেতিয়া বিষাক্ত জুই নাইবা ধোঁৱা দি বিনাশ কৰিব॥২৭॥ ঘাতকসকলে, সঙ্কীৰ্ণ স্থানত পৰিলে জুইৰে, মৰুভূমিত থাকিলে ধোঁৱাৰে, নিজৰ ঘৰত থাকিলে বিহেৰে, পানীত গা ধুই থাকোঁতে ক্ৰূৰ ঘৰিয়ালেৰে নহ'লে পানীত বিচৰণ কৰি থকা লোকেৰে তেওঁক বিনাশ কৰিব; নহলে জুই লগাই দিয়া ঘৰৰপৰা ওলাই আহোঁতে তেওঁক হত্যা কৰিব॥২৮॥

উক্ত ঠাইবিলাকক আশ্ৰয় কৰি থকা শত্ৰুক কায়দাৰে বাহিৰ কৰি, নহ'লে
গোপন মন্ত্ৰেৰে নাইবা গোপন কৌশলেৰে প্ৰতাৰণা কৰিব॥২৯॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্বল ৰজা-সম্বন্ধীয়" নামৰ দ্বাদশ অধিকৰণৰ অন্তৰ্গত "অস্ত্ৰ, অগ্নি আৰু বিহৰ গোপন ব্যৱহাৰ" আৰু "শত্ৰুৰ যোগান, সৈন্যক্ষয়-পূৰণ আৰু অতৰ্কিত আক্ৰমণৰ নিৰোধ" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ১৩৯তম) অধ্যায় সমাপ্ত॥

# পঞ্চম অধ্যায়

## ১৬৮তম প্ৰকৰণ : গোপন কৌশলৰ দ্বাৰা (শত্ৰুক) প্ৰতাৰণা কৰা
## ১৬৯তম প্ৰকৰণ : বলপ্ৰয়োগৰ দ্বাৰা (শত্ৰুক) প্ৰতাৰণা কৰা
## ১৭০তম প্ৰকৰণ : অকলশৰীয়া ৰজাৰ বিজয়

দেৱতাৰ পূজা উপলক্ষে উৎসৱৰ সময়ত ভক্তিবশতঃ পূজা কৰিবলৈ অহাৰ কাৰণে শত্ৰুৰ বহুত স্থান থাকিব পাৰে॥১॥ সেই সেই স্থানত তেওঁৰ বিৰুদ্ধে গোপন কৌশল খটাব॥২॥ মন্দিৰত সোমাওঁতে ওপৰৰপৰা যন্ত্ৰ খুলি গোপন দেৱাল নাইবা প্ৰকাণ্ড শিল পেলাই দিব॥৩॥ নাইবা, ওপৰ মহলৰপৰা তেওঁৰ ওপৰত শিল আৰু অস্ত্ৰ বৰ্ষণ কৰিব, নহ'লে দৰ্জা পেলাই দিব নাইবা দেৱালত লগাই থোৱা আৰু এটা মূৰ এঠাইত বান্ধি ৰখা দুৱাৰৰ দাং এৰি দিব॥৪॥ নহলে দেৱতাৰ বিগ্ৰহ, পতাকা বা অস্ত্ৰ এওঁৰ ওপৰত পেলাই দিয়াব॥৫॥ এওঁ যি ঠাইত বাস কৰে, বহে বা যি ঠাইত ফুৰা-চকা কৰে তাত গোবৰৰ প্ৰলেপত, মজিয়াত ছটিওৱা সুগন্ধি পানীত নাইবা ফুল আৰু সুগন্ধি গুড়াৰ উপহাৰত বিষ মিহলাই দিব॥৬॥ নাইবা সুবাসৰ লগত বিষাক্ত ধোঁৱা এওঁৰ ওচৰলৈ বোৱাই দিব॥৭॥ নাইবা, ক্লিটিপ লগাই থোৱা মজিয়াৰ খিলা সোলোকাই তাৰ ওপৰত থকা বিচনা বা আসনৰপৰা তলত থকা শূল পুতি থোৱা কুঁৱা বা গভীৰ গাঁতত এওঁক পেলাই দিব॥ ৮॥

নাইবা যেতিয়া শত্ৰু আহি নিচেই ওচৰ চাপে গাৱঁৰপৰা অৱৰোধ সহ্য কৰিব পৰা মানুহ

দুর্গৰ ভিতৰলৈ আমদানি কৰিব॥৯॥ অৱৰোধ সহ্য কৰিব নোৱৰাজনক দুর্গৰপৰা আঁতৰাব, নাইবা উদ্ধাৰ কৰিব পৰা শত্ৰু-ভূমিলৈ পঠিয়াব॥১০॥ আৰু গাওঁবাসী মানুহক (সাধাৰণ প্ৰজাক) ভায়েক বা পুতেকৰ কৰ্তৃত্বত একে ঠাইতে পৰ্বত-দুৰ্গত, বন-দুৰ্গত, নদী-দুৰ্গত বা হাবিৰ দ্বাৰা ব্যৱহিত স্থানত স্থাপন কৰিব॥১১॥

দুৰ্গত অৱৰুদ্ধ হৈ-থকাৰ কাৰণবিলাক "সসৈন্যে আত্মসমৰ্পণ কৰা ৰজাৰ আচৰণ" (৭.১৫.১২ৰ পৰা)—এই প্ৰকৰণত ব্যাখ্যাত হৈছে॥১২॥

(দুৰ্গৰ চাৰিওফালে) এক যোজন পৰ্যন্ত দূৰত্বলৈ থকা বন আৰু কাঠবোৰ জলাই দিব॥১৩॥ পানী দূষিত কৰাব আৰু বোৱাই লৈ যোৱাব (পানী নাইকিয়া কৰাব)॥১৪॥ আৰু বাহিৰত কুঁৱা, গাত আৰু কাইটীয়া তাঁৰৰ বেৰৰ ব্যৱস্থা কৰিব॥১৫॥

শত্ৰুৰ শিবিৰলৈকে বহু মুখ থকা সুৰুঙা খান্দি মুখ্য ভঁৰালীসকলক নাইবা স্বয়ং শত্ৰুকে পলুৱাই নিব॥১৬॥ শত্ৰুৱে সুৰুঙা খান্দিলে তেওঁ (নগৰৰ চাৰিফালৰ) খাল দকৈ খান্দিব যাতে পানীয়ে সুৰুঙা পায়গৈ, নহ'লে বেৰৰ চাৰিওফালে কুঁৱা খান্দিব॥১৭॥ খনন ধৰা পেলাবৰ কাৰণে সন্দেহজনক ঠাইবোৰত পানীৰ কলহ নাইবা কাঁহৰ পাত্ৰ ৰখাব॥১৮॥ সুৰুঙাৰ বাট জানিব পাৰিলে ওলোটা সুৰুঙা খন্দাব॥১৯॥ (সুৰুঙা) মাজতে ভাঙি দি তাত পানী বা ধোঁৱা এৰি দিব॥২০॥

দুৰ্গৰ প্ৰতিৰক্ষাৰ বিধান আৰু কোনো জ্ঞাতিক মূলৰ (ৰাজধানীৰ) ভাৰ অৰ্পণ কৰি তেওঁ শত্ৰুৰ বিৰুদ্ধ দিশে যাত্ৰা কৰিব, নাইবা (তালৈ যাব) য'ত মিত্ৰ, জ্ঞাতি আৰু আটৱিকৰ লগ লাগিব পাৰে, বা য'ত তেওঁ (শত্ৰুৰ) বলবান শত্ৰুৰ বা দ্ৰোহীৰ লগ লাগিব পাৰে, বা য'লৈ গৈ শত্ৰুক বলবান মিত্ৰৰপৰা বিযুক্ত কৰিব পাৰে, নাইবা য'ত শত্ৰুৰ পৃষ্ঠ আক্ৰমণ কৰিব পাৰে, নাইবা তেওঁৰ ৰাজ্য হৰণ কৰাব পাৰে, নাইবা য'ৰপৰা শত্ৰুৰ যোগান, সৈন্যক্ষয়-সম্পূৰণ আৰু আকস্মিক আক্ৰমণ বন্ধ কৰিব পাৰে, নাইবা য'ৰপৰা জুৱাৰীৰ দৰে শত্ৰুৰ ওপৰত অপপ্ৰহাৰ কৰিব পাৰে, নাইবা য'ৰপৰা শত্ৰুৱে নিজ ৰাজ্য ৰক্ষা কৰিব পাৰে আৰু নিজৰ মূল দৃঢ় কৰিব পাৰে (গুৰি শকত কৰিব পাৰে)॥২১॥ য'ত অভিপ্ৰেত সন্ধি কৰিবৰ সুবিধা হয় তালৈকো যাব পাৰে॥২২॥

নাইবা, যিসকলে তেওঁৰ লগতে (দুৰ্গৰপৰা) প্ৰস্থান কৰিছে তেওঁলোকে শত্ৰুলৈ (খবৰ) পঠিয়াব—'আপোনাৰ শত্ৰু এওঁ আমাৰ হস্তগত; কোনো বস্তু খৰিদ কৰাৰ ছলেৰে নাইবা অপকাৰ কৰাৰ ভাও দি টকা আৰু বলবান সৈন্যদল পঠিয়াওক; বান্ধি নাইবা মাৰি এওঁক সেই সৈন্যৰ হাতত অৰ্পণ কৰিমহ'ক'॥২৩॥ সম্মত হলে টকা আৰু বলী সৈন্য আত্মসাৎ কৰিব॥২৪॥

নাইবা কোনো সীমান্তৰ দুৰ্গৰ অধিনায়কে দুৰ্গ সমৰ্পণ কৰাৰ প্ৰস্তাৱ কৰি (শত্ৰু) সৈন্যৰ একাংশ দুৰ্গৰ ভিতৰলৈ নি বিশ্বাস ওপোজাই হত্যা কৰিব॥২৫॥

নাইবা, একে ঠাইতে ৰখা প্ৰজাসাধাৰণক হত্যা কৰিবৰ কাৰণে শূন্যপালে (ৰাজ-প্ৰতিনিধেৰে ৰজাৰ পুতেকে বা ভায়েকে) শত্ৰুসৈন্যক আহ্বান জনাব॥২৬॥ বিশ্বাস ওপোজাই অৱৰুদ্ধ ঠাইলৈ লৈ গৈ হত্যা কৰিব॥২৭॥

মিত্ৰৰ ভাও দি কোনো চোৰাংচোৱাই অৱৰোধকাৰী ৰজালৈ বাতৰি পঠিয়াব—'এই দুৰ্গত খাদ্যশস্য, তেল, চেনি আৰু লোণৰ অভাৱ হৈছে, এই এই ঠাইলৈ এই এই সময়ত এইবিলাক আহিব; তাক হস্তগত কৰক'॥২৮॥ ইয়াৰ পিছত দ্ৰোহী সৈন্য, বিদেশী সৈন্য বা আটৱিক সৈন্যাই নাইবা মৃত্যুদণ্ডেৰে দণ্ডিত আন লোকে বিহ মিহলি খাদ্যশস্য, তেল, চেনি, লোণ

আদি ভিতৰলৈ লৈ আহিব॥২৯॥ ইয়াৰ দ্বাৰা সকলো সামগ্ৰী আৰু যোগান কাঢ়ি লোৱা সম্পৰ্কে বুজোৱা হ'ল॥৩০॥

নাইবা সন্ধি কৰি (শত্ৰুকৰ) টকাৰ একাংশ প্ৰদান কৰিব, বাকীখিনি দিওঁতে বিলম্ব কৰিব॥৩১॥ তাৰ পিছত এওঁৰ দুৰ্গবিলাকৰ প্ৰতিৰক্ষা-ব্যৱস্থাবিলাক শিথিল কৰিব॥৩২॥ নহলে জুই, বিহ বা অস্ত্ৰেৰে প্ৰহাৰ কৰিব॥৩৩॥ নাইবা এওঁৰ প্ৰিয়পাত্ৰসকলৰ কোনোবাই টকা গ্ৰহণ কৰিব খুজিলে অনুগৃহীত কৰিব॥৩৪॥

নহ'লে যদি বৰ নিশকতীয়া হয় দুৰ্গ প্ৰদান কৰি গুচি যাব॥৩৫॥ সুৰুঙাৰে বা দাঁতিয়েদি ভাঙি দেৱালৰ ফাঁকেৰে ওলাই যাব॥৩৬॥

ৰাতি হঠাৎ আক্ৰমণ কৰি কৃতকাৰ্য হলে অৱস্থান কৰিব, অকৃতকাৰ্য হ'লে ছলেৰে বাহিৰ ওলাব॥৩৭॥ নাস্তিক ভিক্ষুৰ বেশত কমসংখ্যক অনুগামী লগত লৈ গুচি যাব॥৩৮॥ নাইবা চোৰাংচোৰাবিলাকে মৰা শ বুলি ঢাকি পলুৱাই লৈ যাব॥৩৯॥ অথবা, মাইকী মানুহৰ বেশেৰে শৱযাত্ৰাৰ অনুগমন কৰিব॥৪০॥ নহলে, দেৱতাৰ পূজা, প্ৰেত-তৰ্পণ বা উৎসৱ উপলক্ষে বিহ মিহলোৱা আহাৰ আৰু পানী এৰি থৈ গুচি যাব॥৪১॥

গুপ্ত প্ৰৰোচনা কৰি দেখাত দ্ৰোহী সৈন্যৰে সৈতে পলায়ন কৰি (দ্ৰোহীবেশী), গুঢ় সৈন্যৰে আঘাত কৰিব॥৪২॥

নাইবা, যদি এইদৰে দুৰ্গ অধিকৃত হয়, প্ৰভূত খাদ্যসামগ্ৰীৰ ভাণ্ডাৰ গোটাই দেৱতাৰ প্ৰতিমাৰ খোৰোঙত, ফোপোলা বেৰৰ মাজত, নাইবা ওপৰত প্ৰতিমা ৰখা তলাতল কক্ষত সোমাই লুকাই থাকিব॥৪৩॥ (কথা) পাহৰি গ'লে সুৰুঙাই দি ৰাতি ৰজাৰ আবাসত সোমাই শুই থাকোঁতে শত্ৰুক মাৰিব॥৪৪॥ যন্ত্ৰেৰে ঢিলা কৰিব পৰা কিবা এটা ঢিলা কৰি ইয়াক তেওঁৰ ওপৰত পেলাই দিয়াব॥৪৫॥ বিহ আৰু জুই লগা বস্তুৰে লেপ দিয়া নাইবা লাহে নিৰ্মিত ঘৰত শত্ৰু শুই থাকোঁতে ঘৰত জুই দিব॥৪৬॥ অথবা, শত্ৰুৱে যেতিয়া প্ৰমোদ-উদ্যানত বিশ্ৰাম লৈ অসতৰ্ক হৈ থাকিব, তলাতল ঘৰ, সুৰুঙা নাইবা ফোপোলা বেৰৰ মাজেদি সোমাই ঘাতক-সকলে এওঁক হত্যা কৰিব, নাইবা গুপ্তচৰসকলে বিহেৰে মাৰিব॥৪৭॥ নাইবা, যেতিয়া তেওঁ নিৰ্জন ঠাইত শুই থাকিব তেতিয়া মাইকী চোৰাংচোৰাই ওপৰৰপৰা সাপ বা বিষাক্ত জুই আৰু ধোঁৱা পেলাই দিব॥৪৮॥

নাইবা, যেতিয়া সুবিধা ওলায়, তেতিয়া যিটো উপযুক্ত হয়, সেইটো শত্ৰু অন্তঃপুৰত থকোঁতে গোপনে গৈ প্ৰয়োগ কৰিব॥৪৯॥ তাৰ পিছত মনে মনে আঁতৰি যাব আৰু নিজৰ মানুহক সঙ্কেত দিব॥৫০॥

শত্ৰুৰ ওচৰত গোপনভাৱে নিযুক্ত দুৱৰী, নপুংসক আৰু অন্য লোকক
ঢোল আদি সঙ্কেতৰ যোগে মাতি আনি বাকী শত্ৰুবিলাকৰ মৃত্যু
ঘটাব॥৫১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্বল ৰজা-সম্বন্ধীয়" নামৰ দ্বাদশ অধিকৰণৰ অন্তৰ্গত "গোপন কৌশলৰ দ্বাৰা (শত্ৰুক) প্ৰতাৰণা কৰা", "মন্ত্ৰপ্ৰয়োগৰ দ্বাৰা (শত্ৰুক) প্ৰতাৰণা কৰা" আৰু "অকলশৰীয়া ৰজাৰ বিজয়" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ১৪০তম) অধ্যায় সমাপ্ত।

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্বল ৰজা-সম্বন্ধীয়" নামৰ দ্বাদশ অধিকৰণ সমাপ্ত হ'ল।

# ত্ৰয়োদশ অধিকৰণ

## দুৰ্গ দখল কৰাৰ উপায়

## প্ৰথম অধ্যায়

### ১৭১তম প্ৰকৰণ : গুপ্ত প্ৰবোচনা

শত্ৰুৰ দুৰ্গৰক্ষিত নগৰ দখল কৰিবৰ ইচ্ছা থকা বিজিগীষুৱে নিজৰ সৰ্বজ্ঞতা আৰু দেৱতাৰ লগত যোগাযোগ থকা কথা ঘোষণা কৰি নিজৰ পক্ষক আনন্দিত আৰু শত্ৰুপক্ষৰ বিভীষিকা উৎপাদন কৰিব॥১॥

সৰ্বজ্ঞতা জ্ঞাপন (এনেদৰে কৰিব)—ঘৰৰ গোপন খবৰ অৱগত হৈ মুখ্যসকলক নিবেদন, অপৰাধী দমন কৰিবৰ কাৰণে নিযুক্ত গুপ্তচৰৰ যোগে ৰাজদ্ৰোহীবিলাকৰ (নাম) জানি লৈ প্ৰকাশন, অলক্ষিত সঙ্কেত আৰু সংসৰ্গ-বিদ্যাৰ (১।১২।১ চাওক) চিহ্নৰ দ্বাৰা (নিবেদিত-প্ৰায়) অনুৰোধ আৰু উপহাৰৰ স্বৰূপ উদ্ঘাটন, মোহৰ মৰা পত্ৰ কাঢ়িয়াই লৈ অহা ঘৰচীয়া পাৰৰ যোগে একে দিনেই বিদেশৰ বাৰ্তাৰ জ্ঞান (প্ৰদৰ্শন)॥২॥

দেৱতাৰ লগত যোগাযোগৰ কথা প্ৰকাশ কৰোঁতে (এনেদৰে আয়োজন কৰিব)—সুৰুঙাৰে গৈ অগ্নিগৃহৰ দেৱতাৰ প্ৰতিমাৰ খোলত সোমাই থকা, অগ্নিগৃহৰ দেৱতাৰূপে প্ৰতিভাত গুপ্তচৰসকলৰ লগত আলাপ কৰি আৰু তেওঁলোকক পূজা কৰি; পানীৰপৰা ওলাই অহা নাগ আৰু বৰুণৰ দৰে প্ৰতিভাত চোৰাংচোৱাসকলৰ লগত আলাপ কৰি আৰু তেওঁলোকক পূজা কৰি; সাগৰৰ বালি ভৰোৱা পাত্ৰ পানীৰ ভিতৰত ৰাখি ৰাতি লানি লানি জুই দেখুৱাই; শিল আঁৰি থোৱা ছিটিকাৰে দবাই থোৱা নাৱত থিয় হৈ থাকি; নাকটোত বাদে বাৰ মুৰটো জৰায়ু বা পানীৰ মোনাৰ দ্বাৰা আবৃত, তেনে মানুহৰ নাকত ফুটুকী পহুৰ নাড়ী-ভুৰুৰ লগত বা কেঁকোৰা, ঘৰিয়াল, তিমি মাছ নাইবা শিহুৰ চৰ্বিৰ লগত এশ বাৰ উতলোৱা তেল লগাই॥৩॥ তাৰ লগতে নিশাচৰ প্ৰাণীবিলাকেও চলাচল কৰে॥৪॥ এইবিলাকেই পানীৰ ওপৰত বিচৰণ কৰাৰ উপায়॥৫॥ সেইবিলাকৰ যোগেই বৰুণ বা নাগ-কন্যাৰ বাক্য-প্ৰয়োগ আৰু তেওঁলোকৰ লগত আলাপ আৰু খঙৰ সময়ত মুখৰপৰা জুই আৰু ধোঁৱা নিঃসৰণ (কৰিব)॥৬॥

সৰৱজান, লক্ষণজ্ঞানসম্পন্ন মানুহ, দৈৱজ্ঞ, পৌৰাণিক (পুৰাণ-পাঠক), ভৱিষ্যদ্বক্তা গূঢ়পুৰুষ, সহায়কাৰী আৰু (এই দৃশ্যৰ) দৰ্শকসকলে (ৰজাৰ এই শক্তিৰ কথা) তেওঁৰ নিজৰ ৰাজ্যত প্ৰচাৰ কৰিব॥৭॥ তেওঁৰ (ৰজাৰ) দেৱতাদৰ্শন আৰু দিব্য উপায়ৰ যোগে কোশ আৰু সৈন্য-সংগ্ৰহৰ কথা শত্ৰুৰ ৰাজ্যতো বৰ্ণনা কৰিব॥৮॥ দেৱতাৰ প্ৰশ্নোক্তি, নিমিত্ত, কাউৰী উৰি যোৱা, অঙ্গবিদ্যা (১।১২।১ চাওক), স্বপ্ন আৰু পশুপক্ষীৰ মাতৰ ব্যাখ্যা কৰোঁতে ৰজাৰ বিজয়ৰ ভৱিষ্যদ্বাণী কৰিব; শত্ৰুৰ ক্ষেত্ৰত ইয়াৰ বিপৰীত বাণী কৰিব॥৯॥ ঢোল কোবাই শত্ৰুৰ নক্ষত্ৰত (চন্দ্ৰ থকা শত্ৰুৰ জন্ম নক্ষত্ৰত) উল্কা প্ৰদৰ্শন কৰিব॥১০॥

দূতবেশী গুপ্তচৰসকলে শত্ৰুৰ মুখ্যসকলক মিত্ৰভাৱে কথা কৈ (নিজৰ) প্ৰভুৰ (তেওঁ-বিলাকৰ প্ৰতি) আদৰৰ কথা আৰু নিজৰ পক্ষৰ শক্তিবৃদ্ধি আৰু শত্ৰুপক্ষৰ শক্তিহ্ৰাসৰ কথা ক'ব॥১১॥ অমাত্য আৰু যোদ্ধাসকলকো সম্পদ আৰু নিৰাপত্তা সমানেই (আগৰ দৰেই) আছে বুলি ক'ব॥১২॥ তেওঁ (ৰজাই) তেওঁবিলাকক বিপদত আৰু সম্পদত মনত ৰাখিব আৰু তেওঁ-লোকৰ ল'ৰা-ছোৱালীবিলাকক আদৰ কৰিব॥১৩॥

তেনেকৈয়ে আগতে (১।১৪।৬) কোৱাৰ দৰে শত্ৰুৰ পক্ষভুক্ত লোকক (তেওঁৰ বিৰুদ্ধে) উত্তেজিত কৰিব॥১৪॥ অধিকভাৱে ব্যাখ্যা কৰিবহ'ক॥১৫॥ পৰিশ্ৰমীসকলক সাধাৰণ গাধৰে, (তুলনা কৰি)[১]; সেনানায়কসকলক লাখুটি আৰু তাৰে গছৰ ভাল ভঙাৰ লগত[২]; জাকৰ (পৰা আঁতৰি অহা) ভেড়াৰে ভয় খোৱাসকলক[৩]; অপমানিতসকলক বজ্ৰবৃষ্টিৰে[৪]; নিৰাশ হোৱাসকলক গুটি নধৰা খাগৰিৰ (উপমা দি), কাউৰীক দিয়া ভাতৰ লদাৰে আৰু যাদুৰে সৃষ্টি কৰা ডাৱৰৰ (উপমাৰে)[৫]; সন্মানেৰে পুৰস্কৃত হোৱাসকলক এলাগী বৈশ্যীক অলঙ্কাৰেৰে সজোৱাৰ (উপমা দি)[৬]; বাঘৰ ছাল আৰু মৃত্যুপাশৰ লগত গোপনে পৰীক্ষিত-সকলক[৭]; উপকাৰত দৃঢ়ভাৱে ৰতসকলক পীলুৰ গুটি খোৱা, ষৰষুৰ শিল, মাইকী উট আৰু গাধৰ গাখীৰ মন্থন কৰাৰ (উপমা দি)[৮] উচটাব॥১৬॥

যিসকলৰ বিশ্বাস ওপজে (অৰ্থাৎ বিশ্বাস উপজি ৰজাক পৰিত্যাগ কৰে), তেওঁলোকক টকা আৰু সন্মানেৰে বিভূষিত কৰিব॥১৭॥ তেওঁলোকৰ দ্ৰব্য আৰু আহাৰৰ কষ্ট হলে দ্ৰব্য আৰু আহাৰ প্ৰদান কৰি অনুগ্ৰহ কৰিব॥১৮॥ এইবিলাক গ্ৰহণ নকৰাসকলৰ তিৰোতা আৰু ল'ৰা-ছোৱালীক অলঙ্কাৰ প্ৰদান কৰিব॥১৯॥

দুৰ্ভিক্ষৰ সময়ত আৰু ডকাইত আৰু আটৱিকসকলৰ অত্যাচাৰত নগৰীয়া আৰু গাৱঁলীয়া মানুহক উচটনি দি চোৰাংচোৱাসকলে কব—'আমি ৰজাৰ ওচৰত সহায় বিচাৰো নাপালে আইনৰ ওচৰলৈ (শত্ৰুৰ ওচৰলৈ) যামহ'ক'॥২০॥

'বাৰু' বুলি কৈ যেতিয়া তেওঁলোকে সন্মতি প্ৰকাশ কৰে, দ্ৰব্য আৰু শস্য প্ৰদান কৰি তেওঁলোকক সহায় কৰিব লাগে। এয়ে গুপ্ত প্ৰৰোচনাৰ অদ্ভুত কাৰ্য॥২১॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্গ দখল কৰাৰ উপায়" নামৰ ত্ৰয়োদশ অধিকৰণৰ অন্তৰ্গত "গুপ্ত প্ৰৰোচনা" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১৪১তম) অধ্যায় সমাপ্ত॥

---

[১] পৰিশ্ৰমীসকলৰ দৰে গাধয়ো শ্ৰম কৰে, কিন্তু সেই অনুপাতে ফল নাপায়।

[২] লাখুটিৰে গছৰ ডালত কোবাই ফল সৰুওৱা হয়, ফল লাখুটিয়ে নাপায়; সেনানায়কসকলেও যুদ্ধ কৰে, ফল ভোগ কৰে ৰজাই।

[৩] জাকৰপৰা আঁতৰি অহা ভেড়াক যিকোনো মুহূৰ্তত ধৰি মাৰি পেলাব পাৰে, ভীতসকলৰো একে অৱস্থাই হব পাৰে।

[৪] অপমান যে বজ্ৰপাত সদৃশ এই কথা সোঁৱৰাই দিব।

[৫] ৰজাক গুটি নধৰা খাগৰি যোলা হৈছে, কাৰণ, তেওঁ প্ৰতিশ্ৰুতি দি পালন নকৰে; কাউৰীক দিয়া খাদ্য যিদৰে তেনেই অকণমান আৰু তাকো অৱজ্ঞাৰে দিয়া হয়, সেইদৰে ৰজায়ো বিষয়াসকলক দিয়া বস্তু অতি সামান্য আৰু অৱজ্ঞাৰে দিয়া; ৰজা যেন মায়ামেঘ, তাৰপৰা বৰষুণ নহয়।

[৬] ৰজাক ইয়াত বৈশ্যীয়েকক ভাল নোপোৱা স্বামীৰ লগত তুলনা কৰা হৈছে।

[৭] ৰজাক বাঘৰ দৰে হিংস্ৰ বুলি কোৱা হৈছে।

[৮] পীলু গছৰ ফল একো উপকাৰত নাহে, ৰজাৰ উপকাৰ কৰিও একো ফল নহ'ব; সেইদৰে ষৰষুৰ শিলৰপৰাও একো কাম নহয়; মাইকী উটেও গাখীৰ নিদিয়ে; মাইকী গাধৰ গাখীৰ মথিও মাখন পোৱা নাযায়।

# দ্বিতীয় অধ্যায়

## ১৭২তম প্রকৰণ : কৌশলৰ দ্বাৰা (শত্ৰুক দুৰ্গৰ) বাহিৰ উলিয়াই অনা

পৰ্বতৰ গুহাত বাস কৰা আৰু (নিজৰ) আয়ুস চাৰি শ বছৰ বুলি কোৱা, মূৰ খুৰোৱা বা জটাধাৰী সন্ন্যাসী বহুত জটাধাৰী শিষ্যৰ লগত নগৰৰ আশেপাশে থাকিব॥১॥ ফল-মূল লৈ এওঁৰ শিষ্যসকলে ৰজা আৰু অমাত্যসকলক প্ৰভুক দৰ্শন কৰিবৰ কাৰণে ফুচুলাব॥২॥ ৰজা সমাগত হলে (তেওঁৰ আগত) পূৰ্ববৰ্তী ৰজাসকলৰ আৰু দেশৰ চিনবিলাকৰ কথা ক'ব আৰু ক'ব—'এশ এশ বছৰ পূৰ্ণ হলে মই অগ্নিত প্ৰৱেশ কৰি পুনৰ শিশু হওঁ, গতিকে আপোনাৰ আগত ইয়াতে চতুৰ্থ বাৰ অগ্নিত প্ৰৱেশ কৰিম; আপোনাক মই অৱশ্যে সম্মান কৰিব লাগে, তিনিটা বৰ খোজক'॥৩॥ সম্মত হলে কৰ—'দৃশ্যাভিনয়েৰে সৈতে উৎসৱৰ আয়োজন কৰি পুত্ৰ-পৰিবাৰ সমন্বিতে ইয়াত আপুনি সাত ৰাতি বাস কৰক'॥৪॥ তেনেকৈ থাকিলে তেওঁক আক্ৰমণ কৰিব॥৫॥

নাইবা মাটিৰ তলত থকা বস্তুৰ উমান ধৰিব পৰা বুলি কোৱা আৰু বহুত জটাধাৰী শিষ্য লগত থকা, মূৰ খুৰোৱা বা জটাধাৰী সন্ন্যাসীবেশী গুপ্তচৰে ছাগলীৰ তেজ সনা এছটা বাঁহত সোণৰ গুৰি চটিয়াই চেলেকিবৰ ক্ৰাৰণে (উঁই লাগিবৰ কাৰণে) উঁই হাফলুত থৈ দিব, নাইবা সোণৰ চুঙা এটাকে (ৰাখিব)॥৬॥ তাৰ পিছত চোৰাংচোৱাসকলে ৰজাক কৰ—'সেই সিদ্ধজনে পুষ্পিত নিধিৰ কথা জানে'॥৭॥ ৰজাই সুধিলে তেওঁ 'হয়' বুলি কৰ আৰু সেই প্ৰমাণকে দেখুৱাব, নহলে মাটিৰ তলত বেছি টকাকে ৰাখিব॥৮॥ আৰু এওঁক (ৰজাক) কৰ—'এই নিধি এজন নাগৰ দ্বাৰা ৰক্ষিত আৰু তেওঁক পূজা কৰিহে ইয়াক পাব পাৰি'॥৯॥ সম্মতি প্ৰকাশ কৰিলে আগৰ দৰেই 'সাত ৰাতি ' (ইত্যাদি ইত্যাদি) কৰ॥১০॥

নাইবা, নিৰ্জন ঠাইত ৰাতি দপ্‌দপীয়া জুইৰ মাজত থকা, মাটিৰ তলত থকা বস্তুৰ উমান ধৰিব পৰা বুলি কোৱা চোৰাংচোৱা এজনৰ বিষয়ে (আন) চোৰাংচোৱাসকলে লাহে লাহে বিশ্বাস ওপোজাই ৰজাক কৰ—'সেই সিদ্ধজনে সম্পদ প্ৰদান কৰিব পাৰে'॥১১॥ ৰজাই যি বস্তুকে বিচাৰে তাকে তেওঁৰ কাৰণে কৰিব বুলি কৈ 'সাত ৰাতি ' আদি আগৰ নিচিনা-কৈয়ে কৰ॥১২॥

নাইবা, সাধুবেশী কোনো চোৰাংচোৱাই ৰজাক যাদুবিদ্যাৰ যোগে প্ৰলোভন দিব॥১৩॥ তেওঁক (ৰজাক) 'ৰজাই যি বস্তুকে বিচাৰে' ইত্যাদি ইত্যাদি আগৰ দৰেই কৰ॥১৪॥

নাইবা, সাধুবেশী কোনো চোৰাংচোৱাই দেশৰ কোনো মান্য দেৱতাৰ (মন্দিৰত) আশ্ৰয় লৈ সঘনে উৎসৱ পাতি মুখ্য প্ৰকৃতিসকলক হাত কৰিব আৰু লাহে লাহে ৰজাক প্ৰতাৰণা কৰিব॥১৫॥

নাইবা, বেতিয়া শুভ্ৰজটাধাৰী সন্ন্যাসীবেশী চোৰাংচোৱা এজনে পাৰৰ তলেদি সুৰুঙা বা কক্কালে যোৱাৰ সুবিধা থকা পানীত বাস কৰি থাকিব (আন) চোৰাংচোৱাবিলাকে লাহে লাহে বিশ্বাস ওপোজাই ৰজাক কৰ যে তেওঁ বৰুণ বা নাগৰাজ॥১৬॥ 'ৰজাই যি বস্তুকে বিচাৰে ' ইত্যাদি আগৰ দৰেই॥১৭॥

দেশৰ প্ৰান্তত বাস কৰা সন্ন্যাসীৰ ভাও দিয়া কোনো চোৰাংচোৱাই শত্ৰুৰ দৰ্শনৰ কাৰণে ৰজাক ফুচুলাব॥১৮॥ সম্মতি প্ৰকাশ কৰিলে প্ৰতিমূৰ্তি প্ৰস্তুত কৰি (তাত শত্ৰুক) আহ্বান কৰিব আৰু জনহীন ঠাইত (ৰজাক) হত্যা কৰিব॥১৯॥

ঘোঁৰা বিক্ৰী কৰিবৰ কাৰণে অহা বেপাৰীৰ ভাও দিয়া কিছুমান মানুহে ৰজাক ঘোঁৰা কিনিবৰ কাৰণে, নাইবা ঘোঁৰা দান হিচাপে লবলৈ নিমন্ত্ৰণ জনাব আৰু পণ্য-পৰীক্ষাত ব্যস্ত থাকোঁতে নাইবা ঘোঁৰাৰ লগত একেলগ হৈ থাকোঁত হত্যা কৰিব নাইবা ঘোঁৰাৰে আঘাত কৰাব॥২০॥

নাইবা, ঘাতসকলে নিশা নগৰৰ আশেপাশে থকা কোনো পবিত্ৰ বৃক্ষত উঠি চাঁধি বা ইকৰাৰ শিঙাৰে কলহত ফু দি অস্পষ্টভাৱে কব—'আমি ৰজাৰ নাইবা প্ৰধান বিষয়াসকলৰ মাংস ভক্ষণ কৰিমহ'ক, আমাক পূজা দিয়ক'॥২১॥ নিমিত্তজ্ঞ আৰু দৈৱজ্ঞৰ ভাও দিয়া লোকে এইবিলাকৰ (উক্তি) প্ৰচাৰ কৰিব॥২২॥

নহ'লে দাহ্য তেল গোটেই শৰীৰতে সানি নাগৰ ভাও দিয়া চোৰাংচোৱাবিলাকে নিশা পবিত্ৰ হ্ৰদত নাইবা পুখুৰীৰ মাজত লোৰ খাঁঠি আৰু খন্দনা-খাৰি পিহি পিহি তেনেকৈয়ে ঘোষণা কৰিব॥২৩॥

নাইবা, ৰাক্ষসৰ চেহেৰাৰ গুপ্তচৰসকলে ভালুকৰ ছালৰ পোছাক পিন্ধি, জুই আৰু ধোঁৱা (মুখৰপৰা) উলিয়াই বাওপাকে নগৰৰ কেউপিনে তিনিবাৰ ঘূৰিব আৰু কুকুৰ আৰু শিয়ালৰ আৰাওৰ মাজে মাজে তেনেকৈয়ে ঘোষণা কৰিব॥২৪॥

দাহ্য তেলেৰে নাইবা খালিচন্দাৰ দ'মেৰে ঢাকি কোনো মন্দিৰৰ দেৱতাৰ প্ৰতিমাত ৰাতি জুই লগাই গুপ্তচৰসকলে তেনেকৈয়ে ক'ব॥২৫॥ সেইটোকে অইনসকলে প্ৰচাৰ কৰিব॥২৬॥

সম্মানেৰে পূজিত দেৱতাৰ প্ৰতিমাবিলাকৰ গাৰপৰা (জন্তুৰ) তেজেৰে অতিমাত্ৰা তেজ ক্ষৰিত কৰাব॥২৭॥ অইনবিলাকে দেৱতাৰ তেজ ক্ষৰিত হোৱাৰ কাৰণে যুদ্ধত পৰাজয় হ'ব বুলি ঘোষণা কৰিব॥২৮॥

মাহৰ সন্ধি-ৰাত্ৰিত (আঁউসী-ৰাতি) শ্মশানৰ মুখ্যস্থানত এটা মন্দিৰ দেখুৱাৰ খ'ত থিয়হৈ থিয়হৈ মানুহ গিলা হৈছে॥২৯॥ তাৰ পিছত ৰাক্ষসৰ ৰূপত কোনো গুপ্তচৰে মানুহ-বলি বিচাৰিব॥৩০॥ নিজকে বীৰ বোলা কোনো লোকে বা আন কোনোবাই সেইটো চাবলৈ আহিলে, তেওঁক কোনো এজনে লোহাৰ উৰাল-মাৰিৰে খুন্দিয়াই মাৰিব যাতে ৰাক্ষসে মাৰিলে বুলি জনাজাত হয়॥৩১॥ দেখা লোকসকলে আৰু চোৰাংচোৱাসকলে সেই অদ্ভুত কথাটো ৰজাক জনাব॥৩২॥ তাৰ পিছত নিমিত্তজ্ঞ আৰু সৰৱজানবেশী গুপ্তচৰসকলে শান্তি আৰু প্ৰায়শ্চিত্তৰ ব্যৱস্থা দিব (আৰু ক'ব)—'নহলে ৰজা আৰু দেশৰ মহৎ অকল্যাণ হ'ব'॥৩৩॥ সম্মত হলে 'এইবিলাকত সাত ৰাতিৰ কাৰণে প্ৰতিদিনে মন্ত্ৰ উচ্চাৰণ কৰি একোটা বলিহোম ৰজাই নিজেই কৰা উচিত' এই বুলি কব॥৩৪॥ ইয়াৰ পিছত একে (পূৰ্বৰ দৰেই)॥৩৫॥

নাইবা এই কৌশলবিলাক নিজৰ গাতে প্ৰয়োগ কৰি শত্ৰুৰ বিশ্বাস ওপোজাবৰ কাৰণে (সেইবোৰৰ) প্ৰতিকাৰ কৰিব॥৩৬॥ তাৰ পিছত কৌশল (শত্ৰুৰ বিৰুদ্ধে) প্ৰয়োগ কৰিব॥৩৭॥

নাইবা এই অলৌকিক অভিব্যক্তিৰ প্ৰতিকাৰ কৰি কোষ সম্পূৰণ কৰিব॥৩৮॥

হস্তিবনৰ ৰক্ষকসকলে এটা লক্ষণযুক্ত হাতী দিব বুলি হাতী বিচাৰি ফুৰা শত্ৰুক প্ৰলুব্ধ কৰিব॥৩৯॥ (শত্ৰুৱে) বিশ্বাস কৰিলে তেওঁক গহন বনলৈ বা এটাৰ পাছত এটাকৈ যাবোল মানুহ যাব পৰা বাটলৈ নি হত্যা কৰিব বা বন্দী কৰি লৈ যাব॥৪০॥ ইয়াৰ দ্বাৰা মৃগয়াপ্ৰয়োজনৰ কথাও (তেওঁৰ প্ৰতি ব্যৱহাৰ্য চাতুৰীও) ব্যাখ্যাত হ'ল॥৪১॥

নাইবা, চোৰাংচোৱাসকলে সম্পত্তি আৰু তিৰোতাৰ প্ৰতি লোভ থকা শত্ৰুক সম্পত্তিৰ অধিকাৰৰ কাৰণে নাইবা জমা টকাৰ কাৰণে তেওঁৰ ওচৰলৈ নিয়া আচাৰৱন্ত বিধৱা তিৰোতা

নাইবা পৰম ৰূপ-যৌৱনসম্পন্না তিৰোতাৰ দ্বাৰা প্ৰলুব্ধ কৰিব॥৪২॥ প্ৰলোভনৰ বশ হলে, তেওঁলোকে ৰাতি গোপন ঠাইত লুকাই থাকি লগালাগি হোৱা সময়ত অস্ত্ৰৰ যোগে নাইবা বিহ খুৱাই মাৰিব॥৪৩॥

নাইবা সিদ্ধপুৰুষ, সন্ন্যাসী আৰু মন্দিৰ আৰু স্তূপৰ দেৱতাৰ প্ৰতিমাৰ ওচৰলৈ ঘনাই অহাযোৱা কৰোঁতে-মাটিৰ তলৰ কক্ষত, সুৰুঙাত আৰু ফোঁপোলা বেৰৰ মাজত সোমাই থকা ঘাতকসকলে শত্ৰুক হত্যা কৰিব॥৪৪॥

যিবোৰ ঠাইত ৰজাই নিজে প্ৰেক্ষাগৃহত নাটকীয় দৃশ্য চায়, উৎসৱত আনন্দ উপভোগ কৰে নাইবা জলক্ৰীড়া কৰে॥৪৫॥

সকলো নিন্দা-বচন আদিৰ প্ৰসঙ্গত, যজ্ঞ আৰু উৎসৱ-সভাত, জাত-কৰ্ম, প্ৰেতকৰ্ম আৰু ৰোগৰ সময়ত, প্ৰীতি, শোক আৰু ভয়ৰ প্ৰসঙ্গত॥৪৬॥

অথবা, নিজৰ জ্ঞাতি-কুটুম্বৰ উৎসৱত বিশ্বাস হেতুকে যেতিয়া অসাৱধান হয়, নাইবা ৰৱৰুণৰ ৰতৰত বা জনতাৰ মাজত আৰক্ষী পুৰুষ নোহোৱাকৈ-চলাচল কৰে॥৪৭॥

যেতিয়া ৰাস্তাৰপৰা ফালৰি কাটি যায়, (ক'ৰবাত) জুই লাগে, নিৰ্জন ঠাইত প্ৰৱেশ কৰে, কাপোৰ, গহনা আৰু ফুলৰ টোপোলা, বিচনা আৰু আসন, অথবা আহাৰ বা মদৰ পাত্ৰ, বা বাদ্যযন্ত্ৰেৰে সৈতে প্ৰৱেশ কৰি ঘাতকসকলে আগতে সেই ঠাইত নিযুক্ত কৰা মানুহ লগত লৈ শত্ৰুক প্ৰহাৰ কৰিব॥৪৮-৪৯॥

শত্ৰুক চোপ লৈ আক্ৰমণ কৰিবলৈ যেনেকৈ তেওঁবিলাকে প্ৰৱেশ কৰিছিল তেনেকৈয়ে ওলাই যাব; এইদৰে "কৌশলৰ দ্বাৰা (শত্ৰুক দুৰ্গৰ) বাহিৰলৈ উলিয়াই অনা"ৰ কথা কোৱা হ'ল॥৫০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্গ দখল কৰাৰ উপায়" নামৰ ত্ৰয়োদশ অধিকৰণৰ অন্তৰ্গত "কৌশলৰ দ্বাৰা (শত্ৰুক দুৰ্গৰ) বাহিৰ উলিয়াই অনা" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ১৪২তম) অধ্যায় সমাপ্ত॥

# তৃতীয় অধ্যায়

## ১৭৩তম প্ৰকৰণ : গুপ্তচৰ নিয়োগ

শ্ৰেণী-সৈন্যৰ বিশ্বাসযোগ্য মুখিয়াল এজনক ত্যাগ কৰোৱাৰ (ত্যাগ কৰাৰ ভাও দিব)॥১॥ শত্ৰুৰ আশ্ৰয় লাভ কৰি নিজৰ পক্ষৰ মানুহ বন্দী হলেও নিজৰ দেশৰপৰা সহায়ক আৰু লগৰীয়াৰ আমদানি কৰিব॥২॥ অথবা, দলে দলে চোৰাংচোৱা আমদানি কৰি শত্ৰুৰ অনুমতি লৈ স্বামীৰ বিদ্ৰোহী নগৰ, হস্তী আৰু অশ্বাৰোহী সেনা নথকা অথচ দ্ৰোহী বিষয়াযুক্ত সৈন্য বা (নিজৰ প্ৰভুৰ) পুঁতত থকা দ্ৰোহী মিত্ৰক ধ্বংস কৰিব আৰু শত্ৰুক (ইয়াৰ) খবৰ দিব॥৩॥ নাইবা, সহয় লাভৰ উদ্দেশ্যে দেশৰ কোনো অংশত, শ্ৰেণী-সৈন্যৰ মাজত বা আটবিক সৈন্যৰ মাজত আশ্ৰয় লব॥৪॥ (শত্ৰুৰ) বিশ্বাসপ্ৰাপ্ত হলে স্বামীলৈ বাৰ্তা প্ৰেৰণ কৰিব॥৫॥

তেতিয়া স্বামীয়ে হাতী-খেদা অভিযান বা আটবিক শ্ৰেণীক ধ্বংস কৰাৰ অজুহাত দেখুৱাই গোপনে আক্ৰমণ কৰিব॥৬॥

ইয়াৰ দ্বাৰা অমাত্য আৰু আটবিকৰ কথাও ব্যাখ্যাত হ'ল॥৭॥

শত্ৰুৰ লগত মিত্ৰতা কৰি (কিছুমান) অমাত্যক আঁতৰাব॥৮॥ তেওঁবিলাকে তেওঁৰ শত্ৰুলৈ বাৰ্তা পঠিয়াব—'আমাৰ হৈ প্ৰভুক অনুকূল কৰক'॥৯॥ তেওঁ পঠিওৱা দূতজনক নিন্দা কৰি ক'ব—'তোমাৰ প্ৰভুৱে মোৰ লগত অমাত্যৰ বিভেদ সৃষ্টি কৰিছে; তুমি আকৌ ইয়ালৈ নাহিবা'॥১০॥ তাৰ পিছত এজন অমাত্যক পৰিত্যাগ কৰোৱাব॥১১॥ শত্ৰুৰ আশ্ৰয় লৈ তেওঁ দুৰ্বল বিশ্বাসঘাতক চোৰাংচোৱা, অননুৰক্ত লোক আৰু দ্ৰোহীবিলাকক, বা, উভয় ৰাষ্ট্ৰত উপদ্ৰৱ কৰা ডকাইত আৰু আটবিকবিলাকক শত্ৰুৰ নজৰলৈ আনিব॥১২॥ (এনেকৈয়ে) বিশ্বাসৰ স্থান লাভ কৰি 'অমুক অমুক নিশ্চয় আপোনাৰ শত্ৰুৰ লগত সম্বন্ধ হৈছে', এই বুলি কৈ শত্ৰুৰ অন্তপাল, আটবিক, সেনাধ্যক্ষ আদি নিৰ্ভীক মানুহক অপৰাধ তেওঁৰ নজৰলৈ আনিব॥১৩॥ তাৰ পিছত মৃত্যুদণ্ডেৰে দণ্ডিত লোকে লৈ অহা চিঠি দেখুৱাই এওঁলোকক হত্যা কৰাব॥১৪॥

নাইবা (তেওঁৰ) শত্ৰুক উদগনি দি সৈন্যবল ব্যৱহাৰৰ দ্বাৰা এওঁক ধ্বংস কৰাব॥১৫॥

নাইবা ফুচুলনিত ধৰা দিয়াসকলক সহায় কৰি শত্ৰুৰ শত্ৰু-ৰজাক নিজৰ অপকাৰ কৰিবলৈ লগাই তেওঁক আক্ৰমণ কৰিব॥১৬॥ তাৰ পিছত শত্ৰুলৈ বাৰ্তাৰ পঠিয়াব—'আপোনাৰ এই শত্ৰুৱে মোৰো অপকাৰ কৰিছে; আহক আমি একগোট হৈ এওঁক বধ কৰোঁ; তেওঁৰ ভূমি বা টকাৰ অংশ আপুনি পাব'॥১৭॥ বিশ্বাস কৰি আগ্ৰহ দেখুৱাই যদি আহে শত্ৰুৰ যোগে হঠাৎ আক্ৰমণ কৰাই নাইবা প্ৰকাশ যুদ্ধত তেওঁক হত্যা কৰাব॥১৮॥ নাইবা বিশ্বাস ওপোজাবৰ কাৰণে ভূমিদান, পুত্ৰৰ অভিষেক বা ৰক্ষা কৰাৰ ছলেৰে বন্দী কৰাব॥১৯॥ যদি তেওঁক আক্ৰমণ কৰিব নোৱাৰি, গোপন শাস্তিৰ যোগে হত্যা কৰাব॥২০॥ তেওঁ যদি সৈন্য প্ৰদান কৰে আৰু নিজে নাহে তেতিয়া তেওঁৰ শত্ৰুৰ যোগে এই বাহিনী ধ্বংস কৰাব॥২১॥ যদি তেওঁ সৈনৰ লগতহে অভিযানত যোগ দিয়ে আৰু বিজিগীষুৰ লগত যাব নোখোজে, তেতিয়াও এওঁক দুয়োফালৰপৰা হেঁচা দি ধ্বংস কৰিব॥২২॥ শঙ্কাগ্ৰস্ত হৈ যদি প্ৰত্যেকৰ বিৰুদ্ধে পৃথকভাৱে অভিযান কৰিব খোজে বা অভিযাতব্য ৰজাৰ ৰাজ্যৰ যদি একাংশ গ্ৰহণ কৰিব খোজে, তেতিয়াও এওঁক শত্ৰু লগাই নাইবা সকলো সৈন্য সমবেত কৰি হত্যা কৰাব॥২৩॥ অথবা শত্ৰুৰ লগত যুদ্ধত ৰত থাকোঁতে আন ফালেদি সৈন্য পঠিয়াই শত্ৰুৰ মূল ঘাটি অধিকাৰ কৰাব॥২৪॥

নাইবা, শত্ৰুভূমি বাচি মিত্ৰৰ লগত চুক্তি কৰিব, নাইবা মিত্ৰভূমি বাচি শত্ৰুৰ লগত চুক্তি কৰিব॥২৫॥ তাৰ পিছত শত্ৰুভূমি গ্ৰহণ কৰিবলৈ ইচ্ছা কৰা মিত্ৰক নিজৰ অহিত সাধনত প্ৰবৃত্ত কৰি আক্ৰমণ কৰিব; এনেকৈয়ে আগৰ দৰেই সকলো কৌশল প্ৰয়োগ কৰিব॥২৬॥

অথবা, সম্প্ৰতি প্ৰকাশ কৰিবলৈ মিত্ৰদেশ দখল কৰিবলৈ বিচৰা শত্ৰুক সৈন্যেৰে সহায় কৰিব॥২৭॥ তাৰ পিছত মিত্ৰৰ বিৰুদ্ধে অভিযান কৰোঁতে প্ৰতাৰণা কৰিব॥২৮॥

অথবা, প্ৰতিকাৰৰ ব্যৱস্থা কৰি নিজৰ কোনো বিপদ যেন দেখুৱাব আৰু মিত্ৰৰ যোগে শত্ৰুক উৎসাহিত কৰি তেওঁৰ হতুৱাই নিজক আক্ৰমণ কৰাব॥২৯॥ তাৰ পিছত (দুফালৰপৰা) চেপি ধৰি নিহত কৰিব বা জীয়াই জীয়াই ধৰি (জীৱনৰ) বিনিময়ত ৰাজ্য প্ৰদান কৰিব॥৩০॥

মিত্ৰৰ দ্বাৰা আশ্ৰিত হৈ যদি শত্ৰুৱে হাতেৰে চুকি পোৱাৰ বাহিৰত থাকিবলৈ বিচাৰে কোনো সামন্ত ৰজা আদিৰ দ্বাৰা এওঁৰ মূল ঘাটি গ্ৰহণ কৰাব॥৩১॥ সৈন্যৰে যদি তাক ৰক্ষা কৰিব খোজে, সেই সৈন্যক বিনষ্ট কৰাব॥৩২॥

সেই দুই পক্ষৰ মাজত (শত্ৰু আৰু তেওঁৰ মিত্ৰ) যদি বিভেদ নহয়, তেওঁ একেবাৰে প্ৰকাশ্যে পক্ষপৰৰ লগত ৰাজ্য প্ৰদান কৰিম বুলি চুক্তিবদ্ধ হব॥৩৩॥ তেতিয়া মিত্ৰৰ ভাও দিয়াসকলে নাইবা উভয় পক্ষৰ বেতনভোগী গুপ্তচৰসকলে কোনো এজনৰ ওচৰলৈ বাতৰি পঠিয়াব—'এই ৰজাই শত্ৰুৰ লগ লাগি আপোনাৰ ৰাজ্য দখল কৰিবলৈ মন কৰিছে'॥৩৪॥ তাৰে এজনৰ মনত যদি আশঙ্কা বা ক্ৰোধ জাগি উঠে, তেতিয়া আগৰ দৰেই কাম কৰিব॥৩৫॥

নাইবা, (শত্ৰুৰ) ফুচুলানিৰ বশৱৰ্তী হোৱাৰ কাৰণ ঘোষণা কৰি দুৰ্গ, ৰাষ্ট্ৰ বা সেনাবাহিনীৰ মুখিয়ালসকলক নিৰ্বাসন-দণ্ড বিধান কৰিব॥৩৬॥ তেওঁবিলাকে যুদ্ধ, অতৰ্কিত আক্ৰমণ, অৱৰোধ আৰু বিপদত শত্ৰুক প্ৰতাৰণা কৰিব॥৩৭॥ নাইবা নিজৰ দলীয় লোকৰ লগত এওঁৰ ভেদ সৃষ্টি কৰিব॥৩৮॥ মৃত্যুদণ্ডৰে দণ্ডিত লোকে কাঢ়িয়াই নিয়া পত্ৰৰ দ্বাৰা ইয়াক সাব্যস্ত কৰিব॥৩৯॥

অথবা, দ্বাৰৰক্ষীৰ আশ্ৰয় লাভ কৰি (নগৰৰ) দুৱাৰ মুখত মাংস বিক্ৰী কৰিবৰ কাৰণে বহি থকা চিকাৰীবেশী চোৰাংচোৱাবিলাকে দুই তিনিবাৰ ডকাইতৰ আগমন নিবেদন কৰি শত্ৰুৰ বিশ্বাস উৎপাদন কৰিব আৰু (ইয়াৰ পিছত) নিজ প্ৰভুৰ সৈন্য দুঠাইত সন্নিবেশ কৰি—এঠাইত নগৰ ধ্বংস কৰিবৰ কাৰণে আৰু অন্য ঠাইত অতৰ্কিত আক্ৰমণৰ বাবে—শত্ৰুক ক'ব 'ডকাইতৰ দল ওচৰ পালেহি, বৰ কোলাহল হৈছে, এটা ডাঙৰ সৈন্যবাহিনী আহক'॥৪০॥ নগৰ ধ্বংস কৰিবলৈ যথা সৈন্যৰ হাতত ইয়াক (শত্ৰুৰ ডাঙৰ সৈন্যবাহিনী) সমৰ্পণ কৰি আৰু অন্য সৈন্যদল ৰাতি দুৰ্গৰ দুৱাৰলৈ আনি ক'ব—'ডকাইতৰ দল নিহত হ'ল, অভিযানত কৃতকাৰ্য হৈ এই সৈন্যদল উভতি আহিছে, দুৱাৰ মুকলি কৰক'॥৪১॥ নহলে আগতে তাতে গোপনে ৰাখি থোৱা মানুহৰ হতুৱাই দুৱাৰ মেলাব॥৪২॥ তেওঁবিলাকৰ লগতে প্ৰহাৰ কৰিব॥৪৩॥

নাইবা, মিস্ত্ৰি, শিল্পী, নাস্তিক সন্ন্যাসী, অভিনেতা আৰু বেপাৰীৰ ছদ্মবেশত শত্ৰুৰ দুৰ্গত (নিজৰ) সৈন্য ৰাখি থব॥৪৪॥ গৃহস্থৰ ভাও দিয়া গুপ্তচৰে খৰি, ঘাঁহ, শস্য আৰু আন পণ্য বস্তু অনা গাড়ীত, নাইবা পতাকা বা দেৱতাৰ প্ৰতিমাৰ মাজত তেওঁবিলাকক অস্ত্ৰ-শস্ত্ৰ আৰু কৱচ আনি দিব॥৪৫॥ তেতিয়া তেওঁবিলাকৰ নিচিনাকৈ ছদ্মবেশ ধৰি থকা মানুহ কিছুমানে অসাৱধান মানুহক বধ কৰিব, অতৰ্কিত আক্ৰমণ বা পৃষ্ঠ-আক্ৰমণত সহায় কৰিব নাইবা শংখ আৰু দুন্দুভিৰ শব্দেৰে ঘোষণা কৰিব—'(শত্ৰুৰ সৈন্যই) প্ৰবেশ কৰিলে'॥৪৬॥ তেওঁলোকে প্ৰাচীৰৰ দুৱাৰ আৰু অট্টালিকা উদ্ঘাটন কৰিব, বাহিনী ছিন্নভিন্ন কৰিব নাইবা বিধ্বস্ত কৰিব॥৪৭॥

বেপাৰীৰ দল, মানুহৰ জুম, পালি-পহৰীয়া, কন্যাযাত্ৰী, ঘোঁৰা-বেপাৰী, সা-সৰঞ্জাম গোটোৱা মানুহ, শস্যৰ বিক্ৰীদাৰ বা খৰিদ্দাৰ, সন্ন্যাসীবেশী লোক আৰু দূত—এইসকলৰ লগত (শত্ৰুৰ দুৰ্গৰ ভিতৰলৈ) সৈন্য লৈ যাব লাগে; এই সময়ছোৱাত বিশ্বাস ওপজাবলৈ (শত্ৰুৰ লগত) সন্ধি কৰিব লাগে]॥৪৮॥

এইদৰে ইয়াতেই ৰজাৰ গুপ্তচৰ সম্পৰ্কে কোৱা হ'ল॥৪৯॥

এইবিলাকেই আৰু "কণ্টকশোধন" অধিকৰণত কোৱাযোৱা আটবিকসকলো গুপ্ত-

চৰ॥৫০॥ হাবিৰ ওচৰত থকা গৰু-মহৰ পাল বা বেপাৰৰ গাড়ীসমূহ চোৰাংচোৱাসকলে ডকাইতৰ হতুৱাই ধ্বংস কৰাব॥৫১॥ (আগতে) বন্দবস্ত কৰা মতে, বেহুচ কৰা পানীয় দ্ৰব্য মিহলাই আহাৰ আৰু পানী ইয়াৰ কোনো ঠাইত ৰাখি গৰখীয়া আৰু বেপাৰীসকল তাৰপৰা আঁতৰিব॥৫২॥ গৰখীয়া আৰু বেপাৰীবিলাকেও বৌতিয়া বেহুচ কৰা পানীয় দ্ৰব্যই, চুৰি-মালৰ বোজা লৈ যোৱা ডকাইতহঁতৰ ওপৰত ক্ৰিয়া কৰিবলৈ আৰম্ভ কৰিব সেই সময়ত সিহঁতক আক্ৰমণ কৰাব॥৫৩॥

কোনো জটাধাৰী বা মুণ্ডিত সন্ন্যাসীবেশী গুপ্তচৰে সংকৰ্ষণদেৱৰ ভক্ত বুলি পৰিচয় দি উৎসৱ পাতিব আৰু তাতে বেহুচ কৰা পানী খুৱাই (হাবিৰ ডকাইতবোৰক) প্ৰতাৰণা কৰিব॥৫৪॥ তাৰ পিছত তেওঁ আক্ৰমণ কৰিব॥৫৫॥

নাইবা, মদ-বেপাৰীৰ ভাও ধৰা চোৰাংচোৱাই দেৱতাৰ পূজা-উৎসৱ, অন্ত্যেষ্টি-ক্ৰিয়া আৰু সামাজিক উৎসৱ উপলক্ষে মদ বিক্ৰী কৰোঁত বা উপহাৰ দিওঁতে বেহুচ কৰা পানীয় দ্ৰব্য প্ৰয়োগ কৰি আটৱিকসকলক প্ৰতাৰণা কৰিব॥৫৬॥ তাৰ পিছত আক্ৰমণ চলাব॥৫৭॥

অথবা, নগৰ লুণ্ঠন কৰিবলৈ অহা আটৱিকসকলক বহুভাগত বিভক্ত কৰি ধ্বংস কৰিব। এনেদৰেই ডকাইতৰ (বিৰুদ্ধে) নিযুক্ত গুপ্তচৰৰ বৰ্ণনা কৰা হ'ল॥৫৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্গ দখল কৰাৰ উপায়" নামৰ ত্ৰয়োদশ অধিকৰণৰ অন্তৰ্গত "গুপ্তচৰ-নিয়োগ" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ১৪০তম) অধ্যায় সমাপ্ত॥

---

# চতুৰ্থ অধ্যায়

## ১৭৪তম প্ৰকৰণ : (দুৰ্গ) অৱৰোধ-কৰ্ম
## ১৭৫তম প্ৰকৰণ : (দুৰ্গ) আক্ৰমণ

(শত্ৰুক) আগতে দুৰ্বল কৰিহে (দুৰ্গ) অৱৰোধ কৰিব॥১॥

(আগতে কৰা) দিহা অনুসৰি গাওঁবিলাকৰ নিৰাপত্তাৰ ব্যৱস্থা কৰিব॥২॥ দুৰ দাঙি উঠাবিলাকক অনুগ্ৰহ আৰু বেহাইৰ যোগে শান্ত কৰিব, যিবিলাক গুচি গৈছে সেইবিলাকক নহয় (সেইবিলাকক কোনো অনুগ্ৰহ নেদেখুৱাব)॥৩॥ যুদ্ধ-ক্ষেত্ৰৰপৰা আঁতৰত তেওঁবিলাকক বসবাস কৰিবলৈ দিব, নাইবা একে ঠাইতে বসবাস কৰোৱাৰ দিহা কৰিব॥৪॥ কাৰণ, জনসমূহ নোহোৱাকৈ দেশ নহয়, দেশ নোহোৱাকৈ ৰাজ্য নহয়—এয়ে কৌটিল্যৰ মত॥৫॥

দুৰ্গম দুৰ্গত থকাজনৰ বীজ-বপনৰ বা শস্যৰ-হানি কৰিব নাইবা যোগান-ব্যৱস্থা আৰু আহাৰ আদি সংগ্ৰহ কৰিবৰ কাৰণে কৰা অতৰ্কিত আক্ৰমণ ধ্বংস কৰিব॥৬॥

আহাৰাদি সংগ্ৰহৰ কাৰণে কৰা অতৰ্কিত আক্ৰমণ আৰু যোগান-ব্যৱস্থা ছিন্ন কৰা, কঠীয়া আৰু খেতি ধ্বংস কৰা স্থানচ্যুত কৰা আৰু গুপ্তহত্যাৰ যোগেও প্ৰকৃতিসমূহৰ (ৰাজ্যৰ উপাদানসমূহৰ) ক্ষয় হয়॥৭॥

'মোৰ সৈন্যৰ বহুত সুন্দৰ খাদ্য-সামগ্ৰী, বনজ সম্পদ, বস্ত্ৰ, অস্ত্ৰ, বৰ্ম, শ্ৰমিক আৰু বন্দী আদি সমস্ত আহিলা-পাতি আছে; শত্ৰু মোৰ কাৰণে অনুকূল, শত্ৰুৰ প্ৰতিকূল; ব্যাধি আৰু দুৰ্ভিক্ষৰ কাৰণে সিহঁতৰ ভঁৰাল আৰু ৰক্ষা-ব্যৱস্থাৰ অৱনতি ঘটিছে; সিহঁতৰ

জেৰণীয়া-সৈন্য আৰু মিত্ৰ-সৈন্যৰ মাজতো ক্লান্তি আহিছে'—এই বুলি বেতিয়া বিবেচনা কৰে তেতিয়া অৱৰোধ কৰিব॥৮॥

সৈন্যৰ ছাউনী, (খাদ্যৰ) যোগান, অতিৰিক্ত সৈন্যৰ বন্দবস্ত আৰু পথৰ ৰক্ষা-ব্যৱস্থা অটুট ৰাখি তেওঁ খাল আৰু গড়ৰ দাঁতিয়ে দাঁতিয়ে চাৰিওফালে দুৰ্গ ঘেৰি পেলাব, পানীবিলাক দূষিত কৰিব, খালবোৰৰ পানী লোহোৱা কৰিব নাইবা ইয়াক ওপোচাই দিব, সমুক্তাইদি চাপ আৰু বুৰুজ অধিকাৰ কৰাব, সৈন্যৰে ইয়াক আচাম্বিতে তাহিলং কৰিব আৰু হস্তিসৈন্যৰ দ্বাৰা দুৰ্গৰ বিদাৰণ কৰাব॥৯॥ নিম্ন স্থানবোৰ মাটিৰে ঢাকি পেলাব॥১০॥ যিটো বহুত সৈন্যৰ দ্বাৰা ৰক্ষিত তাক যন্ত্ৰেৰে আঘাত কৰিব॥১১॥ প্ৰস্থান পথৰপৰা সৈন্য টানি আনি তেওঁলোকে অশ্বাৰোহীৰে বিনষ্ট কৰিব॥১২॥ যুদ্ধৰ বিৰতিৰ সময়ত উপায় চাৰিটাৰ গুটীয়া প্ৰয়োগ, বৈকল্পিক প্ৰয়োগ বা সামূহিক প্ৰয়োগেৰে সিদ্ধি লিপ্সা কৰিব॥১৩॥

দুৰ্গত বাহ লৈ থকা শেন, কাউৰী, ডাঁৰিক, চিলনী, ভাটৌ, শালিকা, ফেঁচা আৰু পাৰ-চৰাই ধৰাই নেজত আগ্নেয় পদাৰ্থ বান্ধি শত্ৰুৰ দুৰ্গত এৰি দিব॥১৪॥ নাইবা, (দুৰ্গৰপৰা) দূৰত থকা ছাউনীৰপৰা পতাকা ওপৰলৈ তুলি ধনুৰে আৰক্ষিত হৈ "মানুষ-অগ্নিৰে" (মৰা মানুহৰ হাঁড় ঘঁহি উলিওৱা জুই) শত্ৰুৰ দুৰ্গত জুই দিব॥১৫॥ দুৰ্গৰ ভিতৰৰ আৰক্ষী পুৰুষৰ ভাও দিয়া মানুহে নেউল, বান্দৰ, মেকুৰী আৰু কুকুৰৰ নেজত আগ্নেয় পদাৰ্থ বান্ধি দি ইকৰাৰ দ'মত বা প্ৰতিৰক্ষাৰ সামগ্ৰী থকা ঘৰত এৰি দিব॥১৬॥ শুকান মাছ বা মাংসৰ ভিতৰত জুই ৰাখি কাউৰীক দি ইয়াক চৰাইৰ যোগে কঢ়িওৱাব॥১৭॥

সৰল, দেৱদাৰু, গোন্ধোৱা খেৰ, গুগ্‌গুল, তাৰ্পিণ আৰু সৰল আৰু শালগছৰ ধুনা আৰু লাৰ গুলি, গাধ, উট, ছাগলী আৰু ভেড়াৰ লাদ—এইবিলাকে অগ্নি ধাৰণ কৰে॥১৮॥

প্ৰিয়ালৰ গুৰিত, অৱল্গুজৰ এলান্ধুত, মমত আৰু ঘোঁৰা, গাধ, উট আৰু গৰুৰ গোবৰত অগ্নি সংযোগ কৰি (শত্ৰুৰ দুৰ্গলৈ) নিক্ষেপ কৰিব পাৰি॥১৯॥

নাইবা, জুইৰ ৰঙৰ সকলো ধাতুৰে গুৰি, কুম্ভী, সীহ আৰু টিনৰ গুৰি, পাৰিভদ্ৰক আৰু পলাস ফুল আৰু কেশ, তেল, মম আৰু সৰল-ধুনাৰ এলান্ধুৰে মিশ্ৰিত হলে অগ্নি-সন্দীপক দ্ৰব্য হয় আৰু ই বিশ্বাসঘাতক (অৰ্থাৎ যত জুই লগাৰ সম্ভাৱনা নাই তাতো জুই লগায়)॥২০॥ শণ আৰু ত্ৰপুসৰ ছালেৰে মেৰিওৱা আৰু ইয়াৰ দ্বাৰা (ওপৰোক্ত মিশ্ৰণেৰে) লেও দিয়া কাঁড়ো অগ্নি-সংযোগৰ (উপায়)॥২১॥

কিন্তু যুদ্ধ কৰা সম্ভৱপৰ হলে কোনোমতে অগ্নি ব্যৱহাৰ নকৰিব॥২২॥ কাৰণ, অগ্নিৰ ওপৰত বিশ্বাস ৰাখিব নোৱাৰি, (ইয়াৰ বাহিৰেও) ই এটা দৈৱ আপদ আৰু অসংখ্য প্ৰাণী, শস্য, জন্তু, টকা, বন্য-সম্পদ আৰু দ্ৰব্যৰ ক্ষয়কাৰী॥২৩॥ আৰু যদি দ্ৰব্য-সম্ভাৰ নষ্ট হোৱা ৰাজ্য লাভো হয়, ইয়াৰপৰা লোকচানহে হয়॥২৪॥

(দুৰ্গৰ) অৱৰোধ শীৰ্ষক বিষয়ৰ এইদৰে সমাপ্তি হ'ল।

'উদ্যোগৰ কাৰণে সকলো উপকৰণ আৰু শ্ৰমিক মোৰ আছে, শত্ৰু ৰোগাক্ৰান্ত, গুপ্ত পৰীক্ষাৰ কাৰণে প্ৰকৃতিবিলাক বিৰুদ্ধ হৈছে নাইবা তেওঁ দুৰ্গনিৰ্মাণ-কৰ্ম কৰিব পৰা নাই বা দ্ৰব্য-সম্ভাৰ মজুত কৰিব পৰা নাই, অতিৰিক্ত সৈন্যদল থাককে বা নাথাককে, তেওঁ বেগতে মিত্ৰৰ লগত সন্ধি কৰিব' (যদি এনে বোধ হয়)—এনে সময়ত (দুৰ্গ) আক্ৰমণ কৰিব॥২৫॥

আপোনা-আপুনি জুই লাগিলে বা লগাই দিলে, উৎসৱ হ'লে, সৈন্যসকল যেতিয়া প্ৰেক্ষা-গৃহত দৰ্শনৰত হৈ থাকিব, সুৰাপান কৰি যেতিয়া কাজিয়া কৰি থাকিব, অনৱৰত যুদ্ধ কৰি

যেতিয়া ক্লান্ত হ'ব, ব্যাপক যুদ্ধৰ কাৰণে তেওঁৰ মানুহবোৰ যেতিয়া আহত বা নিহত হ'ব, জাগি থাকি ক্লান্তহৈ যেতিয়া মানুহবোৰ গভীৰ নিদ্ৰামগ্ন হ'ব, বৰষুণৰ বতৰত, নৈবোৰত বান আহিলে, কুঁৱলীয়ে ঢাকি ধৰিলে, তেওঁ দুৰ্গ আক্ৰমণ কৰিব॥২৬॥

নাইবা, শিবিৰ এৰি বনত লুকাই থাকি বাহিৰলৈ ওলাই অহা শত্ৰুক আক্ৰমণ কৰিব॥২৭॥

নাইবা, প্ৰধান মিত্ৰ বা সহায়কৰ ভাও দি কোনো এজনে অৱৰুদ্ধ ৰজাৰ লগত মিত্ৰতা স্থাপন কৰিব আৰু মৃত্যুদণ্ডপ্ৰাপ্ত কোনো লোকক (এনে বাৰ্তা বহন কৰিবৰ কাৰণে) দূত হিচাপে প্ৰেৰণ কৰিব—'এই এই আপোনাৰ দুৰ্বল স্থান, এইসকল লোকে আপোনাৰ দ্ৰোহী' নাইবা, 'অৱৰোধকাৰীৰ এইবিলাক ছিদ্ৰ, এইবিলাক আপোনাৰ হাত কৰিব পৰা মানুহ'॥২৮॥ প্ৰতিদূত লগত লৈ ওলাই আহোঁতে বিজিগীষুৱে দোষ প্ৰকাশ কৰি তেওঁক হত্যা কৰিব আৰু (তাৰপৰা) আঁতৰিব॥২৯॥ তেতিয়া মিত্ৰ বা সহায়কৰ ভাও দিয়াজনে অৱৰুদ্ধ ৰজাক ক'ব—'মোক ৰক্ষা কৰিবলৈ আগবাঢ়ি আহক, নাইবা মোৰ লগতে অৱৰোধকাৰীক হত্যা কৰক'॥৩০॥ সম্মতি প্ৰকাশ কৰিলে দুয়োফালৰপৰা (নিজৰ আৰু তেওঁৰ শত্ৰুৰ) হেঁচি ধৰি আঘাত কৰিব, জীয়াই জীয়াই ধৰি জীৱনৰ বিনিময়ত ৰাজ্য গ্ৰহণ কৰিব॥৩১॥ নাইবা, এওঁৰ ৰাজধানী ধ্বংস কৰিব॥৩২॥ নাইবা, বাছকবনীয়া সৈন্য বাহিৰলৈ উলিয়াই আনি আঘাত কৰিব॥৩৩॥

ইয়াৰ দ্বাৰা সসৈন্যে আত্মসমৰ্পণ কৰা ৰজা আৰু আটবিকৰ কথাও ব্যাখ্যা কৰা হ'ল॥৩৪॥ অৱৰুদ্ধজনৰ ওচৰলৈ সসৈন্যে আত্মসমৰ্পণ কৰা ৰজা বা আটবিক—এই দুজনৰ এজনে বাৰ্তা পঠিয়াব—'অৱৰোধকাৰী ৰোগগ্ৰস্ত হৈছে, শত্ৰুৱে এওঁক পাছফালৰপৰা আক্ৰমণ কৰিছে, (বা) অন্য এক দোষৰ উদ্ভৱ হৈছে, বা এওঁ কোনো এখন বেলেগ ৰাজ্যলৈ যাব খুজিছে'॥৩৫॥ (এই কথা) বিশ্বাস কৰিলে অৱৰোধকাৰীয়ে (নিজৰ) ছাউনীতে জুই দিব আৰু আঁতৰি যাব॥৩৬॥ তাৰ পিছত পূৰ্বৰ দৰে আচৰণ কৰিব॥৩৭॥

বেপাৰৰ বস্তু সংগ্ৰহ কৰি বিহ মিহলোৱা বস্তুৰে এওঁক প্ৰতাৰণা কৰিব॥৩৮॥

নাইবা, সহায়কাৰীৰ ভাও দি অৱৰুদ্ধ ৰজাৰ ওচৰলৈ দূত পঠিয়াব—'মই ইতিমধ্যে আক্ৰমণ কৰা বাহিৰৰ শত্ৰুক আক্ৰমণ কৰিবৰ কাৰণে ওলাই আহক'॥৩৯॥ তেওঁ যদি মান্তি হয়, আগৰ দৰে ব্যৱহাৰ কৰিব॥৪০॥

কোনো মিত্ৰ বা আত্মীয়ক দেখা কৰাৰ ছলেৰে মোহৰ মৰা (জাল) ৰাজাদেশ হাতত লৈ গুপ্তচৰবিলাকে (অৱৰোধকাৰীৰ হতুৱাই) দুৰ্গ গ্ৰহণ কৰাব॥৪১॥

নাইবা, সহায়কাৰীৰ ভাওত কোনোৱে অৱৰুদ্ধ ৰজালৈ বাৰ্তা পঠিয়াব—'অমুক ঠাইত আৰু অমুক সময়ত শিবিৰ আক্ৰমণ কৰিম; আপুনিও (তেতিয়া) যুদ্ধ কৰিব লাগিব'॥৪২॥ সম্মতি প্ৰকাশ কৰিলে যথোক্তভাৱে আক্ৰমণৰ কোলাহল তুলি ৰাতি দুৰ্গৰপৰা ওলাই আহোঁতে তেওঁক হত্যা কৰিব॥৪৩॥

নহলে, কোনো মিত্ৰ নাইবা আটবিকক আহ্বান জনাব আৰু উৎসাহিত কৰিব—'অৱৰুদ্ধ হোৱা ৰজাৰ বিৰুদ্ধে যুদ্ধ কৰি তেওঁৰ দেশ দখল কৰক'॥৪৪॥ যদি তেওঁ যুদ্ধ কৰে, তেতিয়া প্ৰজাৰ হতুৱাই বা (তেওঁৰ) বিদ্ৰোহী মুখ্যসকলক সমৰ্থন কৰি তেওঁক হত্যা কৰাব, নহলে 'এওঁ মিত্ৰঘাতক' এই যুক্তি (শত্ৰুক) অভিযুক্ত কৰা উদ্দেশ্য পূৰণ কৰি নিজেই বিহ খুৱাই মাৰিব॥৪৫॥

নাইবা, কোনো এজনে মিত্ৰৰ ভাও ধৰি (নিজেই) আক্ৰমণ কৰিব খুজিছে বুলি শত্ৰুক ক'ব॥৪৬॥ বিশ্বাসত লোৱাই, তেওঁ এওঁৰ বীৰ যোদ্ধাসকলক হত্যা কৰাব॥৪৭॥

নাইবা, তেওঁৰ লগত সন্ধি কৰি দেশত মানুহক বসবাস কৰিবলৈ দিবলৈ বাধ্য কৰাব॥৪৮॥ দেশত জনবসতি স্থাপন হলে অজ্ঞাতসাৰে তেওঁৰ দেশ ধ্বংস কৰিব॥৪৯॥

নাইবা, দ্ৰোহী সৈন্য আৰু আটবিক সৈন্যৰ বিৰুদ্ধে তেওঁক যুদ্ধত প্ৰবৃত্ত কৰি শত্ৰু-সৈন্যৰ একাংশ তেওঁলোকৰ বিৰুদ্ধে লগাই হঠাৎ আক্ৰমণ কৰি দুৰ্গ দখল কৰিব॥৫০॥

বিজিগীষুৰ গুপ্তচৰ অহা দ্ৰোহী, বিদেশী আৰু আটবিক সৈন্য, বিৰোধী মানুহ আৰু (শত্ৰুক) পৰিত্যাগ কৰি অহা লোকসকলে টকা-কড়ি আৰু সন্মান লাভ কৰি, সঙ্কেত আৰু চিহ্নৰ লগত (তেওঁলোক) পৰিচিত হৈ শত্ৰু-দুৰ্গ আক্ৰমণ কৰিব॥৫১॥

শত্ৰুৰ দুৰ্গ বা শিবিৰ আক্ৰমণ কৰোঁতে পতিতসকলক, পৰাঙ্মুখ হোৱাসকলক, আত্ম-সমৰ্পণ কৰাসকলক, চুলি আউল-বাউল হোৱাসকলক, নিৰস্ত্ৰসকলক, ভয়ত বিকল হোৱা-সকলক আৰু যুদ্ধ নকৰাসকলক নিৰাপত্তা প্ৰদান কৰিব॥৫২॥

শত্ৰুৰ দুৰ্গ লাভ কৰাৰ পাছত শত্ৰুপক্ষ নিৰ্মূল কৰি আৰু বাহিৰে আৰু ভিতৰে গোপন শাস্তিৰ বিৰুদ্ধে প্ৰতিকাৰৰ ব্যৱস্থা কৰি ইয়াৰ ভিতৰত প্ৰৱেশ কৰিব॥৫৩॥

এনেকৈয়ে শত্ৰুৰাজ্য দখল কৰি বিজিগীষুৱে মধ্যম ৰজাক আৰম্ভ কৰিব, এওঁৰ ক্ষেত্ৰত সফল হলে নিৰপেক্ষ ৰজাক আক্ৰান্ত কৰিব॥৫৪॥ পৃথিৱী জয় কৰাৰ নিমিত্তে এয়ে প্ৰথম পন্থা॥৫৫॥

মধ্যম আৰু উদাসীন (নিৰপেক্ষ) ৰজা নাথাকিলে নীতিৰ উৎকৰ্ষৰ যোগে শত্ৰু-প্ৰকৃতিক (শত্ৰু আৰু তেওঁৰ মিত্ৰক) জয় কৰিবৰ কাৰণে চেষ্টা কৰিব; তাৰ পিছত অন্যবিলাক প্ৰকৃতিক জয় কৰিব॥৫৬॥ এইটো (পৃথিৱী জয় কৰাৰ) দ্বিতীয় পন্থা॥৫৭॥

ৰাজমণ্ডলৰ অভাৱ হ'লে শত্ৰুৰ যোগে মিত্ৰক, মিত্ৰৰ যোগে শত্ৰুক দুইফালৰপৰা চেপি ধৰি কাৰ্যসিদ্ধি কৰিব॥৫৮॥ এইটো তৃতীয় পন্থা॥৫৯॥

প্ৰথমে তেওঁ দুৰ্বল ৰজা এজনক বা এজন সামন্তক জয় কৰিব; তেওঁৰ যোগে দুগুণ শক্তিসম্পন্ন হৈ দ্বিতীয় ৰজাক; তিনিগুণ শক্তিসম্পন্ন হৈ তৃতীয় ৰজাক (জয় কৰিব)॥৬০॥ পৃথিৱী জয় কৰাৰ এইটো চতুৰ্থ পন্থা॥৬১॥

পৃথিৱী জয় কৰি বৰ্ণাশ্ৰম বিভাগমতে নিজ ধৰ্ম অনুসৰি ভোগ কৰিব॥৬২॥

উপজাপ (গুপ্ত প্ৰৰোচনা), অপসৰ্প (গুপ্তচৰ) বা (শত্ৰুক) দুৰ্গৰ
বাহিৰলৈ উলিওৱাই অনা, অৱৰোধ আৰু আক্ৰমণ—এই পাঁচোটা দুৰ্গ দখল
কৰাৰ উপায়॥৬৩॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্গ দখল কৰাৰ উপায়" নামৰ ত্ৰয়োদশ অধিকৰণৰ অন্তৰ্গত "(দুৰ্গ) অৱৰোধ-কৰ্ম" আৰু "(দুৰ্গ) আক্ৰমণ" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ১৪৪তম) অধ্যায় সমাপ্ত॥

## পঞ্চম অধ্যায়

### ১৭৬তম প্ৰকৰণ: বিজিত ৰাজ্যত শান্তি-প্ৰবৰ্তন

বিজিগীষুৰ অভিযানৰ লক্ষ্য দুটা—অটৱী (অৰণ্য) আদি আৰু নগৰ আদি॥১॥ ইয়াৰ প্ৰাপ্তি তিনিবিধ—নতুন, আগতে লব্ধ আৰু পিতৃৰ [illegible]॥২॥

নতুন ৰাজ্য লাভ কৰি শত্ৰুৰ দোষ নিজৰ গুণেৰে দূৰ কৰিব, নিজৰ গুণ দুগুণেৰে প্ৰকাশ

কৰিব (অৰ্থাৎ দুগুণে বঢ়াব)॥৩॥ অনুগ্ৰহ, বেহাই, দান আৰু সন্মান-প্ৰদৰ্শন আদিৰ যোগে নিজৰ কৰ্তব্য কৰ্ম পালি প্ৰজাৰ প্ৰিয় আৰু হিত সাধন কৰিব॥৪॥ (শত্ৰুৰ) কৃত্যপক্ষক (ফুচুলনিৰ বশ হোৱা লোকসকলক) প্ৰতিশ্ৰুতি দিয়া মতে অনুগ্ৰহ দেখুৱাব, (এনে পক্ষ) যদি উদ্যমশীল হয়, তেতিয়াহে অনুগ্ৰহ দেখুৱাব॥৫॥ কাৰণ, প্ৰতিজ্ঞা ৰক্ষা নকৰাজন নিজপক্ষ আৰু শত্ৰুপক্ষ উভয়ৰে অবিশ্বাস্য হয় আৰু যিজনৰ আচৰণ প্ৰজাৰ (আচৰণৰ) বিৰুদ্ধ হয়, (তেওঁলোকো অবিশ্বাস্য হয়)॥৬॥ সেই কাৰণে (প্ৰজাৰে সৈতে) একে স্বভাৱ, বেশ, ভাষা আৰু আচাৰ গ্ৰহণ কৰিব॥৭॥ (সেই দেশৰ দেৱতাৰ পূজাৰ উদ্দেশ্যে হোৱা উৎসৱত, উৎসৱ-সভাত আৰু ক্ৰীড়া আদিৰ আমোদত (প্ৰজাৰ দৰে) সমান শ্ৰদ্ধা দেখুৱাব॥৮॥

চোৰাংচোৱাবিলাকে সঘনে গাওঁ, নগৰ, জাতি আৰু সংঘৰ মুখ্যসকলৰ প্ৰতি শত্ৰুৰ দুৰ্ব্যৱহাৰবিলাক আঙুলিয়াই দিব, (নিজ) প্ৰভুৰ পৰম ভাগ্য আৰু তেওঁবিলাকৰ প্ৰতি থকা মৰম আৰু শ্ৰদ্ধাৰ কথা ক'ব॥৯॥ তেওঁলোকে পৰম্পৰাক্ৰমে লাভ কৰা অধিকাৰ, বেহাই আৰু ৰক্ষণাবেক্ষণৰ তত্ত্বাৱধান কৰি তেওঁলোকক কামত খটুৱাব॥১০॥

সকলো দেৱতা আৰু আশ্ৰমৰ প্ৰতি সন্মান দেখুৱাব; বিদ্যা, বাগ্মিতা আৰু ধৰ্মৰ ফালৰ-পৰা বিশিষ্ট লোকসকলক ভূমি-সম্পত্তি-দান আৰু (কৰৰ) বেহাই দিব; সকলো বন্দীকে মুক্তি দিব আৰু দীন, অনাথ আৰু ব্যাধিগ্ৰস্তসকলক অনুগ্ৰহ দেখুৱাব॥১১॥ প্ৰত্যেক চাৰি মাহত আধা মাহৰ কাৰণে, পূৰ্ণিমা উপলক্ষে চাৰি দিনৰ কাৰণে আৰু ৰজাৰ আৰু দেশৰ নক্ষত্ৰত এদিনৰ কাৰণে হত্যা নিষেধ কৰিব॥১২॥ মাইকী (পশু আদি) হত্যা, পোৱালি বধ আৰু পুৰুষত্বনাশ নিষিদ্ধ কৰিব॥১৩॥

যিটো প্ৰথা কোষ আৰু সৈন্যৰ হানিকাৰক বুলি বিবেচনা কৰে বা যিটো ধৰ্মবিগৰ্হিত বুলি ভাবে তাক আঁতৰাই সদাচাৰ প্ৰৱৰ্তন কৰিব॥১৪॥

চোৰ প্ৰকৃতিৰ মানুহক, ম্লেচ্ছ জাতিক আৰু দুৰ্গ, ৰাষ্ট্ৰ, আৰু সেনাবাহিনীৰ অধ্যক্ষ-সকলক একে ঠাইতে নাৰাখি বাসস্থান সলাই থাকিব॥১৫॥ শত্ৰুৰ অনুগৃহীত মন্ত্ৰী, পুৰোহিত আদিক শত্ৰুৰ সীমান্তত একাধিক ঠাইত বসবাস কৰাব॥১৬॥ অপকাৰ কৰিবৰ কাৰণে সমৰ্থকসকলক নাইবা প্ৰভুৰ বিনাশৰ কথা ভাবি থকাসকলক গোপন শাস্তিৰে দমন কৰিব॥১৭॥ স্থানান্তৰ কৰা লোকসকলৰ ঠাইত নিজৰ দেশৰ মানুহ নাইবা শত্ৰুৰ অননু-গৃহীত মানুহক বসবাস কৰাব॥১৮॥

(শত্ৰুৰ) কুলৰ (ৰাজপাটৰ) দাবী কৰোঁতা কোনোৱে যদি প্ৰত্যাদেয় (সহজে কাঢ়ি লব পৰা) ভূমি গ্ৰহণ কৰিবলৈ সক্ষম হয়, নাইবা সীমান্তৰ অৰণ্যৰ বাসিন্দা কোনো অভিজাত পুৰুষে যদি তেওঁক অপকাৰ কৰিব পাৰে (কৰিব পৰা যেন দেখে), তেতিয়া তেওঁ টকা আৰু সৈন্য দানৰ চৰ্তত তেওঁক মূল্যহীন মাটি নাইবা মূল্যবান মাটিৰ এক-চতুৰ্থাংশ প্ৰদান কৰিব যাতে ইয়াক (টকা আৰু সৈন্য) উঠাওঁতে নগৰীয়া আৰু গাৱঁলীয়া প্ৰজাই বিদ্ৰোহ কৰে॥১৯॥ বিদ্ৰোহী হৈ উঠা এওঁবিলাকৰ দ্বাৰা তেওঁক হত্যা কৰাব॥২০॥ প্ৰজাৰ বোৰভাজন মানুহক আঁতৰ কৰিব নাইবা বিপদজনক স্থানত ৰহুৱাব॥২১॥

আগতে হেৰুওৱা (এতিয়া উদ্ধাৰ কৰা) ৰাজ্যৰ বিষয়ত, প্ৰকৃতিসমূহৰ বিশেষ দোষৰ কাৰণে ৰাজ্য হেৰুৱাইছিল সেই দোষবোৰ শুধৰাব আৰু যি যি গুণৰ কাৰণে ঘূৰাই আহিল সেই গুণবোৰ সতেজ কৰিব॥২২॥

পৈতৃক ৰাজ্যত পিতৃৰ দোষবোৰ শুধৰাব আৰু নিজৰ গুণ প্ৰকাশ কৰিব॥২৩॥

আগতে প্ৰৱৰ্ত্তন নকৰা ধৰ্ম্য আচৰণ প্ৰৱৰ্ত্তন কৰিব, অইনে প্ৰৱৰ্ত্তন
কৰাবোৰ একেদৰে চলাই থাকিব; অধৰ্ম্য আচৰণ প্ৰৱৰ্ত্তন নকৰিব আৰু
অইনে কৰাবোৰ নিষিদ্ধ কৰিব॥২৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্গ দখল কৰাৰ উপায়" নামৰ ত্ৰয়োদশ অধিকৰণৰ অন্তৰ্গত "বিজিত ৰাজ্যত শান্তি প্ৰৱৰ্ত্তন" নামৰ পঞ্চম (আৰম্ভণিৰপৰা ১৪৫তম) অধ্যায় সমাপ্ত॥

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ "দুৰ্গ দখল কৰাৰ উপায়" নামৰ ত্ৰয়োদশ অধিকৰণ সমাপ্ত হ'ল॥

# চতুৰ্দশ অধিকৰণ

## গোপন-ক্ৰিয়া-সম্বন্ধীয়

## প্ৰথম অধ্যায়

### ১৭৭তম প্ৰকৰণ : শত্ৰুসৈন্য ধ্বংসৰ কাৰণে গোপন-ক্ৰিয়া

চাৰিওবৰ্ণৰ লোকক ৰক্ষা কৰিবৰ কাৰণে অধাৰ্মিকসকলৰ ওপৰত গোপন-ক্ৰিয়া প্ৰয়োগ কৰিব॥১॥

কুঁজা, বাওনা, কিৰাত, বোবা, কলা, অঁকৰা আৰু অন্ধ-মানুহৰ ভাওত বিশ্বস্ত ম্লেচ্ছ-জাতীয় মতা-তিৰোতাই দেশ, বেশ, ব্যৱসায়, ভাষা আৰু বংশৰ প্ৰত্যয়জনক আকৃতিত শত্ৰুৰে নিজে ব্যৱহাৰ কৰা দ্ৰব্যৰ লগত কালকূট আদি বিষসমূহ সংযোগ কৰিব॥২॥

গূঢ় পুৰুষসকলে (শত্ৰু) ৰজাৰ ক্ৰীড়াৰ সঁজুলিত আৰু (ৰাজ-) ভঁৰালঘৰপৰা আদি তেওঁৰ ব্যৱহাৰ কৰা বস্তুত অস্ত্ৰ সুমুৱাই ৰাখিব; চোৰাংচোৱাগিৰি জীৱিকা হিচাপে লৈ ৰাতি ঘূৰি ফুৰা মানুহে আৰু জুইৰ ব্যৱসায়ীসকলে (সেই বস্তুবোৰত) জুই ধৰি দিব॥৩॥

বামুনী জেকোৰা, কৌণ্ডিন্যক আৰু কৃকণ-কীট, পঞ্চকুষ্ঠী আৰু শতপদী, উচ্চিদিঙ্গ, কম্বলী, শতকন্দ, ইধ্ম, জেঠি, ঘৰজেঠি, অন্ধাহিক (মাছবিশেষ), ক্ৰকণ্টক, গান্ধীপোক, গোমাৰিকা—এইবিলাকৰ চূৰ্ণ (গুড়ি) 'ভল্লাতক' আৰু 'অবল্গুজ'ৰ ৰসমিশ্ৰিত হলে তাৎকালিক প্ৰাণনাশক হয় নাইবা এইবিলাকৰ ধোঁৱাও (প্ৰাণনাশক হয়)॥৪॥

> নাইবা, ইয়াৰ যি কোনো কীট কেঁটীসাপ আৰু প্ৰিয়ঙ্গুৰ লগত যদি
> সিজোৱা যায় আৰু যদি ইয়াক শুকাই পেলায়—এনে সংমিশ্ৰণে ততালিকে
> প্ৰাণ নিঃশেষ কৰে বুলি কোৱা হয়॥৫॥

ধামাৰ্গৱ আৰু যাতুধানৰ আলুৰ লগত ভল্লাতক-পুষ্পৰ গুড়িৰ মিশ্ৰণ দিলে (সেই মিশ্ৰণে) এক পক্ষতে মৃত্যু ঘটাব॥৬॥

ব্যাঘাতকৰ আলুৰ লগত ভল্লাতক ফুলৰ গুড়ি মিহলাই (উক্ত) কীট মিহলালে (তাৰ দ্বাৰা) এমাহৰ ভিতৰত মৃত্যু হয়॥৭॥

মানুহৰ কাৰণে অকণমানেই একমাত্ৰা, ইয়াৰ দুগুণ গাধ আৰু ঘোঁৰাৰ কাৰণে আৰু চাৰি গুণ উট আৰু হাতীৰ কাৰণে (প্ৰাণনাশক)॥৮॥

মদন আৰু কোদ্ৰৱ, নাইবা হস্তিকৰ্ণ আৰু পলাশৰ ঠাৰিৰ লগত শতকৰ্দম, উচ্চিদিঙ্গ, কৰবীৰ, তিতালাও আৰু মাছৰ (এইবিলাকত জুই দি উৎপন্ন হোৱা) ধোঁৱাই বতাহক আশ্ৰয় কৰি গৈ যিহকে লাগিব তাকে মাৰিব॥৯॥

গান্ধীপোক, মাছ, তিতালাও, শতকৰ্দম, ইধ্ম আৰু ইন্দ্ৰগোপ (কেঁকেলুৱা) কীটৰ গুড়ি নাইবা গান্ধীপোক, ক্ষুদ্ৰ, অৰলা, হেম আৰু বিদাৰীৰ গুড়ি যদি ছাগলীৰ খুৰা আৰু শিঙৰ গুড়িৰ লগত মিহলোৱা যায় তেতিয়া হলে এটা ধোঁৱা ওলায় যি কণা কৰে॥১০॥

আস্ফোট, কচ আৰু গোবৰৰ ৰসৰ লগত পূতিকৰঞ্জৰ পাত, হৰিতাল, মনঃশিলা, গুঞ্জাৰ গুটি আৰু ৰঙা কপাহৰ ঠাৰি পিহি লদা কৰিলে কণা কৰা ধোঁৱা নিৰ্গত হয়॥১১॥

সাপৰ খোল, গৰু আৰু ঘোঁৰাৰ গোবৰ আৰু বিষ নাইকিয়া সাপৰ মূৰ—এই কেইটাই (লগ লাগি) কণা কৰা ধোঁৱাৰ সৃষ্টি কৰে॥১২॥

পাৰ, ভেকুলী আৰু মণ্ডহ [illegible] আৰু [illegible] মানুহ আৰু গাহৰিৰ মূত আৰু বিষ্ঠা, হীৰাকচ, হিং, যৱৰ তুঁহ, [illegible] আৰু চাউল, কপাহ, কুটজ আৰু কোশাতকীৰ গুটি, গোমূত্ৰিকা আৰু ভাণ্ডীৰ শিপা, নিম্ব, শিগ্ৰু, ফণির্জক, অকীৰ আৰু পীলুকৰ (ঠানিৰ) টুকুৰা, সাপৰ চোকোৰা আৰু মাইকী [illegible] [illegible], [illegible]ৰ খুৰা আৰু দাঁতৰ গুড়ি—এই-বিলাকৰ লগত মদন আৰু কোদ্ৰৱ নাইবা হস্তিকৰ্ণ আৰু পলাশৰ ঠাৰি মিহলাই ধোঁৱা উলিয়ালে এনে ধোঁৱাই যলৈকে যাওক লাগিলে প্ৰত্যেককে এজন এজনকে মাৰিব॥ ১৩॥

কালী, কুষ্ঠ, নড় আৰু শতাৱৰী নাইবা সাপ, প্ৰচলাক, কৃকণ আৰু পঞ্চকুষ্ঠৰ গুড়ি—এইবিলাকৰ্বণৰা অলতে কোৱা প্ৰণালীৰে বা আধা-শুকান আধা-তিতা ঠাৰিৰে ধোঁৱা উলিয়াই "প্ৰজ্বলন জলেৰে" (১৪।৪।২ চাওক) চকুৰ সাৱধান লোৱা মানুহে যদি যুদ্ধ-ক্ষেত্ৰলৈ আগবাঢ়ি অহা শত্ৰুৰ বিৰুদ্ধে নাইবা আচম্বিত আক্ৰমণত জন্ম যন্ধা শত্ৰুৰ বিৰুদ্ধে এৰি দিয়ে, সেই ধোঁৱাই সকলো প্ৰাণীৰে দৃষ্টিশক্তি নাশ কৰিব॥ ১৪॥

অৰ্ক, অক্ষি, পীলুক আৰু স্নুহি গছৰ এঠাত মৰা শাৰিকা, পাৰ, কুণাম্ৰচাৰি আৰু বগলীৰ বিষ্ঠাকম্বাৰা চকু কণা কৰা অঞ্জন হয় আৰু ই পানী দূষিত কৰে॥ ১৫॥

[illegible] আৰু বিদাৰীৰ শিপাৰ লগত মিশ্ৰিত আৰু মূক, বজ্ৰ-ডিম্বৰু, মদন, আৰু কোদ্ৰৱৰ কাথৰ্বক বা হস্তিকৰ্ণ আৰু পলাশৰ কাথৰ্বত্ত যৱ আৰু শালিধানৰ শিপা, মদনফল, আৰু জাইফলৰ পাত আৰু মানুহৰ মূত্ৰৰ মিশ্ৰণ মদনযোগ (মূৰ্চ্ছাকাৰক ঔষধ)॥ ১৬॥

মদন আৰু কোদ্ৰৱৰ নাইবা হস্তিকৰ্ণ আৰু পলাশৰ কাথৰ্বত্ত শৃঙ্গি, গৌতমবৃক্ষ, কণ্টকাৰ আৰু ময়ূৰপদীৰ মিশ্ৰণ, গুঞ্জা, লাঙ্গলী, বিষমূলিকা আৰু ইঙ্গুদীৰ মিশ্ৰণ আৰু কৰবীৰ, অক্ষি, পীলুক আৰু মৃগমাৰণীৰ মিশ্ৰণ মদনযোগ॥ ১৭॥

বা, এই সকলোবিলাকেই ঘাঁহ, খৰি আৰু পানী দূষিত কৰে॥ ১৮॥

কৃতকণ্ডল, জেঠি, ঘৰজেঠি, অন্ধাহিক (এবিধ মাছ)—এইবিলাকৰ ধোঁৱাই দৃষ্টি লোপ কৰে আৰু উন্মাদ কৰে॥ ১৯॥

জেঠি আৰু ঘৰজেঠিৰ মিশ্ৰণে কুষ্ঠৰোগ কৰে॥ ২০॥ তাকেই যদি যামুণী ভেকোলাৰ নাড়ী-ভুৰু আৰু মৌৰে লগ লগোৱা যায় প্ৰমেহ ৰোগ উৎপন্ন কৰে আৰু মানুহৰ তেজ লগ লগালে ক্ষয়ৰোগ উৎপত্তিৰ কাৰণ হয়॥ ২১॥

মদন আৰু কোদ্ৰৱৰ চূৰ্ণৰ লগত দূৰ্বীবিষৰ মিশ্ৰণ জিভাৰ জড়তা-কাৰক হয়॥ ২২॥

মাতৃবাহক, অঞ্জলিকাৰ, প্ৰচলাক, ভেকুলী, অক্ষি আৰু পীলুকৰ মিশ্ৰণে হাইজা বেমাৰ উৎপন্ন কৰে॥ ২৩॥

পঞ্চকুষ্ঠ, কৌণ্ডিণ্যক, ৰাজবৃক্ষৰ ফুল আৰু মৌৰ মিশ্ৰণে জৰ সৃষ্টি কৰে॥ ২৪॥

ভাস আৰু নেউলৰ (মণ্ডহৰ) লগত জিহ্বা আৰু গ্ৰন্থিকাৰ (এই দুবিধ ধন) মিহলাই গাধৰ গাখীৰত মাৰি প্ৰস্তুত কৰা মিশ্ৰণে এমাহ বা এক পক্ষৰ ভিতৰত (মানুহক) বোবা আৰু কলা কৰিব পাৰে॥ ২৫॥

মানুহৰ কাৰণে অকস্মাৎ আৰু (বাকী সকলোৰে কাৰণে) ঔষধ দৰবেই॥ ২৬॥

গছ-লতা আদিৰ ক্ষেত্ৰত টুকুৰা-টুকুৰি কৰি ভাঙি প্ৰস্তুত কৰা কাথ, প্ৰাণীবিলাকৰ ক্ষেত্ৰত চূৰ্ণ (গুড়ি) নাইবা সকলোৰে ক্ষেত্ৰত কাথ প্ৰয়োগ অব্যৰ্থ হয়॥ ২৭॥ এইবিলাকেই যোগৰ (মিশ্ৰণৰ) উৎকৰ্ষ॥ ২৮॥

মূল আৰু বৎসনাভৰ লগত শাল্মলী আৰু বিদাৰীৰ গুটি লগ লগাই তাত সিজোৱা আৰু চিকাৰ তেজেৰে প্ৰলেপ দিয়া এডাল কাড়ে যদি এজনক বিন্ধে, সেই বিন্ধজনে দহজন মানুহক কামুৰিব আৰু এই দহজনৰ প্ৰত্যেকেই আন দহজনক কামুৰিব॥২৯॥

এলক, অক্ষি, গুগ্গুলু, আৰু হালাহলৰ কাথ আৰু ভল্লাতক, যাতুধান, অবানু, ধামাৰ্গৱ আৰু বাণৰ ফুল, ছাগলী আৰু মানুহৰ তেজৰ লগত মিহলালে দংশযোগ (কামোৰৰ মিশ্ৰণ) তৈয়াৰ হয়॥৩০॥ যৱৰ গুড়ি আৰু খলিহেৰ লগত মিহলাই তথা "মদন" প্ৰজনৰ এনে মিশ্ৰণ পানীত দিলে এশ ধনুঃ আয়তনৰ জলাধাৰৰ পানী দূষিত কৰিব পাৰে॥৩১॥ কাৰণ, এনে পানী খালে বা ইয়াৰ স্পৰ্শলৈ আহিলে এজাক মাছ বিষাক্ত হয় আৰু যদি কোনোৱে এনে পানী স্পৰ্শ কৰে বা খায় তেৱোঁ বিষযুক্ত হয়॥৩২॥

এটা উটৰ আকৃতিৰ পাত্ৰত কণা আৰু বগা সৰিয়হৰ লগত এটা গুই সাপ তিনি পক্ষ পুতি থোৱাৰ পিছত প্ৰাণদণ্ডেৰে দণ্ডিত লোকে তাক উলিয়াই আনিলে সেই গুয়ে যাৰ ফালে চাব সিয়ে মৰিব; ক'লা গোসাপৰ বেলিকাও একেই কথা॥৩৩॥

বিজুলীয়ে পোৰা এঙাৰ বা বিজুলীৰ জুই বিজুলীয়ে পোৰা কাঠত জ্বলাই ৰাখি থৈ সেই জুইত কৃত্তিকা বা ভৰণী নক্ষত্ৰত ৰুদ্ৰ দেৱতাৰ যজ্ঞত আহুতি দিয়াৰ পিছত তেনে জুই যদি (শত্ৰুৰ) বিৰুদ্ধে চালিত হয় সি (শত্ৰুক) পুৰিব আৰু ইয়াৰ বিৰুদ্ধে কোনো প্ৰতিকাৰ নাই॥৩৪॥

কমাৰৰপৰা জুই আনি বেলেগে বেলেগে তাত মৌৰ আহুতি দিব; শুৰীৰপৰা জুই আনি মদৰ আহুতি দিব আৰু বাটৰপৰা জুই আনি ঘিউৰ আহুতি দিব॥৩৫॥

পতিব্ৰতা নাৰীৰ (ঘৰৰ)পৰা জুই আনি মালাৰ ফুলৰ, নটীৰ (ঘৰৰ)পৰা জুই আনি সৰিয়হৰ, গৰ্ভৱতী তিৰোতাৰপৰা জুই আনি দৈৰ আৰু অগ্নিহোত্ৰীৰপৰা জুই আনি তাত চাউলৰ আহুতি দিব॥৩৬॥

চণ্ডালৰপৰা জুই আনি মাংস, চিতাৰপৰা জুই আনি মানুহৰ মগুহ আৰু সকলো জুই একেলগ কৰি তাত ছাগলীৰ চৰ্বি আৰু মানুহৰ গুৰ (মগুহ ?) অৰ্পণ কৰিব॥৩৭॥

ৰাজবৃক্ষৰ কাঠৰ অগ্নিত অগ্নিমন্ত্ৰেৰে আহুতি দিব। এনে অগ্নিয়ে শত্ৰুৰ চকুত চমক লগায় আৰু ইয়াৰ বিৰুদ্ধে কোনো প্ৰতিকাৰ নাই॥৩৮॥

হে অদিতি, তোমাক নমস্কাৰ; হে অনুমতি, তোমাক নমস্কাৰ; হে সৰস্বতী, তোমাক নমস্কাৰ; হে দেৱ সবিতা, তোমাক নমস্কাৰ॥৩৯॥ অগ্নিলৈ স্বাহা, সোমলৈ স্বাহা, পৃথিৱীলৈ স্বাহা, অন্তৰীক্ষলৈ স্বাহা॥৪০॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "গোপন ক্ৰিয়া-সম্বন্ধীয়" নামৰ চতুৰ্দশ অধিকৰণৰ অন্তৰ্গত "শত্ৰুসৈন্য ধ্বংসৰ কাৰণে গোপন-ক্ৰিয়া" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১৭৬তম) অধ্যায় সমাপ্ত॥

# দ্বিতীয় অধ্যায়

## ১৭৮তম প্ৰকৰণ : (যোগৰ-ক্ৰিয়াৰ মেলে) প্ৰস্তাৱনা

### (১) অদ্ভুত কৰ্ম সম্পাদন

শিৰীষ, ডিমৰু আৰু পলাশৰ গুড়ি ঘিউত থাকিলে আধা মাহৰ কাৰণে ভোক নলগা দৰৱ প্ৰস্তুত হয়॥১॥ শেলুক, পদুমৰ আলু, কুঁহিয়াৰৰ শিপা, পদুমৰ (নলাৰ) আঁহ, দুবৰি, গাখীৰ, ঘিউ আৰু (গাখীৰৰ) সৰ—এইবিলাক মিলাই প্ৰস্তুত কৰা কাথ এমাহৰ কাৰণে ভোক নিবাৰক হয়॥২॥

গাখীৰ আৰু ঘিউৰ লগত মাটিমাহ, যৱ, কুলথ আৰু কুশৰ আলুৰে গুড়ি মিহলাই পি খালে, বা বজী, গাখীৰ আৰু ঘিউ সমান পৰিমাণে লৈ পগাই খালে, বা সাল আৰু পৃশ্নি-পৰ্ণীৰ শিপা বাটি গাখীৰৰ লগত খালে নাইবা গাখীৰৰ লগত ইয়াক মিলাই ঘিউ আৰু মৌৰ লগত খালে এমাহৰ কাৰণে অনাহাৰে থাকিব পাৰি॥৩॥

বগা ছাগলীৰ মূত্ৰত সাত ৰাতি ৰখা সৰিয়হৰপৰা উলিওৱা তেল যদি তেৰ মাহৰ কাৰণে তিতালাউৰ ভিতৰত ৰখা হয়, ই দ্বিপদ আৰু চতুষ্পদক বিৰূপ কৰিব পাৰে॥৪॥

ঘোল আৰু যঁথান খুওৱা বগা গাধৰ গোবৰত ওলোৱা যঁথানৰ লগত বগা সৰিয়হৰ তেল উতলাই সাত ৰাতি থলে ই বিৰূপ-কাৰক (মিশ্ৰণ) হয়॥৫॥

এই দুটাৰ এটাৰ (বগা ছাগলী নাইবা গাধৰ) মূত আৰু গোবৰৰ লগত পলোৱা সৰিয়হৰ তেলত যদি অৰ্ক, তূলা আৰু পতঙ্গৰ গুড়ি মিহলোৱা যায়, তেতিয়া সেই তেল ধবল ৰোগৰ কাৰণ হয়॥৬॥

বগা কুকুৰা আৰু অজগৰৰ বিষ্ঠাৰ মিশ্ৰণ ধবল ৰোগৰ কাৰণ॥৭॥

সাত ৰাতি বগা ছাগলীৰ মূত্ৰত ৰখা বগা সৰিয়হ, ঘোল, আকণ গছৰ এঠা, লোণ আৰু ধান—একেলগে মিহলাই পকেক ৰাখিলে ধবল ৰোগৰ কাৰক হয়॥৮॥

গছত লাগি থকা তিতালাউত আধা মাহ ৰখা বগা সৰিয়হ-বটাই লোম বগা কৰে॥৯॥

“অলোজুন” নামেৰে জনাজাত যি কীট আৰু বগা ঘৰ-জেঠি—এই দুইক পিহি যদি চুলিত ঘঁহা যায় তেতিয়া চুলি শঙ্খ যেন বগা হয়॥১০॥

গোবৰ বা তিন্দুক আৰু অৰিষ্টৰ কল্ক শৰীৰত ঘঁহি যদি তাৰ পিছত ভল্লাতকৰ এঠা ঘঁহি দিয়া হয় তেতিয়া এমাহৰ ভিতৰতে কুষ্ঠৰোগ হব॥১১॥

ক'লা গোমসাপ বা ঘৰ-জেঠিৰ মুখত এসপ্তাহ ৰখা গুঞ্জাৰ গুটি কুষ্ঠৰোগ-কাৰক যোগ॥১২॥

ভাটৌৰ পিত্ত আৰু কণীৰ জলীয়া ভাগ মোটেই গাত ঘঁহিলে কুষ্ঠৰোগ হয়॥১৩॥

প্ৰিয়ালৰ কল্কৰ কাথ কুষ্ঠৰ দৰৱ॥১৪॥

কুক্কুটক, কোশাতকী আৰু শতাৱৰীৰ শিপা মিহলোৱা আহাৰ খালে এমাহতে (শৰীৰৰ বৰণ) ক'লা হব॥১৫॥

বটৰ কাষেৰে পা দুই সহচৰৰ কল্ক গাত ঘঁহিলে ক'লা হয়॥১৬॥

হৰিতাল আৰু মনঃশিলা শমুল আৰু কদ্মৰ তেলত মিহলাই ঘঁহিলে (মানুহ) শ্যাম-বৰণীয়া হয়॥১৭॥

জোনাকী পৰুৱাৰ গুড়ি মিঠাতেলত মিহলালে ৰাতি জ্বলে॥১৮॥

জোনাকী পৰুৱা আৰু গণ্ডুপদ কীটৰ গুড়ি নাইবা সমুদ্ৰজন্তু, ভৃঙ্গকপাল, খদিৰ আৰু কৰ্ণিকাৰ ফুলৰ গুড়ি, যদি শকুন আৰু কপোতৰ তেলত মিহলোৱা যায়, তেতিয়া সেই চূৰ্ণই যি কোনো কন্দুক উজ্জ্বল কৰে॥১৯॥

ভেকুলীৰ চৰ্বিত মিহলোৱা পাৰিভদ্ৰকৰ ছালৰ অঞ্জন শৰীৰত জুই জ্বলোৱাৰ উপায়॥২০॥ পাৰিভদ্ৰকৰ ছাল আৰু তিল বাটি লেও দিলে শৰীৰত জুই জ্বলে॥২১॥

পীলু গছৰ ছালৰ অঞ্জনৰ পিণ্ড হাতত জ্বলে॥২২॥ ভেকুলীৰ চৰ্বি মলা (এনে) পিণ্ড জুইৰে জ্বলে॥২৩॥ ভেকুলীৰ চৰ্বি মলা এই অঞ্জন গাত ঘঁহি, কুশাম্ৰফলৰ তেল গাত ছটিয়ালে, নাইবা সাগৰত থকা মাইকী ভেকুলী, সাগৰৰ ফেন আৰু সৰ্জ গছৰ এঠাৰ গুড়ি সানিলে জুই দিলে জ্বলে॥২৪॥

ভেকুলী, কেঁকোৰা আদিৰ চৰ্বিৰ লগত সমান পৰিমাণে তেল দি তাক উতলালে সেই তেলে গোটেই শৰীৰত জুই জ্বলাব পাৰে॥২৫॥

বাঁহৰ গাজ আৰু শেলাইৰে লেপা শৰীৰত ভেকুলীৰ চৰ্বি ঘঁহিলে জুই লাগে॥২৬॥

পাৰিভদ্ৰক, প্ৰতিবলা, বঞ্জুল, বজ্ৰ আৰু কদলীৰ শিপাৰ কল্ক আৰু ভেকুলীৰ চৰ্বিৰ লগত উতলোৱা তেল ভৰিত (ভৰিৰ পতাত) মাখিলে আঙঠাৰ ওপৰত খোজ কাঢ়িব পাৰি॥২৭॥

উপোদকা, প্ৰতিবলা, বঞ্জুল, পাৰিভদ্ৰক—এইবিলাকৰ কল্ক ভেকুলীৰ চৰ্বিত সিজাই তেল তৈয়াৰ কৰিব; আৰু চাকা ভৰি ইয়াৰে মালিচ কৰি ফুলৰ দমৰ ওপৰত খোজ কঢ়াৰ নিচিনাকৈ আঙঠাৰ ওপৰত খোজ কাঢ়িব পাৰি॥২৮-২৯॥

ৰাজহাঁহ, বৰঘগ, মৰা-চৰাই বা অন্য কোনো পানীৰ ওপৰত সাঁতুৰি ফুৰা ডাঙৰ চৰাইৰ নেজত নল-খাগৰিৰ চাকি বান্ধি দিলে ৰাতি উল্কা দেখা যায়॥৩০॥

বিজুলীয়ে (পুৰি) সৃষ্টি কৰা ছাইৰে জুই নুমাব পাৰি॥৩১॥

ৰজস্বলা নাৰীৰ ৰক্তস্ৰাৱত তিওৱা মাটিমাহ আৰু ভেকুলীৰ চৰ্বি সংমিশ্ৰিত বজ্ৰকুলীৰ শিপাই চোকা জ্বলি থাকোঁতেও ৰন্ধনত বাধা প্ৰদান কৰাৰ উপায়॥৩২॥ (পুনৰ) চুলা চাকা কৰি লোৰাটোৱেই ইয়াৰ প্ৰতিকাৰ॥৩৩॥

পীলু কাঠৰ এটা গোলৰ ভিতৰত জুই ভৰাই সুবৰ্চলাৰ শিপা বা সূতাৰে (মুখত) সোপা দি তাক কপাহেৰে মেৰিয়াই ললে মুখৰপৰা জুই আৰু ধোঁৱা উলিয়াবৰ উপায় হয়॥৩৪॥

কুশাম্ৰফলৰ তেল ছটিওৱা জুই বৰষুণত আৰু প্ৰবল বতাহতো জ্বলে॥৩৫॥

তেলত তিয়াই থোৱা সাগৰৰ ফেন পানীত ওপঙি থাকি জ্বলে॥৩৬॥

পানীত সাঁতুৰিৰ পৰা চৰাইৰ হাড়ত ফুলা বাঁহৰ পাবেৰে ঘঁহি জ্বলোৱা জুই পানীয়ে নুমাব নোৱাৰি, পানীত জ্বলিহে উঠে॥৩৭॥

যত অস্ত্ৰেৰে মৰা বা শূলত দিয়া মানুহৰ বাওঁকালৰ কাষিহাড়ত ফুলা বাঁহৰ পাবেৰে ঘঁহি জ্বলোৱা জুই, নাইবা মানুহৰ কাষিহাৰে মতা মানুহ বা মাইকী মানুহৰ হাড়ত ঘঁহি জ্বলোৱা জুই বাওঁপাকে তিনিবাৰ ঘূৰোৱা যায় তাত অন্য জুই নজ্বলে॥৩৮॥

চিকা, খাঁজিলাহী আৰু খাজকীট পিহি তৈ মোৰাৰ মূত মিহলাব;
ইয়াৰে লোহাৰ শিকলি ছিঙিব পাৰি॥৩৯॥

অথবা, কেঁকোৰা, জেকুলী, আৰু খাৰকীটৰ চৰ্বিৰ প্ৰলেপ দি দুগুণ শক্তিশালী কৰা চুম্বক-পাথৰকেও (শিকলি ছিঙিব পাৰি)॥৪০॥

বৰ-বগা আৰু ভাসৰ পাৰ্শ্ব, পদুমফুল আৰু পানীৰ লগত সদ্যোজাত গাভৰুৰ মাংস পিহি ললে দ্বিপদ আৰু চতুষ্পদ জন্তুৰ ঠেঙৰ জখম হয়॥৪১॥

ফেঁচা আৰু শগুণৰ চৰ্বি উটৰ ছালৰ জোতাত ঘঁহি বৰ-গছৰ পাতেৰে ঢাকি ললে (সেই জোতাৰে) পঞ্চাশ যোজন বাট কোনো ভাগৰ নলগাকৈ যাব পাৰি॥৪২॥

শেন, বৰ-বগা, কাউৰী, শগুণ, ৰাজহাঁহ ক্ৰৌঞ্চ আৰু বীচীৰৱ চৰাইৰ নাইবা সিংহ, বাঘ, ফুটুকী-বাঘ, কাউৰী আৰু ফেঁচাৰ মজ্জা বা বীৰ্যই (এজন লোকক এশ যোজন ভাগৰ নলগাকৈ খোজ কাঢ়িবলৈ সক্ষম কৰে)॥৪৩॥

সকলো বৰ্ণৰে গৰ্ভপাত হোৱা শিশু বা শ্মশানত থকা মৃত শিশু উটৰ আকৃতিৰ পাত্ৰত থুলিদিলে ইয়াৰপৰা যি মেদ উৎপন্ন হয় ই এশ যোজন (ভাগৰ নলগাকৈ খোজ কাঢ়িব পৰা কৰে)॥৪৪॥

> (এইবোৰ) অনিষ্টকাৰী আৰু অদ্ভুত উৎপাতৰ যোগে শত্ৰুৰ উদ্বেগ সৃষ্টি কৰিব, ই ৰাজ্যৰ নিৰাপত্তাৰ কাৰণেহে; বিদ্ৰোহৰ বেলিকাও তেনে নিন্দনীয় আচৰণৰ ব্যৱস্থা দিয়া হৈছে॥৪৫॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "গোপন-ক্ৰিয়া-সম্বন্ধীয়" নামৰ চতুৰ্দশ অধিকৰণৰ অন্তৰ্গত "(গোপন ক্ৰিয়াৰ দ্বাৰা) প্ৰতাৰণা; অদ্ভুত কৰ্ম সম্পাদন" নামৰ দ্বিতীয় (আৰম্ভণিৰপৰা ১৪৭তম) অধ্যায় সমাপ্ত॥

# তৃতীয় অধ্যায়

## ১৭৮তম প্ৰকৰণ: (গোপন ক্ৰিয়াৰ যোগে) প্ৰতাৰণা
## (২) ঔষধ আৰু মন্ত্ৰৰ প্ৰয়োগ

মেকুৰী, উট, কুকুৰনেচীয়া বাঘ, গাহৰি, কেটেলাপহু, বাদুলি, নপ্তৃ, কাউৰী, ফেঁচা বা অন্য নিশাচৰ প্ৰাণী—এইবিলাকৰ এটাৰ, দুটাৰ বা তাতোকৈ অধিকৰ বাওঁ চকু আৰু সোঁ চকু লৈ দুভাগে দুটা চূৰ্ণ তৈয়াৰ কৰিব॥১॥ তাৰ পিছত বাওঁ চকুৰ চূৰ্ণৰে সোঁ চকুত আৰু সোঁ চকুৰ চূৰ্ণৰে বাওঁ চকুত প্ৰলেপ দিলে ৰাতি আৰু আন্ধাৰত দেখিব পাৰি॥২॥

> এটা আমলখি ফল, গাহৰিৰ চকু, জোনাকী পৰুৱা, ক'লা শাৰিৱা (ভদ্ৰা নামৰ সৰু গছ)—এইবোৰ সংমিশ্ৰিত কৰি প্ৰস্তুত কৰা ঔষধ চকুত সানি ললে ৰাতি বস্তুবোৰ দেখা পায়॥৩॥

তিনি ৰাতি (তিনি দিন) উপবাসে থাকি পুষ্যা নক্ষত্ৰত অস্ত্ৰেৰে নিহত বা শূলত দিয়া মানুহৰ মূৰৰ খোলাত যঁৱাৰ (লৈ) মাটিত ছাটিয়াই দিব আৰু (তাৰ ওপৰত) ভেড়াৰ গাখীৰ ছটিয়াই দিব॥৪॥ তাৰ পিছত (তাত গজা) যঁৱাৰ গাজৰ মালা পিন্ধি ললে নিজৰ চেহেৰা আৰু ছাঁয়া (আনে) নেদেখাকৈ ফুৰিব পাৰি॥৫॥

তিনি ৰাতি (তিনি দিন) উপবাস কৰি পুষ্যা নক্ষত্ৰত কুকুৰ, মেকুৰী, ফেঁচা আৰু বাদুলিৰ সোঁ আৰু বাওঁ চকু বেলেগে বেলেগে পুৰি কৰিব॥৬॥ তাৰ পিছত অনুক্ৰমে (সোঁ

চকুৰ সৌ চকুৰে, বাওঁ চকুৰ বাওঁ চকুত) চকুত সেই গুড়ি সানি ললে ছাঁয়া আৰু শৰীৰ অদৃশ্য কৰি বিহাৰ কৰিব পাৰি॥৭॥

তিনি দিন উপবাসে থাকি পুষ্য নক্ষত্ৰত হত্যাকাৰীৰ কৰঙ্গৰ হাড়ৰপৰা শলা আৰু মলমৰ পাত্ৰ তৈয়াৰ কৰিব॥৮॥ তাৰপাছত এই কেইটা জন্তুৰ (ওপৰৰ ৬নং সূত্ৰ) যি কোনো এটাৰ চকুৰ গুড়ি (নিজৰ) চকুত সানি লৈ শৰীৰ আৰু ছাঁয়া অদৃশ্য কৰি ফুৰিব পাৰি॥৯॥

তিনি ৰাতি (তিনি দিন) উপবাসে থাকি পুষ্যা নক্ষত্ৰত মলম ৰাখিবৰ কাৰণে এটা লোহাৰ পাত্ৰ আৰু এডাল শলা নিৰ্মাণ কৰিব॥১০॥ তাৰ পিছত নিশাচৰ প্ৰাণীবিলাকৰ যি কোনো এটাৰ মূৰৰ খোলা চকুৰ মলমেৰে পূৰাই মৃত তিৰোতাৰ যোনিত ভৰাই পুৰাব॥১১॥ সেই মলম পুষ্যা নক্ষত্ৰত বাহিৰ কৰি মলম ৰাখিবৰ কাৰণে নিৰ্মিত সেই (লোহাৰ) পাত্ৰত ৰাখিব॥১২॥ ইয়াক চকুত সানি ললে ছাঁয়া আৰু শৰীৰ অদৃশ্য কৰি বিচৰণ কৰিব পাৰি॥১৩॥

যত আহিতাগ্নি ব্ৰাহ্মণক (মৰাৰ পিছত) পোৰা বা পুৰি থকা দেখে তাত তিনি ৰাতি (তিনি দিন) উপবাস কৰি পুষ্যা নক্ষত্ৰৰ দিনা স্বাভাৱিকতে মৰা কোনো মানুহৰ কাপোৰেৰে মোনা তৈয়াৰ কৰি (সেই ব্ৰাহ্মণৰ) চিতাৰ ভস্মেৰে পূৰাই তাক (সেই মোনা) লৈ ফুৰিলে ছাঁয়া আৰু শৰীৰ অদৃশ্য কৰি ফুৰিব পাৰি॥১৪॥

ব্ৰাহ্মণৰ প্ৰেতকাৰ্যত যি গৰু হত্যা কৰা যায়, তাৰ হাড় আৰু মজ্জাৰ চূৰ্ণৰ দ্বাৰা পূৰিত সাপৰ ছালৰ মোনা পশুবিলাকক অদৃশ্য কৰাৰ উপায়॥১৫॥

সাপে খোৱা মানুহৰ ছাইৰে পূৰিত প্ৰচলাকৰ (এবিধ সাপ) ছালৰ মোনা হৰিণবিলাকক অদৃশ্য কৰাৰ উপায়॥১৬॥

ফেঁচা আৰু বাদুলিৰ নেজ, মল আৰু আঁঠুৰ হাড়ৰ গুড়িৰে পূৰ্ণ কৰা সাপৰ ছালৰ মোনা পক্ষীবিলাকক নেদেখা কৰাৰ উপায়॥১৭॥

অদৃশ্য কৰাৰ এই আঠোটা যোগ॥১৮॥

মই বিৰোচনাৰ পুত্ৰেক বলি, শতমায়াযুক্ত শম্বৰ, ভণ্ডীৰপাক, নৰক, নিকুম্ভ আৰু কুম্ভক বন্দনা কৰোঁ॥১৯॥

দেৱল, নাৰদ আৰু সাৱৰ্ণি গালৱক মই বন্দনা কৰোঁ; এওঁবিলাকৰ অনুমতিতে গভীৰ নিদ্ৰা তোমাৰ ওপৰত জাপি দিয়া হৈছে॥২০॥

যেনেকৈ অজগৰবিলাক গভীৰ নিদ্ৰাত মগ্ন হয়, যেনেকৈ চমূখল (কোনো প্ৰাণীবিশেষ) বিলাক নিদ্ৰাত মগ্ন হয়, তেনেকৈয়ে মানুহবোৰ, গাৱঁৰ কৌতূহলী পুৰুষসকলো শোওক॥২১॥

এহেজাৰ পাত্ৰ আৰু ৰথৰ চক্ৰাৰ এশ পিঠিয়া লৈ এই ঘৰত প্ৰৱেশ কৰিম; ভাণ্ডবিলাক (পাত্ৰবোৰ) যেন নিঃশব্দে থাকে॥২২॥

মনুক নমস্কাৰ কৰি, কুকুৰৰ গৰ্জন বন্ধ কৰি, দেৱলোকৰ যিসকল (উত্তম) দেৱতা আৰু মানুহৰ মাজত যিসকল (শ্ৰেষ্ঠ) ব্ৰাহ্মণ, অধ্যয়ন সাং কৰা যিসকল সিদ্ধ পুৰুষ আৰু কৈলাস পৰ্বতৰ তাপসসকল—এই সকলো সিদ্ধকে নমস্কাৰ কৰি এই মহান নিদ্ৰা আপোনাৰ ওপৰত জাপি দিয়া হৈছে॥২৩-২৪॥

মই অতিক্ৰম কৰোঁতে সকলোৱেই যেন একেলগে আঁতৰি যায়॥২৫॥

হে অলিতা, হে বলিতা, মনুকে স্বাহাত জনাইছোঁ॥২৬॥

ইয়াৰ প্ৰয়োগৰ প্ৰণালী (এনেকুৱা)—॥২৭॥ তিনি ৰাতি (তিনি দিন) উপবাসে থাকি চন্দ্ৰ পুষ্যানক্ষত্ৰযুক্ত হলে কৃষ্ণ চতুৰ্দশীত শ্বপাকী (চণ্ডালনী) তিৰোতাজনীৰ বিলখৈ (এন্দুৰৰ দৰে এবিধ গাঁতত থকা প্ৰাণী) ক্ৰয় কৰিব কিনি আনিব॥২৮॥ সেইবিলাক মাটি-মাহেৰে সৈতে পাচিত ভৰাই জনসমাগম নোহোৱা শ্মশানত পুতি থাখিব॥২৯॥ পিছৰ পক্ষৰ চতুৰ্দশীত উলিয়াই আনি কুমাৰীৰ হতুৱাই পিহি কৰোৱাই সৰু সৰু বৰি তৈয়াৰ কৰিব॥৩০॥ তাৰপৰা এটা বৰি আনি এই মন্ত্ৰ মাতি যতে পোলোৱা যায় তাত সকলোৰেই গভীৰ টোপনিত পৰিব॥৩১॥

এনেদৰেই তিনিটা ক'লা আৰু তিনিটা বগা আঁচ থকা এডাল কেটেলাপহুৰ কাঁইট জনসমাগম নোহোৱা শ্মশানত পুতি থাখিব॥৩২॥ পিছৰ পক্ষৰ চতুৰ্দশী তিথিত উলিয়াই শ্মশানৰ ছাইৰে সৈতে এই মন্ত্ৰ মাতি সেইডাল যলৈকে দলিয়ায়, সেই ঠাইত সকলোকে টোপনি নিয়ায়॥৩৩॥

সুবৰ্ণপুষ্পা ব্ৰহ্মাণীক বন্দনা কৰোঁ, কুশৰ পতাকাৰে সৈতে ব্ৰহ্মাক বন্দনা কৰোঁ; সকলো দেৱতা আৰু তাপসক বন্দনা কৰোঁ॥৩৪॥

ব্ৰাহ্মণসকল মোৰ বশীভূত হওক, পৃথিৱীপালক ক্ষত্ৰিয়সকল মোৰ বশলৈ আহক; বৈশ্য আৰু শূদ্ৰসকল যেন সদায় মোৰ বশীভূত হয়॥৩৫॥

হে অমিলা, কিমিলা, বয়ুচোৰা, প্ৰয়োগা, ফক্কা, বয়ুহৰা, বিহালা, দন্তকটকা—তোমা-লোকক স্বাগত জনাইছোঁ॥৩৬॥

কুকুৰবিলাক সুখেৰে শোৱক আৰু গাঁৱৰ কৌতূহলী লোকসকলো (সুখেৰে শোৱক); তিনি ঠাইত বগা এই কেটেলা-পহুৰ কাঁইটডাল ব্ৰহ্মাই নিৰ্মাণ কৰিছে॥৩৭॥

কাৰণ, সকলো কৃতী (ঐশ্বৰ্যশালী) পুৰুষেই নিদ্ৰিত; গাঁৱৰ সীমাৰ শেষ পৰ্যন্ত আৰু সূৰ্যোদয় কাললৈকে এই টোপনি তোমালোকৰ ওপৰত জাপি দিয়া হৈছে॥৩৮॥

স্বাহা॥৩৯॥

ইয়াৰ প্ৰয়োগ (তলত দিয়া হৈছে)॥৪০॥ তিনিটা বগা আঁচ থকা কেটেলা-পহুৰ কাঁইট কেতবোৰ লব; সাত ৰাতি (সাত দিন) উপবাস কৰি কৃষ্ণ চতুৰ্দশীৰ দিনা এশ আঠডাল খদিৰৰ সমিধ লৈ ঘিঁউ আৰু মৌৰে সৈতে এই মন্ত্ৰ গাই অগ্নিত হৱন কৰিব॥৪১॥ তাৰ পিছত গাৱঁৰ প্ৰৱেশ-পথত নাইবা ঘৰৰ দুৱাৰত তাৰে এডাল কাঁইট যদি এই মন্ত্ৰ গাই পুতি থোৱা যায় তাত সকলোকে নিদ্ৰামগ্ন কৰিব॥৪২॥

বিৰোচনৰ পুত্ৰ বলিক নমস্কাৰ কৰোঁ; এশ মায়াযুক্ত শম্বৰক নিকুম্ভক, নৰকক, কুম্ভক আৰু মহাসুৰ তন্তুকচ্ছক নমস্কাৰ কৰোঁ॥৪৩॥

অৰ্মালৱ, প্ৰমীল, মণ্ডোলূক, ঘটোদ্বল আৰু কৃষ্ণ আৰু কংসৰ উপচাৰকসকলক আৰু যশস্বিনী পৌলোমীক নমস্কাৰ কৰোঁ॥৪৪॥

সিদ্ধিৰ কাৰণে মন্ত্ৰপূত কৰি মধু শাৰিকা (চৰাই) গ্ৰহণ কৰিছোঁ; ইয়াৰ জয় হওক আৰু ইয়াৰ জয় অনিবাৰ্য; কেটেলাৰ কাঁইটত অধিষ্ঠিত ভূতবিলাকক নমস্কাৰ; স্বাহা॥৪৫॥

কুকুৰবিলাক সুখেৰে শোৱক; গাৱঁৰ কৌতূহলী লোকসকলো

ৰাখিলে শৌচ-পেচাব বন্ধ কৰিব, খোজত বা আসনৰ তলত পুতি থলে ক্ষয়ৰোগ সৃষ্টি কৰি মাৰিব; দোকানত, খেতিৰ পথাৰত বা ঘৰত পুতি থলে এওঁৰ (শত্ৰুৰ) জীৱিকাচ্ছেদ কৰিব॥৭১॥

এই একে প্ৰণালীৰেই বিজুলীয়ে পোৰা গছবপৰা শাল নিৰ্মাণ কথাও ব্যাখ্যাত হ'ল॥৭২॥

ওভোতাই বধা পুনৰ্নৱা, নিম, কামমধু, বান্দৰৰ নোম আৰু মানুহৰ হাড় মৰা মানুহৰ কাপোৰেৰে বান্ধি যাৰ ঘৰত পুতি থোৱা যায় বা যাৰ ভৰিৰ খোজ লক্ষ্য কৰি তাতে ইয়াক বধা যায়, তেওঁ পুত্ৰ-পৰিয়াল আৰু ঐশ্বৰ্য সমন্বিতে তিনি পখেকৰ বেছি জীয়াই নাথাকিব॥৭৩-৭৪॥

ঘৰৰ, শিবিৰৰ, গাঁৱৰ বা নগৰৰ দুৱাৰত যাৰ ভৰিৰ খোজত ওভোতাই বধা (ওপৰলৈ শিপা তললৈ পাত কৰি থোৱা) পুনৰ্নৱা, নিম, কামমধু, স্বয়ংগুপ্তা আৰু মানুহৰ হাড় পুতি বধা যায়, ঐশ্বৰ্য আৰু পুত্ৰ-পৰিয়াল সমন্বিতে তেওঁ তিনি পখেকৰ ওপৰ জীয়াই নাথাকিব॥৭৫-৭৬॥

ছাগলী, বান্দৰ, মেকুৰী, নেউল, ব্ৰাহ্মণ, চণ্ডাল, কাউৰী, ফেঁচা— এইবিলাকৰ নোম আনি (শত্ৰুৰ) বিষ্ঠাৰ লগত পিহিলে সেই বিষ্ঠাই তৎক্ষণাত শত্ৰুক নিৰ্মূল কৰিব॥৭৭॥

যাৰ ভৰিৰ খোজত মৰা শৱ গাৰপৰা অনা ফুল, কিণ্ব (মদ কৰা বাখৰ), নেউলৰ নোম আৰু বৃশ্চিক, মৌ আৰু সাপৰ ছাল পুতি বধা হয় তেওঁৰ তৎক্ষণাতে সেইবিলাক নাতমোৱা পৰ্যন্ত পুৰুষত্বহীন হয়॥৭৮॥

তিনি ৰাতি (তিনি দিন) উপবাসে থাকি পুষ্যা নক্ষত্ৰৰ দিনা অস্ত্ৰেৰে নিহত বা শূলত দিয়া মানুহৰ লাওখোলাত থোৱা মাটিত গুঞ্জাৰ গুটি সিঁচি পানী ছটিয়াই দিব॥৭৯॥ গজি উঠিলে অমাবস্যা বা পূৰ্ণিমাৰ দিনা যেতিয়া চন্দ্ৰ পুষ্যা নক্ষত্ৰযুক্ত হ'ব তেতিয়া সেই গুঞ্জাসমূহ গোটাই তাৰে এন্ধাৰি পকাব॥৮০॥ ইয়াৰ ওপৰত থোৱা বস্তু বা পানীয় বস্তুৰ পাত্ৰ ৰাখিলে সেইবোৰ (অৰ্থাৎ খাদ্য আৰু পানীয়) কেতিয়াও ঢুকাই নাযায়॥৮১॥

ৰাতি যেতিয়া প্ৰেক্ষা আৰম্ভ হ'ব তেতিয়া মৰা গাইৰ ওহাৰ কাটি আনি চাকিৰ জুইত পুৰিব॥৮২॥ পুৰি বলদৰ মূত্ৰৰ লগত পিহি (তাৰে) এটা নতুন কলহৰ ভিতৰখন লিপিব॥৮৩॥ যেতিয়া কোনো মানুহে ইয়াক বাওঁপাকে গোটেই গাওঁ ঘূৰাই লৈ যায়, তেতিয়া সেই গাঁৱৰ মানুহৰ সকলো মাখন (ইয়ালৈ) আহিব॥৮৪॥

কৃষ্ণ চতুৰ্দশীত যেতিয়া চন্দ্ৰ পুষ্যানক্ষত্ৰযুক্ত হ'ব তেতিয়া কামোন্মত্ত কুকুৰৰ যোনিত লোহাৰ নাম-মোহৰ লগোৱা আঙঠি এটা ভৰাই দিব॥৮৫॥ ই যেতিয়া আপোনা-আপুনি ওলাই পৰিব তেতিয়া বুটলি আনিব॥৮৬॥ সেইটো লৈ গছৰ ফলৰ কাষে চাই মাতিলে ফলবোৰ আপোনা-আপুনি আহি পৰিব॥৮৭॥

ঔষধ আৰু মন্ত্ৰৰ যোগে যি ক্ৰিয়া-কলাপ আৰু মায়াৰ দ্বাৰা যি ক্ৰিয়া-কলাপ তাৰ দ্বাৰা তেওঁ (বিজিগীষুৱে) শত্ৰুক ধ্বংস কৰিব আৰু নিজৰ মানুহক পালন কৰিব॥৮৮॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "গোপন-ক্ৰিয়া-সম্বন্ধীয়" নামৰ চতুৰ্দশ অধিকৰণৰ অন্তৰ্গত "গোপন-ক্ৰিয়াৰ যোগে) প্ৰতাৰণা;" আৰু "ঔষধ আৰু মন্ত্ৰ প্ৰয়োগ" নামৰ তৃতীয় (আৰম্ভণিৰপৰা ১৭৮তম) অধ্যায় সমাপ্ত॥

# চতুৰ্থ অধ্যায়

## ১৭৯তম প্ৰকৰণ : নিজৰ সৈন্যৰ অনিষ্টৰ প্ৰতিকাৰ

স্বপক্ষৰ বিৰুদ্ধে শত্ৰুৱে প্ৰয়োগ কৰা দূষীবিষ (১৪।১।২২ চাওক) আৰু অন্যান্য বিষৰ প্ৰতিকাৰ (তলত দিয়া মতে কৰিব)॥১॥

শ্লেষ্মাতক, কপিত্থ, দন্তি, দন্তশঠ, গোজি, শিৰীষ, পাটলী, বলা, স্যোনাগ, পুনৰ্নৱা আৰু শ্বেতাৱৰণৰ কাথ মিহলোৱা আৰু চন্দন আৰু মাইকী ঘোঁৰৰ তেজ মিহলোৱা ঘোৰা-পানী ৰাজোপভোগ্য ভিৰোতাৰ গুপ্তাঙ্গ প্ৰক্ষালনৰ (উপযোগী) পানী আৰু সেনাৰ ওপৰত প্ৰয়োগ কৰা বিহৰ প্ৰতিষেধক॥২॥

চিত্ৰমৃগ, নেউল, ময়ূৰ আৰু গুইৰ পিত্ত (আৰু) সিন্দুবাৰিত, বৰণ, বাৰুণী, তণ্ডুলীয়ক, শতপৰ্বাৰ আগ আৰু পিণ্ডীতকৰ মিশ্ৰণ মিহলোৱা মহীৰাজীৰ গুড়ি মূৰ্চ্ছাকাৰক দৰবৰ প্ৰতিষেধক॥৩॥

শৃগালবিন্না, মদন, সিন্দুবাৰিত, বৰণ, বাৰণ আৰু বল্লী—এইবিলাকৰ এটাৰ বা সকলোৰে শিপাৰ কাথৰ লগত গাখীৰ মিহলি কৰি কৰা পানীয় মূৰ্চ্ছাকাৰক দৰবৰ প্ৰতিষেধক॥৪॥

কৈডৰ্য, পূতি আৰু তিলৰ তেল নাকত ব্যৱহাৰ কৰিলে বলিয়ালি ভাল হয়॥৫॥

প্ৰিয়ঙ্গু আৰু নক্তমালৰ মিশ্ৰণে কুষ্ঠৰোগ আৰোগ্য কৰে॥৬॥

কুষ্ঠ আৰু লোধ্ৰৰ মিশ্ৰণ কেশৰ শুভ্ৰতা নাশক আৰু ক্ষয়ৰোগ আৰোগ্যকাৰক॥৭॥

কটফল, দ্ৰৱন্তী আৰু বিলঙ্গৰ চূৰ্ণ নস্য হিচাপে ব্যৱহাৰ কৰিলে মূৰৰ বিষ ভাল হয়॥৮॥

প্ৰিয়ঙ্গু, মঞ্জিষ্ঠা, তগৰ, লাৰ ৰস, যষ্টিমধু, হালধি আৰু মৌজোলৰ মিশ্ৰণ ৰছীৰে টেটু চেপা খাই, পানীত ডুবি, বিহ খাই, মাৰ খাই আৰু পৰি গৈ সংজ্ঞাহীন হোৱা লোকৰ সংজ্ঞা ঘূৰাই আনিবৰ উপায়॥৯॥

মানুহৰ কাৰণে এক 'অক্ষ'ই (এক অক্ষ ষোল্ল মাষৰ সমান) এপালি, গৰু আৰু ঘোঁৰাৰ কাৰণে ইয়াৰ দুগুণ, হাতী আৰু উটৰ কাৰণে ইয়াৰ চাৰি গুণ॥১০॥

ভিতৰত সোণ দি কৰা এইবিলাক বস্তুৰ মণিয়ে সকলো বিষৰ ক্ৰিয়া নাশ কৰে॥১১॥

জীৱন্তী, শ্বেতা, মুষ্কক, পুষ্পবন্দাকা আৰু জেকা মাটিত গজা অশ্বত্থৰ মণিয়ে সকলো বিষৰ ক্ৰিয়া নষ্ট কৰে॥১২॥

> এইবিলাক বস্তুৰে প্ৰলেপ দিয়া ঢোলৰ শব্দই বিহ নাশ কৰে। এই-
> বিলাকেৰে লেপ দিয়া ধ্বজ বা পতাকালৈ চালেও বিষমুক্ত হ'ব পাৰি॥১৩॥
> নিজৰ সৈন্যৰ আৰু নিজৰ নিৰাপত্তাৰ কাৰণে এইবিলাক প্ৰতিবিধানৰ
> প্ৰয়োগ কৰি শত্ৰুৰ কাৰণে বিষধূম আৰু দূষিত পানীৰ প্ৰয়োগ
> কৰিব॥১৪॥

কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ঔপনিষদিক-ক্ৰিয়া-সম্বন্ধীয়" নামৰ চতুৰ্দশ অধিকৰণৰ অন্তৰ্গত "নিজৰ সৈন্যৰ অনিষ্টৰ প্ৰতিকাৰ" নামৰ চতুৰ্থ (আৰম্ভণিৰপৰা ১৪৯তম) অধ্যায় সমাপ্ত॥

ইয়াতে কৌটিলীয় অৰ্থশাস্ত্ৰৰ "ঔপনিষদিক-ক্ৰিয়া-সম্বন্ধীয়" নামৰ চতুৰ্দশ অধিকৰণ সমাপ্ত হ'ল॥

# পঞ্চদশ অধিকৰণ

## অৰ্থশাস্ত্ৰৰ উপপত্তি (আলোচনা-প্ৰণালী)

## প্ৰথম অধ্যায়

### ১৮০তম প্ৰকৰণ: অৰ্থশাস্ত্ৰ (ৰচনাত) প্ৰয়োগ কৰা প্ৰণালীসমূহ

মানুহৰ জীৱিকাৰ বাটেই অৰ্থ; আন কথাত কবলৈ হলে মনুষ্যময় পৃথিৱীয়েই অৰ্থ ॥১॥ এই পৃথিৱী লাভ কৰা আৰু পালন কৰাৰ বাট দেখুওৱা শাস্ত্ৰই অৰ্থশাস্ত্ৰ (ৰাজনীতি শাস্ত্ৰ) ॥২॥

ইয়াত বত্ৰিশ প্ৰকাৰ আলোচনা-প্ৰণালী আছে:—(১) অধিকৰণ (বিষয়), (২) বিধান (বিবৃতি), (৩) যোগ (বাক্য-যোজনা), (৪) পদাৰ্থ (শব্দৰ অৰ্থ), (৫) হেত্বৰ্থ (কোনো কথা স্থাপনৰ যুক্তি), (৬) উদ্দেশ (উল্লেখ), (৭) নিৰ্দেশ (ব্যাখ্যা), (৮) উপদেশ, (৯) অপদেশ (প্ৰসংগ-সংগতি), (১০) অতিদেশ (প্ৰয়োগ), (১১) প্ৰদেশ (সূচনা), (১২) উপমান, (১৩) অৰ্থাপত্তি (সম্পৰ্ক), (১৪) সংশয়, (১৫) প্ৰসংগ (সদৃশ অৱস্থা), (১৬) বিপৰ্যয় (বিপৰীত সিদ্ধান্ত), (১৭) বাক্যশেষ (বাক্যসম্পূৰণ), (১৮) অনুমত (মিল), (১৯) ব্যাখ্যান (গুৰুত্ব আৰোপণ), (২০) নিৰ্বচন (ব্যুৎপত্তি), (২১) নিদৰ্শন (উদাহৰণ), (২২) অপবৰ্গ (ব্যতিক্ৰম), (২৩) স্বসংজ্ঞা (নিজৰ পৰিভাষা), (২৪) পূৰ্বপক্ষ (প্ৰমাণসাপেক্ষ মত), (২৫) উত্তৰপক্ষ (শুদ্ধ মত), (২৬) একান্ত (অপৰিবৰ্তনীয় নিয়ম), (২৭) অনাগতাবেক্ষণ (পিছত প্ৰতিপাদন কৰা কথাৰ উল্লেখ), (২৮) অতিক্ৰান্তাবেক্ষণ (আগতে কৈ যোৱা কথাৰ উল্লেখ), (২৯) নিয়োগ (নিয়ন্ত্ৰণ), (৩০) বিকল্প, (৩১) সমুচ্চয় (সংযোগ) আৰু (৩২) উহ্য ॥৩॥

যি বিষয়-বস্তুৰ সম্পৰ্কে বৰ্ণনা দিয়া হয় সেয়ে অধিকৰণ ॥৪॥ যেনে:—"ৰাজ্যলাভ আৰু পালন কৰিবৰ নিমিত্তে পূৰ্ববৰ্তী আচাৰ্যসকলে যিমানবিলাক অৰ্থশাস্ত্ৰ প্ৰতিষ্ঠা কৰিছিল সেইবিলাকৰ প্ৰায় সকলোবিলাকক সঙ্কলন কৰি এই এখন অৰ্থশাস্ত্ৰ প্ৰণয়ন কৰা হৈছে"—আগতে কৰা (১।১।১) এই উক্তি ॥৫॥

শাস্ত্ৰৰ প্ৰকৰণবোৰৰ আনুপূৰ্বিক উল্লেখেই বিধান ॥৬॥ "বিদ্যা-নিৰ্দেশ", "জ্ঞানবৃদ্ধ-সকলৰ সঙ্গ", "ইন্দ্ৰিয়জয়", "অমাত্যৰ নিয়োগ", (১।১।৩) ইত্যাদি ইত্যাদি ॥৭॥

বাক্যৰ যোজনাই যোগ ॥৮॥ উদাহৰণ স্বৰূপে—"চাৰি বৰ্ণ আৰু আশ্ৰমৰ লোকসকল" (১।৪।১৬) ॥৯॥

যি অৰ্থ পদবিশেষত নিয়ন্ত্ৰিত হয়, সেয়ে পদাৰ্থ ॥১০॥ যেনে 'মূলহৰ' এই পদ ॥১১॥ "যিয়ে পিতৃ-পিতামহৰ সম্পত্তি অন্যায়ভাৱে ভক্ষণ কৰে তেওঁক 'মূলহৰ' বোলা হয়" (২।৯।২১)—এয়ে ইয়াৰ অৰ্থ ॥১২॥

প্ৰতিপাদ্য বস্তুৰ প্ৰতিপাদনৰ হেতুকেই হেত্বৰ্থ ॥১৩॥ যেনে, "অৰ্থই ধৰ্ম আৰু কামৰ মূল" (১।৭।৭)—এই উক্তি ॥১৪॥

চমু কথাৰে উল্লেখেই উদ্দেশ ॥১৫॥ যেনে, "বিদ্যাসমূহত বিনয়ৰ হেতু ইন্দ্ৰিয়জয়" (১।৬।১) ॥১৬॥

বিস্তৃত বিৱৰণেই নিৰ্দেশ ॥১৭॥ উদাহৰণ, যেনে:—"কৰ্ণ, ত্বক্, চক্ষু, জিহ্বা আৰু

নাসিকা ইন্দ্ৰিয়ৰ দ্বাৰা শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধৰ অধিক ভোগাসক্তিৰ অভাৱেই ইন্দ্ৰিয়জয়।" (১।৬।২)॥১৮॥

"এনেকৈ চলিব লাগে" এই বুলি কোৱাই উপদেশ॥১৯॥ "ধৰ্মাৰ্থৰ বিৰোধ নোহোৱাকৈ কামৰ সেৱা কৰিব; (নিজক) সুখৰপৰা বঞ্চিত নকৰিব" (১।৭।৩)॥২০॥

"তেওঁ এনেকৈ কৈছে"—এয়ে অপদেশ॥২১॥ যেনে:—"বাৰজন অমাত্যেৰে মন্ত্ৰী-সভা গঠন কৰিব"—এই বুলি মনু-সম্প্ৰদায়ে কয়; "ষোল জনেৰে"—এই বুলি বৃহস্পতিৰ শিষ্য-সকলে কয়; "বিশ জনেৰে"—এই বুলি উশনাৰ মতবাদীসকলে কয়; "সামৰ্থ্য অনুসৰি"—এয়ে কৌটিল্যৰ মত (১।১৫।৪৭-৫০)॥২২॥

আগতে কোৱা কথাৰে (নতুন) প্ৰতিপাদনেই অতিদেশ॥২৩॥ যেনে:—"দান কৰা বস্তু নিদিযাটো ঋণ পৰিশোধ নকৰাৰ দ্বাৰা ব্যাখ্যা কৰা হ'ল।" (৩।১৬।১)॥২৪॥

পিছত কোৱা কথাৰে কোনো কথাৰ প্ৰতিপাদনেই প্ৰদেশ॥৩৫॥ যেনে:—"নাইবা, 'বিপদ' প্ৰকৰণত ব্যাখ্যা কৰাৰ নিচিনাকৈ সাম, দান, ভেদ, দণ্ডাদি উপায়ৰ দ্বাৰা হাত কৰিব" (৭।১৪।১১)॥২৬॥

জ্ঞাত বস্তুৰে অজ্ঞাত বস্তুৰ প্ৰতিপাদন উপমান॥২৭॥ যেনে:—"পৰিহাৰৰ নিবৃত্তি হ'লে, পিতাৰ নিচিনাকৈ অনুগ্ৰহ কৰিব।" (২।১।১৮)॥২৮॥

স্পষ্টভাৱে কোৱা নহলেও তাৎপৰ্যত আহি পৰা কথা অৰ্থাপত্তি॥২৯॥ উদাহৰণ—"লোক-ব্যৱহাৰ জনা লোকে ৰজাৰ প্ৰিয়পাত্ৰ আৰু হিতৈষী লোকৰ যোগেদি আত্মসম্পদযুক্ত আৰু অমাত্য আদি দ্ৰব্য-সম্পদযুক্ত ৰজাক আশ্ৰয় কৰিব লাগে।" (৫।৪।১)॥৩০॥ অপ্ৰিয়পাত্ৰ আৰু অহিতৈষীজনৰ যোগেদি নহয়—এই অৰ্থ কথাৰ তাৎপৰ্যত আহি পৰে॥৩১॥

যি কথা উভয় পক্ষতে যুক্তিযুক্ত সিয়ে সংশয়॥৩২॥ উদাহৰণ—"যাৰ প্ৰজাবৰ্গ দৰিদ্ৰ আৰু লুভীয়া আৰু যাৰ প্ৰজা বিদ্ৰোহী—এই দুই প্ৰকাৰ ৰজাৰ কোন জনৰ বিৰুদ্ধে অভিযান কৰিব" (৭।৫।১২)॥৩৩॥

অইন এটা বিষয়ৰ লগত সাদৃশ্য থকা কথাই প্ৰসঙ্গ॥৩৪॥ উদাহৰণ—"তেওঁ কৃষিকৰ্ম প্ৰৱৰ্তন কৰিবৰ কাৰণে নিৰ্দিষ্ট কোনো ঠাইত, ইত্যাদি ইত্যাদি আগৰ দৰে।" (১।১১।১০)॥৩৫॥

বিৰুদ্ধ কথাৰে প্ৰতিপাদনেই বিপৰ্যয়॥৩৬॥ যেনে :—"ইয়াৰ ওলোটা হলে অসন্তুষ্ট হোৱা বুলি বুজিব।" (১।১৬।১২)॥৩৭॥

যিহেৰে বাক্যাৰ্থৰ সমাপ্তি ঘটে সেয়ে বাক্যশেষ॥৩৮॥ যেনে—"আৰু পাখি ছিঙা (চৰাইৰ) চেষ্টাৰ দৰে ৰজাৰ সকলো উদ্যম ব্যৰ্থ হয়।" (৮।১।৯)॥৩৯॥ ইয়াত "চৰাইৰ" এই শব্দৰ দ্বাৰা বাক্যাৰ্থ শেষ হৈছে॥৪০॥

আনৰ উক্তিৰ অনিষেধেই অনুমত॥৪১॥ উদাহৰণ—"দুই প্ৰান্ত, মধ্য আৰু প্ৰতিগ্ৰহ—উশনাৰ মতে এই (তিনি প্ৰকাৰ) ব্যূহ-বিভাগ।" (১০।৬।১)॥৪২॥

কোনো বিশেষৰ বৰ্ণনাই ব্যাখ্যান॥৪৩॥ উদাহৰণ—"বিশেষকৈ সঙ্ঘ আৰু সঙ্ঘধৰ্মী ৰাজপৰিয়ালৰ দ্যূত-ক্ৰীড়াৰ নিমিত্তেই ভেদ আৰু তাৰ নিমিত্তেই বিনাশ হয়; গতিকে অসৎ-জনক অনুগ্ৰহ কৰা আৰু শাসনতন্ত্ৰ দুৰ্বল কৰাৰ হেতুকে ই ব্যসনসমূহৰ ভিতৰত নিকৃষ্ট।" (৮।৩।৬৪)॥৪৪॥

(শব্দৰ) ঘটক অংশৰ দ্বাৰা অৰ্থৰ নিষ্পত্তিয়েই নিৰ্বচন॥৪৫॥ যেনে—"ব্যস্যতি এনং শ্ৰেয়স ইতি ব্যসনম্"—মানুহক কল্যাণৰপৰা আঁতৰাই পেলায় কাৰণে ব্যসন বোলা হয় (৮।১।৪)॥৪৬॥

উদাহৰণৰ দ্বাৰা উদাহৰণ বুজালে নিদৰ্শন হয়॥৪৭॥ যেনে:—"কাৰণ, অধিক শক্তিশালীৰ লগত যুদ্ধ কৰিবলৈ গ'লে মাটিত থাকি হাতীৰে সৈতে যুদ্ধ কৰিবলৈ যোৱাৰ দৰে হব।" (৭।৩।৩)॥৪৮॥

সাধাৰণ নিয়মৰপৰা বাহিৰ কৰি নিয়াকে অপবৰ্গ বোলে॥৪৯॥ যেনে:—"আভ্যন্তৰ বিদ্ৰোহৰ ভয় নাথাকিলে তেওঁ শত্ৰু-সৈন্য সদায় অতি ওচৰত ৰাখিব। (৯।২।৬)॥৫০॥

অইনৰ অনুমোদন নোপোৱা পাৰিভাষিক শব্দ স্বসংজ্ঞা॥৫১॥ উদাহৰণ—"(ভৱিষ্যত বিজিগীষু) প্ৰথমা প্ৰকৃতি; তেওঁৰ ৰাজ্যৰ অব্যৱহিত কাষৰ ৰাজ্যত থকাজন দ্বিতীয়া প্ৰকৃতি আৰু এখন ৰাজ্যৰ ব্যৱধান থকা ৰাজ্যৰ জন তৃতীয়া প্ৰকৃতি।" (৬।২।১৩-১৫)[১]॥৫২॥

প্ৰতিৰোধ কৰিব লগীয়া উক্তিয়ে পূৰ্বপক্ষ॥৫৩॥ যেনে:—"স্বামী আৰু অমাত্যৰ ব্যসনৰ ভিতৰত অমাত্যৰ ব্যসন গুৰুতৰ।" (৮।১।৭)॥৫৪॥

তাৰ নিৰ্ণয় বা সিদ্ধান্ত-বাক্যই উত্তৰপক্ষ॥৫৫॥ যেনে:—"কাৰণ মূলতে তেওঁ; কাৰণ, ৰজা (সেইবিলাকৰ) শিৰ স্বৰূপ।" (৮।১।১৭-১৮)॥৫৬॥

সকলোতে প্ৰযোজ্য নিয়মেই একান্ত॥৫৭॥ যেনে:—"সেই কাৰণে তেওঁ স্বয়ং উদ্যমশীল হব।" (১।১৯।৫)॥৫৮॥

পিছলৈ এইটো কোৱা হব—এনে উক্তিয়েই অনাগতাবেক্ষণ॥৫৯॥ যেনে:—"'পৌতৱাধ্যক্ষ' নামে প্ৰকৰণত জোখ-মাখৰ বিষয়ে কোৱা হব।" (২।১৩।২৮)॥৬০॥

"আগতে এনেকৈ কোৱা হৈছে"—এনে উল্লেখেই অতিক্ৰান্তাবেক্ষণ॥৬১॥ যেনে:—"মন্ত্ৰীৰ বিশিষ্ট গুণসমূহৰ কথা আগতে কোৱা হৈছে।" (৬।১।৭)॥৬২॥

এনেকৈয়ে আৰু অন্য উপায়ৰ দ্বাৰা নহয়—এয়ে নিয়োগ॥৬৩॥ উদাহৰণ—"সেই কাৰণে ধৰ্ম আৰু অৰ্থৰ অনুকূল উপদেশ দিব লাগে, ধৰ্ম আৰু অৰ্থৰ বিপৰীত উপদেশ দিব নালাগে।" (১।১৭।৩৩)॥৬৪॥

এই প্ৰকাৰে বা সেই প্ৰকাৰে—এয়ে বিকল্প॥৬৫॥ উদাহৰণ—"নাইবা, ধৰ্ম-বিবাহ-জাতা কন্যাসকল।" (৩।৫।১০)॥৬৬॥

এই প্ৰকাৰে আৰু সেই প্ৰকাৰে—এয়ে সমুচ্চয়॥৬৭॥ উদাহৰণ—"স্বয়ংজাত পুত্ৰ পিতা আৰু জ্ঞাতিৰ সম্পত্তিৰ উত্তৰাধিকাৰী হয়।" (৩।৭।১৩)॥৬৮॥

নোকোৱাকৈ ৰখা কথাই ঊহ্য॥৬৯॥ যেনে—"দাতা আৰু প্ৰতিগ্ৰহীতা উভয়ৰে যাতে হানি নহয় সেইভাৱে বিশেষজ্ঞসকলে বাতিলকৰণৰ ব্যৱস্থা কৰিব।" (৩।১৬।৫)॥৭০॥

এইদৰে এই শাস্ত্ৰ ইহলোকপ্ৰাপ্তি আৰু পালন আৰু পৰলোকপ্ৰাপ্তিৰ
কাৰণে শাস্ত্ৰসম্মত প্ৰণালীৰে প্ৰণয়ন কৰা হৈছে॥৭১॥

এই শাস্ত্ৰই ধৰ্ম, অৰ্থ আৰু কামৰ প্ৰবৰ্তন আৰু ৰক্ষণ কৰে আৰু
অধৰ্ম, অনৰ্থ আৰু বিদ্বেষৰ ধ্বংস কৰে॥৭২॥

---

[১] ৬।২।১৩-১৫ সূত্ৰত উক্ত পাঠৰ লগত ভিন্নতা লক্ষিত হয়। প্ৰথমা, দ্বিতীয়া আৰু তৃতীয়া প্ৰকৃতিৰ সলনি তাত বিজিগীষু, অৰিপ্ৰকৃতি আৰু মিত্ৰপ্ৰকৃতি পাঠ আছে।

যিজনে খঙতে (অর্থ)শাস্ত্ৰ, অস্ত্ৰ(বিদ্যা) আৰু নন্দৰজাসকলৰ হস্ত-
গত পৃথিবীক শীঘ্ৰে উদ্ধাৰ কৰিলে তেওঁৰ দ্বাৰা এই শাস্ত্ৰ প্ৰণীত
হ'ল॥৭৩॥

কৌটিলীয় অর্থশাস্ত্ৰৰ "অর্থশাস্ত্ৰৰ উপপত্তি" নামৰ পঞ্চদশ অধিকৰণৰ অন্তৰ্গত "অর্থশাস্ত্ৰ (ৰচনাত) প্ৰয়োগ কৰা প্ৰণালীসমূহ" নামৰ প্ৰথম (আৰম্ভণিৰপৰা ১৫০তম) অধ্যায় সমাপ্ত॥

ইয়াতে কৌটিলীয় অর্থশাস্ত্ৰৰ "অর্থশাস্ত্ৰৰ উপপত্তি" নামৰ পঞ্চদশ অধিকৰণ সমাপ্ত হ'ল॥

(ভাষ্যকাৰসকলৰ শাস্ত্ৰৰ ওপৰত ভাষ্যত বহুত ধৰণৰ খেলিমেলি দেখি বিষ্ণুগুপ্তই নিজেই ইয়াৰ সূত্ৰ আৰু ভাষ্য প্ৰণয়ন কৰিলে॥)

॥ কৌটিলীয় অর্থশাস্ত্ৰ সমাপ্ত ॥

# ওপৰঞ্চি টোকা

## [ সংখ্যাবোৰ ক্ৰমে অধিকৰণ, অধ্যায় আৰু সূত্ৰৰ ]

১।২।৫ বেদ আৱৰণ মাত্ৰ—বৃহস্পতি লোকায়ত বা বস্তুবাদী দৰ্শনৰ প্ৰবৰ্তক; সেয়ে তেওঁৰ সম্প্ৰদায়ে বেদৰ জ্ঞানৰ ওপৰত গুৰুত্ব দিয়া নাই; বেদৰ মুখা পিন্ধিব পাৰিলে মানুহে অন্ততঃ নাস্তিক বুলি অপযশ নিদিব।

১।২।১১ আন্বীক্ষিকী—'আন্বীক্ষিকী'য়ে সাধাৰণতে তৰ্কবিদ্যাক বুজায়। ইয়াত তৰ্কৰ ওপৰত প্ৰতিষ্ঠিত কোনো দৰ্শন-বিশেষক বুজাইছে।

১।৫।১৪ ইতিবৃত্ত, আখ্যায়িকা, উদাহৰণ—ৰামায়ণ, মহাভাৰত আদি ইতিবৃত্ত; দিব্যাৱদানৰ আদিৰ চৰিত্ৰ আখ্যায়িকা; তন্ত্ৰাখ্যায়িকা আদি গ্ৰন্থ উদাহৰণ।

১।৬।৫ ভোজৰাজ দাণ্ডক্য—ৰামায়ণৰ উত্তৰকাণ্ডত দণ্ড নামে ৰজাই তেওঁৰ পুৰোহিত উশনাৰ কন্যা অৰজাৰ লগত ব্যভিচাৰ কৰি পুৰোহিতৰ অভিশাপত সৰাজ্যে ধ্বংসপ্ৰাপ্ত হোৱা কাহিনী বৰ্ণিত আছে। দণ্ডৰ ৰাজ্যই দণ্ডকাৰণ্যত পৰিণত হৈছিল। সম্ভৱতঃ ভোজৰাজ দাণ্ডক্য এৱেঁই।

বিদেহৰাজ কৰাল—এওঁ কৰাল জনক নামেও পৰিচিত। অশ্বঘোষৰ বুদ্ধচৰিতত (১১।৩১) এওঁক মৈথিল নামে অভিহিত কৰি দণ্ডকৰ (দাণ্ডক্য) লগত একে কামাসক্ত প্ৰকৃতিৰ বুলি কোৱা হৈছে।

১।৬।৬ জনমেজয়—জয়মঙ্গলা টীকাৰ মতে এইজন ৰজাই তেওঁৰ ৰাণীৰ লগত অবৈধ প্ৰণয় থকা বুলি মিছাকৈ সন্দেহ কৰি তেওঁৰ পুৰোহিতসকলক চাবুকেৰে কোবাইছিল।

তালজঙ্ঘ—শৰ্যাতি বংশোদ্ভৱ ৰজা।

১।৬।৭ ঐল—ইলা বা ঈড়াৰ পুত্ৰ পুৰুৰৱা; এওঁ এটা যজ্ঞৰ ৰক্ষক হৈ সোণৰ পাত্ৰ কাঢ়ি লৈছিল।

অজবিন্দু—এওঁৰ বিষয়ে বিশেষ জনা নেযায়।

১।৬।৯ দম্ভোদ্ভৱ—মহাভাৰতত আছে যে এওঁ বদৰিকাশ্ৰমত থকা নৰ আৰু নাৰায়ণ ঋষিৰ লগত যুঁজ কৰিবলৈ ওলোৱাত তেওঁলোকে এওঁক নিগৃহীত কৰিছিল।

অৰ্জুন—হৈহয় বংশীয় অৰ্জুনক সহস্ৰ বাহু থকা কাৰণে সহস্ৰাৰ্জুনো বোলা হৈছিল। এওঁ জমদগ্নি ঋষিৰ কামধেনু অপহৰণ কৰি তেওঁৰ পুত্ৰ পৰশুৰামৰ হাতত নিহত হৈছিল।

১।৬।১০' বাতাপি—ইল্বল আৰু বাতাপি দুই ককাই-ভাই। ইল্বলে বাতাপিক ছাগলীত পৰিণত কৰে আৰু সেই ছাগলীৰ মাংস ব্ৰাহ্মণক খুৱায়। পিছত মন্ত্ৰশক্তিৰ বলেৰে বাতাপিক জীয়াই তুলি ব্ৰাহ্মণৰ পেট ফলাই উলিয়ায়। অগস্ত্য ঋষিয়ে কিন্তু বাতাপিক হজম কৰি পেলায়; বাতাপি আৰু পুনৰ নিজীয়ে।

দ্বৈপায়ন—সত্যবতীৰ পুত্ৰ ব্যাস; বৃষ্ণিবংশীসকলে এওঁক আক্ৰমণ কৰিব ওলোৱা কথা মহাভাৰতত নাই।

১।৬।২২ জামদগ্ন্য—জমদগ্নিৰ পুত্ৰ পৰশুৰাম; এওঁ একুইছ বাৰ পৃথিৱী নিঃক্ষত্ৰিয় কৰিছিল; কিন্তু দীৰ্ঘকাল নিজে ৰাজ্য ভোগ কৰা নাছিল।

অম্বৰীষ—মহাভাৰত আৰু ভাগৱত পুৰাণত এইজন সূৰ্যবংশীয় ৰজাৰ কাহিনী বৰ্ণিত হৈছে। এওঁ পৰম বিষ্ণুভক্ত আছিল।

১।৮।১ ভাৰদ্বাজ—সাধাৰণতে দ্ৰোণাচাৰ্যকে ভাৰদ্বাজ বুলি কোৱা হয়; কিন্তু মহাভাৰতত দ্ৰোণাচাৰ্যক ৰাজনীতিজ্ঞ পুৰুষ হিচাপে ক'তো উল্লেখ কৰা নাই। আনহাতে ৰাজনীতিজ্ঞ হিচাপে ভাৰদ্বাজ আৰু কণিঙ্ক ভাৰদ্বাজ এই দুটা নাম পোৱা যায়। সম্ভৱতঃ এই দুয়োটা নামেই এজন লোককে বুজাইছে আৰু এওঁ দ্ৰোণাচাৰ্য নহয়। এৱেঁই ৫।৫।১১ সূত্ৰত উল্লেখ কৰা কণিঙ্ক ভাৰদ্বাজ।

১।৮।৩ বিশালাক্ষ—শিৱৰ এটা নাম বিশালাক্ষ। মহাভাৰতত উল্লেখ আছে যে শিৱই স্বয়ম্ভূ ব্ৰহ্মাই ৰচনা কৰা দণ্ডনীতি শাস্ত্ৰখন সংক্ষিপ্ত কৰিছিল আৰু এই শাস্ত্ৰখন বৈশালাক্ষ শাস্ত্ৰ নামে প্ৰসিদ্ধ হৈছিল।

১।৮।৭ পৰাশৰ—কৃষ্ণদ্বৈপায়ন ব্যাসৰ পিতৃ। এওঁৰ নামত এখন স্মৃতিশাস্ত্ৰও প্ৰচলিত আছে।

১।৮।১১ পিশুন—ভাৰতীয় পৰম্পৰাত পিশুন নাৰদৰে এটা নাম। অভিজ্ঞান শকুন্তলা নাটকত ৰজা দুষ্মন্তৰ পিশুন নামে এজন মন্ত্ৰীৰ উল্লেখ পোৱা যায়। অৰ্থশাস্ত্ৰৰ ৫।৫।১১ সূত্ৰত পিশুন নামে এজন মন্ত্ৰী তেওঁৰ প্ৰতি ৰজা অসন্তুষ্ট হোৱাৰ লগত দোষ জাতিৰ কোৱাৰ উল্লেখ আছে। গতিকে পিশুন নাৰদ নহৈ কোনো বিচক্ষণ ৰাজনীতিজ্ঞ মন্ত্ৰী হোৱাই সম্ভৱপৰ।

১।৮।১৪ **কৌণপদন্ত**—অৰ্থশাস্ত্ৰৰ টীকাকাৰসকলে ভীষ্মক এটা উপনাম কৌণপদন্ত বুলি কয়। কুণপ শব্দৰ অৰ্থ ‘মৰাশৰ দৰে দুৰ্গন্ধযুক্ত’। ভীষ্মৰ পিতৃ শান্তনুৰ দাঁতবোৰ গোন্ধাইছিল, গতিকে তেওঁক কুণপদন্ত বোলা হৈছিল। কুণপদন্তৰ পুত্ৰ কৌণপদন্ত।

১।৮।২০ **বাতব্যাধি**—টীকাকাৰসকলে শ্ৰীকৃষ্ণৰ মন্ত্ৰণাদাতা উদ্ধৱ আৰু বাতব্যাধি একেজন লোক বুলি কয়। কিন্তু দণ্ডনীতি প্ৰণেতা হিচাপে উদ্ধৱৰ কোনো পৰিচয় পোৱা নাযায়।

১।৮।২৪ **বাহুদন্তীপুত্ৰ**—অৰ্থশাস্ত্ৰৰ নীতিনিৰ্ণীতি টীকামতে বাহুদন্তী ইন্দ্ৰৰ মাকৰ নাম। সেই কাৰণে বাহুদন্তীপুত্ৰই ইন্দ্ৰক বুজায়। মহাভাৰতৰ শান্তিপৰ্বত উল্লেখ আছে শিৱই স্বয়ম্ভূৰ দণ্ডনীতি-শাস্ত্ৰ সংক্ষেপ কৰাৰ পাছত ইন্দ্ৰই তাক আকৌ সংক্ষেপ কৰে। ই বাহুদন্তক শাস্ত্ৰ নামে জনাজাত হয়।

ভগৱানপি তচ্ছাস্ত্ৰং সংচিক্ষেপ পুৰন্দৰঃ।
সহস্ৰৈঃ পঞ্চভিস্তাত যদুক্তং বাহুদন্তকম্ ॥

১।১০।৩ **দাবী প্ৰতিষ্ঠাপক**—ৰাজবংশৰ অননুগৃহীত কোনো লোক যিজনে গোপনে বা প্ৰকাশ্যে সিংহাসন লবলৈ অভিলাষ কৰে।

**আটবিক**—অটবী বা অৰণ্যত বসতি কৰা জনজাতীয় লোকৰ মুখিয়াল। পূৰণি কালত এই বনবাসী জনজাতীয় লোকসকলৰ দ্বাৰা গঠিত সৈন্যদল এটাকো আটবিক বোলা হৈছিল আৰু এই সৈন্যদল মৌল, ভৃত্য আদি ছয় প্ৰকাৰ সৈন্যবাহিনীৰ অন্যতম আছিল।

১।১২।১ **যাদুবিদ্যা**—কৌটিল্যই জম্ভকবিদ্যা বুলিছে। এই বিদ্যাৰ বলেৰে আনক বশীভূত কৰিব পাৰি, নিজে আনৰ অদৃশ্য হব পাৰে।

**মায়াবিদ্যা**—এই বিদ্যাৰ বলেৰে নানা প্ৰকাৰ অদ্ভুত আৰু অলৌকিক ঘটনা সংঘটিত কৰিব পাৰি।

**নিমিত্তবিজ্ঞান**—কৌটিল্যই কেৱল ‘নিমিত্ত’ বুলিছে। নিমিত্তই শুভাশুভসূচক লক্ষণ বা চিনক বুজায়, যেনে বাহুস্পন্দন, জেঠিৰ টিক টিক ইত্যাদি।

**অন্তৰচক্ৰ**—কিছুমান টীকাকাৰৰ মতে অন্তৰচক্ৰই কাউৰী আদি চৰাইৰ মাতৰ অৰ্থক বুজায়, কিছুমানৰ মতে শিয়াল আদি জন্তুৰ মাতৰ অৰ্থক বুজায়।

**সংসৰ্গবিদ্যা**—মানুহৰ লগত আপোন ভাৱ স্থাপন কৰিব পৰা বিদ্যা—যেনে কামশাস্ত্ৰৰ জ্ঞান, গীত বাদ্য নৃত্য আদিত নৈপুণ্য।

১।১২।৬ **প্ৰশাস্তা**—এওঁ ৰাজ-ভৱনৰ পৰিচালনাৰ ভাৰপ্ৰাপ্ত এজন উচ্চ পৰ্যায়ৰ বিষয়া। এই একে নামৰে এজন বিষয়া আকৌ সৈন্যবিভাগত বনুৱাসকলৰ তত্ত্বাৱধায়ক হিচাপেও উল্লিখিত হৈছে: ১০।১।৮, ১৭ সূত্ৰ দ্ৰষ্টব্য।

**সমাহৰ্তা**—এওঁ ৰাজ্যত ৰাজস্ব প্ৰৱৰ্তনৰ ভাৰপ্ৰাপ্ত সৰ্বোচ্চ পৰ্যায়ৰ বিষয়া। ৰাজধানীৰ বাহিৰে দেশৰ বাকী অঞ্চলত এওঁৰ সৰ্বময় কৰ্তৃত্ব। ৰজাৰ অনুপস্থিতিত এওঁ জনপদত ৰজাৰ প্ৰতিনিধিৰূপে কাম চলায়।

**সংনিধাতা**—ৰাজকীয় ভঁৰালৰ দায়িত্বই থকা মুখ্য বিষয়া।

**প্ৰদেষ্টা**—আজি-কালিৰ দণ্ডাধীশ পৰ্যায়ৰ বিষয়া। এই শ্ৰেণীৰ বিষয়াই কণ্টকশোধক বা অপৰাধী দমনত সমাহৰ্তাক সহায় কৰে। অপৰাধৰ তদন্ত কৰা আৰু অপৰাধীক যথাবিহিত শাস্তি দিয়াৰ দায়িত্ব প্ৰদেষ্টাসকলৰ।

১।১২।১৮ **উভয় পক্ষৰ বেতনধাৰী**—১।১৬।২৪ টোকা চাওক।

১।১২।২০ **অষ্টাদশ উচ্চ পৰ্যায়ৰ অধিকাৰী**—কৌটিল্যই এওঁলোকক এবাৰ মাত্ৰ তীৰ্থ নামে অভিহিত কৰি পিছত সদায় মহামাত্ৰ বুলিছে। তেওঁলোক হৈছে—মন্ত্ৰী, পুৰোহিত, সেনাপতি, যুৱৰাজ, দৌৱাৰিক, অন্তৰ্বংশিক, প্ৰশাস্তা, সমাহৰ্তা, সন্নিধাতা, প্ৰদেষ্টা, নায়ক, পৌৰব্যাৱহাৰিক, কাৰ্মান্তিক, মন্ত্ৰীপৰিষদ, অধ্যক্ষ, দণ্ডপাল, দুৰ্গপাল, আৰু অন্তপাল।

১।১৩।৯ **উঞ্ছবৃত্তি**—পথাৰৰ শস্য চপোৱাৰ পিছত যি অলপ বৈ যায় তাৰে জীৱিকা নিৰ্বাহ কৰা লোকক উঞ্ছবৃত্তি বোলা হয়।

১।১৩।১১ **দৈৱদণ্ড**—দৈৱিক বিপদ, যেনে আকস্মিক দুৰ্ঘটনা।

১।১৩।২১ **কৰ্মান্ত**—কাৰখানা; workshop; factory; ইয়াৰ ভাৰপ্ৰাপ্ত বিষয়াজনক কাৰ্মান্তিক বোলা হয়।

১।১৫।১০ **আয়ুক্ত পুৰুষ**—নিযুক্ত বিষয়া।

১।১৫।৪২ **পুৰুষ আৰু দ্ৰব্যসম্পত্তি**—কাৰ্যদক্ষ লোক আৰু সোণ, মণি-মুকুতা আদি দ্ৰব্য।

১।১৫।৪৭ **মনু-সম্প্ৰদায়**—মহাভাৰতত প্ৰচেতা, বৈৱস্বত আৰু স্বায়ম্ভুৱ—এই তিনিজন মনুৰ উল্লেখ আছে। মনুসংহিতা নামে স্মৃতিগ্ৰন্থখন স্বায়ম্ভুৱ মনু-প্ৰণীত বুলি কোৱা হয়। উক্ত গ্ৰন্থৰ সপ্তম অধ্যায়ত ৰাজধৰ্মৰ আলোচনা আছে; তাত এই মতটো পোৱা নাযায়।

